# ড° ভূপেন হাজৰিকাৰ গীত সমগ্ৰৰ

## চমু বিশ্লেষণ



তৰণী পাঠক        মনোমতী পাঠক ডাকুৱা

পাঠক প্ৰকাশন
গুৱাহাটী - ২১

*"Dr. Bhupen Hazarikar Geet Samagrar Samu Bisleshan" a short analysis of the whole songs of Dr. Bhupen Hazarika compposed by him done by Tarani Pathak M.A, L.L.B and Manomati Pathak Dakuwa M.A.*

প্ৰকাশক : তৰণী পাঠক
পাঠক প্ৰকাশনৰ হৈ

প্ৰথম প্ৰকাশ : ২০০৯

বেটুপাট : শ্ৰী হৰকুমাৰ ডেকা

ডি. টি. পি. : মনোমতী পাঠক ডাকুৱা

মুদ্ৰণ : মিনিঅ'ন অফছেট প্ৰেছ
শৰ্মা এণ্ড শৰ্মা মাৰ্কেট
ৰাধা গোবিন্দ বৰুৱা পথ
গুৱাহাটী – ৩

প্ৰাপ্তি স্থান : ফোন নং 94350-12408

মূল্য : ৫০০. ০০ টকা

# আগকথা

স্বাধীনতা আন্দোলনৰ সময়ত আমাৰ জাতীয় প্ৰেমৰ গীতবোৰে মোক বাৰুকৈয়ে আকৰ্ষণ কৰিছিল। 'ভাৰত মাতাকী জয়', 'মহাত্মা গান্ধীকী জয়' আদি শ্ল'-গানবোৰৰ দৰেই, জাতীয় প্ৰেমৰ গীতবোৰেও আমাৰ হৃদয় জোকাৰি যাব ধৰিছিল,—শব্দ আৰু সুৰৰ যাদুকৰী শক্তিৰে। আমাৰ শিৰা-উপশিৰাত অনুভৱ কৰিছিলোঁ,--সেই যাদুকৰী শক্তিৰ প্ৰবল আবেগ। মুখেৰে প্ৰকাশিত উদাত্ত কণ্ঠৰ শব্দ-শক্তি আৰু ভৰিৰ খোজত অনুভূত হৈছিল,– ধৰণীৰ কম্পমান ৰূপ। সঙ্গীতৰ সেই অপূৰ্ব শক্তিয়ে মোক মুহিত কৰি থৈছিল– মোৰ শৈশৱ জীৱনৰ সময়চোৱাৰ পৰাই। সেই গীতবোৰ জ্যোতি প্ৰসাদৰে নে বিষ্ণু ৰাভাৰ, আমি মন কৰা নাছিলোঁ। আমি কেৱল ডুব গৈ আছিলোঁ, দেশ প্ৰেমৰ তেজস্বী শব্দৰ আহ্বানত।

আমাৰ দেশখন স্বাধীন হোৱাৰ পিছত, ৰেডিঅ'ৰ যোগেদি আধুনিক গীত শুনাৰ সৌভাগ্য ঘটিছিল। ৰেডিঅ'ৰ যোগেদি শুনা গীতবোৰৰ আবেদনেই আছিল, সুকীয়া। গীতবোৰৰ তাল-মান-লয়ৰ মধুৰ মূৰ্চ্ছনাত গীতৰ কথাবোৰ হৈ পৰিছিল,—অনুভূতিৰ এক শেষ নোহোৱা তৃপ্তিৰ সংবেদন। সংগীতৰ মায়াজালে মোক বন্দী কৰি থৈছিল,—কিছুমান গীতৰ কথা আৰু সুৰ লহৰে। সেই গীতবোৰৰ ভিতৰৰে বিশ্ব শিল্পী, অসম বত্ন ড° ভূপেন হাজৰিকাৰ গীত সমূহ মোৰ জীৱনৰ অন্যতম প্ৰেৰণাৰ উৎসে ৰূপে গতিশীল কৰি তুলিছিল।

আকাশ বাণী গুৱাহাটীয়ে পৰিবেশন কৰা আধুনিক গীতবোৰৰে ভালেমান গীতে মোৰ হৃদয় স্পৰ্শ কৰিছিল। সেই গীতবোৰৰ ভিতৰৰে ড° ভূপেন হাজৰিকাৰ গীতবোৰ মোৰ অতি প্ৰিয় আছিল। ড° হাজৰিকাৰ প্ৰতিটো গীতেই মোৰ বাবে সুৰৰ মায়াজাল নতবে, বৰং অসমৰ কেঁচা মাটিৰ গোন্ধ আৰু গীতৰ ভাষাই মোক ভৰাই তোলে, অনিৰ্বচনীয় আমাৰ উত্তৰ-পূৰ্বাঞ্চলৰ মানুহ আৰু প্ৰকৃতিৰ কিনন্দীয়া ৰূপৰ কথা। ড° ভূপেন হাজৰিকাৰ প্ৰতিটো গীততেই পাওঁ, মানুহৰ সঁচা জীৱনৰ স্বাৰ্থহীন ছবি। মাটি আৰু মানুহৰ সঁচা অৰ্থত কোনোবাই গীত ৰচি, সুৰ সংযোজনাৰে মানুহৰ হৃদয় জয় কৰিব পাৰিছে, সেইজনা মহান শিল্পী, মোৰ বাবে আমাৰ হৃদয় উপচাই তোলা ড° ভূপেন হাজৰিকাৰ বাহিৰে আন কোনো নহয়। আজিও মই 'এৰা বাটৰ সুৰ' নামৰ কথাছবিত লতা মঙ্গেশকাৰৰ কণ্ঠত ভাহি উঠা 'জোনাকৰে ৰাতি অসমীৰে মাটি' গীতটি শুনিলে আনন্দাশ্ৰু বৈ আহে। অসমক ভালপোৱা ইমান কোমল কথা, মোৰ বাবে মধুৰতম সৃষ্টিৰ অন্যতম সৌন্দৰ্যৰ আঁকৰ স্বৰূপ। তৰণী পাঠক আৰু মনোমতী পাঠক ডাকুৱাৰ ৰচনাত 'ড° ভূপেন হাজৰিকাৰ গীত সমগ্ৰৰ চমু বিশ্লেষণ' নামৰ সংকলন পুথিখনৰ 'আগকথা' লেখিবলৈ পাই ধন্য মানিছোঁ। অসমৰ এগৰাকী মহান শিল্পীৰ প্ৰতি মোৰ শ্ৰদ্ধাৰ এই 'আগকথা'ৰে কায চাপিবলৈ পোৱাটো মোৰ [illegible] সৌভাগ্যৰ কথা। পুথিখন নিশ্চয় অসমীয়া গীতি-সাহিত্যৰ সম্পদ হৈ ৰ'ব।

। নিজা বাস ভৱন ঃ ডিব্ৰু ।



[illegible]

সভাপতি

অসম সাহিত্য সভা

Gun নহয়; গানহে মোৰ অস্ত্ৰ।

*ভূপেন হাজৰিকা*

# প্ৰস্তাৱনা

(১)

ভাৰতীয় সাহিত্যৰ প্ৰথম নিদৰ্শন ঋগ্বেদত সংকলিত প্ৰকৃতিৰ প্ৰশস্তিপৰক কিছু কবিতাক স্বৰসাধকসকলে সুৰ-সংৰচনাৰে সৈতে সামবেদত সংকলন কৰিলে। উদাত্ত-অনুদাত্ত-স্বৰিত স্বৰত কবিতাবোৰ গীতৰূপে মুখৰ হৈ উঠিল আৰু সেই গীতবোৰেই ভূলোক-দ্যুলোকৰ সমন্বয় সেতু গঢ়িলে। ভাৰতীয় সভ্যতাৰ আদিতম স্তৰত ৰচিত আৰু পৰিবেশিত এই নান্দনিক আবেদন সম্বলিত গীতসমূহে ভাৰতীয় সংগীত পৰম্পৰাৰ সূত্ৰপাত কৰিলে। সভ্যতাৰ বিৱৰ্তনৰ খেও ধৰি জীৱন আৰু জগতৰ বহু জ্ঞান-দৰ্শনে মানুহক নতুন নতুন চিন্তা-চেতনা আৰু ধ্যান-ধাৰণাৰে সমৃদ্ধ কৰিলে। এনে সমৃদ্ধিয়ে ভাৰতীয় সংগীতৰ ধাৰাটিকো খৰস্ৰোতা কৰিলে। লোকসংগীতৰ শক্তিশালী আন্তঃগাঁথনিৰ আধাৰত ভাৰতীয় সাধকে সংযত সাধনাৰে মাৰ্গসংগীতৰ এটি অতি গাম্ভীৰ্যপূৰ্ণ ধাৰাও গঢ়ি তুলিলে। কিন্তু তাত্ত্বিক অনুশাসন আৰু কঠোৰ অনুশীলনৰ মাজেৰে আগবঢ়া এই ধ্ৰুপদী ধাৰাটোৰ আৰোহ-অৱৰোহে স্থান-কাল-বয়ঃ ভেদে সাধাৰণ জনতাৰ আত্মা যে আলোড়িত কৰিব নোৱাৰে, যি সকলোৰে সাধাৰণ অভিজ্ঞতাৰ বিষয়। তাৰ বিপৰীতে অভিজ্ঞতাপুষ্ট, অনুভূতিসিক্ত আৰু কাব্যৰসাপ্লুত গীতেহে জাতি-গোষ্ঠী-ভাষা ব্যতিৰেকে সাধাৰণভাৱে সকলো স্তৰৰে মানুহৰ মন-বুদ্ধি-চেতনাক উদ্বেলিত কৰিব পাৰে। এনে উপলব্ধিৰ সত্যতা সাব্যস্ত কৰে ড০ ভূপেন হাজৰিকাৰ গীতসমূহে।

প্ৰায় সাতোটা দশকৰো অধিক কাল জুৰি হাজৰিকাই ভাৰতীয় গীতি-সাহিত্যৰ ক্ষেত্ৰখনলৈ প্ৰকৃত অৱদান আগবঢ়াইছে। নিজৰ জন্মভূমি অসমৰ ৰূপ-সৌন্দৰ্য, ইতিহাস-ঐতিহ্যৰ উপৰিও দুৰ্যোগ-দুৰ্দশা, প্ৰগতি-সম্প্ৰীতি আদি বিভিন্ন বিষয় গভীৰ উৎকণ্ঠাৰে পৰ্যবেক্ষণ কৰিছে আৰু অসম আৰু অসমীয়াৰ সৰ্বাংগীন মংগলৰ হকে সকিয়নী আৰু উপদেশ আগবঢ়াইছে। হাজৰিকাৰ অসম প্ৰীতিৰ প্ৰসাৰিত তৰংগই তেখেতৰ ভাৰতপ্ৰেমৰ ৰূপ লৈছে। আধুনিক ভাৰতৰ প্ৰতিটো প্ৰহৰৰ ডাক তেখেতে শুনিছে। এই বিশাল দেশখনৰ ৰাজনৈতিক, সামাজিক আৰু সাংস্কৃতিক পট পৰিৱৰ্তনৰ বিভিন্ন মুহূৰ্ত গভীৰ মনোযোগেৰে অধ্যয়ন কৰিছে। দেশ বিভাজন, বৰ্ণ বৈষম্য, সামাজিক অসমতা, অৰ্থনৈতিক অস্থিৰতা, ত্ৰুটিপূৰ্ণ প্ৰশাসনীয় নীতি, গৃহহীন-ভূমিহীনৰ নিৰাপত্তা আদি দেশখনৰ বিবিধ বিষয়ে চিন্তাকিদজনক উদ্বিগ্ন কৰি তুলিছে। স্বদেশ-স্বজাতিৰ প্ৰতি থকা তেখেতৰ অফুৰন্ত প্ৰেমেই বিশ্বপ্ৰেমৰ দিশে সোপান ৰচিছে। তাৰ ভিতৰতো মানৱ প্ৰেমে হাজৰিকাৰ গীতসমূহক প্ৰদান কৰিছে এক অনন্য মহত্ত্ব। তদুপৰি ভাতৃত্ব-মৈত্ৰী, শৃংগাৰ আদি প্ৰেমৰ বিবৰ্তিত ৰূপে তেখেতৰ গীতি ৰচনাসমূহক আবেদনক্ষম কৰি তুলিছে। সেয়ে অসমীয়া, হিন্দী, মাৰাঠী, বাংলা, উড়িয়া, পঞ্জাবী, ইংৰাজী আদি ভাৰতৰ প্ৰতিটো প্ৰান্তীয় ভাষাৰ শ্ৰোতাৰ সংবেদনশীল মন হাজৰিকাৰ কথা, সুৰে আলোড়িত কৰে। ৰাজনৈতিক, সামাজিক আৰু ভৌগোলিক সীমা উলংঘা কৰি সেয়ে হাজৰিকাৰ গীতসমূহে বিশ্বায়নৰ দ্বাৰ উদ্‌ঘাটন কৰাৰ সংকল্প সাৰ্থক কৰি তুলিছে।

(২)

গীত হ'ল কবিতা, চিত্ৰ আৰু সুৰৰ ত্ৰিবেণীসংগম। কবিতা ভাগত থাকে কথা, ছন্দ, অনুভূতি। চিত্ৰ ভাগত থাকে ৰূপ, ৰং, ধাৰণা। সুৰ ভাগত থাকে তাল, লয় আৰু স্বৰলহৰ। প্ৰথম দুটা ভাগ প্ৰস্তুত কৰাৰ গীতিকাৰৰ আৰু তৃতীয় ভাগৰ দায়িত্ব লয় সুৰকাৰ আৰু গায়কে। বহুমাত্ৰিক প্ৰতিভাৰ অধিকাৰী ভূপেন হাজৰিকাই গীত ৰচাৰ পৰা পৰিবেশনলৈকে সকলো দায়িত্ব নিজেই লয়। কবি-প্ৰতিভাৰ দ্বাৰা প্ৰস্তুত আৰু কথা-ছন্দ-অনুভূতিৰে সমৃদ্ধ কবিতা ভাগত গীতিকাৰজনে একোখন চিত্ৰ ৰূপায়ণ কৰিছে। তাৰ বাবে তেখেতে অভিজ্ঞতালব্ধ জ্ঞানৰ ভঁৰালৰ পৰা সমল আহৰণ কৰিছে। কবিতাৰ সকলোবোৰ প্ৰাথমিক উপাদানেৰে পুষ্ট তেখেতৰ গীতি ৰচনাৰ অন্যতম বৈশিষ্ট হৈছে প্ৰাঞ্জল বৰ্ণনা। স্বচ্ছন্দ গতিত আগবঢ়া একোটা বৰ্ণনা সম্পূৰ্ণ কৰে একাধিক খণ্ডচিত্ৰৰে। চিত্ৰবোৰ কেতিয়াবা অৱয়বৰ কেতিয়াবা অনুভূতিৰ। হাজৰিকাৰ গীতৰ কথাংশত সাধাৰণতে শব্দই তাৰ আক্ষৰিক অৰ্থতকৈ বৃহত্তৰ অভিব্যঞ্জনা আনি দিব পাৰে। শব্দই শব্দাতীত অৰ্থ, ভাব আৰু অনুভূতিৰ বাহকৰূপে কাম কৰে। হাজৰিকাৰ ব্যঞ্জনা বেছি ভাগ প্ৰতীকধৰ্মী। অৱশ্যে প্ৰতীকী ব্যঞ্জনাসমূহ পাঠক-শ্ৰোতাৰ বাবে দুৰূহ নহয়; সেয়ে সহজে গ্ৰহণযোগ্য।

ভূপেন হাজৰিকাৰ গীতিৰচনাত শ্ৰুতি মাধুৰ্য প্ৰদান কৰিছে শব্দাৱলীৰ বন্ধন আৰু কম্পনে। ছন্দোময় ৰচনাত বন্ধন আৰু কম্পনৰ মাজত এক পাৰস্পৰিক কাৰ্যকাৰিতা আছে। বাধা নাপালে বোৱঁতী পানী কেৱল বৈ যায় আৰু বৈ যায়। বাধাত ঠেকা নাখালে বোৱতী পানীত তৰংগ নহয়। ফলত পানীত কম্পন নহয়। কম্পন নহ'লে শব্দ বা ধ্বনি নহয়। পদাৰ্থ বিজ্ঞানীয়ে শব্দৰ কম্পনাংক আৰু কম্পনাংকনৰ জোখ ডেচিবেলত জুখি উলিওৱাৰ কৌশল জানে। গীত আৰু কবিতাত কবিয়ে সেই কৌশল প্ৰয়োগ কৰে। সংগীতৰ তালে আৰু কাব্য ৰচনাত ছন্দবন্ধই তেনে ধ্বনি-তৰংগ বা কম্পন সৃষ্টি কৰে আৰু নিয়ন্ত্ৰণো কৰে। গীতৰ কথাত বন্ধন নিয়মিত হ'লে তালো আপুনা আপুনি নিয়মিত হয়। অৰ্থাৎ এটা নিৰ্দিষ্ট বন্ধনৰ মাজত শব্দৰাশি গ্ৰথিত হ'লে সেই শব্দৰাশিৰ তৰংগবো নিৰ্দিষ্ট পৰিমাপ থাকে। এই তাত্ত্বিক কথাটি হাজৰিকাৰ গীতৰ ছন্দবন্ধই বিশ্বাসযোগ্য ভাবে প্ৰতিপন্ন কৰিছে। হাজৰিকাৰ গীতিৰচনাত ছন্দৰ সৌন্দৰ্য দুগুণে বৃদ্ধি কৰিছে ধ্বনি সাম্যই। ধ্বনিসাম্য প্ৰধানকৈ নিৰ্ভৰ কৰিছে আনুপ্ৰাসিক পদাৱলীৰ ওপৰত। সুনিবদ্ধ শব্দমালা প্ৰস্তুত হৈছে একোটা গভীৰ আৰু ব্যাপক অৰ্থ দিবৰ বাবে। তাৰ বাবে গীতিকাৰজনে অতি সঘনে বিবিধ অৰ্থালঙ্কাৰ ৰচনা কৰিছে। ইতিমধ্যে একাধিক প্ৰবন্ধত হাজৰিকাৰ গীতৰ কাব্য-সুষমা আলোচনা কৰোঁতে অলঙ্কাৰ-ছন্দ-ৰস আদি কাব্য উপাদান মই বিস্তৃত ভাবে বিশ্লেষণ কৰি দেখুৱাইছোঁ। বৰ্তমান এই সংক্ষিপ্ত প্ৰস্তাৱনাটিত উক্ত বিষয় সমূহ বিস্তৃত ভাবে আলোচনা কৰাৰ অৱকাশ নাই। তথাপি পুনৰ দোহাৰি থব খুজিছোঁ যে কবি সুলভ অনুভূতিৰ দ্বাৰা প্ৰণোদিত হৈ ড০ হাজৰিকাই আগবঢ়োৱা ছন্দোময় ৰচনাৰ সম্ভাৰটি সকলোবোৰ কাব্যিক সুষমাৰে মণ্ডিত।

কেৱল সুন্দৰ কবিতা হোৱাৰ বাবেই যে সেইবোৰ গীত ৰূপেও সাৰ্থক হৈছে তেনে নহয়: কিয়নো কবিতাত সুৰ দিলেই গীত নহয়। বৰং গীত কৰি গাবলৈ বুলি ৰচা কবিতাবোৰত এনে এক আবেদন থাকিব লাগে, যি ৰসিকজনৰ বুদ্ধি আৰু হৃদয় একেলগে খিতাতে তৰাই তুলিব পাৰে। হাজৰিকাৰ ৰচনাৰ তেনে ৰূপ-ৰস-গন্ধ-স্পৰ্শ-শব্দৰ মন্ময় অভিজ্ঞতাৰে শ্ৰোতাক খিতাতে বান্ধ কৰি তোলে। হাজৰিকাৰ গীতৰ কথাত ৰজিতা খাই পৰা সুৰ-সংগীতে সেয়েহে যি কোনো শ্ৰোতাক তন্ময় কৰি তুলিবও পাৰে।

(৩)

তৰণী পাঠক আৰু মনোমতী পাঠক ডাকুৱাই 'ড০ ভূপেন হাজৰিকাৰ গীত সমগ্ৰৰ চমু বিশ্লেষণ' নামৰ বৰ্তমানৰ গ্ৰন্থখনত গীতিকাৰজনে উনৈশ শ সাতত্ৰিশ চনৰ পৰা দহেজাৰ সাত চনলৈকে ৰচনা কৰা, সুৰাৰোপ কৰা, আৰু পৰিবেশন কৰা সকলো গীত একত্ৰ সংকলন কৰি আগবঢ়াইছে। ফলত গীতখিনি সকলোৰে বাবে সহজলভ্য হোৱাৰ উপৰিও সংৰক্ষণৰ সুব্যৱস্থা লোৱা হৈছে। প্ৰতিটো গীতৰ লগত সংযোগ কৰা টোকা, একোটিত গীত একোটিৰ জন্ম-কাহিনী কৈ গৈছে। এনেদৰে একোটি ৰচনাৰ পটভূমি আৰু আঁৰৰ ইতিহাস উদ্‌ঘাটিত হৈছে। 'ৰ'দ পুৱাবৰ কাৰণে', 'কত জোৱানৰ মৃত্যু হ'ল' 'জোনাকৰে ৰাতি' আদিৰ দৰে প্ৰসিদ্ধ গীত একোটিৰ পৰিবেশনৰ সংবাদো সংকলকে দি গৈছে। তেনেদৰে গ্ৰন্থখনত অনেক ঐতিহাসিক তথ্য সামৰি লোৱা হৈছে। চিন্তাবিদ গীতিকাৰ গৰাকীৰ ৰাজনৈতিক, সমাজনৈতিক আৰু দাৰ্শনিক দৃষ্টিভংগীৰ লগতে আদৰ্শ তথা প্ৰেৰণাৰ বিষয়েও লিখক দ্বয়ে আলোচনা কৰিছে। গীত বিশেষে তাল-মান আদি উল্লেখ কৰাৰ লগতে সুৰৰ উৎসও জনাই গৈছে। তেনে আলোচনাত দেশী-বিদেশী সংগীতৰ বিষয়ে কিঞ্চিত বিস্তৃত উল্লেখ কৰি যোৱা হৈছে। এই প্ৰতিটো গীতৰ অৰ্থ, তাৎপৰ্য আৰু উদ্দেশ্য লিখক দ্বয়ে সৰল ভাষাৰে দাঙি ধৰিছে। অতৱোৰ সমলেৰে সৈতে গ্ৰন্থখনে অনুসন্ধিৎসুসকলৰ যে বহু প্ৰয়োজন পূৰাব পাৰিব তাত সন্দেহ নাই। ড০ হাজৰিকাৰ দ্বাৰা ৰচিত আৰু পৰিবেশিত গীতসমূহৰ সংৰক্ষণৰ দৰে এক প্ৰশংসনীয় উদ্দেশ্য আগত ৰাখি দুয়ো গৰাকী সংকলক— লিখকে যথেষ্ট পৰিশ্ৰম আৰু আন্তৰিকতাৰে এই সংকলনটি প্ৰকাশ কৰিবলৈ লৈছে। আমাৰ বোধেৰে অসমীয়া গীতি-সাহিত্যৰ অধ্যয়ন আৰু গৱেষণাত ব্ৰতী সকলক এই গ্ৰন্থখনে বহু তথ্যৰে সহায় কৰিব পাৰিব। এই গ্ৰন্থৰ সফলতাৰ বাবে আন্তৰিক শুভকামনা জনাইছোঁ।।

ইতি

(signature)

( ড০ মালিনী গোস্বামী )
বিভাগীয় প্ৰধান
অসমীয়া বিভাগ
গুৱাহাটী বিশ্ববিদ্যালয়
ইং ০২ ০৫ ২০০৯

মই য'তে নাথাকোঁ মোৰ মনটো থাকে অসমত।

*ভূপেন হাজৰিকা*

# প্ৰকাশকৰ দুআষাৰ

জ্যোতিপ্ৰসাদে কৈছিল —'অসমীয়া ভাষা জগত সভালৈ যাব।' হয়, অসমীয়া ভাষা জগত সভালৈ যাব —যাব লাগিব। জ্যোতিপ্ৰসাদৰ সেই সপোন দিঠকত পৰিণত কৰিব লাগিব তেওঁৰেই উত্তৰ পুৰুষ সকলে, -অৰ্থাৎ আমি। অসমৰ গাতে লাগি থকা পশ্চিম বঙ্গৰ বঙালী ভাষা ইতিমধ্যে জগত সভালৈ গ'ল প্ৰায় এশ বছৰ আগতে। ৰবীন্দ্ৰ নাথ ঠাকুৰে 'গীতাঞ্জলী'ৰ বাবে নবেল পুৰস্কাৰ পালে ১৯১৩ চনত। কিন্তু অসম সাহিত্য সভাৰ জন্ম হ'ল ১৯১৭ চনত। অৰ্থাৎ ৰবি ঠাকুৰে নবেল পোৱাৰ চাৰি বছৰ পাছত। ইয়াৰ পৰাই বুজা যায় আমি ভাষা সাহিত্যৰ ক্ষেত্ৰত কিমান পিছ পৰি আছোঁ। অথচ খৃঃ চতুৰ্দশ শতিকাতে মাধৱ কন্দলীৰ দ্বাৰা বাল্মিকী বিৰচিত ৰামায়ণ ভাৰতীয় প্ৰান্তীয় ভাষা সমূহৰ ভিতৰত অসমীয়া ভাষাতে পোন প্ৰথমে অনূদিত হয়। ইয়াৰ প্ৰায় এশ বছৰ পিছতহে কীৰ্তিবাসী ৰামায়ণ বঙালী ভাষাত অনূদিত হয়। ইয়াৰোপৰি অসমীয়া ভাষাত হেম সৰস্বতী, ৰুদ্ৰ কন্দলী, হৰিবৰ বিপ্ৰ, কবিৰত্ন সৰস্বতী, আদি কবি সকলৰ উপৰিও শঙ্কৰ-মাধৱ গুৰু দুজনাই কীৰ্তন ঘোষা, নামঘোষা ৰচিছিল। দুখৰ বিষয়, বৃটিছৰ প্ৰথম শাসন কালত বঙালী কেৰাণী, মহৰিহঁতৰ প্ৰৰোচনাতে অসমত অসমীয়া ভাষা লুপ্ত প্ৰায় হৈছিল ১৮৩৬ চনৰ পৰা ১৮৭৩ চনলৈ এই ৩৬ বছৰ ধৰি। অসমৰ স্কুল-কাছাৰীৰ পৰা অসমীয়া ভাষা উঠি গৈ বঙালী ভাষা প্ৰ বৰ্তন হৈছিল। খৃষ্টীয়ান মিছনেৰীসকল, আনন্দৰাম ঢেকীয়াল ফুকন আদিৰ অশেষ প্ৰচেষ্টাত অসমত অসমীয়া ভাষা পুনৰ উদ্ধাৰ হ'ল। ইয়াৰ পিছত লক্ষ্মীনাথ বেজবৰুৱা, পদ্মনাথ গোহাঞিবৰুৱা আদিৰ তত্ত্বাৱধানত আধুনিক অসমীয়া ভাষাই পুনৰ গা কৰি উঠিল। সম্প্ৰতি এই ভাষাই বিশ্বৰ অন্য সমৃদ্ধিশালী ভাষা সমূহৰ খোজত খোজ মিলাই আগবাঢ়ি আছে আৰু সোপান বগাই ভবিষ্যতেও অধিক সমৃদ্ধিশালী হোৱাৰ পথত।

অসমীয়া ভাষাত গীতৰ বিশ্লেষণমূলক কিতাপ নাই বুলিয়েই ক'লে হয়তো ভুল কোৱা নহ'ব। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ড' ভূপেন হাজৰিকা অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ এজন বিদগ্ধ পণ্ডিত। তেওঁৰ ৰচনা সমূহে (গদ্য-গীত, কবিতা, নাটক) আধুনিক অসমীয়া সাহিত্যক ওখ আসনত উপবিষ্ট কৰালে। বিশেষকৈ তেওঁৰ গীতি সাহিত্যই অসমীয়া সাহিত্যৰ মান বহু ওখ খাপত উপস্থাপন কৰিলে। সেয়েহে তেওঁৰ গীতি সাহিত্যৰ সমলখিনি বিশ্লেষণ তথা মূল্যায়ন কৰি চোৱাৰ প্ৰয়োজন আহি পৰিছে। কাৰণ অসমৰ সাম্প্ৰতিক পৰিস্থিতিত তেওঁৰ গীত সমূহৰ প্ৰাসঙ্গিকতা আছে। তেওঁৰ গীতসমূহ সমূহ অসমীয়াৰ বাবে। তেওঁৰ গীতত সন্নিবিষ্ট হৈ আছে অসমীয়া জাতি সত্তা —অসমৰ অতীত, বৰ্তমান আৰু ভবিষ্যতৰ সপোন। বিভিন্ন দিশত, বিভিন্ন বিষয়ৰ ওপৰত তেওঁ সূক্ষ্ম পৰ্যবেক্ষণ কৰিছে আৰু অসম-অসমীয়াৰ সৰ্বাঙ্গীন মঙ্গলৰ হকে গীতেৰে সময়ত সকিয়নী আৰু উপদেশ আগবঢ়াইছে। মহামূল্যবান সেই উপদেশ সমূহ কাৰ্যকৰী নোহোৱাৰ আশঙ্কাত আক্ষেপৰ সুৰত আকৌ গাইছে –'গীতৰ ভাষাৰে মই বহু সকিয়ালোঁ তাক, গীত বুলিয়েই মাথোন ল'লা'। সেয়েহে সাম্প্ৰতিক কালত 'ড' ভূপেন হাজৰিকাৰ গীত সমগ্ৰৰ চমু বিশ্লেষণ' কিতাপখনৰ প্ৰাসঙ্গিকতা আছে।

তৰণী পাঠক আৰু মনোমতী পাঠক ডাকুৱাই যোৱা প্ৰায় চাৰি বছৰ ধৰি যথেষ্ট কষ্ট কৰি ভূপেনদাৰ ৰচিত সকলোবোৰ গীত সংগ্ৰহ কৰি তাৰ চমু বিশ্লেষণ আগবঢ়াইছে অসমৰ সমূহ পঢ়ুৱৈৰ বাবে। ইয়াৰ বাবে ভূপেনদাই তেওঁলোকক লিখিত অনুমতি প্ৰদান কৰিছে। আমাৰ মৰমৰ ভূপেনদাৰ মই প্ৰাণ ভৰি ভালপোৱা এই গীতসমূহৰ বিশ্লেষণ মূলক এই মহামূল্যবান কিতাপখন প্ৰকাশ কৰিবলৈ পাই আমি নথৈ আনন্দিত হৈছো আৰু নিজকে ধন্য মানিছো। কিতাপখন পঢ়ুৱৈ ৰাইজে আদৰি ল'লে আমাৰ প্ৰচেষ্টা সাৰ্থক হ'ব।

প্ৰকাশক

বিদেশত মই অসমীয়া গীতৰ ধ্বজা পুতিবলৈ যাওঁ।

*ভূপেন হাজৰিকা*

# ড° ভূপেন হাজৰিকাৰ চমু জীৱনপঞ্জী

মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ পিছতেই অসমৰ কলা-সংস্কৃতিৰ আকাশখন উজ্জ্বলাই তোলা এটি উজ্জ্বল নক্ষত্ৰ হ'ল স্বনামধন্য, বিশ্ববৰেণ্য শিল্পী ড' ভূপেন হাজৰিকা। কলাবিদ হাজৰিকা এজন মানৱপ্ৰেমী, সমাজ সচেতক, সমাজ সংগঠক, দেশ আৰু জাতিৰ ভৱিষ্যত শুভচিন্তক, স্বদেশ-স্বজাতি প্ৰেমী। কলা সংস্কৃতিৰ সাধনাৰ জৰিয়তেই তেওঁ গুৰি ধৰিছিল সমাজ সংগঠনৰ, জাতি গঠনৰ। তেওঁ বিচাৰে পাহাৰ-ভৈয়ামৰ সাম্ৰখি অসূয়া-অশান্তি, বিভেদ-বিচ্ছিন্নতাবাদক নিৰ্মূল কৰি ঐক্য-সমন্বয়-সম্প্ৰীতি সমৃদ্ধ এখন সুবিশাল সুন্দৰ অসম য'ত নাথাকে জাতিভেদ, শ্ৰেণীভেদ আৰু শোষণ। তেওঁ বিচাৰে তেওঁৰ প্ৰাণৰ অসমৰ তথা ভাৰতৰ প্ৰতিজন নাগৰিকেই জ্ঞানৰ জ্যোতিৰে জ্যোতিস্মান হওঁক, বিজ্ঞান প্ৰযুক্তিৰে পৃথিৱীৰ অন্যান্য দেশতকৈও উন্নতিৰ বাটত আগবাঢ়ক। অসমৰ (ভাৰতৰ) গাওঁবোৰ উন্নত হওঁক; গাওঁৰ ডেকা-গাভৰুবোৰ শিক্ষা-দীক্ষা, বিজ্ঞান-প্ৰযুক্তিৰে উন্নতহৈ বিশ্বক প্ৰতিনিধিত্ব কৰক, মানৱ জাতিৰ কল্যান সাধক। এই সকলো চিন্তা তেওঁ তেওঁৰ গীতৰ মাজেৰেই প্ৰকাশ কৰিছে। কাৰণ তেওঁৰ প্ৰকাশৰ মাধ্যমটোৱেই হ'ল গীত। যুঁজিবলৈও অস্ত্ৰ গীতেই -- এই কথাও তেওঁ গীতেৰেই প্ৰকাশ কৰিছে যদিও চৌষষ্ঠি কলাৰ আটাইখিনিয়েই তেওঁৰ মাজত বিদ্যমান।

ড' ভূপেন হাজৰিকা হাড়ে হিমজুৱে লুইতপৰীয়া। ১৯২৬ চনৰ চেপ্তেম্বৰ মাহৰ ৮ তাৰিখে এই গৰাকী মহান শিল্পীৰ বিশাল লুইতৰ পাৰত শদিয়াত (বৰ্তমান অৰুণাচল) জন্ম হয়। তেওঁৰ পিতৃ নীলকান্ত হাজৰিকা আৰু মাতৃ শান্তি প্ৰিয়া হাজৰিকা। তেওঁৰ ককাক আছিল বংশীধৰ হাজৰিকা। বংশীধৰ হাজৰিকাৰ পিতৃ আছিল নগা হাজৰিকা। বংশীধৰ হাজৰিকা শিক্ষক আছিল। তেওঁ নাজিৰাত এখন স্কুল পাতিছিল। সেইখনেই বৰ্তমানৰ নাজিৰা চৰকাৰী হাইস্কুল। ইফালে মাকৰ দেউতাক অৰ্থাৎ মাকৰ ফালৰ ককাক গুৱাহাটীৰ ভৰলুমুখৰ ৰতি কান্ত দাসও এজন শিক্ষক আছিল।

নীলকান্ত হাজৰিকাই নাজিৰাৰ পৰা মেট্ৰিক পাছ কৰি উচ্চ শিক্ষা লাভাৰ্থে গুৱাহাটীলৈ আহে আৰু কটন কলেজত ভৰ্তি হয়। তেওঁ ভৰলুমুখৰ ৰতিকান্ত দাসৰ ঘৰৰ চৌহদৰ এটি ভাৰা ঘৰত আছিল। তাতেই শান্তি প্ৰিয়াৰ সৈতে চিনাকী আৰু প্ৰেমৰ সূত্ৰপাত হয় আৰু বি, এ পাছ কৰাৰ পিছত দুয়োৰে মাজত বিবাহ সম্পন্ন হয়। পিছত তেওঁ শদিয়াৰ এম, ই স্কুল এখনত শিক্ষকৰ চাকৰি পায়। পত্নী শান্তি প্ৰিয়াকো শদিয়ালৈ লগত লৈ যায়। তাতেই ওপৰোক্ত তাৰিখত এটি ল'ৰা সন্তান জন্ম হয়। -- নাম থলে 'ভূপেন'।

নীলকান্ত হাজৰিকাই কটন কলেজিয়েট হাইস্কুলৰ শিক্ষকৰ চাকৰি পাই পুনৰ গুৱাহাটীলৈ উভতি আহিল। তেওঁ সপৰিয়ালে শহুৰেক ভৰলুমুখৰ ৰতি মাষ্টৰৰ ঘৰতে থাকিবলৈ ললে আৰু তাৰে পৰাই চাইকেলেৰে কটন কলেজিয়েট স্কুললৈ অহা যোৱা কৰিবলৈ ধৰিলে। ৰতি মাষ্টৰৰ ঘৰখনত সঙ্গীতৰ সুপৰিৱেশ এটা আছিল। তেওঁৰ বৰ পুত্ৰ অনাথ বন্ধু যি জনে কটন কলেজত পঢ়ি থাকোঁতেই মাথোঁ তেইছ বছৰ বয়সতে অকাল মৃত্যু বৰণ কৰিছিল। তেওঁ এজন সুদক্ষ চেতাৰ বাদক আৰু ভাল সঙ্গীত শিল্পী আছিল। তেওঁ গীত গাই যথেষ্ট সুনাম আৰ্জিছিল। শিশু ভূপেনৰ গাত তেওঁৰ লক্ষণ দেখি পুত্ৰহাৰা আইতাকৰ ভূপেন 'অনাথ'ৰ পুনৰ্জনম বুলি প্ৰতীয়মান হৈছিল। সেয়েহে আইতাকে জীয়াই থকালৈকে ভূপেনক 'ভূপেন' বুলি নামাতি 'অনাথ' বুলিহে মাতিছিল। মোমায়েকৰ ঘৰখনত হাৰমনিয়াম, তবলা আদি বাদ্যযন্ত্ৰ আছিল। মাহীয়েক ভৱপ্ৰিয়া দাস শিক্ষয়ত্ৰী আছিল। তেওঁ ভূপেনক নতুনকৈ এখন হাৰমনিয়াম কিনি আনি দিলে। সেইখন তেওঁ বজাবলৈ আৰম্ভ কৰিলে। মাক শান্তিপ্ৰিয়া এজনী সুকণ্ঠী গায়িকা আছিল। তেওঁৰ ওঁঠেৰে অবিৰাম বৰগীত, লোকগীত, বিয়া নামৰ সুৰ নিজৰিছিল। শিশু ভূপেনে সেই গীতবোৰ, সুৰবোৰ আয়ত্ব কৰিলে। এনেকুৱা সঙ্গীতময় পৰিৱেশত তেওঁ সঙ্গীতৰ প্ৰতি আকৃষ্ট হৈছিল জনমৰে পৰাই হয়তো মাতৃগৰ্ভৰ জঠৰ পৰাই। এনেদৰেই ঘৰতেই তেওঁৰ সঙ্গীতৰ শিক্ষা আৰু চৰ্চা আৰম্ভ হৈছিল।

১৯৩০ চনৰ ৩০ জানুৱাৰীৰ দিনা কটন কলেজিয়েট স্কুলত এখন ৰাজহুৱা সভা অনুষ্ঠিত হৈছিল। সেই সভাত এটি চাৰি বছৰীয়া শিশুৱে নিজে হাৰমনিয়াম বজাই এটি সুন্দৰ গীত পৰিবেশন কৰে । সেই সভাৰ সভাপতি সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই গীত শুনি মুগ্ধ হৈ নিজৰ বহা আসনৰ পৰা উঠি গৈ নিজৰ তামোলখোৱা মুখখন ধুই শিশুটিৰ গালত চুমা এটি খাই কৈছিল –'বৰ ডাঙৰ শিল্পী হ'ব এওঁ' । সেয়াই আছিল তেওঁৰ 'গীতৰ সভাৰ প্ৰধান অলঙ্কাৰ' শ্ৰোতা ৰাইজৰ তেওঁৰ প্ৰতি প্ৰথম আশীৰ্বাদ আৰু আবিষ্কাৰ।

পৰিয়ালৰ জ্যেষ্ঠসকলৰ অধিকাংশই শিক্ষক হোৱা বাবে মৰমৰ ভূপেনক ঘৰতে শিকাই ক খ আদি শ্ৰেণী নপঢ়াকৈয়ে ১৯৩৩ চনত মাথোঁ ছবছৰ বয়সত ভৰলুমুখৰ সোণাৰাম স্কুলৰ তৃতীয়মান শ্ৰেণীত নাম লগাই দিয়ে । সেই সময়ত আৰ্ল ল কলেজত ৰাতিপুৱাও ক্লাছ হৈছিল । নীলকান্ত হাজৰিকাই ৰাতি পুৱাৰ ক্লাচত ভৰ্তি হৈ 'ল' পাছ কৰে । ১৯৩৫ চনত তেওঁ Sub Inspector of School হৈ পৰিয়াল সহ ধুবুৰীলৈ যায় । ধুবুৰী প্ৰাইমাৰী স্কুলত ভূপেনক নাম লগাই দিয়ে । ধুবুৰীতেই তেওঁ সেই সময়ৰ বিখ্যাত লোকগীতৰ শিল্পী আব্বাছউদ্দিনক দেখা পোৱাৰ আৰু লগ পোৱাৰ সৌভাগ্য ঘটিছিল । ধুবুৰীত ৰঘুনাথ চৌধুৰীৰ 'দহিকতৰা' গাই তেওঁ ফ'কাছ পালে । এয়া হ'ল তেওঁৰ দ্বিতীয়টো প্লেটফৰ্ম । ধু বুৰীত তেওঁলোক ছমাহমান আছিল। ১৯৩৬ চনত নীলকান্ত হাজৰিকাই A. C. S পাছ কৰি S D C হৈ পৰিয়াল সহ তেজপুৰলৈ যায়। ভূপেন হাজৰিকাই তৃতীয়, চতুৰ্থ আৰু পঞ্চম শ্ৰেণী গুৱাহাটী আৰু ধুবুৰীত পঢ়ি ষষ্ঠ শ্ৰেণীত তেজপুৰ হাইস্কুলত নাম লিখে । তেজপুৰত শঙ্কৰদেৱৰ তিথিত মাকে শিকাই দিয়া 'জয় জয় যাদৱ জলনিধি যাধৱ ধাতা' বৰগীতটো গাই নাম কৰে । এয়া হ'ল তেওঁৰ তৃতীয় প্লেটফৰ্ম । তেতিয়াৰ পৰাই তেওঁ জ্যোতি প্ৰসাদ আগৰৱালা আৰু বিষ্ণু প্ৰসাদ ৰাভাৰ নজৰত পৰে আৰু সান্নিধ্য লাভ কৰে । ১৯৩৭ চনত তেওঁ প্ৰথমটো গীত 'কুসুম্বৰ পুত্ৰ শ্ৰী শঙ্কৰ গুৰুৱে' ৰচে । এই সময়তে তেওঁ আফগানিস্থানৰ পৰা চাইকেলেৰে ঘূৰি অহা কমলনাৰায়ণ চৌধুৰীৰ পৰা এটা গজল শিকিলে। এই বছৰতে তেওঁ জ্যোতিপ্ৰসাদ আৰু বিষ্ণুপ্ৰসাদৰ লগত কলিকতালৈ যায় জয়মতী কুঁৱৰী আৰু শোণিত কুঁৱৰী ৰেকৰ্ড নাট দুখনত নাৰী কণ্ঠত গীত ৰেকৰ্ডিং কৰিবলৈ। 'সখিহে কি কমে দুখৰে কথা' গীতটো কান্দি কান্দি জয়মতীয়ে গাব লাগে। ইয়াৰ পিছত জ্যোতিপ্ৰসাদেভূপেনৰ কণ্ঠত আন এখন ৰেকৰ্ড কৰাৰ কথা ভাবিলে। সেইমতে বিষ্ণুৰাভাই ষ্টুডিঅ'তেই 'উলাহতে নাচি বাগি হ'লি বিয়াকুল' আৰু 'কাষতে কলচী লৈ যায় ঐ ৰচকী বাই' গীত দুটি ৰচে আৰু জ্যোতি বিষ্ণু যুতিয়ে লগে লগে সুৰ সংযোজন আৰু বাদ্য সংগত কৰি চেনোলা মিউজিকেল প্ৰোডাক্টচ্ কোম্পানীত ৰেকৰ্ডিং কৰে। তেতিয়া বঙ্গদেশৰ 'ৰেকৰ্ড সঙ্গীত' নামৰ পূজা সংখ্যাৰ আলোচনীখনৰ বেটুপাটত 'ভূপেন হাজৰিকা'ৰ ফটো। বেটুপাটৰ গোলাকাৰ ফটোখনৰ তলত লিখা হৈছিল—'আমাদেৰ কণিষ্ঠতম শিল্পী।' ছবিখনত তেওঁৰ ডিঙিত এটা সোণৰ মেডেল ওলমি আছিল । মেডেলটো তেওঁ তাতেই উপহাৰ পাইছিল। ১৯৩৭ চনত এই ৰেকৰ্ডখন প্ৰকাশ পায়।

১৯৩৯ চনত তেওঁ প্ৰথম কথাছবিৰ গীতত কণ্ঠদান কৰে। তেওঁ জয়মতীত ল'ৰাৰজাৰ ভাওত আৰু ইন্দ্ৰ মালতীত গৰখীয়াৰ ভাওত অভিনয় কৰে। তেওঁ বিষ্ণুৰাভাৰ 'আজলী হিয়াৰ মাজে বিজুলী বাণ মাৰে' অসমীয়া গজল বা প্ৰেমৰ গীত ৰেকৰ্ডিং কৰে ষষ্ঠ শ্ৰেণীতেই। সেই বছৰতেই তেওঁ পিতৃ নীলকান্ত হাজৰিকা ৰচিত 'অ' মইনা কেতিয়া আহিলি তই' বনগীতটিত সুৰাৰোপ কৰি সুৰকাৰ ৰূপে আত্ম প্ৰকাশ কৰে। এই চনতে তেওঁৰ গীত লিখাৰ হেপাহ হয় আৰু সেই সময়ৰ সামাজিক পৰিস্থিতিৰ প্ৰতি বিতুষ্ট হৈ সমাজ সেৱাৰ মনোভাবেৰে মাৰ্কচ্‌বাদী ভাবধাৰাৰ দ্বিতীয়টো গীত 'অগ্নিযুগৰ ফিৰিঙতি মই নতুন ভাৰত গঢ়িম' ৰচি সুৰ দিয়ে । গীতটো বিষ্ণুৰাভাই ১৯৪৮ চনত ফণী শৰ্মাৰ 'চিৰাজ' চিনেমাত দিলে আৰু অসমৰ পৰিৱেশৰ লগত খাপ খোৱাকৈ 'নতুন ভাৰত'ৰ ঠাইত 'নতুন অসম' শব্দ দুটা ব্যৱহাৰ কৰিলে । তেওঁ কালিয় দমন, বকাসুৰ বধ আদি ভাওনাত নাচিছিলও । কলিকতালৈ গীত গাবলৈ যাওঁতে তেওঁৰ স্কুল খতি হৈছিল যদিও গীতে পঢ়া-শুনাত যাতে বাধাৰ সৃষ্টি নকৰে তাৰে প্ৰতি লক্ষ্য ৰাখি মাকে লগত পাঠ্যপুথিবোৰো দি পঠিয়াইছিল আৰু জ্যোতিপ্ৰসাদক

পঢ়া-শুনাত নজৰ ৰাখিবলৈ অনুৰোধ কৰিছিল । জ্যোতিপ্ৰসাদেও সেই মতে তত্ত্বাৱধান লৈছিল । সেই সময়ত পাঠ্যপুথিৰ বাহিৰেও ওপৰঞ্চি জ্ঞান লাভ কৰিবলৈ তেনে কোনো কিতাপ পত্ৰ পঢ়িবলৈ পোৱাৰ সুযোগ নাছিল । কিন্তু শিক্ষানুৰাগী দেউতাকে বহু কষ্ট কৰি 'Book of Knowledge'ৰ দহটা খণ্ড কিনি দিছিল । তাত ৰাফেল, লিওনাৰ্ডো ভিঞ্চি, মাইকেল এঞ্জেলো আদিৰ বিষয়ে পঢ়িছিল, বঙালীতে লিখা 'বিলাতৰ সাধু' আদিও কলিকতাৰ পৰা মগাই আনি পঢ়িছিল । এই কিতাপবোৰৰ ভিতৰত হিটলাৰৰ 'Mein Kemf'(মোৰ জীৱন বৃত্তান্ত) আৰু গান্ধীজীৰ 'মোৰ সত্য অন্বেষণৰ কাহিনী' কিতাপ দুখন তেওঁ অতি মনোযোগেৰে পঢ়িছিল।

ন বছৰ বয়সতে ৰচা তেওঁৰ জীৱনৰ প্ৰথম গীতটোৰ বিষয় বাছনিয়েই হ'ল আশ্চৰ্য্যৰ বিষয় । যি বয়সত সমনীয়া অন্য শিশুৱে লৰি ঢাপৰি, খেলি ধূলি সময় অতিবাহিত কৰিছিল সেই বয়সতে এনে এটি গভীৰ বিষয় তেওঁ ভাব জগতত বিচৰণ কৰিছিল – ধৰ্মৰ ডোলেৰে বান্ধি মহা অসমীয়া জাতি গঢ়ি বৰ অসম গঢ়াৰ প্ৰচেষ্টা ৰত মহান সমাজ সংস্কাৰক গুৰু শ্ৰীশঙ্কৰদেৱক লৈ 'কুসুম্বৰ পুত্ৰ শ্ৰীমন্ত শঙ্কৰে ধৰিবলে নামৰে তান' গীতটো ৰচিছিল। আধ্যাত্মিক ভাৱৰ পৰশ পোৱা এই গীতটি ৰচনাৰ পৰিবেশ আৰু প্ৰেৰণাৰ উৎস আছিল তেওঁৰ ঘৰখন – মাক-দেউতাক, মামা-মাহী, ককাক-আইতাক। গতিকে দেখা যায়, হাজৰিকাদেৱৰ গীত ৰচনাৰ ঘাই শিপাডালেই পোত খাই আছিল অসমৰ বতাহ, পানীৰে পুষ্ট হৈ অসমৰ মাটিত – যিজনে ঐক্য-সমন্বয়েৰে এখন সুন্দৰ সবল, সুবিশাল অসম গঢ়াৰ প্ৰচেষ্টাত ৰত আছিল সেই শ্ৰীমন্ত শঙ্কৰৰ চৰণ বন্দনাৰে, তেওঁৰ মহিমাৰে, তেওঁৰ আৱৰ্তমানত হোৱা শূন্যতাত হোৱা দুখৰ অনুভৱেৰে।

দ্বিতীয় গীতটি ৰচিছিল হাউ গুদু খেলি, বাৰীৰ আম জাম খাই দুষ্টালি কৰি ফুৰা বয়স তেৰ বছৰ বয়সতে নিজকে অগ্নিযুগৰ 'ফিৰিঙতি' বুলি প্ৰতিপন্ন কৰি 'নতুন ভাৰত' গঢ়াৰ প্ৰতিশ্ৰুতিৰে – সৰ্বহাৰাৰ সৰ্বস্ব ফিৰাই অনাৰ প্ৰতিশ্ৰুতিৰে, ধৰ্মৰ নামত চলা ব্যৱসায় বন্ধ কৰাৰ প্ৰতিশ্ৰুতিৰে, ন্যায় সাম্য মৈত্ৰী আৰু একতাৰ প্ৰতিষ্ঠাৰ বাবে বিদ্ৰোহী ভাৱাপন্ন গীত 'অগ্নিযুগৰ ফিৰিঙতি মই নতুন ভাৰত গঢ়িম' বুলি । কাৰণ সেই সময়ত পৰাধীন ভাৰতত স্বাধীনতাৰ যুঁজ আৰম্ভ হৈছিল। বৃটিছৰ শাসন শোষণ, বৃটিছ চৰকাৰৰ অধীনত চাকৰি কৰা ৰায়বাহাদুৰ, মৌজাদাৰ, পুলিচ, চিপাহী আদিৰ শাসন শোষণ, অত্যাচাৰত দেশৰ প্ৰজা জৰ্জৰিত হৈছিল । সেই পৰিবেশ অসমতো আছিল । হাজৰিকাদেৱে সৰু কালত স্বচক্ষে সেই পৰিবেশ দেখা পাইছিল। 'সৰ্বহাৰাৰ সৰ্বস্ব ফিৰাই অনা' অৰ্থাৎ মাৰ্কস্‌বাদী ভাৱধাৰাৰ এই গীতটো লিখাৰ সময়ত হাজৰিকাদেৱে মাৰ্কস্‌বাদ পঢ়া বা শিকা নাছিল । কিন্তু মাৰ্কস্‌বাদী এই কথাবোৰ শুনিছিল তেওঁৰ গুৰু জ্যোতি-বিষ্ণু যুতিৰ পৰা । আনহাতে সেই কালৰ দেশৰ পৰিস্থিতিয়েও তেওঁক বিদ্ৰোহী ভাৱাপন্ন কৰি তুলিছিল । এফালে দেশৰ স্বাধীনতা আন্দোলন আনফালে দ্বিতীয় মহাযুদ্ধ। সমাজখন কুসংস্কাৰ, অন্ধবিশ্বাস, জাত পাত, বৰ্ণ বৈষম্য, ভেদাভেদ আৰু ধৰ্মৰ নামত ব্যৱসায় আদিৰে ভৰা। আনকি তেওঁ বাস কৰা গুৱাহাটীৰ ভৰলুমুখ অঞ্চলত সংস্কৃতি বোলা একো নাছিলেই । এই কথা হাজৰিকাদেৱৰ অনুলিখিত আত্মজীৱনী 'মই এটি যাযাবৰ'ত অতি সুন্দৰকৈ লিখা আছে-

-"ভৰলুমুখৰ যিখন পুৰণা দলং, যিখন এতিয়াও আছে । সেইখনৰ আনটো মূৰত প্ৰায়েই বঙালী সংকীৰ্তন হয়, আমি প্ৰায়ে তালৈ বাতাছা খাবলৈ যাওঁ । এই হৰি সংকীৰ্তন হয় বঙালী ভাষাত । তাত গোটে খোৱা অসমীয়া মানুহ খিনিয়েও বঙালী ভাষাতে গান গায়, সংকীৰ্তন কৰে । 'হৰি হে, হৰি হে এক আনা দিব কড়ি, পাৰ কৰি দাও তাড়াতাড়ি'– এইবোৰ শুনো । থানাখনত যিবোৰ বিহাৰী পুলিচ আছিল তেওঁলোকে 'ৰামা হো' 'ৰামা হো' গায়। ভৰলুমুখত তৰুণৰাম ফুকনৰ ঘৰৰ ওচৰতে ফুকনে ভালপোৱা অতি সাধাৰণ মানুহৰ ঘৰ কিছুমান আছিল । তেওঁলোকৰ নিজাকৈ নামঘৰ এটা আছিল । ভাওনা মই দেখা নাই, কাৰণ তেতিয়া গুৱাহাটীত ভাওনা নহয়েই; কিন্তু ওজাপালি হয়, হ'লেও বৰ কম । মই এতিয়া ভাবোঁ যে অসমৰ এই প্ৰধান চহৰ গুৱাহাটীৰ এনে এটি অৱস্থা আছিল, য'ত চাৰিওফালে প্ৰতিধ্বনিত হয় মাথোন বঙালী কীৰ্তন, বিহাৰী কীৰ্তন। ওজাপালি হয় কেতিয়াবা পূজা সবাহে । হাজো, আজাৰা, পলাশবাৰীৰ পৰা এই দলবোৰ আহে। এইবোৰ চোৱা মোৰ মনত আছে । মাইতে মোক দেখুৱাবলৈ লৈ যায় । ঠিক তেনে এটি সময়তে মই অগ্নিযুগৰ ফিৰিঙতি লিখিছোঁ ।"

আকৌ ১৯৩৬ চনৰ পৰা ৪০লৈকে এই সময়খিনিৰ সাংস্কৃতিক ইতিহাস এনেভাবে লিখিছে – "... ক'তো সত্ৰীয়া নৃত্যৰ এখন স্কুল বা ঘৰে ঘৰে গৈ শিকোৱা বা ক'ৰবাতআমাৰ দশাৱতাৰ নৃত্যটো দেখুৱালে ভাল হয় – এনে ভাব মই গোটেই অসমতে দেখা নাছিলোঁ । সত্ৰবিলাকত এনে নৃত্য গীতৰ প্ৰচলন আছিল । যিটো বস্তু গোটেই অসমখনতে দপ্‌দপাই থাকিব লাগিছিল সেইটো মাত্ৰ সত্ৰতহে আৱদ্ধ আছিল । যিবোৰ অসত্ৰীয়া মানুহ আছিল নতুন পুৰুষক অৰ্থাৎ আমাক শিকোৱাৰ কোনো বন্দোবস্ত নাছিল । এই দোষ পিছে আছিল নেতা সকলৰ, যি সকল আমাৰ সংস্কৃতিৰ নেতা আছিল । তেওঁলোকে অকলে অকলে এইবোৰ চৰ্চা কৰিছিল নিজৰ নিজৰ ঠাইত ।" ১৯৪১, '৪২ত গুৱাহাটীত বস্তুৰ জুই -ছাই দাম, পুলিচ- মিলিটাৰীৰ অন্যায়, অত্যাচাৰ, ব্যভিচাৰ, অসভ্যালি চলিছিল । ফলত সাধাৰণ ভাল মানুহৰ জীৱন নিৰ্বাহৰ পৰিবেশ অস্বস্তিকৰ আছিল । এনে পৰিস্থিতিত সাহিত্য সংস্কৃতিৰ পৰিবেশ নাছিল বুলিবই পাৰি । এই কথা 'মই এটি যাযাবৰ'ত এনেভাবে বৰ্ণিত আছে — ' ... গুৱাহাটীত নানা উৎপাত । ৰাস্তাই ঘাটে অসভ্য যৌন অত্যাচাৰ দেখা যায় । বাপেক পুতেকে একেলগে ফুৰিব নোৱাৰে । ভৰলুমুখৰ পৰা পাণবজাৰলৈ নৈৰ কিনাৰে কিনাৰে আহিব নোৱাৰোঁ । সকলোতে অসভ্যালি । আমাৰ ঘৰৰ আগতে আমেৰিকান এজন আৰু নাৰ্চ এগৰাকীয়ে অসভ্যালি কৰাত আমাৰ কাম কৰা ল'ৰাটোৱে আৰু ওচৰৰ ঘৰৰ ল'ৰাটোৱে দুইটাকে মাৰিলে । তেতিয়া কিবা এটা কৰিলেই ব্ৰিটিছদ্ৰোহী বুলি গণ্য কৰে ।" তেজপুৰত জ্যোতি-বিষ্ণু, ফণী শৰ্মাৰ উপৰিও সাহিত্যিক, শিক্ষা গুৰু দণ্ডিনাথ কলিতা, পদ্মনাথ গোহাঞিবৰুৱা, আনন্দ চন্দ্ৰ আগৰৱালা আদি সৃষ্টিশীল লোকসকলৰ তেওঁ সান্নিধ্য লাভ কৰিছিল । তেওঁক ইতিহাস বস্তুটোৰ অৰ্ন্তদৃষ্টি দিছিল পদ্মনাথ গোহাঞিৰুৱাই। তেজপুৰত চাকৰি কৰি থকা শিলচৰৰ ৰাজমোহন নাথ নামৰ ইঞ্জিনীয়াৰ এজনৰ পৰা 'Romantic love of History' এটা লাভ কৰিছিল । তেওঁ কিশোৰ ভূপেনক কৈছিল – 'শিল এটা লবি, সুধিবি, শিলটোৱে কিমান যে কথা ক'ব ! ক'ব – এইফালে মোৰ বুকুৰ ওপৰেদি হিউৱেনচাং গৈছিল, মোৰ বুকুতে উষাই স্নান কৰিছিল ।' এনেবোৰ কথাই তেওঁক বুৰঞ্জী, ইতিহাসৰ প্ৰতি আকৃষ্ট কৰিছিল ।

১৯৪০ চনত তেজপুৰ হাইস্কুলৰ পৰা মেট্ৰিক পাছ কৰি আহি কটন কলেজত পঢ়াৰ সময়ত উজান বজাৰলৈ গৈ আনন্দি ৰাম দাসৰ ওচৰত গান শিকিছিল । সেই সময়ত গুৱাহাটীত বংশীবদ পাণ্ডে নামৰ উত্তৰ প্ৰদেশৰ টিকনি থকা মানুহ এজনে পাখোৱাজ শিকাইছিল। ভূপেন হাজৰিকাই দুটকা ফিজ দি তেওঁৰ শিষ্য হৈছিল । সেই সময়তে সূৰ্য কুমাৰ ভূঞা, পদ্মধৰ চলিহা আৰু পাৰ্বতি প্ৰসাদ বৰুৱাই খাটি অসমীয়া গীত লিখিছিল আৰু পদ্মধৰ চলিহাই সুৰ দিছিল। গোপীনাথ বৰদলৈয়ে বৰগীত গাইছিল। নিজৰ ল'ৰা-ছোৱালীক অনুপ্ৰাণিত কৰোৱাৰ অৰ্থে দেউতাকে প্ৰায়েই এই কথাবোৰ ঘৰত আলোচনা কৰিছিল । এনে আলোচনাই তেওঁৰ কুমলীয়া প্ৰাণত সৃষ্টিৰ বীজ ৰোপণ কৰিছিল । কিন্তু সেইখিনি সময়ত সঙ্গীতৰ ব্যাকৰণ সন্মত গীত শিকিবলৈ গুৱাহাটীত গুৰু বা অনুষ্ঠান বা কিতাপ পোৱাৰ সুবিধা নাছিল। কটন কলেজত বাণীকান্ত কাকতি, পি চি ৰয়, লক্ষ্মী চেটাৰ্জী, ড০ সূৰ্য্য কুমাৰ ভূঞা আদি বিচক্ষণ শিক্ষাবিদ, সাহিত্যিকৰ সান্নিধ্য লাভ কৰিছিল আৰু কলেজৰ নবাগত আদৰণি সভাত গীত গাই তেওঁলোকৰ আশীৰ্বাদ লাভ কৰিছিল। এজন বিশ্বমানৰ *শিল্পী হোৱাৰ বাবে এই মহা মনিষী সকলৰ সান্নিধ্য আৰু আশীৰ্বাদে কিশোৰ ভূপেনৰ সৃষ্টিকামী মনত সাহস* আৰু আত্মবিশ্বাস যোগাইছিল ।

১৯৪২ চনত ভূপেন হাজৰিকাই আই, এ পাছ কৰে । সেই সময়ত একালে গণ আন্দোলন আৰু অন্যফালে দ্বিতীয় বিশ্বযুদ্ধ । ইফালে যুদ্ধ সিফালে গান্ধীজীৰ 'কৰেংগে য়া মৰেংগে' Do or die। কটন *কলেজ সম্পূৰ্ণ বন্ধ হৈ গ'ল; চুদমাৰ্চন হল আৰ্মিয়ে অধিকাৰ কৰিলে; কেতিয়া খুলিব ঠিকনা নাই।* তেওঁ বেনাৰছ হিন্দু বিশ্ববিদ্যালয়লৈ পঢ়িবলৈ গ'ল । অকল ভূপেন হাজৰিকাই নহয়; অধ্যয়ন পিপাসু গুৱাহাটীত পঢ়ি থকা বহু ল'ৰাই গুচি গ'ল । বেনাৰছত তেওঁ পণ্ডিত মদন মোহন মালব্য, ভাইচচেন্সেলৰ চাৰ সৰ্বপল্লী ৰাধাকৃষ্ণণ *আদি পণ্ডিত সকলৰ সান্নিধ্য পালে।* তেওঁৰ ফিলোছফিত অনাৰ্চ আছিল; সৰ্বপল্লী ৰাধাকৃষ্ণণৰ ক্লাছত ফিলোছফি

পঢ়িছিল। আচাৰ্য্য কৃপালনি, পণ্ডিত জৱাহৰলাল নেহৰু, তেজ বাহাদুৰ চাপ্রু, মৌলানা আবুল কালাম আজাদ আদিয়ে তাত হোৱা সমাৱৰ্তন উৎসৱ সমূহলৈ আহিছিল। তাতেই ছ'চিয়েলিষ্ট জয়প্রকাশ নাৰায়ণ আৰু আচাৰ্য্য নৰেন্দ্ৰ দেৱকো পাইছিল। এম, এত তেওঁ মাৰ্কচ্ৰবাদ, গণতন্ত্ৰ, সামন্ততন্ত্ৰ পঢ়িছিল – প্ৰফেছৰ সকল আছিল বাঘা বাঘা পণ্ডিত – ড০ মুকুন্দ বিহাৰীলাল, ড০ কানাইলাল শৰ্মা, ড০ গুলচান্দ আদি। এই মনিষী সকলৰ সান্নিধ্যতেই, তেওঁলোকৰ বক্তৃতা শুনি তেওঁ পলিটিকেলাইজড হৈ পৰিছিল শাণিত অস্ত্ৰৰ দৰে জাতীয়তাবোধত। লাহে লাহে তেওঁ উৰ্দু সাহিত্যৰো সোৱাদ পালে। গালিব, মুন্সী প্ৰেমচান্দ, ফিৰাক গোৰখপুৰীৰ ৰচনাৰ সোৱাদো পালে; —শায়েৰী, গজল শিকিলে—ভাৰতীয় ধ্রুপদী সংগীতৰ লগতো পৰিচয় হ'ল। তেওঁ বাৰাণসীত বি এ পঢ়ি থাকোঁতেই কণ্ঠে মহাৰাজ, আনোখেলালৰ ঘৰলৈকো গৈছিল সুৰৰ, সঙ্গীতৰ তৃষ্ণা নিবৃত্তিৰ বাবে; বিছমিল্লাহখানৰ ঘৰৰ বাহিৰত বৈ বৈ তেওঁৰ ৰেওৱাজ শুনিছিল। আনকি ডালমুন্দি গলিৰ সিদ্ধেশ্বৰী বাঈৰ বেশ্যালয়লৈও গৈছিল (যি বেশ্যাই দেহা নেবেচে) কাজৰী শুনিবলৈ। এইখিনি সময়তে আগ্ৰাৰ তাজমহল দেখি তেওঁ লিখিছিল 'কঁপি উঠে কিয় তাজমহল'। গোপীনাথ বৰদলৈয়ে এদিন তেওঁক কৈছিল ঃ 'ভূপেন তুমি মোৰ হ'ব লাগিব —শঙ্কৰদেৱৰ নিচনা।' এনেদৰেই এজন মহান শিল্পীৰ মূৰ্তি সাজিবলৈ জুমুঠিটোত এলদা এলদাকৈ বোকা লেপন কৰা হৈছিল।

তেওঁ ভাৰতৰ নানা সংগীতৰ প্ৰতি আকৃষ্ট হৈছিল। গুৰু দুজনাৰ বিষয়েও গভীৰ অধ্যয়ন কৰিছিল আৰু তেওঁলোকৰ সুৰবোৰ সশ্ৰদ্ধে আহৰণ কৰিছিল। বিষ্ণুৰাভাই সৰুতেই শিকাই দিয়া –'এ জয় ৰঘুৰ নন্দন' তেওঁ আমেৰিকাকে ধৰি বিশ্বৰ বিভিন্ন ঠাইতেই গাই গৰ্বৰোধ কৰিছিল আৰু বিলাই দিয়াৰ প্ৰচেষ্টাত ৰত আছিল। বাৰাণসীত তেওঁ 'উকীল আৰ্ট অৱ' স্কুলৰ শিক্ষক ৰণদা উকীলৰ ওচৰত চিত্ৰাঙ্কণৰ প্ৰশিক্ষণ লৈছিল। ১৯৪২ চনত তেওঁ শিকলিৰে বান্ধি থোৱা এটি হৰিণাই শিকলি ছিঙি ওলাই আহিবলৈ প্ৰচেষ্টা চলোৱা এখন চিত্ৰ আঁকিছিল। সম্ভৱতঃ ই আছিল তেওঁৰ চেতনাৰ তাৰত ঝংকাৰ তোলা স্বাধীনতা সংগ্ৰামৰ মুক্ত প্ৰকাশ। তেওঁ কম সংখ্যক ছবি আঁকিছিল। কিন্তু তেওঁৰ প্ৰতিটো গীতৰ মাজত স্পষ্ট হৈ উঠে একোখন সুন্দৰ চিত্ৰ।

বাৰাণসীলৈ যোৱাৰ পাছৰে পৰাই তেওঁৰ জীৱনৰ চিন্তাধাৰাই সলনি হৈ গৈছিল। এই কথা তেওঁ এনেদৰে কৈছে – '.. মোৰ সহপাঠী ৰূপে এজন আফ্ৰিকাৰ ল'ৰা, এজন ইন্দোনেচিয়াৰ ল'ৰা বা এজন জাপানৰ ল'ৰাক দেখা পালে বা এজন মুছলমান সহপাঠী ল'ৰাই সংস্কৃত পঢ়ি থকা যেতিয়া দেখা পাইছিলোঁ, তেতিয়া বিশ্বমানৱতাৰ প্ৰকৃত স্বৰূপ ক্ৰমশঃ পৰিষ্কাৰ হৈ গৈছিল। কলিকতাত থাকিলে মই পূৰ্ব ভাৰতীয় হৈ থাকিলোঁহেঁতেন, কিন্তু বাৰাণসীলৈ গৈ মই মহাভাৰতৰ সন্ধান পাইছিলোঁ।'

বোঁৱতী নদীয়ে কোন ফালে গতি কৰি ক'ত পৰিব নিজেই নজনাৰ দৰেই জীৱনৰ সোঁতে কোন ফালে গতি লয় মনুহে নিজেই নাজানে। গীত ভাল পাইছিল, গাইছিল যদিও গীতেই তেওঁৰ জীৱিকা হ'ব বুলি ভূপেন হাজৰিকাইও ভবা নাছিল। ১৯৪৩ চনত তেওঁৰ প্ৰথম সুৰাৰোপিত গীতটিৰ কুইন হাজৰিকাৰ সৈতে বাণী বন্ধন কৰে। ১৯৪৪ চনত বাৰাণসী হিন্দু বিশ্ববিদ্যালয়ৰ পৰা ৰাজনীতি বিজ্ঞানৰ উপৰি দৰ্শন বিষয়ত সন্মান (Honours) সহ স্নাতক ডিগ্ৰী লাভ কৰে। সেই চনতে তেওঁ অমৃত বাজাৰ পত্ৰিকাত এবাৰ আৰ্টৰ সমালোচনা লিখে। ১৯৪৬ চনত তেওঁ বাৰানসীৰ কাশী হিন্দু বিশ্ববিদ্যালয়ৰ পৰা পলিটিকেল চায়েন্সত এম এ পাছ কৰে। সেই সময়ত কেনেকৈ আত্ম প্ৰকাশ কৰা যায় সেই চিন্তাই তেওঁৰ মূৰত খিতাপি লৈছিল। B.A. পঢ়ি থাকোঁতেই তেওঁ ছাত্ৰসকলৰ নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰি প্ৰতিদ্বন্দ্বী মহাৰাজকুমাৰ অৱ ছায়লানা নামৰ বিত্তবান, ঐতিহ্যবান ঘৰৰ ল'ৰা এজনক শোচনীয় ভাৱে পৰাস্ত কৰি কমন ৰুম ছেক্ৰেটাৰী নিৰ্বাচিত হয়। তেওঁ হাৰ্ডিং ইউনিভাৰ্চিটিত আৰ্ল ল' কলেজত নাম লিখিলে। কিন্তু ঘৰৰ আৰ্থিক দুৰৱস্থাৰ বাবে সেয়া সম্ভৱ হৈ নুঠিল যদিও তাৰ পৰাও কিছু শিক্ষা লাভ কৰিলে। বাৰাণসী হিন্দু বিশ্ববিদ্যালয়ৰ তেওঁ কণিষ্ঠতম ছাত্ৰ আছিল। মাথোঁ কুৰি বছৰ বয়সতে এম এ ডিগ্ৰী লাভ কৰিছিল। ১৯৪৬ চনত মাত্ৰ পয়সত্তৰ টকাত ড০ সূৰ্য্য কুমাৰ ভূঞাৰ ওচৰত

পুৰাতত্ত্ব বিভাগত তেওঁ research scholar হিচাবে ভৰ্তি হয়। তেওঁৰ ৰিচাৰ্চৰ বিষয় আছিল "আহোম শাসনৰ সময়ত সাংস্কৃতিক দিশ'। জাতীয় চেতনা বৃদ্ধি বা জাতীয় প্ৰেম মূলক বা বুৰঞ্জী মূলক গীত লিখাত এই কথাবোৰ তেওঁৰ সহায়ক হৈছিল । অসমলৈ উভতি আহি গুৱাহাটীৰ বি. বৰুৱা কলেজত অধ্যাপকৰ পদত তেওঁ নিযুক্তি লাভকৰে । ছমাহ চাকৰি কৰাৰ পাছত সেই পদ ত্যাগ কৰে ।

১৯৪৮ চনত আকাশবাণীৰ গুৱাহাটী শ্বিলং কেন্দ্ৰ স্থাপিত হয় । তেওঁ গুৱাহাটী কেন্দ্ৰত প্ৰগ্ৰেম এছিষ্টেণ্ট ৰূপে যোগদান কৰে । এই সময়ত তেওঁ কেবাটাও বহুমূলীয়া গীত সৃষ্টি কৰে। শ্বিলংস্থিত তেওঁৰ প্ৰেয়সীৰ প্ৰতি হিয়াৰ সংবাদ জনাই 'মোৰ মৰমে মৰম বিচাৰি যায়', শিশুগীত 'আলফুলীয়া কুমলীয়া অ' মোৰ অকণি বীৰ' ইত্যাদি লিখি প্ৰচাৰ কৰে । এই চনতে 'সতী বেউলা' বোলছবিত সংগীত পৰিচালনা কৰে আৰু 'ছিৰাজ' বোলছবিত সংগীত পৰিচালনা আৰু অভিনয় কৰে । এই চনতে ভাৰতীয় গণনাট্য সংঘ আৰম্ভ হয়। এই অনুষ্ঠানৰ সভাপতি জ্যোতিপ্ৰসাদৰ প্ৰেৰণাত তেওঁ গণনাট্য সংঘৰ সক্ৰিয় সদস্য হয়। গণনাট্য সংঘৰ উদ্দেশ্য অনুসৰিয়েই সমাজৰ সৰ্বহাৰা, দলিত, নিপীড়িত, নিৰ্যাতিত সকলৰ মুক্তিৰ বাবে 'দোলা দোলা', 'এন্ধাৰ কাতিৰ নিশাতে', 'ভাং ভাং ভাং শিল ভাঙোতা', 'শীতৰে সেমেকা ৰাতি আদি কেবাটাও বহুমূলীয়া গীত ৰচে ।

বিদ্যানুৰাগী হাজৰিকাৰ আকাঙ্ক্ষা আছিল হাভাৰ্ড, কলম্বিয়া অথবা ইয়েল বিশ্ববিদ্যালয়ত Mass Communication অত গবেষণা কৰাৰ যাতে তেওঁৰ গানও বাচি থাকে । কিন্তু নিম্ন মধ্যবিত্ত পৰিয়ালৰ ল'ৰা এজনক এনে শিক্ষা লাভৰ বাবে বিদেশলৈ পঠিয়াই খৰচ বহন কৰা সহজ সাধ্য নাছিল । অৱশেষত ১৯৪৯ চনৰ চেপ্তেম্বৰ মাহত মুখ্যমন্ত্ৰী লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ অনুগ্ৰহত অসম চৰকাৰৰ জলপানি লৈ তেওঁ কলম্বিয়া বিশ্ববিদ্যালয়ত Mass Communication অত গৱেষণা কৰিবলৈ গ'ল । পৃথিৱীৰ সমাজ- সংস্কৃতি অধ্যয়ন পিয়াসী শিল্পীজনাই এই যাত্ৰাত বিমানেৰে পোনে পোনে নিউইয়ৰ্কলৈ নগৈ পৃথিৱীৰ বিভিন্ন স্থান চাই যোৱাৰ মানসেৰে গুৱাহাটীৰ পৰা দমদমলৈ ডাকোটা বিমানেৰে, দমদমৰ পৰা বিশাখাপট্টনমলৈ ইণ্ডিয়া এয়াৰলাইনচ্‌ৰ বিমানেৰে আৰু বিশাখাপট্টনমৰ পৰা কলম্বো, তাৰ পিছত জাহাজেৰে মাৰ্চে বন্দৰ, ৰেলেৰে পেৰিছ আদি ঠাইলৈ যোৱাৰ পৰিকল্পনা কৰিলে । বাটত কাশ্মীৰ, সাৰনাথ, বুদ্ধগয়াৰ দৰে একেই পৰিবেশ থকা –'বুদ্ধং চৰণং গচ্ছামি' প্ৰতিধ্বনিত হোৱা কেন্দী চহৰ চালে । কৌশলেৰে আধুনিক লংকাবাসীৰ ড্ৰইংৰুমত সোমোৱাৰ সুযোগ লাভ কৰিলে শ্ৰীলংকাৰ সমাজ সংস্কৃতিৰ বিষয়ে সামান্যতম হ'লেও জ্ঞান লাভ কৰাৰ উদ্দেশ্যে;— উপভোগ কৰিলে দক্ষিণ ভাৰতৰ নাচৰ, গুজৰাটী গৰ্‌বা নাইবা মণিপুৰৰ ৰাসৰ সৈতে সাদৃশ্য থকা শ্ৰীলঙ্কাৰ 'য়াকুম্ নেউটেমা' নাচ। তেতিয়াই তেওঁৰ উপলব্ধি হৈছিল "Do the rivers not cross continents to unify the sea? সংস্কৃতি ভৌগোলিক পৰিসীমাৰ মাজত আৱদ্ধ হৈ নাথাকে; নৈৰ দৰে পাৰ ভাঙি বয় —উদ্দেশ্য সাগৰ, মহাসাগৰ । তাৰ পিছত পেৰিচত অপেৰা, লুভ (Louver ) (পৃথিৱীৰ অন্যতম আৰ্টগেলাৰী য'ত লিওনাৰ্ড দ্যা ভিন্সিৰ মনালিছা ৰখা হৈছে ), মমাৰ্ত (MOMARTR) ( য'ত ৰেনোৱাঁ, ভান গখ, টুলু লত্ৰে প্ৰমুখ্যে বিখ্যাত শিল্পী সকলে এসময়ত আড্ডা মাৰিছিল ) আদি চালে । লুভত লিওনাৰ্ডো-ডা-ভিঞ্চিৰ মনালিছাৰ অৰিজিনেল পেইন্টিংখনো চালে । ভাৰতীয় সংস্কৃতিত লালিত পালিত হোৱা যুৱকজনে 'ক' শ্ৰেণীৰ নৈশ ক্লাব এটাত প্ৰত্যক্ষ কৰিলে "সম্ভৱ পৃথিৱীৰ শ্ৰেষ্ঠ সুন্দৰী নাৰীবোৰে সম্পূৰ্ণ উলঙ্গ অৱস্থাত থিয় হৈ আছে –অৱশ্যে শিল্প সন্মত ভাবে । অলপ পিছতে সিহঁতে ষ্টেজৰ পৰা নামি আহি উপস্থিত দৰ্শকৰ সৈতে বন্ধুত্ব কৰিছে । কিন্তু প্ৰষ্টিটিউচন নচলে । চাকি থোৱা কোনো ঠাই তেওঁলোকৰ শৰীৰত নাই । তাৰ অলপ পাছতেই দেখিলোঁ সাতজন ক'লা নিগ্ৰো উলঙ্গ যুৱকে আহি এক্ৰবেটিক্‌চৰ কায়দাত এজনে আনজনৰ ওপৰত উঠি গছ কৰিছে আৰু বগা চামবাৰ মহিলাবোৰে তৃণৰ দৰে তেওঁলোকক সাৱটি আছে । অদ্ভুদ ধৰণৰ ব্যালে –ঠিক ভাষাৰে বুজাই কোৱা সম্ভৱ নহয় ।" এনে কলাৰ প্ৰভাৱ কিন্তু পেন হাজৰিকাৰ ৰচনাতো নপৰা নহয়। তেওঁৰ কিছুমান গান এনে নিমজ ভাষাৰে ৰচা যাৰ ভাব কোমল, সুৰ আৰু প্ৰাঞ্জল

ভাষাৰ আবেষ্টনিৰ মাজত শালীন আৰু বাস্তৱ হৈ পৰিছে। 'নতুন নিমাতী নিয়ৰৰে নিশা', 'কি যে তোমাৰ সঙ্গ প্ৰিয়া', বিমূৰ্ত মোৰ নিশাটি' 'নতুন নাগিনী তুমি কাল নাগিনী' আদি এনে প্ৰভাৱ পুষ্ট গীত। এই চনতে নিউইয়ৰ্ক চহৰৰ দূৰদৰ্শনত তেওঁ প্ৰথম বাৰৰ বাবে অংশ গ্ৰহণ কৰে।

নিউইয়ৰ্কতেই তেওঁ ১৯৫০ চনত কলম্বিয়া বিশ্ববিদ্যালয়ত অধ্যয়ন ৰত ছাত্ৰী (গুজৰাটী ছোৱালী, চৰ্দাৰ বল্লভ ভাই পেটেলৰ পৰিয়ালৰ) প্ৰিয়ম্বদা পেটেলৰ লগত ক্ৰমে পৰিচয় আৰু বিবাহ পাশত আবদ্ধ হয়। তেওঁ ৰাজনীতি বিজ্ঞানত এম, এ ডিগ্ৰী লৈ গৱেষণাৰ বাবে কলম্বিয়া বিশ্ববিদ্যালয়লৈ গৈছিল যদিও সেই বিষয়ত সুবিধা নোহোৱাত Mass Communication অত পুনৰ M.A পাছ কৰি সেই বিষয়ত গৱেষণা কৰে। তেওঁৰ গৱেষণাৰ বিষয় আছিল Role of Mass Communication in India's Adult Aducation.। নিউইয়ৰ্কত মুঠতে চাৰি বছৰ থাকি কলম্বিয়া বিশ্ববিদ্যালয়ত মাছকমিউনিকেশ্যন বিষয়ত এম এ আৰু পি এইছ ডি ডিগ্ৰীলৈ তেওঁ ১৯৫২ চনত দেশলৈ– অসমলৈ ওভতে। এই সময়ত পৃথিৱীৰ বিভিন্ন দেশত দেখি অহা শোষিত, নিৰ্য্যাতিতৰ কথা ভাবি আৰু অন্ধসংস্কাৰ, অপসংস্কৃতি আদি আঁতৰাই পুৰণিক ভাঙি এখন নতুন সমাজ গঢ়াৰ প্ৰতিশ্ৰুতিৰে 'ৰাকৰাকৰেল চলে' 'শতিকাৰ ৰূপ খেদো' 'শৰতৰ শেৱালী' 'অতীতৰ বুৰঞ্জী' আদি কেবাটাও গীত লিখে। ওভতাৰ পথত পোনে পোনে দেশলৈ নাহি পৃথিৱীৰ বিভিন্ন দেশৰ সমাজ- সংস্কৃতি অধ্যয়ন কৰাৰ মানসেৰে প্ৰথমে জাহাজেৰে আটলাণ্টিক মহাসাগৰেদি চাউদাম্পটনলৈ আহে। তাৰ পিছত লণ্ডন, বেলজিয়াম-কংগো আদি ভ্ৰমি বোম্বাই পায়হি। ইতিমধ্যে তেওঁৰ পত্নী প্ৰিয়ম বি হাজৰিকাৰ অধ্যয়ন সমাপ্ত হোৱাত ১৯৫০ চনতে বৰোদালৈ উভতি আহিছিল আৰু এটি পুত্ৰ সন্তান জন্ম দিছিল – নাম কোল্লাক ভূপেন হাজৰিকা। ঘৰত মতা নাম 'তেজ'। তেওঁ বৰোদাৰ পৰা পত্নী আৰু পুত্ৰৰে সৈতে আহি গুৱাহাটী পায়হি। (পত্নী প্ৰিয়ম আৰু পুত্ৰ তেজ বৰ্তমান আমেৰিকাৰ বাসিন্দা। তেজৰ পুত্ৰ অৰ্থাৎ ভূপেন হাজৰিকাৰ নাতিয়েক হ'ল চেজ হাজৰিকা)

বাৰাণসীত গোটেই ভাৰতকে (পাকিস্থান, বাংলাদেশকে ধৰি) পোৱাৰ দৰে আন্তৰ্জাতিক স্থান নিউইয়ৰ্কত তেওঁ গোটেই পৃথিৱীৰ মানুহকে লগ পালে। এই সময়তে পৃথিৱীৰ অন্য প্ৰান্তৰৰ মানুহবো দুখ-বেদনা, নীচতা, অস্পৃশ্যতা, বৰ্ণ-বৈষম্য বিশেষকৈ প্ৰায় সকলো দেশতে পোৱা নিৰ্য্যাতিত, নিষ্পেষিত সকলৰ দুখ কষ্ট দেখি তেওঁৰ বুকুত ক্ষোভৰ আগ্নেয়গিৰি উদ্‌গীৰিত হৈছিল। তেওঁলোকৰ প্ৰতি কিবা এটা কৰাৰ বাসনাই তেওঁৰ বুকুত খুচিয়াই আছিল। লাহে লাহে তেওঁৰ দৃষ্টিত বাস্তৱতা প্ৰকট হৈ আহিল। নিজৰ বুকুৰ মাজতো আশা-নিৰাশা, ঘাত-প্ৰতিঘাতৰ প্ৰবল ঢৌ-খুমুহা। কাৰণ, তেওঁ ঘৰৰ ডাঙৰ ল'ৰা; ঘৰলৈ গৈ দহোটা ভাই-ভনী, অৱসৰ প্ৰাপ্ত পিতৃ-মাতৃৰে সৈতে নিজৰো পত্নী-পুত্ৰৰ ভৰণ পোষণৰ দায়িত্ব লব লাগিব। দেশলৈ গৈ কি কৰিব,— কি খাব। দেশৰো অশান্ত পৰিস্থিতি; শোষণ, বৈষম্যৰে ভৰা। কৰ্ম সংস্থানৰো কোনো নিশ্চয়তা নাই— বিপৰীতে তেওঁৰ গভীৰ উচ্চাকাংক্ষা; –অসমীয়া সমাজ, সংস্কৃতিক বিশ্বমহাসভালৈ আগুৱাই নিয়াৰ প্ৰয়াস।

আমেৰিকাত তেওঁ বহুতো প্ৰলোভন পাইছিল। UNESCO ত মাহে এশ ডলাৰকৈ কাম কৰিছিল। তাৰ পাছত 'ইণ্টাৰনেশ্যনেল চিভিল চাৰভিচ'ৰ অফাৰ পাইছিল। ইফালে সূৰ্য্য কুমাৰ ভূঞাই দেউতাকক 'ভূপেনৰ বাবে ডি পি আই পদটো ঠিক হৈ আছে' বুলি কৈছিল। বুকুৰ মাজত গুজৰি ওমৰি থকা সাগৰৰ যৌৱনৰ উত্তাল তৰংগ দৰে ভাৰবাদিয়ে অৱশেষত কাগজ মাধ্যমেৰে প্ৰতিফলিত হ'ল গীতৰূপে। নিউইয়ৰ্কৰ পৰা চাউদাম্পটনলৈ আহি থাকোঁতেই আটলাণ্টিক মহাসাগৰৰ বুকুত তেওঁ লিখিবলৈ ল'লে 'সাগৰ সংগমত কতনা সাঁতুৰিলোঁ তথাপিতো হোৱা নাই ক্লান্ত' গীতটো আৰু সম্পূৰ্ণ কৰে গুৱাহাটী ক্লাৱত বহি যিটো তেওঁৰ 'প্ৰিয়গীত,— অন্তিম যাত্ৰাৰপৰতো শুনাব মন'।

সৰুৰে পৰা জ্যোতি- বিষ্ণু আদি ওখ মনৰ ব্যক্তি সকলৰ সান্নিধ্য লভা হাজৰিকাই আমেৰিকাতেই পৃথিৱীৰ গোটেই পৃথিৱীৰ intelectual ছাত্ৰ সকল, মনিষী সকলৰ সান্নিধ্যলৈ আহিল। টমনৰী চাহাবৰ

বক্তৃতাওঁ শুনিলে । তেওঁ নিশা ন বজাৰ পিছত মনে মনে গৈ 'Suggestions school of social science' নামৰ অনানুষ্ঠানিক শিক্ষানুষ্ঠানত পল ৰ'বছন আৰু হাভাৰ্ড ফাষ্ট নামৰ দুজন দুৰ্ঘোৰ মাৰ্কচিষ্ট গুৰু যি দুজনে যথাক্ৰমে সঙ্গীত আৰু জীৱন আৰু নাটক আৰু জীৱন, সাহিত্য আৰু জীৱন সম্পৰ্কে পঢ়ুৱাইছিল তেওঁলোকৰ ওচৰত শিক্ষা গ্ৰহণ কৰিছিল । বিজয়লক্ষ্মী পণ্ডিত ৰাষ্ট্ৰদূতহৈ আমেৰিকালৈ যোৱাৰ পাছত তেওঁক সকলো অনুষ্ঠানলৈ মাতিছিল । তাত ডাঙৰ ডাঙৰ মানুহৰ লগত কথা বতৰা পতাৰ সুযোগ লাভ কৰিছিল । কাৰণ তেওঁ ভাৰতীয় ছাত্ৰ সংস্থাৰ জেনেৰেল চেক্ৰেটাৰী আছিল । এনেবোৰ মহান ব্যক্তিৰ সান্নিধ্যই ড০হাজৰিকাৰ প্ৰতিভা বিকাশত আৰু ব্যক্তিত্ব গঢ়াত ইন্ধন যোগাইছিল ।

সূৰ্য্য কুমাৰ ভূঞাই এদিন তেওঁক Social education ত চাকৰি এটা ওলোৱা বুলি জনাইছিল। আনকি নাইৰোবিত থকা তেওঁৰ শহুৰেকে টি প্লেণ্টেচনৰ মেনেজাৰ কৰি দিব বুলিও কৈছিল । কিন্তু তেওঁৰ 'কল্পনাৰ হৰিণী নয়না' অসমখন এৰি ক'তো থাকিব নিবিচাৰিলে । ইতিমধ্যে তেওঁ অল ইণ্ডিয়া ৰেডিঅ' যোগে আৰু গণনাট্য সংঘৰ যোগেদিও জনাজাত হৈছিল । সমাজ জীৱনক লৈ তেওঁ বহুতো গীত লিখিলে। কলেজৰ হোষ্টেলৰ নবাগত আদৰণি সভাত গাবলৈ তেওঁ লিখিলে 'স্নেহে আমাৰ শত শ্ৰাৱণৰ ধাৰাসাৰ বৃষ্টিৰ প্লাৱণ আনে' এজাক আশা ভৰা দৃষ্টিৰ ডেকা গাভৰুক প্ৰেৰণা দিবলৈ। হাজৰিকাৰ কলম আৰু কণ্ঠ থমকি নৰ'ল। সংঘাত, ঘাত-প্ৰতিঘাতৰ জুইত পুৰি সোণ হৈ ৰচিলে বহু গান — জীৱনৰ গান, বাস্তৱৰ গান, আশাবাদৰ গান। তেওঁ আমেৰিকাৰ পৰা উভতি আহিছিল পল ৰবছনৰ দৰে প্ৰগলভিত কণ্ঠহৈ, কিং মাৰ্টিন লুথাৰ হৈ সমাজ পৰিবৰ্তনৰ মন্ত্ৰলৈ, জুলিয়াচ অপ্ৰজিৎ, বাংলাদেশৰ জাহিৰ ৰাইহান হৈ সমাজ গঢ়াৰ, সুন্দৰ কৰাৰ আচনি লৈ— গীতকে সমাজ পৰিবৰ্তনৰ অস্ত্ৰ হিচাবে লৈ । সৃষ্টি হ'ল অসমীয়া সংগীত জগতত বাস্তৱবাদ । ১৯৫৩ চনত তেওঁ হেমাঙ্গ বিশ্বাসৰ সহায়ত গুৱাহাটীৰ নবীন চন্দ্ৰ হ'লতপ্ৰথমবাৰৰ বাবে জ্যোতি প্ৰসাদৰ মৃত্যু দিৱস পাতে । কিছুদিন নিবনুৱা হৈয়ে থকাৰ পিছত ১৯৫৪ চনত তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপকৰ দায়িত্ব লয় । তেওঁ Philosophy of Education পঢ়াইছিল। এই চনতে তেওঁ কলিকতাৰ ওৱেলিংটন স্কোৱেৰত গণ নাট্য সংঘৰ প্ৰথম প্ৰাদেশিক সন্মিলনত সংগীত পৰিবেশন কৰে আৰু গণনাট্য সংঘৰ সৰ্বভাৰতীয় অনুষ্ঠানত পাটনা, মাদ্ৰাজ, বোম্বাইত মঘাই ওজাৰ দ্বাৰা ঢোল পৰিবেশন, তেওঁ সংগীত পৰিবেশন কৰে আৰু হেমাঙ্গ বিশ্বাসৰ সহযোগত গুৱাহাটীতো গণনাট্য সংঘৰ অধিবেশন পাতে । ১৯৫৫ চনত দিল্লীত অনুষ্ঠিত আন্তঃ বিশ্ববিদ্যালয় যুৱ মহোৎসৱত তেওঁৰ পৰিচালনাত শ্ৰেষ্ঠ দলৰ সন্মান লাভ কৰে গুৱাহাটী বিশ্ববিদ্যালয়ে । তেওঁ এজন কৃতী শিক্ষক আছিল —তেৰজন অনাৰ্ছ লোৱা ছাত্ৰ-ছাত্ৰীৰ ভিতৰত বাৰজনেই অনাৰ্ছ পাইছিল । ১৯৫৬ চনত তেওঁ ভাৰতীয় সাংস্কৃতিক দলৰ সদস্য ৰূপে ৰাছিয়াহৈ হেলচিংকিলৈ যায় বিশ্বশান্তি সন্মিলনত ভাগ লবলৈ। ই এটা বিৰাট সন্মান আছিল সেই সময়ত। কিন্তু উভতি আহোঁতে বাটত তিনিদিন পলম হ'ল । কৰ্তব্যত অৱহেলা কৰা অজুহাতত উপাচাৰ্য ড০ বিৰিঞ্চি বৰুৱাই তিনি দিনৰ দৰমহা কাটিলে আৰু দেউতাককো কথা শুনালে । সেই খণ্ডতে তেওঁ বিশ্ববিদ্যালয়ৰ অধ্যাপকৰ চাকৰি ইস্তাফা দিয়ে আৰু টালি টোপোলালৈ কলিকতালৈ গুচি যায় । ১৯৬৩ চনত অসম সাহিত্য সভাৰ নাজিৰাত বহা অধিবেশনৰ তেওঁ সাংস্কৃতিক সন্মিলনত সভাপতিত্ব কৰে । এই চনতে পত্নী প্ৰিয়মৰ সৈতে তেওঁৰ বিবাহ বিচ্ছেদ হয় । ১৯৬৫ চনত তেওঁ 'গতি' আৰু 'আমাৰ প্ৰতিনিধি' সম্পাদনা কৰিবলৈ লয় । ১৯৬৬ চনত তেওঁৰ পিতৃ বিয়োগ হয় । এই বছৰতে 'লটিঘটি' চিনেমাৰ বাবে তেওঁ ৰাষ্ট্ৰপতিৰ পদক লাভ কৰে । ১৯৬৭ চনত তেওঁ নাওবৈচা সমষ্টিৰ পৰা নিৰ্দলীয় প্ৰাৰ্থী ৰূপে থিয় দি অসম বিধান সভালৈ বিধায়ক ৰূপে নিৰ্বাচিত হয় । এই চনতে তামিলনাদুৰ ডি এম কে দলৰ আৰ্হিত গুৱাহাটীৰ নবীন বৰদলৈ হলত কিছুমান কংগ্ৰেছ বিৰোধী নেতাৰ তত্বাৱধানত 'জনগণতান্ত্ৰিক অসম' নামৰ এটি আঞ্চলিক ৰাজনৈতিক দলৰ জন্ম হয়। গৌৰীশংকৰ ভট্টাচাৰ্য এই দলৰ সভাপতি, অখিল ৰঞ্জন দাশগুপ্ত আৰু ভূপেন হাজৰিকা উপসভাপতি আৰু দুলাল বৰুৱা সাধাৰণ সম্পাদক হয় । ১৯৬৮ চনত মাজুলীৰ বংশীগোপাল নাট্যমন্দিৰৰ এক বিশেষ অনুষ্ঠানত সেই সময়ৰ অসম সাহিত্য সভাৰ সভাপতি অতুল

চন্দ্ৰ বৰুৱাই ভূপেন হাজৰিকাক 'সুধাকণ্ঠ' উপাধিৰে বিভূষিত কৰে। ১৯৭০ চনত তেওঁ প্ৰথম অসমীয়া অনু আলোচনী 'বিন্দু'ৰ সম্পাদনা কৰে। ১৯৭১ চনত তেওঁৰ মাতৃ বিয়োগ হয়। এই চনতে অসমৰ পটভূমিত গঠিত প্ৰথম আঞ্চলিক দল 'জনগণতান্ত্ৰিক অসম' দলৰ হৈ মঙ্গলদৈ লোকসভা সমষ্টিৰ পৰা হেম বৰুৱাৰ বিপক্ষে তেওঁ থিয় দিয়ে। তেওঁৰ নিৰ্বাচনী প্ৰতীক আছিল 'পদুম ফুল'। দুয়ো পৰাজিত হয়।

১৯৭২ চনৰ ১৪ ফেব্ৰুৱাৰীত বাৰ্লিনত অনুষ্ঠিত ২য় আন্তৰ্জাতিক সঙ্গীত সম্মিলনত তেওঁ যোগদান কৰে। World Conference of Composer সম্মিলনত জনপ্ৰিয়তাৰ শিখৰত উঠাৰ কাৰণে তেওঁক লৈ গ্ৰন্থ আৰু চিনেমা নিৰ্মাণ হয়। ১৯৭৩ চনৰ জুলাই, আগষ্টত তেওঁ আন্তৰ্জাতিক যুব মহোৎসৱত বিশেষ আমন্ত্ৰিত প্ৰতিনিধিৰূপে বাৰ্লিনত যোগদান কৰি স্বৰ্ণ পদক লাভ কৰে। ১৯৭৬ চনত তেওঁ 'চামেলী মেমচাব' চিনেমাৰ সংগীত পৰিচালক ৰূপে ২৩তম National Award Festival অত বছৰৰ শ্ৰেষ্ঠ সংগীত পৰিচালক ৰূপে ৰাষ্ট্ৰপতিৰ পৰা স্বৰ্ণকমল বঁটা লাভ কৰে। এই বছৰতে তেওঁ বঙালী কথাছবি 'দম্পতি'ৰ সংগীত পৰিচালক ৰূপে 'বাংলা চলচিত্ৰ পুৰস্কাৰ সমিতি'ৰ দ্বাৰা শ্ৰেষ্ঠ পুৰস্কাৰ লাভ কৰে। ১৯৭৭ চনৰ ২ এপ্ৰিলত ভাৰতৰ ৰাষ্ট্ৰপতিৰ পৰা পদ্মশ্ৰী বঁটা গ্ৰহণ কৰে। এই চনতে তেওঁ বঙালী কথাছবি 'মহুয়া'ৰ সংগীত পৰিচালক ৰূপে Indian Cultural Forum-ৰ পৰা শ্ৰেষ্ঠ পুৰস্কাৰ লাভ কৰে। এই বছৰতে তেওঁ ন বছৰৰ বাবে ভাৰতীয় চলচিত্ৰৰ কেন্দ্ৰীয় চেঞ্চৰ বোৰ্ডৰ সদস্য মনোনীত হয় আৰু 'সীমানা পেৰিয়ে' ছবিৰ শ্ৰেষ্ঠ সংগীত পৰিচালক ৰূপে বাংলাদেশ সাংবাদিক সমিতিৰ দ্বাৰা সন্মানিত হয়।

১৯৭৮ চনৰ ৩০ ছেপ্তেম্বৰত তেওঁ ইংলণ্ডত বৰ্ণ বৈষম্যৰ বিৰুদ্ধে সংগীত পৰিবেশন কৰে আৰু বি বি চিৰ দ্বাৰা অভিনন্দিত হয়। প্ৰথম বঙালী এল পি ৰেকৰ্ড 'আমি এক যাযাবৰ'ৰ বাবে এইচ, এম, ভি গ্ৰামোফোন ৰেকৰ্ড কোম্পানীৰ দ্বাৰা তেওঁ গোল্ডেন ডিস্ক উপহাৰ লাভ কৰে আৰু অল ইণ্ডিয়া ক্ৰিটিক এচ ছিয়েশ্বনৰ দ্বাৰা ভাৰতৰ শ্ৰেষ্ঠ লোকগীতি গায়ক ৰূপে সন্মানিত হয়। এই বছৰতে 'ভূপেন মামাৰ গীতে মাতে অ আ ক খ' গীতি সাহিত্যৰ বাবে ৰাষ্ট্ৰপতিৰ পুৰস্কাৰ লাভ কৰে। এই চনতে জনগণতান্ত্ৰিক দলৰ মৃত্যু হয় আৰু জনতা দল গঠন হোৱাত এই দলৰ সদস্য সকল সেই দলত চামিল হয়। ১৯৭৯ চনৰ ৮ জুনত কেৰাটাও সংস্থাৰ আমন্ত্ৰণত তেওঁ আমেৰিকালৈ যায়। তাত বিভিন্ন অনুষ্ঠানত সংগীত পৰিবেশন কৰে আৰু ছেমিনাৰত অংশ গ্ৰহণ কৰে। ২৭ জুলাইত 'স্কুল অব অনাৰ' লাভ কৰে। ২৯ জুলাইত Tagore society of New York, INC. MILAN & Cultural Association Bengal/ New York, Summer, 1979ত সংগীত পৰিবেশন কৰে আৰু সম্বৰ্ধনা লাভ কৰে। 'নাগিনী কন্যাৰ কাহিনী' চলচিত্ৰৰ বাবে শ্ৰেষ্ঠ সংগীত পৰিচালক ৰূপে তেওঁ 'দিশাৰী' পুৰস্কাৰ লাভ কৰে।

১৯৮০ চনত জাপানৰ বুদ্ধিজীৱী সাংস্কৃতিক সংগঠন RO-ON ৰ দ্বাৰা আমন্ত্ৰিত হৈ জাপানলৈ যায়। ১৫ চেপ্তেম্বৰত বিশ্বৰ ১২০ জন আমন্ত্ৰিত গণশিল্পীৰ সৈতে যোগদান কৰে। জাপানৰ সাংবাদিক মহলে তেওঁক 'পৃথিৱীৰ লোকসংগীতৰ গৱেষক আৰু শিল্পী' বুলি আখ্যা দিয়ে। ১৯৮১ চনত পুনৰ জাপানলৈ আমন্ত্ৰিত হয় আৰু টোকিঅ', ইয়াকোহামা, কোবাচিকা, ইমাগেছি আদি ঠাইত গীত পৰিবেশন কৰে। RO ON গোষ্ঠীয়ে তেওঁক 'বিশ্বৰ অন্যতম সুৰশিল্পী, কণ্ঠশিল্পী আৰু পৃথিৱীৰ অন্যতম ৰাষ্ট্ৰদূত' আখ্যা দিয়ে। International World Youth Festivalত স্বৰ্ণপদক বিজয়ৰ বাবে মস্কো নিউজ ক্লাবৰ দ্বাৰা ১৪ মাৰ্চত গৰ্কি সদনত সম্বৰ্ধনা দিয়ে। ২৭ ছেপ্তেম্বৰত কলিকতাত Asian Institute of Technologyৰ দ্বাৰা তেওঁ সন্মানিত হয়। ১৯৮২ চনত নগাৱৰ চকলাঘাটত আৰু ১৮ বহাগত কুঁৱৰীটোলত সম্বৰ্ধনা জনায়। এই চনতে তেওঁ National Geographic Socoetyৰ সদস্য হয়। ১৯৮৩ চনত ভাৰতবৰ্ষত কুৰি শতিকাৰ দহজন শ্ৰেষ্ঠ সঙ্গীত শিল্পীৰ ভিতৰত তেওঁ অন্যতম ৰূপে স্বীকৃত হয়। উৎকৃষ্ট কথাছবি নিৰ্মাণৰ উদ্দেশ্যে আৰ্থিক অনুদান আগবঢ়াবৰ বাবে N.F.D.C.Script Committeeৰ সদস্য ৰূপে তেওঁ নিৰ্বাচিত হয়। ১৯৮৪ চনত 'কালো সিঁদুৰ'ৰ সঙ্গীত পৰিচালনাৰ বাবে প্ৰচাৰ সংসদৰ দ্বাৰা তেওঁ শ্ৰেষ্ঠ সংগীত পৰিচাৰ

সন্মান লাভ কৰে। এই চনতে তেওঁ ঢাকা টেলিভিচনত গীত পৰিবেশন কৰে আৰু ঢাকাৰ নানা সংগঠন, গোষ্ঠী আৰু ঢাকা বিশ্ববিদ্যালয়ৰ দ্বাৰা সম্বৰ্ধিত হয়।

১৯৮৫ চনত ভূপেন হাজৰিকাই নিউ জাৰ্চি চহৰৰ মেয়ৰৰ পৰা 'Honourary Citizenship' লাভ কৰে। এই চনতে P.C. Joshi of Indiaৰ জুৰি বোৰ্ডৰ চেয়াৰমেন হয় আৰু All India Radio Emeritus Producer হয়। ১৯৮৬ চনত তেওঁ চাৰি বছৰৰ বাবে ফিল্ম ফাইনেন্স ডিভিজনৰ ক'ৰ্পৰেশ্যনৰ (পূব ভাৰত) Script Committee-ৰ (1986-89) সদস্য হয়। ৰবীন্দ্ৰ নাথৰ ১২৫তম জন্মজয়ন্তী উপলক্ষে Eastern India Motion Pictures Associationৰ দ্বাৰা শ্ৰদ্ধাৰ্ঘ দিয়ে। সভাপতি হয় ৱেষ্ট বেঙ্গল অৰ্গেনাইজিং কমিটী ফৰ স্পোৰ্টছ এণ্ড ইণ্ডিয়া (Service for Integration and Emancipation In Aid of the drought stricken children of Africa): 'আমি পৃথিৱীৰ সন্তান'। জাতীয় স্তৰত দূৰদৰ্শনৰ বাবে চলচিত্ৰ কিনা আৰু বাছনি কমিটিৰ সদস্য নিৰ্বাচিত হয়।

১৯৮৭ চনত অসম চৰকাৰৰ দ্বাৰা 'Man of the Year'ৰূপে পুৰস্কাৰ লাভ কৰে। পশ্চিম বঙ্গত চিত্ৰজগত পত্ৰিকাৰ দ্বাৰা 'প্ৰমথেশ বৰুৱা' পুৰস্কাৰ লাভ কৰে। এই বছৰতে ৩ আগষ্টত Blue Hills Travels (India) Ltd.গুৱাহাটীৰ দ্বাৰা তেওঁ সম্বৰ্ধিত হয়। National Citizen Award (India) শ্ৰেষ্ঠ নেপথ্য কণ্ঠশিল্পী ৰূপে (এক পল) Bengal Journalist Associationৰ দ্বাৰা সম্বৰ্ধিত হয়। ১৯৮৮ চনৰ পহিলা ফেব্ৰুৱাৰীত তেওঁ 'শঙ্কৰদেৱ বঁটা'ৰে সন্মানিত হয়, ৬ ফেব্ৰুৱাৰীত কলিকতাৰ ৰবীন্দ্ৰ সদনত 'সংগীত একাডেমী' পুৰস্কাৰ গ্ৰহণ কৰে; বাছিয়াত অনুষ্ঠিত ভাৰত উৎসৱত যোগদান কৰে। এই চনৰে ৭ মাৰ্চত গুৱাহাটীৰ নেহৰু ষ্টেডিয়ামত অনুষ্ঠিত এক বিশেষ অনুষ্ঠানত তেওঁক 'সংগীত সূৰ্য' উপাধি প্ৰদান কৰা হয়। ১৯৮৯ চনৰ ১০ মে'ত তেওঁ তৃতীয় বাৰৰ বাবে আমেৰিকা যাত্ৰা কৰে আৰু চাৰি মাহ পৰ্যন্ত আমেৰিকা ভ্ৰমণ কৰে।

১৯৯০ চনত তেওঁ National Film Dev. Corpn.ৰ Board of Directorৰ Member হয়। এই চনৰে ১৯ ডিচেম্বৰত All India CriticAssn অৰ দ্বাৰা কলিকতাৰ বিৰলা একাডেমী হলত ভূপেন হাজৰিকাক 'কলা শিৰোমণি' উপাধি প্ৰদান কৰা হয়; কলিকতাৰ 'কলাবতী' সংগীত শিক্ষায়তনৰ দ্বাৰা সম্বৰ্ধনা দিয়া হয়। ১৯৯১ চনৰ ২৭ জানুৱাৰীত ঠাকুৰ ৰামকৃষ্ণ পাৰ্কত ছাউদাৰ্ণ সমিতিয়ে সম্বৰ্ধনা জনায়, ৯ ফাগুনত কলিকতা ৩৯ৰ Sunrise Clubঅৰ দ্বাৰা সম্বৰ্ধনা জনোৱা হয়, মাৰ্চত তেওঁ ৰাষ্ট্ৰীয় চলচ্চিত্ৰ উন্নয়ন নিগম আৰু পুৰস্কাৰ সমিতিৰ সোতৰ জন জুৰিৰ অন্যতম সদস্য হয়; নৱেম্বৰত কেৰালাত অনুষ্ঠিত হোৱা আন্তৰ্জাতিক শিশু চলচ্চিত্ৰ মহোৎসৱত Board of Directorsঅৰ অন্যতম সদস্য আৰু উৎসৱ সমিতিৰ চেয়াৰমেন হয়। ১৯৯২ৰ ৩০ জুনত ড০ ভূপেন হাজৰিকাই আমেৰিকালৈ যায়। আমেৰিকাৰ Assam Association, Tagore Society of Indian Student Association আৰু Bangla Desh Cultural Associationৰ আমন্ত্ৰণত চিকাগো, আটলাণ্টা, নিউজাৰ্ছি, পেন্সিলভেনিয়া আৰু নিউইয়ৰ্কত গীত পৰিবেশন কৰে, সভা-সমিতিত যোগদান কৰে আৰু সম্বৰ্ধনা গ্ৰহণ কৰে। এই বছৰৰে ১৬ আৰু ২২ নৱেম্বৰলৈ গুৱাহাটীত অনুষ্ঠিত চুইডিছ শিশু চিত্ৰ মেলাত তেওঁ যোগদান কৰে। অসম সাহিত্য সভাৰ ৫৯ তম অধিৱেশনৰ সভাপতি নিৰ্বাচিত হয়, ডিচেম্বৰৰ শেষৰ সপ্তাহত অসমলৈ আহি অসম সাহিত্য সভাৰ অভিভাষণ ৰচনা কৰে। ১৯৯৩ চনৰ ১০ জানুৱাৰীৰ পৰা দিল্লীত অনুষ্ঠিত আন্তঃৰাষ্ট্ৰীয় চলচিত্ৰ মহোৎসৱত তেওঁ যোগদান কৰে। ৬ ফেব্ৰুৱাৰীত শিৱসাগৰৰ ৰংঘৰ বাকৰিত অনুষ্ঠিত অসম সাহিত্য সভাৰ সভাপতিৰূপে দায়িত্ব ভাৰ গ্ৰহণ কৰে। এই বছৰৰে ১৩ এপ্ৰিলত ভাৰত চৰকাৰৰ দ্বাৰা ১৯৯২ চনৰ 'দাদা চাহেব ফাল্কে বঁটা'ৰ বাবে নিৰ্বাচিত হোৱাৰ কথা ঘোষণা কৰা হয় আৰু ৫ মে' তাৰিখে ৪০ তম ৰাষ্ট্ৰীয় চলচিত্ৰ মহোৎসৱৰ উপলক্ষে আয়োজিত বিশেষ অনুষ্ঠানত তেওঁ 'দাদা চাহেব ফাল্কে বঁটা' গ্ৰহণ কৰে। ছেপ্তেম্বৰ মাহত জাপানৰ ফুকোকাত অনুষ্ঠিত 'এছিয়া পেচিফিক আন্তৰ্জাতিক চলচিত্ৰ মহোৎসৱত' 'রুদালি' চিনেমাৰ বাবে বছৰৰ শ্ৰেষ্ঠ সংগীত

পৰিচালক ৰূপে নির্বাচিত হয়। ১৯৯৪ চনৰ জানুৱাৰী মাহত কলিকতাত অনুষ্ঠিত হ'বলগীয়া ভাৰতৰ আন্তঃৰাষ্ট্ৰীয় চলচ্চিত্র মাহোৎসৱ উপলক্ষে ইণ্ডিয়ান পেনোৰামা শাখাৰ নির্বাচক মণ্ডলীৰ চেয়াৰমেন ৰূপে নির্বাচিত হয় । ১৯৯৮ চনত তেওঁ ৰাষ্ট্ৰপতিৰ দ্বাৰা সংগীত নাটক একাডেমীৰ অধ্যক্ষ নির্বাচিত হয় ।

২০০০ চনত তেওঁৰ উদ্যোগতে গুৱাহাটীৰ ৰবীন্দ্ৰ ভৱনত অসমৰ সত্ৰীয়া নৃত্যক ৰাষ্ট্ৰীয় স্বীকৃতি প্ৰদান কৰা হয় । ২০০১ চনত তেওঁ ভাৰত চৰকাৰৰ পৰা ৰাষ্ট্ৰীয় সন্মান সূচক 'পদ্ম বিভূষণ' উপাধি লাভ কৰে । ২০০৪ চনত তেওঁ সংগীত নাটক একাডেমীৰ অধ্যক্ষ পদৰ পৰা অৱসৰ গ্ৰহণ কৰে । এই চনতেই তেওঁ ভাৰতীয় জনতা দলৰ হৈ লোকসভা নির্বাচনৰ প্রার্থী ৰূপে থিয় হয় । সেই সময়ৰ প্ৰধান মন্ত্ৰী অটল বিহাৰী বাজপেয়ীয়ে তেওঁক প্ৰতিশ্ৰুতি দিছিল যে 'নির্বাচনত জয়ী হ'লে গুৱাহাটীত ভাৰতৰ ভিতৰতে ডাঙৰ ফিল্ম ইনষ্টিটিউট এটা গঢ়ি দিব ।' উল্লেখযোগ্য যে, ১৯৬৮ চনতেই বিধান সভাৰ সদস্য হৈ থাকোঁতেই তেওঁ আৰু বিষ্ণুৰাভাৰ উদ্যোগতেই গুৱাহাটীত 'ৰবীন্দ্ৰ ভৱন', জ্যোতিচিত্ৰবন', 'আৰ্টগেলাৰী' আদি কলা-সংস্কৃতি প্রদর্শনৰ অনুষ্ঠান চৰকাৰৰ পৰা আদায় কৰা হৈছিল আৰু স্থাপন কৰা হৈছিল । এই নির্বাচনত তেওঁ হাৰে ।

২০০৫ চনৰ ডিচেম্বৰত তেওঁ ত্ৰিবান্দ্ৰমলৈ যায়। সেই সময়ত ভাৰত মহাসাগৰত 'ছুনামী' আৰম্ভ হৈছিল । তেওঁ বিধ্বংসী ছুনামীৰ কবলৰ পৰা কথমপিহে তেওঁৰ জীৱন ৰক্ষা পৰে । ২০০৬ চনত গুৱাহাটীৰ নুনমাটি বিদ্যুতলীৰ বিহুমঞ্চত গীত গাই থাকোঁতে মাল্টি চেৰিব্ৰেল ৰোগত আক্ৰান্ত হৈ মঞ্চৰ ওপৰতে ঢলি পৰে আৰু বহু চিকিৎসাৰ অন্তত আৰোগ্য লাভ কৰে । ২০০৮ চনত অসম সাহিত্য সভাই তেওঁক 'সাহিত্যাচাৰ্য' উপাধি প্ৰদান কৰে । এই বছৰটোত অসমৰ নানা সংগঠন, অনুষ্ঠান আৰু গুণমুগ্ধই তেওঁক সম্বৰ্ধনা জনায় । ২০০৯ চনত অসম চৰকাৰে তেওঁক 'অসম ৰত্ন' উপাধিৰে বিভূষিত কৰে । এই চনতে ভাৰতৰ ৰাষ্ট্ৰপতি প্ৰতিভা দেৱী সিং পাটিলে তেওঁক 'সংগীত ৰত্ন' উপাধিৰে বিভূষিত কৰে। এই চনতে ড০ ভূপেন হাজৰিকাই আছুৰ উদ্যোগত গুৱাহাটীৰ দীঘলী পুখুৰীৰ পাৰত নিজে নিজৰ প্ৰতিমূৰ্তি উন্মোচন কৰে ।– এই সৌভাগ্য যি কোনো ব্যক্তিৰ জীৱনতে বিৰল । গুৱাহাটীৰ নিজৰাপাৰত তেওঁৰ নিজৰ ঘৰ যদিও সম্প্ৰতি কৰ্তব্যৰ খাতিৰতেই হওঁক বা উন্নত চিকিৎসাৰ বাবেই হওক তেওঁ মুম্বাইৰ নিজা বাস ভৱনত আছে । হৃদৰোগৰ জটিলতা বৃদ্ধি পোৱাত ২০০৯ চনৰ চাৰি আগষ্টত মুম্বাইৰ কোকোবেন ধিৰুভাই (ৰিলায়েন্স) হস্পিতেলত এই মহান শিল্পী গৰাকীৰ বাইপাছ চাজৰি সুকলমে সম্পন্ন হৈ যায় । আৰোগ্য লাভ কৰাত ১৮ আগষ্ট তাৰিখে মুম্বাইস্থিত নিজ গৃহলৈ প্ৰত্যাগমন কৰে।

জনতাৰ মতে ভূপেন হাজৰিকা এজন সুকণ্ঠী গায়ক, বিশিষ্ট গীতিকাৰ, সুৰকাৰ যদিও তেওঁ এজন প্ৰসিদ্ধ চলচ্চিত্ৰ নিৰ্মাতা, চলচ্চিত্ৰৰ কাহিনী-সংলাপ লেখোঁতা আৰু চলচ্চিত্র পৰিচালক । এই মহৎ গুণবোৰৰ বাবে ১৯৯৩ চনত তেওঁক ভাৰতীয় চলচ্চিত্ৰৰ সৰ্বশ্ৰেষ্ঠ পুৰস্কাৰ 'দাদা চাহেব ফাল্কে বঁটা'ৰে সন্মানিত কৰা হৈছিল। তেওঁৰ কাহিনী আৰু চিত্ৰনাট্য লিখা কথাছবিবোৰ হ'ল– এৰাবাটৰ সুৰ (১৯৫৬), মাহুত বন্ধুৰে (১৯৫৮), শকুন্তলা (১৯৬১), লটিঘটি (১৯৬৬), চিকমিক বিজুলী (১৯৬৯), ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আৰু জয়মতী (১৯৭৬), ভাগ্য (হিন্দী চিনেমা তকদীৰৰ অসমীয়া ৰূপ–১৯৬৮) ।

পৰিচালনা কৰা কথাছবিবোৰ হ'ল— এৰাবাটৰ সুৰ, মাহুত বন্ধুৰে, শকুন্তলা, প্ৰতিধ্বনি (১৯৬৪), লটিঘটি, ভাগ্য (১৯৬৮), চিকমিক বিজুলী, মেৰা ধৰম মেৰি মা (১৯৭৫), ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আৰু জয়মতী (১৯৭৬), মন প্ৰজাপতি (১৯৭৯), চিৰাজ (পুনৰ্নিৰ্মাণ– ১৯৮৯), মিৰি জীয়ৰী (১৯৯০)

সংগীত পৰিচালনা কৰা কথাছবিবোৰ হ'ল— সতী বেউলা (বঙালী, ১৯৪৮), চিৰাজ (১৯৪৮), পিয়লি ফুকন (১৯৫৫), এৰা বাটৰ সুৰ, ধুমুহা (১৯৫৭), কেঁচা সোণ (১৯৫৯), পুৱতি নিশাৰ সপোন (১৯৫৯), শকুন্তলা, মণিৰাম দেৱান (১৯৬৩), প্ৰতিধ্বনি, লটিঘটি, ভাগ্য, চিকমিক বিজুলী, চামেলি মেমচাব (১৯৭৫), খোজ (১৯৭৫), পলাশৰ ৰং (১৯৭৬), ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আৰু জয়মতী, বনহংস (১৯৭৬), বনজুই (১৯৭৭), বৃন্দাবন (১৯৭৮), মন প্ৰজাপতি, অৰুণ (১৯৮০), অপৰূপা (১৯৮০), মা (১৯৮৩), অঙ্গীকাৰ

(১৯৮৫), যুগে যুগে সংগ্ৰাম (১৯৮৬), সংকল্প (১৯৮৬), স্বীকাৰোক্তি (ফিল্ম ডিভিজনৰ বাবে নিৰ্মিত অসমীয়া কাহিনী চিত্ৰ– ১৯৮৬), প্ৰতিশোধ (১৯৮৭), চিৰাজ (১৯৮৯), মিৰি জীয়ৰী, পানী (১৯৯০), প্ৰিয়জন (১৯৯৩), অশান্ত প্ৰহৰ (১৯৯৪), সতী ৰাধিকা (২০০৪)

সংগীত পৰিচানা কৰা **বঙালী কথাছবিবোৰ** হ'ল — জীৱন তৃষ্ণা (১৯৫৭), কড়ি ও কমল (১৯৫৭), অসমাপ্ত (১৯৫৭), মাহুত বন্ধুরে, জোনাকীৰ আলো (১৯৫৮), দুই বেচারা (১৯৫৯), এখানে পিঞ্জর (১৯৭১), দম্পতি (১৯৭৬), মহুয়া (১৯৭৭), সীমানা পেরিয়ে (বাংলাদেশ–১৯৭৭), নাগিনী কন্যার কাহিনী (১৯৭৯), কালো সিঁদুর (১৯৮৪), চামেলি মেমচাব, কোমল গান্ধার আৰু বন্ধু

ড০ ভূপেন হাজৰিকাই সংগীত পৰিচালনা কৰা **হিন্দী কথাছবিবোৰ** হ'ল —আৰোপ (১৯৭৩), মেৰা ধৰম মেৰি মা (১৯৭৫), অপেক্ষা (১৯৮৪), এক পল (১৯৮৬), লোহিত কিনাৰে (দূৰদৰ্শনৰ ধাৰবাহিক–১৯৮৮), চামেলি মেমচাব, ৰুদালী (১৯৯২), মিল গয়া মঞ্জিল মুঁঝে (১৯৯৭), দৰমিয়া (১৯৯৭), সাজ (১৯৯৯), গজগামিনী (২০০১), কিঁউ (২০০৩), সত্ মাইয়া কা মহিমা (ভোজপুৰী চিনেমা), ৰিং আং তং (কাৰ্বি চিনেমা–১৯৮৭), দেশদানম্ (মালায়ালাম –১৯৯৭) আৰু আত্মাৰামৰ 'ইয়ে গুলিস্তাঁ হামাৰা'ৰ উপদেষ্টা হয় ।

ড০ ভূপেন হাজৰিকা এজন সুকবি, আবৃত্তিকাৰ । তেওঁ অনেক কবিতা ৰচে, বিদেশী কবিতা অনুবাদ কৰে আৰু মহামূল্যবান প্ৰবন্ধ আৰু সম্পাদকীয় লিখে । তেওঁ কম সংখ্যক ছবি আঁকে আৰু স্কেচ অঙ্কণ কৰে যদিও তেওঁ এজন ভাল চিত্ৰকৰও । তেওঁ পিকাছো, চালভাদৰ দালি, ভান গখ আদি পৃথিৱীৰ বিখ্যাত চিত্ৰশিল্পী সকলৰ গুণমুগ্ধ; এম এফ হুছেইনৰ বন্ধু । অশীতিপৰ এই মহান শিল্পীজনাৰ শিল্পসাধনা অধুনাও অব্যাহত আছে আৰু বাইপাছ চাজাৰীৰ পিছতো বিখ্যাত চিনেমা নিৰ্মাতৃ কল্পনা লাজমীৰ দুখন কথাছবিৰ সংগীত পৰিচালনাৰ বাবে চুক্তিবদ্ধ হৈছে ।

উল্লেখযোগ্য যে, ড০ ভূপেন হাজৰিকাৰ BIODATA অতি দীঘল । হয়তো বিশ্বৰেই দীৰ্ঘতম BIODATA হ'ব পাৰে । গতিকে অলপ কথাৰে তেওঁৰ জীৱনৰ কথা কৈ বা লিখি শেষ কৰিব নোৱাৰি। ইয়াত তেওঁৰ জীৱন বৃত্তৰ কিছুমান বিশেষ কথাৰ সংস্পৰ্শ লৈহে অহা হৈছে। অসম মাতৃৰ মুখ উজলোৱা মহান শিল্পীজনাই দীৰ্ঘজীৱন লাভ কৰক; তেওঁৰ শিল্প সাধনা, সৃষ্টি আৰু আগলৈ আগবাঢ়ক এয়াই পৰমেশ্বৰৰ ওচৰত অসমবাসীৰ প্ৰাৰ্থনা ।

তৰণী পাঠক        মনোমতী পাঠক ডাকুৱা

# পাতনি

ভূপেন হাজৰিকা— ! এটা বিশ্ব বিশ্ৰুত নাম; এজন আন্তৰ্জাতিক খ্যাতি সম্পন্ন শিল্পী, জীৱন্ত কিংবদন্তি। বিশ্বত তেওঁ গায়ক হিচাবে খ্যাত যদিও তেওঁ একেধাৰে গায়ক, গীতিকাৰ, সুৰকাৰ, নাট্যকাৰ, চিত্ৰকৰ, চলচিত্ৰ প্ৰযোজক-পৰিচালক, অভিনেতা, সুবক্তা, নৃত্যশিল্পী, চিত্ৰশিল্পী, সুগদ্য লিখক, হাস্যৰসিক, কবি, অনুবাদক আদি বহুমুখী প্ৰতিভাধৰ। ১৯২৬ চনৰ ৮ চেপ্তেম্বৰত শদিয়াৰ বিশাল লুইতৰ পাৰত (বৰ্তমানৰ অৰুণাচল) এইজনা মহান শিল্পীৰ জন্ম হয়। সোণালী শৈশৱ পাৰ হয় প্ৰাকৃতিক সৌন্দৰ্য্যৰ প্ৰাচুৰ্য্য সমৃদ্ধ ওখ-চাপৰ নীলা-সেউজীয়া পাহাৰেৰে পৰিবেষ্টিত গুৱাহাটীৰ বিশাল লুইতৰ পাৰৰ ভৰলুমুখত; কৈশোৰ-যৌৱন অতিবাহিত হয় ধুবুৰী-তেজপুৰৰ লুইতৰ পাৰত। এহাল সৎ-ন্যায়নিষ্ঠ, সুসংস্কৃত পিতৃ-মাতৃ নীলকান্ত হাজৰিকা আৰু শান্তি প্ৰিয়াৰ প্ৰথম সন্তান আছিল তেওঁ। তেওঁ ডাঙৰ-দীঘল হয় আৰু জীৱনৰ আদি পাঠ আৰম্ভ কৰে এটি সুসংস্কৃত পৰিয়াল মাকৰ মাতৃ গৃহত গুৱাহাটীৰ ভৰলুমুখত। হিব্‌হিব্ শবদে বৈ যোৱা লুইতখনৰ দৰেই তেওঁৰ প্ৰগলভিত কণ্ঠটি যিটি উত্তৰাধিকাৰী সূত্ৰে লাভ কৰিছিল তেওঁৰ সুকণ্ঠী গায়িকা মাতৃৰ পৰা। সংস্কৃতিবান পৰিয়ালটোত তেওঁ লাভ কৰিছিল শঙ্কৰ-মাধৱ গুৰু দুজনাৰ আদৰ্শ, পাণ কৰিছিল বৰগীত-ঘোষাৰ সুধামৃত আৰু অসমীয়া সাহিত্য-সংস্কৃতিৰ মকৰন্দ। তেওঁৰ পিতৃ নাজিৰাৰ এজন নাগাৰা নামৰ শিল্পী আৰু ভাওনা অভিনেতা আছিল। সুকণ্ঠী গায়িকা মাতৃৰ কণ্ঠ নিজৰাৰে অবিৰাম নিজৰিছিল বৰগীত-লোকগীতৰ অমিয়া সুৰ যিয়ে এটি শিশুক এজন বিশ্বমানৰ শিল্পীৰ দেউলৰ ভেটি বজ্ৰাত তিল্‌তিল্‌কৈ অবিহনা যোগাইছিল। ফলশ্ৰুতিত বাধা নেমানি সাহসেৰে সাগৰ মহাসাগৰলৈ বৈ যোৱা লুইতখনৰ দৰেই তেওঁৰ জীৱন লুইতেও ধাৱমান হৈছিল অসম মুলুকৰ (উত্তৰ পূৰ্বাঞ্চল) পৰা ভাৰত হৈ বিশ্বমানৰ অভিমুখে তথা বিশাল আকাশৰ পিনে।

১৯৩০ চনৰ ৩০ জানুৱাৰীৰ দিনা গুৱাহাটীৰ কটন কলেজিয়েট হাইস্কুলত ছাত্ৰ সকলৰ এখন সভা আয়োজিত হৈছিল। সেই সভাত এটি কণমানি শিশুৱে হাৰমনিয়াম বজাই এটি সুমধুৰ গীত গাইছিল। শিশুটিৰ গীত শুনি শ্ৰোতা দৰ্শকৰ লগতে সভাৰ সভাপতি জনও বিমুগ্ধ হ'ল। গীতৰ অন্তত সভাপতিজনে বহা আসনৰ পৰা উঠি গৈ নিজৰ তামোলখোৱা মুখখন থুই শিশুটিৰ গালত চুমা এটা খাই কৈছিল – "বৰ ডাঙৰ শিল্পী হব এওঁ"। সেই সভাৰ সভাপতিজন আছিল অসমীয়া ভাষা সাহিত্যৰ কাণ্ডাৰী স্বৰূপ সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা। বেজবৰুৱাদেৱে তেখেতৰ আত্মজীৱনী 'মোৰ জীৱন সোঁৱৰণ'ত এই কথা এনেদৰে লিখিছে — "গুৱাহাটীৰ গৱৰ্ণমেণ্ট স্কুলৰ ছাত্ৰ সকলৰ বিশেষ অনুৰোধত আবেলি তেওঁলোকৰ সভালৈ গ'লোঁ। ............... ছাত্ৰসকলৰ সভাত এটি অতি কম বয়সীয়া ল'ৰাই (শিশু বুলিলেই হয়) হাৰমনিয়ামৰ সহায়ত সুন্দৰকৈ এটি গান গাইছিল। মই মুগ্ধ হৈ আসনৰ পৰা উঠি সভাতে ল'ৰাটিৰ গালত এটি চুমা খালোঁগৈ। তাহানি কালত কলিকতাত 'মাষ্টাৰ মদন' বোলা তেনেকুৱা গান গোৱা ল'ৰা এটিৰ গান শুনিছিলোঁ। আজি অসমীয়া 'মাষ্টাৰ মদন'ক দেখি বৰ সন্তোষ পালোঁ।" —সেয়াই আছিল তেওঁৰ গীতৰ সভাৰ শ্ৰোতা জনতাৰ তেওঁ সম্পৰ্কে প্ৰথম আৱিষ্কাৰ। বেজবৰুৱাদেৱৰ সেই আশীষ শিৰৰ মুকুট হৈ জিলিকি ৰ'ল। হাজৰিকাদেৱৰ দেউতাক প্ৰথমে শিক্ষক আছিল যদিও পিছলৈ ক্ৰমে স্কুল পৰিদৰ্শক আৰু মাটিৰ হাকিম হ'ল। দেউতাকৰ চাকৰি সূত্ৰে কিছুকাল ধুবুৰীত আছিলগৈ। তাতেই পাইছিল দ্বিতীয়টো ফকাহ্। ধুবুৰীতেই সেই সময়ৰ বিখ্যাত লোকসংগীতৰ গায়ক আব্বাছউদ্দিনকো দেখা পোৱাৰ, তেওঁৰ অনুষ্ঠান উপভোগ কৰাৰ সৌভাগ্য হৈছিল। এনেদৰেই ঘৰ-পৰিয়াল, শিক্ষাগুৰু আৰু বৰ্হিজগতৰ নানা পৰিবেশে এটি বিশ্বমানৰ শিল্পী গঢ়াত এখুদ এখুদকৈ অবিহনা যোগাইছিল। শ্ৰোতা জনতাই তেওঁৰ শিল্পী সত্তাৰ উমান পাই শিল্পীৰূপে আৱিষ্কাৰ কৰিলে, শ্ৰোতাৰ পৰা পোৱা মৰম-স্নেহ, শ্ৰোতাই যোগোৱা উৎসাহ-উদ্দীপনাতেই তেওঁ এজন গায়ক-গীতিকাৰ ৰূপে প্ৰতিষ্ঠা লাভ কৰিলে; জীৱন জুৰি গীত গালে। ভুল কৰিলেও শ্ৰোতাৰ সমালোচনাৰে থকা সৰকা হৈ জুয়ে পোৱা সোণ হ'ল।

তেওঁৰ গীতৰ সভাৰ শ্ৰোতাইহে যে প্ৰধান অলঙ্কাৰ যাৰ আশীষ নিৰ্মালি লৈ জীৱনৰ দুপৰীয়াই নহয়,

সন্ধিয়ালৈকে যে গীত গাই আহিছে সেই কথা কৃতজ্ঞতাৰে সুঁৱৰি বিনম্ৰ ভাবে শ্ৰোতা জনতাক নমস্কাৰ জনাই গোৱা "মোৰ গীতৰ হেজাৰ শ্ৰোতা

তোমাক নমস্কাৰ

গীতৰ সভাত তুমিয়েইতো

প্ৰধান অলঙ্কাৰ ।" – গীতটিৰে অকপটে স্বীকাৰ কৰিছে । হাজৰিকাদেৱে গীতিকাৰ জীৱনৰ পাতনি মেলে ১৯৩৭ চনত ন বছৰ বয়সতে লিখা

"কুসুম্বৰ পুত্ৰ শ্ৰীমন্ত শঙ্কৰে

ধৰিছিল নামৰে তান" – টোকাৰী গীতৰ সুৰৰ এই গীতটিৰে আৰু সুৰকাৰ জীৱনৰ পাতনি মেলে তেওঁৰ পিতৃদেৱতা 'নীলকান্ত হাজৰিকা ৰচিত 'অ' মইনা কেতিয়া আহিলি তই' বনগীতটিৰে। সুৰ আৰু কণ্ঠৰ যাদুৰে বিশ্বক বিমোহিত কৰা কলাকাৰ ড০ ভূপেন হাজৰিকাদেৱৰ গীত সমূহ ৰেডিঅ' যোগে আৰু বিয়া-সবাহ, সভা-সমিতিত বজোৱা মাইক যোগে শুনি শুনি আমিও আকৃষ্ট হৈছিলোঁ শৈশৱৰ পৰাই । শুনাই নহয় – সংৰক্ষণ কৰিছিলোঁ বুকুৰ মাজত বাপতিয়া সম্পত্তিৰ দৰে; অনুপ্ৰাণিত হৈছিলোঁ, – সভাই-সমিতিয়ে নাইবা সংগীতানুষ্ঠানত গাইছিলোঁ আৰু প্ৰশংসিত তথা পুৰস্কৃতও হৈছিলোঁ । কিন্তু উচ্চ পৰ্য্যায়ৰ ভাষা-সাহিত্যৰে সমৃদ্ধ গীতবোৰৰ অৰ্থহে হৃদয়ঙ্গম কৰিব পৰা নাছিলোঁ । সময়ৰ আঙুলিত ধৰি এখোজ দুখোজকৈ আগুৱাই অহাত লাহে লাহে অৰ্থ বুজি পোৱা হলোঁ । মুগ্ধ হলোঁ যাদুকৰী সুৰৰ সেই গীত সমূহত নিহিত থকা সাহিত্য সম্ভাৰৰ প্ৰতি । সাধাৰণতে, গায়ক-গায়িকা বা সুৰকাৰ সকলৰ অভিমত— গীতত ব্যৱহৃত শব্দ অতি কোমল, অৰ্থবহুল আৰু ছন্দোবদ্ধ হোৱা উচিত যাতে সুৰ কৰিবলৈ সুচল হয়। ড০ হাজৰিকাদেৱৰ গীততো এনে কথাই প্ৰযোজ্য যদিও তেওঁৰ অধিক সংখ্যক গীতেই ইয়াৰ ব্যতিক্ৰম । তেওঁৰ গীতাৱলীত ব্যৱহৃত শব্দাৱলী অতি উচ্চ পৰ্য্যায়ৰ; অৰ্থ পূৰ্ণ যদিও উচ্চাৰণ কৰিবলৈ টান। কিন্তু তাৎপৰ্য্যপূৰ্ণ কথা এয়ে যে, আনৰ বাবে দুৰ্বোধ্য যেন লগা শব্দবোৰো হাজৰিকাদেৱৰ কণ্ঠত অতি সহজ অতি নিমজ হৈ যায় । প্ৰতিটো শব্দৰ সঠিক সংযোজন আৰু স্পষ্ট উচ্চাৰণে গীতৰ অৰ্থ ফটফটীয়াকৈ বুজাই দিয়ে । এই কথাটোও ঠিক যে তেওঁৰ গীতবোৰ কেৱল তেওঁৰ কণ্ঠৰ বাবেই । –আনৰ কণ্ঠত সিমান শুৱলা নহয় । এই ক্ষেত্ৰত 'গীতাৱলী'ৰ 'ভূমিকা'ত শিক্ষাবিদ ড০ মহেন্দ্ৰ বৰাদেৱেও সঠিক মন্তব্যকে দিছে – 'তেওঁৰ গীতৰ কথা আৰু সুৰ কেৱল তেওঁৰেই কণ্ঠৰ বাবে ৰচিত ।'

প্ৰায় সাতোটা দশক জুৰি যাদুকৰী কণ্ঠ আৰু সুৰৰ মায়াজালেৰে বিশ্ব বিমোহিত কৰা ড০ ভূপেন হাজৰিকাদেৱৰ গীতাৱলীয়েও ৰবীন্দ্ৰ সঙ্গীত, জ্যোতি সঙ্গীত, বিষ্ণু সঙ্গীতৰ দৰে নিজস্ব ধাৰাৰে প্ৰতিস্থালব্ধ 'ভূপেন্দ্ৰ সঙ্গীত'ক নতুন প্ৰজন্মইও সমানে আদৰি লৈছে । ভূপেন্দ্ৰ সঙ্গীত জাতীয় সম্পদত পৰিণত হৈছে। বিশ্বৰ সম্পদ হৈছে । সেয়েহে উত্তৰপুৰুষৰ বাবে এই গীত সমূহ সংৰক্ষণৰ প্ৰয়োজন আহি পৰিছে । ইতিমধ্যে হাজৰিকাদেৱৰ বহু জনপ্ৰিয় গীত হেৰাই গৈছে । ৰেডিঅ'ৰ আৰ্কাইভৰ পৰাও বহু গীত হেনো অন্তৰ্ধ্যান হৈছে। শিলত মূৰ আছুৰিলেও কিছু গীত আজি বিচাৰি পোৱা নেযায় । যাযাবৰ শিল্পী জনাই ৰেকৰ্ডিং কৰাৰ পিছত সেই গীতবোৰ সংৰক্ষণৰ কোনো প্ৰয়োজন বোধ নকৰিলে । সংঘাতপূৰ্ণ বাস্তৱ জীৱনত তেওঁৰ গীত যে ইমান মূল্যবান হব সেই কথা হয়তো তেওঁ অনুমানো কৰিব পৰা নাছিল যি কথা শঙ্কৰদেৱ, পল ৰবছন, শ্বেকছপিয়েৰ নাইবা মিল্টনেও ভাবিব পৰা নাছিল। ইতিমধ্যে, ড০ ভূপেন হাজৰিকাদেৱৰ গীতৰ দুটা সংকলন প্ৰকাশ হৈছে — এখন ড০ দিলীপ দত্তৰ দ্বাৰা সম্পাদিত 'ড০ ভূপেন হাজৰিকাৰ গীত আৰু জীৱন ৰথ' য'ত হাজৰিকাদেৱৰ ১৯৮৫ চনলৈ ৰচিত গীত সমূহহে প্ৰকাশিত হৈছে । ড০ দিলীপ দত্তই বহু কষ্ট কৰি বিচাৰি খোচাৰি আনি সংৰক্ষণৰ ব্যৱস্থা কৰিছে । ই নিতান্তই শলাগনীয়। আনখন হ'ল সূৰ্য্য হাজৰিকাৰ দ্বাৰা সম্পাদিত 'গীতাৱলী' য'ত হাজৰিকাদেৱৰ ১৯৯২ চনলৈ ৰচিত গীত সমূহহে অন্তৰ্ভুক্ত হৈছে । ইয়াৰ পিছতো উৰণীয়া মৌৰ দৰে বিশ্বৰ প্ৰান্তৰে প্ৰান্তৰে গীত গাই গীতৰ মধু বিলাই ফুৰা হাজৰিকাদেৱৰ ২০০৬ চনৰ নুনমাটিৰ বিদ্যুতলীত মাল্টি চেৰিব্ৰেল ৰোগত আক্ৰান্ত হৈ অসুস্থ হোৱালৈকে গীতৰ সভাত গীত পৰিবেশন আৰু সৃষ্টি অব্যাহত আছিল । ২০০৭ চনলৈকে বহু গীত তেওঁ ৰচিছে, সুৰ দিছে, গাইছে –অধুনাও অব্যাহত আছে । আমি হাতে চুকি পোৱা সকলো গীত সংলগ্ন কৰি তেওঁৰ সমগ্ৰ গীতৰ সংকলন এটি প্ৰকাশ কৰাৰ মানসেৰে এদিন তেওঁৰ নিজবাপাৰস্থিত বাসগৃহত তেওঁৰ কাষ চাপিছিলো অনুমতি বিচাৰি।

সেয়া আছিল ২০০৬ চনৰ জানুৱাৰীৰ কথা। আমাৰ উদ্দেশ্য আৰু আগ্ৰহৰ কথা শুনি শিল্পী গৰাকী আনন্দিত হ'ল। পৰম আহ্লাদিত মনে তেওঁ আমাক অনুমতি দিলে আৰু তেওঁ নিজে কিতাপখনৰ নামকৰণো কৰিলে— 'ড০ ভূপেন হাজৰিকাৰ গীত সমগ্ৰ' হ'বও পাৰে বুলি। সংকলনটিৰ সম্পৰ্কে তেওঁ আমাক নানা দিহা পৰামৰ্শও দিলে ঘৰৰ (পিতৃ, ককা আদি) জ্যেষ্ঠজনে দিয়াৰ দৰেই। গীত, অসমীয়া সমাজ-সংস্কৃতি সম্বন্ধে নানা আলাপ-আলোচনা হ'ল। সেই সময়তে 'হস্তীৰ কন্যা, হস্তীৰ কন্যা বামুণেৰ নাৰী' গীতৰ সুৰ এটা ভাঁহি আহিছিল। (তেওঁৰ গাড়ী চালকজনে টেপ বজাই গাড়ী চাফ কৰি আছিল)। তেওঁ কৈ গৈছিল— গোৱালপাৰীয়া লোকগীত যাক অসম বেঙ্গল দুয়ো ৰাজ্যতে হেয় চকুৰে চোৱা হৈছিল; — কেনেকৈ অতি কষ্টেৰে প্ৰতিষ্ঠা কৰা হৈছিল— আকাশবাণী গুৱাহাটীয়ে কয়—'অসমীয়া নহয়', কলিকতা ৰেডিঅ'ই কয় 'বাংলা নহয়'। টকা নাই, পইচা নাই অথচ খিচিবি খাই খাই নিখিলেশ বৰুৱাৰ সৈতে লগহৈ 'মাহুত বন্ধুৰে' চিনেমা কৰিছিল; — পিছলৈ অসমৰ বিহুৰ সাংস্কৃতিক সন্ধিয়াত প্ৰতিমা পাণ্ডেৰ গীত নহলে নহয়, বেঙ্গলত 'আমাদের গোয়ালপারীয়া গীত' বুলি গৰ্ব কৰে। জীৱন কালতে জনতাৰ মৰম-স্নেহ-আশীষ, স্বীকৃতি বুটলা, নানা বঁটা-বাহন লাভ কৰা, আৰ্ন্তৰাষ্ট্ৰীয় খ্যাতি সম্পন্ন শিল্পী গৰাকীৰ চকুত-মুখত, তেওঁৰ হৃদয় গহ্বৰত উপলব্ধ অন্য এক ব্যথাদায়ক অনুভূতি অনুভূত হোৱা আমাৰ অনুভৱ হ'ল। কথা প্ৰসঙ্গতে তেওঁ আক্ষেপেৰে ক'লে: "মোৰ গীত জনপ্ৰিয়। ঠিকেই। .... আৰু জনপ্ৰিয় হ'ব লাগিছিল। যাৰ বাবে গীত লিখিছিলোঁ তেওঁলোকে গীতৰ অৰ্থ বুজিয়েই নাপায়। মোৰ গীতবোৰ আজিলৈকে কোনেও বিশ্লেষণ কৰি চোৱা নাই। নাইবা বিশ্লেষণ কৰিবলৈ চেষ্টাও কৰা নাই। এই কথা মই গীতাবলীত লিখিছোঁ। এইফেৰা কাম তোমালোক দুয়ো কৰিবা —তোমালোকে কৰিব পাৰিবা বুলি মোৰ বিশ্বাস হৈছে তোমালোকৰ আগ্ৰহ দেখি। গীতবোৰ তোমালোকে বিশ্লেষণ কৰা। তেহে মোৰ গীত সাৰ্থক হ'ব।" কথাবোৰ আমি অনুধাৱন কৰিলোঁ — একেবাৰে সত্য কথা। গায়ক গীতিকাৰ গৰাকীয়ে তেওঁৰ সমগ্ৰ ৰচনাৱলীৰ সৰহ ভাগেই সমাজৰ লাঞ্ছিত, বঞ্চিত, অৱহেলিত, নিৰ্যাতিত, নিপীড়িত, ভোকাতুৰ, নিৰাপত্তাহীনজনৰ হিতৰবাবেই ৰচিছিল। জীৱনৰ প্ৰথমটো গীত 'কুসুম্বৰ পুত্ৰ শ্ৰীমন্ত শঙ্কৰে' লিখিছিল মহান সমাজ সংস্কাৰক শঙ্কৰদেৱক সুঁৱৰি সমাজখনৰ প্ৰতি কিবা এটা কৰিব পাৰিম বুলি বহু আশা বুকুত বান্ধিলৈ—ন বছৰ বয়সতে। দ্বিতীয় গীতটো লিখিছিল তেৰ বছৰ বয়সতে 'সৰ্বহাৰাৰ সৰ্বস্ব পুনৰ ফিৰাই আনিম' বুলি সংকল্প লৈ। যাৰ বাবে গীতবোৰ ৰচিছিল, গাইছিল সেই সকলেই যদি গীতৰ অৰ্থ বুজি পোৱা নাই তেনেহ'লে গীত ৰচনাৰ, গোৱাৰ সাৰ্থকতাই বা ক'ত?

ইতিমধ্যে আমি গীতাৱলীৰ 'মোৰ দুআষাৰ'ত তেওঁ লিখা কথাখিনি পঢ়িছোঁই। তাত লিখা আছে- 'মোৰ কম বয়সৰ ৰচনা আৰু মোৰ বয়সৰ লগে লগে প্ৰকাশৰ ৰচনা, লঘু কাৰণত লিখা ৰচনা, গৈশত কবিত্ব থকা ৰচনা, তাৰিখৰ ধাৰাবাহিকতা থকা ৰচনা, বৰ্তমানক সন্মান কৰি কৰা ৰচনা, অতীতক সন্মান কৰি সৃষ্টি কৰা ৰচনা, অনাগত দিনৰ কথা ভাবি কৰা আশাবাদী ৰচনা এই সমূহ বিভাগত এই সংকলনৰ গীত সমূহ ভগোৱাৰ চেষ্টাও সংকলকে কৰা নাই। যি সকল সমালোচকে মোৰ এই গীতসমূহ বিশ্লেষণ কৰিব তেওঁলোকলৈ এই কামফেৰা এৰিলোঁ।" আনহাতে জনতাৰ মাজৰে এজন হিচাবে অনেকবাৰ অনেকৰ মুখত শুনা অপ্ৰিয় যদিও সত্য মন্তব্য এবাৰ আমিও নুউনুকিয়াকৈ থাকিব নোৱাৰিলোঁ। সেয়া হ'ল — 'ভূপেন হাজৰিকাৰ গীতৰ দাঁত ভঙা শব্দৰ অৰ্থই বুজি নাপাওঁ'। এই মন্তব্য আমাৰ বাবে অপ্ৰত্যাশিত যদিও শিল্পী গৰাকীৰ ব্যথা ভৰা হৃদয়ানুভূতি আৰু উক্ত মন্তব্যক পৰ্য্যালোচনা কৰি চাই মূৰৰ ওপৰত থোৱা দাঙিব নোৱাৰা শিলটো যেন সাধ্যাতীত কামটিৰ ক্ষেত্ৰত 'না' উচ্চাৰণ কৰিব নোৱাৰি তলমূৰাকৈয়ে 'মৌনেন সম্মতি লক্ষণমে'ৰে সন্মতি জনালোঁ। আমি বিনম্ৰ ভাৱে পুনৰাই তেওঁক জনালোঁ: 'ভূপেন দা, এই কামত যথেষ্ট সময় লাগিব। কাৰণ সামান্য প্ৰস্তুতিকণো আমাৰ নাই।' সমিধানত তেওঁ ক'লে যে, "ড০ দিলীপ দত্তৰ 'ড০ ভূপেন হাজৰিকাৰ গীত আৰু জীৱন ৰথ'খন সম্পূৰ্ণ কৰোঁতে যোল্ল বছৰ লাগিছিল। গতিকে তোমালোকৰো যিমান দিন লাগে লাগিব। কৰি যোৱাঁ।" —আমি উৎসাহ পালোঁ।

গীতি-সাহিত্যৰ এজন বিদগ্ধ পণ্ডিত ড০ ভূপেন হাজৰিকাৰ গীতাৱলী বিশ্লেষণ কৰিবলৈ হাত দিয়াটো

তেনেই উজু কাম নহয়; এক প্ৰকাৰ ধৃষ্টতাহে মাথোন । তথাপিও বিনা বাক্যব্যয়ে ঘৰৰ জ্যেষ্ঠ তথা মান্য ব্যক্তিজনৰ দৰেই চিৰ নমস্য 'ভূপেন দা'ই দিয়া সকলো দিহা পৰামৰ্শ শিৰোধাৰ্য্য কৰি গীতখিনি বিচাৰি খোচাৰি আনি আমাৰ সাধ্যানুসৰি আমি বিশ্লেষণ কৰাৰ পথত আগবাঢ়িলোঁ । এই কাম সম্পূৰ্ণ কৰোঁতে আমাৰ চাৰে তিনি বছৰ সময় লাগিল । কথা হ'ল, বিশ্বজনক ভূপেন হাজৰিকাৰ গান বিশ্লেষণ কৰি অৰ্থ বুজোৱাৰ অৰ্থ নাই। সেয়েহে গীতিকাৰ জনে আশা কৰাৰ দৰে এই লেখাত বিচক্ষণ পণ্ডিত জনাৰ গীতিকবিতা সমূহৰ সাহিত্যিক দিশ বা সাঙ্গীতিক দিশৰ বিশ্লেষণ নকৰি গীত ৰচনাৰ ধাৰাবাহিকতা ৰক্ষা কৰাৰ পাৰ্য্যমানে চেষ্টা কৰি কেৱল সৰ্বসাধাৰণ জনতাই বুজি পোৱাকৈ সহজ সৰল ভাষাৰে মাথোঁ গীতৰ অৰ্থহে বিশ্লেষণ কৰা হ'ল। কাব্যিক বা সাহিত্যিক, সাঙ্গীতিক এই আটাইকেইটা দিশ বিশ্লেষণ কৰিবলৈ হ'লে প্ৰতিটো গীতেই কেবা পৃষ্ঠাও দখল কৰিব । ফলত পুথিখনৰ কলেৱৰ বৃদ্ধি পাব । কলেৱৰ বৃদ্ধি পালে ছপা মূল্য বৃদ্ধি পাব আৰু ছপা খৰচ বৃদ্ধিৰ বাবে পুথিখনৰ বিক্ৰী মূল্যও বাঢ়িব। দাম বেছি হ'লে যাৰ উদ্দেশ্যে পুথিখন আগবঢ়োৱা হ'ল হেঁপাহ থাকিলেও তেওঁলোকৰ কিনি পঢ়াত অসুবিধা হ'ব । এই আটাইবোৰ কথালৈ লক্ষ্য কৰি আমি প্ৰতিটো গীত আৰু বিশ্লেষণ এক পৃষ্ঠাতে সামৰিব খুজিছোঁ যদিও কোনো কোনো গীত যথেষ্ট দীঘল । আনহাতে তেওঁৰ একোটা গীতক কেবাটাও দৃষ্টিকোণেৰ চাব পাৰি –উদাহৰণ স্বৰূপে 'মাঘত দেখোঁ উৰুকা নহয় তুমি নহ'লে'। সেয়েহে কিছুমান গীতে দুই বা ততোধিক পৃষ্ঠা দখল কৰিছে ।

পুথিখনত মহান কণ্ঠ কলাকাৰ হাজৰিকাদেৱে নিজে ৰচনা কৰা গীত সমূহৰহে চমু বিশ্লেষণ আগবঢ়োৱা হৈছে । তেওঁৰ স্বৰচিত গীত সমূহৰ উপৰিও তেওঁৰ কণ্ঠ নিসৃত অন্যান্য গীতিকাৰৰ গীতও জনসমাজত সমানেই জনপ্ৰিয় । সেয়েহে তেওঁৰ সংস্পৰ্শলৈ অহা সকলোবোৰ গীতেই সন্নি[illegible] কৰাৰ চেষ্টা কৰা হৈছে । কিন্তু অন্য গীতিকাৰৰ গীত সমূহ বিশ্লেষণ কৰা হোৱা নাই । তেওঁ ৰচনা কৰা বিহুসুৰীয়া গীতবোৰৰো বিশ্লেষণ দিয়া হোৱা নাই। –কাৰণ, বিহুগীতবোৰ পখিলাৰ নিচিনা । তাক চুবলৈ গ'লে সুকোমল পাখি দুখন লেৰেলি যাব –ৰংবোৰ, মাধুৰ্য হেৰাই যাব । তাক জীৱন্ত কৰিহে ৰাখিব লাগে । তেওঁৰ অনুবাদ গীতও আছে অনেক । সেইবোৰৰ বিশ্লেষণো দিয়া হোৱা নাই। তাৰোপৰি তেওঁৰ সোণালী কণ্ঠ নিগৰিত আৰু বাণী বন্ধন কৰা জনপ্ৰিয় অন্য গীত যেনে –শঙ্কৰ-মাধৱ গুৰু দুজনাৰ ৰচিত বৰগীত, লোকগীত, বিহু, গজল, কাৱালী, জিকিৰ, জাৰী আদি গীতও আছে অনেক। সেয়েহে তেওঁৰ 'গীতৰ সভাৰ প্ৰধান অলঙ্কাৰ' শ্ৰোতা জনতাৰ প্ৰয়োজন বুজি তেওঁলোকে হাত মেলিলেই বিচাৰি পোৱাকৈ সমূহ গীতকে এই সংকলন গ্ৰন্থ খনিত সন্নিৱিষ্ট কৰা হ'ল । দুখৰ কথা, দুষ্প্ৰাপ্য হৈ পৰা কেইটামান গীত বহু বিচৰাৰ মূৰতো নোপোৱাত ইয়াত সন্নিৱিষ্ট কৰিব পৰা নহ'ল। আধুনিক অসমৰ সঙ্গীতাকাশৰ তিনিটা প্ৰধান নক্ষত্ৰ —জ্যোতি-বিষ্ণু-পাৰ্বতী আদি 'প্ৰসাদ' সকলৰ প্ৰায়বোৰ গীততেই হাজৰিকাদেৱে কণ্ঠদান কৰি জনসমাজত জনপ্ৰিয় কৰি তুলিছে । কিন্তু এই সংকলনটিত সেই গীতবোৰ সন্নিৱিষ্ট কৰাৰ চেষ্টা কৰা হোৱা নাই । কাৰণ হিচাবে – প্ৰথমতে, সেই গীতবোৰ কিতাপ আকাৰে ছপা হৈ বহুল ভাৱে প্ৰচাৰিত হৈছে । দ্বিতীয়তে, গৰিষ্ঠ সংখ্যক সেই গীতবোৰ সংকলনটিত সন্নিৱিষ্ট কৰিলে সংকলনটিৰ কলেৱৰ যথেষ্ট বৃদ্ধি পোৱাৰ আশঙ্কা । তাৰোপৰি হাতেৰে চুকি নোপোৱা আৰু ভুল বশতঃ দুই এটা গীত নিশ্চয় বৈ গৈছে । এই দোষৰ বাবে আমি দুঃখিত আৰু তাৰ বাবে পাঠক তথা শ্ৰোতা সমাজৰ ওচৰত আমি নতশিৰে কৰযোৰে ক্ষমা প্ৰাৰ্থনা মাগিছোঁ । আমাৰ অযোগ্যতা, জ্ঞানস্বল্পতাৰ বাবে এই সংকলনটিত হোৱা ভুল-ভ্ৰান্তি, দোষ-ত্ৰুটিবোৰ সুধী সমাজে আঙুলিয়াই দিলে আমি কৃতজ্ঞ হ'ম । কাৰণ, পুনৰ মুদ্ৰণত শুদ্ধ কৰিবলৈ সুবিধা হ'ব ।

ড০ হাজৰিকাদেৱৰ গীত বিশ্লেষণ কৰিবলৈ গৈ আমি কিমান সফল হ'লো সেয়া আমাৰ জ্ঞানৰ বাহিৰত। কাৰণ, এই বিষয়ত আমাৰ অভিজ্ঞতা, জ্ঞান ভাণ্ডাৰ তেনেই ন্যূন । অজ্ঞাতবশতঃ ভেলেৰেই আমি যেন দুৰন্ত সমুদ্ৰ পাৰ হ'বলৈ হেঁপাহ কৰিছোঁ । বাওনা হৈ ওখ গছৰ ফললৈ হাত মেলিছোঁ । জনৈক লেখকে শঙ্কৰ মাধৱৰ বৰগীত সমূহ বিশ্লেষণ কৰাৰ কথা শুনিছোঁ । কিন্তু ভূপেন হাজৰিকাৰ গীত বিশ্লেষণ কৰা কথা শুনা নাই । "হাবি কাটি বাট নিজে গঢ়ি লোৱা মই এক যাযাবৰ" বুলি হাজৰিকাদেৱে ভবাৰ দৰে — নিঃকিন

বিদ্যাৰ অধিকাৰী হৈও, চালুকীয়া অভিজ্ঞতাৰে আমি এই কামলৈ আগবাঢ়িছোঁ । সংকলনটিৰ নামকৰণ ড০ হাজৰিকাদেৱে নিজেই কৰি দিছে – 'ড০ ভূপেন হাজৰিকাৰ গীত সমগ্ৰ' হ'বও পাৰে বুলি কৈছে । 'হ'বও' শব্দটিয়ে আমালৈ এটি 'Option' ৰাখিছে । সংকলনটিৰ আৰম্ভণিৰ পৰা সম্পূৰ্ণ কৰালৈকে প্ৰায় চাৰি বছৰীয়া কালৰ ভিতৰতে সূৰ্য্য হাজৰিকাৰ সম্পাদিত একে নামৰে 'ড০ ভূপেন হাজৰিকাৰ গীত সমগ্ৰ' নামৰ সংকলন এটি প্ৰকাশ হৈ ওলাল । তাত বিশ্লেষণ দিয়া হোৱা নাই । সেই বাবে 'গীতৰ সংকলন আৰু চমু বিশ্লেষণ' দুয়োটাৰে সংগতি ৰাখি এই সংকলনটিৰ নাম 'ড০ ভূপেন হাজৰিকাৰ গীত সমগ্ৰৰ চমু বিশ্লেষণ' ৰখা হ'ল । মহান শিল্পীজনাৰ প্ৰতি শ্ৰদ্ধাৰ্ঘ নিবেদি আৰু শ্ৰোতা-পাঠকক কৰযোৰে প্ৰণামি সংকলনটি আমি জনতাৰ হাতত তুলি দিলোঁ —আদৰি ল'লে ধন্য হ'ম ।

# আমি যিসকলৰ ওচৰত কৃতজ্ঞ

প্ৰথমতেই আমি আমাৰ শ্ৰদ্ধাৰ বিশ্ববৰেণ্য শিল্পী ড০ ভূপেন হাজৰিকাদেৱলৈ আন্তৰিক শ্ৰদ্ধা আৰু কৃতজ্ঞতা জনাইছোঁ । তেওঁৰ বিৰচিত সমগ্ৰ গীতৰ চমু বিশ্লেষণৰ পৰিকল্পনা তেওঁ নিজে কৰি, আমাক নানা দিহা-পৰামৰ্শ, উৎসাহ আৰু সাহস দি পুথিখনৰ নাম 'ড০ ভূপেন হাজৰিকাৰ গীত সমগ্ৰ' হ'বও পাৰে বুলি সাম্ভাব্য নামকৰণ কৰি 'ড০ ভূপেন হাজৰিকাৰ গীত সমগ্ৰৰ চমু বিশ্লেষণ' নামৰ এই পুথিখনি ছপাবলৈ অনুমতি দি অনুপ্ৰাণিত কৰা বাবে আমি তেওঁক আন্তৰিক শ্ৰদ্ধা আৰু কৃতজ্ঞতা জনাইছোঁ । এই অনুগ্ৰহৰ বাবে আমি চিৰদিন তেওঁৰ ওচৰত কৃতজ্ঞ হৈ ৰম । গুৱাহাটী চিকিৎসা মহাবিদ্যালয়ৰ প্ৰাক্তন অধ্যক্ষ ডাঃ নৰেন বৰ্মণে পুথিখন প্ৰকাশৰ বাবে অশেষ উৎসাহ উদ্দীপনা যোগোৱাৰ বাবে আমি তেখেতৰ ওচৰত কৃতজ্ঞ। এপেক্চ বেঙ্কৰ বিষয়া শ্ৰী প্ৰদীপ গোস্বামীৰ লগত আলোচনা মৰ্মে এই পুথি সৃষ্টিৰ প্ৰথম অঙ্কুৰ মেলে । সেয়ে তেখেতৰ ওচৰত আমি কৃতজ্ঞ। সাহিত্যিক শ্ৰী প্ৰণৱ প্ৰাণ ভট্টাচাৰ্যই নানা দিহা পৰামৰ্শ দি পুথিখন প্ৰকাশত সহায় কৰা বাবে তেওঁৰ ওচৰত আমি কৃতজ্ঞ। গুৱাহাটী উচ্চন্যালায়ৰ অধিবক্তা শ্ৰী বিমল শৰ্মাই পুথিখন সৃষ্টিত মনত সাহস দিয়া বাবে তেখেতৰ ওচৰত আমি কৃতজ্ঞ। শিল্পী হৰ কুমাৰ ডেকাই বেটুপাটটো সযত্নে অঙ্কণ কৰি দিয়া বাবে তেখেতৰ ওচৰত আমি কৃতজ্ঞ । ভাৰতীয় খাদ্য নিগমৰ বিষয়া ( অৱসৰ প্ৰাপ্ত) শ্ৰীলোহিত চন্দ্ৰ ডাকুৱাই দিয়া মানসিক বলতহে পুথিখন প্ৰকাশ পালে । সেয়েহে তেখেতৰ ওচৰত আমি কৃতজ্ঞ। অসম সাহিত্য সভাৰ সম্পাদক ড০ পৰমানন্দ ৰাজবংশীয়ে নানা দিহা পৰামৰ্শ দি সহযোগিতা আগবঢ়োৱাৰ বাবে আমি তেখেতৰ ওচৰত কৃতজ্ঞ । গায়িকা মনীষা হাজৰিকা আৰু গায়ক সমৰ হাজৰিকাই ড০ ভূপেন হাজৰিকাদেৱৰ সান্নিধ্য পোৱাত আগবঢ়োৱা সহযোগিতাৰ বাবে তেখেত দুজনৰ প্ৰতি আমি কৃতজ্ঞ । শিল্পী সদানন্দ গগৈয়ে গীতৰ যোগান ধৰি সহায় কৰা বাবে আমি তেখেতৰ ওচৰত কৃতজ্ঞ । কৃতজ্ঞতা জনাইছো ড০ লক্ষ্যহীৰা দাস বাইদেউলৈ ভূপেন হাজৰিকাই গোৱা তেখেতৰ ৰচিত গীতকেইটা দি সহায় কৰা বাবে । সূৰ্য হাজৰিকা আৰু কমল কটকী আৰু সাহিত্যিক শ্ৰী মুনীন্দ্ৰ নাথ পাঠকলৈ কৃতজ্ঞতা জনাইছো আমাক প্ৰেৰণা দিয়াৰ বাবে । মিনিঅ'ন অফছেট প্ৰেছৰ স্বত্বাধিকাৰী শ্ৰীপ্ৰতুল ৰাজকুমাৰ, সুস্মিতা আহমেদ আৰু ছপাখানাৰ কৰ্মীবৃন্দই যথেষ্ট কষ্ট কৰি পুথিখন ছপা কৰি উলিয়াই দিয়া বাবে তেওঁলোকলৈ শলাগৰ শৰাই আগবঢ়াইছোঁ। আমাক নানা সময়ত নানা জনে, নানা প্ৰকাৰে সহায় সহযোগিতা আৰু অনুপ্ৰেৰণা জনাই আহিছে। সেই আটাইলৈ আন্তৰিক শ্ৰদ্ধা, কৃতজ্ঞতা জ্ঞাপন কৰিছো আৰু শলাগৰ শৰাই আগবঢ়াইছোঁ ।

ধন্যবাদেৰে—

তৰুণী পাঠক মনোমতী পাঠক ডাকুৱা

# সূচীপত্ৰ

| গীত | পৃষ্ঠা |
|---|---|

| গীত | পৃষ্ঠা |
|---|---|

## ড০ ভূপেন হাজৰিকাই গোৱা আনে ৰচা গীতবোৰ ঃ

গীত | পৃষ্ঠা

লোকগীত ঃ

জীৱনৰ ব্যাখ্যা হ'ল— এক অন্তহীন সংগ্ৰাম।

*ভূপেন হাজৰিকা*

# কুসুম্বৰ পুত্ৰ শ্ৰী শঙ্কৰ গুৰুৱে

এই গীতটো আন্তৰ্জাতিক খ্যাতি সম্পন্ন, দাদা চাহেব ফাল্কে বটা বিজয়ী, আহি আমাৰ সুপুত্ৰ 'অসম ৰত্ন' ড০ ভূপেন হাজৰিকাদেৱৰ ৰচিত আৰু সুৰাৰোপিত প্ৰথম গীত । ন বছৰ বয়সত, তেজপুৰ হাইস্কুলৰ ষষ্ঠমান শ্ৰেণীৰ ছাত্ৰ ড০ হাজৰিকাদেৱে 'নামৰ সুৰত আনন্দতে নাচি উঠা পবিত্ৰ বৰদোৱা থান'ৰ মহিমাৰে মুখৰ এই গীতটো লিখি, সুৰ দি, নিজে পৰিবেশন কৰি অনন্য সৃজনী প্ৰতিভাৰ পৰিচয় দিয়ে। মহাপুৰুষ শ্ৰীশ্ৰী শঙ্কৰদেৱে 'হাতী মাৰি ভুৰুকাত ভৰোৱা'ৰ লেখিয়া এই গীতটিও এক প্ৰকাৰ মহাপুৰুষ শ্ৰী শঙ্কৰদেৱৰ শিশু পৰিচয় সহ এখন সূক্ষ্ম জীৱনী । সৰুৰে পৰাই চকুৰ আগত দেখি থকা সমাজখনত ধৰ্মৰ নামত চলা ব্যৱসায়, অন্যায়, অবিচাৰ, ব্যভিচাৰ, দুৰ্নীতি আদিৰ প্ৰতিক্ৰিয়া ৰূপে তেওঁৰ কুসুম কোমল শিশু প্ৰাণত বাজি উঠে বিপ্লৱৰ অনুৰণন। তেওঁৰ অকণমানি হিয়াখনিয়ে এইবোৰৰ প্ৰতিবাদ সাব্যস্ত কৰণৰ কোনো মুকলি পথ বিচাৰি পোৱা নাছিল । সেয়েহে, মহা সমাজ সংস্কাৰক গুৰু শঙ্কৰৰ পদধূলি শিৰত তুলি গীতেৰে তেওঁ সমাজৰ ৰূপান্তৰ সাধনৰ স্বপ্ন ৰচে সুদূৰ সোণালী শৈশৱতেই । গীতটি টোকাৰি গীতৰ সুৰত সজোৱা। গীতটিৰ প্ৰসঙ্গত ড০ হাজৰিকাদেৱে কয় —"মই সদায় ভাবিছিলোঁ যে গীতেৰে সমাজখনৰ কিবা উন্নতি কৰিব পাৰি নেকি ? সেই কাৰণে প্ৰথম গীত 'কুসুম্বৰ পুত্ৰ শ্ৰী শঙ্কৰ গুৰু' লিখিছিলো ।"

অ' মোৰ গুৰু ঐ,
কুসুম্বৰ পুত্ৰ শ্ৰীশঙ্কৰ গুৰুৱে
ধৰিছিল নামৰে তান,
নামৰে সুৰতে আনন্দত নাচিছিল
পবিত্ৰ বৰদোৱা থান, মোৰ গুৰু ঐ
পবিত্ৰ বৰদোৱা থান ।

অশেষ যাতনা ভুঞ্জিলা, শ্ৰীশঙ্কৰ
ধৰমৰ নামতে তুমি
সকলো দুখলৈ পিঠি দিলা গুৰু
ধন্য অসম ভূমি, মোৰ গুৰু ঐ
ধন্য অসম ভূমি ।

নামঘৰ সাজিলা, বাইজখন থাপিলা
একতাৰ আসনত আনি,
ভাওনা সোণতে বৰগীত সুৰণা
প্ৰচাৰিলা দেৱবাণী, মোৰ গুৰু ঐ
প্ৰচাৰিলা দেৱবাণী ।

এটুপি দুটুপি চকুলো সৰে মোৰ
দুখনি চৰণক পাই
অসমৰ আকাশত দুখৰ ৰোল উঠিছে
আজি শ্ৰীশঙ্কৰ নাই, মোৰ গুৰু ঐ
আজি শ্ৰীশঙ্কৰ নাই ।

ৰচনা ঃ তেজপুৰ ঃ ১৯৩৭ চন

# অগ্নিযুগৰ ফিৰিঙতি মই

সংগীত সূৰ্য্য ড০ ভূপেন হাজৰিকাদেৱে তেজপুৰ হাইস্কুলত পঢ়ি থাকোঁতেই তেৰ বছৰ বয়সত এই গীতটো ৰচনা কৰে। তেওঁৰ ৰচিত এইটো দ্বিতীয় গীত। পিছত ১৯৪৮ চনত বিষ্ণু ৰাভাৰ কথা মতে ফণী শৰ্মাৰ 'চিৰাজ' কথাছবিত গীতটো সন্নিবিষ্ট কৰে। তেতিয়া গীতটোৰ 'নতুন ভাৰত' শব্দ দুটা সলনি কৰি 'নতুন অসম' কৰে। ড০ হাজৰিকা আজন্ম শিল্পী। শিল্পী সকল স্বভাৱতে বিপ্লৱী তা বাপয়। বিপ্লৱ অবিহনে সমাজ পৰিবৰ্তনৰ নতুন বাট কটা সম্ভৱ নহয়। এই গীতটি লিখাৰ সময়ত তেওঁ মাৰ্ক্চ্বাদ শিকা নাছিল সচাঁ, কিন্তু মাৰ্ক্চ্বাদী কথাবোৰ শুনিছিল বিষ্ণুপ্ৰসাদ, জ্যোতিপ্ৰসাদ আদি গুৰু সকলৰ মুখত - যি সকলে আণ্ডুলিত ধৰি তেওঁক শিকালে শিল্পী জীৱনৰ অনানুষ্ঠানিক পাঠ। তাৰোপৰি ঘৰুৱা সুসাংস্কৃত পৰিৱেশ, শিল্পী প্ৰাণ পিতৃ-মাতৃ, সংগীতময় মাতুল পৰিয়াল, আৰু তেজপুৰৰ বৰেণ্য শিক্ষা গুৰু সকলৰ পৰা পোৱা অনুপ্ৰেৰণাই তেওঁৰ শিল্পী জীৱনৰ ভেটি গঢ়াত অবিহণা যোগালে। তেওঁলোকৰ পৰা পোৱা মানৱতাবাদী দৃষ্টিভঙ্গীয়ে তেওঁৰ বসন্তৰ কুঁহিপাত যেন কোমল হৃদয়ত 'মানৱ প্ৰেম'ৰ গভীৰ সাঁচ বহুৱায়। তাৰোপৰি সেই সময়ত দেশত স্বাধীনতা সংগ্ৰাম চলি থকাত সমাজখনত বৃটিচ শোষণকাৰীৰ অত্যাচাৰ-দমন, পুঁজিপতিৰ দৰিদ্ৰ শ্ৰমিকক শোষণ-পীড়ন- নিৰ্য্যাতন, আৰু ধৰ্মৰ নামত চলা ব্যৱসায়, শ্ৰেণী ভেদ, জাতি-বিচাৰ এই সকলোবোৰ দেখি শুনি সেইবোৰৰ বিৰুদ্ধে তেওঁৰ সুকোমল হৃদয়ত বিদ্ৰোহৰ তুঁহ জুই উমি উমি জ্বলিবলৈ ধৰে। ইয়াৰ প্ৰতিবাদ কল্পে তেওঁ গীতকে সমাজ পৰিবৰ্তনৰ অস্ত্ৰ স্বৰূপে বাচি লৈ 'নৰ-কঙ্কালৰ অস্ত্ৰ সাজি শোষণকাৰীক বধিম' বুলি হুঙ্কাৰ দি এই গীতটি ৰচে। তেওঁৰ সপোনৰ অসমখন হিন্দু-মুছলিম, হৰিজন, বড়ো-কোঁচ-চুতীয়া-আহোম আদি সকলো ধৰ্ম, জাতি জনজাতিক একতাৰ ডোলেৰে বান্ধি 'এক মানৱ জাতি'ৰ ৰূপত গঢ় দি এই ধৰাতে এখন সুখ-সমৃদ্ধি পুৰ্ণ 'সাম্যৰ সৰগ' ৰচাৰ প্ৰয়াস কৰে। আচৰিত কথা, বিশ্বৰ শ্ৰেষ্ঠ গায়ক পল ৰবছনৰ ভাৱৰ লগত ছাত্ৰ শিল্পী ভূপেন হাজৰিকাৰ এই ক্ষেত্ৰত মিল দেখা যায়। পিছত বিষ্ণু ৰাভাই তেওঁৰ 'মুক্তি দেউল' নামৰ কিতাপখনত এই গীতটিকো অন্তৰ্ভূক্ত কৰি তেওঁক গীতিকাৰ ৰূপে স্বীকৃতি দিয়ে।

অগ্নিযুগৰ ফিৰিঙতি মই
নতুন অসম গঢ়িম
সৰ্বহাৰাৰ সৰ্বস্ব পুনৰ ফিৰাই আনিম
নতুন অসম গঢ়িম।

নৰ-কঙ্কালৰ অস্ত্ৰ সাজি
শোষণকাৰীক বধিম
সৰ্বহাৰাৰ সৰ্বস্ব পুনৰ ফিৰাই আনিম।
ধৰ্ম-ব্যৱসায়ীৰ ঠাই নাই তাত
জাতিৰ অহঙ্কাৰ লয় পাব তাত
অস্পৃশ্যতাৰ মহাদানৱক
আপোন হাতেৰে নাশিম।

হৰিজন,পাহাৰী, হিন্দু- মুছলিমৰ
বড়ো, কোঁচ, চুতিয়া, কছাৰি, আহোমৰ
অন্তৰ ভেদি মৌ বোৱাম
ভেদাভেদৰ প্ৰাচীৰ ভাঙি
সাম্যৰ সৰগ ৰচিম
নতুন অসম গঢ়িম।

ৰচনা ঃ তেজপুৰ ঃ ১৯৩৯ চন

# অ' হৰি, ইখন ৰচিলা কিনো শান্তি নিকেতন

অতি কম শব্দৰ ভিতৰতে বিশালৰ সন্ধান দিয়াটোৱে এজন স্ৰষ্টাৰ সৃষ্টিৰ মহত্ব। [illegible] শিশু কৃষ্ণৰ মুখ গহ্বৰত বিশ্ব ব্ৰহ্মাণ্ড দেখা পোৱাৰ সৌভাগ্য হোৱাৰ দৰে গীতটিৰ দুশাৰ দলিত [illegible] হেৰেই আমি সুঘ্ৰাণ পাওঁ আমাৰ গৌৰৱোজ্জ্বল ঐতিহ্যৰ, সোণালী অতীতৰ। চকুত ভাঁহি উঠে, —অতি উচ্চ হিমাচলত মহাসাধনাত ব্ৰতী মহাকাব্য ৰামায়ণ প্ৰণেতা মহাকবি বাল্মিকী; – ৰামায়ণৰ চৰিত্ৰবোৰ। নিচেই কাষৰ পৰাই দেখা পাওঁ,— সৃষ্টিৰ মহা সাধনাৰ বেদীত উপবিষ্ট শান্তিনিকেতনৰ স্ৰষ্টা বাল্মিকী স্বৰূপ কবি গুৰু ৰবীন্দ্ৰ নাথ ঠাকুৰক। শৈশৱতেই এই গীতিকাৰ ড° হাজৰিকাদেৱ কণকোৰৰ জ্যোতিপ্ৰসাদ আৰু বিষ্ণু প্ৰসাদ গুৰু দুজনাৰ তত্বাৱধানত কলিকতা লৈ গৈছিল – জয়মতী কুঁৱৰী, শোণিত কুঁৱৰী, ইন্দ্ৰমালতী আদিকে ধৰি কথাছবিত নাৰীচৰিত্ৰৰ নাৰী কণ্ঠৰ বাবে গীত ৰেকৰ্ডিং কৰিবলৈ। তেতিয়াই গুৰুদ্বয়ৰ মৰমত তেওঁ শান্তি নিকেতনকে ধৰি কলিকতাৰ বিখ্যাত ঠাই সমূহ দৰ্শন কৰাৰো সুযোগ লাভ কৰিছিল। শান্তি নিকেতনৰ বাল্মিকীৰ আশ্ৰম আশ্ৰম লগা শান্ত, সৌম্য, গাম্ভীৰ্য্য পূৰ্ণ পৰিৱেশৰ প্ৰতি তেওঁ মোহিত তথা আকৃষ্ট হয়। তেওঁৰ সৃষ্টিশীল কুমলীয়া মনটো ৰবীন্দ্ৰনাথৰ অনুপ্ৰেৰণাৰে বিশেষ ভাৱে প্ৰভাৱান্বিত হয়। সেয়েহে সেই মহান অনুষ্ঠানৰ স্ৰষ্টা কবি গুৰু ৰবীন্দ্ৰ নাথ ঠাকুৰ আৰু সেই মহান অনুষ্ঠান শান্তিনিকেতনৰ প্ৰতি শ্ৰদ্ধাৰ্ঘ দিবলৈ ড° হাজৰিকাদেৱে নিম্ন লিখিত গীতটি ৰচনা কৰে।

অ' হৰি, ইখন ৰচিলা কিনো
শান্তি নিকেতন
বাল্মিকী দেউ বহি আছে
যেন হিমাচল।

চন্দন বন হালি জালি
সুগন্ধি বিলায়
পাৰিজাত হাঁহি নাৰি
ভ্ৰমৰ ভুলায়

অ' শিষ্য সবে পুষ্প আনে
আকোল ভৰিয়া।
মৃগ শিশু সঙ্গে নাচে
আনন্দ কৰিয়া।

অ' জ্ঞানৰ বেদীত বহি আছে
বাল্মিকী মহান।
জ্ঞানৰ হংসে পাখি কাপ ধৰি
ৰচে ৰামায়ণ।

গুৱাহাটী ঃ ১৯৪৩ চন

# কঁপি উঠে কিয় তাজমহল

প্ৰেম স্বৰ্গীয়। গীতিকাৰ ড০ ভূপেন হাজৰিকাদেৱেও গাইছে—'প্ৰেম হেনো স্বৰ্গীয় মৰতত নাই।' লক্ষ্মীনাথ বেজবৰুৱাইও কৈছে—'প্ৰেমত ফুলিছে শতদল, প্ৰেমত ঘূৰিছে ভূমণ্ডল'। এই প্ৰেমৰেই উৎকৃষ্ট নিদৰ্শন হ'ল পৃথিৱীৰ সপ্তাশ্চৰ্য্যৰ অন্যতম আগ্ৰাৰ তাজমহল। দিল্লীৰ সম্ৰাট ছাহজাহান আৰু তেওঁৰ প্ৰাণাধিকা, প্ৰিয়তমা পত্নী মমতাজৰ পবিত্ৰ প্ৰেমৰ প্ৰতীক 'তাজমহল'। মমতাজ আছিল অপূৰ্ব সুন্দৰী। তেওঁৰ অনুপম সৌন্দৰ্য্য সুধা পাণ কৰি সম্ৰাটৰ প্ৰাণ পৰিতৃপ্ত হৈছিল। অকল সেয়াই নহয়, মমতাজৰ হৃদয়ৰ সৌন্দৰ্য্য, ব্যক্তিত্বও আছিল মোহনীয়। সেয়ে মমতাজৰ অকাল বিয়োগত ছাহজাহানৰ বুকু ভাঙি চুৰমাৰ হ'ল। জীৱন হ'ল অসাৰ, তমসাচ্ছন্ন। সেয়েহে সুন্দৰী প্ৰিয়তমাৰ ৰূপ-গুণৰ সেই সৌন্দৰ্য্য সুধা উত্তৰ পুৰুষেও উপভোগ কৰিব পৰাকৈ আৰু মমতাজৰ স্মৃতি চিৰ যুগমীয়া কৰাৰ উদ্দেশ্যে ছাহজাহানে বগা মাৰ্বলেৰে যমুনাৰ পাৰত নিৰ্মিলে যুগজয়ী তাজমহল। আজি ছাহজাহানো নাই মমতাজো নাই। এই প্ৰেমিক-প্ৰেমিকা যুগলৰ পবিত্ৰ প্ৰেমকলৈ মানুহৰ কল্পনাৰো সীমা নাই। সমাধিত বহি আকুলিত ছাহ জাহানে যেন আজিও উচুপি উঠিছে প্ৰাণৰ মমতাজৰ বাবে হাহাকাৰ কৰি। পূৰৱী নিশাৰ শেষ আজান যেন ওৰেটো নিশা প্ৰিয়াৰ বিৰহত উজাগৰে থকা ব্যাকুলিত ছাহজাহানৰ বুকুৰ যমুনাত উঠা শত ধুমুহাৰ কোলাহল। আকুলিত হিয়াৰ সেই বিননিত যেন কঁপি উঠিছে তাজমহলে।। প্ৰেমিক প্ৰিয় ছাহজাহানৰ শোকবহ্নিয়ে যেন দহিছে তাজমহলত নিৰৱে শুই থকা মমতাজৰ ফুল কোমল হিয়া। উচুপি উচুপি তেওঁ যেন মিচিকিয়াইছে ছাহজাহানক—প্ৰিয় ছাহজাহান। তোমাৰ সপোনৰ তাজমহল গঢ়িলা; দুখ নকৰিবা। আমাৰ প্ৰেম সফল। এয়া চোৱাঁ, চিৰকাল আমি দুয়ো দুয়োৰে কাষত; কোনে পাৰে বোধিব আমাৰ এই মিলনক?

এই গীতটি ড০ হাজৰিকাদেৱে বিশ বছৰীয়া যৌৱনত বেনাৰছ হিন্দু বিশ্ববিদ্যালয়ত এম, এ পঢ়িবলৈ যাওঁতে আগ্ৰাৰ তাজমহল দেখি লেখিছিল। পবিত্ৰ প্ৰেমৰ প্ৰতীক তাজমহল দেখি তেওঁৰ বুকুতো পাহ মেলিছিল প্ৰেমৰ শতদল। কাৰণ তেওঁও তেওঁৰ অপূৰ্ব সুন্দৰী প্ৰেয়সীক এৰি থৈ আহিছিল। সেয়ে আবেগ বিহ্বল হৈ তেওঁ এই গীতটি ৰচে আৰু পিছত ১৯৪৮ চনত ফণী শৰ্মাৰ 'চিৰাজ' কথাছবিত দিয়ে।

নাৰী: হায়! হায়! হায়!
দুয়ো: কঁপি উঠে কিয় তাজমহল?
পুৰুষ: পূৰৱী নিশাৰ শেষ আজানৰ সতে আজান
যমুনাৰ বুকুত
শত ধুমুহাৰ কোলাহল
তাজমহল! তাজমহল!! তাজমহল!!!
নাৰী: ই যে চাহজাহানৰ হিয়াৰ আজান
পুৰুষ: অ' মমতাজ জান!
অকলশৰীয়া হায়
কান্দে তোৰ ছাহজাহান।
পুৰুষ: মমতাজে কয় উচুপি উচুপি
মমতাজে কয় সমাধিত বহি
নাৰী: প্ৰেমিক প্ৰিয় ছাহজাহান
দুঃখ হ'ল অৱসান
আশাৰ ফলিল ফস
গঢ়িলা তাজমহল!—— তাজমহল! তাজমহল!

ৰচনা: বাৰাণসী ১৯৪৩ চন

# অ' মোৰ ভৈয়াই, অ' মোৰ ভনীটি

অতীতৰ গৌৰবেৰে গৌৰবান্বিতা আই অসমী। আই অসমীৰ হিৰণ্ময়ী অতীতৰ গৌৰবোজ্জ্বল আকাশখনি বীৰ-বীৰাঙ্গনা তৰাৰে জিক্‌মিকাই আছিল । সুজলা -সুফলা, শস্য-শ্যামলা, ৰূপে- গুণে বিভূষিতা আই অসমীৰ ৰত্ন খচিত সেই আকাশখনিৰ সেই জিক্‌মিকনি আজি আৰু নাই; – কলীয়া ডাৱৰে আৱৰি ধৰিছে। যুদ্ধক্ষেত্ৰত স্বামীৰ মৃত্যু হোৱাত এখন্তেকো থমকি নৰৈ শুভ্ৰ বসনা মূলাই অস্ত্ৰ হাতত তুলি লৈ শত্ৰুৰ বিপক্ষে যুঁজদি প্ৰাণ বিসৰ্জন দিছিল । আজিৰ অসমীয়া গাভৰুৰ গাত সেই গুণ, শক্তি নাই । সতী ৰাধিকা, সতী জয়মতীৰ ধৰমো নাই; — কিয় এনেকুৱা হ'ল ? যিখন হেংদানেৰে লাচিত বৰফুকনে শৰাইঘাটত শত্ৰুক মোগলক উৎখাত কৰিছিল সম্প্ৰতি সেই হেংদান দাঙোতা ডেকা আজি নাই,— পিছলি যায়। আজিৰ লাচিতৰ বাহুত শকতি নাই । শতৰুৰ হাতৰ পৰা দেশ মাতৃক ৰক্ষা কৰিবলৈ, আইৰ পূজাত বুকুৰ তেজেৰে অৰ্ঘ্য যাচিবলৈ আজি সুযোগ্য সন্তান কোনো নাই; – আজিৰ অসমীয়া নিশকতীয়া, ক্ষুদ্ৰ স্বাৰ্থ পৰায়ণ, এলেহুৱা। অতীত অসমৰ শৌৰ্য্য-বীৰ্য্য ঐতিহ্যক সুঁৰৰিলে আজিৰ অসমৰ দুৰ্গতি আৰু দুৰ্দিনৰ কথাই বুকুত শোকৰ শেলে খোঁচ মাৰি ধৰে । গীতটি ড০ ভূপেন হাজৰিকাদেৱৰ স্বদেশ প্ৰেম আৰু স্বজাতি প্ৰেমৰ উজ্জ্বল নিদৰ্শন ।

অ' মোৰ ভৈয়াই, অ' মোৰ ভনীটি
পুৰণি অসমৰ আকাশখনি
গৌৰৱৰ পোহৰ ঐ ৰমকে জমকে
সোণালী সক ৰ'ৰ তৰা জিলিকে
লাৱণী মিচিকি হাঁহিটি চমকে
হায় হায় হায়, হায় হায় আজি নাই ।

সিখন আকাশত কলীয়া ডাৱৰে
চাৰিও ফালকে আৱৰি ধৰিলে
পোহৰ জিলিকনি নোহোৱা কৰিলে
হায় হায় হায়, হায় হায় আজি নাই ।

পুৰণি মূলাবে সাহ নাইকীয়া
ৰাধিকা, জয়াৰে ধৰম বিনন্দীয়া
নোহোৱা কৰিলে কিহে ?
শৰাইঘাটতে শতৰুক খেদিলে
লাচিতৰ হেংদোন পিচলি পৰিলে
ধৰোঁতা নৰ'লে কোনো
মোৰ ভৈয়াই ঐ
ধৰোঁতা নৰ'লে কোনো ।

ৰচনা ঃ গুৱাহাটী, ১৯৪৬ চন

# মহাত্মাই হাঁসি বোলে

"মহাত্মাই হাঁহি হাঁহি আৰু কেতিয়াবা চকুপানী লুকুৱাই বহু কথা কৈ গৈছিল —। আমি নিজ চকুৰে আমাৰ যৌৱনত দেখিছিলোঁ শুনিছিলোঁ — অসমত এই সুন্দৰ একতাৰ পৰম্পৰাক কিছু মানুহৰূপী বান্দৰে নষ্ট কৰিব খুজিছে — এতিয়া !" — বুলি ড০ হাজৰিকাদেৱে খেদ প্ৰকাশ কৰিছে। সৃষ্টি স্থিতি লয়ৰ অধিকাৰী একেজন– 'আল্লা, ঈশ্বৰ বা গদ'। বেদৰ বাণী, গীতাৰ বাণী, কোৰাণৰ বাণীয়েই বাইবেলৰ বাণী। হিন্দু বা মুছলমান, শিখ কিম্বা খৃষ্টানেই হওঁক – মানুহৰূপে ভূমিষ্ঠ হয়;–দেহত একে ৰক্ত প্ৰবাহমান — বৰণ ৰঙা। জাত- পাত, ধৰ্ম- বিভাজন সমাজৰ সৃষ্টি। দুদিনৰ বাবে মানুহ এই পৃথিবীলৈ আহে; নিৰ্দ্ধাৰিত সময় পাৰ হলে পুনৰ উভতি যায়গৈ। গতিকে, মানুহৰ ক্ষন্তেকীয়া জীৱন পৰিক্ৰমাত হাই-কাজিয়া, হিংসা -দ্বেষ, ৰক্তপাত নিষ্প্ৰয়োজন। কবিয়ে কৈছে 'হিন্দু, মুছলিম, শিখ, ঈশাই আপচ মে হ্যেয় ভাই ভাই।' গতিকে মানুহৰ জাতি এটাই — মানৱ জাতি, ধৰ্ম এটাই – মানৱ ধৰ্ম। একতাই আমাৰ মহান শক্তি।

**কথা** – মহাত্মাই হাঁহি হাঁহি আৰু চকুপানী লুকুৱাই বহু কথা কৈ গৈছিল —

মহাত্মাই হাঁসি বোলে — ৰাম অ' ৰহিম
বান্ধ ৰাম অ' ৰহিম
একে লগে একে সঙ্গে বান্ধৱ পাতিম
হায় হায় ৰাম অ' ৰহিম !

মহাত্মাই হাঁসি বোলে –
কৃষ্ণ কৰিম বান্ধ, শিৱ ইব্ৰাহিম
দুয়ো একেজন হৰি কাকনো দুখিম ? হায় হায় .......

মহাত্মাই হাঁসি বোলে –
গীতাকে শুনিম বান্ধ, বেদকে শুনিম
শুনি পিছে কোৰাণৰ আয়াতক বুজিম। হায় হায় ........

মহাত্মাই হাঁসি বোলে–
মন্দিৰে পূজিম বান্ধ, দেৱকে পূজিম
পূজি উঠি মছজিদৰ ভেটি নাভাঙিম। হায় হায়.........

মহাত্মাই হাঁসি বোলে –
হিংসা নকৰিম বান্ধ, মৰমে মৰিম
মানুহৰ উপৰি নাই কাকনো দুষিম ? হায় হায়......

মহাত্মাই কান্দি বোলে –
মইহে চলিম বান্ধ, আৰু নাথাকিম
জগতৰ ৰক্ত নদী আৰু নসহিম। হয় হায়.....

মহাত্মাই কান্দি বোলে –
মই কি কৰিম বান্ধ, ক'তনো কৰিম ?
ইপুৰীক ত্যজি মই সিপুৰীত কান্দিম।
হায় হায় ৰাম অ' ৰহিম !

ৰচনা : গুৱাহাটী, ১৯৪৬

# দলিত ভাৰতৰ আশাৰ প্ৰতীক

জাতিৰ পিতা মহাত্মা গান্ধীৰ আদৰ্শৰ প্ৰতি গভীৰ শ্ৰদ্ধা নিবেদি সংগীত শিৰোমণি ড০ ভূপেন হাজৰিকাদেৱে উপলব্ধি কৰে যে মহামানৱ মহাত্মা গান্ধী যেন শ্ৰী কৃষ্ণৰেই এক অৱতাৰ। জগন্নাথ মোহন কৃষ্ণই সাধাৰণ মানুহৰ ঘৰত জনম লভি নৰ ৰূপী নাৰায়ণ ৰূপে দুষ্টক দমন, শান্তক পালন কৰি যুগে যুগে শান্তি প্ৰতিষ্ঠা কৰি জগতবাসীক ৰক্ষা কৰে। বাপুজীয়েও ন্যায়, অহিংসা আৰু প্ৰেমৰ মন্ত্ৰৰ একতাৰ ডোলেৰে বান্ধি ইংৰাজৰ কবলৰ পৰা ভাৰতবাসীক উদ্ধাৰ কৰাত প্ৰভূত অৰিহণা যোগালে। গান্ধীজীৰ মতে সৰ্ব ধৰ্মৰ অৰ্থ হ'ল— বিশ্বপ্ৰেম; অৰ্থাৎ মানৱ প্ৰেম। তেওঁ নিজে এজন অৰ্ধাহাৰী কৃষক, নঙঠা ফকীৰ ৰূপে মানৱতাই যে শ্ৰেষ্ঠ ধৰ্ম, মানৱতাৰ জ্যোতি মহান — এই অমৃত বাণীকেই প্ৰচাৰিছিল। তেওঁ সংযমী, কাম-ক্ৰোধ - লোভহীন, শান্ত- সৌম্য, ক্ষীণ, দধিচী মুনি সদৃশ শোষণ মৰিমূৰকাৰী। বাপুজীয়ে প্ৰেমৰ মন্ত্ৰ আৰু অহিংসা নীতিৰে ভাৰত বাসীৰ পৰাধীনতাৰ দুখ অন্ধকাৰ নাশ কৰি স্বাধীনতাৰ বন্তি জ্বলাই ভাৰতবৰ্ষ উদ্দীপিত কৰিলে। এই গীতটিক এক প্ৰকাৰ মহাত্মাগান্ধীৰ প্ৰশস্তি বুলিব পাৰি।

দলিত ভাৰতৰ আশাৰ প্ৰতীক
জয় মহাত্মা গান্ধী
মোহন ৰূপেৰে জগত মুহিলা
প্ৰেমৰ ডোলেৰে বান্ধি।

সৰ্ব ধৰ্ম্মৰেই অৰ্থ বুজিলা
বিশ্ব প্ৰেমৰেই মথি
মানৱতাৰ জ্যোতি মহান
প্ৰচাৰি অমৃত বাণী
অৰ্দ্ধাহাৰী কৃষক ৰূপেৰে
কিঞ্চিত বস্ত্ৰধাৰী।

শান্ত সৌম্যধাৰী ক্ষীণ দধিচী
কাম - ক্ৰোধ - লোভ ত্যাগি
অকলশৰে বন্তি জ্বলালা
দুখৰ এন্ধাৰ নাশি।

গুৱাহাটীঃ আগষ্ট, ১৯৪৭

# লুইতৰ পাৰ দুটি

মানুহ আশাবাদী । আশাই মানুহক জীয়াই থকিবলৈ উদগনি যোগায় । বাৰিষা দুপাৰ উপচি পৰে ভৰা লুইত। তাৰোপৰি ৰাতিটোৰ ভিতৰতে নগৰক সাগৰ কৰি পেলায় লুইতৰ গৰাখহনীয়াই । জাহ যায় কত শত হতভগাৰ পঁজা ঘৰ ! ভাদমহীয়া লুইতৰ বানে উটুৱাই নিলে দুপাৰৰ বিস্তীৰ্ণ সেউজীয়া পথাৰ, গৰু-গাই, ভঁড়ালৰ ধান, বুকুৰ আপোনজনকো। ছালে পানী কাটি যায় । কাউৰী শগুনে আৰাঁৱ কৰে । সকলো উটি গ'ল গ'লৈই , উটি গ'ল ভদীয়াৰ শয়ন-সপোনৰ, সুখ-দুখৰ লগৰী চেনেহী । শোকে হিয়া দহিলেওঁ পেটৰ দহন কিমান দিনলৈ সহিব পাৰি ? নিৰুপায় হৈ ভদীয়াই স্মৃতিৰ সফুঁৰা চেনেহীয়ে এৰি থৈ যোৱা ডুগ্‌ডুগী টোকে নি এদিন বন্ধকত থলে । এদিন ভদীয়াই শুনিলে যে লুইতখন ৰাইজে বান্ধিব ! ভদীয়াৰ সেমেকা দুচকু আশাৰে উজলি উঠিল । হাতৰ মুঠি কট্‌কটীয়া টান হ'ল । এই দুহাতেৰে সকলো বিপদ বিঘিনি মষিমূৰ কৰিবই লাগিব; সেন্দুৰীয়া আলি গঢ়িবই লাগিব । উন্নত বিজ্ঞান প্ৰযুক্তিৰ সহায়ত লুইতক বান্ধিব পৰা যায় । লুইতক বান্ধিলে পুনৰ সোণালী হ'ব অসমৰ সেউজীয়া পথাৰ আৰু ইয়াৰ পৰা উৎপাদিত বিজুলী শক্তিৰ দ্বাৰা হেজাৰ সুৰুযৰ জ্যোতিৰে কাতিৰ অমাৱস্যাৰ এন্ধাৰক সমাধিস্থ কৰিব পৰা যাব। পুনৰ দীপাৱলীৰ বন্তিৰ পোহৰেৰে সোণালী হৈ পৰিব লুইতৰ দুটি পাৰ । দুখৰ বিষয়, গীতিকাৰৰ সপোন আজিও সপোন হৈয়েই ৰ'ল । প্ৰতি বছৰে অসমীয়াই বানত কক্‌বকায় । বান আহিলে সংবাদ মাধ্যমবোৰ ব্যস্ত হয় বানাক্ৰান্তৰ বাতৰি পৰিবেশনত। এই পৰিস্থিতি হ'ল দুৰ্নীতি পৰায়ণৰ মুনাফা লুটাৰ ঘানি । অথচ আজিকোপতি ৰাজ্য চৰকাৰে বান সমস্যা প্ৰতিৰোধৰ সমুচিত ব্যৱস্থা হাতত লোৱা নাই আৰু কেন্দ্ৰীয় চৰকাৰেও এই সমস্যাক ৰাষ্ট্ৰীয় সমস্যা ৰূপে ঘোষণা কৰা নাই।

লুইতৰ পাৰ দুটি
জিলিকি উঠিব ৰাতি
জ্বলি শত দেৱালীৰ বন্তি
আহিব কাতিৰে মাহটি
দুখতে দেৱালীৰ বন্তি ।
অ' ভৰা লুইতত লুইতপৰীয়া
আমাৰে ভদীয়া
টুলুঙা নাওতে অকলশৰীয়া
আমাৰে ভদীয়া এন্ধাৰৰ কথা ভাবি
হিয়া কৰে ছাটি-ফুটি ।
এনুৱা পৰতে যোৱা বছৰত
কাল বানপানী এটি
আহি মহা শবদে মষিমূৰ কৰিলে
সৰুকৈ খেৰৰে পঁজাটি ।
ধাননিও তল গ'ল
চেনেহীও তল গ'ল
ডুগডুগী বন্ধকত আছে
ৰাইজে লগ লাগি ভৰা লুইত বান্ধিব
সাহসী বুকুখন নাচে
ক'লীয়া পিশাচক ভদিয়াই বধিব
আছে দুই বাহুত শকতি ।

ৰচনা : গুৱাহাটী, ১৯৪৭

# অ' আমি তেজাল গাঁৱলীয়া

পাহাৰে-ভৈয়ামে, নৈ-বিল, জান-জুৰিৰে অসমৰ প্ৰাকৃতিক দৃশ্যৰাজিৰ শোভা অতি মনোমোহা । লুইতৰ দুয়ো পাৰে বিস্তীৰ্ণ সেউজীয়া ধাননি পথাৰ — ৰতাহত হালি- জালি টৌ খেলা । আঘোণৰ কুঁৱলী সনা সোণালী ধাননী। অসমীয়া মানুহৰ জীৱিকাৰ প্ৰধান উপায় হ'ল কৃষি । কৃষিকাৰ্য্যৰ প্ৰধান সম্বলি নাঙল, যুৱঁলি আদি অসমীয়া জন-জীৱনৰ সতে সাঙোৰ খোৱা । আমাৰ সমাজত এষাৰ কথাৰ আছে—'যাৰ নাই ধান তাৰ নাই মান' । অসমৰ ৰসাল মাটিত গাঁৱৰ তেজাল ডেকা সবে পথাৰত হাল বায়; - মৈয়ায় । গাঁৱৰ সুগাঢ়ী, সুন্দৰী লখিমী জীয়ৰী-বোৱাৰীহঁতে লানি লানিকৈ মুঠি মুঠি এগচ এগচকৈ কঠিয়া ৰুই যায়; দাৱনীহঁতে পকা ধান দায়, ডাঙৰি মূৰতলৈ পথাৰৰ লখিমী ঘৰলৈ কঢ়িয়ায় । সোণগুটিৰে ভঁৰাল উপচে । কৰ্মৰ পৰিতৃপ্তি আৰু প্ৰাপ্তিৰ আনন্দই প্ৰাণত সিচি দিয়ে জীয়াই থকাৰ অনাবিল হেঁপাহ । জাত জাত নামৰ ধ্বনিয়ে পথাৰ ৰজন জনায়। ডেকা গাভৰুহঁতে উলাহতে নাচে, গায়। পথাৰত গৰখীয়াৰ পেঁপাৰ সুৰত — দুখ ভাগৰ দূৰতে বিদূৰ হয়। বছৰটো সুখে সন্তোষে বৈ বৈ যায় । বাৰিষা লুইতত বান আহিলে, পথাৰৰ ধান উটি যোৱাৰ উপক্ৰম হলে- গাঁৱৰ তেজাল ডেকাহঁতে কঁকালত টঙালি বান্ধে- প্ৰকৃতিৰ বিৰুদ্ধে যুঁজ দিবলৈ । বানক ভেটিবলৈও সক্ষম হয় । গীতটিত কৃষি প্ৰধান অসমৰ কৰ্মঠ ডেকা গাভৰুৰ কৰ্তব্য নিষ্ঠা, স্বাৱলম্বিতা, শ্ৰমৰ দানৰ মিঠা আনন্দ, কৰ্মেৰে জীৱন সুন্দৰ কৰা আৰু কৰ্মৰ জৰিয়তে সুন্দৰৰ সন্ধান পোৱা, গাঁৱৰ (দেশ আৰু জাতিৰ) সন্মানৰ প্ৰতি সচেতনতা তথা দায়বদ্ধতাৰ কথা সুন্দৰ ভাৱে ফুটি উঠিছে । গীতটিৰ ভাষা অতি সহজ সৰল আৰু ভাৱ ওখ ।

অ' আমি তেজাল গাঁৱলীয়া
গাঁৱৰে ৰাখিমে মান
নাঙলৰ যুঁৱলীৰে পৃথিৱী সজাওঁ
ৰ'দত তিৰেবিৰায় জান ।

লহপহীয়া মুগা বৰণীয়া
মলয়াত হালিছে ধান
গাঁৱৰে ৰাখিমে মান ।

অ' আমি গাভৰু ধুনীয়া
ছেগ চাই কাটিমে ধান
গাঁৱৰ গৰখীয়াই পেঁপাটি বজায়
সুৰতে হৰি গ'ল প্ৰাণ —
ছেগ চাই কাটিমে ধান ।

অ' বতৰ ডাৱৰীয়া
লুইতত আহিছে বান
কাৰত কলচি লৈ অমৃত আনিছোঁ
শিৰতে বান্ধিছো বান —
গাঁৱৰে ৰাখিমে মান ।

বোলছবি : বিপ্লৱী, ১৯৪৮

# অ' জোনালী দীপান্বিতা

পোহৰৰ উৎসৱ দীপান্বিতা । দীপান্বিতাৰ মাটিৰ চাকিৰ জিক্‌মিক্ পোহৰত দশোদিশ আলোকিত হয় কাতিৰ অমাৱস্যাৰ ঘিট্‌মিট্ এন্ধাৰ নিশা । পদূলিয়ে পদূলিয়ে জ্বলে প্ৰদীপ শিখা । সেই দিনা ধূপ- ধূনা, মঙ্গল-উৰুলি, আৰতীৰ ধ্বনিৰে প্ৰতিখন ঘৰেই একোখন পূণ্য তীৰ্থত পৰিণত হয় । এন্ধাৰৰ বিপৰিতে পোহৰ, অশুভৰ বিপৰিতে শুভ, দুষ্কৃতিৰ বিপৰিতে সংস্কৃতি – এয়াই দীপান্বিতাৰ তাৎপৰ্য্য । দীপান্বিতাৰ পোহৰ আৰু আতচবাজীৰ এই মহা উৎসৱত বিশেষকৈ শিশু সকল আনন্দত উৎফুল্লিত হয় । সম্প্ৰতি ধৰ্মৰ ভিত্তিত পালিত পোহৰৰ এই উৎসৱ ধনিক শ্ৰেণীৰ বিলাসিতাত পৰিণত হৈছে । তেওঁলোকে ভক্তি ভাব আৰু পৰম্পৰাৰে ফু মাৰি ক্ষণিকৰ আনন্দত উৰুৱায় কৌটি কৌটি টকা । আতচবাজী আৰু জুৱাখেলৰ নামত কোনে কিমান উৰুৱাই নিজক শ্ৰেষ্ঠ প্ৰতিপন্ন কৰোৱাব ইয়াৰেই চলে যেন এক অঘোষিত প্ৰতিযোগিতা । ইয়াৰ বিপৰীতে দুখীয়া এচামে এন্ধাৰত চকুপানী মচে এমুঠি ভাত, এখন বস্ত্ৰৰ অভাৱত । দীপান্বিতাৰ দিনা এগচি চাকি জ্বলাব নোৱাৰাৰ দুখত । দীপান্বিতাৰ পোহৰ ৰূপান্তৰ, কৃতকাৰ্য্যতা, হাঁহি- আনন্দ আৰু প্ৰগতিৰ প্ৰতীক । গায়ক গীতিকাৰ ড০ ভূপেন হাজৰিকাদেৱে কয় —দীপান্বিতাৰ পোহৰ ক্ষণস্থায়ী । চাকি নুমাই গলে পুনৰ এন্ধাৰে [illegible] ! সেয়ে এই পৃথিৱীক সঁচা পোহৰেৰে উদ্ভাসিত কৰিবলৈ হ'লে – কুসংস্কাৰ, অন্ধবিশ্বাস, শোষণ, নিপীড়ন উচ্ছন কৰি দৰিদ্ৰ -পীড়িত -মুমূৰ্ষু জনৰ ওঁঠত হাঁহিৰ বিজুলী আঁকি দিব লাগিব সাম্যৰ দিপালী পাতি । কিয়নো সাম্যবাদ পৃথিৱীত অৱধাৰিত । এই পৃথিৱীৰ সঁচা জনতাৰ যুগৰ কলীয়া এন্ধাৰ নাশ কৰিবলৈ হ'লে কলাৰ মাধ্যমেৰে সংগ্ৰাম কৰিব লাগিব সুন্দৰৰ পূজাৰীসকলে । সংগ্ৰামে আনি দিয়ে প্ৰগতিৰ নতুন দিগন্ত । সাম্য-সম্প্ৰীতিৰ, শান্তিময়-প্ৰগতিশীল সমাজ এখনহে দীপান্বিতাৰ আচল পোহৰে জিলিকাই ৰাখিব ।

অ' জোনালী দীপান্বিতা
দীপান্বিতা দীপান্বিতা
ঘিট্‌মিট্ এন্ধাৰ কাতিৰ ৰাতি
চিকমিকিয়া জ্বলি উঠে চাকি
উজ্বলিল সোণৰে মাটি ।

জ্বলে ঘৰে ঘৰে প্ৰদীপ শিখা
মঙ্গল উৰুলি আৰতি
দেৱ শিশু সবে উমলিছে
পোহৰ দলিচা পাতি ।

দীপান্বিতা দুদিনীয়া
আহিব বা' এছাটি
আনিব পৃথিৱীৰ সমুখলৈ
পুনৰ এন্ধাৰ মাতি ।

এই পৃথিৱীৰ সঁচা জনতাৰ
যুগৰে এন্ধাৰ নাশি
সুন্দৰ পূজাৰী উজলোৱা
বুকুৰ তেজেৰে চাকি
সাম্যৰ দীপালী পাতি ।

ৰচনা ঃ গুৱাহাটী, ১৯৪৯চন

# অ' ভাৰতীৰে ! অ' পৃথিৱীৰে

অশেষ ত্যাগ, কষ্ট, সাধনাৰ বলত ঘিট্‌মিট্ এন্ধাৰ, কংকোলসাৰ অতীতৰ অৱসান ঘটাই অৱশেষত ১৯৪৭ চনৰ আগষ্ট মাহৰ ১৫ তাৰিখে স্বাধীনতাৰ জেউতীৰে ভাৰত ভূমি উজলি উঠিল। মুৰৰ ওপৰৰ পৰা পৰাধীনতাৰ ক'লা ডাৱৰে ঢকা আকাশখন আঁতৰি গ'ল। অশেষ কষ্টেৰে স্বাধীনতাৰ মুখ দেখা বৃটিচৰ শোষণ জৰ্জৰ ভাৰতক পৃথিৱীৰ ভিতৰতে জাকত জিলিকাকৈ নৱ ৰূপত গঢ়ি তুলিব লাগিব। তাৰ বাবে ভাৰতীৰ অগ্ৰগামী সন্তান সবে দুখ হলাহল পান কৰি হলেও প্ৰচণ্ড তৰঙ্গৰে কল কল শব্দ কৰি বৈ যোৱা বোৱতী নৈৰ দৰে দেশক প্ৰগতিৰ পথেৰে আগুৱাই নিব লাগিব। আজি ভাৰতীয় দৰ্শন, ভাৰতীয় কৃষ্টি সকলো মহীয়ান হ'ল। যুক্তিৰে, অহিংসাৰে ভাৰতীক স্বাধীন কৰাত মহামানৱৰ মহা বাণী আৰু ভাৰতীয় দৰ্শনে সাহস যোগালে। এতিয়া সমাজক সুন্দৰৰ জ্যোতিৰে জ্যোতিস্মান কৰিবলৈ মহা অভিযানৰ অভিযান কৰিব লাগিব। শোষণ অনল চূৰ্ণ কৰি সাম্যৰ দীপালী পাতিব লাগিব য'ত ধনী-দুখী, উচ্চ-নীচ, ভেদাভেদ নাথাকে; মুমূৰ্ষু জনেও স্বাধীন ভাৰতৰ মুক্ত আকাশৰ তলত মুক্ত মনে হাঁহিব পাৰে। তাৰ বাবে হাটীপটীৰ দৰে বিপ্লৱৰ বাটটি অনুকৰণ কৰি সমাজৰ ৰূপান্তৰ সাধন কৰি নৱ জ্যোতিৰে সমাজখন জ্যোতিস্মান কৰিব লাগিব।

অ' ভাৰতীৰে ! অ' পৃথিৱীৰে !
স্বাধীনচিতিয়া দল।
ভাৰতী স্বাধীনা হ'ল।

ঘিট্‌মিট এন্ধাৰ কঙ্কাল-সাৰ
অতীতৰ অন্ত হ'ক
অতীত নাশি নৱ জেউতিয়ে
জিলমিলাই জলমল।
অগ্ৰদূত সবে যাম আগুৱাই
তৰঙ্গ সম কৰি কল কল
পৃথিৱীৰ প্ৰগতিৰ হকে আমি
পান কৰি দুখ হলাহল।
সাম্যৰ মন্থন পাতিব লাগিব
চূৰ্ণ কৰি শোষণ অনল
মুমূৰ্ষু জনতাই নৱ চেতনাত
তোলক আনন্দৰ কোলাহল।
ভাৰতীৰ দৃষ্টি ভাৰতীৰ কৃষ্টি
সকলো মহীয়ান হ'ল
মহা মানৱৰ মহা বাণীয়েই
যাচে নিতে মহাবল।
জিক্‌মিক্ হাটীপটী বিপ্লৱী বাটটি
সমুখত পৰি ৰ'ল।
কৰা অভিযান মহা অভিযানৰ
জ্যোতিৰ সৃষ্টি অবিকল
ৰূপ সৃষ্টি অবিকল।

কথাঞ্জলি ঃ বিপ্লৱী, ১৯৪৮

# অলিয়া বলিয়া মন মোৰ

শিল্পী সকল সুন্দৰৰ পূজাৰী । সুন্দৰৰ আৰাধনাক জীৱনৰ খেল হিচাপে লৈ স্ব-কলাশৈলীৰ সহায়ত দুষ্কৃতি, অপসংস্কৃতি বিনাশি সমাজ সুন্দৰ কৰে । ন ন ৰহণেৰে সজাই পৰাই ধৰণী সুন্দৰ কৰে । সেয়ে শিল্পীসকল সৰ্বসাধাৰণতকৈ অলপ হলেও ব্যতিক্ৰমী ধৰণৰ । যেতিয়ালৈকে তেওঁলোকৰ সাধনাই সফলতাৰ শিখৰত উপবিষ্ট নহয় —তেওঁলোক ক্ষান্ত নহয়; এক প্ৰকাৰ বলিয়াৰ দৰে হয় । প্ৰতিজন মানুহৰ সফলতাৰ আঁৰত থাকে কাৰোবাৰ প্ৰেৰণা । প্ৰেৰণাই মানুহক উন্নতিৰ জখলাত উধাবলৈ উৎসাহিত কৰে; সাহস যোগায়। প্ৰেৰণাদাতৃ হয়তো হব পাৰে প্ৰেয়সী, সহযাত্ৰী ইত্যাদি । মহীয়সী প্ৰেয়সী গৰাকী যদি জীৱন পথৰ সহযাত্ৰী হয় তেওঁৰ প্ৰেৰণাৰ বলেৰে বলীয়ান হৈ শোষণ, দুৰ্নীতি, ভেদাভেদৰ কলুষ কালিমাৰে এলান্ধুকলীয়া পৃথিবীখন ভাঙি ছিঙি নতুন ৰূপেৰে এখন নতুন পৃথিৱী গঢ়ি সপোন বাস্তৱত পৰিণত কৰিব পাৰে । এইটো কৰিব পৰা যায় বাস্তৱ সম্মত দৃষ্টিভঙ্গীৰেহে ।

অলিয়া বলিয়া মন মোৰ
অলিয়া বলিয়া মন
সুন্দৰ সৃষ্টিকাৰী মই
অসুন্দৰ হাৰী
নতুনতা মোৰ পণ ।

শুৱনী ধৰণী সজাওঁ পৰাওঁ
তুমিয়ে দিয়া তাৰ প্ৰাণ
সাত ৰহণৰ ৰামধেনু লৈ
আকাশ কৰিলোঁ ম্লান ।

লগৰে লগৰী তুমি হ'বা
মোৰ পথৰ প্ৰেৰণাৰ বল
পুৰণি পৃথিবীক ন ৰূপ দি
বান্ধিলৈ দুয়োৰে মন ।

ৰচনা : গুৱাহাটী, ১৯৪৮ চন

# আলফুলীয়া কুমলীয়া চেনেহৰ অকণি বীৰ

উষাৰ হাঁহি, বেলি ফুলৰ পাহি , আশাৰ কলি থুনুক থানাক মাতটিৰে কণমানি শিশুটি । 'শিশুৱেই দেশৰ, জাতিৰ মেৰুদণ্ড । তেওঁলোকেই ভৱিষ্যত দেশৰ কৰ্ণধাৰ, সাৰটি লব দেশ শাসনৰ বাঘজৰী । তেওঁলোক সম্ভাৱনাময়ী । এদিন তেওঁলোকৰ অকণি অকণি হিয়াত নিহিত সুপ্ত প্ৰতিভা দৃপ্ত হব; তেওঁলোকৰ মাজতে আবিষ্কাৰ হব —শঙ্কৰদেৱ, যিশু, হজৰত মহম্মদ, আইনষ্টাইন, টলষ্টয়,ছেকচ্‌পিয়েৰ, গান্ধী, জ্যোতি-বিষ্ণু, লতা, কুশল কোঁৱৰ, কনক লতা, জয়া, মূলা, এ পি জে আব্দুল কালাম আৰু শত শত শ্বহীদ আৰু 'দেশতকৈ মোমাই ডাঙৰ নহয়' বুলি খাপৰ পৰা তৰোৱাল উলিয়াই এলেহুৱা নিজ মোমায়েকক একে ঘপে দুছেও কৰি নৰীয়া গাৰে দেশ মাতৃৰ শিৰৰ কীৰিটি উজলাই ৰখা শৰাইঘাটৰ বীৰ লাচিত । ৰুদ্ৰ মূৰ্ত্তি ধৰি তেওঁলোকেই নাশিব আবিচাৰ শোষণকাৰীৰ । মহামানৱৰ পদধূলি শিৰত তুলি তেওঁলোকেহ গঢ়িব লাগিব এখন সুনিৰ্মল, সুন্দৰ, সাম্যৰ সমাজ বাধাৰ হেঙাৰ ভাঙি , গঢ়িব লাগিব সেন্দুৰীয়া আলি ভেদাভেদ পাহৰি ঐক্য- সম্প্ৰীতিৰে শান্তিৰ সৰগ ৰচি হাতে হাত ধৰি একেলগে প্ৰগতিৰ পথেৰে আগুৱাই যোৱাৰ । এই গীতটি ১৯৪' চনৰ পৰা গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ 'অকণি'ৰ মেলৰ আৰম্ভণী গীত হিচাপে প্ৰচাৰ কৰা হৈছিল।

আলফুলীয়া কুমলীয়া চেনেহৰ অকণি বীৰ
অ' মোৰ চেনেহৰ অকণি অকণি বীৰ
তোমাৰে দেশৰ বীৰ লাচিতে
শতৰুক কৰি চিৰাচিৰ
সুজলা সুফলা পূৰ্ব ভাৰতীৰ উজলাই ৰাখিলে শিৰ ।

ভাৰতে পূজিলে শিশু শঙ্কৰক
কোমল কবিতা লিখনীৰ
তুমিও ৰচিবা এটি দুটি আখৰেৰে
সৰু ভাৱ অকণি মনৰ ।
অ' মোৰ চেনেহৰ অকণি অকণি বীৰ ।

পৰাধীনতা দেখি শিশু কুশলৰ
বইছিল তপত ৰুধিৰ দেশৰ কাৰণে সেয়ে
হিয়া ফালি তেজ দিলে ।
অ' মোৰ চেনেহৰ অকণি অকণি বীৰ ।

পুৰাৰ সুকৰ্মৰ নতুন সৃষ্টি তুমি
উজলাই তোলা ধৰণীৰ
তুমি ৰুদ্ৰ মূৰ্ত্তি ধৰি নাশিব লাগিব
অবিচাৰ শোষণ কাৰীৰ ।
অ' মোৰ চেনেহৰ অকণি অকণি বীৰ ।
শোষণ মুক্ত কৰি পূৰ্ব ভাৰতীৰ
উজলাই ৰাখিবা শিৰ ।
অ' মোৰ চেনেহৰ অকণি অকণি বীৰ ।

ৰচনা ঃ গুৱাহাটী, ১৯৭৮

# তেৰশ চৌৱন্নৰ মাঘৰে মাহৰে

মহাত্মা গান্ধীয়ে অহিংসাৰ মন্ত্ৰেৰে কৰা অশেষ চেষ্টাৰ বলত ১৯৪৭ চনৰ ১৫ আগষ্টত ভাৰত বৰ্ষ স্বাধীন হ'ল । নতুন ভাৰতক নিজস্য ধ্যান ধাৰণাৰে সজাবলৈ যো-জা কৰোঁতেই ১৯৪৮ চনৰ ৩০ জানুৱাৰীৰ দিনা আততায়ীৰ গুলিত তেওঁ নশ্বৰ দেহ ত্যাগ কৰে । বাপুজীৰ মৃত্যুত দেশবাসী পিতৃ হাৰা সন্তানৰ দৰে নিঠৰুৱা হ'ল; শোকত ভাঙি পৰিল । যি সময়ত পৃথিৱী হিংসাৰ তেজেৰে ৰাঙলী হৈছিল ( প্ৰথম মহাসমৰ, দ্বিতীয় মহাসমৰত) সেই সময়তে সৰ্ব ধৰ্ম, সৰ্ব জাতি, হৰিজন, দলিত শোষিত সকলোকে সাবটি, অন্ধবিশ্বাস, কু-সংস্কাৰক ঘৃণাই আল্লা-ৰাম একেজন বুলি শত্ৰুক বিস্ময়াভূত কৰি অহিংসাৰ বাণীৰে ভাৰতক স্বাধীন কৰিলে । বাপুজীৰ মৃত্যুত শোকত বুকু ভাঙিল গায়ক গীতিকাৰ ড০ ভূপেন হাজৰিকাৰো । সেই চনৰে ২২ ফেব্ৰুৱাৰী তাৰিখে গান্ধীজীৰ অস্থি অলপ গুৱাহাটীৰ শুক্লেশ্বৰ ঘাটলৈও লৈ আহে । বাপুজীৰ অস্থি আদৰিবলৈ শুক্লেশ্বৰ ঘাটত গোপীনাথ বৰদলৈকে আদি কৰি অনেক লোকৰ সমাগম হয় । সেই অনুষ্ঠানত গাবলৈ ড০ হাজৰিকাদেৰে এই গীতটো লিখি সুৰ দিয়ে আৰু ভনীয়েক কুইন হাজৰিকা ওৰফে সুদক্ষিণা শৰ্ম্মাই কোকিল কণ্ঠেৰে গায়। গীতটো শুনি তাত সমবেত কোনো এজনেও চকুলো নমচাকৈ থাকিব পৰা নাছিল ।

তেৰশ চৌৱন্নৰ মাঘৰে মাহৰে
যোল্লৰে বিয়লি বেলা
পৃথিৱীৰ শিৰতে বজ্ৰপাত পৰিলে
বাপুজী ক'লৈনো গ'লা ?
এন্ধাৰৰ মাজেদি জোৰ লৈ আহিলাঁ
অশেষ যাতনা ভেদি
মৰমৰ হাঁহিৰে হেংদান ভাঙিলা
অসত্যক কেনিবা খেদি ।

পৃথিৱীখনিয়ে হিংসাৰ তেজেৰে
যেতিয়া ৰাঙলী হ'ল
অহিংসাৰ বাণীৰে ধুৱালা পখালা
শত্ৰু বিস্ময় গ'ল ।
অকলে অকলে কৰ্ত্তব্য পালিলাঁ
নাশিলা পুৰণি প্ৰথা
নামৰে প্ৰমাণি জগতক বিলালাঁ
আল্লা ৰাম একেটি প্ৰথা ।

ধূলিৰো তলৰে ধূলিও মাকতিক
লগালাঁ আলফুল মাত
হৰিজন দলিতক সাৱটি ধৰিলাঁ
স্বাৰ্থও পৰিলে শাঁত ।
সোতৰ মাঘৰে আকাশত উৰিলে
চন্দন কাঠৰে ধোঁৱা
ধোঁৱাকে সাৱটি ফেকুৰি ফেকুৰি
ৰতাহে কান্দিছে চোৱা । বাপুজী ক'লৈনো গ'লা ?

গুৱাহাটী, ফেব্ৰুৱাৰী ১৯৪৮

# মহামানৱৰ ত্যাগ অগনিয়ে নাশিব

'মহা মহা পুৰুষৰ চানেকীৰে জীৱনৰ আমিও কৰিব পাৰো জীৱন গঢ়িত ।'— মহা মানৱৰ অশেষ কষ্ট-ত্যাগ স্বীকাৰ আৰু সাধনাৰ ফলশ্ৰুতিতেই পৃথিৱীত শান্তি প্ৰতিষ্ঠা হয় । সেয়ে তেওঁলোক হয় সৰ্বজন সমাদৃত; চিৰপূজ্য। তেওঁলোকৰ আদৰ্শ শিৰতলৈ তেওঁলোকে দেখুৱাই যোৱা পথেৰে আমিও আগবাঢ়ি যাব লাগে এখন শান্তিৰ, সুন্দৰ, সাম্যৰ, মাটিৰ সৰগ সৃষ্টিৰ হকে । এই কামত বিশেষকৈ তৰুণ তৰুণী সকল আগবাঢ়ি আহিব লাগে; কাৰণ তৰুণ শক্তিয়েই দেশৰ শক্তি । " ময়ে ডেকা ল'ৰা অগ্নিময় । ময়ে ভাৰতৰ নবীন সূৰ্য্য, পূৰ্বাঞ্চলত বজাওঁ তূৰ্য্য..... কৰিম জগত জয়, নবীন সূৰ্য্য মই "—বুলি জ্যোতি প্ৰসাদেও কৈছিল। জনতাৰ দুখ-দুৰ্গতিয়ে সমাজত বিপ্লৱৰ সূচনা কৰে; আকাশ বতাহ কঁপাই তোলে । কিয়নো বিপ্লৱ অবিহনে সমাজৰ পৰিবৰ্তন অসম্ভৱ। ফলত, এদিন সংকীৰ্ণতা, ক্ষুদ্ৰ স্বাৰ্থপৰতাৰ সমাধি সাজি প্ৰগতিৰ ধল নামে, ক'লা ডাৱৰৰ বিভিষিকাক চূৰ্ণ কৰি উষাৰ সোণালী কিৰণে জিল্‌মিলায় । ইতিহাসৰ পাত লুটিয়াই চালে আমি এইবোৰ কথাৰে প্ৰমাণ পাওঁ । উদাহৰণ স্বৰূপে মহাচীন, ছোভিয়েত ৰাছিয়া ইত্যাদি । গতিকে এখন সুন্দৰ, শান্তিৰ, সাম্যৰ সমাজৰ সেন্দুৰীয়া আলি গঢ়িবলৈ হলে তৰুণ শক্তিয়ে গুৰি বঠা ধৰি আগবাঢ়ি যাব লাগিব । গীতটিত 'মহামানৱ' শব্দটিয়ে মহাত্মা গান্ধীক ইংগিত কৰিছে । মহাত্মা গান্ধী হ'ল মানৱতা আৰু শান্তিৰ জ্বলন্ত প্ৰতীক । তেওঁ দলিত, পীড়িত, জাতি ধৰ্ম নিৰ্বিশেষে সকলো মানুহকে এক ঈশ্বৰ বা আল্লাৰ সন্তান ৰূপে গণ্য কৰি সাম্যৰ সৰগ ৰচাৰ সপোন দেখিছিল । গীতটিত মহাত্মা গান্ধীৰ আদৰ্শৰ সৈতে গায়ক গীতিকাৰৰ আদৰ্শৰ মিল দেখা যায় ।

কথা : মহামানৱৰ ত্যাগ অগনিয়ে নাশিব স্বাৰ্থ অহংকাৰ শান্তি দূতৰ শান্তিবাণী জনতাই কৰে নমস্কাৰ। আজি সেই মহামানৱৰ শান্তিৰ আদৰ্শক শিৰত লৈ সুন্দৰ সাম্যৰ সৃষ্টিৰ হকে আমি আগবাঢিব লাগিব ।

মহামানৱৰ ত্যাগ অগনিয়ে
নাশিব স্বাৰ্থ অহঙ্কাৰ
শান্তিদূতৰ শান্তি বাণী
জনতাই কৰে নমস্কাৰ ।

আগবাঢ়া বাঢ়া আগবাঢ়া
ডেকা গাভৰুৰ দল ।
জনতাৰ মৃত্যু এফেৰি বতাহে
আকাশ কপাই তোলে
ঘনে ঘনে কোলাহল ।
ডেকা-গাভৰুৰ দল আগবাঢ়া
সংকীৰ্ণতাৰ চিতাত চোৰা
প্ৰগতিৰ ধল উঠিল ।
ক'লা ডাৱৰৰ বিভীষিকাত
জেউতিৰ বৰণ চৰিল ।
এন্ধাৰ অতীতৰ জকাত চোৰা
শোণিতৰ বান উঠিল
ডেকা গাভৰুৰ দল
তুমি শান্তি পৃথিৱীত বুলাই দিয়া
সাম্যৰ নৱ বোল ।

ৰচনা : গুৱাহাটী, ১৯৪৮

# সুৰ নগৰীৰ সুৰৰ কুমাৰে

মানুহৰ জীৱনলৈ যৌৱন আহে — সময়ৰ আহ্বানত প্ৰেমৰ স্নিগ্ধ জোনালীৰে জিল্‌মিলায় যৌৱন। প্ৰাণত প্ৰিয়া মিলন বাসনাৰ আকুতি জাগে । ৰামধেনুৰ সাতো বৰণেৰে সাজে সপোনৰ কাৰেংঘৰ। হৃদয়ে হৃদয় বিচাৰে; মৰমে মৰম বিচাৰি যায় । যদিহে মৰমে সহাৰি পায়– জীৱন হৈ পৰে অৰ্থবহ । যদিহে সহাৰি নাপায় ? বালিঘৰ ভঙাদি ধুমুহাত সপোন ভাঙি যায় ? যদি পোৱাটোও হাততে হেৰাই ? – মৰিচিকা খেদি খেদি জীৱনে হাবাথুৰি খায় । নোপোৱাৰ বেদনাতকৈও পাই হেৰুৱাৰ বেদনা মৰণান্তিক । হৃদয় শিলত খোদিত স্মৃতিৰ পাশানলৰ খোঁচত কলিজা থকা সৰকা হয় । তেতিয়া জীৱনৰ ছবিখন হৈ পৰে ধূসৰ; জীয়াই থকাৰ প্ৰৱণতা হয় ম্লান । চগাটিয়ে শিখাৰ মৰমক আকোৱালি নিঃশেষ হৈ যোৱাৰ দৰে প্ৰিয়া হীন নিস্প্ৰভ জীৱনটো অসাৰ যেন প্ৰতিপন্ন হয় । কাৰণ, প্ৰেমেতো নাজানে জীৱনৰ জটিলতা; নুবুজে সংঘাত, ঘাত-প্ৰতিঘাত । নিশাৰ শেষত চগাৰ স্মৃতিত শিখাও নুমাই যোৱাৰ দৰে মাথোঁ বিৰহানলত তিল্ তিল্ কৈ দহি দহি প্ৰেমিকজন নিজেই ছাই হৈ যায় । গায়ক গীতিকাৰ ড০ হাজৰিকাদেৱ নিজেও এজন দুৰন্ত প্ৰেমিক। তেওঁৰ প্ৰেমত ব্যৰ্থতাতাও আছে । সেয়ে প্ৰেয়সী, পত্নী সকলোৰে পৰা আঁতৰি আহি কলাৰ প্ৰেমত পৰি জীৱনটো ৰঙীন কৰি একাকী জীৱন যাপন কৰিলে । ব্যৰ্থতাই তেওঁক পৰাজয় নকৰে । ইয়াৰ বিপৰীতে জীয়াই থাকি এখন ন সমাজ গঢ়িবলৈ পণ লয় য'ত সোণতকৈ মানুহৰ দাম অলপ হ'লেও বেছি । সেয়ে তেওঁক এৰি আঁতৰি যোৱা প্ৰেয়সীক ভেঙুচালি কৰি এদিন তেওঁ কৈছিল 'তোমাৰ অবিহনে চিপজৰী ল'ম বুলি যদি তুমি ভাবিছা, ভুল কৰিছা –মোৰ সোণজনী ! অলীক সপোন দেখিছা ।' তথাপিও কোনো আবেগিক মুহূৰ্তত তেওঁও বিৰহত আকুল হয় । কাৰণ, তেওঁও তেজ মঙহেৰে গঢ়া মানুহ । তেতিয়াই বুকুৰ ভাষাবোৰে গীতৰ ৰূপ লয় ।

সুৰ নগৰীৰ সুৰৰ কুমাৰে
সপোন সনা ৰামধনুৰ
ৰহণ হেৰুৱায়
মিঠা মৰমৰ মিনতি শুনি
চিতালৈ আগুৱায়,
ৰহণ হেৰুৱায় ।

সৰা শেৱালিৰ শুকুলা বাটত
সুৰ ৰূপ এটি হয়
সুৰৰ কোমল পৰশে ৰূপৰ
আনে পৰাজয় ।

এদিন নিশা পচোৱা আহিল
ৰূপ নিলে উৰুৱাই
সুৰ সুৰ বুলি কতনা বিনালে
সুৰ যে কাষতে নাই ।
মৰণৰ বাবে চগাৰ মৰম
শিখাই সাৱটি লয়,
নিশাৰ শেষত চগাৰ স্মৃতিত
শিখাও নুমাল, হায় !

ৰচনা : গুৱাহাটী ১৯৪৮

# সোঁৱৰণী কুঁৱলীয়ে

স্মৃতিৰ ডেউকা কোবাই মন পখী উৰি যায় সুদুৰ অতীতলৈ । কিন্তু, কিমান দুৰ ? অতীতৰ জানো সীমা ৰেখা আছে ? আজিৰ এই মুহুৰ্ত্তটিও খন্তেক পিছতে অতীত হব; স্মৃতিৰ কুঁৱলী সনা হাতে আকোঁৱালী ল'ব । আনহাতে প্ৰতিটো নিশাৰ অন্তত আমি একোটা নতুন পুৱা পাওঁ । নতুন পুৱাৰ ন সূৰ্য্যৰ জিলিঙনি, নতুন ফুলৰ সুবাসে মন মতলীয়া কৰে । আকৌ আবেলি হ'লেই পুনৰ এটা নতুন পুৱালৈ মন মেলোঁ । এনেদৰে প্ৰতিটো নতুন বস্তুৱে আমাৰ মন আকৰ্ষিত কৰে; আমি নতুনক পাবলৈ, নতুনৰ সোৱাদ ল'বলৈ বিচাৰোঁ । কিন্তু, এই নিত্য নতুন আৱাহনে পুৰণি হিয়াক আকুল কৰে । তথাপিও নতুনে ৰিঙিয়াই মাতে । পুৰণিৰ শিপাতে জীপ লৈ পোখা মেলি নতুনে ঠন ধৰে । সময় বালিত এৰি থৈ অহা খোজবোৰ এদিন ধুমুহাত মচ খায় । সেইবোৰ সুৰঁৰি, বিচাৰি খোচাৰি মিছাতেই আইনা ভগা দি হিয়া মন ভাগি ছিগি টুকুৰা টুকুৰ কৰাৰ বাদে কোনো লাভ নাই । মানুহে কিবা বিচাৰোঁতে কিবা হেৰুৱায় । কেতিয়াবা নিয়তিৰ কুটিল হাঁহিত পোৱাটোও হাততে হেৰায়। তথাপি, মানুহ আশাবাদী । আশাই মানুহক জীয়াই থাকিবলৈ শিকায় । কিন্তু, আশা সীমাহীন; দিগন্ত অতিক্ৰমি যায় । এটা আশা পূৰ্ণ হ'লে অইন এটালৈ হাত মেলি মানুহ ব্যাকুল হয়, বাসনাৰ ৰোকোচাত উঠি মনে এখোপ এখোপকৈ উধাই গৈ থাকে গৈ থাকে । কিন্তু অতীতক বাদ দি বৰ্তমানৰ ভেটিত থিয়হৈ ভবিষ্যতৰ সপোন ৰচিব নোৱাৰি; কাৰণ অতীতত গৰ্ভস্থ ভ্ৰূণৰ অঙ্কুৰণেই হ'ল ভবিষ্যতৰ পুলি । সেয়েহে, অতীতক কলিজাৰ মণিকূটত সজাই থৈ আজিৰ ভেটিত থিয় হৈ কালিৰ সপোন ৰচিব লাগে । এনেদৰে এটাৰ পিছত এটাকৈ প্ৰতিটো কালিৰ সপোন ৰচোঁতে ৰচোঁতে আশাবোৰ বাঢ়ি যায় । সেয়েহে মানুহে জীৱনৰ শেষ মুহূৰ্তলৈকে আশাবোৰ বুকুত বান্ধি লৈ থাকে । গীতটিত গীতিকাৰৰ গভীৰ জীৱন দৰ্শনৰ পৰিস্ফুৰণ ঘটিছে ।

সোঁৱৰণী কুৱঁলীয়ে
চিঞঁৰি চিঞঁৰি কয়
অতীতৰ সীমা-ৰেখা নাই
সমুখতো দেখোঁ আজি
পুৰণিক আকুল কৰে
নতুনে মাথোঁ ৰিঙিয়ায় ।

জীৱনৰ বাটটি
এৰি অহা খোজবোৰ
নিতে মচে কোন ধুমুহায়
মিছায়ে উভতি চাই
পাহৰা গীতটি গাই
দেহা মোৰ ভাগৰিহে যায় ।

কিবা যেন বিচাৰি
হেৰুৱালোঁ কিছু
পোৱাটোও আঁতৰিহে যায়
আজিৰ সোঁতত ভাহি
কালিৰ সপোন দেখি
আশা মোৰ নিতে বাঢ়ি যায় ।

# কৰ্মই আমাৰ ধৰ্ম

ভগবান শ্ৰী কৃষ্ণই গীতাত কৈছে — 'কৰ্মই ধৰ্ম' । মহাত্মা গান্ধীয়েও কৈছে - 'কৰ্মই সাৰমৰ্ম'। জীৱন মানেই সংগ্ৰাম । এই সংগ্ৰামত জিকিবলৈ হলে কাপুৰুষৰ দৰে নাই নাই বুলি দুহাত সাৱটি বহি থাকিলে পেট নভৰে; সাহসৰ বৰ্ম পৰিধান কৰি সংগ্ৰামী মনেৰে আগুৱাই যাব লাগিব। গাৱঁৰ সোণ গজা সুফলা ৰসাল মাটিত সৃষ্টিৰ সুৰ ঢালি দি দেশমাতৃৰ হৃত শ্ৰী বৃদ্ধি কৰি দুখিত অৱহেলিত জনৰ মুখত এমোকোৰা হাঁহিৰ বিজুলী ফুলাব লাগিব । আজিৰ যুগ জ্ঞান-বিজ্ঞানৰ যুগ । শিক্ষাৰ পোহৰে মানুহৰ মনৰ দিগন্ত সম্প্ৰসাৰিত কৰিছে। গতিকে বিজ্ঞান প্ৰযুক্তিৰ ন ন পদ্ধতি অৱলম্বন কৰি নব নব ধ্যান ধাৰণাৰে সমৃদ্ধহৈ স্বাৰ্থান্বেষী শোষকক উৎখাত কৰি অৱহেলিত, শোষিত, নিপীড়িত জনক আকোঁৱালি লৈ এই গাৱঁতে পাতিব পাৰি এখন সুন্দৰ, শান্তিৰ, সাম্যৰ স্বৰ্গ ।

কৰ্মই আমাৰ ধৰ্ম
কৰ্মই আমাৰ ধৰ্ম
আমি জীৱন যুঁজত জিকিব লাগিব
পিন্ধি সাহসৰ বৰ্ম ।

স্বাৰ্থপৰ লোলুপ আশা
আমি কৰিম খৰ্ব
মহামানৱৰ বাণী শিৰে লৈ
নাশিম যুঁজৰ গৰ্ব ।

সুফলা মাটিৰ সৃষ্টিৰ সুৰ
গাঁৱেই দেশৰ গৰ্ব
পীড়িতজনক আকোঁৱালি লৈ
গাঁৱতে পাতিম স্বৰ্গ ।

দ্বাপৰত ক'লে শ্ৰীকৃষ্ণই
নেপেলাবা নিজ ধৰ্ম
কুৰি শতিকাৰ বাপুজীয়ে কয়
কৰ্মই সাৰ মৰ্ম ।

আমি নতুন যুগৰ নতুন মানৱ
আনিম নতুন স্বৰ্গ
অৱহেলিত জনতাৰ বাবে
ধৰাত পাতিম স্বৰ্গ ।

বোলছবি ঃ পাৰঘাট, ১৯৪৮

# কাৰ আকাশৰ ৰামধেনুখনি

মানুহে সপোন দেখে — ৰামধেনুৰ সাতো ৰবণেৰে জীৱনটো ৰাঙলী কৰাৰ । কিন্তু সপোনৰ ফুলবোৰ বাস্তৱত ফুলহে ফুলে জানো ? যদি সপোনবোৰ সপোন হৈয়ে বয় ? - ফুলবোৰ যদি মৰহি শুকায় ” তথাপিও মানুহে সপোন দেখে । — বুকুত বহুতো আশালৈ মানুহ আহে এই পৃথিবীলৈ; আশাৰ পাল তৰি নাও মেলি দিয়ে জীৱন লুইতত । টুলুং ভুটুং নাওখনিত চাবে চাবে বঠা মাৰিহে যায় । মাজ নদীৰ চাকনৈয়াত পৰি ইকুলো হেৰুৱায় সিকুলো নেপায়;—মায়াৰ জৰীও নিছিগে । সিপাৰৰ আশাও হয় সুদূৰ পৰাহত । জন্মিলে মৃত্যু চিৰন্তন । আশা নিৰাশাৰে ভৰা এই জীৱন । জীৱন এখন ৰণাঙ্গন, ওৰেটো জীৱন দুৰন্ত সংগ্ৰাম কৰি কৰিও সাফল্যৰ মুখ দেখা বিজয়ীৰ সংখ্যা বিচাৰি চালে পোৱা যায় তেনেই নগণ্য সংখ্যক । তথাপি, জোনাকী পৰুৱাৰ এধানি পোহৰে অমানিশাৰ গভীৰ এন্ধাৰত বাট দেখুওৱাৰ দৰে সীমাহীন দুখ, অশান্তিৰ মাজতো এধানিমান আশাৰ বেঙনিয়ে জীৱনটো অৰ্থবহ কৰি তোলে ।

কাৰ আকাশৰ ৰামধেনুখনি
ক'তে বা লুকায়
কাৰ সপোনৰ ফুলনিখনি
মৰহি শুকায় ?

জীৱনৰে লুইতত নাও মেলি দে
আশাৰে তুলিলৈ পাল
একোকে নাপালে পায়ো হেৰুৱালে
নিচিগে মায়াৰে জাল
হায় ! হায় !! হায় !!!

উৰি গুচি গ'ল লুইতপৰীয়া
চাকৈ চকোৱা হাল
অকলশৰীয়া নিশাটি জনাই
ৰ'বনো কত বাট চাই

নিশা এন্ধাৰতে পঞ্জাতে চিঞৰি
উৰাটি বলিয়া হ'ল
ওলাই জোনৰ হাঁহিটি দেখি
উৰাকো পাহৰি গ'ল ।

মানৱী জলধিত পুৱাতে উঠিলে
জনমৰে কোলাহল
নিয়াতী গধূলি আহিলে কুৰঙ্গী
মৰণৰে মহাকাল ।

# মোৰ মৰমে মৰম বিচাৰি যায়

মানুহৰ জীৱনলৈ যৌৱন আহে বাৰিষাৰ প্লাৱনহে । যৌৱনে চকুত সানি দিয়ে ৰামধেনুৰ সাতো বৰণীয়া বোল । মন উৰি যায় কমোৱা তুলা হৈ কাৰোবাৰ কাষলৈ; বুকুৰ মাজত সযতনে সাঁচি ৰখা মৰম দিবলৈ আৰু মৰম বুটলিবলৈ । হিয়া দিয়া লোৱাৰ খেল খেলিবলৈ । যদি কোনোবে বিচৰাটো হাততে পায় তেওঁতকৈ সুখী আৰু এই পৃথিৱীত কোন হব পাৰে বাৰু ? কিন্তু কেতিয়াবা এনে হয় পাৰ ওপোচাই ঢালি দিয়া মৰমকো নেওচা দি প্ৰেয়সী ( বা প্ৰেমিক) আঁতৰি গুচি যায় । তেতিয়া অন্তৰ ভৰি ভালপোৱাজন বা জনীৰ কি হ'ব পাৰে ? তেওঁ হৈ পৰে বালিচৰত পৰি থকা ধুমুহাত বিধ্বস্ত এখন জাহাজ ! প্ৰেমত হাবু ডুবু খাই অনেকে এইদৰে জ্বলি জ্বলি ছাইহৈ যায় । কেতিয়াবা এই অৱহেলা জীৱনৰ টাৰ্ণি পইণ্টো হয়। ধুমুহাৰ শেষত নতুনৰ সৃষ্টি হোৱাৰ দৰে বাটৰ কেকুঁৰিত পোৱা আঘাতত জীৱন সুঁতিৰ গতি অন্য ফালে ঢাল লয় – যিয়ে ৰামধেনুৰ সাতো বৰণেৰে জীৱন ৰঙীণ কৰে আৰু বিশ্বকো জ্যোতিস্মান কৰে । উদাহৰণ স্বৰূপে,— পত্নীৰ পৰা পোৱা অৱহেলা, আঘাতৰ ফল স্বৰূপে মহাকবি কালিদাসে সাহিত্য সাধনাতব্ৰতী হৈ সৰস্বতীৰ বৰপুত্ৰ হোৱাৰ যোগ্যতা অৰ্জন কৰিলে । কোনোৱে সংকল্প সলনি কৰি ক্ষুদ্ৰ স্বাৰ্থৰ পৰিবৰ্তে বৃহৎ স্বাৰ্থৰ হকে নিমজ্জিত হয় । মানৱ সেৱাকে জীৱনৰ ব্ৰত হিচাবে লৈ পণ লয় এখন সাম্যৰ সুন্দৰ সমাজ গঢ়াৰ । কাৰণ, মানৱ ধৰ্মই শ্ৰেষ্ঠ ধৰ্ম । এই কথা ড০ ভূপেন হাজৰিকাৰ ক্ষেত্ৰতে প্ৰতিপন্ন হৈছে । তেওঁৰ এই গীতটো এটা ৰসাল প্ৰেমৰ গীত । তেওঁ এজনী সুন্দৰী গাভৰুক ভাল পাইছিল । কিন্তু প্ৰেমৰ ক্ষেত্ৰত হেঙাৰ আছিল । সেয়ে তেওঁ 'আকাশ বাণী গুৱাহাটী'ত কাৰ্য্য নিৰ্বাহ কৰাৰ সময়ত প্ৰিয়াৰ কৰ্ণগোচৰ হোৱাকৈ তেওঁৰ মনৰ কথাৰে এই গীতটো ৰচি ৰেডিঅ' যোগে প্ৰচাৰ প্ৰচাৰ কৰিছিল ।

কথা ঃ বাৰিষাৰ কেচা বানে আৰু যুগৰ বতৰাই মানুহক কেতিয়াবা ৰোমাণ্টিক কৰিও তোলে ।

তেতিয়া গায় — মোৰ মৰমে মৰম বিচাৰি যায় ...।

**মোৰ মৰমে মৰম বিচাৰি যায়**
**বাৰিষাৰ কেঁচা বানে**
**মোৰেই কাৰণে আনে**
**নতুনৰ বৰে নৈ**
**যুগৰ বতৰা লৈ ।**

**অকলশৰীয়া পথেদি মই**
**শত বিঘিনি ভাঙি**
**ধূলিৰ ধৰাক সৰগ কৰিম**
**হেঙুলীয়া বোল সানি ।**

**মোৰ আকাশত পোৱাৰ তৃপিতি**
**নোপোৱাৰ বেদনা নাই**
**মোৰ মৰমৰ পাৰ ভাঙি আজি**
**কিহৰ ধুমুহা বয়**
**যুগৰ বতৰা লৈ ।**

**গুৱাহাটী, ১৯৪৯**

# ঝক্‌ঝক্‌ ৰেল চলে মোৰ

আমেৰিকাত পঢ়িবলৈ যাওঁতে এদিন চিকাগো ৰেল ষ্টেচনত ৰেলৰ বাবে অপেক্ষা কৰি থাকোঁতে মনৰ মাজত উন্মেষিত ভাব বাশিৰে ড০ হাজৰিকাদেৱে এই গীতটো ৰচে। গীতটোত চিত্ৰিত হৈছে কঠোৰশ্ৰম, তাৰ বিপৰীতে অতি সামান্য পাৰিশ্ৰমিক পোৱা ৰেলকৰ্মী– ফায়াৰমেন, চিগ্‌নেলমেন, ড্ৰাইভাৰ লাইনচমেন, কেৰাণী আদি চতুৰ্থ শ্ৰেণীৰ কৰ্মচাৰী বা বনুৱাৰ পেটৰ জ্বালা, দুখ-দুৰ্দ্দশা আৰু মালিক শ্ৰেণীৰ শোষণৰ দৃশ্য, বিপৰীতে ' ক'লা ক'লা কয়লাৰ ধূলি লাগি ক'লা পৰা বাহুৰ শকতিৰে শোষণৰ কণা বাট হোহোঁকাই থৈ মই সময়ৰ আলিটিৰ নিচান উৰাওঁ' – বুলি তাৰ বিৰুদ্ধে ঘোষণা কৰা জেহাদ। শোষিত-নিপীড়িতৰ ঐক্যবদ্ধ সংগ্ৰামক কোনেও ৰুধিব নোৱাৰে। সেয়ে মানৱতাবাদী গায়ক গীতিকাৰে শোষণৰ পঙ্কিলময় সমাজখন ভাঙি যন্ত্ৰযুগৰ সুমহান কৃষ্টিৰে মানুহৰ মুক্তিৰ সোপান গঢ়ি, সাম্য-মৈত্ৰী, একতা-ভ্ৰাতৃত্ব সমৃদ্ধ এখন শান্তিৰ, সাম্যৰ সুন্দৰ সমাজ প্ৰতিষ্ঠাৰ আশাৰে এই গীতটি ৰচে। গীতটো দুখ-যন্ত্ৰণাৰে ভৰা মানুহৰ জীৱনৰ আৰু আশাৰ প্ৰতীক বুলিও ভাবিব পাৰি। শোষণৰ বিপৰীতে সমাজত শান্তি, ভ্ৰাতৃত্ব আৰু সাম্যবাদ প্ৰতিষ্ঠাই হ'ল এই গীতটিৰ মূল উদ্দেশ্য। পিছত গীতটি ১৯৫৩ চনত সুৰেৰে সজাই ভাৰতৰ পৰা চীনলৈ যোৱা সাংস্কৃতিক দলৰ সদস্য শ্ৰী দিলীপ শৰ্মাক চীনত গাবলৈ দি দিয়ে।

ঝক্‌ঝক্‌ ৰেল চলে মোৰ,
ৰেল চলে মোৰ, ৰেল চলে
সাম্য বিলাই, শান্তি উকিয়াই ৰেল চলে।
ফায়াৰমেন মই —
দপ্‌ দপ্‌ অগনিৰ তেজ ৰঙা বৰণৰ
কয়লাৰ পাত্ৰ হাতেৰে খামুচি ধৰি
বয়লাৰ দুগুণে জ্বলাওঁ, দেহা মোৰ জ্বলে জ্বলে।
চিগ্‌নেলমেন মই —
ক'লা ক'লা কয়লাৰ ধূলি লাগি ক'লা পৰা
বাহুৰ শকতিৰে শোষণৰ কণা বাট
হোঁহোকাই থৈ মই সময়ৰ আলিটিৰ নিচান উৰাওঁ
শোষণ দূষিত বায়ু ফালে ফালে।
ড্ৰাইভাৰ লাইনচ্‌মেন, বনুৱা কেৰাণী মই —
ৰাতি নাই, দিন নাই, চকুত টোপনি নাই
হায়! হায়! হায়!
খং উঠি ৰঙা পৰা চকুত কয়লা পৰি
দৃষ্টিক দুগুণে জ্বলাওঁ
কাম কৰি মই ভাগৰি পৰিলোঁ, পেট মোৰ জ্বলে, জ্বলে।
যন্ত্ৰ যুগৰ সুমহান কৃষ্টিৰে
মানুহৰ মুক্তিৰ গঢ়িম সোপান
নতুনৰ গতি খেদি বাহুৰে বাহুৰে বন্ধা
আকাশ পৰশি যোৱা একতাৰ বান্ধোনক ৰুধিব কোনে?
সাম্যৰ ধুনুহাই ঠেলে ঠেলে।

চিকাগো ৰেল ষ্টেচন, ১৯৪৯

# শতিকাৰ ৰূপ খেদোঁ

অনাদি কালৰ পৰাই জীৱন আৰু জগত সম্পৰ্কে মানুহৰ কৌতূহলৰ অন্ত নাই । অনুসন্ধিৎসু পিপাসু মনে যুগে যুগে ৰহস্যৰ কুঁৱলী ফালি নতুনৰ গতি খেদি পৰিবৰ্তনৰ বাটেৰে আগুৱাই যায় । 'নতুনৰ গতিখেদা ডেকা' ড০ হাজৰিকাদেৱেও এই ক্ষেত্ৰত বৈ থকা নাই । কাৰণ, মুক্ত হাৱা তেওঁৰ বন্ধু । সেয়েহে তেওঁ কলুষতা পূৰ্ণ, দুৰ্গন্ধময়, দুষিত সমাজখনৰ ৰূপ সলনি কৰিবলৈ পৰিবৰ্তন বিচাৰিছে । কাৰণ, কোনো সমাজ স্থবিৰ নহয়। পৰিবৰ্তন যিহেতু অৱধাৰিত তাত সহায়ৰ হাত বুলাবলৈ ন্যায়, সততা, দৃঢ়তা, ধৈৰ্য্য আৰু সাহসে ৰথৰ সাৰথিহৈ তেওঁক আগবঢ়াই লৈ যায়; অনুপ্ৰেৰণা দিয়ে সাগৰৰ ঢৌবোৰে । যুগ যুগৰ ক'লীয়া এলাণ্ডুবোৰ সাৰি মচি নিকা কৰিবলৈ তেওঁ গীতকে মাধ্যম ৰূপে বাচি লৈ সমাজ সংস্কাৰমূলক অনেক গীত লিখিলে । তাত সুৰৰ অমিয়া বৰষি, সুধাকণ্ঠ নিগৰাই জনতাক আনন্দ দিয়াৰ লগতে বুজাই দিলে যে – 'মানুহে মানুহৰ বাবে যদিহে অকণো নেভাবে ভাবিব কোনেনো কোৱা ?' জাতীয় প্ৰেমত উদ্বুদ্ধ হৈ অসমীয়াক সকিয়াই দিলে, 'আজিৰ অসমীয়াই নিজক নিচিনিলে অসম ৰসাতলে যাব' বুলি অসমৰ সাম্ভাব্য দুঃভবিষ্যত সৰ্ম্পকে। সেয়েহে তেওঁ বাপতি সাহোন, বুকুৰ আপোন বিহুটিক কাবৌ কৈ মাতিছে বছৰি আহিবলৈ, আহি জহি খহি যাব খোজা জাতিটোক মাহ হালধিৰে গা ধুৱাই , শাক-ভাত খুৱাই সুস্থ-সবল, সাহসী, ধৈৰ্য্যশীল আৰু বিবেকবান কৰি তুলিবলৈ । উদ্বুদ্ধ কৰিলে জাতি-ধৰ্ম-বৰ্ণ, উচ্চ-নীচ, ধনী -নিৰ্ধনী নিৰ্বিশেষে সকলোকে মদমত্ততা, হিংসা-দ্বেষ, বন্দুক বাৰুদ দুষ্কৃতি পৰিহৰি কৰ্ম সংস্কৃতিক পূজা কৰি আটায়ে এক মাতৃৰ সন্তান, এক মানৱ জাতি ৰূপে বিহুৰ পতাকাৰ তলত একগোট হৈ এখন সাম্যৰ সমাজ গঢ়াৰ পণ লবলৈ । কাৰণ অসমৰ (উত্তৰ-পূৱৰ) পোহৰ (উন্নতি, প্ৰগতি ) অবিহনে তেওঁৰ পৰিকল্পনাই যেন বৃথা ।

শতিকাৰ ৰূপ খেদোঁ
কিবা যেন বিচাৰি
খোঁজ মোৰ নিতে আগুৱায়
মিছা এন্ধাৰে চকু ভাগৰায়
বুকুৰ পোহৰেৰে শিখা আগবাঢ়ি যায় ।

দিগবলয়ৰ বাটেৰে
বগাকৈ মন বগ
কুঁৱলী ফালি উৰি যায়
সবিতাৰ জ্যোতি-বলে
সাগৰৰ হিল্লোলে
মনৰে ৰথ মোৰ নিয়ে কঢ়িয়ায় ।

কবিতাৰ কণিকাই
জিলিকনি ছটিয়াই
জীৱনৰ বাট মোৰ দিলে পোহৰাই
জীৱনৰ কথা ভাবি
মৰণক মচিমুৰি
সেন্দুৰী আলিৰে মোৰ
খোঁজ আগুৱায় ।

কলম্বিয়া বিশ্ববিদ্যালয়, নিউয়ৰ্ক, ১৯৫০

# শৰতৰ শেৱালীৰ নতুন নিয়ৰে

ঋতুৰাণী শৰৎ ।শৰতত শেৱালী ফুলে । বিন্দু বিন্দু বগা নিযৰ খচিত শেৱালী পাহ দেখিবলৈ এনেহে লাগে যেন শুভ্ৰ বগা গালত বিন্দু বিন্দু ঘাম বিৰিঙি উঠা শেৱালী নামৰ গাভৰু এজনীহে । নিয়ৰ কণাবোৰ শেৱালি পাহিত পৰি শুভ্ৰ হৈ পৰে । পুৱতি নিশা টুপ্ টুপ্কৈ সৰা নিয়ৰৰ শব্দবোৰ যেন ক'লীয়া এন্ধাৰ ভৰু নিশাটিৰ উচুপি উচুপি বিদায় লোৱাৰ ক্ষণ । আনহাতে বোৱাৰী পুৱাতে ন কইনাজনী আহি পদূলি মুখত বোৱাত আনন্দৰ ঢল বোৱাৰ দৰে এটি নতুন প্ৰভাতৰ আগমন ঘটাত ওলোৱা চকুলো । ই যেন এক বিজয় অভিযানৰ সফলতা । এই সফলতাৰ আনন্দত প্ৰকৃতিও আনন্দিত। যেন শুকুলা ডাৱৰৰ পতাকা উৰুৱাই মুকুতিৰ গীত গালে শৰালি জাকে । শুকুলা ৰঙ হ'ল সত্য, শান্তি আৰু মুকুতিৰ প্ৰতীক ।

'গৰুৰ খোজত নভোমণ্ডল' দেখাৰ দৰে নিয়ৰ বিন্দুবোৰ হ'ল জীৱন দাপোণ— য'ত আশাবোৰ প্ৰতিফলিত হয় । সেয়েহে, কণ কণ নিয়ৰ বিন্দুবোৰ ক্ষুদ্ৰ বস্তু বুলি উলাই কৰা অনুচিত । এটোপ এটোপকৈ ডাৱৰৰ পানী পৰি সাগৰ-মহাসাগৰৰ সৃষ্টি হোৱাৰ দৰে সৰু সৰু মানুহৰ একত্ৰিত শক্তি গুণ আৰু মহত্বই জগত সুন্দৰ কৰে। তেনেহ'লে শৰতৰ সৰা পাত স্বৰূপ ধন গৰ, ক্ষমতাৰ গৰ্বত মতলীয়া, নৈতিকতা, মানৱতা হীন অন্তঃসাৰ শূন্য মানুহবোৰৰ কি প্ৰয়োজন ? এই মানুহবোৰে নিজ স্বাৰ্থৰ সুবিধাৰ্থে সৃষ্টি কৰা সামাজিক বান্ধোনৰ ডোল কিয় মেৰিয়াব লাগে ? শৰতৰ মুক্ত আকাশত চৰাইযে মুক্ত মনেৰে বিচৰণ কৰাৰ দৰে সমাজৰ সৰ্ব স্তৰৰ লোকে মুক্ত মনে মুক্ত প্ৰাণে নিজস্ব চিন্তাধাৰাৰে নিজক বিকশিত কৰি এখন সুন্দৰ, শান্তিৰ সমাজ গঢ়িবলৈ লাগে এখন মুক্ত সমাজ । সেযেহে নিযৰ বিন্দু সদৃশ সৰু সৰু মানুহবোৰে একত্ৰিত হৈ মুকুতিৰ গীত গোৱা শৰালিজাকৰ দৰে বিপ্লৱ কৰিব লাগিব, সমাজৰ পৰিবৰ্তন আনিব লাগিব । তেতিয়াহে এই পৃথিৱী শৰতৰ শেৱালিৰ সুগন্ধিৰে আমোলমোলাব আৰু কহুঁৱাৰ বা-ত দেহ- মন শীতলাৰ দৰে নিৰাশাবোৰ আঁতৰি গৈ মানুহৰ ওঁঠত হাঁহি বিৰিঙিব। ড০ হাজৰিকাদেৱ এজন চিত্ৰ শিল্পীও । গীতটিৰ মাজেৰে তেওঁ শৰতৰ এখন সুন্দৰ চিত্ৰ অঙ্কণ কৰিছে । গীতটিৰ সম্পৰ্কত তেওঁ কয় – " শৰৎ কাল মোৰ বৰ প্ৰিয় । অসমৰ শাৰদীয় ঋতুৰত সকলোৱে পৰা দেখা আৰু শুনা কিছু মৰমী প্ৰতীকক বন্দী কৰাৰ মানসে এই গীত ।"

শৰতৰ শেৱালীৰ নতুন নিয়ৰে
শুভ্ৰ শুভ্ৰ কিবা ছবি আঁকে
শুকুলা ডাৱৰৰ পতাকা উৰুৱাই
মুকুতিৰ গীত গায় শৰালি জাকে ।

নিয়ৰ বিন্দু হ'ল জীৱন দাপোন
তাতেই দেখোঁ মই আশাৰে সপোন
ক্ষুদ্ৰতে যদি বিশালক বিচৰা
দেখিবা বিন্দুতে সিন্ধু থাকে ।

শৰতৰ সৰা পাত কিয় বুটলিম ?
বিক্ত বিক্ত মন কিয় আদৰিম ?
বন্ধ বন্ধ সীমা কিমান সহিম ?

মুগ্ধ মুগ্ধ মই — আকাশ দেখি
স্নিগ্ধ স্নিগ্ধ ফুল – মনেৰে লেখি
মুক্ত মুক্ত কঁহুৱাৰ নাচোনে
হুইঁৱায় নিৰাশাৰ ফাকে ফাকে ।

ৰচনা : ১৯৫১চন

# অতীতৰ বুৰঞ্জী লিখকে লিখিছিল

১৯৫২ চনত ড০ ভূপেন হাজৰিকাদেৱে আমেৰিকাৰ কলম্বিয়া বিশ্ববিদ্যালয়ত অধ্যয়ন সমাপ্ত কৰি স্বদেশলৈ উভতি অহাৰ পথত আফ্ৰিকা হৈ আহোঁতে নীল নদীৰ পাৰৰ কৃষক সকলৰ দুখ দুৰ্দ্দশা দেখি তেওঁৰ অন্তৰ আত্মা কান্দি উঠিল আৰু তেওঁৰ মনৰ বিদ্ৰোহী ভাৱবোৱে এই গীতটোৰ ৰূপ লৈছিল । ইতিমধ্যে আমেৰিকাতো তেওঁ দেখি আহিছে বৰ্ণ বৈষম্যৰ বলি হোৱা নিগ্ৰো সকলৰ বিলৈ বিপত্তিৰ কথা । আমাৰ অসমতো (ভাৰতত) যুগে যুগে শোষিত কৃষক, বনুৱা, শ্ৰমিক সকল । পৃথিৱীৰ প্ৰত্যেক মানুহেই বিচাৰে নিজৰ মৌলিক অধিকাৰ সমূহ ভোগ কৰি সামাজিক নিৰাপত্তা আৰু সুখ -শান্তিৰে জীয়াই থাকিবলৈ । কোনোৱে আনৰ পদানত হৈ থাকিবলৈ নিবিচাৰে । অতীতত বুৰঞ্জীবিদ সকলে ৰাজ পৃষ্ঠপোষকতাতহে বুৰঞ্জী প্ৰণয়ন কৰিছিল । সেয়েহে, তাত ৰজা-মহাৰজা, ডা-ডাঙৰীয়া আদি অভিজাত লোকৰ কথাৰ বাহিৰে সৰ্ব সাধাৰণ মানুহৰ সুখ-দুখ, আশা-আকাঙ্ক্ষাই ঠাঁই নাপাইছিল। আনকি ৰামায়ণ, মহাভাৰত আদি ধৰ্ম গ্ৰন্থবোৰতো ৰজা মহাৰজা সকলৰ কথাহে লিপিবদ্ধ হৈছিল । শোষণ, দমনৰ বিৰুদ্ধাচাৰণ খুব কমেইহে আছিল । কিন্তু, সময়ৰ সাহেৰে আজিৰ মানুহৰ বুৰঞ্জী লিখা এই গীতটোত গীতিকাৰে সামন্ত যুগৰ সেই বুৰঞ্জীক আওকাণ কৰি, সৰ্ব সাধাৰণ মানুহৰ আশা আকাঙ্ক্ষাক শ্ৰদ্ধা জনাই মানুহৰ মুকুতিৰ কথা লিখিছে । মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱেও কৈ গৈছে – 'যত জীৱ তত শিৱ' । মানুহ ভগৱানৰ অংশ অৱতাৰ। মানুহে মন্দিৰত ভগৱানক পূজা দি, ভগৱানক বিচাৰি মিছাকৈ হাবাথুৰি খায় । পৃথিৱীৰ সকলো দেশতে দুভাগ হাইড্ৰোজেন আৰু এভাগ অক্চিজেন লৈ পানীৰ সৃষ্টি হয় । সেইদৰে মানুহ মাত্ৰৰেই একে হাড়-মাংস; তেজৰ বৰণ ৰঙা,– হিমোগ্লোবিন নিহিত । লুইতৰ পাৰৰ কৃষক, নীল নদীৰ পাৰৰ ফাল্লাহীন (দুখীয়া কৃষক), মিচিচিপি, টেমচ,পদ্মাৰ পাৰৰ লোকৰ একেই আশা-অনুভূতি, হাঁহি-অশ্ৰু, একেই বুকুৰ সুৰ । তেনেহলে, একেখন আকাশৰ তলত থকা, একে পানী পিয়া, একে বায়ু সেৱন কৰা মানুহৰ মাজত গাৰ ছালখনৰ ৰং ক'লা বা বগা, ধনী বা দুখীয়া, উচ্চ বা নীচক লৈ ইমান বৈষম্য কিয় ? সামন্ত যুগৰ দাসত্বৰ বোজা আজিৰ মানুহে নবয় । আজিৰ মানুহে বিচাৰে মুক্তি, প্ৰগতি, জ্ঞান-বিজ্ঞানৰ জ্যোতিৰে জ্যোতিস্মান এখন সুন্দৰ, সাম্যৰ, শান্তিৰ ধূলিৰ সৰগ । এয়া সম্ভৱ হয় সমাজ পৰিবৰ্তনেৰেহে ।

কথা ঃ বিশ্বখন ঘুৰি ফুৰি বহুতো দেশত বহুতো কান্দোন শুনিছোঁ । এতিয়া সেইবোৰৰ ইতিহাসহে লিখিব লাগে। সেয়ে গাওঁ —

অতীতৰ বুৰঞ্জী লিখকে লিখিছিল – ৰজা মহাৰজাৰ কথা
আজিৰ বুৰঞ্জী লিখকে লিখিছে – মানুহৰ মুকুতিৰ কথা ।
মিছৰ দেশৰ নীল নৈৰ পাৰৰে
ফাল্লাহীনে বিনালে — কৈ কৃষকৰ বুকুৰে বেথা
মিচিচিপিৰ পাৰতে কপাহৰ খেতিতে
নিগ্ৰো 'জনে' বিনালে
কৈ মানুহৰ বৰণৰ কথা ।
লুইতৰ পাৰৰে গাঁৱৰ মৰিশালিত
ৰংমনে নিতৌ চিঞৰে
কৈ বৌৱতী মনৰে কথা
পাহৰি পেলালোঁ বুৰঞ্জীয়ে গোৱা – সামন্ত যুগৰে কথা
সময়ৰ সাহেৰে লিখি যাম আজি মই — মানুহৰ মুকুতিৰ কথা ।

ৰচনা ঃ নীল নদীৰ পাৰ, কাইৰো, ১৯৫২

# সাগৰ সঙ্গমত কতনা সাঁতুৰিলো

**"মোৰ মনৰ প্ৰশান্ত সাগৰৰ বিষয়ে আটলাণ্টিক মহাসাগৰত লিখা গীত. . ।মোৰ প্ৰিয়তম গীত ..। ....মোৰ মৃত্যুৰ মুহূৰ্ততো এই গীত শুনাৰ মন ... "।** "মোৰ 'সাগৰ সঙ্গমত' গীতটো, যিটো গীতক মই মোৰ শ্ৰেষ্ঠ গীত বুলি ভাবো – সেইটোত মোৰ মনটোৱে গোটেই পৃথিৱীখনৰ কথা ভাবি মই লিখিছিলো'– ড০ হাজৰিকা ।ড০ হাজৰিকাদেৱে আমেৰিকাত চাৰি বছৰ অধ্যয়ন কৰি বিশ্ববিদ্যালয়ৰ উচ্চ ডিগ্ৰী লৈ স্বদেশলৈ প্ৰত্যাবৰ্তনৰ বাবে কুইন এলিজাবেথ জাহাজেৰে নিউইয়ৰ্কৰ পৰা চাউদাম্পটনলৈ অহাৰ পথত আটলাণ্টিক মহাসাগৰৰ বুকুত এই গীতটি লিখা আৰম্ভ কৰে আৰু গুৱাহাটী ক্লাবত বহি সম্পূৰ্ণ কৰে । গীতটি পিছত ১৯৫৬ চনত 'এৰাবাটৰ সুৰ' বোলছবিত সন্নিবিষ্ট কৰে । কৰ্ম সংস্থাপনৰ কোনো নিশ্চয়তা নোহোৱা উচ্চ শিক্ষিত ডেকা এজনৰ হৃদয় সাগৰত উদ্বেলিত অশান্ত উৰ্ম্মিমালাৰ এখন নিৰ্ঘাত সত্য বাস্তৱ চিত্ৰ এই গীতটি। অসম চৰকাৰৰ ফেলোশ্বিপ লৈ বিদেশত শিক্ষা সমাপ্ত কৰি তেওঁ ঘৰলৈ উভতিছে , কিন্তু অসম চৰকাৰৰ উপযুক্ত সুসংস্থাপনৰ ব্যৱস্থাৰ নিশ্চয়তা নাই ।ইফালে ঘৰৰ বৰপুত্ৰ হিচাবে ঘৰলৈ গৈ ঘৰৰ দায়িত্ব মূৰ পাতি লব লাগিব, – ন-টা ভাই ভনীৰে সৈতে অকসৰ প্ৰাপ্ত দেউতাক-মাক, নিজৰো পত্নী-পুত্ৰ। পদে পদে সংঘাত, আঘাত । ইফালে দেশৰ অশান্ত পৰিস্থিতি, পঁয়ালগা সমাজ ব্যৱস্থা ইত্যাদি ইত্যাদি এশ এবুৰি সমস্যাৰে হ্বাৰাক্ৰান্ত তেওঁ । দৈত্য-দানৱ সদৃশ দুষ্কৃতিকাৰীৰ দ্বাৰা শান্তিকামী জনগণ (তেওঁও) আক্ৰান্ত, বিপৰ্যস্ত । তথাপিও তেওঁ অক্লান্ত । সংঘাতৰ আঘাতক দিগভ্ৰান্ত কৰি শান্তি আনিবলৈ, প্ৰগতিৰ নতুন দিগন্তৰ সূচনা কৰিবলৈ সৃষ্টিকামী হৈ তেওঁ এতিয়াও জীৱন্ত ।হৃদয়ৰ 'গভীৰ প্ৰশান্ত'ৰ অটল গৰ্ভত থকা আত্মবিশ্বাস, ধৈৰ্য্য, সাহস আৰু জন দৰদী সৃষ্টিকামী মনটিৰে সমাজত প্ৰগতিৰ নতুন দিগন্ত সূচনা কৰিব – তেওঁ আশাবাদী।

সাগৰ সঙ্গমত কতনা সাঁতুৰিলো
তথাপিতো হোৱা নাই ক্লান্ত
তথাপি মনৰ মোৰ প্ৰশান্ত সাগৰৰ
উৰ্মিমালা অশান্ত ।

মনৰ প্ৰশান্ত সাগৰৰ বক্ষত
জোৱাৰৰ নাই আদি অন্ত
অজস্ৰ লহৰে নৱ নৱ গতিৰে
আনি দিয়ে আশা অফুৰন্ত ।

প্ৰশান্ত পাৰৰে মহা মহা জীৱনৰ
শান্তি আজি আক্ৰান্ত
নৱ নৱ সৃষ্টিৰে দৈত্য দনৱে কৰে নিষ্ঠুৰাঘাত অবিশ্ৰান্ত
সেয়েহে মনৰ মোৰ প্ৰশান্ত সাগৰৰ উৰ্মিমালা অশান্ত ।

ধ্বংসৰ আঘাতে দিছে আজি সংঘাত
সৃষ্টিৰ সেনানী অনন্ত
সংঘাতে আনে মোৰ প্ৰশান্ত সাগৰত
প্ৰগতিৰ নতুন দিগন্ত । সেয়েহে মনৰ ..

গভীৰ প্ৰশান্ত সাগৰৰ শক্তিয়ে
ধ্বংসক কৰে দিগভ্ৰান্ত
অগণন মানৱৰ শান্তিৰ সমদল সৃষ্টিকামী জীৱন্ত । সেয়েহে ....

ৰচনা : ১৯৫৬ বোলছবি : এৰাবাটৰ সুৰ

# এন্ধাৰ কাতিৰ নিশাতে

কাহিনী গীত বা মালিতা সমূহ অসমীয়া সাহিত্যৰ ভঁৰালৰ অমূল্য সম্পদ। ড° হাজৰিকাদেৱৰ ৰচিত মৌ-সৰা, মৰ্ম্মস্পৰ্শী এই গীতটি কাহিনী গীতৰ সুবাসেৰে সুগন্ধিত। ভাবৰ গভীৰতা, ভাষাৰ প্ৰাঞ্জলতা, অনুপম শব্দ বিন্যাসেৰে এই গীতটি সৰ্বহাৰাৰ বুকুৰ জলন্ত অগ্নিপিণ্ড স্ফুৰিত এটি জ্বালাময়ী বিদ্ৰোহী গীত। কাতি মাহৰ অমাবস্যাৰ ঘিটমিটিয়া এন্ধাৰ নিশা জিক্‌মিক্ দেৱালীৰ বন্তিৰ পোহৰেৰে দশোদিশ আলোকমণ্ডিত হৈ জিলিকি উঠে। তেনে সময়তে নৈৰ পাৰৰ এটি ভগা এন্ধাৰ পঁজাতএটি শিশুই প্ৰচণ্ড জ্বৰত ভুগি ভুগি 'আই ভাত দে, আই গাখীৰ দে–' বুলি চিঞৰি চিঞৰি অৱশেষত বুকুৰ কামিহাড় জিলিকা মাতৃ পানেইৰ বুকুৰ মাজতে টোপনি যায় — চিৰ কাললৈ। মাজনিশা কুকুৰৰ ভুক্‌ভুকনিত নিমাত, নিথৰ পোনাটিৰ চেঁচা দেহা পৰশি পানেই উচপ খাই উঠিল ! ভোকত কাতৰ পোনাটিৰ মুখত খুদ কণ এটিও দিবলৈ অপাৰগ অসহায় মাতৃগৰাকীৰ বুকুৰ জীউলাও যেন সন্তানটিৰ দুঃসহ মৃত্যু বেদনাত কাতৰ হৈ তাই সংজ্ঞা হেৰুৱালে। সংজ্ঞা ফিৰি অহাত ক্ষোভৰ জ্বালাত তাইৰ গাঁতত লুকুৱা, শেঁতা পৰা চকু দুটি ৰঙা ফিৰিঙতি হ'ল। পোনাটিৰ মৰা শ দুহাতত তুলিলৈ বিদ্ৰোহৰ জ্বলন্ত শিখাহে তাই ওলাল ৰণলৈ — ওপৰ মহলৰ, তেজপিয়া, শাসক-শোষকৰ বিৰুদ্ধে। পানেয়ে সূচনা কৰা এই বিদ্ৰোহত তাইৰ স'তে খোজত খোজ মিলাই চিঞৰি উঠিল হেজাৰ পানেয়ে — পৃথিৱী থৰ থৰ কম্পমান হ'ল। এদিন তাইৰ বিদ্ৰোহে সাৰ্থকতা লভিলে। সমাজত নব প্ৰভাতৰ আবিৰ্ভাৱ হ'ল। আশাৰ ৰঙা সুৰুযে আকাশত ন-সমাজৰ ছবি আঁকিলে।

বিপ্লৱে সমাজৰ ৰূপান্তৰ আনে। পানেই সৰ্বহাৰা, শোষিতৰ প্ৰতীক। 'এন্ধাৰ কাতিৰ নিশা' জীৰ্ণ সমাজৰ, 'এখনি নৈৰ পাৰত' প্ৰচলিত সমাজ ব্যৱস্থাৰ আৰু 'ভগা পঁজা' দেওলীয়া অৱস্থাৰ প্ৰতীক। বিধবা পানেইৰ আশাৰ সম্বল ৰুগীয়া একমাত্ৰ সন্তানটিয়ে ভোকত, পিয়াহত আতুৰ হৈ 'আই ভাত দে, আই গাখীৰ দে' বুলি চিঞৰি চিঞৰি মৃত্যু মুখত পৰাত ক্ষুব্ধ হৈ তাই বিপ্লৱৰ সূচনা কৰে। তাইৰ সহিতে হেজাৰ জনীয়ে কৰা বিপ্লৱৰ ফলত এখন নতুন সমাজ প্ৰতিষ্ঠা হ'ল। গীতটিৰ মাজেৰে শ্ৰেণীসংগ্ৰামৰ ফলশ্ৰুতিত সমাজবাদৰ প্ৰতিষ্ঠাৰ আশা কৰা হৈছে আৰু মানৱ ধৰ্ম্মই যে শ্ৰেষ্ঠ ধৰ্ম এই কথাও দোহৰা হৈছে।

১৯৪৩ চনত সাম্ৰাজ্যবাদ আৰু ফেচীবাদৰ বিৰুদ্ধে সাংস্কৃতিক আন্দোলন গঢ়ি তোলাৰ উদ্দেশ্যে ভাৰতৰ প্ৰগতিবাদী লিখক, শিল্পী সকলৰ দ্বাৰা 'গণনাট্য সংঘ' নামেৰে এক নতুন সংগঠনৰ জন্ম হয়। দেশ স্বাধীন হোৱাৰ পিছতো কংগ্ৰেছ শাসিত ভাৰতৰ (অসমৰ) দুৰৱস্থাই ভূপেন হাজৰিকাক বিমূঢ় কৰি তোলে। ১৯৪৮ চনত অসমতো গণনাট্য সংঘ আৰম্ভ হ'ল। হেমাঙ্গ বিশ্বাসেও আহি গুৰি ধৰিলে। জ্যোতিপ্ৰসাদ এই সংঘৰ সভাপতি হ'ল। বিষ্ণুৰাভা প্ৰথমে সক্ৰিয় কৰ্মী আৰু পিছত সভাপতি হয়। জ্যোতিপ্ৰসাদৰ অনুপ্ৰেৰণাতে হাজৰিকাদেৱে এই সংঘত যোগদান কৰে। জ্যোতি প্ৰসাদৰ উপৰিও গণনাট্য সংঘৰ কৰ্মী নগেন কাকতি, সদা মৰল, হেম শৰ্মা, প্ৰবুদ্ধ ৰায় চৌধুৰী আদিয়ে তেওঁক বাস্তৱবাদী গীত ৰচিবলৈ উদগনি দিয়ে। ফলশ্ৰুতিত 'ভাং শিল ভাং', 'ঝক্‌ঝক ৰেল চলে', 'দোলা দোলা', 'এন্ধাৰ কাতিৰ নিশাতে', 'প্ৰতিধ্বনি শুনো', আদি বাস্তৱবাদী, সমাজ পৰিবৰ্তনৰ গীত তেওঁৰ কাপেৰে নিজৰিল আৰু জনতাইও আদৰি ল'লে।

এন্ধাৰ কাতিৰ নিশাতে
এখনি নৈৰে পাৰতে
এটি ভগা পঁজাতে
পানেইৰ কামিহাড় সাবটি
তাইৰ পোনাকণে ফেঁকুৰে –
"আই ভোক লাগিছে – ভাত দে
আই পিয়াহ লাগিছে – গাখীৰ দে

আই মোৰ ডিঙি শুকায়ে যায়
আই, এন্ধাৰ দেখিছো আই " ।
কপালত হাত দি পানেয়ে দেখিছে——
পোনাটিৰ হু হু জ্বৰ
ঔষধো নাই, গাখীৰ নাই
ফল নাই, মূল নাই
তেনেই উদং ঘৰ –
"ৰাতি পুৱাতেই খুজি মাগি আনি দিম
অলপ ধৈৰ্য্য ধৰ, অ' বাছা
আজি নিশাটো তেনেই উদং ঘৰ" ।
কান্দি-কাতি ভাগৰি আই বুলি চিঞঁৰি
পোনাটি টোপনি যায় ।
পানেয়ে তেতিয়া পোনাটিক চুমা দি
টোপনিৰ গীতটি গায় ——
"আমাৰে মইনা শুব এ
সোণালী ধাননি দাব এ
ন চাউলৰে চিৰা ভাজি দিম
বাটি ভৰি ভৰি খাব
অয় বাছা টোপনি যা' ।——
মাজনিশা কুকুৰৰ ভুকনিত
থপ্ থপ্ বুকুৰে কঁপনিত
পানেয়ে উচপ খায়
ফটা কঁথা আঁতৰাই
পোনাটিৰ মুখ চাই
আথে বেথে সাৰটি গায় ——
সোণৰে পুতলি বাছা মুৰ তুলি চা
শুদা পঁজাত কুটাও নাই
পানীটোপা খা ।
বাছা নেমাত কেলেই ? কি হ'ল বাছা ?
দেহা চেঁচা কেলেই ? চকু মেল বাছা ।
তই জঠৰ কেলেই ? বুকুৰে সোণ ।
আই বুলি নেমাত কলিজাৰ জোন ?
অ' মোৰ বুকুৰে সোণ ।
তোৰ জীৱনৰ দোকমোকালিত
মৰণৰে মুকুতি চা ।
পিঠা পিঠা কৰিছিলি অ' বুকুৰ সোণ
নিসনিও নিদিলো
মোৰ পঁজাৰ জোন

তই মৰিশালিৰ চিতা জুইত
আলফুলে টোপনি যা ।
অই বাছা টোপনি যা ।
পানেইৰ চকুদুটি হ'ল ৰঙা ফিৰিঙতি
শেষ হ'ল তপত চকুলোঁ —
চকুৰ পানীবোৰ শুকুৱাই পেলালোঁ
"এইবাৰ পণলৈ ৰণলৈ ওলালোঁ "-

পোণাটিৰ মৰাশ দুই হাতে দাঙি লৈ
বদ্ৰোহী পানেয়ে নতুন আশা লৈ
শ শ পানেইৰ বাটটি ল'লেগৈ
পৃথিৱী উঠিলে কঁপি —

হেজাৰ পানেয়ে চিঞঁৰি উঠিলে
আকাশত সুৰুযে ৰঙাকৈ আঁকিলে
ন সমাজৰে ছবি —
"বাছা, উভতি যিদিনা আহিবি
অ'ন ন জীৱনৰ মূৰতি দেখিবি
বৰ বৰ মানুহৰ ভঁৰালৰ পৰা মই
কাঢ়ি আনি ফল দিম
দৰৱ- জাতি দিম
গাখীৰ- গুৰ দিম
পঢ়াশালি পাতি দিম
পুতলানো কত দিম
ন ন ৰহণে সজা
উজলাবি পানেইৰ পঁজা ।

ভোকত শুকাব মন্ত্ৰী ৰজা
আৰু যত আছে চোৰ মহাৰজা
ধান ভৰা গাঁৱৰে ৰাংঢালী আকাশত
তেতিয়াই উৰুৱাম
তোৰেই জীৱনৰ ধ্বজা
বাছা টোপনি যা -
আমাৰে মইনা শুব এ
চিতাকে সাৱটি ল'ব এ
মৰণৰ মাজেদি জীয়াই তুলিব
মৰা সমাজৰে মন
অয় বাছা টোপনি যা
তই মৰিশালিৰ চিতা জুইত
আলফুলে টোপনি যা ।

ৰচনা : ১৯৫৩

# দোলা হে দোলা

ড০ ভূপেন হাজৰিকাদেৱে তেওঁৰ জীৱনৰ দ্বিতীয় গীতটোৱে 'সৰ্বহাৰাৰ সৰ্বস্ব পুনৰ ফিৰাই আনিম' বুলি জেহাদ ঘোষণা কৰিছিল। সেই উদ্দেশ্যেৰে তেওঁ শোষিত, নিপীড়িত, দলিতৰ মুক্তিৰ বাবে অনেক গীত ৰচিছে। এই গীতটিৰ মাধ্যমেৰে সৰ্বহাৰা এজন দোলাভাৰীৰ অন্তৰ্দাহ সুন্দৰ ভাৱে পৰিস্ফুট হৈছে। দোলা আৰু দোলাভাৰী সামন্ত যুগৰ শোষক আৰু শোষিতৰ প্ৰতীক। সম্প্ৰতি সমাজত দোলাৰ ব্যৱহাৰ নাই যদিও শোষকৰ (উচ্চ শ্ৰেণী, অভিজাত শ্ৰেণী বা ধনী লোক) দ্বাৰা সাধাৰণ লোক সকল যুগে যুগে শোষিত, বঞ্চিত, নিষ্পেষিত। কিন্তু, মানুহ হিচাবে তেওঁলোকৰ বুকুতো আছে আশা-আকাংক্ষা, দুচকুত অলেখ সপোন আৰু এই সপোনবোৰ বাস্তৱত ৰূপায়ন কৰাৰ স্বপ্ন। এই সকলো কথা সামৰিয়েই সৃষ্টি হ'ল এই যুগজয়ী গীতটি। দোলাভাৰী স্বৰূপ শোষিতৰ কান্ধৰ ওপৰত ভৰ দিয়েই যুগ যুগ ধৰি চলি আহিছে সুখ-সম্ভোগত মজা উচ্চ শ্ৰেণীজাত, পুঁজিপতি, শাসক-শোষক গোষ্ঠী। বিলাসী এই শ্ৰেণীটোৱে দোলাৰ ভিতৰতে আৰামত টোপনিয়ায়;- কান্ধ ভাগে দোলাভাৰীৰ। বিনিময়ত লাভ কৰে অতি সামান্য পাৰিশ্ৰমিক যিখিনিৰে নিজৰ ল'ৰা ছোৱালীক দুবেলা দুমুঠি ভাত আৰু পিন্ধিবলৈ এখন কাপোৰ দিবলৈ সমৰ্থবান নহয়। কিন্তু, কেনেবাকৈ যদি দোলাভাৰীৰ কান্ধৰ পৰা দোলা পিছলি যায় -বাচিব জানো বৰ বৰ মানুহৰ টেঙুৰা হাড়? সুন্দৰ প্ৰতীকৰ মাজেৰে খাটিখোৱা বনুৱা-শ্ৰমিকৰ দুখ-দুৰ্দশা পূৰ্ণ জীৱনৰ চিত্ৰ এখন গীতটিৰ কথা ভাগেৰে অংকিত হৈছে। গীতটিৰ সুৰে সুৰে প্ৰতিটো শব্দৰ তালে তালে অনুৰণিত হয় দোলাভাৰীৰ মুৰৰ ঘাম মাটিত সৰা প্ৰতিটো খোজৰ ছন্দ। গীতটিৰ শেষত 'ওখকৈ পাহাৰৰ টিঙটিত উঠিছো খোজটি ভালকৈ মিলা' কথাৰে শুনা যায় বিপ্লৱৰ সূচনাৰ অনুৰণন। গীতটি বিপ্লৱী গীতিকাৰ ড০ ভূপেন হাজৰিকাদেৱৰ সমাজ তান্ত্ৰিক, সাম্যবাদী মনৰ মূৰ্ত্ত প্ৰকাশ।

দোলা, হে দোলা, হে দোলা, হে দোলা
একা বেঁকা বাটেৰে কঢ়িয়াওঁ কঢ়িয়াওঁ
বৰ বৰ মানুহৰ দোলা।
আপোন কৰিলোঁ বনুৱাৰ জীৱনক
দেহা ভাগৰাই তোলা, হে তোলা। —হৈয়া না, হৈয়া না, হৈয়া না, হৈয়া।

দোলাৰ ভিতৰত তিৰ বিৰ্ কৰিছে চহকী পাটৰে পাগ
ঘনে ঘনে দেখিছোঁ লৰ চৰ কৰিছে
শুকুলা চোঁৱৰৰ আগ
মোৰ হে ল'ৰাটিক এইবাৰ বিহুতে
নিদিলো সূতাৰে চোলা।
চকুলো ওলালেও মনটি নেভাঙে'
কঢ়িয়াওঁ লৈ যাও দোলা? —হে দোলা, হে দোলা

যুগে যুগে জাপি দিয়ে মৈটমৰা বোজাটি
কান্ধ ভাঙো ভাঙো কৰে, হে কৰে
বৰ বৰ মানুহে দোলাত টোপনিয়াই
আমাৰহে ঘামবোৰ সৰে, অ' সৰে
ওখকৈ পাহাৰৰ টিঙটিত উঠিছো —ভালকৈ খোজটি মিলা
আমাৰ কান্ধৰ পৰা পিচলিব লাগিলে ৰাগৰি পৰিব দোলা
অ' ৰজা মহাৰজাৰ দোলা —বৰ বৰ মানুহৰ দোলা।

গুৱাহাটী, ১৯৫৩

# নামি আহা সুন্দৰৰে

সমাজখন সুন্দৰ কৰাত শিল্পী সাহিত্যিকৰ আছে গুৰু দায়িত্ব। তেওঁলোক অকল কল্পনা বিলাসতে মছগুল নহৈ বাস্তব পৃথিৱীখনলৈ ওলাই আহক সুন্দৰৰ সেনানীহৈ! তেওঁলোকে আৰ্টক অস্ত্ৰৰূপে লৈ কুসংস্কাৰ, অপসংস্কৃতি, শোষণ,দমন ইত্যাদি পিশাচী এন্ধাৰক বাধা নিদিলে নিশ্চিত ভাবে এই পৃথিৱী এদিন তেজেৰে ৰাঙলী হব। উদাহৰণ স্বৰূপে, সুন্দৰৰ পূজাৰী মহাপুৰুষ শ্ৰীশঙ্কৰদেৱেও সুৰৰ বৈৰী নিশাচৰ সবক পৰাস্ত কৰি জগত সুন্দৰ কৰে। তেওঁৰ অনুকৰণতে আজিৰ শিল্পী সকলেও সুন্দৰৰ সাধনাৰে হিংসা-হত্যা, লুণ্ঠণ-অপহৰণ, ৰক্তপাত প্ৰতিৰোধ কৰি ঐক্য-শান্তি- সম্প্ৰীতি-ভাতৃত্ববোধ সম্পন্ন এখন সুন্দৰ সমাজ গঢ়ি তোলক। মনত ৰাখক, এই সুন্দৰ পৃথিৱী সমাজৰ প্ৰতিজন মানুহৰ বাবে। অতি পৰিতাপৰ বিষয়, এইখন সমাজতে এচামে সহজ লভ্য ধনৰ বলত অতি উচ্চ মহলাত বিলাসত মজিছে। আনহাতে, তাৰ তলতেই এচাম মুৰ্মূষু নৰ কঙ্কালে ভিক্ষা পাত্ৰলৈ বহি আছে। গায়ক, গীতিকাৰ জনে কয় শিল্পী সকলে আশাৰ গীত গাই, এই নৰ কঙ্কালবোৰৰ দুখজনক অকাল মৰণক মষিমূৰ কৰি সাম্যৰ ৰহণ সানি তেওঁলোকৰ জীৱন উজ্জ্বল কৰাৰ বাবে পদক্ষেপ গ্ৰহণ কৰিব লাগে। নহ'লৈ যে মানুহ বেশধাৰী এই নৰ খাদক সকলে সিঁহতৰ তীক্ষ্ণ নখেৰে এদিন শিশুৰ কলিজা ফালি খাব। সমাজ সংস্কাৰক ড০ ভূপেন হাজৰিকাদেৱে শিল্পী, সাহিত্যিক, সংস্কৃতিবীদ সকলক অনুৰোধ জনাইছে - তেওঁলোকে সাম্যৰ, শান্তিৰ ৰহণ ঢালি সমাজৰ নাটঘৰ সজাওক পৰাওক যাতে সমাজৰ সৰ্বস্তৰৰ লোকৰ ওঁঠত হাঁহি বিৰিঙি উঠে।

নামি আহাঁ সুন্দৰৰে সেনা শিল্পীদল
এৰা সপোন ধেমালি
বাধা যদি নিদিয়া পিশাচী এন্ধাৰক
ধৰা হ'ব ৰণেৰে ৰাঙলী।

ৰাটে পথে ৱায় চোৰাঁ সৌৱা পালে পালে
মুমূৰ্ষু জীৱিত নৰ কঙ্কাল
সিহঁতৰ কাৰণে আশাৰে গীত গোৱা
জীৱনত সিহঁতৰ ৰহণ বোলোৱা
আজি মৰণক মষিমুৰি জীৱনৰ জেউতিৰে
জ্বলোৱা দীপাৱলী।

শঙ্কৰে যুজিলে সুৰৰে বৈৰী
নিশাচৰ যতমান পলালে লৰৰি
আজি জীৱনৰ নাটকৰ দৃশ্য দেখুওৱা
আজি ৰণৰ অগনি সুৰেৰে নুমোৱা
নহলে তীক্ষ্ণ নখেৰে সিহঁতে
শিশুৰ কলিজা খাব ফালি।

আজি সমাজৰ নাটঘৰ সজোৱা পৰোৱা
সাম্যৰ ৰহণ ঢালি
শান্তিৰ ৰহণ ঢালি।

ৰচনা ঃ গুৱাহাটী, ১৯৫৩

# ভাং শিল ভাং

কলাগুৰু বিষ্ণু ৰাভাইও 'ভাঙ ভাঙ ভাঙ ভাঙ লোহাৰ শিকলি ভাঙ্' বুলি সমাজখন শোষণ মুক্ত কৰাৰ কথাকে কৈছিল। ড০ ভূপেনহাজৰিকাদেৱৰ এই গীতটো এজন শিল ভঙা বনুৱাক প্ৰতীক হিচাবে লৈ ৰচিত হৈছে। বনুৱাৰ দুঃসহ জীৱনৰ সকৰুণ আৰ্তনাদে গীতিকাৰক বিচলিত কৰে। যুগ যুগ ধৰি এচাম মুখাপিন্ধা ভণ্ড নেতা-পালিনেতা,পুঁজিপতি, স্বাৰ্থান্বেষী অসাধু সমাজসেৱী আদিয়ে শ্ৰমিক বনুৱা দৰিদ্ৰ সকলৰ প্ৰতি অমানৱীয় আচৰণ প্ৰদৰ্শন তথা শোষণ কৰি আহিছে। বহুদিন সহ্য কৰাৰ পাছত এদিন ধৈৰ্য্যৰ বান্ধ সুলকি যায়। মহাপুৰুষে কৈ যোৱা 'কুকুৰ শৃগাল গৰ্দ্দভৰো আত্মা ৰাম' এইবোৰ নীতি আদৰ্শই সিহঁতৰ প্ৰাণ স্পৰ্শ নকৰে। নঙঠা, ভোকাতুৰ হাডে-ছালে লগা এই লোকসকলে একোটা পাহাৰ সম প্ৰকাণ্ড শিল যেন সিহঁতৰ গাৰ নোম এডালো লৰাব নোৱাৰে বুলি সিহঁতৰ অটল বিশ্বাস। কিন্তু, বাইজৰ খাওঁ বামেৰেও যায়। হেজাৰ কণ্ঠৰ বজ্ৰ গৰ্জনে পৃথিৱীত ভূঁইকপৰ জোকাৰণি তোলে। ক্ষুদ্ৰ ক্ষুদ্ৰ পৰুৱাই সাগৰ বক্ষত হিমালয় সম প্ৰবাল প্ৰাচীৰ গঢ়ে। গতিকে শ্ৰমিক-বনুৱা, হালোৱা-হজুৱা আদি সৰু সৰু মানুহবোৰ একগোট হৈ তেওঁলোকৰ বজ্ৰ মুষ্টি ওপৰলৈ দাঙক। সেই মুষ্টিৰ প্ৰহাৰত যুগ যুগ উন্নত শিৰে থিয় হৈ থকা সেই কলা প্ৰস্তৰ টুকুৰা টুকুৰাহৈ খহি ভূ পতিত হব। সৰু সৰু মানুহবোৰ একগোটহৈ খণ্ডিত সেই ক্ষুদ্ৰ ক্ষুদ্ৰ শিলা খণ্ডৰে সেন্দুৰীয়া আলি গঢ়ক আৰু সেই আলিৰে হাতত ধৰা ধৰিকৈ আগুৱাই গৈ এখন বৈষম্যহীন, সাম্যৰ, শান্তিৰ সৰগ ৰচি প্ৰগতিৰ পথেৰে আগবাঢ়ক। এয়াই সাম্যৰ সৰগ ৰচোতা, সমাজৰ ভেটি সুদৃঢ় কৰোতা গায়ক গীতিকাৰ ড০ ভূপেন হাজৰিকাদেৱৰ শিল ভঙা, খৰি কটা, মাছ মৰা, দোলা ভাৰী আদি সৰু সৰু মানুহৰ প্ৰতি কাতৰ আহ্বান। গীতটো বিপ্লৱী গীত যদিও গীতটোৰে শ্ৰমৰ মৰ্য্যদাকো সন্মান দিয়া হৈছে। শ্ৰমৰ দ্বাৰাই যে সুন্দৰ সমাজ আৰু প্ৰগতিৰ পথ ৰচিব পাৰি তাকেও দোহৰা হৈছে। কাৰণ, কঠোৰ পৰিশ্ৰমৰ বিকল্প নাই।

ভাং, শিল ভাং।
ভাঙ্, ভাঙ, ভাঙ্ ভাঙোতা, শিল ভাঙ্।
তোৰ ঘাম ভৰা নঙঠা পিঠি
তপত ৰ'দত যায় ফাটি
কোমল ভৰিৰ তলুৱাত জ্বলে
তপত ৰঙা ৰঙা মাটি
তথাপি তোৰ নাই গুণ গাওঁতা
ভাঙ্, ভাঙ্, ভাঙোতা, শিল ভাঙ্।
আকাশ পৰশা ক'লা শিলবোৰে
যুগ যুগ আছে উন্নত শিৰে
ভাবে সৰু সৰু মানুহৰ নাই শক্তি
চূৰ্ণ কৰিব শিল শক্তিৰ মূৰ্তি
ভাবে নাই নাই নাই হাত দাঙোতা।
নিজ হাতেৰে শুকান মাটি খান্দ,
সৰু শিলেৰে সেন্দুৰী আলি বান্ধ
অ' তই নিজ হাতে গঢ় দিয়া আলিটিৰে অহা
যুগৰ সভ্যতাই আগবাঢ়ে
তই শিলেৰে ইতিহাস ৰচোঁতা — তই সাম্যৰ ৰহণ সানোতা।

ৰচনা ঃ গুৱাহাটী, ১৯৫৩

# প্ৰতিধ্বনি শুনো মই প্ৰতিধ্বনি শুনো

১৯৪৯ চনৰ ছেপ্তেম্বৰত ড০ ভূপেন হাজৰিকাদেৱে জাহাজেৰে আমেৰিকাৰ কলম্বিয়া বিশ্ববিদ্যালয়ত 'মাছ কমিউনিকেশ্যন'ত এম এ আৰু ডক্তৰেট উপাধিৰ বাবে গবেষণা কৰিবলৈ যোৱাৰ পথত কায়ৰো বন্দৰত তেওঁৰ জাহাজখন কিছু সময়ৰ বাবে জিৰায়। সেইদিনা এটি ঐতিহাসিক ঘটনা ঘটিল। তাতেই তেওঁ শুনিবলৈ পালে যে "গ্ৰেট মাৰ্চ অব্ মাওচেটুং হ্যজ চাক্ছিড্" অৰ্থাৎ চীন মুক্ত হ'ল। চীনক সমাজ তান্ত্ৰিক দেশ বুলি স্বীকৃতি দিয়া হ'ল। এনে এটি খবৰৰ বাবে হাজৰিকাদেৱও উন্মুখ আছিল। বেনাৰচ হিন্দু বিশ্ববিদ্যালত অধ্যয়ন কৰি থাকোঁতে স্বাধীনতাৰ পৰবৰ্তী ভাৰতৰ বিষয়ে চিন্তিত হৈ এদিন জয়প্ৰকাশ নাৰায়ণেও কৈছিল 'কংগ্ৰেছে যদি সমাজবাদী পথ গ্ৰহণ নকৰে, তেনেহ'লে স্বাধীনতাৰ পাছত ডাঙৰ ডাঙৰ ব্যৱসায়ী সকলে দেশখন খাই পেলাব।' গতিকে চীনৰ এই সুখবৰত তেওঁ অতিশয় আনন্দিত হ'ল। তেওঁ অসমৰ সীমামূৰীয়া ৰাষ্ট্ৰ নতুন চীনক আদৰণি জনাই এটি গীত ৰচনা কৰে। সেই গীতটি ১৯৫৩ চনত ভাৰতৰ পৰা চীনলৈ যোৱা সাংস্কৃতিক দলৰ সদস্য শ্ৰী দিলীপ শৰ্মাদেৱক চীনত গাবলৈ দিয়া হয়। সময়ৰ পৰিবৰ্তনত বৃটিচে গঢ়ি দিয়া চীন ভাৰতৰ অমিমাংসিত সীমা 'মেক্মোহন লাইন' আৰু চীনৰ ভাৰতৰ মাটিৰ প্ৰতি লোভ বশতঃ ১৯৬২ চনত লগা চীন ভাৰতৰ যুদ্ধৰ পৰিণামত সেই গীতটোৰ কথা পৰিবৰ্তন কৰি নিম্নোক্ত গীতটি ৰচনা কৰে।

প্ৰতিধ্বনি শুনো মই প্ৰতিধ্বনি শুনো
মোৰ গাঁৱৰে সীমাৰে পাহাৰৰ সিপাৰৰ
নিশাৰ চিঞৰবটিৰ প্ৰতিধ্বনি শুনো।

কাণ পাতি শুনো মই বুজিব নোৱাৰোঁ
চকু মেলি চাওঁ মই মণিব নোৱাৰোঁ
চকুমুদি ভাৱোঁ মই ধৰিব নোৱাৰোঁ
হেজাৰ পাহাৰ মই বগাব নেজানো। নিশাৰ
হ'ব পাৰে কোনো গাভৰুৰ শোকভৰা কথা
হ'ব পাৰে কোনো আইতাৰ নিশাৰ সাধু কথা
হ'ব পাৰে কোনো ৰংমনৰ কঠিয়াতলীৰ ব্যথা
চিনা চিনা সুৰটিক চিনিব নেজানো। নিশাৰ . ....
শেষ হ'ল কোনো গাভৰুৰ শোক ভৰা কথা
শেষ হ'ল কোনো নিশাৰ সাধু কথা
শেষ হ'ল কোনো ৰংমনৰ কঠিয়াতলীৰ ব্যথা
চিনা চিনা সুৰটিক চিনিব নোৱাৰোঁ
নতুন চিঞৰবটিৰ প্ৰতিধ্বনি শুনো।
মোৰ ক'লা চুলিত ৰাতিপুৱাৰ বতা ৰ'দ পৰে
চকুৰ আগৰ কুঁৱলীবোৰ ভয়ত উৰা মাৰে
জাগি উঠা মানুহে হেজাৰ চিঞৰৰ মাৰে
তাতে ঠেকা লাগি হাজাৰ পাহাৰ ভাঙি পৰে
মানৱ সাগৰত কোলাহল শুনো।
নতুন চিঞৰবটিৰ প্ৰধ্বনি শুনো।

ৰচনা ঃ ১৯৫৩

# বহু দিনৰ আগতে

স্মৃতি বৰ মধুৰ । স্মৃতিৰ মাধুৰিমাই দুখৰ পৰতো বিষণ্ণ ওঁঠত আঁকি দিয়ে হাঁহিৰ সোণোৱালী ৰুণ । প্ৰেয়সীৰ ৰূপ শিখা প্ৰেমিকৰ দৃষ্টিত কেনেদৰে উদ্ভাসিত হয় সেয়া মাথোঁ প্ৰেমিকজনৰ হে উপলব্ধিৰ বিষয় বৰ্ণনাৰে আনক বুজাব নোৱাৰি । 'দেৱী নে মানৱী ঐ মাধুৰীৰ ছবিটি' বুলি কবি চন্দ্ৰ কুমাৰ আগৰৱালাইও কৈ গৈছে । Love at first sight. অৰ্থাৎ প্ৰেম হয় প্ৰথম দৃষ্টিতেই । এদিন মুনিচুনি বেলিকা এজাৰ পোহৰৰ সন্ধিক্ষণত ছায়ামযাকৈ দেখা এজনী গাভৰুৰ ৰূপ সৌন্দৰ্যই এজন ডেকাৰ বুকু দহি নিয়ে । তাৰ এদিন সেই ৰূপহীয়ে ডেকাজনৰ হিয়াৰ সৰু পঁজাৰ নেমেলা খিৰিকীত আহি টোকৰ মাৰিলে । তেতিয়া, ডেকাজনেও হিয়া উজাৰি মৰমেৰে প্ৰিয়াক আকোৱালি ল'লে । কিন্তু, প্ৰেমৰ পথ কাইটিয়া; শত বিপদ, বিঘিনিৰে ভৰা । এই পথেৰে খোজ কাঢ়ি লক্ষ পাবলৈ হ'লে দৃঢ়তা, সাহস আৰু ধৈৰ্য্যৰ প্ৰয়োজন । পবিত্ৰ প্ৰেমৰ বিনাশ নাই । অৱশেষত দুয়োৰে মৰম চেনেহৰ উত্তাপৰ জোৱাৰত বিপদৰ ধুমুহাই পলাই ফাট মাৰিলে । এদিন ৰভাতলত জাউৰী জাউৰীয়ে উৰুলি আৰু বিয়া নামেৰে বিবাহ নামৰ এডাল মিলন মালাৰে দুয়ো এক হ'ল । সমস্যা বহুল জীৱন পৰিক্ৰমাত শত বিপদ, ধুমুহাৰে জৰ্জৰিত মানুহৰ জীৱন । তথাপিও অতীত মন্থন, স্মৃতিৰ ৰোমন্থনিয়ে বহু দুখৰ মাজতো এখন্তেকৰ বাবে হলেও মানুহৰ ওঁঠত হাঁহিৰ ফাকু খেলে ।

ড০ ভূপেন হাজৰিকাদেৱৰ গীতসমূহ প্ৰতীক ধৰ্মী আৰু চিত্ৰ ধৰ্মী । তেওঁৰ গীত সমূহ প্ৰতীক আৰু চিত্ৰৰে এনেভাৱে বুজাই দিয়ে যে সেইবোৰ বুজি পোৱাত শ্ৰোতাৰ অকণো খোকোজা নালাগে । অসমীয়া লোকগীতৰ কোলাত আলফুলে লালিত পালিত কবিতা ধৰ্মী এই গীতটো এটা মিলনান্তিক (Comedy) গীত । গীতটোত ব্যৱহৃত 'ঐ ৰাম' শব্দই অসমীয়া সমাজৰ বিয়া এখনৰ দৃশ্য আমাৰ চকুৰ আগত দাঙি ধৰে ।

বহু দিনৰ আগতে
গধূলিৰে পৰতে
তোমাৰ ৰূপ শিখা
দেখা আজিও পৰে মনতে ।

ক'লীয়া ধুমুহাৰে
কত শত বিপদে
তোমাৰ মোৰে সপোন খিনি
কঁপালে গহ্বৰতে ।

আমাৰ চেনেহ সাগৰৰে
দেখি সাহস জোৱাৰতে
বিপদৰে ধুমুহাই
পলালে পলকতে

আজি ৰভাতলীতে
নামৰে জাউৰীয়ে
ঐ ৰাম, তোমাক মোকে বান্ধিছে
দুটিৰ বিবাহ ডোলতে ।

ৰচনা ঃ খাৰঘুলিৰ ৰাম ভৱন, ১৯৫৩

# ৰুদ্ধ কাৰাৰ দুৱাৰ ভাঙি

'মুক্ত হাৱা মোৰ বন্ধু' বুলি এটি গীতেৰে নিজৰ স্বাধীন মনৰ ভাবানুভূতি প্ৰকাশ কৰা ড০ হাজৰিকাদেৱে আশা কৰিছিল 'মোৰ গান হওঁক বহু বাধাৰ প্ৰাচীৰৰ বিপৰীতে এক তীব্ৰ গতিৰ মান'। তেওঁ সদায়েই প্ৰয়াস কৰে শ্ৰোতাৰ মুখত হাঁহি বিলাবলৈ । কিন্তু তাৰ বাবে প্ৰয়োজন সুপৰিৱেশৰ । বদ্ধ পৰিৱেশত সুন্দৰৰ সাধনা সম্ভৱ নহয় । আনহাতে গতানুগতিকতাৰ বিপৰীতে তেওঁ গাব খোজে বাস্তৱ মুখী, গতিশীল গান; যিহেতু সমাজ পৰিবৰ্তনশীল । সেয়েহে গণনাট্য সংঘৰ প্ৰেৰণাতেই হওঁক বা নিজৰ প্ৰাণৰ তাড়ণাতেই হওঁক যৌৱন কালত তেওঁ নিজৰ মনৰ ভাব প্ৰকাশক – 'ৰুদ্ধ কাৰাৰ দুৱাৰ ভাঙি ' গীতটো ৰচিছিল আৰু এই ভাবধাৰা আজীৱন তেওঁৰ প্ৰাণত বাজি আছিল । এখন সমাজ সুন্দৰ ভাবে গঢ়িবলৈ হ'লে বন্ধন মুক্ত হ'ব লাগিব । মুক্ত আকাশত চৰাইয়ে মুক্ত ভাবে ডেউকা কোবোৱাৰ দৰে হাজৰিকাদেৱেও প্ৰয়াস কৰিছে 'ৰুদ্ধ কাৰাৰ দুৱাৰ ভাঙি জ্যোতিয়ে য'ত নিতৌ নাচে, তাত কণ্ঠেৰে মোৰ দিম সুৰৰ অঞ্জলি সুৰে মোৰ সাজোন কাচে।' জীৰ্ণ সমাজখনৰ বিষাক্ত বাষ্পত শিল্পীৰ লগতে জনগণৰো শ্বাসৰুদ্ধ হয় । অন্ধ বিশ্বাস, কুৎসা ৰটনা, অপসংস্কৃতি, ভণ্ড শাসকৰ অন্ধ শাসন– শোষণ, স্বজন তোষণ, দুৰ্বলীৰ ওপৰত বলীৰ অত্যাচাৰ-দমন-পীড়ন, হিংসা-হত্যা-অপহৰণ,বলাৎকাৰ, চৰকাৰী বে-চৰকাৰী সন্ত্ৰাস আদিয়ে সমাজত বিষ বাষ্প বিয়পায়; বাক্ স্বাধীনতা লোপ পায়, মানৱ অধিকাৰ ক্ষুণ্ণ হয় । সত্যম্ শিৱম্ সুন্দৰম্ । সত্যৰ ভেটিত প্ৰতিষ্ঠিত হৈহে সুন্দৰৰ সাধনা কৰা সম্ভৱ । সুন্দৰৰ সাধনাৰে সমাজ সুন্দৰ কৰিব পাৰি । সমাজৰ দুৰ্নীতি, ভ্ৰষ্টাচাৰ উদঙাই সত্য প্ৰতিষ্ঠা কৰিবলৈ যাওঁতে পদে পদে বাধাৰ সন্মুখীন হব লগীয়া হয়; বিভিন্ন দিশত ৰোষৰ সন্মুখীন হবলগীয়া হয় । উদাহৰণ স্বৰূপে — বিতৰ্কিত লেখিকা তছলিমা নাছৰিন ধৰ্মীয় মৌলবাদীৰ ৰোষৰ বলি হৈ স্বদেশৰ পৰা নিৰ্বাসিত হৈ আছে । তেনেদৰেই চক্ৰেটিছক বিষপাণ কৰোৱাই মৃত্যুদণ্ড বিহা হৈছিল, যিশুক ক্ৰুচবিদ্ধ কৰা হৈছিল । অসমৰ বিদেশী বিতাড়ন আন্দোলনৰ সময়ত সৰ্বসাধাৰণ জনতাৰ বাক স্বাধীনতা বিলুপ্ত হৈছিল । সেই সময়ত সাহসেৰে সত্যক উদঙাই দিয়া সকলক সমাজদ্ৰোহী সজাই 'বয়কট' কৰা হৈছিল । Failure is the pillar of the success. সুন্দৰৰ সাধক সকলে বাৰে বাৰে পৰাজয় বৰণ কৰিলেও নিৰাশ নহৈ অধ্যৱসায়ৰ গুণত নিজ স্থিতিত অচল অটল হৈ মামৰে ধৰা জৰা জীৰ্ণ সমাজখন পুনৰ নিৰ্মি সুন্দৰ সুস্থ ভাবে সজাই জন বাসোপযোগী কৰি তোলে, য'ত প্ৰতিজন মানুহে স্বস্তিৰে উশাহলৈ মুক্তমনে হাঁহিব পাৰে ।

ৰুদ্ধ কাৰাৰ দুৱাৰ ভাঙি
য'ত জ্যোতিয়ে নিতৌ নাচে
তাত কণ্ঠৰে মোৰ দিম অঞ্জলি
সুৰে মোৰ সাজোন কাচে ।

জীৰ্ণ সমাজৰ বন্ধনে মোক
বিষাক্ত বাষ্পহে যাচে
প্ৰাচীৰ ভঙা দুৰ্বাৰ গতিয়ে
পূৰ্ণ মানৱতা যাচে ।

মুক্ত বায়ু মোৰ প্ৰাপ্য
য'ত সামুহিক জীৱনৰ উৎস আছে
পৰাজয় নিৰাশাৰ সমাধি ভেটিত
আশাই কবিতা ৰচে ।

ৰচনা : গুৱাহাটী, ১৯৫৩

# অ' বাইদে তাঁতৰ শালৰ শিপিনী

ঋতু শ্ৰেষ্ঠ বসন্ত। বসন্ত কালত তৰু-তৃণ-লতিকা পাতে-পল্লৱে ফুলে-ফলে জাতিস্কাৰ হয়। পল্লৱে পল্লৱে কোকিলৰ কুঁহু কুহুঁ কুজনেৰে মুখৰিত ধৰণী সৰগত পৰিণত হয়। মানৱ দেহলৈও বসন্ত স্বৰূপ যৌৱন আহে। শিৰাই শিৰাই প্ৰবাহিত হয় নতুন শিহৰণ। অনুৰাগেৰে মন ভৰি পৰে। হিয়াই হিয়া বিচাৰে, বিচাৰে মনে বিচৰাজনীৰ বুকুৰ মৰম। প্ৰিয়াৰ ভাৱত তন্ময় মন, দশোদিশ হয় প্ৰেমময়। প্ৰাণত আকৃতি জাগে জীৱন সঙ্গীনী ৰূপে কাৰোবাক আপোন কৰি লোৱাৰ। খিটি খিটি তাঁতৰ পাটত সপোন ৰচা চকু চাট মাৰি ধৰা ৰাধা ৰুক্মিনী যেন লগা ৰূপহী জনীক দেখিলে ডেকাৰ মন ৰাই জাই কৰে। কিন্তু, হাত মেলিলেই জানো সৰগ চুব পাৰি। ডেকাৰ মন ডুকু ডুকু – তেওঁ হ'ল হোজা চহা ডেকা। আন চাৰি জনৰ দৰে সোণ খটোৱা ঢোলবিৰি, মিনাকৰা জোনবিৰি দিবও নোৱাৰে, হাতত সঞ্চিত ধন বিত্তো নাই। মনে বিচৰাজনী জানো আহিব তেওঁলৈ। কিন্তু তেওঁৰ অলপ ৰূপিত মাটি আছে। নিজৰ বলিষ্ঠ কৰ্মঠ দুহাতেৰে পথাৰ খন সুন্দৰকৈ সজায় পৰায়। সোণালী পথাৰৰ সোণ গুটিৰে ভড়াল ওপচায়। গতিকে কইনাজনীক সোণৰ গহনা দিয়াৰ বাবদ সেই খিনি তেওঁ নিবিকে বা বন্ধকত নথয়। জীৱনটো সপি দি হ'লেও নিজৰ মাটিখিনি ৰক্ষা কৰিব। নাৰীয়ে বিচাৰে ব্যক্তিত্বশালী সুপুৰুষ। ধন বিত নহলেও সুন্দৰ মনৰ অধিকাৰী দৃপ্ত ব্যক্তিত্বৰ ডেকাজনৰ মনৰ আশাৰ প্ৰতি শিপিনীজনীয়ে ইতি বাচক সহাঁৰি জনালে। তাই হেনো সেই ডেকা জনকে বৰিব।— ডেকাজনৰ আশাৰ বৃক্ষডাল ফুলে ফলে জাতিস্কাৰ হ'ল।

অ' বাইদে, তাঁতৰ শালৰ শিপিনী
অ' বাইদে, ৰাধা নে অ' ৰুক্মিণী
অ' বাইদে, বিজুলীৰে চাৱনি
দেখি মন ৰাই জাঁই কৰে।

অ' বাইদে, হোজা চহা ডেকা মই
ৰ'দত ঘামো জামো অই
অ' বাইদে, সজাওঁ পৰাওঁ পথাৰ
মনে মোৰ কইনা বিচাৰে।

অ' বাইদে, সোণ খটোৱা ঢোল বিৰি
অ' বাইদে, মিনা কৰা জোনবিৰি
অ' বাইদে, যাচিব যে নোৱাৰোঁ
মনে মোৰ কেনেবা কৰে।

অ' বাইদে, একঠা যে আছে মাটি
অ' বাইদে, তাকে ৰাখিম সাৱটি
অ' বাইদে, সপি দিম জীৱনটি
কেৱে আৰু কাঢ়িব নোৱাৰে।
অ' বোলো শিপিনীয়ে চাইছে
অ' বোলো মিচিক মাচাক হাঁহিছে
অ' বোলো মোকে হেনো বৰিব
ক'লে মোক চকুৰ ঠাৰেৰে।

ৰচনা : গুৱাহাটী, ১৯৫৪

# আমি ভাইটি ভণ্টি

অসমীয়া ভাষাৰ শিশু গীতৰ ভড়ালটো তিমান টনকিয়াল নহয় । 'মা আমি শদিয়ালৈ যামেই', 'অ' টুলটুল অ' বুলবুল অ' সেউতি তৰা', অ' ধুন ধুনীয়া মোৰ অকণমানি', আদি কেইটামান শিশুগীত আছে যদিও এই পৰিমাণ সন্তোষজনক নহয় । ড০ হাজৰিকা দেবৰ ৰচিত এই গীতটিও এটি শিশু গীত । শিশুৰ প্ৰকৃতি, ভাব প্ৰৱণ কল্পনা বিলাসী মন ইত্যাদি বহু কথালৈ লক্ষ্য কৰি শিশুৱে সহজ ভাবে গ্ৰহণ কৰিব পৰাকৈ তেওঁ এই গীতটি ৰচনা কৰে । শিশু সকল সম্ভাৱনাময়ী । তেওঁলোকেই ভৱিষ্যতৰ কাণ্ডাৰী; - দেশ-জাতি, সমাজ-সংস্কৃতিৰ গুৰিয়াল । সেয়েহে শৈশৱতেই জীৱনৰ বুনিয়াদ গঢ়ি জীৱনৰ ভেটিটো মজবুত কৰিব লাগিব । কোমল বাহ এডাল যি ফালে ভাঁজ খুৱোৱা যায় সেইফালেই ভাঁজ লয় । সেয়েহে তেওঁলোকৰ মাজত নিহিত থকা গুপ্ত শক্তি সমূহ সুচাৰু ৰূপে গঢ় দি মানৱ জাতিৰ কল্যাণৰ অৰ্থে যাতে নিয়োজিত হয় এই খিনিৰ বাবে অভিভাৱক সকল সচেষ্ট হোৱা উচিত ।

পৃথিবীৰ সকলো দেশৰ বা সকলো ঠাইৰ শিশু একে প্ৰকৃতিৰ । শিশুৱে বিচাৰে মৰম; খেলৰ লগৰী । সমনীয়াৰ স'তে মিলি জুলি খেলিবলৈ শিশুৱে ভাল পায় । নিস্পাপ, ফুলৰ দৰে পবিত্ৰ শিশুৰ মনত জাত- পাত, ধৰ্ম-সম্প্ৰদায়, ধনী-দুখী, উচ্চ-নীচ, কুৰ্চুত-কপটতা আদিয়ে ঠাই নাপায় । মানৱ জাতিৰ প্ৰতিভূ শিশুৰ বাবে সৎসঙ্গ, সুন্দৰ পৰিৱেশ অতি প্ৰয়োজন; হিংসা বিচ্ছিন্নতাবাদ নিতান্তই পৰিহাৰ্য্য । গীতটি এটি শিক্ষামূলক গীত । শিক্ষাবিদ ড০ ভূপেন হাজৰিকাদেৱৰ এই গীতটিৰ জৰিয়তে শিশুসকলৰ মনত দেশপ্ৰেমৰ ভাব জাগ্ৰত কৰা হৈছে আৰু দেশৰ অখণ্ডতা আৰু দেশৰ প্ৰতি দায়বদ্ধতাৰ জ্ঞান দিয়া হৈছে । ইয়াৰ উপৰিও শিশু মনত উচ্চকাঙ্খা জাগ্ৰত কৰা, প্ৰকৃতি প্ৰীতি, কৰ্মানুপ্ৰেৰণা আৰু সময় সচেতনতাৰ শিক্ষা দিয়া এই এই গীতটি এটি সুন্দৰ গীত।

আমি ভাইটি ভণ্টি
নাই দেখো গণ্টি
ইম্মান সোপা আমি আছোঁ
        কিমান যে ফুৰ্তি ।
অ' ডিফুৰে ভণ্টি আৰু শদিয়াৰে ভাইটি
কোকৰাঝাৰৰ বাভাৰ স'তে
        লোহিত মুখৰ কণটি
ইম্মান সোপা আমি আছোঁ কিমান যে ফুৰ্তি ।

শেৱালি ফুলৰ মাজে চৰেই মাৰে দৌৰটি
এতিয়াহে মন কৰিছোঁ –হৈছে অ' মা, পূজাৰ ছুটী ।

চোঁৱা শৰতৰ জোনটি
মেলি থোৱা নীলা গামোচাত
        যেন পানী পিঠাটি ।

কঁহুৱাৰ ওপৰেদি উৰে হাঁহৰ জাকটি
হাঁহ ওখ নে আকাশ ওখ
উৰি চোৱাঁচোন ভণ্টি ।

এইয়া আমাৰ মাটি
পাচলিৰে দাম বাঢ়িছে
হাতত লোৱা খন্‌তি।
নকটাৰা খনতি
লাই পালেং ধনিয়াৰে বাৰী কৰা ভৰ্তি।

ভূগোলৰে মেপ এখনক
ফালি পেলাওঁ খুলি
খণ্ডে খণ্ডে দেখোন দেৱবাণী বাহিটি।
জাতৰে দেশ জাতে যদি
আমি কৰিম কাম এটি
একে লগে চবেই মিলি
সজাম দেশৰ ঘৰটি।

বহু বৰণ বহু আকাৰৰ
বহু বেলুন ফুলাই
একেলগে বান্ধি বান্ধি
দিমেই মেঘলৈ উৰুৱাই।

তাকে দেখি দূৰ দেশৰো মানুহে চিঞৰিব
আহ্-হা, অসমীৰ বামবেনুকে
কোনে নকৈ গঢ়িব ?

মিঠা পানী পিঠাৰ দৰে
জোনৰ কালে গৈ থকা
ৰঙীন বেলুন কেইটি
আমাৰ দেশৰ ভাই ভনীৰে
মনৰেহে কথাটি।

অ' ধুবুৰীৰে ভণ্টি
আৰু তেজপুৰৰে ভাইটি
শিৱসাগৰৰ গোহাঁইৰ সঁতে
লুইত মুখৰ খামটি।
ইস্মান সোপা আমি আছো
কিমান যে ফুৰ্ত্তি
কিমান যে ফুৰ্ত্তি।

ৰচনা : মিছ্, গুৱাহাটী, ১৯৫৪
ৰোলছবি : অৰুণ

# জিলিকাব লুইতৰে পাৰ

১৯৫৪ চনত গুৱাহাটীৰ জালুকবাৰীত গুৱাহাটী বিশ্ববিদ্যালয় উদ্বোধন কৰা হয় । বিশ্ববিদ্যালয়ৰ উদ্বোধনী অনুষ্ঠানত গাবৰ বাবে শিল্পী ড০ হাজৰিকাদেৱে এই গীতটো ৰচি সুৰাৰোপ কৰি উদ্বোধনী গীত হিচাবে পৰিবেশন কৰিছিল । ইতিহাস প্ৰসিদ্ধ প্ৰাগজ্যোতিষপুৰ ! মহাভাৰতৰ দিনৰ পৰাই এই দেশৰ আৰু ইয়াৰ চুবুৰীয়া ৰাজ্যসমূহৰ জ্ঞান-গৰিমা, শৌৰ্য্য-বীৰ্য্যই ৰূপত ৰহণ চৰাইছিল । প্ৰাগজ্যোতিষপুৰ পিছলৈ ক্ৰমে কামৰূপ আৰু অসম হ'ল । সেই কালৰ পৰাই এই ভূখণ্ডত অনেক পণ্ডিত, বুৰঞ্জীবিদ, সাহিত্যিক, মহাপুৰুষৰ জন্ম হ'ল । তেওঁলোকে গুৰুগৃহ, টোল বা ৰাজ অনুগ্ৰহতহে শিক্ষা গ্ৰহণ কৰিছিল । সমাজৰ সৰ্বস্তৰৰ লোকৰ সন্তানে উচ্চ শিক্ষা লবৰ বাবে আজিৰ দৰে সেইসময়ত উচ্চ শিক্ষানুষ্ঠান নাছিল । অসম, বিহাৰ, উৰিষ্যা আৰু ব্ৰহ্মদেশৰ বাবে মাত্ৰ একেখন উচ্চ শিক্ষানুষ্ঠান আছিল – কলিকতা । অসমৰো (অবিভক্ত) বিত্তবান লোকৰ মেধাবী সন্তান সকলে কলিকতালৈ গৈ উচ্চ শিক্ষা লাভ কৰিছিল । ভাৰতৰ ৰাজধানী কলিকতাৰ পৰা দিল্লীলৈ স্থানান্তৰ হোৱাত সেই ৰাজ্যবোৰে নিজ নিজ ৰাজ্যত বিশ্ববিদ্যালয় স্থাপন কৰিলে । কিন্তু উত্তৰ-পূৰত নহ'ল । সেই সময়তে অসমৰ প্ৰতিনিধি কৰ্ণেল গৰ্ডন চাহাব আৰু ঘনশ্যাম বৰুৱা বাহাদুৰে অসমতো বিশ্ববিদ্যালয় এখন লাগে বুলি দাবী জনাইছিল । ১৯০১ চনত গুৱাহাটীত কটন কলেজ স্থাপন হয় । এইখনেই আছিল অসমৰ এক মাত্ৰ উচ্চ শিক্ষানুষ্ঠান, - মহাবিদ্যালয় । ইয়াৰ পিছত অসমতো এখন বিশ্ববিদ্যালয় প্ৰতিস্থাৰ দাবীত সিংহপুৰুষ গোপীনাথ বৰদলৈ, মাধৱ বেজবৰুৱা, শৰৎ চন্দ্ৰ গোস্বামী, ড০ বিৰিঞ্চি কুমাৰ বৰুৱা, অনেক সংগঠনৰ কৰ্মী আৰু অনেক গুণী জ্ঞানী পুৰুষে চিন্তা চৰ্চা কৰি একগোটহৈ ১৯১৭ চনত আন্দোলনৰ পথ বাচি লয় । অৱশেষত, ভাৰত স্বাধীন হোৱাৰ পাছতহে বহু বাধা, বহু নিৰাশা, হতাশাক নেওচি ১৯৪৭ চনৰ ১৫ অক্টোবৰত অসম বিধান সভাত 'গুৱাহাটী বিশ্ববিদ্যালয়' বিল গ্ৰহণ কৰা হয় । ১৯৪৮ চনৰ ২৬ জানুৱাৰীতকটন কলেজ চৌহদত প্ৰথম বৰ্ষৰ শ্ৰেণী আৰম্ভ হ'ল । ১৯৫৪ চনৰ ২২ ফেব্ৰুৱাৰীত ভাৰতৰ সেই সময়ৰ ৰাষ্ট্ৰপতি ড০ ৰাজেন্দ্ৰ প্ৰসাদে জালুকবাৰীত পদাৰ্থ বিজ্ঞান ভৱন মুকলি কৰে । সেই দিনাই গুৱাহাটী বিশ্ববিদ্যালয়ৰ আদৰ্শ আৰু অসম বাসীৰ আশা আকাঙ্খাক সন্মান জনাই ড০ হাজৰিকাদেৱে এই গীতটো ৰচি গায় । গীতটোৰ ভাষা প্ৰাঞ্জল । গীতৰ কথাই ইতিহাসৰ দিনৰে পৰা আজিলৈকে সময়ক প্ৰতিনিধিত্ব কৰিছে আৰু সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চল বাসীৰে আশা-আকাঙ্খাক আকোৱালি লৈছে । সুৰৰ ক্ষেত্ৰতো, খাটি অসমীয়া লোকগীতৰ সুৰেৰে, অতি সাধাৰণ বাদ্য যন্ত্ৰৰে সজোৱা গীতটো সৰ্বজন প্ৰিয় । ১৯৯৮ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ সোণালী জয়ন্তীৰ প্ৰাক্‌ক্ষণত গীতটিৰ শেষৰ স্তৱকটোৰ 'নিৰ্ভিক কুৰি শতিকাৰ' ঠাইত 'এই শতিকাৰ' কৰা হয় । এয়া ড০ হাজৰিকাদেৱৰ ৰচনাৰ আন এক বৈশিষ্ট । সময় আৰু পৰিস্থিতিৰ সাপেক্ষে খাপ খোৱাকৈ ড০ হাজৰিকাদেৱে গীতৰ কথা সাল সলনি কৰি লয় । সলনিৰ পিছত গীতটো হৈ পৰিল সৰ্বকালৰ বাবে এটা নতুন গীত । এই গীতটো ভাৰ্চিতি সংগীত (G.u. Anthem) হিচাবে লোৱা হৈছে ।

গুৱাহাটী বিশ্ববিদ্যালয়ত অধ্যয়ন কৰিবলৈ প্ৰতি বছৰে শইশইন ন মেধাবী ছাত্ৰ-ছাত্ৰী আহে । তেওঁলোকক আদৰণি জনাবলৈ এই গীতটো অৰ্থবহ । তেওঁলোক প্ৰত্যেকেই সমাজ পোহৰোৱা একোগছি বন্তি । গীতিকাৰে আশা প্ৰকাশ কৰিছে যে অজ্ঞান এন্ধাৰৰ ভেটা ভাঙি বছৰি বিশ্ববিদ্যালয়ৰ জ্ঞানৰ আলোকেৰে আলোকিত এনে হেজাৰ হেজাৰ বন্তিৰে লুইতৰ পাৰ জ্ঞানৰ দিপালীৰে জ্যোতিস্মান হ'ব । গীতটোত ব্যৱহৃত 'লুইত' শব্দটিয়ে অসমক প্ৰতিনিধিত্ব কৰিছে আৰু অসমীয়াৰ (উঃ পূঃ ৰ) আশা আকাঙ্খাক সন্মান জনাইছে। 'প্ৰাগজ্যোতিষ' শব্দই মহাভাৰতৰ যুগ আৰু সেই যুগৰ পৰাই এই গীত ৰচনাৰ সময়লৈকে এই মহাসময়ৰ বোৱতী ধাৰাক সূচাইছে আৰু অনাগত ভবিষ্যতকো জ্যোতিস্মান কৰাৰ কথা 'জেউতি নিজাৰে ধাৰ' কথাষাৰে বুজাইছে । এই ক্ষেত্ৰত 'সাঁচিপাতে ভাষা দিব' অৰ্থাৎ আমাৰ পুৰণি সাহিত্য সম্ভাৰ, ঐতিহ্যই এই পথত আমাক

সহায় কৰিব আৰু 'চিকুণে ভাষা দিব' অৰ্থাৎ অসমৰ নানা জাতি জনজাতিৰ মাজত যি একতা, বুজাবুজি আৰু মহীয়ান সংস্কৃতি ইয়েই আমাৰ আশাবোৰ পূৰণ কৰিবলৈ সহায়ক হ'ব আৰু 'ৰংঘৰে' অৰ্থাৎ যুৱচক্ৰীয়ে, সংস্কৃতিয়ে সঠিক পথৰ নিৰ্দেশনা দিব। এই সকলোবে সহযোগত সমাজে মহা মানৱতাক আকোঁৱালি ল'ব আৰু বিজ্ঞানৰ অধ্যয়নেৰে বিজ্ঞানৰ জোৱাৰ আহিব; নতুন নতুন আবিষ্কাৰ হ'ব ।

ড০ হাজৰিকাদেৱে আশা কৰা মতে অসমতো বিজ্ঞানৰ জোৱাৰ আহিছে। পৃথিৱীৰ অন্যান্য ঠাইৰ দৰে অসমো কাৰিকৰি, বিজ্ঞান প্ৰযুক্তি আৰু গৱেষণাত আগবাঢ়িছে। জীৱন কালতে এইবোৰ দেখি শুনি ড০ হাজৰিকাদেৱে আনন্দত উৎফুল্লিত হৈ কয় 'মই ভবা ধৰণে লুইতৰ পাৰ জিলিকিছেই।' গীতটোৰ শেষৰ অন্তৰাত গায়ক গীতিকাৰে বিদ্যাৰ্থী সকলৰ মনৰ কথাৰে কৈছে যে 'নতুনৰ গতি খেদা ডেকা গাভৰু আমি।' অৰ্থাৎ তৰুণ শক্তিয়েই শ্ৰেষ্ঠ শক্তি। সমাজখনক পৰিবৰ্তনৰ বাটেৰে, নতুন পথেৰে আগবঢ়াই নিয়াত একমাত্ৰ ডেকা শক্তিয়েহে সফলতা লভিব পাৰে। ডেকা শক্তিয়েও ইয়াৰ ভাৰ কান্ধ পাতি বহন কৰিছে। বিশ্ববিদ্যালয়লৈ অধ্যয়ন কৰিবলৈ অহা প্ৰতিজন ছাত্ৰই এই কথা উপলব্ধি কৰে। যিহেতু গীতটো কুৰি শতিকাত ৰচিত আৰু পৰিবেশিত গতিকে গীতটো কুৰি শতিকাৰ গৰ্বেৰে গৰ্বিত। কিন্তু 'কুৰি শতিকাৰ' শব্দ দুটা উঠাই দি 'এই শতিকাৰ' কৰাত গীতটো সৰ্বকালৰ জয়গান হৈছে। জীৱনৰ অজ্ঞানতা এন্ধাৰক একলীয়া কৰি থৈ জ্ঞানৰ জ্যোতিৰে জ্যোতিষ্মান হৈ যুগে যুগে জীৱনৰ বঠা মাৰি যাওঁক ন ন তৰুণ-তৰুণী সকল আৰু পাহাৰে ভৈয়ামে লুইতৰ দুপাৰ শত সহস্ৰ জ্ঞানৰ দিপালীৰে জ্যোতিষ্মান হওঁক ।

জিলিকাব লুইতৰে পাৰ

আন্ধাৰৰ ভেটা ভাঙি
প্ৰাগজ্যোতিষত বয়
জেউতি নিজৰাৰে ধাৰ,
শত শত বন্তিৰে
জ্ঞানৰে দিপালীৰে
জিলিকাব লুইতৰে পাৰ।

সাঁচিপাতে ভাষা দিব
চিকুণে আশা দিব
ৰংঘৰে মেলিব দুৱাৰ,
সমাজে সাৰচিব
মহান মানৱতা
বিজ্ঞানে আনিব জোৱাৰ।

নতুনৰ গতি খেদা
ডেকা গাভৰু আমি
নিৰ্ভীক এই শতিকাৰ,
অজ্ঞান চাকনৈয়া
একলীয়া কৰি থৈ
মাৰি যাওঁ জীৱনৰ ভাঁৰ।

# ডুগ্ ডুগ্ ডুগ্ ডুগ্ ডম্বৰু

গন্ধৰ্ব কুমাৰ ড০ ভূপেন হাজৰিকাৰ গীতত আশাবাদৰ সুৰ শুনা যায়। তেওঁ গীত গায়, ৰচে সমাজ সংস্কাৰৰ বাবে; মানুহৰ কল্যাণৰ হকে। বৈদিক যুগত কৰ্মানুসাৰে চতুৰ্বৰ্ণৰ সৃষ্টি হৈছিল— ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ। বাকী জাতি-উপজাতিবোৰ কেতিয়া, কিহৰ ভিত্তিত সৃষ্টি হ'ল প্ৰকৃত সত্য জনা নাজায়। সম্ভৱতঃ, সমাজৰ দুৰ্বল শ্ৰেণীৰ ওপৰত শোষণ আৰু প্ৰভূত্ব বিস্তাৰ কৰি তেওঁলোকৰ কান্ধৰ ওপৰত ভৰি থৈ পৃথিৱীৰ সুখ শান্তি গো গ্ৰাসে ভোগ কৰাৰ উদ্দেশ্যেই এই জাত-পাত, উচ্চ-নীচ কুলৰ সৃষ্টি হয়। সম্প্ৰতি জাতি-ভেদ, শ্ৰেণী-ভেদ আদি নীচতাত সমাজখন ধুৰলী কুঁৱলী। সমাজৰ উন্নতি আৰু বিকাশ স্তব্ধ হৈ পৰাৰ ইয়ো এক অন্যতম কাৰণ। কিন্তু, এই বৈষম্যতাই মানুহৰ জ্ঞান বিকাশত প্ৰতিবন্ধক হ'ব পাৰে? —মানুহৰ হৃদয়ৰ প্ৰাচীৰহে খিয় দিব পাৰে জানো ? সেয়ে, জাত-পাত নিমিলা সকদৈ, সৰুকণহঁতে সাহসেৰে সেই বৈষম্যপূৰ্ণ সমাজখন ত্যাগ কৰি এনে এখন সমাজ সৃষ্টি কৰিলে য'ত জাতি সম্প্ৰদায়ৰ বান্ধোন নাই; মানুহৰ পৰিচয় মাথোঁ 'মানুহ'।

কথা: ব্ৰহ্মপুত্ৰৰ পাৰতে সৰু সৰু পুখুৰীও থাকে। তাৰ সৰু পুঠিমাছবোৰো সাহসী হৈছে। সিঁহতে আজিকালি আকাশৰ বিজুলীকো গিলিব খোজে।

এ' বিজুলী নাচে চিক্‌মিক্
অ' ডম্বৰু বাজিলে ডুগ্ ডুগ্ ডুগ্
ডুগ্ ডুগ্ ডুগ্ ডুগ্ ডম্বৰু
মেঘে বজায় ডম্বৰু
এ' চিক্‌মিক্ বিজুলী নাচে, — হে চিক্‌মিক্ বিজুলী।

সৰু সৰু গাঁৱৰে সৰুকণ হঁতৰে
সৰু সৰু ঘৰবোৰ কঁপে
সৰু সৰু পুখুৰীৰ সৰু পুঠিমাছবোৰে
বিজুলীক গিলিব খোজে, — এ' চিক্‌মিক্ বিজুলী।

সৰুদৈ আইদেউৰ কি হ'ল ? — বোলো কি হ'ল ?
সৰুকণত বহিবৰ মন গ'ল, এ লেঠা হ'ল
সমাজে অনুমতি নিদিলে
দুয়োৰে জাত পাত নিমিলে
সেয়ে, সৰুদৈ সৰুকণে বিজুলীৰ পোহৰত
সৰু সৰু সমাজক এৰে, — এ' চিক্‌মিক্ বিজুলী।

বনজুয়ে হোম দিলে, বিজুলীয়ে বন্তা দিলে
ঝিলিয়ে যে বিয়া নাম গায়
ধুমুহাই পগলা বায়, সাহসৰ বাতৰি বিলাই
সৰু সৰু সমাজৰ সৰু সৰু বিচাৰতে
ভেকুলীয়ে বৰ লাজ পায়, — এ' চিক্‌মিক্ বিজুলী।

গুৱাহাটী, ১৯৫৪

# তুমি সুখী হোৱা

প্ৰেম ! মানুহৰ কলিজাত ওপজা মাদকতাসনা সুকোমল মিঠা অনুভূতি । প্ৰেমহীন জীৱন, ফুল-পখিলা, গানহীন সৰগ,—অসাৰ । প্ৰেমেই সিঁচি দিয়ে জীয়াই থকাৰ অফুৰন্ত প্ৰেৰণা । জয় বা পৰাজয়ৰ নিজান নৈ প্ৰেম নাহে আৰু প্ৰেমৰ পথটোও নহয় সেন্দুৰীয়া। বিপৰীত লিঙ্গৰ হ'লেও যিকোনো লোকৰ স'তে প্ৰেম নহয়, -হৃদয়ৰ আকৰ্ষণতহে প্ৰেম হয়। সেয়ে, গভীৰ ভাবে ভাল পোৱা, জীৱনে মৰণে দুয়ো এক হ'ম বুলি প্ৰতিশ্ৰুতি দিয়া প্ৰেয়সী যদি ধন সম্পত্তিৰ লালসাত লালায়িত হৈ ধনহীন প্ৰেমিকক প্ৰত্যাখ্যান কৰি ধনীৰ দুলালৰ স'তে বিয়া হৈ গুচি যায় তেতিয়া বিৰহৰ জুইত জ্বলিপুৰি, সন্মুখত স্মৃতিৰ শ্মশান চাই ভেকাজন নিঃশেষ হৈ যায় । কিন্তু, প্ৰকৃত প্ৰেমিকৰ হৃদয় উজাৰি ভালপোৱা ছোৱালীজনীৰ প্ৰতি কোনো বিদ্বেষ ভাব নাথাকে । প্ৰেমিকাৰ সুখ শান্তিত তেওঁও সুখী হয় । তথাপি নিজান পৰত ব্যৰ্থ প্ৰেমৰ স্মৃতিয়ে প্ৰেমিকক ব্যথিত কৰে ।

এই গীতটো ড০ হাজৰিকাদেৱে ' সৰ্বেশ্বৰ চক্ৰৱৰ্তীৰ নাট এখনৰ চৰিত্ৰ এটিৰ মুখত দিবৰ কাৰণে ৰচিছিল । প্ৰতিজন শিল্পীৰে সৃষ্টিত নিজৰ বাস্তৱ অভিজ্ঞতাৰ প্ৰতিফলন হয় । সেয়ে, এই গীতটি গীতিকাৰে তেওঁৰ প্ৰথম প্ৰণয়িনীৰ উদ্দেশ্যে লিখা বুলিও কোনো কোনোৱে কয় ' সেই গীতটোকে নাটখনত দিয়ে ।

দূৰ দিগন্তত বিণিকি দেখিছোঁ সোঁৱৰণী ৰঙ উৱা
উৰি উৰি মাথোঁ মোৰ দিনান্তক উপলুঙা কৰা ।
চেনেহ সাগৰ মথিলোঁ কতনা ৰং [illegible] একি পৰা
সেই সাগৰেই ঢাকি দিছে আহ মৰণ বিষৰ ধাৰা ।

জীৱনৰ ভৰ দুপৰীয়াতেই, নিশাই ঢাকিছে ধৰা
দিনৰ সুৰুয ঢাকি থৈ সবে হেজাৰ পপিয়া তৰা ।
মৌচাক খনি হিয়াত থাপিলোঁ, তোমাৰ হাতেৰে গঢ়া
গুকুৰালা তুমি অৱহেলাতেই মিঠা মধু বহৰৱা ।
বালি ঘৰটিক কাৰেং বুলি, সজালোঁ ভিতৰ চ'ৰা
ভাঙিলা ছিঙিলা বন্তৰ ঘৰটি, মোৰ শত আশা ভৰা ।
নুমুৱাই দিলা মোৰ বন্তিক, জীৱন শলিতা পোৱা,
কাৰণে জিলিকে তোমাৰ হাঁহিটি ভুৱন বলিয়া কৰা ।
বিয়া নাম গায় আকাশখনিয়ে, এন্ধাৰে আৱৰা ধৰা
মৰণ বতাৰ তলত বহিছোঁ, মই মনে পতা দৰা ।
নিজৰি নিজৰি কেঁচা তেজ বয়, মোৰ কলিজাৰ পৰা
সিয়েই তোমাৰ কপাল শুৱাওক, হৈ সেন্দুৰীয়া তৰা ।

কোনো অভিযোগ নাই আজি মোৰ ঘৃণাৰে উপচি পৰা
মোৰ অশ্ৰুৰে বুকুত তোমাৰ, ঢালক সুখৰ নিজৰা ।
দিছোঁ আজি মই আশীৰ বাণী —আৰু চেনেহ ধাৰা
সুখী হোৱা তুমি, মই সাৱটিম পৰাজয়বেই কাৰা ।
তোমাৰ ৰূপৰ ৰামধনু সাজা, জিলিকি উঠক ধৰা
দূৰ দিগন্তত বিণিকি দেখিছোঁ সোঁৱৰণী ৰঙ উৱা ।

ৰচনা : গুৱাহাটী, ১৯৫৪

# দিখৌৰে বুকুতে সেউজী মাজুলী

পৃথিৱীৰ বৃহত্তম নদীদ্বীপ মাজুলী শিৱসাগৰ জিলাৰ দিখৌৰ পাৰত, ব্ৰহ্মপুত্ৰত অৱস্থিত। চৌদিশ জলবেষ্টিত শস্য-শ্যামলা মাজুলী ৰূপে মনোহৰা, গুণে অনুপমা। ইয়াত নানা জাতি-জনজাতিৰ লোকে সমন্বয়-সম্প্ৰীতিৰে যুগ যুগ ধৰি বসবাস কৰি আহিছে। মাজুলী সত্ৰীয়া কলা-সংস্কৃতিৰো কেন্দ্ৰ। ইয়াত কমলাবাৰী, আউনীআটি, গড়মূৰ, দক্ষিণপাট সত্ৰকে ধৰি সৰু বৰ প্ৰায় ২০ খন সত্ৰ আছে। এই সত্ৰবোৰত বৰগীত, নাট-ভাওনা-নৃত্য আদিৰ চৰ্চা হয়। প্ৰতি নিয়ত হৰিনামৰ ধ্বনিৰে আকাশ বতাহ মুখৰিত হৈ থাকে। ইয়াত বৈষ্ণৱ গুৰু সকলৰ তিথিৰ উপৰিও ৰাসযাত্ৰা মহাসমাৰোহেৰে উদ্‌যাপিত হয়। সোণালী সুৰুযৰ পৰশত সেউজীয়া গছ বনেৰে মাজুলীৰ প্ৰাকৃতিক সৌন্দৰ্য্যাৱলী অতি মনোৰম। মাজুলীৰ এনেহেন পৰিবেশে বিশ্বৰ পৰ্য্যটকক হাতবাউলি মাতে নিজৰ কাষলৈ,— মৰম চেনেহ দিবলৈ-লবলৈ, হিয়াৰ বতৰা দিবলৈ-লবলৈ। মাজুলীলৈ যাবলৈ হ'লে একমাত্ৰ যাতায়াতৰ ব্যৱস্থা হ'ল নাও। যন্ত্ৰচালিত, বা সাধাৰণ নাৱেৰে যাব পাৰি। প্ৰতিবছৰে পৃথিৱীৰ নানা ঠাইৰ পৰা মানুহ আহে মাজুলী দৰ্শন কৰিবলৈ। মাজুলীৰ আতিথ্যত আপ্লুত হৈ বুকুত এবুকু মৰমৰ উপহাৰ বহন কৰি উভতি যায়গৈ তেওঁলোক। সময়ত সেয়া হয় নষ্টালজিয়া। গায়ক গীতিকাৰ ড০ ভূপেন হাজৰিকাদেৱে মাজুলীৰ প্ৰতি মৰম-শ্ৰদ্ধা, সন্মান জনাই এই গীতটি ৰচে।

দুখৰ বিষয়, প্ৰতিবছৰে হোৱা ব্ৰহ্মপুত্ৰৰ গৰাখহনীয়াত জাহ গৈ পৃথিৱীৰ বৃহত্তম নদীদ্বীপ মাজুলী এক প্ৰকাৰ নিশ্চিহ্ন হোৱাৰ পথত। কেন্দ্ৰীয় আৰু ৰাজ্য চৰকাৰে অতি শীঘ্ৰে সংৰক্ষণৰ উপযুক্ত ব্যৱস্থা নললে বিশ্ব ঐতিহ্য মাজুলী অচিৰেই কালৰ বুকুত নিঃশ্চিহ্ন হৈ যোৱাৰ আশঙ্কা।

দিখৌৰে বুকুতে সেউজী মাজুলী
ৰ'দত মিচিকিয়াই হাঁহে –অ' চেনাই অ'
তাৰে যে প্ৰজাকণ ধুনীয়া অকণমান
ৰহদৈ ওমলে তাতে – অ' চেনাই অ'।

মাজুলীৰ কহুঁৱাই বেলিৰ ফাকু সানি
কঁকাল ভাঙি ভাঙি নাচে
হিয়াৰে ৰহদৈ উমলি-জামলি
হিয়াৰ কাচন কাচে – অ' চেনাই অ'।

কোমল হাত বাউলি দি
মোকেনো ৰিঙিয়ায় হিয়াৰে কেঁচাসোণ বোলে
কেনেকৈ পাৰ হওঁ নাও নাইকিয়া
বেলিও পৰোঁ পৰোঁ কৰে –
অ' চেনাই অ'।

গুৱাহাটী ঃ ১৯৫৪ চন

# পৰহি পুৱাতে টুলুঙা নাৱতে

বড়ো ভাষাৰ 'বল্লম-ভুথ্‌থুৰ' শব্দৰ পৰা লুইতৰ নাম 'ব্ৰহ্মপুত্ৰ' হোৱা বুলি বিষ্ণু ৰাভাৰ লিখনিত পোৱা যায় । ব্ৰহ্মপুত্ৰ অসমীয়াৰ পিতৃ স্বৰূপ । ব্ৰহ্মপুত্ৰ অবিহনে অসমৰ জন-জীৱন অচল । ব্ৰহ্মপুত্ৰই গুজি দিয়ে হালোৱা-হজুৱা-কৃষক মুঠে-মাছুৰৈৰ মুখত এগৰাহ ভাত । ব্ৰহ্মপুত্ৰ বেপাৰ বাণিজ্যৰো উৎস । মাছ-কাছ, শিহু-ঘৰিয়াল আদি বহুমূলীয়া জলজ জীৱৰো বসতিস্থল ব্ৰহ্মপুত্ৰই । সম্প্ৰতি ব্ৰহ্মপুত্ৰৰ বুকুতো পখীয়া সোণৰ এক বৃহৎ ভাণ্ডাৰ থকা বুলি বিজ্ঞানী সকলে অনুমান কৰিছে আৰু ইয়াৰ অনুসন্ধান অব্যাহত আছে ।

মানৱ প্ৰেমী গীতিকাৰ ড০ ভূপেন হাজৰিকাদেৱ আনৰ চকুত নপৰা সৰু সৰু মানুহৰ অতি সাধাৰণ কাহিনীৰে মৰ্ম্মস্পৰ্শী গীত ৰচাত অতি সিদ্ধহস্ত । গীতটোৰ বিষয় বস্তু হ'ল,—এদিনাখন ৰাতিপুৱা ব্ৰহ্মপুত্ৰৰ পাৰৰ মাছমাৰি জীৱিকা নিৰ্বাহ কৰা পাহোৱাল, সুদৰ্শন ডেকা ৰংমেন মাছলৈ গ'ল । সেই সময়ত ক'লীয়া ডাৱৰে ছানি পেলোৱা আকাশখনে ধুমুহাৰ সংকেত দিছিল । সেয়েহে ধুমুহা অহাৰ আশংকাত শংকিত মৰমী পত্নী ৰহদৈয়ে ৰংমেনক মাছলৈ যাবলৈ মানা কৰিলে । কাৰণ ব্ৰহ্মপুত্ৰৰ গৰ্ভ ঘৰিয়াল, শিহু আদিকে ধৰি ভয়ানক হিংস্ৰ জীৱ-জন্তুৰে ভৰা । কেনেবাকৈ নাও বুৰিব লাগিলে কি হব, সেয়া ভগবানেহে জানে । কিন্তু সদাভ্যস্ত কৰ্মত বুকুৰ আপোন ব্ৰহ্মপুত্ৰত অনিশ্চিত বিপদলৈ কেৰেপ নকৰি সাহসী ৰংমেন মাছলৈ গ'লগৈ । সন্ধিয়ালৈ ৰংমেন ঘৰলৈ উভতি নাহিল —ব্ৰহ্মপুত্ৰৰ বিশাল জলৰাশিত ৰংমেন বিলীন হ'ল । উকা আকাশলৈ চাই চাই বুকুত ভুকুৱাই ভুকুৱাই ৰহদৈ বাউলী হ'ল । তাইৰ আশাৰ বন্তি গছি নুমাই থাকিল । দুদিন পিছত টৌবোৰে আলফুলে ৰংমেনক পাৰত শুৱাই থৈ গ'ল ।

সচৰাচৰ সংঘটিত কাৰুণ্য ভৰা মাছমৰীয়াৰ জীৱনৰ এই কাহিনীটোকে সুনিপুন কলাশৈলীৰে অতি সুন্দৰ ভাবে সজাই বিশ্ববাসীৰ সমুখত দাঙি ধৰিছে মানৱতাবাদী ড০ হাজৰিকাদেৱে ।

পৰহি পুৱাতে টুলুঙা নাৱতে
ৰংমেন মাছলৈ গ'ল,
মাছকে মাৰিবলৈ নালাগে যাবলৈ
ধুমুহা আহিবৰ হ'ল ।

ক'ৰবাত কেনেবাকৈ ঘৰিয়ালে ধৰিব
বৈ যাব তেজৰে ধল,
গধূলিৰ পৰতে বৰহমপুত্ৰৰ মাজতে
ৰংমেন নাইকীয়া হ'ল ।

হিয়াখনি ভুকুৱাই আকাশলৈ চাই চাই
ৰহদৈ বাউলী হ'ল,
অ' টৌ যাঃ গুচি নিশাকে নেওচি
ৰংমেনক আনিবৰ হ'ল ।

টৌবোৰে সাৰটি ৰংমেনৰ দেহাটি
পাৰতে শুৱাই থৈ গ'ল ।
পৰহি পুৱাতে টুলুঙা নাৱতে — ৰংমেন মাছলৈ গ'ল ।

ৰচনা ঃ ১৯৫৪, ৰেকৰ্ডিং ঃ ধুমুহা ১৯৫৭

# ভৰা বাৰিষাৰ বানে

গায়ক গীতিকাৰ ড০ ভূপেন হাজৰিকাদেৱৰ বিশেষত্ব এই যে,—তেওঁ য'লৈকে গীত পৰিৱেশন কৰিবলৈ যায় কিবা এটা নৱ সৃষ্টি শ্ৰোতাক উপহাৰ দিয়ে। সময় সাপেক্ষ পৰিৱেশৰ সতে খাপ খোৱাকৈ ন ন গীত ৰচে। তেওঁ হ'ল গণ শিল্পী জনতাৰ প্ৰাণৰ কোঁহে কোঁহে শিপাই থকা। গীত ৰচনাত তেওঁ বিশেষকৈ থলুৱা মাত কথা, সুৰ, আৱেগ অনুভূতিক অধিক গুৰুত্ব দিয়ে। এই গীতটি গোৱালপাৰা অঞ্চলত প্ৰচলিত "বাত্তি পুৰাইলোৰে কুৰাই পাৰে বাৰ" লোকগীতটিৰ সুৰত সজোৱা হৈছে। অসম নদী মাতৃক ৰাজ্য। বাৰিষা অসমৰ নদ-নদী সমূহ পানীৰে উপচি পৰে; গাওঁ-ভূঁই বানপানীয়ে বুৰাই পেলায়! চালে পানী কাটি যায়!! গাৱঁৰ কঠিয়াতলী, আহুধান ভৰা, গৰু-মহ-ছাগলী আদি পোহনীয়া জীৱ-জন্তু, ভঁড়ালৰ ধান, আনকি মানুহো বানপানীত উটি যায়। কৃষি সৰ্বস্ব গ্ৰাম্য কৃষক পৰিয়ালৰ সপোন ভাঙি-ছিঙি যায়। তেতিয়া স্মৃতি হৈ ৰোৱা, নৈয়ে খহাই নিয়া মৰমৰ গাওঁখনলৈ চাই পাৰত বহি হিয়া ধাকুৰি কান্দে ভগনীয়া দুৰ্ভগীয়াসকল। নাতি-পুতিক সাৱটি বুঢ়া-বুঢ়ী কান্দে, —প্ৰাণৰ মমতাত কপালক থিয়াই মুকলি আকাশৰ তলত মথাউৰিত আশ্ৰয় লয়!

কৃষিয়েই অসমীয়াৰ জীৱিকাৰ প্ৰধান সম্বল আৰু বান সমস্যাই অসমৰ প্ৰধান সমস্যা। দুখৰ বিষয়, আজিকোপতি কেন্দ্ৰীয় চৰকাৰে এই সমস্যাক ৰাষ্ট্ৰীয় সমস্যা ৰূপে স্বীকৃতি দিয়া নাই। কিন্তু, মানুহৰ দুখ-দুৰ্দশাৰ দিনত শিল্পীসকলে কৰিবলগীয়া আছে অনেক। কাৰণ শিল্পীৰ সৃষ্টি সমূহ সমাজৰ মঙ্গলৰ বাবেহে। সেয়েহে গায়ক গীতিকাৰ জনে কয় – 'লক্ষ্য যদি দিগন্ত শিল্পী হে তোমাৰ, পদুমৰে পানচৈ চপোৱা এবাৰ; দেখিবা জীৱনৰে দিগন্ত অপাৰ।' সেয়েহে দুৰ্গতজনৰ প্ৰতি ব্যথিত ড০ হাজৰিকাদেৱে বানৰ তাণ্ডৱত সৰ্বস্বান্ত হোৱা কৃষকৰ দুখৰ সমভাগী হৈ তেওঁলোকৰ মৰ্মন্তুদ, বাস্তৱ ছবি এখন অতি মৰ্মস্পৰ্শী ভাবে এই গীতটিৰে অংকণ কৰি ছয়গাৱঁত বহা কৃষক সন্মিলনত গায়।

কথা: বানপানীৰ আৰু শেষ নাই। অসমত প্ৰতি বাৰিষাত হেজাৰ হেজাৰ খেতিয়কৰ পথাৰ বুৰি যায়। হৃদুৰে ভেটি মাটি খুন্দে গভীৰ নিশা আৰু অকলশৰীয়া নাওবীয়াই তেতিয়া গায় ——

ভৰা বাৰিষাৰ বানে
খহাই নিলে গাওঁ,
পাৰতে উচুপি কান্দে
দুখীয়াৰ ছাও।
বানপানীয়ে ঘৰৰ চালে
পানী কাটি নিয়ে
আহুধানৰ আলিটিৰ
ভেটা ভাঙি দিয়ে।
নাতি পুতিক আকোঁৱালি
বুঢ়ী আয়ে কান্দে
হৃদুটিয়ে গছৰ আগত
ভেটি মাটি খুন্দে।
খেৰৰ পঁজাৰ চাল কেৰখন–উটি উটি যায়
তাতে বহি চিলনীয়ে–কিবা নাম গায়।
হেজাৰ হেজাৰ খেতিয়কৰ – পথাৰ বুৰি গ'ল
গাৱঁৰে কঠিয়াতলীৰ — সপোন ভাঙি গ'ল।

ছয়গাঁৱত বহা কৃষক সন্মিলনৰ বাবে ৰচা, ১৯৫৪

# ছাগৰ ছাল ছেলাবৰ ডবুৱা কটাৰী

বিহু — কৃষিজীৱী লোকৰ উৎসব । কৃষিজীৱী গাঁৱলীয়া লোকে শস্য চপোৱাৰ পিছত মনৰ আনন্দত নাইবা শস্য সিঁচাৰ আৰম্ভণিতে গৰ্ভৱতী পৃথিবীৰে সম্পৰ্ক থকা বিহু উৎসৱ অতীজতে নৈৰ পাৰত বা পথাৰৰ বৰগছৰ তলত নিৰ্জন আহল বহল ঠাইতহে পাতিছিল । সংস্কৃতিৰ পূজাৰী ড০ ভূপেন হাজৰিকাদেৱে লোক সংস্কৃতিৰ এই মহান অনুষ্ঠানটিক সন্মান জনাই, উচিত মৰ্যাদা প্ৰদান কৰি নগৰাঞ্চলৰ লোকেও ইয়াৰ আনন্দ উপভোগ কৰিব পৰাকৈ গুৱাহাটীত বিহুতলী এখন পতাৰ পৰিকল্পনা কৰে । ড০ হাজৰিকাদেৱৰ ভাষাৰে — 'উজান বজাৰৰ বিহুখন মই আৰু পুলিন দাসে পতা । 'লুইতত ভোটোঙাই ওলাল শিহু' আৰু 'সাগৰ সঙ্গমত'- এই কেইটা বিহুৰ দিনাখন ৰাতি গাম বুলি ঠিক কৰিলোঁ । ভাৰত সাবটা সাবটি হওঁতে লিখা । ৰাধা গোবিন্দ বৰুৱাৰ আশীৰ্বাদত উজান বজাৰত ৰঙা পাতি আমি প্ৰথম বিহু পাতিছিলোঁ । সেক্ৰেটাৰী দুজন — পুলিন দাস আৰু ভূপেন হাজৰিকা । তেতিয়া মোৰ চাৰ্কাৰ-তাকৰিও নাই । ৰাতি মোক গান গাবলৈকে নিদিলে । মোৰ গান নিষিদ্ধ কৰি দিলে । তেতিয়া কেশৱ মহন্তইতে মোৰ গান কেইটা একে ৰাতিতে ছপাই লাখ লাখ কপি বিলাই দিলে গুৱাহাটীৰ বিহুতলীবোৰত । শাসনাধিষ্ঠিত সকলক আক্ৰমণ কৰিম বুলিয়েই মোক গান কেইটা গাবলৈ দিয়া নহ'ল ।"— মই এটি যাযাবৰ, ১২১ পৃষ্ঠা । শিল্পী সকল স্বভাৱতে অভিমানী । সেই দুখতে, সুদীৰ্ঘ পঁচিছ বছৰ তেওঁ লতাশীল বিহুতলীত গীত গোৱা নাছিল ।

মানৱ প্ৰেমী ড০ হাজৰিকাদেৱ হ'ল শ্ৰমিক-বনুৱা, নিচলা-হালোৱা হজুৱা, সৰ্বহাৰাৰ বুকুৰ কুটুম । লুইতত ভোটোঙাই ওলোৱা শিহুটোৰ দৰেই হঠাতে আৰ্বিভাৱ হোৱা এচাম নেতাৰ অন্ধ শাসনত শোষণ কাৰী, ক'লা ব্যৱসায়ী, সমাজ বিৰোধী লোকৰহে স্বাৰ্থ পূৰণ হৈছে । ক'লাধনক বলত ইহঁতে কোনোণাৰে ধন চপাইছে। আনৰ তেজ শুহি পোৱা ঐশ্বৰ্যৰ বলত, ক্ষমতাৰ খকত মদমত্ত এইচাম লোকে নিজৰ অস্তিত্বৰ প্ৰতি অসজাগ সাধাৰণ, নীৰিহ জনতাক কুহিয়াৰ পেৰাদি পেৰি খেলৰ ঢোপ হিচাবে, খেলিবলৈ লোৱা টেণ্ডাৰ বলৰ দৰে ব্যৱহাৰ কৰি আহিছে । চ'তৰ মাহত তাঁতৰ শালত মাকোৰে খিটখিটায়, অসমৰ শিপিনীৰ গাত তত নাই । আজি শিপিনীয়ে মূৰে কপালে হাত দি বহি আছে; বজাৰত সূতা নাই । ক'লা বজাৰত সূতা পায়, দুই ছাই দাম, বছৰেকৰ বিহুটিত বিহুৱান এখনো নাই । বাহিৰৰ কোটিপতি ব্যৱসায়ীয়ে কাপোৰৰ মিল বহুৱাইছে। তাৰে পৰা এৰোপ্লেনেৰে চিক্‌ সূতা আহিছে, নেতাসৱে তাকে গাত মেৰিয়াই ধন্য মানিছে । মাটিখিনি মহাজনৰ ওচৰত বন্ধকত থলে । এদিন পিয়াদা আহি তাকো ক্ৰোক কৰিলে । এতিয়া উপায় কি ! সেয়ে, খাটি খোৱাজনৰ দুখ-দুৰ্দশা কিছু পৰিমাণে লাঘৱ কৰিবলৈ ৰাজনৈতিক ভাৱে অসচেতন নীৰিহ জনগনক আত্মসচেতন কৰোৱাৰ অৰ্থে আৰু তেজপিয়া স্বৰূপ শোষণকাৰীৰ হাতোৰাৰ কৱলৰ পৰা হোজা জনতাক উদ্ধাৰ কৰাৰ অৰ্থে ড০ হাজৰিকাদেৱে এই গীতটো ৰচি জনতালৈ উপহাৰ দিয়ে । তেওঁ কয় যে জাতীয় সংস্কৃতি 'বিহু'ক ৰচোৱাৰ বাবে ধাৰ কৰি হ'লেও অসমীয়াই বিহু পাতে । কিন্তু, 'দুদিন বিহু পাতি এবছৰ কান্দিৰি, পিলিবি দুখৰে ঢোক' । সেয়ে 'হে' গাঁৱৰে সাহসী লোক, কাঢ়ি নিয়া মাটিখিনি, বন্ধকৰ মাটিখিনি বাইজে পালেহে গুচিব পিয়াহ ভোক' । কোনো ৰণ বলিয়াই পাৰমাণবিক বোমাৰে ৰণ কৰি মানুহ মাৰি আনন্দ লভিছে । লভক । আমাৰ দুখীয়া নিচলাই সেইবোৰ ভাবিলে লাভ হ'ব কি ? কাৰণ, 'ৰণ হ'লে খাম কি,ৰণ হ'লে গাম কি, মৰিব দেশৰহে লোক' । আমাক লাগে দুবেলা দুসাজ ভাত, পিন্ধিবলৈ কাপোৰ, থাকিবলৈ এটি সাধাৰণ গৃহ, খেতি কৰিবলৈ এডৰা মাটি আৰু শিক্ষা-সংস্কৃতি । এইখিনি পাবলৈ হ'লে জনগণে সংগ্ৰাম কৰিব লাগিব । কাৰণ, বিপ্লৱ অবিহনে সমাজৰ পৰিৱৰ্তন অসম্ভৱ । ভাৰত বৰ্ষ গণতান্ত্ৰিক দেশ হ'লেও শাসনাধিষ্ঠিত নেতাই আন্দোলন নকৰাকৈ ৰাইজৰ বাবে কিবা এটা কৰাৰ নজীৰ নাই । বহুটো প্ৰতিশ্ৰুতি দি শাসনৰ গাদী দখল কৰা সকলে 'লঙ্কা গৈ পালে ৰাৱণ হয়' । গতিকে, বিপ্লৱৰ দ্বাৰা নিজৰ প্ৰাপ্য কাঢ়ি আনিব লাগিব । তেতিয়াহে দেশৰ ৰাইজে বিহু পাতি বিহুৰ আচল আনন্দ ভোগ কৰিব পাৰিব । কাৰণ এখন সুস্থ সমাজতহে সংস্কৃতি জীয়াই

থাকে । তেতিয়া মা, ভনী আৰু চেনেহীয়ে বৈ দিয়া বিহুৱান গাত মেৰিয়াই বিহু তলীত নাচিব ডেকা গাভৰুৱে। বিহুতলী হ'ব দলদোপ্ দলদোপ্ হেন্দোলদোপ্ । শেষত তেওঁ কয় যে 'বোঁৱতী সুঁতিটিক ভেটিব নোৱাৰি ভেটা ভাঙে ঘনে ঘনে, বিদ্ৰোহী ৰাইজক কঢ়িয়াই লৈ যোৱা সংগ্ৰামক ভেটিব কোনে ?' কাৰণ 'সমাজ নাবাচিলে গীত নাবাচে আৰু নাবাচিব অসমীয়া জাতি ।'

ছাগৰ ছাল ছেলাবৰ ডবুৱা কটাৰি
পহুৰ ছাল ছেলাবৰ মিট
দেশৰ বুঢ়া মেথা দায়ে নধৰিবা
গাই যাওঁ আজিৰে গীত ।
লুইতত ভোটোঙাই ওলাল শিহু
আজি বোলে ৰঙালী বিহু, বিহু ?
অ' ধেমালি চাই যা, ধেমালি চা
যেন লেটেকুৰে থোক
দলদোপ্ দলদোপ্ হেন্দোলদোপ, অ' দেশৰে ৰাইজখন চা,
সমাজৰ পথাৰত চহকী খেলুৱৈয়ে ৰাইজক সাজিছে ঢোপ,
বোলো চাই যা, ৰংমন চাই যা—— ।
(আকৌ) সমাজৰ পথাৰত টেঙৰ খেলুৱৈয়ে
ৰাইজক সাজিছে ঢোপ ।
অ' গাঁৱৰে এইগাল লোক; হ'ল মিছলীয়াৰ ঢোপ ।
বোলো ৰংমন চাই যা !
অতিকৈ চেনেহৰ মুগাৰে মহুৰা, অতিকৈ চেনেহৰ মাকো
সমাজৰ গামোচাত ন-ফুল বাছি দিওঁ লুইতক সাজি দিওঁ সাকোঁ ।
এহি মানৰ কথাখিনি এহি মানে থওঁ
হালোৱা হজুৱাৰ কথাখিনি কওঁ —
ইফালেদি লথিয়াই তোক নাজিতৰা,
সিফালেদি লথিয়াই তোক
ৰঙালী বিহুটিক কঙালী কৰিলে পেটৰো নুগুচে ভোক
নাজিতৰা, পেটৰ নুগুচে ভোক ।
দুদিন বিহু কৰি এবছৰ কান্দিবি, গিলিবি দুখৰে ঢোক ।
গাঁৱৰে এইগাল লোক, হ'ল মহাজনৰ ঢোপ ।
বোলো চাই যা ৰংমন চা
দেউতাৰ পদুলিত গোন্ধাইছে মাধুৰী
কেতেকী ফুলিবৰ হ'ল ঐ — গোবিন্দাই ৰাম
মৌজাদাৰ দেউতাৰ পদূলি সাৰোঁতে
কঁকাল মোৰ ভাগি যে গ'ল ঐ — গোবিন্দাই ৰাম ।
(পিছে) কাচিখনত আজি ধৰ চোক !
গাঁৱৰ দাৱনিয়ে বাচি বাচি ৰাখিছিল
বৰা ধানৰ দুটামান থোক, তাতে পৰিল পিয়দা পোক ।
পাহাৰে ভৈয়ামে টঙালি বান্ধিলৈ

বাইজে ক'লেহি মোক,
জীৱনটো পণ কৰি নিজে হেনো খেদিব
সমাজৰ তেজ শোহা জোক —অ' দেশৰে বাইজখন চা
শুদা শুদা মাকোটি খট্ খট্ চলে
বোৱনীয়ে হেঁপাহেৰে চানেকী ল'লে
ক'লা ক'লা বজাৰত সূতাৰ দাম দেখি
দুখুনীয়ে পাইছে শোক, বাইজৰ এইগাল লোক —হ'ল কাবোবাৰ চোপ
বোলোঁ ভনীয়া চাই যা, চাই যা, চাই যা ঐ ।
দুজনে এজনে কলঘৰ সাজিছে
থানে খানে কাপোৰ গুলায়
উৰুৱীয়া জাহাজত চিলিক আহিছে
আমাৰ বিহু কাপোৰ নাই ।
বিহু কাপোৰ নাই বুলি বনগীত নেগাবি সঁচা সঁচা কথাবোৰ কৈ
খুতি-পিস্কা চেহাৰে এনুৰা গীত গালে পিস্তহে তুলিব গৈ ।
সঁচা কথা কোৱা বৰ বেয়া ৰোগ
দৢাই নকৈছিলো তোক ? অ' খেমালি চাই যা; খেমালি ।
কোনোবা সমুদ্ৰত বোমা ফুটুৱালে
ক'ৰবাত পৰিলে ছাই
এগণ্ডা বোমাৰে পৃথিৱী পুৰিব ক'ৰবাৰ বণ বলিয়াই ।
উদ্‌যান বোমাৰে গুণগান ধ্বনি নক'ৰি এনেকৈ মোক
বোলো বণ হ'লে খাম কি ? বণ হ'লে গাম কি ?
—মৰিব দেশৰহে লোক ।
শান্তিৰে নিজবাত নিজৰি ব'বলৈ আমি হ'ম বৰুণীৰ টোপ
অতিকৈ হেপাহৰ ব'হাগৰ বিহুটিও সুবে-চুবে পাৰগৈ লোপ ।
হে' মাননীয় বাইজৰ লোক, হে' সাহসী গাঁৱৰে লোক
কাঢ়ি নিয়া মাটিখিনি, বন্ধকৰ মাটিখিনি
বাইজে পালেহে গুচিব পিয়াহ-ভোক ।
বিহুতলী যেতিয়া বজনজনাব —নাচিব দেশৰে লোক
বোলোঁ দেখিবি ন-ন ৰূপ
বোৱতী সুঁতিটিক ভেটিব নোৱাৰি
ভেঁটা ভাঙে ঘনে ঘনে,
বিদ্ৰোহী বাইজে কচিয়াই লৈ যোৱা
সংগ্ৰামক ভেটিব কোনে ?
বোলো দেশৰে বাইজখন আগুৱাই যা, বুকু পাতি যা
দলদোপ দলদোপ হেন্দোলদোপ্ —খেমালি চাই চাই যা —

গুৱাহাটী, ১৯৫৪

# স্নেহেই আমাৰ শত শ্ৰাৱণৰ

মুকুতা বুলীয়া মিঠা মিঠা শব্দৰ দ্বীপাৱলীৰে জিল্‌মিল্, ৰিম্‌ঝিম্ বৰষুণৰ টুপ্ টুপ্ ছন্দৰ মৌৰস নিগৰা এই গীতটি লিখি সুৰৰ জলধিত জুবুৰিয়াই সংগীত সূৰ্য্য ড০ ভূপেন হাজৰিকাই গাইছিল — কলেজ হোষ্টেলৰ নবাগত আদৰণি সভাত । সেইদিনা বতৰ সেমেকা আছিল আৰু ছেগা চেৰেকাকৈ বৰষুণ দি আছিল । তেওঁৰ সুৰকাৰ মনত সুৰৰ ৰিণিঝিনি সুৰধ্বনি এটা বাজিয়েই আছিল । ই ফালে তেওঁ গীত গাবগৈ লাগে মৌন ভাষাৰ উন্মাদনা সনা বিদ্যুৎ ক্ষিপ্ৰ নয়নৰ যি সকলৰ নিশ্বাসে গীতিকাৰৰ আশাৰ আশ্বাসত অসীম তৃপ্তি সানে । তেনে এজাক আশা ভৰা দৃষ্টিৰ ছাত্ৰ-ছাত্ৰীক প্ৰেমৰ মন্ত্ৰেৰে উচ্ছল জীৱনৰ জোৱাৰ অনাৰ অনুপ্ৰেৰণাৰে অনুপ্ৰাণিত কৰিবলৈ, আশীষ দিবলৈ । বৰ্ষণ মুখৰ সেই পৰিবেশ, সেই বিশেষ অনুষ্ঠানটি আৰু তেওঁৰ দুচকুত ভাঁহি উঠা সেই আশা ভৰা দৃষ্টিৰ ছাত্ৰ-ছাত্ৰী সকলৰ মুখবোৰ আটাইকেইটা উৎস একেলগে ৰজিতা খুৱাই কাব্যময়ী মধু ব্যঞ্জনাৰে ৰঞ্জিত মিঠা প্ৰেমৰ এই গীতটি ৰচি তেওঁ পৰিবেশন কৰে । মৰম স্নেহৰ আদান-প্ৰদান, আশীষ বৰ্ষণৰ উপৰিও গীতটিৰ শেষৰ স্তৱকত তেওঁ গতিশীল গীত অৰ্থাৎ ৰূপান্তৰৰ গীত গোৱাৰ কথাকে কৈছে অন্য বহু গীতত কোৱাৰ দৰে । কাৰণ, বৃষ্টিৰ তৃষ্ণাৰ লক্ষ্য হ'ল মৌচুমী বতাহ, তেনেদৰে এই গীতৰো বা ছাত্ৰ-ছাত্ৰী সকলৰো লক্ষ্য আছে – প্ৰথমতে বিদ্যা আহৰণ আৰু তাৰ পিছত সমাজ সংস্কাৰ। শিক্ষাই আঙুলিয়াই দিয়ে সমাজৰ ভূল ক্ৰটিবোৰ । সেয়েহে সুন্দৰ সমাজ এখন গঢ়িবলৈ হ'লে শিক্ষাৰ প্ৰয়োজন । সমাজ সদায়েই পৰিবৰ্তন শীল । পৃথিবীয়ে এটা নিৰ্দ্দিষ্ট কক্ষ পথেৰে ঘূৰি ঘূৰি আৱৰ্তন কৰাৰ দৰে সমাজখনো পৰিবৰ্তনৰ বাটেদি আহি আহিয়েই আজিৰ এই অৱস্থা পাইছেহি আৰু ভৱিষ্যতেও এনেদৰে পৰিবৰ্তন হৈ গৈ থাকিব । গতিকে ছাত্ৰ-ছাত্ৰী সকলেও এই কথাত মন দিয়া সমুচিত হ'ব । গীতটিৰ ভাব আৰু ভাষা অতি উচ্চ খাপৰ। কবিতা হিচাবে গীতটিত পৰিদৃষ্টমান হয় অন্ত্যমিল অনুপ্ৰাস আৰু মিত্ৰাক্ষৰ ছন্দৰ প্ৰাচুৰ্য্য । গীতটি কাহাৰবা তালৰ আৰু সাৰঙ্গ ৰাগৰ আধাৰত বিন্যস্ত। তাৰোপৰি আধুনিক গীতৰ প্ৰথাগত স্থায়ী, অন্তৰা, আভোগ আৰু সঞ্চাৰী এই চাৰিটা স্তৱকত বিভক্ত । অপূৰ্ব সুৰবিন্যাসেৰে গীতটি হিয়া মন শাত পৰা এটা কালজয়ী গীত ।

স্নেহেই আমাৰ শত শ্ৰাৱণৰ
ধাৰাসাৰ বৃষ্টিৰ প্লাৱন আনে —
যৌৱন বাসনাৰ ৰিক্তোপকূল
পূৰ্ণ কৰে উন্মত্ত বানে —

নিৰ্জ্জন স্তব্ধ তিমিৰৰ পাৰ ভাঙি
উচ্ছল জীৱনৰ জোৱাৰ আনে
অপৰূপ বাৰিষাৰ তৰঙ্গ ৰাশিয়ে
নাচে নৱ সৃষ্টিৰ গানে ।

বিদ্যুৎ ক্ষিপ্ৰ নয়নে তোমাৰ
মৌন ভাষাৰ উন্মাদনা সানে
নিশ্বাসে মোৰ আশাৰ আশ্বাসত
তৃপ্তিৰ পৰিধি নামানে—
প্ৰীতি দিগবলয়ত গতিশীল গীত গাওঁ
বজ্ৰৰ গৰ্জ্জনে হাৰ মানে
বৃষ্টিৰ তৃষ্ণাই মৌচুমী খেদি যায়
আমাৰ দৃষ্টিয়েও লক্ষ্য জানে ।

গুৱাহাটী, ১৯৫৪

# অহো হো মহো হো

“নামনি অসমত মহ খেদিবলৈ গাইছিল - 'অহো হো মহো হো । মহ মাৰিবা যাউ চো...' পিয়লী ফুকনৰ দিনত সেই আৰ্হিৰে নিশ্চয কোনো মুক্তিপথ যাত্ৰীয়ে গাইছিল —” ড০ ভূপেন হাজৰিকা । লোকগীতৰ অমূল্য মণি-মুকুতাৰে সমৃদ্ধ অসমীয়া সংস্কৃতিৰ ভঁৰাল । সময়ৰ কুটিল গতিত, দেশৰ অস্থিৰ পৰিস্থিতি, সঘনে পৰিবৰ্তিত ৰাজনৈতিক পটভূমি, বাংলা সংস্কৃতিৰ প্ৰভাৱ, পাশ্চাত্য সংস্কৃতিৰ বতাহ আদিৰ প্ৰভাৱত এই অমূল্য সম্পদবোৰ অসমৰ মাটিৰ পৰা নিশ্চিহ্ন হৈ যোৱাৰ উপক্ৰম হৈছিল । সেই সময়তে সংস্কৃতিৰ পূজাৰী ড০ হাজৰিকাদেৱে বহু কষ্ট কৰি চটাং পৰেৱতৰ পৰা চিৰিং লুইতলৈকে অসমৰ চুকে-কোণে, গাৱেঁ-ভূঞে ভ্ৰমি ভগা কাঁচৰ টুকুৰা হৈ সিঁচৰতি হৈ পৰি থকা হীৰা-মণি-মুকুতা সদৃশ লোকগীতৰ অমূল্য সুৰবী সুঁৰবোৰ বিচাৰি খোচৰি সংগ্ৰহ কৰি আনি সেইবোৰ প্ৰকাশ তথা প্ৰচাৰ কৰিবলৈ যত্নপৰ হৈছিল । উৰ্বৰ মাটিৰ সৈতে মিহলি হৈ যাব খোজা সেই সুৰবোৰত তেওঁ কিছু আধুনিকতাৰ, কিছু পাশ্চাত্যৰ আবিৰ সানি জাকজমকীয়া আধুনিক বাদ্য যন্ত্ৰৰ সৈতে সঙ্গত কৰি প্ৰাণ পৰশা বহুমূলীয়া গীতৰ সৃষ্টি কৰে। আমাৰ আলোচ্য এই গীতটো অবিভক্ত কামৰূপ জিলাত আঘোণৰ পূৰ্ণিমা তিথিত 'মহ খেদা' উৎসৱত গোৱা 'অহো হো মহো হো মহ মাৰিবা যাউ চো' লোকগীতটিৰ আলমত ৰচা । গীতটি স্বাধীনতা আন্দোলনৰ পটভূমিত এজন স্বদেশপ্ৰেমিক পিয়লি ফুকনৰ মুখৰ ভাষাৰে ৰচা — যিজনক দেশদ্ৰোহীতাৰ অপৰাধত বৃটিছ চৰকাৰে ফাঁচী দিছিল ।

পৰাধীনতাৰ শিকলিৰে বন্ধা দেশমাতৃ শোকত ম্ৰিয়মান । শোকত ছাই বৰণীয়া ৰংঘৰ, কাৰেংঘৰ । মাতৃৰ চকুপানী কোন পুত্ৰই সহিব পাৰে ? বেদনাত বুকু হমেহমায়, চকুত আপনি নাই । দেশমাতৃৰ বিলুপ্ত অস্তিত্ব পুনৰুদ্ধাৰৰ বাবে আজি মৃত্যুকো ভয় নকৰে মুক্তি পথ যাত্ৰীয়ে । সেয়েহে অস্ত্ৰ নিৰ্মাতাসকল তেওঁ আহ্বান জনাইছে হেংদানত শান দিবলৈ; মহামন্ত্ৰীক আহ্বান জনাইছে মন্ত্ৰণা দিবলৈ। সমৰ সজ্জাৰে সজ্জিত হৈ, ৰণ শিঙা বজাই, আশীষ বিচাৰি দেশমাতৃৰ চৰণ চুই, মৃত্যুকো নেওচি সহাস্যবদনে ওলাল মুক্তি পথ যাত্ৰী পিয়লী ফুকন দেশমাতৃৰ কৰৰ পৰাধীনতাৰ শৃঙ্খল চিঙিবলৈ । কাৰণ, তৰিবলৈ দেশ মৰিবলৈ স্বৰ্গ । কাহাৰ্বা তালৰ এই গীতটি গায়ক, গীতিকাৰ ড০ হাজৰিকাদেৱৰ স্বদেশ প্ৰেমৰ এক জ্বলন্ত নিদৰ্শন ।

অহো হো মহ'অ'
দেশৰ হকে মৰোঁ অ'
কিঞ্চিতো নাই ভয় নাই
ওলালোঁ মুক্তি পথ যাত্ৰী ।

ৰংঘৰ কাৰেংঘৰ তেজী ৰঙা ৰংঘৰ
আজি কিয় ৰং তোৰ নাই
ডাঙৰীয়া সকলৰে আৰু যত অনুচৰে
কিয় আজি শোকতে বিনাই ।
নাকান্দিবি অ' দেশমাতৃ ।

শান দিয়া হেংদান যত মহা অস্ত্ৰী
মন্ত্ৰণা দিয়া আজি যত মহা মন্ত্ৰী
আশিস দিয়া আই মাতৃ
ওলালো মুক্তি পথ যাত্ৰী ।

বোলছবি : পিয়লি ফুকন, ১৯৫৫

# উজাই বুৰে দিলে

জাতে পাতে, অস্থিয়ে মজ্জাই অসমীয়া লোকগীতৰ ঠাঁচত ৰচা, বনগীত সুৰীয়া এই গীতটি বৃটিচ শাসিত অসমীয়াৰ বিলৈ বিপত্তিক সুঁৱৰি গোৱা গীত। ধনে-ধানে, শস্যে-মৎস্যে সমৃদ্ধিশালী অসমীৰ সকলো থাকিও আজি যেন একো নাই ! শোষণকাৰীয়ে কোৱোণাৰে ধন চপাই বিলাসত মজিছে আনহাতে তেজক পানী কৰি, হাড়ক মাটি কৰিও সাধাৰণ প্ৰজাই দুখত চকুলো মচিছে। দেখিও নেদেখা শুনিও নুশুনা দেশৰ ডা-ডাঙৰীয়াৰ সকলৰ সাধাৰণ প্ৰজাৰ বিলৈ বিপত্তিলৈ চকু কাণ দিবলৈ আহৰি নাই। তেওঁলোকৰ অলসতা, অযোগ্যতা, কাণ্ড-জ্ঞান হীনতাৰ ফল স্বৰূপে দেশ মাতৃ পৰাধীনতাৰ গ্ৰাসত পৰি কোঙাহে পৰিছে। কিন্তু, দেশৰ ডা-ডাঙৰীয়া, নেতা-পালিনেতা সবে জানি লোৱা ভাল যে তেওঁলোকবৰ্তি আছে ৰাইজৰ কান্ধৰ ওপৰত ভৰি থৈহে। ৰাইজৰ শকতিয়ে দেশৰ শকতি। ৰাইজ একত্ৰিত হলে অসাধ্য একো নাই। এদিন তেওঁলোকৰ অৱস্থাও হ'বগৈ পাৰে নাজল নাথল। উদাহৰণ স্বৰূপে, লুইতক জানো ভেটা দি ৰাখিব পাৰি ? ভেটা ভাঙি বয়। তেনেদৰে মানুহৰ আবেগ, আশা-আকাঙ্ক্ষাকো দমন নীতিৰে ৰোধিব নোৱাৰি - এদিন ধুমুহাৰ ৰূপ লয়।

উজাই বুৰে দিলে শিহু কি ঘঁৰিয়াল
ভটিয়াই বুৰিলে মাছে
অসমীৰ মুখতেহাঁহি নাইকীয়া
মাথোঁ চকু পানী মচে।
তাঁতীৰে কাপোৰে জগতখন জুৰিলে
তথাপি তাঁতিৰ গা উদি,
ডা-ডাঙৰীয়াই দেশকে ঠগিলে
কৰিনো কতনা বুধি।
চাব দিয়া গাখীৰত মোলান পৰিলে
সোন্দাকল মৰহি চম্পাকল মৰহি গ'ল।
খেনোৰে সোণৰে সিংহাসন সাজিছে
খেনোৰে ভোকতে, খেনোৰে শোকতে ৰ'ল।
ঐৰাৱত গোঁসাইকে মতলীয়া কৰি
খেদিলা ৰাইজৰ ফালে
বলীয়া হাতীকো বলাব পাৰি যে
ৰাইজখন একগোট হ'লে।
ডা-ডাঙৰীয়াক কাবৌকে মাতিছোঁ
ৰাইজৰ বিলৈখন চোঁৱা
ৰাইজৰ বলতে তুমি বৰ্তি আছাঁ
কেলেইনো পাহৰি যোৱা।
লুইতক ভেটাদি কিমান দিন ৰাখিবা
ভেটাকো চেৰায়ে ব'ৰ
কোনোবা কাহানিৰ কলীয়া এলাহ্ন
ধুমুহাই সাৰটি থ'ৰ।

বোলছবি : পিয়লী ফুকন, ১৯৫৫

# গাঁৱৰ জীয়ৰী সপোন সুন্দৰী

অসমৰ গাৱঁৰ জীয়ৰী সপোন সুন্দৰী—হাস্যময়ী, লাস্যময়ী, কল্যাণী, সুষমা, ৰূপে নিৰূপমা; পাহাৰে-ভৈয়ামে নাচি-বাগি উৰি ফুৰা ৰঙীন পখিলা। নৈ-বিলত সাতুৰি-নাদুৰি আপোন পাহৰি যোৱা, —জিৰ্ জিৰ্ জুৰিত দাপোন চোৱা। তেওঁলোক বোৱনী, দাৱনী, তাঁতৰ পাটৰ শিপিনী, ৰৰঘৰ শুৱনী। যৌৱন কলীয়া লহপহীয়া দুবাহুৰে বুকুৰে বিচৰা জনক সাৱটিবলৈ যেন ব্যাকুল। অতীত অসমত নাৰী আনুষ্ঠানিক শিক্ষাৰে শিক্ষিত নাছিল। তেওঁলোকে নিজ পৰিয়াল আৰু সমাজখনত পোৱা মানৱতা, নৈতিকতা, সততা আৰু 'কৰ্মই ধৰ্ম' শিক্ষাৰ বলত ঘৰ -পথাৰ চন্তালাৰ উপৰিও ৰূপ-গাহি পালন কৰি, বৈ-কাটি পৰিয়ালৰ আয় উপাৰ্জন বৰ্দ্ধনতো স্বামীৰ সহায়ক হৈ একোখন সুন্দৰ গৃহস্থী আৰু সমাজ গঢ়াত অৰিহণা যোগাইছিল। মাতৃৰূপত তেওঁলোক হয় গৈ সন্তানৰ গুৰু, অভিভাৱক। অসমৰ শিপিনীয়ে তাঁতৰ শালত সপোন ৰচনা কৰা দেখি মহাত্মা গান্ধী মুগ্ধ হৈ ভূয়সী প্ৰশংসা কৰিছিল। গৌৰৱৰ কথা, আজি অসমৰ শিপিনীৰ তাঁতৰ কাপোৰে বিশ্বৰ ৰৰ ঘৰ শুৱাইছে। গাঁৱত জনমিলেও তেওঁলোকৰ বুকুতো আছে বহু সপোন; উচ্চাকাংক্ষা। সৰু সৰু নিজৰাই নিজৰি নিজৰি নৈৰ সতে মিলিগৈ সাগৰ মহাসাগৰত মিলি যোৱাৰ দৰে গাঁৱৰ জীয়ৰীয়েও গাৱঁৰ পৰাই বিশ্ব সোঁতত মিলি নিজ প্ৰতিভা আৰু জ্ঞানেৰে বিশ্বক সুবাসিত কৰাৰ প্ৰয়াস কৰে। সম্প্ৰতি বিশ্বায়নৰ যুগত আজিৰ গাৱঁৰ জীয়ৰীৰ আশা-আকাঙ্ক্ষা বিশ্বমুখী হৈছে। পৰিবৰ্তিত সময়ৰ সৈতে খোজত খোজ মিলাই, আধুনিক শিক্ষাৰে শিক্ষিত হৈ তেওঁলোকে পুৰুষৰ সমানে আগবাঢ়িছে; জ্ঞান-বিজ্ঞানৰ ন ন সাধনাত ব্ৰতী হৈছে, দেশ বিদেশত বিভিন্ন গুৰুত্ব পূৰ্ণ কৰ্মত ব্ৰতী হৈছে। গাৱঁৰ সৰ্বাঙ্গীন উন্নতি কামনা কৰি, গাওঁক এখন সুখ-শান্তিৰ সাম্যৰ সৰগ ৰচাৰ সপোন ৰচি অসমৰত্ন ড০ ভূপেন হাজৰিকাদেৱে এই গীতটি ৰচে।

গাঁৱৰে জীয়ৰী সপোন সুন্দৰী
গাঁৱতে সপোন ৰচোঁ মই
মাটিতে সৰগ ৰচোঁ মই
    দেৱতাই ৰ লাগি চায়।
ধুনীয়া মন মোৰ কুমলীয়া
বাহু দুটি মোৰ লহ পহীয়া
    কাকনো সাৱটিব খুজি অলিয়া বলিয়া হয়।
দেহাৰ বৰণ মোৰ চম্পাফুলীয়া
চুলিৰ বৰণ মোৰ — এন্ধাৰ কলীয়া
    খোজত মলয়া বয়।
গাৱঁৰে ধাননিৰে ময়েই দাৱনী
মুগাৰে বিহাখনিৰ ময়েই বোৱনী
    মোক দেশেই সাৱটি লয়।
মুকলিমূৰীয়া চেনেহ নিজৰাই
লুইতকে ধিয়াই বাগৰি যায়
    আশাৰও যে শেষ আজি নাই।
জিৰ্ জিৰ্ জিৰ্ জিৰ্ নাচোন নাচে
ৰমক জমককৈ সাজোন কাচে
    মোক সাগৰে সাৱটি লয়।

বোলছবি : পিয়লী ফুকন, ১৯৫৫

# দুখৰে উপৰি দুখ

অসম ইংৰাজৰ অধীনলৈ যোৱাত ইংৰাজৰ শাসন, শোষণত অতিষ্ঠ হোৱা অসমীয়াৰ আলৈ আথানি নোহোৱা হ'ল। প্ৰাকৃতিক দুৰ্য্যোগকে ধৰি নানা অপায় অমঙ্গলে দেখা দিলে। চাৰিওফালে যেন মৰিশালীৰ নিস্তব্ধতা। কাৰো মুখত হাঁহি নাই। পথাৰত ধান নাই। ৰাজ্যৰ দৌল-দেৱালয়ত দবা-কাঁহ নাই, নাই নামঘৰত হৰিনামৰ ধ্বনি-নাট-ভাওনা, মছজিদত আজান নাই। গায়ক গীতিকাৰ ড০ ভূপেন হাজৰিকাদেৱে 'পিয়লি ফুকন' বোলছবিৰ এই গীতটিৰে কাল এন্ধাৰে ঢকা অসমৰ সেই দুঃসময়ৰ এখন স্পষ্ট চিত্ৰ সুন্দৰ ভাৱে অঙ্কণ কৰিছে।

দুখৰে উপৰি দুখ মোৰ ৰাইজ ঐ
লুইতত উটিলে জাঁজী
আমাৰে দেশখন হ'ল মৰিশালী
পানী নাই পথাৰত আজি
কিনো দিন পৰিলে আজি।

ৰহদৈয়ে ঢাকুৰে ভোগায়ে চিঞৰে
পেঁপাটি নেবাজে আজি
শিৱৰে দ'লতে দবা নাইকিয়া
দবা কাঁহ নুঠে বাজি

বৰঘৰৰ মজিয়াত সাপে বাহ ল'লে
বননি উঠিলে গজি,
কাৰনো ঘৰৰে বুকুতে উঠিছে
দুখৰে সুৰটি বাজি।

কোম্পানী আহিলে চ'ৰাঘৰ মুখলৈ
এখন্তেক বহোঁদেই বুলি,
চ'ৰাঘৰ পাৰ হৈ বৰঘৰ সোমালে
শেলেৰে বুকুতে হানি।

ৰংঘৰ সমুখত ৰহইছ নাইকিয়া
ৰংবোৰ উৰিলে কেনি
মোৰ দেউতা
তলাতল ঘৰতে এন্ধাৰে ধৰিলে ছানি
মোৰ দেউতা,
এন্ধাৰে ধৰিলে ছানি।

বোলছবি : পিয়লী ফুকন, ১৯৫৫

# পিয়লি পিয়লি ক'তেনো লুকালি

১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধিৰ চুক্তি অনুসৰি অসম বৃটিছৰ অধীনলৈ গ'ল । এবাৰ এবাৰ কৈ তিনিবাৰ হোৱা মানৰ আক্ৰমণৰ অত্যাচাৰত জৰ্জৰিত অসমবাসী পুনৰ ইংৰাজৰ অধীনস্থ হোৱাত জনসাধাৰণৰ দুখে কুলাই পাছিয়ে নধৰা হ'ল। ইতিমধ্যে, ১৮৫৭ চনত ভাৰতৰ প্ৰথম স্বাধীনতাৰ যুদ্ধ চিপাহী বিদ্ৰোহৰ জুইয়ে সমগ্ৰ ভাৰতবৰ্ষৰ চুকে কোণে বিয়পি পৰিল। সেই অগ্নিশিখাৰ ফিৰিঙতি অসমলৈও চিটিকি আহিল। মণিৰাম দেৱানৰ নেতৃত্বত অসমতো চিপাহী বিদ্ৰোহৰ জুই জ্বলিল। পিয়লী বৰুৱা মণিৰাম দেৱানৰ সোঁহাত স্বৰূপ আছিল । পিয়লী আৰু তেওঁৰ সহযোগী সকলৰ উচতনিত অসমৰো সেনাৰ চাউনিবোৰ জাগি উঠিল । সেয়ে, গীতিকাৰে অতি দৰদেৰে পিয়লীক 'মুকুতি যুঁজৰ সেনাপতি' বুলি অভিহিত কৰিছে । অৱশেষত বৃটিছ চৰকাৰৰ বিৰুদ্ধে কৰা ষড়যন্ত্ৰ আৰু দেশদ্ৰোহিতাৰ অপৰাধত পিয়লীক ১৮৫৮ চনৰ ২০ ফেব্ৰুৱাৰী তাৰিখে যোৰহাটত ফাঁচি দিয়ে । পিয়লীৰ মৃত্যুত পাহাৰে ভৈয়ামে অগণন শোকাকুল জনতাৰ কান্দোনৰ ৰোল উঠিল। গছ-লতা, চৰাই-চিৰিকতি, আনকি বনৰ পশু-পক্ষীও শোকাভিভূত হ'ল । চকু পানী টুকি টুকি দিখৌ নদীয়েও যেন থমকি ৰ'ল। পিয়লিয়ে দেশৰ স্বাধীনতাৰ বাবে বিপ্লৱৰ হাতীপটি বাট ৰচিলে। স্বদেশৰ মুক্তিৰ বাবে প্ৰাণ দি পিয়লি সৰগলৈ গুচি গ'ল। পিয়লী শ্বহীদ হ'ল। গায়ক গীতিকাৰে কামনা কৰে যে দেশৰ সংকট কালত পিয়লীয়ে দেখুৱাই যোৱা হাটীপটি বিপ্লৱী বাটটিৰে ৰাইজেও গৈ দেশৰ বাবে যুঁজ দিব। ইয়েই হ'ব পিয়লীৰ থাপনাত জলোৱা শিখা, শ্ৰদ্ধা তৰ্পণ।

পিয়লী, পিয়লী !
কলেনো লুকালি
মুকুতি যুঁজৰে সেনাপতি ?

পৰ্বতৰ শিখৰতে
ভৈয়ামৰ নামনিতে
দেশৰ লৰা বুঢ়াই
উচুপিছে দিনে-ৰাতি ।
আমাৰ পিয়লী বোপাটিৰ
নাভাঙিলে কাল ঘুমতি
মৰণে ল'লে সাৱটি ।

দেশৰে আকাশত
জুইৰে আকিলে
স্বাধীনতা হাটীপটি;
পিয়লীক সুঁৱৰি
দিখৌ নৈ থমকে
চকু পানী টুকি টুকি
মুকুতিৰে শিখা
ৰাইজে জ্বলাব
পিয়লীৰ থাপনা পাতি
মুকুতি যুঁজৰ সেনাপতি ।

ৰেকৰ্ডিং : পিয়লী ফুকন, ১৯৫৫

# ৰমকে জমকে আছিল মোৰ অসমী

ইতিহাসৰ পাতে পাতে সোণালী আখৰেৰে জিলিকি আছে আই অসমীৰ অতীত গৌৰৱ গাথা। মহাভাৰতৰ যুগত এই ৰাজ্যখনৰ নাম প্ৰাগজ্যোতিষপুৰ আৰু পিছলৈ কামৰূপ হয়। আহোম ৰাজত্ব কালৰ পৰাই এই ৰাজ্যখন 'অসম' নামেৰে নামাঙ্কিত হ'ল । ৰূপে গুণে বিভূষিতা আই অসমী । যুগে যুগে অসমীয়ে নিজ গৰ্ভত ধাৰণ কৰি অনেক বীৰ-বীৰাঙ্গনা, গুণী- জ্ঞানী সন্তান জন্ম দিছে যি সকলে দিনে ৰাতি আইৰ কথাই চিন্তা কৰে। সেয়ে সিংখাপ, জোনবিৰি, সোণৰ কপৌফুল পিন্ধি, হাতত জেতুকাৰ বোল সানি লয়ে লাসে শৌৰ্য্যে বীৰ্য্যে অসমীয়ে এদিন গৌৰৱ ধ্বজা উৰুৱাইছিল। বগুহৰ মগুহ বগুহে খালে । কাল শতৰু বদন পূৰ্ণানন্দই মান অসুৰক মাতি আনি অসমীয়াৰ ওপৰত জাপি দিলে। মানৰ অমানুষিক অত্যাচাৰত শান্তি প্ৰিয়, নীৰিহ অসমীয়াৰ বিঁলৈ বিপত্তিৰ সীমা নোহোৱা হ'ল। পুনৰ ১৮২৬ চনত ইয়াণ্ডাবু সন্ধিমতে অসম ইংৰাজৰ অধীনস্থ হ'ল । পৰাধীনতাৰ শিকলি ছিণ্ডি অসম মাতৃক উদ্ধাৰ কৰিবলৈ অনেক বীৰ সন্তানে বুকুৰ তেজ দিলে। মণিৰাম দেৱান, পিয়লী ফুকনক বৃটিচে ফাঁচি দিয়ে । এনে অমানৱীয় কাৰ্য্যত দেশত শোকৰ নৈ বৈ গ'ল। ড° হাজৰিকাদেৱে অসম বুৰঞ্জীৰ এই সকলো কথা আতিগুৰি মাৰি কাহাৰ্‌বা তালৰ, গজগতি ছন্দৰ এই গীতটো ৰচে আৰু 'পিয়লি ফুকন' চিনেমাত দিয়ে।

ৰমকে জমকে আছিল মোৰ অসমী
সোণৰ কপৌফুলে পিন্ধি
সিংখাপ পিন্ধিলৈ জেতুকাৰ বোলেৰে
হাত ৰঙচুৱা কৰি । — কিনো দিন পৰিলে আজি ।

ক'লৈ গ'ল ৰঙ চঙ ক'তনো সিংখাপ
গলৰ শিলিখাৰে মণি ;
বদন পূৰ্ণানন্দে শতৰু শালিলে
মান ৰূপ অসুৰক আনি ।

আমাৰে মজিয়াত শগুন বপুৰাই
খায় মৰা শ টানি
জয়াৰে দ'লতে ফেঁচাই কুৰুলিয়ায়
অসমৰ যাতনা দেখি ।

কোম্পানী আহিলে মুখত হাঁহি লৈ
এখন্তেক বহোঁ দেই বুলি
বহিব পাই তেওঁ বৰ ঘৰ সোমালে
শেলেৰে বুকুতে হানি ।

স্বাধীন অসমীৰ ডিঙিতে আঁৰিলে
লোহাৰ শিকলিৰে মণি
কোন ক'ত আছা অসমীৰ বুকুতে
মোকলাই আনাহি ভাঙি ।

পানী টোপা টোপে পৰে মোৰ চকুলো
বুকুত তুঁহে জুই জ্বলি
তুঁহ জুইকুৰা তেজেৰে জ্বলোৱা
অসমী উঠিব হাঁহি । কিনো দিন পৰিলে আজি ।

বোলছবি : পিয়লী ফুকন, ১৯৫৫

# এটি কলি দুটি পাত

শঙ্কৰদেৱে গঢ়া বৰ অসমখনিত চাহ জনজাতি নামেৰে আৰু এটা জনজাতি নতুনকৈ সংযোজিত হ'ল। এওঁলোক বৰ্তমান অসমীয়া জাতিৰ অবিচ্ছেদ্য অঙ্গ । ১৮৩৯ চনত ইংৰাজৰ আমোলত অসম কোম্পানী গঠন হোৱাত অসম ভূমি সেউজীয়া চাহ বাগিচাৰে সেউজ বুলীয়া হৈ পৰিল। চাহখেতিত সহায় কৰিবৰ কাৰণে ইংৰাজ সকলে (অজ্ঞাত কাৰণত) থলুৱা শ্ৰমিক নিয়োগ নকৰি বঙ্গ, উৰিষ্যা. মধ্যপ্ৰদেশ আদিৰ পৰা অসমলৈ শ্ৰমিক আমদানি কৰিলে। এওঁলোকেই হ'ল বৰ্তমানৰ চাহ জনজাতি। এওঁলোকৰ মানস পটত বৈ যোৱা পূৰ্বৰ কিছু ভাষা সংস্কৃতি আৰু নতুনকৈ গ্ৰহণ কৰা থলুৱা ভাষা সংস্কৃতিৰ সংমিশ্ৰণত এটি নতুন ভাষা, সংস্কৃতি গঢ়ি উঠিল। এই ভাষা-সংস্কৃতিয়ে বাৰে বৰণীয়া অসমীয়া সংস্কৃতিত সোণত সুৱগা চৰালে। এওঁলোক মালিক পক্ষৰ দ্বাৰা শোষিত, বঞ্চিত। শ্ৰমানুসাৰে উপযুক্ত পাৰিশ্ৰমিক, শিক্ষা আৰু অন্যান্য সা-সুবিধাৰ পৰা বঞ্চিত হৈ দুখ-দুৰ্দশা পূৰ্ণ অন্ধকাৰময় জীৱন যাপন কৰে। শ্ৰমৰ ক্লান্তি লাঘৱ আৰু জীৱনটো সৰস কৰিবলৈ বিশাল সেউজীয়াৰ বুকুত তেওঁলোকে মাদলৰ তালে তালে নাচে, গায় । সংস্কৃতিৰ পূজাৰী, মানৱ প্ৰেমী ড° হাজৰিকাদেৱে নিষ্পেষিত এই গোষ্ঠীটোৰ পুঞ্জীভূত বেদনাৰাশি হৃদয়ঙ্গম কৰি তেওঁলোকৰ কাৰুণ্য ভৰা জীৱন যন্ত্ৰণাক কলাত্মক দিশেৰে বিশ্ববাসীৰ সমুখত উদঙাই দেখুৱায়। হেজাৰজনৰ হেজাৰ মাদলৰ শব্দত শত তুফান উৰুৱাই পঠাই আজি তেওঁলোকে বিশ্ববাসীৰ সমুখত নিজকে মানুহ ৰূপে পৰিচয় দিছে।

এটি কলি দুটি পাত ৰতনপুৰ বাগিচাত
লহপহীয়া হাতেৰে কোনেনো ছিঙিলে
অ' কোনেনো ছিঙিলে ?
এজ্জাৰ ক'লা চুলিৰে জবাফুলৰ পাহিৰে
পাপৰিবোৰ উৰুৱাই কোনেনো হাঁহিলে
অ' কোনেনো হাঁহিলে ?
জুগনু আৰু লছমীৰে বিয়াৰ দিনা ঝুমুৰে
ৰতনপুৰ বাগিচাত জোৱাৰ তুলিলে
অ' জোৱাৰও তুলিলে ।
জুগনু আজি এটি পাত লছমী আজি এটি পাত
কেঁচুবাটি সৰু কলি ভাগৰি পৰিলে
অ' ভাগৰি পৰিলে ।
সেই মানুহ কলি দুটি পাত ৰতনপুৰ বাগিচাত
অকালতে ছিঙিবলৈ পিশাচও আহিলে
অ' পিশাচও আহিলে ।
তাম বৰণৰ দেহাৰে সবল সুঠাম বাহুৰে
ঢম্‌ঢমাঢম্ মাদল বজাই কোনেনো নাচিলে
অ' হেজাৰে নাচিলে ।
নতুন তুফান আহিলে হেজাৰ মাদল বাজিলে
সেই মাদলৰ সাহস দেখি পিশাচও পলালে ।
অ' পিশাচও পলালে ।

ৰচনা : গুৱাহাটী, ১৯৫৫

# জাগ্ৰত মানুহৰ ছাঁ দেখি

১৯৫৫ চনৰ জুনত ভাৰতীয় সাংস্কৃতিক সন্থাৰ সদস্য ৰূপে হেলচিংকিত অনুষ্ঠিত বিশ্বশান্তি সন্মিলনীৰ ভাৰতীয় প্ৰতিনিধি স্বৰূপে ড° ভূপেন হাজৰিকা ফিন্‌ল্যাণ্ডলৈ যায়। তেওঁৰ দলটোত আছিল কেবাজনো সাহিত্যিক, সংস্কৃতিবিদ-কলাবিদ আৰু কেইজনমান যুদ্ধ বিৰোধী কংগ্ৰেছী এম পি । তেওঁলোকে দিল্লীৰ পৰা বিমানেৰে কাবুল, মস্কো হৈ ফিন্‌ল্যাণ্ড পায়গৈ । বিমানৰ পৰাই তেওঁলোকে দেখিবলৈ পালে জিলিকি থকা ৰাছিয়াৰ সেউজীয়া খেতি পথাৰ; সমাজতান্ত্ৰিক ব্যৱস্থাৰ গৌৰৱ — খেতিয়কৰ নিজৰ কালেক্‌টিভ ফাৰ্ম— সমূহীয়া খেতি। আনহাতে হিন্দুকুশৰ সিটোফালে একে মাটি কাবুলৰ অথচ শুকান, শিল বৰণীয়া হৈ অসহায় ভাবে পৰি আছে ! এক বিৰাট বৈপৰিত্য । তেওঁৰ চকুৰ আগত ভাঁহি উঠিল নিজৰ দুখীয়া দেশ ভাৰত বৰ্ষৰ কথা। অসমৰ দৰিদ্ৰ কৃষকৰ কথা ! ঘৰে ঘৰে এডোখৰ ফটা কাপোৰ বিচৰা শিশু ভিক্ষাৰীৰ কথা, এমুঠি ভাত, অলপ গাখীৰৰ বাবে চিঞৰি চিঞৰি মৃত্যুক আকোঁৱালি লোৱা বুভুক্ষু শিশুৰ কথা !! আশী শতাংশ কৃষিজীৱিৰ দেশ ভাৰত বৰ্ষ! কোনোটো বতৰত খৰাঙে মৰিমূৰ কৰে আৰু কোনোটো বতৰত বানপানীয়ে ধাহি মুহি ধুই নিয়ে বা নৈৰ গৰা খহনীয়াত জাহ যায়! কৃষকৰ মূৰৰ ঘাম মাটিত পৰা হাড় ভঙা শ্ৰম অথলে যায় । আশী শতাংশ ভাৰতীযৰ জীৱিকাৰ অন্যতম উপায় কৃষি ব্যৱস্থাৰ ৰাজহাড় ভঙা । স্বাধীন ভাৰতৰ আৰ্থ সামাজিক দিশত যেনেদৰে উন্নতি হব লাগিছিল বাস্তব ক্ষেত্ৰত সেয়া পৰিলক্ষিত নহ'ল । শিক্ষাৰ জ্যোতিৰ অভাৱত লক্ষ্যজন আদিম গুহাবাসীৰ দৰে অজ্ঞান অন্ধকাৰতে পতিত হৈ ৰ'ল; গণতান্ত্ৰিক ৰাষ্ট্ৰখনত মাথোন দুটা শ্ৰেণীৰ সৃষ্টি হ'ল — এটা হ'ল পুঁজিবাদ আনটো দৰিদ্ৰ। দেশৰ শাসনত থকা সকলৰ অদূৰদৰ্শিতা, অন্ধ শাসনে কিছুমান দুৰ্নীতি পৰাযণ ক'লা ব্যৱসায়ীকহে ৰক্ষণাবেক্ষণ দিছে যাৰ অক্‌টোপাছী শোষণৰ বলত নীৰিহ, হোজা জনগণ কোঙা হৈ পৰিছে। ইতিমধে চুবুৰীয়া সমাজবাদী ৰাষ্ট্ৰ চীন, ৰাচিয়া, ফিনল্যাণ্ড আদি দেশৰ উন্নতি দেখি ভাৰতৰ নেতাসকল উচপ খাই উঠিছে। এইবোৰ দেখি শুনি মস্কোৰ হোটেলত বহি শাসনৰ গাদীত থকা, উচ্চৰ পৰা উচ্চতম মহলত সুখেৰে টোপনি যোৱা নেতা সকলক উদ্যেশ্যি হাজৰিকাদেৱে এই গীতটো ৰচে। তেওঁ কয় যে জাগ্ৰত মানুহৰ ছাঁ দেখি কিয় উচপ খাই উঠিছা। এতিয়া কুঁৱলীয়ে আৱৰা ৰামধেনু কিয় বিচাৰি যোৱা ? তোমাৰ চৌদিশে চোৱাঁ, ধূলিৰ এই ধৰাতে সৰগ নামিছে নতুন ৰহণ পোৱা। তেওঁলোকৰ শুকান ধৰণীত নতুন মৌচুমীৰ বৰষুণ পৰি যুগৰ কঠিয়া ধৰাত নাচিছে ; সেইবোৰ অনুকৰণ কৰা ।

জাগ্ৰত মানুহৰ ছাঁ দেখি
( কিয়) দিনে ৰাতি উচপ খোৱা
আলসুৱা আকাশত কুঁৱলীৰ মুখা পিন্ধা
ৰামধনু কেলেই খেদি যোৱা ।

ধূলিৰ ধৰাত জীৱন সৰগ ওপজে
নতুন ৰহণ পোৱা
আলিটিৰ আশেপাশে মানুহ দেখিবা
পদাঘাত নেওচিযোৱা ।

নতুন মৌচুমীৰ বৰষুণ পৰিছে
শুকান ধৰণীত চোৱাঁ
যুগৰ কঠিয়া ধৰাত নাচিছে
তাকেহে সাৱটি লোৱাঁ ।

ৰচনা : মস্কো, ১৯৫৫

# জিক্‌মিক্ দেৱালীৰ বন্তি জ্বলে

পল ৰ'বছনে আমেৰিকাত বৰ্ণ বৈষম্যৰ বিৰুদ্ধে যুঁজ দিছিল গীতেৰে, দক্ষ অভিনয়েৰে;—সাম্যবাদ প্ৰতিষ্ঠাৰ বাবে। ড° ভূপেন হাজৰিকাদেৱেও ওৰেটো জীৱন গীত গাই আহিছে শ্ৰেণী বৈষম্যৰ বিৰুদ্ধে, শোষণৰ বিৰুদ্ধে, ন্যায্যৰ বাবে, সাম্য প্ৰতিষ্ঠাৰ বাবে। উৎসৱ পাৰ্বন অনুষ্ঠিত হয় ধনী দুখীয়া নিৰ্বিশেষে সকলোৰে বাবে) উদাহৰণ স্বৰূপে, পোহৰৰ উৎসৱ, আনন্দৰ উৎসৱ দেৱালীকেই ল'ব পাৰি। দেৱালীৰ জিক্‌মিক্ বন্তিৰ পোহৰত অমাৱস্যাৰ এন্ধাৰ দূৰতে বিদুৰ হয়। ৰাজ/সাদোপম অট্টালিকাত জাকজমক সাজপোছাক পিন্ধি জিক্‌মিক্ দেৱালীৰ পোহৰত ধনীৰ দুলালহঁতে ধুমধাম হিঁলৈ ফুটাই আনন্দত আত্মহাৰা হয়। তাৰ তলতেই এন্ধাৰ ভগা পজাঁটিত দুখীয়াৰ শিশুটিয়ে ভোকত কান্দে; পেটৰ কলমলনিত টোপনি নাহে। উপায়হীনা দুখুনী মাতৃয়ে নিচুকনি গাই শুৱাবলৈ বৃথা চেষ্টা কৰে - লাহে লাহে . তেওঁলোকৰ পঁজাতে দেৱালীৰ আনন্দ নাহে! অমাৱস্যাৰ এন্ধাৰেৰে আবৰা তেওঁলোকৰ জীৱন জিক্‌মিক দেৱালীৰ বন্তিৰ পোহৰে পোহৰ নকৰে। সুখ-শান্তি, হাঁহি-ফুৰ্তি কোনেনো নিবিচাৰে ? গায়ক, গীতিকাৰ হাজৰিকাদেৱে কয় — সমাজৰ সৰ্বস্তৰৰ লোকৰ মাজত সুখ-শান্তি আহিবলৈ হ'লে সমাজ পৰিবৰ্তন হ'ব লাগিব। সমাজ সলনি হয় বিপ্লৱৰ ফলতহে। বিপ্লৱৰ ফলত এন্ধাৰৰ বক্ষ বিদাৰি এদিন সমাজ আকাশত পূবে ধল ফাট দিব। নতুন সুৰুযৰ ৰাঙলী পোহৰে সমাজৰ চোতাল জিলিকাই তুলিব। সেইদিনা দেৱালীৰ চাকিৰ পোহৰে পঁজাটিও জিক্‌মিকাব; ধুমধাম হিঁলৈ ফুটাই প্ৰতিটো শিশুই আনন্দতে নাচিব!

জিক্‌মিক্ দেৱালীৰ বন্তি জ্বলে
এন্ধাৰত কান্দে কোনে অকলে অকলে
ওচৰা-ওচৰি দুটি ঘৰ।
এটি পঁজা আনটো ৰজা ঘৰ
ৰজাঘৰে হাঁহে, মাথোন পঁজাটিত বন্তি নজ্বলে।
পঁজাটিত এটি আছে মাটিৰে চাকি
শলিতাও জ্বলি গ'ল নাই আৰু বাকী
বৰ বৰ আলাসৰ লাৰুৱে হাঁহে
পঁজাটিত পোনাটিৰ টোপনি নাহে
দুখুনীয়ে নিচুকনি গায় লাহে লাহে
বন্তি আজিও নজ্বলে।
বৰ ঘৰ চোতালত হিঁলৈ ফুটে
ধুম্‌ধাম্ শবদৰ জাউৰি উঠে
দেখি তাক পঁজাটিয়ে চকুলো টোকে
এন্ধাৰত অকলে অকলে —
কাইলৈ আহিব দোকমোকালি
আনি দিব পঁজাটিত ৰঙ ৰাঙলী
আনি দিব হেৰোৱা দিনৰ ধেমালি
পঁজাটিয়ে নাকান্দে অকলে
দেখিবা তাতো যে বন্তি জ্বলে।

ৰচনা : গুৱাহাটী বিশ্ববিদ্যালয়, ১৯৫৫

# ফুট গধূলিতে কপিলী খুটিত

ড° ভূপেন হাজৰিকাৰ কিছুমান গীতত মানুহৰ সহজাত পবিত্ৰ প্ৰেমৰ কোমল মিঠা সুৰ ধ্বনিত হয় যিবোৰে পাষাণ হৃদয়ৰো মৰ্ম্ম স্পৰ্শ কৰিব পাৰে। তেওঁ এবাৰ নগাওঁৰ এখন ফাংচনত গীত গাই উভতি আহোঁতে বাটত সোণাপুৰ-ক্ষেত্ৰীৰ ৰাজপথত দেখা সেই অঞ্চলৰ গো-পালনকাৰী, গাখীৰৰ ব্যৱসায়েৰে জীৱিকা নিৰ্বাহ কৰা নেপালী সম্প্ৰদায়ৰ লোকসকলৰ জীৱনক প্ৰতিনিধিত্ব কৰা 'কাঞ্চী আৰু তাইৰ প্ৰেমিক নল বাহাদুৰ ছেত্ৰী'ৰ কথাৰে এই মহান গীতটি ৰচনা কৰে। গৰু আমাৰ কিমান উপকাৰী সেই কথা বৰ্ণোৱা নিষ্প্ৰয়োজন। হিন্দু সকলে গৰুক লক্ষ্মী জ্ঞান কৰি পূজা কৰে । গীতটিত উল্লেখিত "গাই বিচৰাৰ চলে সি মনৰ মৰম যাচে, সেই মৰম দেখি কাঞ্চীজনী ৰঙা পৰি যায় ।" এই প্ৰেম হৃদয়ৰ আকৰ্ষণতহে ওপজা আধ্যাত্মিক প্ৰেম। 'গাইজনী হেৰালে তাইৰ ব্যৱসায়ো নাই' – একেবাৰে ধ্ৰুৱসত্য কথা । কাৰণ, এজনী গাই গৰুৱেই একো একোটি পৰিয়ালৰ জীৱিকা নিৰ্বাহৰ একমাত্ৰ সম্বল। নল খাগৰিৰ মাজতে সি গাই বিচাৰি পাই গাইজনী তাইক ঘূৰাই দিলে। তেতিয়া নিজৰ গৃহস্থক পাই পোহনীয়া জন্তুৱে যি আনন্দ পায় 'গাইজনীয়েও আনন্দতে গোধূলি উবায়' শাৰীটোৱে অতি সুন্দৰ কৈ বুজাই দিয়ে ।ইয়াৰোপৰি, আজিৰ সমাজৰ ব্যাধি স্বৰূপ 'কৰ্মহীনতা', এনেধৰা জীৱনৰ বিপৰীতে গো-পালন কৰি স্ব-সংস্থাপিত গোৰ্খা গাভৰু কাঞ্চিজনী নিবনুৱা ডেকা-গাভৰুৰ আদৰ্শৰ প্ৰতীক। প্ৰতিটো পৰিয়ালত নাৰীৰ ভূমিকা কি (?) সৰ্বজন বিদিত। ঘৰখনৰ দায়িত্ব চলোৱাৰ উপৰিও আৰ্থিক দিশতো যে নাৰীয়ে অৰিহণা যোগায় এই কথাকে প্ৰতিপন্ন কৰিবলৈ গৈ গীতিকাৰে নাৰীৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰি নাৰীমনৰ সৌন্দৰ্য্য, সততা, আৰু দৃপ্ত ব্যক্তিত্বক মহানুভৱতাৰে পৰিস্ফুৰণ ঘটাইছে । অন্যহাতে, 'অ' ৰঙী গাই, অ' লছ্মী' গাই' বুলি বিঙিয়াই ফুৰা কাঞ্চীজনীৰ প্ৰতি মানৱতাবাদীজনৰ হৃদয় সহানুভূতিৰে পূৰ্ণ হৈছিল । সেয়ে নলবাহাদুৰ ছেত্ৰী নামৰ প্ৰেমিক এজনৰ বেশত এজন প্ৰেমিক ৰূপে তাইক সহায় কৰি দিয়াৰ ভাব তেওঁৰ মনত উদয় হৈছিল। বিঙিয়াই-দৌৰি গাই বিচৰাৰ ছন্দত তাইৰ দৈহিক সুষমাত গীতিকাৰ বাৰুকৈ আকৃষ্ট হৈছিল । 'তাইৰ মান গাখীৰতী নাই' তাৰেই প্ৰকাশ বুলি এটি সাক্ষাৎকাৰত শিল্পীজনে কয়।

ফুট গধূলিতে কপিলী খুটিত<br>
কোন গোৰ্খালী গাভৰুৰ গাইজনী হেৰাল<br>
গাইজনীনো কেনে তুলনা নাই<br>
হেনো সেই চাপৰিত তাইৰ মান গাখীৰতী নাই ।<br>
কাঞ্চীয়ে বিঙিয়ায় ———<br>
'অ' ৰঙী গাই, 'অ' লছমী গাই<br>
তুমি দেখোন নাহিলে ব্যৱসায়ো নাই'<br>
সেই মিঠা মাতৰ চিঞৰে পৃথিৱী কঁপায় ।<br>
তাইৰ ৰূপতীৰ্থৰ যাত্ৰী— এজন মাথোন আছে<br>
গাওঁ তাৰ ক্ষেত্ৰী,— সি নল বাহাদুৰ ছেত্ৰী<br>
গাই বিচৰাৰ ছলে মনৰ মৰম যাচে<br>
সেই মৰম দেখি কাঞ্চীজনী ৰঙা পৰি যায় ।<br>
নল খাগৰিৰ মাজতেসি গাই বিচাৰি পালে<br>
গাই বিচাৰি পাই তাইক গাইজনী দিলে<br>
গাইজনীয়েও আনন্দতে গো-ধূলি উবায় ।

নগাঁও গুৱাহাটী ৰাষ্ট্ৰীয় পথত, ১৯৫৫

# ৰং কিনিবা কোনে

কলাৰত্ন ড° ভূপেন হাজৰিকাদেৱ কেৱল গায়ক, গীতিকাৰ বা চিনেমা নিৰ্মাতাই নহয় তেওঁ এজন সুন্দৰ আবৃত্তিকাৰ আৰু ভাওঁৰীয়াও। তেওঁৰ ৰসাল বাক্যালাপে মানুহক বান্ধকৈয়ে মোহিত কৰে । কোন বয়সৰ মানুহৰ লগত কেনেদৰে কথা পাতিব লাগে তেওঁ সুন্দৰ ভাবে বুজিলে সেই মতে বাক্যালাপ কৰি মানুহক মোহিত কৰে। ইও এবিধ কলা । তেওঁ শিশু মনস্তত্ত্বক অধ্যয়ন কৰি শিশুৰ জ্ঞান বিকাশত সহায়ক হোৱাকৈ শিশুৰ মনোগ্ৰাহীকৈএই গীতটো ৰচে। কিছুবছৰ আগলৈকে শিশু সাহিত্য বা শিশুগীতৰ সংখ্যা তেনেই তাকৰ আছিল। সম্প্ৰতি সৰ্বশিক্ষা মিছনে শিশু শিক্ষা প্ৰসাৰৰ বাবে গীত-নাচ, খেলা ধূলাৰ মাধ্যমেৰে শিশুক শিক্ষা দিয়াৰ ব্যৱস্থা কৰিছে । সম্প্ৰতি বুজন পৰিমাণৰ শিশু সাহিত্যিক আৰু শিশু সাহিত্যও সৃষ্টি হৈছে। কিন্তু যি সময়ত অসমীয়া শিশু সাহিত্যৰ ভঁৰাল চাকুকীয়া অৱস্থাত আছিল সেই সময়তে শিশুৰ মানসিক বিকাশৰ অৰ্থে ড° হাজৰিকাদেৱে ভালেমান শিশুগীত ৰচে । তাৰ ভিতৰত এই গীতটোও অন্যতম । গীতটো এজন ৰঙ বেচোঁতাৰ (ফেৰীৱালাৰ) কথাৰে ভাওঁ দিও গাব পাৰি ।

শিশুৱে নানা বৰণীয়া ৰং ভাল পায়। সাতোৰবৰণীয়া ৰামধেনু, ৰঙৰ উৎসৱ ফাকুৱা, পোহৰৰ উৎসৱ দেৱালী শিশুৰ প্ৰিয়। তাৰোপৰি শিশুৱে ৰঙ চঙীয়া ছবি চাই ভাল পায়। ছবি নথকা কিতাপ শিশুৱে পঢ়িবলৈ ভাল নেপায় । সেয়েহে শিশুৰ কিতাপবোৰ নানা বৰণীয়া ছবিৰে ভৰা । শিশুৱে ছবি আঁকিও ভাল পায়। পেঞ্চিল ডাল হাতত তুলি লব পৰা হোৱাৰে পৰা শিশুৱে ছবি আঁকে ঘৰৰ বেৰে-দুৱাৰে, য'তে ত'তে — আঁক বাক কৰি। এনে শিশুৰ বাবে কালাৰ পেঞ্চিল, কালাৰ বক্‌চ্ অত্যন্ত প্ৰয়োজন। কিন্তু তেওঁলোকে নেজানে — এই কালাৰ বক্‌চৰ ৰংবোৰ ক'ৰ পৰা অহা। কাৰণ, এইখিনি বয়সত প্ৰকৃতিৰ সতে শিশু মনৰ পৰিচয় নঘটে। তাৰোপৰি, আজিৰ শিশু বিশেষকৈ নগৰাঞ্চলৰ শিশু সকলক তিনি চাৰি বছৰৰ পৰাই স্কুলত ভৰ্তি কৰা (চৰকাৰী নিয়ম ছবছৰ) এটা নিয়মত পৰিণত হোৱা বুলিবই পাৰি। এই শিশু সকলে (প্ৰতিদ্বন্দিতাৰ দৌৰত) জীৱনৰ প্ৰথম খোজতেই, এক প্ৰকাৰ মাকৰ কোলাৰ পৰাই এটা যান্ত্ৰিক জীৱনত সাঙোৰ খায়; তীব্ৰ মানসিক চাপত ভাৰাক্ৰান্ত হয়। শিশু এটিক 'মানুহ' ৰূপে গঢ় দিবলৈ হ'লে প্ৰকৃতিৰ সম্যক জ্ঞান অপৰিহাৰ্য্য। কাৰণ প্ৰকৃতি অবিহনে মানুহৰ জীৱন অসম্পূৰ্ণ। তেওঁলোকে ছবিত লগোৱা ৰংবোৰ ক'ৰ পৰানো আহিল? আমাৰ চাৰিওফালৰ পৃথিৱীখনেই যে এই সমস্ত ৰঙৰ আকৰ; এই ৰংবোৰ যে প্ৰকৃতি দেৱীয়েই আমাক উপহাৰ দিছে — এই শিক্ষা শিশুই সহজে বুজি পোৱাকৈ গীতেৰে শিকোৱাৰ দিহা কৰি এসময়ৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক ড° হাজৰিকাদেৱে এই গীতটো ৰচে।

এজন ৰঙৰ বেপাৰীৰ (ফেৰীৱালা) কেশত মোনাৰ ভিতৰত ৰং ভৰাই লৈ গায়ক গীতিকাৰে দেশে দেশে ৰঙৰ বেহা কৰি ফুৰিছে। তেওঁৰ মোনাত থকা এই ৰং আনিছে প্ৰকৃতিৰ পৰা। যেনে : হালধীয়া চৰাই আৰু সৰিয়হৰ ফুলৰ পৰা হালধীয়া, আকাশৰ নীলা, কগলীৰ বগা, পথাৰৰ সেউজীয়া,ৰামধেনু আৰু সকলো ৰঙৰ উৎস সূৰ্য্যৰ পৰা ৰং আনিছে । বেপাৰীয়ে পইচা নোহোৱাকৈ ৰঙ নিবিকে। কিন্তু এইজন বেপাৰীয়ে শিশু সকলক আশ্বস্ত কৰিছে যে — পইচাৰ অভাৱত দুখীয়া শিশু সকলে ৰং নোপোৱাকৈ থাকিব নেলাগে। বিনা পইচাৰে সকলো শিশুকে তেওঁ ৰং দি যাব। সেয়েহে তেওঁ সকলো শিশুকে লৰি লৰি আহি ৰং লবলৈ কৈছে। তেওঁ বেছি সময় বৈ থাকিব নোৱাৰে। কাৰণ দেশে দেশে তেওঁৰ বেহা আছে;পৃথিৱীৰ সকলো অকণিৰ মাজতে তেওঁ ৰং বিলাই ফুৰে । তেওঁৰ মাথোঁ এটাই অনুৰোধ — তেওঁৰ ৰং লৈ যেন সকলো শিশুৱে খিলখিলকৈ হাঁহি হাঁহি খেলা ধূলায়। বাস্তৱ জীৱনৰ কৰ্কশতাত আবদ্ধ নহৈ শিশু সকলে যাতে ৰং-আনন্দ আৰু স্ফূৰ্তিৰ মাজেৰে এটি সুন্দৰ জীৱন গঢ়ি সেই সুন্দৰতাৰ জ্যোতিৰে পৃথিৱীখনো সুন্দৰ কৰে সেই উদ্দেশ্যৰে তেওঁ এই গীতটো ৰচে আৰু গায় ।

ৰং কিনিবা কোনে ?
অ' ৰং কিনিবা কোনে ?
মোনা ভৰাই ৰং আনিছোঁ
কিনা মোনে মোনে ।
বাও ধানৰ সোণ পথাৰৰ হালধীয়া চৰাই
আৰু হালধীয়া সৰিয়হৰ ফুলৰ পাপৰিয়ে
হালধীয়া ৰহণ মোক বেচে ঘনে ঘনে
অ' ৰং কিনিবা কোনে ?

সেউজীয়া থোৰ মেলা ধাননিতে
বৰ আকাশৰ নীলা মিলা সীমা খিনিতে
উটি ফুৰা বগটি হেৰালে;
বগ পাখিৰ বগা বিচাৰি
খালোঁ মই হাবাথুৰি
বগটি কেনিবা লুকালে ?

ডাঠ পাতল সেউজ বোলত
লুকাই থকা বগটিয়ে হাঁহি মাৰি ক'লে—
মোৰ পাখিৰ বগা কিনা;—নাপাবা সঘনে ।

হেঙুলীয়া ৰহণ খেদি
সেন্দুৰী আলিৰে গলোঁ
সূৰুয ককাইক লগ ধৰাৰ মনে ।
সূৰুযে বোলে ঃ
সকলো ৰঙৰ বেহা কৰে —— ইন্দ্ৰধনুখনে
সেই ধনুৱে অলপ বেচত
মোনাখনিত ঢালি দিলে
সপোন সনা ৰহণবোৰ জুখি দোনে দোনে
অ' ৰং কিনিবা কোনে ?
অকণি অ' অকণি ! ৰং বেচোঁতা মই
দেশে দেশে বেহা আছে — মই নাথাকো বৈ ।
লোঁৱা, লোঁৱা, ৰং লোঁৱা – আনা সবাকে মাতি
ৰঙৰ বাবে নালাগে মোক পইচা পাতি ।
মাথো তুমি ৰং লোৱা লৰি লৰি আহি
সেই ৰঙেৰে ধৰা বোলোৱা
খিল খিলকৈ হাঁহি ।
আহা জনে জনে, অ' ৰং কিনিবা কোনে ?

চেনিকুঠি, গুৱাহাটী; ১৯৫৫

# অ' জীৱন ডিঙা বাই থাকা

দেহ বিচাৰৰ গীত সমূহ অসমীয়া লোক সাহিত্যৰ অমূল্য সম্পদ । পুৰণি দেহ বিচাৰৰ গীত সমূহত নাও, নাওবীয়া আৰু নদী যথাক্ৰমে জীৱন আৰু সংসাৰৰ প্ৰতীক ৰূপে ব্যৱহৃত হৈছিল । সংস্কৃতিৰ গুৰি বঠা ধৰোঁতা ড° হাজৰিকাদেৱে মলণ্ডিৰ ধৰা লোক-সংস্কৃতিৰ এই অমূল্য সম্পদসমূহ পুনৰুদ্ধাৰ কৰি আধুনিক সৃষ্টিৰ সোণাৰী শালত গঢ়ি পিতি নতুন সাঁচত ন ন ৰহণেৰে সজাই পৰাই সোণত সুৱগা চৰালে । দেহ বিচাৰৰ গীতৰ আৰ্হিত সজোৱা এই গীতটোত 'নৈ' সংসাৰৰ আৰু 'নাও' মানুহৰ জীৱনৰ প্ৰতীক হিচাপে ব্যৱহৃত হৈছে। সংসাৰ নদীত নাও মেলি আহোঁতে গুম্ গুম্ মেঘৰ গাজনিৰে সৈতে ধুমুহা আহে । অৰ্থাৎ জীৱন পথত বাট বুলি আহোঁতে আমি প্ৰতিটো পদক্ষেপতে অনেক বাধা বিঘিনিৰ সন্মুখীন হওঁ । তাৰোপৰি নদীৰ গভীৰ পানীত কুম্ভীৰ, ঘঁৰিয়াল আদি অনেক ভয়ানক প্ৰাণী থকাৰ দৰে আমাৰ জীৱন পথতো পদে পদে অনেক বাধা বিঘিনি আৰু শত্ৰু আছে । সেইবোৰ যিমানেই ভয়ানক নহওক আমি পিছ হুঁহকি আহিব নেলাগে। আমি বুকুৰ সাহেৰে, দুবাহুৰ শক্তিৰে সেইবোৰক পৰাস্ত কৰি আমাৰ জীৱন ডিঙাখন বাই নিবই লাগিব অৰ্থাৎ লক্ষ্যস্থান পাবই লাগিব। কাৰণ, জীৱনে কেতিয়াও হাৰ মানিব নেলাগে । কেতিয়াবা মাজনদীৰ চাকনৈয়াত পৰি ইকুলো হেৰুৱাই সিকুলো নেপাই জীৱন নৌকা ডুবু ডুবু কৰে; — পাল চিৰে, বঠাও ভাগে । সমুখত নিশাৰ এন্ধাৰ। এনে ক্ষেত্ৰত অসীম ধৈৰ্য্য আৰু সাহসেৰে চাকনৈয়াক প্ৰতিহত কৰি লক্ষ্যত উপনীত হব লাগে । মানুহৰ জীৱনত টৌ-ধুমুহা, সংঘাত, ঘাত-প্ৰতিঘাত থাকিবই। অসীম ধৈৰ্য্য আৰু সাহেৰে সেইবোৰ নেওচি সাফল্যৰ শিখৰত আৰোহণ কৰিব পৰাটোহে সাৰ্থক জীৱন। সেয়েহে, সাগৰ সঙ্গমত সাঁতুৰি সাঁতুৰিও ক্লান্ত নোহোৱা গায়ক গীতিকাৰ ড° ভূপেন হাজৰিকাদেৱে জীৱনৰ গভীৰ অভিজ্ঞতাৰ পৰা উপদেশ দি কয় যে মানুহে দুখৰ দিনতো দুখকে ধৰি কান্দি-কাটি অমূল্য সময় অথলে পাৰ নকৰি ধৈৰ্য্য, সাহস আৰু কঠোৰ সাধনাৰে জীৱনটো সজাই পৰাই সুখ-শান্তি হাঁহিৰে সজীৱ কৰিব লাগে ।

অ' জীৱন ডিঙা বাই থাকা, বান্ধৱ হে ।
গুম্ গুম্ গুম্ গুম্ মেঘে গৰজিলে
হুম্ হুম্ হুম্ হুম্ ধুমুহা আহিলে ।
জীৱন ডিঙা বাই থাকা,
জীৱন ডিঙা বাই থাকা বান্ধৱ হে' ।

গভীৰ নদীত কুম্ভীৰ আছে, — আছে বন্ধু আছে
কুম্ভীৰবো মৰণ আছে, — আছে বন্ধু আছে
বাহুত তোমাৰ বল আছে
হেজাৰ হাতীৰ সাহ আছে
ভয় সংকোচ এৰা বান্ধৱ হে ।
এ কলিজা কপোঁৱা চাকনৈয়া — তাতে কিনো হ'ল?
মাজ পানীত নাও ভাগে ঢৌৱা — এহে তাতে কিনো হ'ল ?
এ বঠা দেখোঁ ভাগে — হে হাত ক'লৈ গ'ল ?
পাল দেখোঁ চিৰে — হে বুকু ক'লৈ গ'ল ?
কান্দোন এৰি হাঁহি থাকা বান্ধৱ হে ।

বোলছবি : এৰাবাটৰ সুৰ, ১৯৫৬

# জনকপুৰৰ জানকীয়ে

অসম চাহৰ বাবে বিখ্যাত। পাহাৰে ভৈয়ামে বিস্তীৰ্ণ অঞ্চল চাহৰ বাগিচাৰে সেউজীয়া অসমক কোৱা হয় সৌন্দৰ্য্যৰ লীলা ভূমি; 'Green Land' বা 'সেউজী দেশ'। ইয়াতেই ৰঙীন হয় শ্ৰমজীৱী বনুৱাৰ জীৱন। তথাকথিত সমাজখনৰ আঁৰত ইয়াতেই ৰচে তেওঁলোকে যৌৱনৰ মধুৰ সপোন; জীয়াই থকাৰ ৰঙীন স্বপ্ন। শোষিত, বঞ্চিত, অৱদমিত শ্ৰেণীৰ প্ৰতি গায়ক, গীতিকাৰ হাজৰিকাদেৱ সদায়ে সহানুভূতিশীল। তেওঁ অৱহেলিত চাহ বনুৱাৰ সমাজ জীৱন আৰু বৰণীয়া সংস্কৃতিৰ প্ৰতি আকৰ্ষিত হৈ কেবাখনো চিনেমা আৰু ভালে সংখ্যক গীতৰ সৃষ্টি কৰিছে। সেইবোৰ অসমীয়া সংস্কৃতিৰ অমূল্য সম্পদ। এই গীতটিত বুধু আৰু জানকী চৰিত্ৰ দুটিৰ মাজেৰে চাহ জনজাতিৰ সাজ-পোছাক, আ-অলঙ্কাৰ, জীৱন নিৰ্বাহ প্ৰণালী, সমাজ ব্যৱস্থা, ৰুচি অভিৰুচি, কলা -সংস্কৃতি, প্ৰেম-পিৰিতি, আশা-অকাংখা, হাঁহি - কান্দোন আদি সুন্দৰ ভাৱে পৰিস্ফুট হৈ উঠিছে। বাগিচাৰ মাজৰ লুণ্ডলুণ্ডীয়া বাটেৰে বুধু শনিবৰীয়া হাটলৈ যায়। হাটৰ পৰা জানকীলৈ কিবা আনে নে নাই তাইৰ ভ্ৰূক্ষেপ নাই। তাই মাথোঁ সপোন দেখে বুধুক মৰম দিয়াৰ, কাষতে পোৱাৰ, জুৰীয়া জীৱনৰ। আজিৰ বস্তুবাদী সমাজ ব্যৱস্থাত অনেক ডেকা বা গাভৰুৱে ধন বা বস্তুৰ লোভহে প্ৰেমত পৰে বা বিবাহৰ প্ৰস্তাৱ দিয়ে। এই ক্ষেত্ৰত জানকীৰ প্ৰেম নিস্বাৰ্থ; হিয়াৰ মন্দিৰত ওপজা পবিত্ৰ প্ৰেম। গীতটিত জানকীৰ চৰিত্ৰৰ মাজেৰে শ্ৰমজীৱি সমাজৰ সৰু সৰু মানুহৰ হৃদয়ৰ সৌন্দৰ্য্য, মহানতা সুন্দৰ ভাৱে প্ৰকট হৈ উঠিছে।

জনকপুৰৰ জানকীয়ে মিচিক মাচাক হাঁহে
ৰতনপুৰৰ বুধু আজি তাইৰ পিনে আহে।
বুধুৰ গলত ৰঙা ৰুমাল বাহুত তামৰ তাবিজ
ক'লা চুলিত কত যে ভাঁজ দেহত ৰঙীণ কামিজ
কাজল সনা চকু দুটাই হাঁহে। ৰতনপুৰৰ বুধু.......

জানকীৰে লাহী কঁকাল ৰতাহতে হালে
হৰিণী যেন চকু দুটি মিচিক মাচাক হাঁহে
সাত সাগৰৰ ঢৌত যেন ভাঁহে। ৰতনপুৰৰ বুধু আজি.....

কাণত লৰে চৰে কৰে দুটি ৰূপৰ ঝুমকা
খোজে পতি কিবা বাজে থুনুক থুনুক থুনকা
কিহৰ ভৰত খোপাটি তাইৰ খহে। ৰতনপুৰৰ বুধু......

কোমল ৰঙৰ ওঁঠ দুটি যেন চাহৰ কুঁহিপাত
ঝুমুৰৰে সুৰ যেন ব'হাগী কুলিৰে মাত
শুনি বুধুৰ কলিজাটি দহে। ৰতনপুৰৰ বুধু......

চাহ গছৰ মাজে মাজে সুৰণিলে যোৱা বাট
তাৰ মূৰত শনিবাৰে বহে এখন ধুনীয়া হাট
তাৰে পৰা বুধু আজি আহে
কিবা আনে কি নানে জানকীয়ে নেজানে
চকুত মাথোঁ সপোনটি ভাহে। ৰতনপুৰৰ বুধু .......

বোলছবি : এৰাবাটৰ সুৰ, ১৯৫৬.

# জোনাকৰে ৰাতি অসমীৰে মাটি

১৯৫৬ চনত ড° ভূপেন হাজৰিকাদেৱে তেওঁৰ কাহিনী আৰু চিত্ৰনাট্যৰে প্ৰথমখন কথাছবি 'এৰা বাটৰ সুৰ' উলিয়ায় । 'এৰা বাটৰ সুৰ'ৰ কাহিনী তেওঁৰেই বিগত জীৱনৰ কাহিনী বুলি ড° হাজৰিকাদেৱে কয় । এই কথাছবিখনৰ বাবে তেওঁ 'জোনাকৰে ৰাতি', ব'দ পুৱাৰৰ কাৰণে', 'জনক পুৰৰ জানকী', 'জীৱন ডিঙা বাই থাকা বাঁহে', আদি গীত লিখে আৰু তেওঁৰ পূৰ্ব ৰচিত 'সাগৰ সংগমত' গীতটিও দিয়ে । 'জোনাকৰে ৰাতি' গীতটি গাবলৈ তেওঁ অনুৰোধ কৰে কোকিল কণ্ঠী লতা মঙ্গেশকাৰক । তেওঁৰ কণ্ঠতেই ধ্বনিত হয় চিৰ সেউজীয়া, অনন্ত যৌৱনা 'জোনাকৰে ৰাতি' গীতটি। 'জোনাকৰে ৰাতি' শুনি ভাল নোপোৱা মানুহ নাই । গীতটি লৈ হাজৰিকাদেৱও নথৈ সুখী । গানটো গাবলৈ লৈ লতাও সুখী । তেওঁ কয়— 'গানটোৰ কথা আৰু সুৰৰ পৰাই গম পাইছোঁ যে অসমখন বৰ সুন্দৰ ।' তেতিয়াৰ পৰাই অসমক নেদেখাকৈয়ে লতাই অসমৰ প্ৰেমত পৰিল । গানটোৰ বিষয়ে 'মই এটি যাযাবৰ'ত ড° হাজৰিকাদেৱে এনেদৰে লিখিছে –

লতাই যেতিয়া 'জোনাকৰে ৰাতি—' গাই দিলে তেতিয়া মাৰাঠি শ্ৰেষ্ঠ, গুজৰাটী শ্ৰেষ্ঠ গোটেই বোম্বতে হুলস্থুল লাগি গ'ল । কিমান যোৱ যে হেড়ৰাইন ওলাইছিল । লতায়ো ক'লে 'মই এনেকুৱা কথা , সুৰ আগতে পোৱা নাই ।' গানটো 'Golden' উঠি গ'ল । কৃষ্ণ চৈতন্যই 'Times oF India'ত লিখিলে 'Along India with Lata' ৰেকৰ্ড খনৰ শ্ৰেষ্ঠ গান হ'ল ভূপেন হাজৰিকাৰ গানটো 'জোনাকৰে ৰাতি—' 'Moonlight over Assam' তাৰ পাছত যিমান বাৰেই বেষ্ট ৰেকৰ্ড ওলায় তাত সেই গানটো থাকিবই ।"

'জোনাকৰে ৰাতি' লতাৰ শ্ৰেষ্ঠ গীতবোৰৰ ভিতৰত বৰ নম্বৰ গীত ।এয়া অসমবাসীৰে সৌভাগ্য।

উল্লেখযোগ্য যে, এবাৰ এলবাৰ্ট হলত প্ৰথম সংগীত কনচাৰ্ট প্ৰদৰ্শন কৰোঁতে প্ৰতি আঞ্চলিক ভাষাৰ গীত গাই যাওঁতে লতাই 'জোনাকৰে ৰাতি'ও গাইছিল । 'জোনাকৰে ৰাতি' বড়ো ভাষালৈও অনুবাদ হৈছে। মুখী গিৰীশ ব্ৰহ্ম দৈমাৰীয়ে 'জোনাকৰে ৰাতি' বড়ো ভাষালৈ অনুবাদ কৰে ।

জোনাক নিশা পৃথিৱীখন হৈ পৰে মোহময়ী— যি সৌন্দৰ্য্যৰ বৰ্ণনা ভাষাৰে বুজাব নোৱাৰি । মাথো অনুভৱহে কৰিব পাৰি; কবি সাহিত্যিকৰ ৰচনাৰ সম্বল । মায়াময় জোনাকৰ ৰূপালী পখিলা উৰি আহি বিলাই দি যায় ৰূপালী বৰণ । সেই ৰূপালী বৰণ সানি ধৰাখনেই হৈ পৰে ৰূপালী । এনেহেন জোনালী নিশা শ্ৰীকৃষ্ণই জিলমিলিয়া যমুনাৰ পাৰৰ কদম্বৰ ডালত বহি মুৰুলীত পঞ্চমত সুৰ তুলিছিল । সেই মুৰুলীৰ ধ্বনি শুনি উত্ৰাৱল হৈ গোকুলৰ যত গোপী যমুনাৰ বালিলৈ লৰ ধৰিছিল ।— সেয়া ত্ৰেতা যুগৰ কথা। মহাপুৰুষ শংকৰদেৱৰ 'ৰাসক্ৰীড়া'ৰ সেই বৰ্ণনাই প্ৰত্যেক পাঠক, শ্ৰোতাৰ হিয়া মন পুলকিত কৰে । ড° ভূপেন হাজৰিকাইও তেওঁৰ 'এৰাবাটৰ সুৰ' নামৰ কলাত্মক কথাছবিখনৰ বাবে লিখিলে আমাৰ আলোচ্য 'জোনাকৰে ৰাতি অসমীৰে মাটি জিলিকি জিলিকি পৰে' ।

জোনাক নিশা অসমৰ মাটি জিলিকি পৰে । গছে- বনে সেউজীয়া অসমৰ প্ৰাকৃতিক শোভা বিনন্দীয়া। জোনালী নিশা জোনৰ জোনালীৰে ৰূপোৱালী হৈ পৰে বিনন্দীয়া প্ৰকৃতি। দূৰ দূৰণিলৈ যেনি চোৱা যায় তেনিয়ে মাথোঁ ফৰিং ফুটা জোনাক; — ঘৰৰ চাল, গছ - পাত ৰূপালী, পাহাৰ নৈ নলা হাবি বন সকলো ৰূপালী— যেন সপোন পুৰী। বিৰ বিৰ মলয়াৰ পৰশত মালতী সৰে। শাৰদী জোনালী নিশা শেৱালী জুপি ৰূপালী কলম আৰু ৰূপালী মুকুট পিন্ধি সৰগী পৰীজনী যেন হৈ পৰে । গালে মুখে নিয়ৰ সানি টুপ টুপকৈ সৰি পৰা শুভ্ৰ বগা শেৱালি পাহি যেন সেই পৰীজনীৰে খোপাৰ পৰা সৰি সৰি পৰা ফুল। গাঁৱৰ কাষেৰে জিৰি জিৰি বৈ যায় সৰু জুৰি। জুৰিৰ পানীত নিশা তৰাই নাচি বাগি যেমালি কৰে — কি চমৎকাৰ সেই দৃশ্য। অসমৰ নদ-নদী-সুঁতি, পাহাৰ-পৰ্বত, গছ-বন, আকাশ, জোন-তৰা, ফুল -পখিলা আদি প্ৰাকৃতিক সৌন্দৰ্য্যৰে অসম সৌন্দৰ্য্যশালী । অতি নিজৰ, প্ৰাঞ্জল কাব্যিক ভাষাৰে ৰচা এই গীতটিয়ে ড° হাজৰিকাদেৱৰ সাহিত্যিক প্ৰতিভা

আৰু প্ৰকৃতি প্ৰীতিৰ পৰিচয় দাঙি ধৰিছে।

গীতটিত প্ৰস্ফুটিত হৈছে অসমৰ গাঁৱৰ সহজ সৰল সাধাৰণ লোকৰ জীৱন আৰু তেওঁলোকৰ হৃদয়ত উকমুকাই থকা কামনা বাসনা, উচ্চাকাঙ্ক্ষাবোৰ আৰু সেই আশাবোৰ বাস্তৱত পৰিণত কৰাৰ সাধনা। সেই সাধনাত সফল হোৱাত গাঁৱৰ মানুহৰ দুখ- অশান্তিৰ এন্ধাৰবোৰে পলাই ফাট মাৰে। গীতটিৰ মাজেৰে গীতিকাৰৰ সমাজ সচেতনতা আৰু মানব প্ৰীতি উজলি উঠিছে। বোঁৱতী সুঁতিক কোনোৱে বাধা দি ৰাখিব নোৱাৰে। বাধা ভাঙি বয়। তেনেদৰে আমাৰ অসমেও প্ৰগতিৰ পথেৰে আগুৱাই গৈ থাকিব; শত্ৰু বা পৰশ্ৰীকাতৰে ষড়যন্ত্ৰ কৰি ইয়াক বাধা দি ৰাখিব নোৱাৰে। গাঁৱৰ সাধাৰণ মানুহৰ কোলাতে লালিত পালিত হৈ উমলি-জামলি আছে অসমৰ সংস্কৃতিৰ মণি মুকুতাবোৰ! সংস্কৃতিৰ এই অমূল্য সম্পদবোৰে অসমীক বিশ্বৰ দৰবাৰত এক সুকীয়া মৰ্য্যদা প্ৰদান কৰিছে। গীতটিৰ মাজেৰে প্ৰকটিত হৈছে গীতিকাৰৰ গভীৰ দেশপ্ৰেম। 'তোমাৰ ই ধূলি-বালি তোমাৰ আকাশ বায়ু আই মোৰ সৰগৰ বাস, তুমি মোৰ মৰতৰ পূণ্য মুকুতিৰ ভূমি তুমি মোৰ তীৰ্থৰ প্ৰভাস' বুলি নলিনী বালা দেবীয়ে কোৱাৰ দৰে গায়ক, গীতিকাৰ ড° হাজৰিকাদেৱে জোনাক সনা ৰূপালী অসমৰ মাটি, মলয়াৰ পৰশত সনা মালতী, জিৰি জিৰি বৈ যোৱা জুৰি, জুৰিৰ পনীত তিৰ্‌বিৰ্ তৰাৰ নাচোন, বতাহত লৰা আগলি কলপাত, বাঁহীৰ সুৰ— কলা-সংস্কৃতি আদিয়ে তেওঁক এনেভাৱে মোহিত কৰে — এইবোৰৰ মাজতেই সাঁতুৰি-নাদুৰি তেওঁ আপোন পাহৰা হয়; সৰগী সুখ লভে।

হুঁ হুঁ হুঁ হুঁ হুঁ হুঁ হুঁ হুঁ ....... হুঁ হুঁ হুঁ হুঁ হুঁ হুঁ হুঁ
হুঁ হুঁহুঁ, হুঁহুঁহুঁ, হুঁহুঁ

জোনাকৰে ৰাতি অসমীৰে মাটি
জিলিকি জিলিকি পৰে
মলয়াৰে ছাতি দুহাতে সাৱটি
ধুনীয়া মালতী সৰে।
এইখন দেশ মোৰ তেনেই আপোন
নিতে নিতে আনে নতুন সপোন
আমাৰ গাঁৱৰে সৰু জুৰিটিত
তৰাই খেমালি কৰে।
আশাৰ চাকি জ্বলে
দুখীয়াৰে ঘৰে ঘৰে
তাকে দেখি এন্ধাৰবোৰে
আমাৰ গাওঁ এৰে।
আমাৰে দেশৰ বোঁৱতী সুঁতিক
বাধা দিব কোনে পাৰে ?
আগলতি কলপাত লৰে চৰে
মনৰে পখিটি মোৰ উৰে উঁৰে
কোন চিনাকিৰ সুৰে সুৰে।
অ' অ' অ' অ' —— অ' অ' অ' অ'

বোলছবি ঃ এৰাবাটিৰ সুৰ, ১৯৫৬

# নতুন নতুন সাহ

ড° ভূপেন হাজৰিকাদেৱে কয়— 'ৰাঙলী ৰাঙলী চোতালত সুৰুযৰ ধেমালি দেখিলে আগুৱাই যাবৰ মন যায়।' — পুৰণি সমাজখন সলাই এখন আধুনিক চিন্তা-চৰ্চাৰ সৰ্বাংগীন সুন্দৰ সমাজ গঢ়িবলৈ অহৰহ প্ৰচেষ্টা চলাই আহিছে ড° হাজৰিকাদেৱে। নতুন ধ্যান-ধাৰণাৰ এখন সুন্দৰ সমাজ গঢ়িবলৈ হ'লে শিক্ষাৰ প্ৰয়োজন। নাৰী পুৰুষ নিৰ্বিশেষে সমাজৰ প্ৰতিজন লোক শিক্ষিত নহলে ৰীতি-নীতি, পৰম্পৰাৰ নামত চলা অন্ধবিশ্বাস-অপসংস্কৃতিৰ ক'লীয়া এলান্ধু, মানৰ আঁতৰোৱা টান । 'ডাইনী হত্যা'ৰ দৰে বৰ্বৰ অমানবীয় কাৰ্য আজিও আমাৰ সমাজত অব্যাহত আছে। সমাজৰ প্ৰতিজন মানুহেই যদি জ্ঞান-বিজ্ঞানৰ জ্যোতিৰে আলোকিত হয় তেতিয়া বিশ্বৰ অইন উন্নত দেশৰ দৰে আমাৰ দেশও আগবাঢ়ি যাব আৰু আজিৰ গাঁৱৰ হাবিয়ে জঙ্ঘলে খৰি লুৰি ফুৰা লেৰেলা-খেদেলীও এদিন কল্পনা চাওলা, সুনীতাৰ দৰে মহাকাশত ভ্ৰমাৰ, চন্দ্ৰলোক, মঙ্গল গ্ৰহত নমাৰ সপোন দেখিব। নিজৰ সমাজখন, নিজৰ দেশখনৰ উন্নতি সাধন কৰিবলৈ হ'লে — প্ৰথমতে আমাক লাগিব এটা উঠনমুখী মন আৰু কৰ্ম সংস্কৃতি। দেশখন সুন্দৰ কৰিব লাগে বুলি বক্তৃতাৰ ফুলজাৰি মাৰি, আন্দোলন কৰি সময় নষ্ট কৰি, হাতত মৰণাস্ত্ৰলৈ বলিয়া শিয়াল কুকুৰ মৰাদি মানুহ হত্যা কৰি হাবিয়ে জঙ্ঘলে ঘুৰি ফুৰিলেই চিলনীৰ জীয়েকে হাততে 'পাটিৰ বস্ত্ৰ' পোৱাদি এখন স্বৰ্ণময়ী দেশ আমাৰ সন্মুখত আবিৰ্ভাৱ হ'ব জানো? ইয়াৰ বাবে লাগিব একোটা সৎ সাহসী মন আগুৱাই যোৱাৰ; ডিঙিলৈকে পোত খাই থকা পৰ্বতসম দুৰ্নীতি উৎখাত কৰিব লাগিব। কৰ্ম-সংস্কৃতিৰ পূজা কৰি বিচ্ছিন্নতাবাদক থুৱাই ঐক্য সংহতিৰে হাতত হাতে ধৰা ধৰিকৈ আগবাঢ়িলে আমাৰ দুখীয়া দেশখনেই হবগৈ এদিন বিশ্বৰ সৰ্বোৎকৃষ্ট উন্নত দেশ।

গীতটিত সমাজত শিক্ষাৰ প্ৰসাৰৰ বাবে গুৰুত্ব দিয়া হৈছে ।

নতুন নতুন সাহ
আহিল নতুন সাহ
আমাৰ বহল বুকুতে
বগলীৰে বগা পাখি
জিলিকে আকাশতে
জা-জাবৰ চিকুণাওঁ
আমাৰ আপোন হাতে ।

মৰা সুঁতিৰ ধল আনো
শুকান শুকান মাটিতে
সমাজৰে পিতনিতে মাটি ঢালো ৰঙতে
পঢ়া-শুনাৰ চাকিটিক জ্বলাওঁ উলাহতে
সেউজীয়া সপোন আঁকো
জিলমিল জেউতিতে ।

হেজাৰ যুগৰ আন্ধাৰকে আঁতৰাম নিজ হাতে
একতাৰে আগবাঢ়ো জেউতিৰে বাটে বাটে
সুৰুযৰে ধেমালিত ৰাঙলী চোতালতে
পুৰণিৰে গাত নাচে নতুন উলাহতে

ৰচনা : ১৯৫৬, ৰেকৰ্ডিং : কৈচেট, ১৯৫৯

# ৰ'দ পুৱাবৰ কাৰণে

'ৰ'দ পুৱোঁৱা' কথাটো নিভাঁজ অসমীয়া কথা। জাবকালিৰ ৰাতিপুৱাৰ কোমল মিঠা ৰ'দজাকৰ আমেজেই মজা। কাঁচিয়লি ৰ'দ জাকৰ উত্তাপে শৰীৰত যি শক্তি যোগায় তাক পৃথিবীৰ আন কোনো বস্তুৱে নোৱাৰে। তাতে যদি মনে মিলা সঙ্গী কেইজনমান গোট খায় তেনেহ'লেতো কথাই নাই! সেয়েহে ইজন দেখি সিজনকৈ আহি কেবাজনো লগ হয়হি ৰ'দ কাঁচলিত। তাত নানা গল্প-গুজৱ, গধুৰ আলোচনা বা মিঠা আড্ডাও বহে। সেয়েহে এই পৰিবেশটোক সমন্বয়ৰ প্ৰতীক ৰূপে সুন্দৰ ভাবে সজাইছে গায়ক গীতিকাৰজনে এই গীতটিৰে।

অসমৰ জীয়ৰী-বোৱাৰী বোৱা-কটাত সুনিপুণা। তাঁতত কাপোৰ লগালে সূতা লোৱাৰে পৰা ৰাতি কঢ়া, ব তোলা আদি নানা কাম গাওঁখনৰ বা চুবুৰীটোৰ লগ সমনীয়া নানা জনীয়ে আহি লাগি ভাগি কৰি দি যায়হি। সেয়েহে অসমীয়া সংস্কৃতিৰ তাত শালখন সমন্বয়ৰ প্ৰতীকৰ আন এক সুন্দৰ উদাহৰণ। এই দুয়োটা কথাৰে সমন্বয় সাধন কৰি গীতিকাৰে কৈছে যে ৰ'দ পুৱাবলৈ বুলি মাতোঁতেই লগে লগে লৰি আহিল উত্তৰ-পূবৰ নানা জনী। তেওঁলোকে অসমীৰ (পূৰ্বৰ) চোতালত ৰ'দ কাঁচলিত বহি ব তোলাই ব তুলি, ৰাতি কঢ়াই কাটি সম্প্ৰীতিৰ চেলেং চাদৰ লগায় দেশৰ জনতাক সজাবলৈ। বহু সূতাৰ সমষ্টিয়েই হ'ল 'মহৰা'। একতাৰ সূতাৰে মেৰ খাই তেওঁলোক যেন এটা মহৰাত পৰিণত হৈছে। শান্তি-সম্প্ৰীতিৰ এনে ৰূপ দেখি আইতা স্বৰূপ বুঢ়া-মেথা বা অভিভাৱক সকলৰো মনতো যেন প্ৰশান্তি আৰু ৰঙৰ বন্যা বৈছে। ইয়াকে 'চেৰেকীতকৈ চৰিছে যে আইতাৰহে পাক', 'এনেই আইতা নাচনী তাতে নাতিনীৰ বিয়া' আদি প্ৰবচনেৰে সুন্দৰকৈ বুজাই দিছে আৰু বিভেদ, খাম-খেয়ালি, অশান্তিৰ ক'লা ডাৱৰ আঁতৰি অসমৰ আকাশ যাতে ঐক্য-শান্তি-সম্প্ৰীতিৰ জ্যোতিৰে জ্যোতিষ্মান হয় এই কামনাৰে অসমবাসীক মঙ্গল উৰুলি দিবলৈ আহ্বান জনাইছে গায়ক গীতিকাৰে।

অতীজতে অসমীয়া ৰমণীয়ে ৰাতিতে কপাহ নেওঠি, সূতাকাটি বোৱা 'কবচ' কাপোৰ গাতলৈ স্বামীয়ে ৰণ জিকি আহিছিল। এজনী নাৰীয়ে বৈ-কাটি, ৰান্ধি-বাঢ়ি গৃহস্থলীখন আটোম-টোকাৰিকৈ ৰখাৰ দৰে এখন সমাজ, এখন দেশও বিভেদ হীন, সংহত ভাবে সজাব পাৰে। আনকি গঢ় দিব জানিলে সংসাৰৰ কঠিন শিলত মুখ থেকেচা খোৱা ভেজীমলা স্বৰূপা অবহেলিতা ছোৱালীবোৰো একো একোটা সোণ চেকুৰা। আজিৰ গাভৰুৰ হাতত হেংদানৰ প্ৰয়োজন নাই। তেওঁলোকে শিক্ষা-জ্ঞান-বিজ্ঞানৰ জ্যোতিৰে আলোকিতহৈ আত্মবিশ্বাস আৰু সাহসেৰে সমাজ শালত মৰম-চেনেহ, একতা-সম্প্ৰীতিৰ চেলেং চাদৰ বোৱক। গীতিকাৰৰ আশা, শিক্ষাৰ সম্প্ৰসাৰণৰ বলত এদিন পৰিবৰ্তনৰ বা বলিব। সেই বতাহে পুৰণি ক'লীয়া এলান্ধু, মকৰাৰ জাল স্বৰূপ অন্ধবিশ্বাস, কুসংস্কাৰ, জাত-পাতৰ ভেদাভেদবোৰ সাৰি-পুচি নিব। তেতিয়া সমাজখন সুন্দৰ হ'ব আৰু সমাজ আকাশত জাক জাক শান্তিৰ কপৌ উৰিব।

পৰস্পৰৰ প্ৰতি মৰম-স্নেহ, সদ্ভাৱ, আনৰ সুখত সুখী, এজনৰ দুখত সহস্ৰজন দুখী — এনে এখন সমাজ শান্তিকামী প্ৰত্যেক জনগণৰে কাম্য। দুখৰ বিষয়, ড° হাজৰিকাদেৱৰ সপোনৰ সেইখন অসম ভাগি ছিগি খণ্ড বিখণ্ড হৈ গ'ল। বিচ্ছিন্নতাবাদৰ কবলত পৰি অৱশিষ্ট আজিৰ অসমও জুৰুলি জুপুৰি। এনে সময়ত সম্প্ৰীতিৰ সাঁকো গঢ়া এনে গীত অতি তাৎপৰ্য্যপূৰ্ণ। মাতৃয়ে বিপথগামী সন্তানকো সৎপথলৈ ঘূৰাই আনিব পাৰে। তেনেদৰে দেশৰ অখণ্ডতা, শান্তি-সম্প্ৰীতি অটুট ৰখাত নাৰীৰ অৱদান কোনোগুণে কম নহয়। পুৰুষ-নাৰী দুয়ো মিলিহে দেশৰ জনতা। জনতাৰ একত্ৰিত শক্তিৰ বলতহে দেশত শান্তি-সম্প্ৰীতি-প্ৰগতি সম্ভৱ। সেয়েহে সমন্বয়ৰ প্ৰতীক 'ৰ'দ পুঁৱোৱা' 'তাঁতশাল', 'মহৰা' আদি খাটি ঘৰুৱা শব্দ ব্যৱহাৰ কৰি ঘৰুৱা কথাৰে অসমৰ (উঃ পূঃৰ) একতা আৰু শান্তি-সম্প্ৰীতি কামনা কৰি ড° হাজৰিকাদেৱে এই গীতটি ৰচে।

উল্লেখযোগ্য যে, ১৯৫৪ চনত ড° হাজৰিকাদেৱৰ হেমাঙ্গ বিশ্বাসৰ সহযোগত গুৱাহাটীত প্ৰথম গণনাট্য সংঘৰ অধিবেশন পাতে। তেতিয়া 'নতুন অসমীয়া'ই 'ভূপেন হাজৰিকাৰ সৃষ্টিত এক সুবাহিত প্ৰাণ পোৱা

গৈছে' বুলি তেওঁক আক্ৰমণ কৰিলে। সেই আক্ষেপতে তেওঁ এই গীতটি ৰচি হেৰোৱা কেইজনীমানক মাতি আনি সেইবাৰ বিহুত কোৰাছ হিচাবে গোৱায়। পিছত, ১৯৫৬ চনত 'এৰাবাটৰ সুৰ' বোলছবিত এই কোৰাছটোও সন্নিবিষ্ট কৰে।

ব'দ পুৱাবৰ কাৰণে মাতিবানো কাক
ওলাই দেখোন আহিলে বহদৈৰে জাক
লগে লগে ল'ৰি আহিল সেউতীইঁতৰ মাক
পাহাৰ বগাই নামি আহিল ডালিমীৰে জাক
শুৱনিকৈ অসমীৰ ৰূপকতাৰে সূতাবোৰে
মন্ত্ৰাতে ল'লেহি পাক ——।
অ' আইতা আইতা অ'
এনেই আইতা নাচনী তাতে নতিনীৰে বিয়া
অসম আকাশ পোহৰ হ'ব উৰুলিটি দিয়া।

এই তেজিমলা কোন ? সোৱণশিৰীৰ সোণ।
সোণ চেকুৰা মাটিতে সিঁচি
দোকমোকালিতে চোতাল মচি
আজি হেনো দেখিছে গাৱঁৰে কঠিয়াতলী
পোহৰ শিশুৰ কোমল হাঁহি
নতুন দিনৰ ধুনীয়া সপোন
চেৰেকীতকৈ চৰিছে যে আইতাৰ হে পাক।

আজিৰ মূলা গাভৰুৱে দপ্‌দপাই ওলালে
হেংদানে মাকো দেখি ক'ৰবাতে লুকালে
মূলাই আজি সমাজ শালত চেনেহ চেলেং লগালে
সজাবলৈ পিন্ধাবলৈ কাক ?

মকৰাৰ পুৰণি জালবোৰৰ এলান্ধু
সাৰি পুচি নিবলৈ আহে বতাহ এচাতি
তাতে উৰে হেজাৰ কপৌৰ জাক
পৃথিৱীৰ আকাশৰে শুকুলাকৈ ডাৱৰে
উলাহেৰে সাবটিছে তাক।
অসমীৰ চোতালত ব'দ কাচলিত বহি বহি
ব তোলাই ব তোলে বাটি কঢ়াই কাঢ়ে
আমাৰ দেশৰ চেলেং খনিৰ নতুন বৰণ বাঢ়ে
সজাবলৈ হেজাৰ জনতাক
আনন্দতে পুৱাই উৰিল
হেজাৰ হেজাৰ কপৌৰে জাক
থিয়াই মাথোঁ ৰঙা বেলিৰ জীৱন যচা তাপ।

ৰচনা ঃ ১৯৫৪, ৰেকৰ্ডিং ঃ এৰাবাটৰ সুৰ

# কাকনো সুঁৱৰি কিনো বিচাৰি

মানুহৰ জীৱনত সুখতকৈ দুখৰ ভাগ বহু বেছি। কোনো কোনো দুৰ্ভগীয়াই আকৌ সুখ কি বস্তু চিনিকে নেপায়। দুখকে সাৰটি দুৰ্লভ মানৱী জীৱনটো পাত কৰে আৰু অৱশেষত জীৱন নাটৰ আঁৰ কাপোৰ পৰে। তেওঁলোকেও হেঁপাহৰ কাৰেং সাজি সেন্দুৰীয়া আলিৰে বাট বুলাৰ সপোন ৰচে যদিও সময়ত সেয়া বালিঘৰহে খহি পৰে। সংসাৰৰ বাটত মুখ থেকেচা খাই এথানি এবানি হয়। ধুমুহা আহে — উৰুৱাই লৈ যায় জীৱনজোৰা সাধনাৰ হেঁপাহৰ ঘৰ; সুখৰ ঘৰ। বুকু জ্বলি ছাৰখাৰ হয়।

আশা কৰিলেও মানুহে বিচৰাটো নেপায়, নিবিচৰাটোহে পায়। অৱশেষত, 'ভাগ্যত ইয়াকে আছে' বুলি কপালক ধিয়াই তাকেই হাত পাতি লয়। নিজৰ ভিতৰতে কম্প্ৰমাইজ কৰি পোৱা খিনিকে সাৰটিলে মানুহ গৈ থাকে সংসাৰ ৰাজ-পথেৰে। তাতো উজুটি খায়। কিন্তু বুকুৰ কলিজাটি — যি পদ সম্পদ হেৰুৱালে তাক জানো ঘুৰাই পায়? অসহায় দুৰ্ভগীয়াৰ চকুলো মচি দুহাত সাৱটিবহি থকাত বাহিৰে কৰণীয় একো নেথাকে। ওপৰৱালাৰ ইচ্ছাত বাধা দিবলৈ এনে শকতি আছে কাৰ? ভগবানৰ নাম লৈ, অতীত সুঁৱৰি, হা-হুমুনিযাহ কাঢ়ি অৱশিষ্ট বাকী ৰোৱা পথছোৱা চুচৰি চুচৰি যায়। পুনৰ জীৱন সজাবলৈ' কাষত একোৱেই নাই — ইফালে সময়ৰো অনুমতি নাই। স্মৃতিয়ে উকিয়ায়; — হা-হুমুনিয়াহ বাঢ়ি যায়। অনুতাপত দগ্ধ হয়;— কি পাপৰ ফলত হায় এনে দশা হয়? বহুতে কয় — এয়া কৰ্মফল। কিন্তু, সাধুজনৰ ক্ষেত্ৰত যেতিয়া এনে হয়? — তেতিয়া?

---- গীতটিত সঁচা সংসাৰখনৰ সঁচা জীৱনৰ সঁচা ৰূপ সুন্দৰকৈ প্ৰতিফলিত হৈছে।

কাকনো সুঁৱৰি কিনো বিচাৰি
খাৱ তই হাবাথুৰি
বৈ বৈ হেৰ' হুমুনিয়াহ কাঢ়
বুকু উঠে গুজৰি গুমৰি

কাৰ অভিশাপে কি অনুতাপে
মন উঠে শোকেৰে ভৰি
কাক নিচিনিলি, অ' তই কাক দলিয়ালি
কোন যে গ'লগৈ আঁতৰি

কোন ধুমুহাই কি উৰুৱাই
কিবা তোৰ নিলে কাঢ়ি
নোপোৱাটো পালি, পাইও হেৰুৱালি
ক'ত পাবি এতিয়া বিচাৰি।

কোলাজবি ঃ ধুমুহা, ১৯৫৭

# দুটি জীৱনৰ কথা

কবি বন্ধ কান্ত বৰকাকতীৰ 'দুটি মানুহ' কবিতাৰ 'এটি ঘৰত দুটি মানুহ দুটি মানুহ থৰে, এটি খেলে লুকাই সপোন এটি জ্বলি মৰে'ৰ নিচিনা এই গীতটিও এটি আধ্যাত্মিক ভাবৰ গীত । মৃত্যুৰ পিছত মানুহৰ আত্মাই পৰম সুখত সৰগত বাস কৰে নাইবা ভগৱানৰ স'তে বিলীন হৈ যায় । এয়া হিন্দু ধৰ্মৰ বিশ্বাস । আন প্ৰান্তে মাটিৰ জীৱন দুখৰ । বিষয় বাসনাৰ লালসা, বেদনা, হতাশা, জড়তা আদিয়ে জীৱন অতিষ্ঠ কৰি তোলে। পাৰাপাৰ হীন দুখৰ সাগৰত কৰ্কৰকাই জীৱনৰ খেৱত দুখীজনে 'প্ৰভু, কেতিয়ানো কৰিবা পাৰ' বুলি ভগৱানৰ চৰণত কাতৰি কৰে । তথাপি মানৱী জীৱনৰ দুখ নিকাৰ অন্ত হোৱাৰ কোনো আশা নাথাকে । মায়াময় এই সংসাৰ । মানুহ কেৱল মায়াৰ জৰীৰে বান্ধ খাইহে বৰ্তি থাকে জীৱন কাল। মায়াৰ বান্ধোন ছিগি গ'লেই মানুহ পুনৰ গুচি যায়গৈ আপোন ঘৰলৈ পৰম্পদ লাভৰ আশাত ! কাৰণ এই পৃথিৱীৰ আমি দুদিনীয়া আলহী। সৃষ্টিৰ নিৰ্দেশ অনুসৰি 'বান্ধি দিয়া সময়' উকলি গ'লেই পুনৰ উভতি যাবগৈ লাগে স্ব-গৃহলৈ ! — এয়াই সংসাৰ ।

সোণৰ কাঠিৰ পৰশ পোৱা
আলফুলীয়া হাতেৰে
কোনেনো ধূলিক সাৱটি লয় ?
একেটি ঘৰৰ দুটি মানুহ
দুটি জীৱনৰ কথা শুনা —

এজুপি লতাৰ দুটি কলি
এটিয়ে নিয়ৰত হাঁহে উমলি
আনটিয়ে নিয়ৰৰ টোপাল নাপাই
মাথোঁ কৰে ভৰা গুণা ।

এটি জীৱনত নিতৌ হৰষ
কোনোবাই সানি দিয়ে সোণৰ পৰশ
আনটিৰ জীৱনৰ আজিৰ সমল
মাথোঁ দুখৰে দিন গণা ।

এটি জীৱনৰ চকৰি ঘূৰে
(তাত) চিক্‌মিক জেউতিৰ ৰহণ চৰে
আনটিৰ আশা ধূলিত বাগৰে
নাই তাত পোহৰৰ এটিও কণা ।

এটিয়ে সৰগক হাততে পায়
সৰগৰ সোৱাদে নিতে আমুৱায়
আনি দিব ওতোটাই কোনে বা আজি
আনটিৰ জীৱনে হেৰুৱা হাঁহি —
কোনোবা সৰগৰ মধুৰ কণা ।

বোলছবি ঃ ধুমুহা, ১৯৫৭

# ধুনীয়া ৰঙৰ নতুন

সাহিত্যৰ মুল ৰস হ'ল আদি ৰস বা প্ৰেম ৰস । যিহৰ অবিহনে সাহিত্য সুখপাঠ্য নহয়। গীততো এই ৰস ব্যৱহাৰ কৰা হয় । এই গীতটি এটা ইতিবাচক গীত । ড০ হাজৰিকাৰ ভাষাত —" মই প্ৰেমৰ গীত লিখিছো, কিন্তু প্ৰায় বিলাক প্ৰেমৰ গীত লিখিছোঁ নাটকৰ কাৰণে, ফিল্মৰ কাৰণে । মই সেই বিলাক এটা দৃষ্টি কোণেৰে লিখিছোঁ ।"

যৌবনে কৃষ্ণচূড়াৰ ফুলৰ দৰে মেলি দিয়ে ৰূপৰ, ৰঙৰ পোহাৰ । কমোৱা তুলা হৈ ডেকাৰ মন উৰি যায় —কাৰোবাৰ মৰম বিচাৰি; কাৰোবাক মৰম দিবলৈ । নিশাৰ এন্ধাৰৰ সমাধি সাজি পুৱাৰ নতুন সূৰুযৰ অপেক্ষাত তপস্যাত ব্ৰতী হয় সূৰুযমুখী গাভৰুৰে । দিগন্তৰ সীমনা চেৰায় কল্পনাৰ ৰঙীন ৰেখাই। মনে বিচৰা গাভৰু জনীক ডেকাই , বিপৰীতে গাভৰু জনীয়ে ডেকাক কি নামেৰে মাতিব, কি ভাষাৰে কথা কব– চকুৰ পতাত কল্পনাৰ সাতো বৰণীয়া আল্পনা । অৱশেষত, দুয়োৰে প্ৰেমে পূৰ্ণতা পায় । দুয়ো একহৈ মৰমৰ ফুলনিত শেৱালী ফুলোৱাৰ প্ৰতিশ্ৰুতিৰে প্ৰতিশ্ৰুতিবদ্ধ হয় ।

ডেকা ঃ ধুনীয়া ৰঙৰ নতুন পাহিৰ
তুমি মোৰ পদূলিৰ কেতেকী ফুল
তাকেই দেখি মই ভোল যাওঁ ।

গাভৰু ঃ কেতেকী নহওঁ মই সূৰ্য্যমুখী
পুৱাৰ সূৰুয তুমি কত ৰহণৰ
তাৰেই আশাত মই নিশা কটাওঁ ।

ডেকা ঃ তোমাৰ চকুৰ বন্তি দেখি
মোৰ মনৰ চগা উৰে

গাভৰু ঃ তোমাৰ চগাটি
বুকুৰ উমেৰে সাৱটিবলৈ
মই শলিতা জ্বলাওঁ ।

ডেকা ঃ মনৰ সাগৰখনি
তোমাৰ জোৱাৰেৰে
থউকি বাথউকৈ উথলে ।

গাভৰু ঃ মনৰ আশাৰে ৰামধেনুখনি
তোমাৰ জেউতিৰে উজ্বলে ।

ডেকা ঃ মনৰ সাগৰখনে
প্ৰীতিৰ ৰামধেনুখনি
কেতিয়ানো আকোৱালি লয় ?

দুয়ো ঃ আমি দুয়ো একেলগে জীৱনৰ ফুলনিত
মৰমৰ শেৱালি ফুলাওঁ ।

বোলছবি ঃ ধুমুহা, ১৯৫৭

# যাবই লাগিব তই

সংসাৰ নাটত আমি ভাওৰীয়াহে মাথোঁন । এই পৃথিবীলৈ মানুহ আহে বহু আশালৈ । সংসাৰ হাট বেহাওঁতে মানুহে আচল মানুহ চিনিব নোৱাৰি প্ৰবঞ্চকৰ পালত পৰি লাভৰ মুখতো নেদেখেই মূলো হেৰুৱায় । সুখ বিচাৰি মানুহে ওৰে জীৱন ধপলিয়ায় । ইটোৰ পিছত সিটো বস্তু ক্ৰয় কৰে —সুখৰ আশাত। এইদৰে ক্ৰয় কৰি যাওঁতে যাওঁতে বস্তুৰ তালিকা দীঘল হৈ যায় । অৱশেষত, সেই বস্তুৰ প্ৰতিও মোহভঙ্গ হয় । পাৰ্থিৱ বস্তুৱে মানুহক সুখী কৰিব নোৱাৰে । মিছা মায়াৰ জালত বন্দীহৈ সংসাৰ সাগৰত মানুহে হাবু ডুবু খায় । এই দুখ-কষ্টৰ পৰা পৰিত্ৰাণ পাব পাৰি আধ্যাত্মিক শক্তিৰ বলতহে । সেয়েহে, মানুহ আধ্যাত্মিক বলত বলীয়ান হোৱা উচিত । কাৰণ, এই সংসাৰৰ আমি দুদিনীয়া আলহীহে মাথোঁন । সময়ৰ ঘণ্টা বাজিলেই মায়া মোহ সামৰি টালি-টোপোলা বান্ধি চকুলো মচি মচি যাবগৈ লাগিব আপোন ঘৰলৈ ।

যাবই লাগিব তই
চকুলো মচি লৈ
সবাৰে ভৰষা এৰি হে নৰ মনিষ ।
সোণৰ জঁটা খাৰু মামৰে ধৰিলে
মামৰৰ বেচতো কেৰেচোন নললৈ
ফুৰিলে কি হ'ব ঘূৰি হে নৰ মনিষ ?
দোকানী চিনিবি পোহাৰী চিনিবি
চিনিবি চেনেহ লগৰী
অ' মিজন কিনোজই
মানুহক চিনিব
সংসাৰৰ হাট যাই সাৰি হে , নৰ মনিষ ।
হাবিয়াসনো কৰি তই
মজিয়ানো মচিলি ঐ
চিকণকৈ বাটিতে ঐ
অমৃত নো সজালি ঐ
আনন্দৰে পীৰাখন পাৰি ।
ৰৰে ঘৰে মজিয়াতে নিগনিনো বগালে ঐ
অমৃতৰ বাটিতে ঐ
বিহেনো উপচিলে ঐ
পীৰাখন যে নিলে হৰি
মিছা সাগৰত তই বুৰ মাৰিলি
সাঁতুৰি নাদুৰি ভাগৰেই লগালি
মুকুতাৰ আশাকে কৰি ।
সাগৰত মুকুতাৰ চিনও নাই চাৰও নাই
ভাগৰত পিবলৈ পানী নাই দুনি নাই
আছে মায়াজালৰ জৰী হে নৰ মনিষ ।

বোলছবি : ধুমুহা , ১৯৫৭

# তুমিয়ে মোৰ কল্পনাৰে

প্ৰেয়সীৰ ৰূপ লাৱণ্যৰ বৰ্ণনা দিবলৈ প্ৰেমিকে ভাষা বিচাৰি নেপায়। প্ৰেয়সীক লৈ প্ৰেমিকৰ কত যে জল্পনা কল্পনা ! সেই কল্পনাৰ জোৰাৰতে কবিয়ে ৰচে কবিতা, গীতিকাৰে ৰচে গীত, সুৰকাৰে তোলে সুৰৰ মুৰ্চনা । প্ৰেয়সী কাষত থাকিলে প্ৰেমিকক আইন একোৱেই নেলাগে ! এজনী প্ৰেয়সীয়ে মাতৃ, ভগ্নী, বান্ধৱী, শুভাকাঙ্ক্ষী আদি নানা ৰূপে, নানা প্ৰকাৰে সহায় সহযোগিতা আগবঢ়ায়, অনুপ্ৰেৰণা দিয়ে; সুখত হাঁহে, দুখত সমবেদনা জনাই পুনৰ উৎসাহিত কৰে জীৱন ৰণাঙ্গনত যুঁজিবলৈ ! পাৰ্থিৱ সকলো প্ৰয়োজন, সকলো হেঁপাহ, সুখ-শান্তি কেৱল প্ৰেয়সীয়েহে পূৰাব পাৰে । কিবা এক অদৃশ্য হাতেৰে ধৰি, মায়াৰ ডোলেৰে বান্ধি সাবটি ৰাখে প্ৰেমিকাই প্ৰেমিকক । সেই মায়াৰ ডোলত মেৰ খাইয়ে ১৯৪৯ চনত যেতিয়া ড০ হাজৰিকাদেৱে ৰিচাৰ্চ কৰাৰ উদ্দেশ্যে আমেৰিকাৰ কলম্বিয়া ইউনিভাৰ্চিটি লৈ যাত্ৰা কৰিছিল, বাটত শুনিলে যে 'গ্ৰেট মাৰ্চ অব মাও চে টুং হ্যড চাক্‌চিড' । 'চীন মুক্ত হ'ল।' তেওঁ গভীৰ ভাবে উপলব্ধি কৰিলে — 'মইনো কেতিয়া মুক্ত হৈ চেনেহী অসমীৰ বুকুৰ উম লমগৈ।' কাৰণ, সেই সময়ত ব্ৰেইন ড্ৰেইন আৰম্ভ হৈছিল । ভাৰতৰ বিভিন্ন প্ৰান্তৰ প্ৰজ্ঞাশীল ডেকা ডেকেৰীবোৰ আমেৰিকালৈ ৰাওনা হৈছিল উচ্চাকাঙ্ক্ষালৈ আৰু আমেৰিকাৰ মোহত আবদ্ধ হৈ তাতেই বৈ গৈছিল । আনকি অনেকে নিজ মাতৃভাষাটোও পাহৰিছিল । উদাহৰণ স্বৰূপে মুখাৰ্জীবোৰ 'মুকৰ্জী', বেনাৰ্জীবোৰ 'বনৰ্জী' হৈ পৰিল । হাজৰিকাদেৱেওঁ অসম চৰকাৰৰ ফেলোশ্বিপ লৈ Ph. D কৰিবলৈ গৈছে; উভতি আহি দেশক (অসমক) কিবা এটা দিব লাগিব । তেনে ভাবতে ৰাষ্ট্ৰসংঘত পোৱা উচ্চ পদবী পদ প্ৰত্যাখ্যান কৰিও তেওঁ উভতিল দুখীয়া অসমলৈ । আনকি কৰ্মৰ তাড়নাত কলিকতা, বোম্বাই আদিত থাকিলেও প্ৰতি পল-অনুপল তেওঁৰ ধমনিৰ স্পন্দনত অনুৰণিত হয় অসমীৰ মৌ-সৰা হাঁহিৰ সুৰ । গীতটিৰ স্থায়ী ভাগৰ কথাখিনি কোনো প্ৰেমিকে প্ৰেমিকাৰ উদ্দেশ্যে কোৱা যেন লাগে যদিও এই 'তুমি' হ'ল চেনেহী অসমী (উত্তৰ পূৰ্বাঞ্চল) । তেওঁ দৃঢ়তাৰে কয় যে,- তেওঁৰ জীৱন বনৰ গভীৰতাৰ সেউজৰ উৎস হ'ল অসমী আৰু সেই সেউজৰ সুন্দৰতা হ'ল প্ৰেয়সী অসমীৰ হাঁহি । 'অসম' (উঃ পূঃ) য'ত ভাৰতৰ প্ৰথম সূৰ্যোদয় হয় সেই ৰাজ্যখনৰ উন্নতি অবিহনে তেওঁৰ জীৱনৰ সকলো পৰিকল্পনাই যেন বৃথা । গীতটো গায়ক গীতিকাৰৰ স্বদেশ প্ৰেমৰ জ্বলন্ত নিদৰ্শন । তেওঁ কয়—"কেতিয়াবা কেতিয়াবা প্ৰেয়সী যেন লাগে.... মোৰ জনমভূমি অসমীক........"

তুমিয়ে মোৰ কল্পনাৰে হৰিণী নয়না
তুমিয়ে মোৰ জীৱনৰে মধুৰ আল্পনা
তোমাৰ বাবেই মোৰেই সুৰৰ কতনা মুৰ্চ্চনা
তুমি জানা নে নাজানা ?

জীৱন ৰণাঙ্গনত তুমি সাহসৰে তীৰ্থভূমি
পৰাজয়ৰ নিৰাশাতো তুমিয়ে সান্ত্বনা
তুমি জানা নে নাজানা ?

জীৱন বনৰ গভীৰতাত উৎস তুমি সেউজৰে
সেই সেউজত সুন্দৰতাও তোমাৰে হাঁহিৰে
ভাৰতৰে পূব আকাশৰ জেউতি তুমি ন সুৰুযৰ
তোমাৰ পোহৰ অবিহনে বৃথা পৰিকল্পনা
তুমি জানা নে নাজানা ?

ৰচনা ঃ কলিকতা, ১৯৫৮

# যাঃ যাগৈ জীৱনৰ যোৱা দিনবোৰ

মন উৰণীয়া। পাখি লগা মনে ডেউকা মেলি উৰি যায় সুদূৰ অতীতলৈ— হেৰোৱা ফুলৰ মিঠা মিঠা সুবাস বিচাৰি। স্মৃতিৰ পাপৰিবোৰে বাৰে বাৰে আমনি কৰে। — কি যে নিদাঘৰ দহন! অসহনীয়। সেয়েহে নেকি কবি যতীন দুৱৰাই লিখিছিল —'অতীত মৰিল গ'ল, তাৰ কথা অন্ত হ'ল, মনৰ পৰাই তাক কৰা বিসৰ্জ্জন।' সঁচা, যি স্মৃতিয়ে জীয়াতে জ্বলায় তেনে স্মৃতি ৰোমন্থন কৰাৰ কি প্ৰয়োজন? সময়ৰ নিঠুৰ হাতে মচি দিয়ে বুকুৰ মাজত আঁকা মুখনি! —ভাবি ভাবিও মনত নপৰে! সময় বলুকাত চিন চাব মচ খায়। চকুৰ আঁতৰ হ'লে মনখো আঁতৰ। কিমান দিনলৈ হিয়াৰ মাজত থাকিব, মচ নোখোৱাকৈ উজ্জলি ৰ'ব! সময়ৰ বতাহে ধূলি উকৰাই মচি থৈ যায়। কিন্তু এৰা বাটৰ দুৱৰি গছকি কিবা লাভ হয়? মিছাকৈয়ে মনৰ ৰঙীন আকাশ ক'লা মেঘে ঢাকি এন্ধাৰ হয়। বহু হেকৰাইও নতুন কিবা এটা পোৱাৰ আশাত মানুহে লৰৰ দিয়ে। কাৰণ আশাই জীৱন। আশাহীন জীৱন অসাৰ। এটা আশাৰ ফুল মৰহি যোৱাৰ পাছত আন এটা আশাৰ কলি ঠন ধৰি পাহি মেলে। আশাহীন উকা উজাগৰী নিশা কি যে কদৰ্য্যময় — নেযায়-নুপুৱায়! সেয়েহে হেৰোৱা দিনৰ সুৰ বিচাৰি অবাবত অমূল্য সময়, শক্তি, বিবেকৰ উৎকৰ্ষ অপচয় নকৰি নতুন দিনৰ ন আঁচনি গ্ৰহণ কৰি হাঁহিৰ ফুল ফুলাই জীৱনটোক সাৰ্থক কৰিব লাগে। —— গীতটো গায়ক গীতিকাৰ ড০ ভূপেন হাজৰিকাদেৱৰ মনৰ কথা।

যাঃ যাগৈ
জীৱনৰ যোৱা দিনবোৰ
যাঃ আমনি নকৰিবি!
যাঃ যাগৈ
জীৱনৰ পুৰণি গোৱা গীতবোৰ
যাঃ অগনি নজ্বলাবি!!

মিঠা মিঠা কিবা সোঁৱৰণী
পাহৰা গীতৰ কথাখিনি
চিনাকি চিনাকি মুখ এখনি
সুঁৱৰিও দেখো নাপাও চিনি।

এৰি অহা দুৱৰি কিয় বাৰু গছকোঁ?
আশাৰে ৰঙা ৰং মেঘেৰে নাঢাকোঁ
নাই আৰু নাজানো মনতো নাৰাখোঁ
নাই নাৰাখো!!

উকা নিশাৰে সময় খিনি
নেযায় নুপুৱায় কি যে বিষিনি
পাহৰি এই সুৰ পুৰণি
সাৰটো নতুনৰে আঁচনি।

ৰচনা ঃ গুৱাহাটী, ১৯৫৮

# সহস্ৰজনে মোক প্ৰশ্ন কৰে

"মোৰ ভালপোৱা, মোৰ প্ৰেম মোৰ ব্যক্তিগত কথা — তাক ৰাজহুৱা কৰো কেনেকৈ ? নহলেই বা সি বেদৰ মন্ত্ৰেৰে স্বীকৃত !" শ্ৰোতা জনতাৰ (?) কৌতূহলী প্ৰশ্নৰ উত্তৰত গীতেৰে এনেদৰে কয় গায়ক গীতিকাৰ ড০ হাজৰিকাদেৱে। প্ৰেম, বিবাহ –এইবোৰ মানুহৰ ব্যক্তিগত কথা । যৌৱন কালত প্ৰেয়সী নাথাকিলে জীৱন সোণালী নহয়। প্ৰেমিকাৰ নাম উচ্চাৰি বন্ধুমহলত নানা চিন্তা-চৰ্চা, ৰস-ৰগৰৰ সৃষ্টি হয়; বিশেষকৈ আড্ডাবোৰত। তাতে, ডেকাজন যদি কোনো তাৰকা, অভিনেতা বা সৰ্বজন প্ৰিয়ভাজন নেতা হয় তেনেহলেতো কথাই নাই । ড০ ভূপেন হাজৰিকাও সোণালী কণ্ঠেৰে আবাল-বৃদ্ধ-বনিতা নিৰ্বিশেষে সৰ্বজনকে মোহিত কৰা এজন ডেকা । শ্ৰীকৃষ্ণৰ বাঁহীৰ সুৰত যোল্ল হাজাৰ গোপিনী মতলীয়া হৈ ল'ৰি অহাৰ দৰে হাজৰিকাদেৱৰ সুৰত মতলীয়াহৈ দেশ বিদেশৰ হাজাৰ হাজাৰ গাভৰু বলিয়া হৈছিল । সেয়ে, জনতাৰ কৌতূহলৰ অন্ত নাই — ড০ হাজৰিকাৰ প্ৰেয়সী কোন ? কি নাম— মালবিকা নে লিপিকা, নে মল্লিকা ? –ইত্যাদি ইত্যাদি বিভিন্ন গল্প, গুজব । চেলেপু চৰিত্ৰৰ লোক হোৱা হ'লে তেওঁ নানা ধৰণে সুবিধা লুটিলেহেতেন । কিন্তু বিশাল আকাশ বিচৰা মহান ব্যক্তিত্বৰ অধিকাৰী হাজৰিকাদেৱে বিনম্ৰভাৱে মিচিকি হাঁহিৰে মাথোঁ কয়,—'পৃথিৱীৰ গৰ্ভতো লুকাই আছে অজস্ৰ জলন্ত অগ্নিশিখা — দেখুৱাইছে জানো কাৰোবাক হৃদয় নিগৰাই নিজৰ দহনৰ পোৰণিৰ কথা।' বেদৰ মন্ত্ৰৰে স্বীকৃত নহলেও বুকুৰ মাজত সজীৱ হৈ থকাজনীক আনৰ আগত উলিয়াই হুলিয়াজাৰী কৰাৰ কি প্ৰয়োজন ? সমিধানত তেওঁ মাথোঁ কয়, 'নাম বিহীনা তাই – 'অনামিকা '। নাৰীৰ শালীনতা, আবুৰ ৰক্ষা কৰাত তেওঁ কিমান সচেতন আৰু নাৰী শক্তিৰ প্ৰতি তেওঁ যে শ্ৰদ্ধাশীল আৰু মৰমিয়াল এই গীতটিয়ে তাৰ স্পষ্ট প্ৰমাণ ।

সহস্ৰজনে মোক প্ৰশ্ন কৰে
মোৰ প্ৰেয়সীৰ নাম
মালবিকা নে লিপিকা নে মল্লিকা !
অৰ্থ পূৰ্ণ ভাবে ঈষৎ হাঁহিৰে কওঁ
নহয় মালবিকা, লিপিকা বা হৈমন্তী বা মল্লিকা' ।
সহস্ৰজনে মোক প্ৰশ্ন কৰে
আমাৰ চেনেহ আমাৰ মৰম
কিয় ফল্গু হ'ল বহিৰ্জগতৰ অদেখা
সমিধানত কওঁ
'বুকুতেই সাঁচে কিয়, পৃথিৱীয়ে গৰ্ভতো
অব্যক্ত কত বহ্নি শিখা ।'
বেদৰে মন্ত্ৰেৰে দম্পতী
যদিও নহলো আমি কাহানিও
একেটি পাত্ৰতে জীৱন মদিৰা
পান কৰো আমি তথাপিও ।
সহস্ৰজনে মোক প্ৰশ্ন কৰে
মোৰ মৌন পৰত অনুপ্ৰেৰণাৰে জ্যোতি যাচে জানো
নাম তাইৰ জানো মধুচন্দ্ৰিকা ?
সমিধানত কওঁ, 'বুকুৰ ৰক্তেৰে
গুপুতে জীয়াই ৰখা, নাম বিহীনা তাই অনামিকা !'

ৰচনা ঃ ১৯৫৮; বোলঃ লটিঘটি

# কঁহুৱা বন মোৰ অশান্ত মন

সময় অমূল্য ধন । সময়ৰ উচিত ব্যৱহাৰ নহলে আকাশৰ পৰা পপিয়া তৰা খহাদি কোন মুহূৰ্তত ভূলুণ্ঠিত হব লগীয়া হয় ঠিক্‌না নাই । সম্প্ৰতি ধৰ্ণা, হৰতাল, বন্ধৰ যুগ । বঞ্চিতৰ অধিকাৰ প্ৰাপ্যৰ দাবীত, হেৰোৱা অধিকাৰ সাব্যস্তৰ দাবীত কেন্দ্ৰীয় চৰকাৰ, ৰাজ্য চৰকাৰ, আমোলা-বিষয়া, ডা-ডাঙৰীয়াৰ মনোযোগ আৰ্কষণৰ বাবে এই কাৰ্য্যসূচী সমূহ পালন কৰা হয় । বিভিন্ন কাৰ্য্যসূচী, স্মাৰক পত্ৰ আদি প্ৰদান কৰাৰ পাছত কৰ্তৃপক্ষৰ যেতিয়া গা-ই নলবে বা কৰ্ণপাত নহয় তেতিয়া সেই মানুহৰ (বা সংগঠনৰ) মনত প্ৰচলিত সমাজ ব্যৱস্থা, আইন-কানুন, শাসন ব্যৱস্থাৰ (বা মানুহৰ ?) প্ৰতি বিৰাগ ওপজে । বিবেকৰ দংশন সহিব নোৱাৰি অৱশেষত প্ৰকৃতিয়েই ভাল বিবেচিত কৰি প্ৰকৃতিকেই আশ্ৰয় স্থলী ৰূপে বাচি লয় । প্ৰকৃতিয়ে নিজৰ কোলাত লৈ আলফুল হাতেৰে মানুহৰ দুখ-বেজাৰবোৰ মচি দিয়ে । এই গীতটিতো গীতিকাৰ ড০ হাজৰিকাদেৱে তেওঁৰ অশান্ত মনটি শীতলাবলৈ কহুঁৱা বনৰ মৰমী শীতল কোলাত আশ্ৰয় লৈ, কহুঁৱাৰ শীতল বাবে দেহ-মন শীতলোৱাৰ হাবিয়াস কৰিছে । গীতটিত কঁহুৱা বনক প্ৰকৃতিৰ প্ৰতীক হিচাবে লোৱা হৈছে ।

সময় গতিশীল, পাখিলগা কাড়ৰ দৰে উৰি যোৱা সময়ৰ পাছলৈ উভতি চোৱাৰ আহৰি নাই । আজিৰ যিখিনি ঘাটি অপূৰণ হৈ ৰ সেয়া পূৰাবলৈ সময় ঘূৰি নাহে বা সময়ক ধৰি-বান্ধিও ৰাখিব নোৱাৰি । সেয়ে সময়ৰ সৎ ব্যৱহাৰ নকৰাৰ ফলত জীৱন জোৰা সাধনাৰ ফচল মানুহে ভোগ কৰিবলৈ নেপায় । অসমীয়াত এষাৰ কথা আছে —'সময়ৰ শৰ সময়ত মাৰিলেহে শঁৰ পহুৰ মাংস খাব পাৰি ।' এই কথাষাৰ বৰ্তমান সময়ত অতি প্ৰযোজ্য । কিন্তু হেজাৰ জনৰ হেজাৰ চিঞৰত সময়ৰ ঘুমতি ভাঙে । নতুন সূৰুযৰ ৰাঙলী পোহৰত সমাজে বৰণ সজায় । ৰূপান্তৰে আকেঁ ন সমাজৰ ছবি, —আশাৰ, ন-পৰিকল্পনাৰ, হাঁহিৰ । ন-সমাজৰ ন-সূৰুযৰ সোণালী আভাই প্ৰতিজনৰে মুখত হাঁহি বিৰিঙায় । সেয়েহে প্ৰতিটো ক্ষণেই যেন একোটা পণ, একোটা প্ৰত্যাহ্বান হোৱা উচিত ।

কঁহুৱা বন মোৰ অশান্ত মন
আলফুল হাতেৰে লোৱা সাৱটি
অ' এটি এটি ক্ষণ যেন মুকুতাৰে ধন
এনেয়ে হেৰুৱালে নাহে উভতি ।

নীলা আকাশৰ একোটি তৰা
হঠাতে খহি সাৱটে ধৰা
ঘিট্ মিট্ এন্ধাৰৰ নিমাত ৰাতি
অ' এটি এটি ক্ষণ যেন এটি এটি পণ
এনেয়ে হেৰুৱালে নাহে উভতি ।

পুৱতি নিশাৰ সপোন এটি
দেখিও নেদেখিলোঁ সেই ক্ষণটি
অনন্ত সময়ৰ সাগৰখনিৰ
চঞ্চল কোলাহলে ভাঙে ঘুমতি ।
অ' বলিয়া মন কিয় উচাটন ?
কালিৰ সূৰুযে আনি দিব পুৱাটি ।

পুৱতি নিশাৰ সপোন, ১৯৫৭

# সোঁৱৰণী মোৰ বাঙলী জীৱনৰ

সাগৰ সঙ্গমত সাঁতুৰি সাঁতুৰিও ক্লান্ত নোহোৱা ড০ ভূপেন হাজৰিকা এজন ৰোমান্তিক, আশাবাদী গায়ক। তেওঁৰ গীতত নিৰাশাৰ সুৰ নাই। এই গীতটি 'পুৱতি নিশাৰ সপোন' নামৰ ফণী শৰ্মাদেৱৰ মনস্তাত্বিকধৰ্মী চিনেমাখনৰ চৰিত্ৰ এটিৰ বাবে লিখা। তেওঁ কয়— 'ডাযাবে পখিলী কেনি উৰুৱালোঁ' একেবাৰে নিৰাশ কিবা এটা। সেইটো মই লিখিছোঁ তচন্দুক ইউচুফৰ চৰিত্ৰৰ বাবে। 'পুৱতি নিশাৰ সপোন'ত বলিয়াহে ওলাইছে বেচেৰা। শিলঘাটেৰে পাৰ হৈছে, তেতিয়া সেই জাহাজত ফণী শৰ্মাদেৱে লিখোঁৱাইছিল, যে সি তাৰ সকলো পাহৰি গ'ল।' –মই এটি যাযাবৰ। "এই গীত মোৰ মনৰ নিৰাশাৰ কথা নহয়। 'পুঁৱতি নিশাৰ সপোন' নামৰ 'ফণীশৰ্মাদেৱৰ এখনি বোলছবিৰ এটি মানসিক বিকাৰগ্ৰস্থ চৰিত্ৰৰ (তেজপুৰৰ পৰা ওলোৱা) মনৰ কথা প্ৰকাশ কৰা গীতহে। তথাপি গীতটি এনেকৈ লিখিছিলোঁ যাতে মধুৰ অতীতক ৰোমন্থন কৰি কোনো গায়কে কাব্যিক ভাবে গাব পাৰে—।"—গীতাৱলী। ড০ হাজৰিকাদেৱৰ অধিকাংশ গীতেই চিনেমাৰ চৰিত্ৰৰ বাবে লিখা। চিনেমাৰ চৰিত্ৰৰ স'তে খাপ খোৱাকৈ ষ'ত যেনে দৰে খাপ খায় তেনেদৰেহে বহু গীত ৰচিছিল। এই গীতটিও তেনে ধৰণেই ৰচা।

সোঁৱৰণী মোৰ বাঙলী জীৱনৰ
বংবোৰ কেনিবা গ'ল
পাহৰণি এন্ধাৰত ধুনীয়া অতীতৰ
জীৱন্ত সমাধি হ'ল।

মনৰে আঁতৰোৰ কেনি হেৰুৱালোঁ
ডায়াৰে পখিলী কেনি উৰুৱালোঁ
বহু দূৰ আঁতৰি গ'ল
উভতি নোচোৱা হ'ল।

হাতীপটি ভাগি পৰিল
আকাশত অগনি জ্বলিল
সুকন্যৰ চকুলো সৰিল
পাহৰণি এন্ধাৰত ধুনীয়া অতীতৰ
জীৱন্ত সমাধি হ'ল।

পাহৰা দিনৰে
পম খেদিলোঁ
গভীৰ নিৰাশাত লুইতত বুৰিলোঁ
উশাহ নোহোৱা হ'ল
সুৰবোৰ কেনিবা গ'ল।

পুৱতি নিশাৰ সপোন, ১৯৫৯

# ঘৰতো নবহে মন

১৯৬০ চনত অসমত ভাষা আন্দোলনৰ জুই জ্বলিল। কটন কলেজৰ ছাত্ৰ ৰণজিৎ বৰপূজাৰী, সূৰ্য বৰাকে ধৰি তিনিজন নিহত হ'ল। তেজৰ নৈ বৈ গ'ল। অসমীয়া বঙালীৰ বিৰোধ শাম কটোৱাৰ উদ্দেশ্যে আৰু একতা, শান্তি-সম্প্ৰীতি ৰক্ষা কৰাৰ উদ্দেশ্যে ড০ হাজৰিকাদেৱে হেমাঙ্গ বিশ্বাসৰ সহযোগত এটি সুৰ বাহিনী গঠন কৰিলে। তাত গাবলৈ তেওঁ এই গীতটি ৰচে। এই সময়ত ড০ হাজৰিকাদেৱে তেওঁৰ ভাষাত গীত গাইছিল। তেওঁলোকৰ দলটিত হেমাঙ্গ বিশ্বাস, কমল নাৰায়ণ চৌধুৰী, খগেন মহন্ত, দিপালী বৰঠাকুৰ আৰু খাছি, নগা ছাত্ৰকে ধৰি অন্যান্য সম্প্ৰদায়ৰ লোকো আছিল।

ঘৰত নবহে মন সমনীয়া
পথাৰত নবহে মন
কমোৱা তুলাবোৰ যেনেকৈ উৰিছে
তেনেকৈ উৰিবৰ মন।

মনৰে বননিৰে চেনেহৰ নিজৰাৰ
পানীকে এটুপি পিওঁ
পোৰাকৈ ভেটিতে তুমি ঘৰে বান্ধা
আমি টঙাল তুলাই দিওঁ।

লুইতৰ চাপৰিত চাকৈয়ে কান্দিলে
মানুহৰ নাওখন চাই
মানুহৰ দোষতে মানুহ বুৰিব
আনকচোন দোষিবৰ নাই।

ভাষা নুবুজিও যুগে যুগে আছে
মানুহে মানুহৰ পিনে
মৰমৰ ভাষাৰে আখৰ নাইকিয়া
বুজিব খুজিলেই চিনে।

গঙ্গাৰ চাপৰিৰ তলিতে দেখিবা
লুইতৰ পলসো আছে
তোমাৰে মোৰে আইয়ে কান্দিলে
একেই চকুপানী মচে।

তুমিয়েময়ে দেশখন গঢ়োঁতে
যদিহে কেঁচা ঘাম সৰে
দুয়োৰে ঘামৰে মিলনে দেখিবা
বুৰঞ্জী ৰচনা কৰে।

এনেনো দুখ লাগে, বান্ধৈ
এনেনো দুখ লাগে
এনেনো ভাল লাগে, বান্ধৈ
এনেনো ভাল লাগে।

ৰচনা ঃ কলিকতা, ১৯৬০

# মানুহে মানুহৰ বাবে

যৌৱন কালতে আমেৰিকাৰ কলম্বিয়া বিশ্ববিদ্যালয়লৈ ৰিচাৰ্ছ স্কলাৰ হিচাপে অধ্যয়ন কৰিবলৈ যোৱা ড০ ভূপেন হাজৰিকাদেৱে 'লুইতৰ পৰা মিচিচিপি হৈ ভল্গাৰ ৰূপ চাই' অৰ্থাৎ বিশ্বৰ প্ৰান্তৰে প্ৰান্তৰে ভ্ৰমি বিশ্বমানৱৰ আশা-আবেগ-অনুভূতি, অশ্ৰু-হাঁহিৰ সৈতে একাত্ম হোৱাৰ সুযোগ লাভ কৰিছিল । তেওঁৰ অনুভৱী মনে দেখা পাইছিল 'গগণ চুম্বী অট্টালিকাৰ তলতেই গৃহহীন নৰ-নাৰী, অলেখ ফুল ফুলি থকা বাগিচাৰ কাষতে মৰহা পাপৰি সৰি পৰাও'– এক বিৰাট বৈপৰিত্য ! আমাৰ সমাজত 'কথাৰ সিন্ধু মথি অমৃত শুহি খোৱা ভণ্ড'ও আছে অনেক । এনে লোকৰ পৰা সৰ্বসাধাৰণ লোকৰ পৰিত্ৰাণাৰ্থে পৃথিৱীৰ শিল্পী সমাজে কোনোৱে ৰং-তুলিৰে, কোনোৱে হাতুৰী-বটালিৰে বা কথা-শিল্পৰে, কোনোৱে গীতেৰে-সুৰেৰে অহৰহ প্ৰচেষ্টা চলাই আহিছে; প্ৰতিবাদ সাব্যস্ত কৰিছে । কাৰণ মানুহৰ শত্ৰুও মানুহেই আৰু মানুহৰ ভগৱানও মানুহেই । বিপদ, সংকটৰ পৰা পৰিত্ৰাণ বিচাৰি, দীৰ্ঘায়ু কামনা কৰি মানুহে ভগৱানক(দেৱ-দেৱীক) পূজা-অৰ্চনা কৰে, আল্লা বা গদক প্ৰাৰ্থনা কৰে । হিন্দুৰ ভগৱান ৰাম বা কৃষ্ণও সাধাৰণ মানুহ ৰূপে জন্ম গ্ৰহণ কৰা নৰৰূপী নাৰায়ণ । দুষ্ট-দৈত্য-দানৱৰ অত্যাচাৰৰ পৰা সন্ত জনক ৰক্ষা কৰি, মানুহক শুভাশীষ বৰষি মানৱ প্ৰেমৰ বাণীৰে পৃথিৱী সুন্দৰ কৰি তেওঁলোক হৈ পৰে নৰৰূপী নাৰায়ণ ! হজৰত মহম্মদ আৰু প্ৰভু যিশুৱেও মানৱতাৰ মহান বাণীৰে বিশ্বক প্লাবিত কৰে। সকলো ধৰ্মৰে মূল হ'ল মানৱতা । মানৱতাৰ বাণীৰে অলকানন্দা বোৱাই মানুহক শান্তি নৈত অৱগাহন কৰোৱাই প্ৰত্যেক ধৰ্মৰে উদ্দেশ্য । মানুহৰ দুখ-দুৰ্গতিৰ পৰিত্ৰাণ বিচাৰি বুদ্ধদেৱে বুদ্ধত্ব প্ৰাপ্ত হৈ মানুহৰ মাজত ধৰ্মজ্ঞান প্ৰচাৰ কৰিছিল। আকৌ, কলিঙ্গ যুদ্ধত তেজৰ তুমৰলি দেখিহে অশোকৰ প্ৰাণত মানৱতাবোধ জাগ্ৰত হ'ল। জীৱনৰ শেষ পৰলৈকে মানুহৰ হিতৰ বাবে নিজকে ত্যাগ কৰি তেওঁ হ'ল 'মহামতি অশোক' । অসমতো যি সময়ত ধন আৰু পৰাক্ৰমেই মূল হৈ সাধাৰণ মানুহৰ সাধাৰণ ভাবে জীৱন নিৰ্বাহ দুৰ্বোধ্য প্ৰায় হৈ পৰিছিল তেতিয়াই আৱিৰ্ভাৱ হৈছিল মহাপুৰুষ শ্ৰী শ্ৰী শঙ্কৰদেৱৰ । তেওঁ ধৰ্মৰ আশ্ৰয় লৈ প্ৰিয় শিষ্য মাধৱদেৱৰ সৈতে মানৱৰ শান্তি আৰু উন্নতিৰ হকে কলাক মাধ্যম ৰূপে বাছি লৈছিল ।

কবি চন্দ্ৰকুমাৰ আগৰৱালাৰদেৱেও তেওঁৰ 'মানৱ বন্দনা' নামৰ কবিতাটিত 'মানৱী জনম দিয়া উটুৱাই মানৱী কৰম সোঁতে, মানুহৰ মৰম বুজিবা মানুহে ধৰম যে মৰমতে' বুলি কৰ্ম আৰু মানৱ সেৱাই যে ধৰ্ম আকৌ 'মানুহেই দেৱ মানুহেই সেৱ মানুহ বিনে নাই কেৱ, কৰোঁ কৰোঁ পূজা পাদ্য অৰ্ঘ লৈ জয় জয় মানৱ দেৱ' বুলি মানুহদেৱতা বিনে পূজিবলৈ আন কোনো দেৱতা যে নাই তাকেই সোঁৱৰাই দিছে । কেৱল অহিংসাৰ মন্ত্ৰেৰে ভাৰতৰ স্বাধীনতা আন্দোলনৰ গুৰি ধৰি ভাৰতৰ স্বাধীনতা অনাত অৰিহণা যোগোৱাৰ বাবে মোহন দাস কৰম চাঁদ গান্ধী 'মহাত্মা', 'মহামানৱ' আখ্যা পায়। এই দৃষ্টান্ত পৃথিৱীতে বিৰল । গীতিকাৰ, গায়ক পাৰ্বতী প্ৰসাদৰ গীততো 'মানুহৰ দেহতে জীৱই কলেমলাই খাৱলৈ খুদ কণ নাই, মানুহৰ ভোগতে ভোগ পৰমাণ খুদ কণ কমিলে দায়' 'পেটৰ অগনিয়ে সবাকে দহিলে জীৱৰ সৰু-বৰ নাই, মানুহে মানুহক মোৰ নুবুলিলে মানুহে মানুহক খায়'ৰ মাজেৰে মানৱতাবাদৰ সুৰ ধ্বনিত হৈছে।

'মই মানুহকে ভালপোৱা ৰূপৰে কুমাৰ' বুলি এক প্ৰকাৰ গীতেৰে ঘোষণা কৰা ৰূপতীৰ্থৰ যাত্ৰী ড০ হাজৰিকাদেৱৰ এই গীতটিও এটি মানৱ প্ৰেমৰ গীত। আমেৰিকাৰ অতি জন প্ৰিয় লোকগীত "Hang down your head Tom Dooley, Hang down your head and cry"ৰ সুৰত ড০ হাজৰিকাদেৱে মানৱ প্ৰেমৰ এই যুগজয়ী গীতটি ৰচনা কৰে । গীতটিৰ ৰচনাৰ আঁৰৰ এটি সুন্দৰ কাহিনী আছে ; সেয়া হ'ল-– ১৯৬০ চনত হোৱা ভাষা আন্দোলনত কটন কলেজৰ ছাত্ৰ ৰণজিৎ বৰপূজাৰীকে আদি কৰি তিনিজন নিহত হয়। তেজৰ ঢল বৈ যায়। সেই কালছোৱাৰ ভিতৰতে ড০ হাজৰিকাদেৱে অবিভক্ত গোৱালপাৰা জিলাৰ ফাংশ্যন এখনলৈ গীত গাবলৈ গৈছিল । সেই ৰক্তাক্ত পৰিৱেশত উদাস শ্ৰোতাই অনুৰোধ কৰিলে -- 'ভূপেন দা, মানুহৰ গীত গাওক ।' তেতিয়া প্ৰত্যুৎপন্নমতি ড০ হাজৰিকাদেৱে মঞ্চতে এই গীতটো ৰচি, গাই শ্ৰোতাৰ

অশান্ত মনত শান্তিয়নী চতিয়ালে । অৱশ্যে পিছত গীতটোত হাত ফুৰাই অধিক সুন্দৰ কৰে ।

সামন্ত যুগত মানুহ আছিল পণ্য । দাসত্ব বন্ধনৰ উপৰিও ক্রীত দাস ৰূপে মানুহ কিনা বেচাও হৈছিল। আজিৰ মানুহ সভ্যতাৰ উচ্চ চূড়াত উপনীত হৈছে । বিজ্ঞানে মহাশূন্যত ছেটেলাইট্ স্থাপন কৰি গণ সংযোগ ঘটাইছে, মানুহে মহাকাশত খোজ কাঢ়িছে কিন্তু মানুহৰ হিয়াৰ অতল গহ্বৰত লিপাই থকা দানৱতা আঁতৰা নাই, বৰং সমগ্র মানৱ জাতিকে দানৱতাৰ লেলিহান জিহ্বাই গ্রাস কৰি পেলাইছে । প্রতিটো পুৱা কলকিত হয় ৰক্তপাত, হিংসা-হত্যা, ধর্ষণ, বলাৎকাৰৰ দৰে জঘন্য ঘটনাৰে । মাগুৰ মাছ এটা মাৰি খাবলৈ সংকোচ কৰা অসমীয়াৰ তৰুণ এচামে আগ্নেয়াস্ত্র ঝন্‌ঝনাই কলিযা কুকুৰ-শিয়াল মৰাদি গুলিয়াই মানুহ মাৰি, বোমাৰ ফুলজাৰি উৰুৱাই, নীৰিহজনৰ গালৈ গ্রেণেড দলিয়াই পাশবিক উল্লাসত মত্ত হৈছে । লক্ষীপথাৰকে আদি কৰি অসমৰ বিভিন্ন ঠাইত উদ্ভৃত গণ কবৰ, চৰকাৰী-বে চৰকাৰী মুক্ত হত্যা, গুপ্ত হত্যাই অসম যে মানৱতাৰ বধ্যভূমিত পৰিণত হৈছে তাকে সূচায় । অকল অসমতে নহয়, সমগ্র বিশ্বৰ চুকে কোণে সমান্তৰাল ভাবে উগ্রপন্থা আৰু ধ্বংসৰ তাণ্ডৱৰ ঢৌ উঠিছে । বিনসন্ত্রাস লাডেনৰ নেতৃত্বত আমেৰিকাৰ পেন্টাগন আৰু World Trade Centre ধ্বংস, পাকিস্থানী জিহাদীয়েৰ দ্বাৰা মুম্বাইৰ তাজ আৰু অবেৰয় হোটেলৰ হত্যালীলাই পৃথিৱী যে আজি মানৱতাৰ বধ্য ভূমিত পৰিণত হৈছে তাকেই উদঙাই দিছে । শান্তিৰ ধ্বজাবাহী ড০ হাজৰিকাদেৱে কয় যে, আমি মানুহেই যদি মানুহৰ কথা নেভাবোঁ তেন্তে কোনে ভাবিব ? দুর্গতজনক বিপদ সাগৰৰ পৰা উদ্ধাৰ কৰিলে, সাধ্যানুসৰি সহায়ৰ হাত আগবঢ়ালে কাৰো একো ক্ষতি নহয় । গতিকে সামন্ত যুগীয় বর্বৰ ধ্যান ধাৰণা এৰি মানুহ মানুহৰ প্রতি শ্রদ্ধাশীল-সংবেদনশীল হোৱাহে উচিত । কাৰণ, দানৱ কেতিয়াও মানৱ নহয় । যদিহে দানৱ কেতিয়াবা মানুহ হয়ও তেতিয়া মানৱজাতিহে লজ্জিত হ'ব ।

ড০ হাজৰিকাদেৱৰ এই গীতটি বঙালী, নেপালী, হিন্দী, নগা, জাপানী আদি অনেক ভাষালৈ অনূদিত হৈছে । কাহাৰবা তালৰ এই গীতটিৰ বঙালী অনুবাদ 'মানুষ মানুষেৰ জন্যে' গীতটো B B C ৰ বেঙ্গলী চেকশ্যনে কুৰি শতিকাৰ শ্রেষ্ঠ গীত বুলি মত পোষণ কৰিছে।

মানুহে মানুহৰ বাবে
যদিহে অকণো নাভাবে
অকণি সহানুভূতিৰে
ভাবিব কোনেনো কোৱা ? সমনীয়া ?
মানুহে মানুহক বেচিব খুজি
মানুহে মানুহক কিনিব খুজি
পুৰণি ইতিহাস দোহাৰিলে
ভুল জানো নহ'ব কোৱা ? সমনীয়া ?
দুর্বল মানুহে যদি
জীৱনৰ কোবাল নদী
পাৰ হয় তোমাৰে সাহত
তুমি হেৰুৱাবা নো কি ?
মানুহ যদিহে নহয় মানুহ
দানৱ কাহানিও নহয় মানুহ ।
যদি দানৱ কাহানিবা হয়েই মানুহ
লাজ পাব কোনেনো কোৱা ? সমনীয়া ?

# ৰুমঝুম নেপুৰ বজাই

**"গোৱালপাৰাৰ কৃষ্ণকলি বাগিচালৈ ফুৰিবলৈ গৈ এহাল মজদুৰ ডেকা-গাভৰুৰে গা ধোৱা দেখি........."**

**—ড০ ভূপেন হাজৰিকা। কলাবিদ ড০ হাজৰিকাদেৱ য'তেই, যি ঘটনাৰেই সাক্ষী হৈছিল— কেমেৰাত বন্দী কৰি ৰখা ফটোৰ দৰে সেই অভিজ্ঞতাক উত্তৰসুৰী সকলৰ বাবে বলিষ্ঠ কলা শৈলীৰে কালজয়ী গীত ৰচনা কৰি সংৰক্ষণ কৰি ৰাখিছিল— শব্দৰ যাদুৰে, কাব্যৰে, সুৰেৰে,গীতেৰে। ১৯৬০-৬১ চন মানলৈকে অসমৰ চাহ বাগিচাৰ মজদুৰ সকলৰ মাজত শিক্ষা-দীক্ষাৰ সম্প্ৰসাৰণ ঘটা নাছিল। তেওলোকে মুক্ত প্ৰকৃতিৰে স'তে একাত্মহৈ সহাবস্থান কৰিছিল। এই কথাৰ সাক্ষীহৈ আছে এই গীতটি। কাৰণ, সাহিত্য সমাজৰ দাপোন; গীত কাব্য সাহিত্যৰে অঙ্গ। ৰূপসী নদীত জলকেলি কৰা ষোড়শী চাওতালী গাভৰুজনী আৰু কৃষ্ণকলিৰ কৃষ্ণাৰ মুক্ত প্ৰেমে গীতিকাৰৰ অনুভৱী মনৰ চেতনাৰ বীণত ঝংকাৰ তোলে। তেওঁৰ কল্পনাৰ পক্ষীৰাজ ঘোঁৰাই আৰু এধাপ উজাই গৈ উৰা মাৰিছে—এয়া যেন ৰূপসী নদী নহয়; কদমতলেৰে বৈ যোৱা ঝিল্‌মিল যমুনাহে। সৌৱা চাওতালী গাভৰু আৰু কৃষ্ণকলিৰ কৃষ্ণৰ বেশত 'কৃষ্ণ আৰু ৰাধা'! — পৰিবৰ্তনৰ ঢৌত উটি আন আন সভ্য গোষ্ঠী সম্প্ৰদায়ৰ দৰে আজিৰ মজদুৰ ভাই-ভনী সকলেও শিক্ষা-দীক্ষা, জ্ঞান-বিজ্ঞানৰ জ্যোতিৰে জ্যোতিস্মান হৈছে। গীতিকাৰৰ মিঠা প্ৰেমৰ এনে গীতবোৰে আজিৰ অশান্ত জৰ্জৰ পৰিবেশৰ উকঙা মনবোৰত আনন্দৰ অনিমা সিঁচি দিয়ে।**

**ৰুম্ ঝুম নেপুৰ বজাই**
**ঝুম্ ঝুম্ ঝুম্ ঝুমকা কঁপাই**
**ৰূপসী নদীৰ পাৰেদি কোন চাওতালী গাভৰু যায়।**
**তাইৰ অঙ্গে অঙ্গে শোভা**
**তাইৰ ৰূপ মনোলোভা**
**হৰিণী চাৱনিৰ চেনেহ পমি যায়।**
**কৃষ্ণকলি বাগিচাৰ**
**কৃষ্ণ বোলা ডেকাই যে**
**ৰঙামাটিৰ ঘাটতে তাইক দেখা দিয়াৰ কথা যে!**
**সেই ৰঙা ৰঙা পাৰিৰ**
**হালধীয়া শাড়ীৰ**
**আঁচল কামুৰি তাই দুৰণিলৈ চায়।**
**ঝিৰ্ ঝিৰ্ ঝিৰ্ নৈতে পৰি**
**তাই কিয়নো সাঁতুৰিলে**
**নিজৰ ছায়াকে নিজে সাৱটি ধৰিলে।**
**কাজল সনা চকুতে তাইৰ বিজুলী খেলিলে**
**কৃষ্ণকলিৰ কৃষ্ণই ভোটোঙাই ওলালে।**
**তাই ক'লৈনো সাঁতোৰে**
**তাই লাজতেহে মৰে**
**মিচিকি হাঁহিৰে তাই ৰূপ লুকুৱালে**
**কৃষ্ণকলিৰ কৃষ্ণায়ে বুকুৰ মৰম জনাই**
**ঝিল্‌মিল্ ঝিল্‌মিল্ পানীতে তাইক সাৱটি ধৰিলে।**

**কৃষ্ণকলি বাগিচা (গোৱালপাৰা),১৯৬০**

# অলৌগুটি তলৌগুটি

মহাকবি কালিদাসৰ "অভিজ্ঞানম শকুন্তলম্" নাটৰ কাহিনীৰ আধাৰত নিৰ্মিত ড° ভূপেন হাজৰিকাৰ 'শকুন্তলা' নামৰ ক্লাছিক ছবিখনত এই গীতটো দিয়া হৈছে। 'অভিজ্ঞানম্ শকুন্তলম্'ৰ কাহিনী সৰ্বজন বিদিত। কণ্ব মুনিৰ আশ্ৰমত আশ্ৰম পালিতা কন্যা শকুন্তলাৰ সৈতে মৃগয়া কৰিবলৈ যোৱা ৰজা দুষ্যন্তৰ ক্ৰমে প্ৰণয় আৰু গন্ধৰ্ব বিবাহ সম্পন্ন হয়। কৰ্তব্যৰ আহ্বানত ৰজা দুষ্যন্তই স্মৃতি চিহ্নৰূপে শকুন্তলাক আঙুঠি এটা উপহাৰ দি এদিন স্বৰাজ্যলৈ গুচতে। নিয়তিৰ কি নিষ্ঠুৰ পৰিহাস। এদিন মালিনী নৈত গা-ধুওঁতে শকুন্তলাৰ হাতৰ আঙুঠিটো সৰি পৰে। বৰ ডাঙৰ মাছ এটাই আঙুঠিটো গিলি থয়। মাছমৰীয়া এজনে জাল মাৰোঁতে মাছটো পায়। মাছটো কাটোঁতে মাছৰ পেটৰ পৰা সেই বহুমূলীয়া আঙুঠিটো ওলাই পৰে। আঙুঠিটো পাই মাছ কাটোঁতাজন কেনেদৰে আনন্দত উৎফুল্লিত হৈ নাচি উঠিছিল — সেয়া এই গীতটিত সুন্দৰ ভাবে প্ৰস্ফুটিত হৈছে।

অলৌগুটি তলৌগুটি
কোন ক'ত লটিঘটি
কচুপাতৰ লাই
যি হাতে আঙুঠি নাই
সেই হাতে কেনেকৈ পায় ? ঐ ৰাম
কেনেকৈ পায় ?

বৌ, কুচি, চেনী পুঠি
চিতলৰে কোলঠি
লগতে শাক লফা লাই
কি ক'ত বিচাৰি গৈ
কোনে হাবাথুৰি খায় ? ঐ ৰাম
কোনে হাবাথুৰি খায় ?

কোন মৎস কন্যা এহি, ঐ ৰাম
আঙুঠি হেৰুৱালে, ঐ ৰাম
পানী তুলিবলৈ গৈ, ঐ ৰাম
পানী তুলিবলৈ গৈ।
চিকমিক আঙুঠি, ঐ ৰাম
দৰিদ্ৰজনৰে, ঐ ৰাম
গৃহ উজলালে গৈ, ঐ ৰাম
গৃহ উজলালে গৈ।

কোন ক'ত আছা সোণৰে সদাগৰ ?
দৰ দাম কৰাহি চাই,
সোণাৰী শালতে বহি
শিলৰে পাটতে ঘঁহি
সোণৰে আঙুঠি কিনা
নাপাবা দুনাই।

বোলছবি ঃ শকুন্তলা, ১৯৬১

# চিয়াঙৰে গালং, লোহিতৰে খামতি

পাহাৰ ভৈয়ামৰ সম্প্ৰীতিৰ এনাজৰীডাল সুদৃঢ় কৰি বৰ অসম গঢ়াৰ প্ৰচেষ্টা চলোৱা শ্ৰী শ্ৰী শঙ্কৰ দেৱ, জ্যোতি-বিষ্ণুৰ পিছৰ জন হ'ল ড০ ভূপেন হাজৰিকা। তেওঁৰ গীতৰ 'অসম' হ'ল উত্তৰ পূৰ্বাঞ্চল। তেওঁৰ গীতত অসমীৰ পদূলিত 'মৰম চেনেহৰ হাট বহিছে, চিনাকি সবাহ বহিছে, যুগ যুগৰ মিতিৰালিৰ ধ্বজা উৰিছে, চেনেহ এনাজৰীৰে বাটি কাঢ়িছে — এই কথাবোৰ সম্প্ৰীতিৰ এনাজৰীৰে পাহাৰ ভৈয়ামক একতাৰ ডোলেৰে বান্ধি ৰখাৰ সুমহান প্ৰচেষ্টাৰ নিদৰ্শন। তেওঁৰ ভাষাত — "যেতিয়া মই 'চিয়াঙৰে গালং' গানটো লিখোঁ, মোক সম্বৰ্ধনা জনাইছিল আলঙত। তেতিয়া ডাইলুঙে কৈছিল যে ভূপেন হাজৰিকাৰ গাত নেফাৰ তেজ আছে। নেফাৰ গাখীৰ খাইছিল।........আপোনাক একোচা অদৃশ্য চাবি দিলোঁ, আপুনি আমাৰ ইয়ালৈ আহি থাকিব। আপুনি আমাৰ অবৈতনিক সাংস্কৃতিক উপদেষ্টা হ'ব লাগিব।.........নেফালৈ আহি থাকিব, গৈ থাকিব। আমি অসমক ধাৰলৈহে দিছোঁ আমাৰ ল'ৰা।"—( মই এটি যাযাবৰ )। গীতটিত উল্লেখিত — গালং, খামতি, বানচু,আপাটানি, মন্‌পা, পদম, ইদু, নকটেই, চৰদুকপেন্, আঁকা, ৰবী, টাংচা আদি অৰুণাচলৰ একো একোটা জনজাতীয় শাখা গোষ্ঠী। এওঁলোক আমাৰ আপোন ভাই ভনী। গীতটিয়ে আমাৰ মিতিৰ কুটুমৰ ঘৰলৈ গ'লে পোৱা অনাবিল মৰম-স্নেহ, আতিথ্য নাইবা আমাৰ পুৰণি ঐতিহ্য বহন কৰা মৰম-চেনেহ, শান্তি -সম্প্ৰীতিৰ ৰহঘৰা তাহানিৰ যৌথ পৰিয়ালৰ ঘৰৰ ছবিখনলৈ মনত পেলাই দিয়ে।

চিয়াঙৰে গালং, লোহিতৰে খামতি;
টিৰাপৰে বানচুৰে মোক কিয় মাতিছে।
অসমীৰে পদূলি উদূলি যে মুদুলি
মৰম চেনেহৰে হাত বহিছে।
আপাটানি ভনীটিক ধৰিলোঁ সাবটি
বেচ ৰূপে নিলে মোক আথে -বেথে মাতি
ক'লে —আজি কিয় ৰঙৰে চকুলো সৰিছে
অ' পাহাৰৰে তলিতে ভৈয়ামৰে সীমাতে
চিনাকি চিনাকি কি সবাহ বহিছে ?

মন্‌পা ককাইটিক ধৰিলোঁ সাবটি
বিনিময়ত তেওঁ দিলে বুদ্ধৰে মুৰতি
ক'লে,— যুগ যুগৰ মিতিৰালিৰ ধ্বজা উৰিছে।
অ' বহুদিনে নেদেখা পদম, ইদু, নকটেই
'আহ'— বুলি হিয়াৰে আপং যাচিছে।

একতাৰে বেহা কৰি ভাবিলোঁ ওভতোঁ
উভতি চাই দেখোঁ আহিছে সিহঁতো;
বিত্তিয়াই ক'লে মোক,— কিছু বেলি ৰ'বি
উভতি গৈ তই অসমীকে ক'বি —
আজি পাহাৰে ভৈয়ামৰ কলিজা চিনিছে
অ' চৰদুকপেন আৰু টাংচাই
আঁকা আৰু ৰবীয়ে
চেনেহ এনাজৰীৰে বাটি কাঢ়িছে। ৰচনা : আলং (অৰুণাচল), ১৯৬১

# নতুন নাগিনী তুমি, কাল নাগিনী

ড০ ভূপেন হাজৰিকাৰ গীতত প্ৰায়েই বিজয়ৰ সুৰ শুনা যায়। বিজয় সাফল্যৰ গৌৰৱ। যুদ্ধ জয়, দেশ বিজয়তকৈও নাৰীৰ হৃদয় বিজয় কৰা অতি কঠিন। যেনে– "বলীয়া হাতীকো বলাৰ পাৰোঁ মই তোমাক নো ঐ বলোৱা টান।" ৰামায়ণ মহাভাৰতৰ যুগতো যোগ্যতাৰ প্ৰমাণ দিহে শ্ৰীৰাম চন্দ্ৰই হৰধনু ভংগ কৰি সীতাদেৱীক আৰু অৰ্জুনে লক্ষ্য ভেদ কৰি দ্ৰৌপদীক লাভ কৰিবলৈ সমৰ্থবান হৈছিল। আনকি নাৰীৰ হৃদয় জয় কৰিবলৈ কেতিয়াবা যাদু-মন্ত্ৰ বিশেষকৈ 'বশীকৰণ' মন্ত্ৰৰ আশ্ৰয় লব লগীয়া হয়। প্ৰাচীন কামৰূপ তন্ত্ৰ-মন্ত্ৰৰ দেশ আছিল। খৃষ্টীয় নৱম শতিকা মানৰ পৰাই কামৰূপ তন্ত্ৰ-মন্ত্ৰ আৰু ইন্দ্ৰজাল বিদ্যাৰ কেন্দ্ৰ হৈ পৰে। যোগিনী তন্ত্ৰত ইয়াৰ উল্লেখ পোৱা যায়। এই গীতটিতো গীতৰ নায়কজনে 'বশীকৰণ' মন্ত্ৰেৰে তেওঁৰ কামনাৰ পাত্ৰীজনীৰ হিয়া বিজয় কৰাৰ ইংগিত পোৱা যায়। শ্ৰীকৃষ্ণই মুৰুলীৰ সুৰেৰে যোল্লশ গোপিনীক মন্ত্ৰ মুগ্ধ কৰাৰ দৰে এই গীতৰ নায়কেও নাৰী দেহৰ কত গোপন ৰহস্য ভেদ কৰিলে, কত দেশ বিদেশৰ সৰ্পিনীক বশিলে। এনে স্থলত নতুন এই নাগিনীজনীক ভূলোৱাটো তেওঁৰ বাবে তেনেই মামুলি কথা। অৱশেষত, তেওঁ স্বপ্ন প্ৰাপ্ত মন্ত্ৰ মাৰি নতুন সৰ্পিনীজনীক বশ কৰিলে আৰু সেই সৰ্পিনীৰ গোপনে সঞ্চিত অমূল্য মণিটি নিজৰ ডিঙিত পিন্ধি বিজয়োল্লাসিত হ'ল। কামৰূপী লোকগীতত 'কামিনী স্বৰূপে সৰ্পিনী দংশয়' বুলি নাৰীৰ নীচ ব্যাখ্যা দিলেও সেই সৰ্পিনীক বশ কৰি আয়ত্তলৈ অনা কিমান যে কঠিন তাক এই গীতটিৰ পৰাই বুজিব পাৰি। আনহাতে গীতটি পুৰুষৰ অহংকাৰী, ছলাহী আৰু চলনাময়ী মনৰ পৰিচয় জ্ঞাপক।

নতুন নাগিনী তুমি, কাল নাগিনী
তোমাক ভূলাবলৈ কিমাননো পৰ ?
নীলা গৰল পিয়া মই নীলকণ্ঠ
অলিয়া বলিয়া মই যাদুকৰ।

সৰুযৰ স্পৰ্শই ঢুকিকে নোপোৱা
শতাব্দীৰ আন্ধাৰে কলিজা কপোঁৱা
অৰণ্য ভাঙিলোঁ কত গুহা ভেদিলোঁ
মই কত দেশ বিদেশৰ সৰ্পিনী বশিলো
তোমাক ভূলাবলৈ কিমাননো পৰ ?

তুমি নাহিবা, তুমি নাহিবা
মোৰ আশে পাশে তুমি নাহিবা।
মোৰ সুৰৰ মন্ত্ৰ আছে, নাহিবা
মোৰ বশীকৰণ আছে, নাহিবা
মোৰ অহঙ্কাৰো আছে, নাহিবা
মোৰ প্ৰখৰ দৃষ্টি আছে, নাহিবা
তুমি নাহিবা, তুমি নাহিবা। তুমি আহিলা

স্বপ্ন প্ৰাপ্ত মই মন্ত্ৰ মাৰিলোঁ
বিষাক্ত মৃত্যুৰ বিষকোষ কাঢ়িলোঁ
মৃত্যু বিজয়ী মই তোমাকে বশিলোঁ
আজি তোমাৰ অলঙ্কাৰ ডিঙিত পিন্ধিলোঁ
তোমাক ভূলাবলৈ কিমাননো পৰ ?

শিৱসাগৰ, ৩-১-৬১

# নব মল্লিকাৰে হেপাহ জানো পলাব

সৃষ্টিৰ আদি কালৰ পৰাই নাৰীক ফুলৰ লগত তুলনা কৰা হৈছে। ফুলৰ পৱিত্ৰতা, মসৃনতা, সৌৰভ আৰু সৌন্দৰ্য্যৰ সমাহাৰিত্বই ফুলক প্ৰকৃতিৰ মহান অৱদানকেই সূচায়। প্ৰকৃতিৰ লালিতা পালিতা শকুন্তলা যেন এপাহ নৱ মল্লিকা। এই গীতটিত গীতিকাৰ ড০ হাজৰিকাদেৱে জন কোলাহলৰ পৰা আঁতৰত প্ৰকৃতিৰ শান্ত - সৌম্য পৰিবেশত আশ্ৰম পালিতা কন্যা শকুন্তলাৰ ব্যক্তিত্ব, দেহ ভঙ্গীমাৰ বৰ্ণনা দিবলৈ গৈ ভাষাৰ আঁত হেৰুৱায়। নৱমল্লিকা শকুন্তলাই মালিনী নৈৰ পানীৰ দাপোনত নিজেই নিজৰ ৰূপ চাই চাই আত্মহাৰা হয়; পদুম পাতৰ বিচনীৰ শীতল বাৰেহে সুকোমল দেহটি শীতলে ! হংসগামিনী, বন মৃগ নয়না শকুন্তলাৰ খোজেপতি পদুম ফুলে, হাঁহিত শেৱালি সৰে। ময়ূৰপংখী সপোনৰ ৰংবোৰে বাৰু কাৰ ছবি আঁকে ? কোন ভ্ৰমৰৰ গুঞ্জন ধ্বনিৰ বাবে উদগ্ৰীৱ ? ৰজা দুষ্যন্তৰ ??

নৱমল্লিকাৰ হেপাহ জানো পলাব
মালিনী নৈতে ৰূপ চায়, চায় ?
শকুন্তলা আইৰ জানো দেহাটি শীতলিব
পদুমৰে পৰশন পাই , পাই ?

দেহা ভঙ্গীমাৰে বিৱৰণি কিনো দিম
দেখিয়েই ভাষাটি হেৰাই
হংসগামিনী সখী বন মৃগ নয়নাই
খোজেপতি পদুম ফুলায়, ফুলায়।

ময়ুৰপংখী ৰূপী সপোনৰে ৰংবোৰে
হাঁহিটিত শেৱালি সৰায়
ভ্ৰমৰ গুঞ্জন ধ্বনি শুনা যদি সখি তুমি
নাযাবা লৰৰি পলাই।

বোলছবি : শকুন্তলা, ১৯৬১

# নেকান্দিবা নেকান্দিবা

মাহ-হালধিৰে নোৱাই -ধুৱাই, আ-অলঙ্কাৰ পিন্ধি, পাট-মুগাৰ সাজেৰে সুসজ্জিত হৈ কপালত পুৱাৰ সূৰুয যেন ৰঙা ফোঁটটোলৈ কইনা হ'বলৈ কোন দাপোনমতীয়ে নিবিচাৰে? প্ৰতি গৰাকী বিবাহোপযোগ্যা গাভৰুৰে গোপন মনত সেই সপোনে লুকা-ভাকু খেলে। অসমীয়া সমাজত অতীজৰে পৰাই জোৰোণত (অবিভক্ত কামৰূপত তেলৰ ভাৰ) দৰাঘৰৰ পৰা বস্ত্ৰ, আ-অলঙ্কাৰ আদি কইনাৰ ব্যৱহাৰ্য্য যাৱতীয় সামগ্ৰী কইনা ঘৰলৈ দি পঠোৱা হয আৰু তাৰেই কইনা সাজি কইনাই দৰা ঘৰলৈ আহি দাম্পত্য জীৱনৰ শুভাৰম্ভ কৰে। কিন্তু সকলোৰে পক্ষে এয়া সম্ভৱ জানো? এহ গীতত উল্লেখিত ডেকাজন দুখীয়া। আন আন ডেকাৰ দৰে তেওঁও বিচাৰে তেওঁৰ মৰমৰ ন-কইনাজনীক অপূৰ্ব বেশত চাবলৈ, আনি দিব খোজে মহাসাগৰ সিঁচি সাত মাণিকৰে ধন। আমাৰ ডেকাজন দুখীয়া যদিও তেওঁ সৎ-ন্যায় নিষ্ঠ, আকাশৰ দৰে উদাৰ হৃদয়ৰ, সহজ-সৰল, হোজা ডেকা, ঠগ-প্ৰবঞ্চনা, শঠতা, শোষণ-দুৰ্নীতি কি বস্তু চিনি নোপোৱা। পিতৃ-মাতৃ বা শিক্ষা গুৰু কাৰোৰেই পৰা তেওঁ আনক ঠগাই কোৰোণাৰে ধন চপাবলৈ শিক্ষা পোৱা নাই। তথাপি, তেওঁৰ আপচোচ হোৱাটো স্বাভাবিক। কাৰণ, তেওঁ নিজৰ ন-কইনাজনীক আন দহজনৰ দৰে সজাব নোৱাৰে। সেয়েহে, 'আলফুলে মৰমৰ ন-কইনাজনীক তেওঁ নিচুকাইছে – দুখ নকৰিবলৈ, নেকান্দিবলৈ' ধন বিত নাথাকিলেও ন কইনাজনীক মৰম ওপচাই দিব পৰা তেওঁৰ আছে এখন নিকা হৃদয। হিয়াৰ সেই সঁচা মৰমত বুৰি সঁচা জীৱন যাপন কৰিবলৈ। আনহাতে, তেওঁ এজন সংস্কৃতিবান পুৰুষ, শিল্পী – গীত-নাট-ভাওঁনা, পেঁপা-গগণা বজাই ভাল পোৱা। গতিকে যদিহে নকইনাজনীয়ে বিচাৰে তেনেহ'লে শ্ৰীকৃষ্ণই কংসৰূপী দুষ্কৃতিক সংহাৰি জগতত শান্তিৰ বাতাবৰণ সৃষ্টি কৰা কংসবধৰ ভাওঁনা তেওঁ দেখুৱাব পাৰে' গীতটিৰে গীতিকাৰে দুৰ্নীতি, কুসংস্কাৰেৰে ভৰা সমাজখন ভাঙি ছিঙি এখন শোষণ বিহীন সাম্যৰ সুন্দৰ নতুন সমাজ গঢ়াৰ পৰিকল্পনাৰ ইংগিত দিয়ে। সেয়েহে তেওঁ মানুহৰ মনত শান্তি দিব পৰা বনৰ জীয়া মইনা চৰাই এটি ন-কইনা জনীক উপহাৰ দিবলৈ বিচাৰিছে। গীতটি গায়ক গীতিকাৰৰ জীৱনৰ সৈতেও সংপৃক্ত।

নেকান্দিবা নেকান্দিবা মোৰে নতুন কইনা
প'হাৰ বগাই ধৰি আনিম তুমি খোজা মইনা,
মইনা মইনা নেকান্দা কইনা।
আনৰে সোণ লুকুৱাবলে' —পিতায়ে শিক্ষা নিদিলে
সমাজৰ ধন চান কাটিবলে' — আয়ে শিক্ষা নিদিলে
কুবেৰৰো পো নহলোঁ দিবলৈ সোণ গহনা
(পিছে) পাহাৰ বগাই ধৰি আনিম এটি জীয়া মইনা। মইনা মইনা
ধনীৰ ঘৰত পৰাহেঁতেন, আজি তুমি কইনা
পেৰা ভৰাই মণি-কেৰু পালাহেঁতেন কতনা
পাহৰিব খোজা যদি পেটৰ ভোকৰ যাতনা
দেখুৱাব পাৰোঁ মই কংস বধৰ ভাওনা,
ভাওনা ভাওনা নেকান্দা কইনা।
আনক মাৰি ধন সাঁচিবলে'— গুৰুৱে শিক্ষা নিদিলে
মিঠা তেলত বিহ ঢালিবলে'— গুৰুৱে শিক্ষা নিদিলে
আগলি বাঁহৰে যদি লাইবি গগণা
শুনিব খুজিছা তুমি বজাই শুনাম মইনা
মইনা মইনা নেকান্দা কইনা।

ৰচনা : গোলাঘাট, ১৯৬১

# পিতৃ গৃহ ত্যাগি আইমোৰ

মহাকবি কালিদাসৰ তৃতীয় আৰু শ্ৰেষ্ঠতম নাটক হ'ল 'অভিজ্ঞানম্ শকুন্তলম্' ।ড° ভূপেন হাজৰিকাদেৱে তেওঁৰ তৃতীয়খন ছবি সেই মহান নাট্যকাৰজনৰ নাটকৰ কাহিনীৰে 'শকুন্তলা' চিনেমা নিৰ্মাণ কৰে । এই গীতটি নায়িকা শকুন্তলাই পতি গৃহলৈ যোৱাৰ সময়ত যি কৰুণ পৰিস্থিতিৰ সৃষ্টি হৈছিল তাক অতি সুন্দৰ ৰূপে বৰ্ণনা কৰা হৈছে । সাহিত্যৰ ভিতৰত নাটককেই শ্ৰেষ্ঠ বুলি কোৱা হয় আৰু নাটকৰ ভিতৰত 'শকুন্তলা' শ্ৰেষ্ঠ আৰু শকুন্তলা নাটকৰ চতুৰ্থাঙ্ক শ্ৰেষ্ঠ বুলি কোৱা হয় । এই কথাষাৰি সংস্কৃতত এনেদৰে কোৱা হৈছে "কাব্যেষু নাটকং ৰম্যং তত্ৰ ৰম্যং শকুন্তলা । তত্ৰাপি চ চতুৰ্থাঙ্কঃ তত্ৰ শ্লোকচতুষ্টয়ম্।" কিছুমানে আকৌ চতুৰ্থাঙ্কতকৈও পঞ্চম অঙ্কটো বেছি মনোগ্ৰাহী বুলি কয় । যেনে ঃ " শকুন্তলাচতুৰ্থোঙ্কাঃ সৰ্বোৎকৃষ্ট ইতি প্ৰথা। ন সৰ্বসংমেতা যস্মাৎ পঞ্চমোস্তি ততোধিকঃ ।।" কাৰণ, পঞ্চম অঙ্কত শকুন্তলাই শাৰঙ্গৰৱ, শাৰদ্বত আৰু গৌতমীৰ সৈতে পতিগৃহলৈ গমণ, শশী তীৰ্থত আঙুঠি হেৰোৱাৰ বিৱৰণ আৰু ৰজা দুষ্মন্তৰ দ্বাৰা শকুন্তলাক প্ৰত্যাখ্যান কৰাৰ বিৱৰণ আছে । এই অঙ্কত প্ৰায় আটাইকেইটা ৰসৰেই সমাবেশ ঘটিছে ।

বিদায় সদায়ে বেদনা দায়ক । জনমৰে পৰা তুলি তালি ডাঙৰ দীঘল কৰা ছোৱালীজনী আনৰ ঘৰলৈ উলিয়াই দিয়াত পিতৃ-মাতৃ তথা পৰিয়ালৰ লোকৰ বুকুত যি বেদনাৰ উদ্ৰেক হয় সি অতিকে যন্ত্ৰণা দায়ক। কিন্তু উপায় যে নাই - ই সংসাৰৰ নিয়ম। শকুন্তলাৰ পতিগৃহলৈ যাত্ৰাৰ ক্ষণত যি কৰুণ পৰিস্থিতিৰ সৃষ্টি হৈছিল সেয়া ঠিক আমাৰ অসমীয়া সমাজৰ বিয়া এখনৰ ছোৱালী উলিয়াই দিয়া ক্ষণৰ কৰুণাত্মক দৃশ্য । শকুন্তলাৰ বিদায় বেলাত আশ্ৰমৰ পশু-পক্ষী, তৰু-তৃণ সকলো শোকত ম্ৰিয়মান । পোহনীয়া মৃগ শিশুটিয়ে বাৰে বাৰে আঁচলত কামুৰি ধৰে; যাৰবাবে বাটকে এৰি নিদিয়ে। মাতৃ গৌতমী, সখী প্ৰিয়ম্বদা, অনুসূয়াকে আদি কৰি শোকাকুল আশ্ৰমবাসী । জন্মদাতা নহলেও লালন পালন কৰ্তা পিতৃ কণ্ব মুনি কন্যাৰ বিচ্ছেদ বেদনাৰ শোকত বিহ্বল। শকুন্তলা অবিহনে শূন্য হ 'ল তেওঁৰ তপোবন । দশোদিশে অন্ধকাৰ, যেন দিনতে ডুবিল সূৰ্য্য।

পিতৃ গৃহ ত্যাগি আই মোৰ
পতি গৃহে যায়
দুই পাৰ চলে যদি
এক পিছুৱায় ।

মৃগ শিশুটিয়ে আই তোক
এৰি নিদিয়ে
পিতৃ আৰু সখীদ্বয়ে
কোন সতে এৰে ?

ঐশ্বৰ্য্যৰ সাগৰ পাৰ নৃপতিৰ ঘৰে
তথাপি কি সতে আজি মালিনী নৈ এৰে ?

ময়ুৰপংখী নাও তই
কন্যাক ক'লৈ কাঢ়ি নিয় ?
পত্ৰবিহীন বৃক্ষক কিয় সহাঁৰি নিদিয় ?

দিগন্ত ঢাকিলে অন্ত হীন দুখৰ ছাঁই
তপোবনৰ গীতিকাৰেও প্ৰকাশ হেৰুৱায় ।

বোলছবি ঃ শকুন্তলা, ১৯৬১

# প্ৰথম প্ৰহৰ ৰাত্ৰি

বিয়ানামবোৰ (নামনি অসমত বিয়াগীত) অসমীয়া লোকসংস্কৃতিৰ আপুৰুগীয়া সম্পদ। বিয়ানামবোৰ সাধাৰণতে জীয়ৰী ছোৱালী আৰু আয়তী সকলে মিলি দলবদ্ধ ভাৱে পৰিবেশন কৰে। দৰাৰে হওক বা কইনাৰে হওক বিয়াৰ দিন খাটাং কৰাৰ দিনাৰে পৰা আৰম্ভ কৰি বিয়াৰ সান্দহ খুন্দা, গুৱাগৰ খান কৰা, জোৰণ, আৰু বিয়াৰ দিনাখনৰ পুৱাৰে পৰা পুৱতি নিশা কইনা উলিয়াই দিয়ালৈকে সকলো কাৰ্যসূচীতে আয়তী সকলে মাঙ্গলিক উৰুলি ধ্বনিৰে বিয়ানাম গায়। অতীতৰে পৰাই এই গীতবোৰ আয়তী সকলৰ মাজত মুখ বাগৰি বাগৰি চলি আহিছে যদিও ধীমন্তা সুনিপুনা নামতী সকলে থাউকতে পৰিবেশৰ লগত খাপখোৱাকৈ গীত ৰচিও গাই দিয়ে কেতিয়াবা। গীতবোৰৰ ভাষা প্ৰাঞ্জল, ভাব অতি উচ্চ মানৰ। দৰা-কইনাক ৰামায়ণ, মহাভাৰত আদিৰ কাহিনীৰ আধাৰত ৰাম-সীতা ৰাধা-কৃষ্ণ, উষা-অনিৰুদ্ধ, হৰ-গৌৰী আদি ৰূপে কল্পনা কৰি বিয়াৰ বিভিন্ন অনুষ্ঠানৰ সতে সঙ্গতি ৰাখি সুৰীয়াকৈ পৰিৱেশন কৰি বিবাহ অনুষ্ঠানৰ গাম্ভীৰ্যতা, পবিত্ৰতা সুৰক্ষিত কৰাৰ লগতে বিবাহ অনুষ্ঠানক জাকজমক তথা আনন্দোজ্জ্বল কৰি তোলে। এই গীতবোৰত দৰা-কইনাৰ ৰূপ-গুণৰ বৰ্ণনা, দাম্পত্য জীৱনৰ আদৰ্শ, সংসাৰ সজোৱাৰ পৰামৰ্শ, পতিভক্তি-পত্নীপ্ৰেম, সামাজিক ৰীতি-নীতি পৰম্পৰা ৰক্ষাৰ উপদেশ, জীয়ৰী ছোৱালী উলিয়াই দিয়াৰ কাৰুণ্য আদিৰ বৰ্ণনা অনুপম। কিছুমান গীতেৰে ৰং ধেমালিও কৰা হয়। সেইবোৰক যোৰানাম বা খিচাগীত বোলে। উল্লেখিত গীতটি সংস্কৃতিৰ ধ্বজা বাহক ড০ হাজৰিকাদেৱে প্ৰচলিত বিয়াগীতৰ পৰা তুলি আনি লয়ে লাসে তাল-মান-লয়েৰে মালাগাঁথি, আধুনিক আ-অলঙ্কাৰ, সাজ-সজ্জাৰে সুসজ্জিত কৰি শকুন্তলা বোলছবিত সন্নিবিষ্ট কৰিছে। ড০ হাজৰিকাদেৱে কয় যে-- 'আমাৰ অসমীয়া বিয়া নামৰ সূত্ৰধৰি কালিদাসৰ শকুন্তলাৰ বিয়াক অসমীয়া কৰি তোলাৰ প্ৰচেষ্টা কৰিছিলোঁ এই গীতটিত।"

প্ৰথম প্ৰহৰ ৰাত্ৰি ফুলি আছিল চম্পা
শুনা সখী শকুন্তলা তুলি বান্ধা খোপা।

দ্বিতীয় প্ৰহৰ ৰাত্ৰি ফুলি আছিল তগৰ
শুনা সখী ৰূপৱতী নধৰা জগৰ।

তৃতীয় প্ৰহৰ ৰাত্ৰি ফুলিলে শেৱালি
কেতেকীয়েও তোমাৰ হিয়াত দিলে পৰাগ ঢালি।

আইদেউৰে গালৈকে চাবকে নোৱাৰি
হীৰা কি মুকুতা জ্বলে ধৰিব নোৱাৰি।

ষষ্ঠ প্ৰহৰ ৰাত্ৰি ফুলি আছিল যুতি
তোমাৰ স্বামী দুষ্যন্তকে আজি কৰা স্তুতি।

# বনৰে পখিটি

ধুপুচ ধাপাচকৈ অ'ত ত'ত পৰি লৰি ঢাপৰি ফুৰা শিশুৰ আধাফুটা মাত, হাঁহিৰ খলকনিয়ে ঘৰ খনকে সৰগত পৰিণত কৰে । মৰীচি মুনিৰ আশ্ৰমত শকুন্তলা নন্দন সৰ্বদমন পদুমৰ কলি; তপোবনৰ আকাশৰ জোন । স্বামীৰ দ্বাৰা পৰিত্যক্তা শকুন্তলাৰ দেহৈ পুৰি ছাৰ খাৰ হোৱা হৃদয়ৰ সৰ্বদমন আশাৰ কলি, বহুমূলীয়া মাণিক হৃদয় জিলমিল কৰা; মাতৃৰ মনৰ আকাশ উজলোৱা ধ্ৰুৱতৰা । নোপোৱাৰ বেদনাৰ এন্ধাৰ পঁজাৰ এগছি বন্তি । সেয়েহে সৰ্বদমনৰ বাবে আশ্ৰমবাসী পাগল । সৰ্বদমনো আশ্ৰম বাসীৰ মৰমত বলিয়া । তপোবনৰ আলাসৰ লাৰু ধুনীয়া ধনটি সৰ্বদমন (ভৰত) তৃতীয়াৰ জোনৰ দৰে দিনে দিনে বাঢ়ি আহিছে । তজ্‌বজীয়া, শান্ত-শিষ্ট-মহাদুষ্ট শিশুটিয়ে সিংহৰ পোৱালিৰ সতে খেলে । আশ্ৰমৰ সৰ্বস্ব, মাতৃ শকুন্তলা সমন্বিতে আটাইৰে লগত ওমলা শিশুটিক মৰমতে পদুমৰ মধু আৰু ক্ষীৰ কামধেনু দিলে, কপালত চন্দনৰ তিলক আৰু ৰামধেনুৰ ৰহণ দিলে । লগতে দিনে দিনে বাঢ়ি আহিবলৈ, ডাঙৰহৈ মানৱৰ দুখ নাশি পৃথিৱী মহান কৰক; যুগে যুগে ইতিহাসৰ পাতে পাতে তেওঁৰ নামটি যুগমীয়া হওঁক —তাৰ বাবেই থাকিল শত আশীৰ্বাদ। —এই গীতটি এটি শিশু ওমলোৱা গীত । শকুন্তলা নাটক সম্পৰ্কে ইউৰোপৰ কবিকুল গুৰু গ্যাটেই কয় — " কোনোবাই যদি বসন্তৰ ফুল আৰু শৰতৰ ফল, কোনোবাই যদি সৰগ আৰু মৰত একেলগে চাব খোজে তেনেহ'লে শকুন্তলা নাটকতে পাব ।"

ৰনৰে পখীটি ।  
তোমাৰ লগৰীয়া আমাৰে জোনটি  
পদুমৰ কলিটি ।  
তোমাৰ লগৰীয়া আমাৰে জোনটি ।  
অ' অ' জোনটি ।  
আমাৰ তপোবনৰ ধুনীয়া ধনটি, জোনটি ।  
তুমি শকুন্তলাৰ হিয়াৰ মাণিক  
জিলমিল জিলমিল কৰা  
জননীৰে মনৰ আকাশ উজ্জ্বলোৱা ধ্ৰুৱতৰা  
নোপোৱাৰ বেদনাৰে  
এন্ধাৰ পঁজাৰ তুমিয়ে বন্তি  
পদুমৰে মধু দিলোঁ  
আৰু দিলোঁ ক্ষীৰ কামধেনু  
তিলক দিলোঁ চন্দনৰ  
আৰু দিলোঁ ৰহণ ৰামধেনুৰ  
আমাৰ শত মৰম দিলোঁ,  
দিনে দিনে তুমি বাঢ়া  
মানৱৰে দুখ নাশি পৃথিৱী মহান কৰাঁ ।  
ইতিহাসৰ পাতে পাতে  
যুগমীয়া হওঁক তোমাৰ নামটি ।

বোলছবি ঃ শকুন্তলা, ১৯৬১

# বিৰাজে কি সাজে

সিংহৰ পোৱালিৰ সতে খেলি থকা ৰাজচক্ৰবৰ্তী চিহ্নযুক্ত শিশুটিক দেখা পাই ৰজা দুষ্যন্তৰ মনত নিজ পুত্ৰ বুলি প্ৰতীতি জন্মে। শকুন্তলা দুষ্যন্তৰ পুনৰ্মিলন হয়। মিলন আনন্দত শকুন্তলাৰ মুখ চন্দ্ৰমাৰ জেউতিৰে জিলিকি উঠিছে। স্বামীৰ দ্বাৰা প্ৰত্যাখ্যাতা বিৰহানলত দহি দহি ছাই হৈ যোৱা হিয়া খনি ন-বৰষুণৰ পানী পাই পল্লৱিত হোৱা তৰু-তৃণৰ দৰে স্বামীৰ সতে হোৱা পুনৰ্মিলনত শকুন্তলাৰ হিয়াখন উঠলি উঠিছে। সমাগত শুভ দিনৰ আনন্দত উণ্ডল থুণ্ডল, নৱ বেশ ভূষণেৰে সুসজ্জিতা শকুন্তলাক ত্ৰৈলোক্য বিমোহিনী ৰূপত দেখা গৈছে। ধৈৰ্য্যৰ ফল মিঠা। অশেষ ধৈৰ্য্য আৰু সহিষ্ণুতাৰ বলত আজি শকুন্তলাৰ শোক তাপ নিৰানন্দৰ নিৰ্বাপন হ'ল। আজি শকুন্তলা পতিগৃহলৈ যাব। নিজৰ ভুলৰ অনুশোচনাত দগ্ধ ৰজা দুষ্যন্তৰো আজি হিয়াখন প্ৰিয়া-পুত্ৰ মিলনৰ ৰঙতে ৰামধেনুৰ সাতোৰৰণেৰে ৰঙীণ হৈ পৰিছে। দুষ্যন্ত শকুন্তলাৰ কিমান যে ভাগ্য। তেওঁলোকৰ সুপুত্ৰ (সৰ্বদমন) ভৰতৰ নামেৰেই আমাৰ দেশখনৰ নাম হ'ল ভাৰত বৰ্ষ।

বিৰাজে কি সাজে
        প্ৰকৃতি জীয়ৰী
মিলন দেখি হাঁসে সখী
        নিজকে পাহৰি।

শোক তাপ নিৰানন্দৰ
        আজি পৰিল অন্ত
ৰঙে ৰঙে ভৰিল আজি
        মনৰে দিগন্ত।

শকুন্তলা দুষ্মন্তৰে
        মনত আজি হৰ্ষ
পুত্ৰ ভৰতৰ নামে
        হ'ল ভাৰত বৰ্ষ।
সম্পাদিতম্, অভিজ্ঞানম্ শকুন্তলম্
        নাম নাটকম্

বোলছবি ঃ শকুন্তলা, ১৯৬১

# কত জোৱানৰ মৃত্যু হ'ল

হৃৰিণাব মাসেই বৈৰী হোৱাৰ দৰে অসমৰ জলবায়ু, প্ৰাকৃতিক সৌন্দৰ্য্য আৰু বনজ, খনিজ সম্পদ সমূহৰ বাবে যুগে যুগে এই ভূখণ্ড শত্ৰুৰ লোভৰ সামগ্ৰী হৈ আছিছে। মোগলে সোতৰবাৰ আৰু মানে তিনিবাৰ অসম আক্ৰমণ কৰে। মানৰ আক্ৰমণো আছিল অতি নিষ্ঠুৰ, অতি নিদাৰুণ যাৰ বৰ্ণনা দিবলৈকে টান। ইয়াৰ পিছত আহে ইংৰাজ সকল। ইংৰাজৰ শাসনতো অসমীয়া মানুহৰ দুখ দুৰ্গতিৰ সীমা নোহোৱা হৈছিল। কুটিল ইংৰাজেই সিঁচি থৈ যায় এক মাৰাত্মক জ্বৰৰ বিষাক্ত বিজাণু যাৰ উত্তাপত ৰণোন্মাদ হৈ উঠিল চীন আৰু ভাৰত। চীন ভাৰতৰ শত্ৰু দেশ নাছিল। কনৌজৰ ৰজা হৰ্ষবৰ্দ্ধন আৰু কামৰূপৰ ৰজা ভাস্কৰ বৰ্মাৰ দিনত চীনা পৰিব্ৰাজক হিউবেন চাঙে কামৰূপত কিছুকাল থাকি তেওঁৰ বিৱৰণীত এই দেশৰ সাহিত্য সমাজ-সংস্কৃতিৰ বিষয়ে সুন্দৰ টোকা লিখি থৈ গৈছে। ১৯৬২ চনত চীনে ভাৰত আক্ৰমণ কৰে। এই আক্ৰমণৰ মূল কাৰণ হ'ল চীন ভাৰতৰ অমীমাংসিত কাল্পনিক সীমা ৰেখা মেক্‌মোহন লাইন। ১৯১৩ চনত বৃটিছে চিমলাত ভাৰত আৰু তিবৃত চৰকাৰৰ মাজত এখন সন্মিলন পাতে। চীন তালৈ নাহিল আৰু তাত স্বাক্ষৰিত চুক্তিকো চীনে মানি নল'লে। সেই সন্মিলনত বৃটিছ প্ৰতিনিধিৰ বৈদেশিক চেক্ৰেটাৰী মেক্‌মোহনে স্বীকাৰ কৰিছিল যে 'চিমলা সন্মিলনত চীনক কোনো ত্ৰিপাক্ষিক চুক্তিত ৰাজী কৰিব পৰা নগ'ল। তথাপি তিবৃত আৰু ভাৰতৰ অসম প্ৰদেশৰ মাজৰ সেই কাল্পনিক সীমাৰেখাই হ'ল মেক্‌মোহন লাইন। চীনা সৈন্যই চীন ভাৰতৰ সীমা পাৰ হৈ আহি সীমান্তৰক্ষী ভাৰতীয় জোৱান সকলক অতি বৰ্বৰ ভাবে হত্যা কৰি বৰ্তমান অৰুণাচলৰ কামেং জিলাৰ বোমডিলা পায়হি। জাতীয়তাবাদী শিল্পী সকলে এই আক্ৰমণক লৈ নানা গীত ৰচিলে –'চীনক বোলে লাগে বান্ধৈ ভাৰতৰে মাটি, বোমডিলা লাডাখতে পাতে ৰণৰ ঘাটি।' তেতিয়া ভাৰত উপমহাদেশৰ প্ৰধান মন্ত্ৰী জৱাহৰলাল নেহৰুৱে অসমক ৰক্ষা কৰাৰ কোনো উপায় নেদেখি অসহায় ভাবে অসম আৰু উত্তৰ-পূৰ্ব সীমান্ত ভূভাগক শত্ৰুৰ হাতত এৰি দি শিলিগুৰিতেই চীনা সৈন্যক বাধা দিবৰ বাবে প্ৰস্তুতি চলায়। ৰেডিঅ' যোগে তেওঁ অসমৰ জনসাধাৰণলৈ এই বুলি বিবৃতি দিয়ে–'My heart bleeds for the people of Assam (অসমৰ ৰাইজৰ কাৰণে মোৰ প্ৰাণে কান্দি উঠিছে।) সৌভাগ্যৰ কথা, কোনো অজান কাৰণত চীনা সৈন্যই অসম অধিকাৰ নকৰাকৈ গুচি যায়। কিন্তু চীন ভাৰতৰ এই যুদ্ধত শত্ৰু পক্ষ চীনকে জগৰীয়া কৰা হৈছে যদিও ভাৰতো ধোৱা তুলসীৰ পাত নহয়। ১৯৫৯ চনৰ ১২ চেপ্তেম্বৰত লোকসভাত তেতিয়াৰ প্ৰধানমন্ত্ৰী নেহৰুৱে স্বীকাৰ কৰিছিল যে 'কোনো কোনো অঞ্চলত মেকমোহন লাইন স্পষ্ট নহয়। পৰবৰ্তী কালত আমাৰ দ্বাৰা তাক একোকে মানা হোৱা নাই।'

চীনৰ সেই ভয়াবহ আক্ৰমণত চেণ্ট্ৰেল বোৰ্ড অব ডিফেন্স আৰু ইষ্টাৰ্ণ ইণ্ডিয়ান মোশ্বন পিকচাৰ্চ এচোচিয়েশ্বনৰ হৈ অসম তথা নেফা অঞ্চলৰ ৰাইজৰ মনোবলৰ বিষয়ে ডকুমেণ্টৰী কৰিবলৈ যোৱা দলত বমডিলাত উপস্থিত হৈ ড০ হাজৰিকাদেৱে এই নৃশংস ঘটনাৰ চাক্ষুস অভিজ্ঞতা লাভ কৰে। এই আক্ৰমণ ইমানেই নৃশংস আছিল যে - জেনেভা কনভেকচনক বৃদ্ধাঙ্গুষ্ঠ প্ৰদৰ্শন কৰি মৃত জোৱানক সন্মানেৰে সংকাৰ কৰাৰ সলনি নৰৰক্তলোলুপ পৰৰাজ্যলোলুপ চীনা দস্যুহঁতে আমাৰ পেট্ৰ'ল ঢালিয়েই মৃত জোৱানৰ মুখ পুৰি চিনিব নোৱাৰা কৰি মুখত শিলগুটি জাপি থৈছিল। ছেদেলি ভেদেলি হৈ পৰি থকা মৃতদেহবোৰ কুকুৰে কেং কেঙাই টানি আজুৰি আছিল। মাটিত পৰি থকা মৃত জোৱানৰ হেলমেট তেওঁলোকৰ গাড়ীৰ চকাৰ তলত পৰি কেৰেক্‌কৈ ভঙাৰ শব্দত হাজৰিকাদেৱৰ শোকত বুকু ভাঙি চুৰমাৰ হৈ দুচকুৰে বাগৰিছিল অশ্ৰুবন্যাৰ ঢল। দেশবাসীৰ বাবে প্ৰাণাহুতি দিয়া সেই মহাত্মা মৃত জোৱানসবৰ সমুখত নিজকে জীৱিতাৱস্থাত দেখি চৰম লজ্জাবোধত ভুগিছিল তেওঁ। সেয়ে আপোনজনৰ অনাকাঙ্ক্ষিত মৃত্যুত শোকদগ্ধজনে 'গোঁসায়ে অমুকক নিনি মোকেনো মাৰি নিনিলে কিয় ?' বুলি বিনোৱাৰ দৰে তেওঁও দুখতে কৈছে – 'তেওঁন মৃতক নহলোঁ মই কিয় ?' বুলি। তাৰোপৰি মৃত্যু বিজয়ী সেই জোৱান সকলে বীৰদৰ্পে পৰলোক গমন কৰিলে তাকো তেওঁ

সুন্দৰ ভাবে পৰিস্কাৰ কৰি দিছে 'সেই মৃত্যু অপৰাজেয়' কথাৰে। কাৰণ তবিলে দেশ মাতৃৰ স্বৰ্গ। বণত যুঁজি মৰোঁতা জনক স্বৰ্গগামী হোৱা বুলি ধৰা হয়। নেফাৰ চাহে, চিকম, খুইতাম, থেচিঙকে আদি কৰি কিছুমান খলুৱা লোকে সাত্তাব্য আসন্ন মৃত্যুকো নেওচি 'জাগ্ৰত প্ৰহৰী'ৰ দৰে আহত জোৱান সকলক যথা সম্ভৱ সহায় সহযোগিতা, সেৱা শুশ্ৰুষা আগবঢ়াই মহানুভৱতা, সঁচা মানৱতাৰ পৰিচয় দিছে। এওঁলোকৰ এনেহেন ত্যাগ, মানৱতা দেখি মৃত জোৱান সবেও যেন চিঞৰি কৈছে 'সীমান্তত চাহে, চিকম আদিৰ দৰে 'লাগে চিৰ জাগ্ৰত এটি বাহিনী'। ইমান দিনে মানুহে হিমালয়ক ভাৰতৰ প্ৰহৰী ৰূপে জ্ঞান কৰি আহিছিল। কিন্তু এইবাৰ হিমালয়েও সুৰক্ষা দিবলৈ সক্ষম নহ'ল। সেয়েহে, খং, ঘৃণা, ক্ষোভত ড০ হাজৰিকাদেৱে গালি পাৰি পাৰি কৈছে যে–'চৌ এন লাইৰ দিনৰ এঁহ অসভ্য চীনা চাম আগৰ 'সভ্য' চীনৰ দেখ দেখকৈ জাৰজ সন্তান। পশুহঁতে শিয়ালৰ পৰা আহি অতৰ্কিতে আক্ৰমণ কৰি বৰ্বৰ ভাবে হত্যা কৰিলে এই জোৱান সকলক।' হায়। কতৰ যে সোণৰ সংসাৰ নাশ হ'ল। 'কত পিতৃ পুত্ৰ হাৰা হ'ল। কোন মাতৃৰ বুকু শুদা হ'ল। ৰঙা সেন্দুৰ কাৰ মচা গ'ল। কাৰ বাসনা অপূৰ্ণ ৰ'ল। প্ৰতি মৃত জোৱানৰ প্ৰতি টোপাল ৰক্ত বিন্দুই গায়ক গীতিকাৰৰ দেহৰ প্ৰতি টোপাল তেজ উত্তপ্ত কৰি অধিক সাহসী কৰি তুলিলে কিবা কৰৰ বাবে, গীত ৰচিবৰ বাবে কৰুণ, বীৰ ৰসৰ। কুৰুক্ষেত্ৰ মহাৰণত মাতৃৰ আশীষ লবলৈ যোৱা দুৰ্যোধনক চকুত পটি বন্ধা মাতৃ গান্ধাৰীয়ে আশীৰ্বাদ দিছিল –'ধৰ্মৰ জয় হওঁক'। তেনে এটি ভাবতে হাজৰিকাদেৱেও গাইছে বিজয় আমাৰ অনিবাৰ্য – 'যাচিলোঁ প্ৰতিজ্ঞা জয়ৰে'। সেই আবেগৰ উত্তাল তৰঙ্গৰ জোৱাৰতে [illegible] হ'ল তেওঁৰ জাতীয় প্ৰেমৰ এই কালজয়ী গীতটি।

কত জোৱানৰ মৃত্যু হ'ল।
কাৰ জীৱন যৌৱন গ'ল।
সেই মৃত্যু অপৰাজেয়
তেনে মৃতক নহলো মই কিয় ?

হেনো হিমালয় ভাৰতৰ প্ৰহৰী
তাহানি শুনিছিলোঁ কাহিনী
পিছে মৃত জোৱান সবে চিঞৰিছে
"লাগে চিৰ জাগ্ৰত এটি বাহিনী"।

আমি কামেং সীমান্ত দেখিলোঁ
দেখি শত্ৰুৰ পশুত্ব চিনিলোঁ,
আৰু মৃত মৌন শত জোৱানলৈ
মোৰ অশ্ৰু অঞ্জলি যাচিলোঁ।

কত পিতৃ পুত্ৰহাৰা হ'ল।
কোন মাতৃৰ বুকু শুদা হ'ল।
ৰঙা সেন্দুৰ কাৰ মচা গ'ল।
কাৰ বাসনা অপূৰ্ণ ৰ'ল।

প্ৰতি জোৱান ৰক্তৰে বিন্দু
হ'ল সাহসৰ অনন্ত সিন্ধু
সেই সাহসৰ দুৰ্জেয় লহৰে
যাচিলো প্ৰতিজ্ঞা জয়ৰে।

ৰচনা ঃ ৰ'মছিলা ১৬ ডিচেম্বৰ ১৯৬২

# পাহাৰৰ সিপাৰে ধুনীয়া ৰহদৈয়ে

ৰনকোঁৱৰ আনন্দিৰামেই বনগীতৰ স্ৰষ্টা। এই গীতটি আনন্দিৰামৰ শিষ্য ড০ ভূপেন হাজৰিকাদেৱে বনগীতৰ আলমতে ৰচনা কৰে।

যৌৱনে বিচাৰে বুকুৰ লগৰী। চাকৈয়ে চকোৱাক বিচাৰে; মাজত থকা নৈখন প্ৰতিবন্ধক হয়। ৰহদৈয়ে বিচাৰে চেনাইক; হিমালয় সম সমাজখন প্ৰতিবন্ধক হয়। দুয়ো দুয়োৰে বাবে বলিয়া। দুয়োৰে মাজত হোৱা প্ৰেমৰ বাবেই দুয়োকে অপৰাধী সজাই সমাজত বিচাৰ বহিল। বিচাৰনো কি ? কেনেকুৱা ? বিচাৰৰ নামত কিছুমান এলান্ধুকলীয়া ৰীতি-নীতি, অন্ধবিশ্বাস, জাত-পাত আদি পৰম্পৰাহে বাহাল থাকিল। তাত ন্যায়, সমতা বা মননশীল প্ৰগতিবাদী, মানৱতাবাদী, আদৰ্শ ধৰ্মী দৃষ্টিভঙ্গীয়ে ঠাই নাপালে। সেয়েহে জুইলগা সেই সমাজখন পৰিত্যাগ কৰি ৰহদৈয়ে সমাজৰ বাহিৰলৈ আতঁৰি পলাল। আনহাতে, নিৰ্বিকাৰ চেনায়ে জুইকে সাবটি উমি উমি দৈই পুৰি জ্বলি থাকিল। স্মৃতিৰ পখীয়ে উৰা মাৰি আহি আমনি কৰিলে সমাজৰ আঁৰত বৈ ৰহদৈয়ে বনগীতৰ সুৰত চেনাইৰ কথাকে কয়; যি গীত শুনিলে বুকু হমেহমায়।

ড০ হাজৰিকাৰ গীতত বিষাদৰ বিননি খুব কমেইহে শুনা যায়। সেযেহে এই গীতটো ব্যতিক্ৰম ধৰ্মী।

পাহাৰৰ সিপাৰে ধুনীয়া ৰহদৈয়ে
দুখৰে সুৰটি গায
বনগীত সুৰীযা গীতৰে আঁৰতে
চেনাইৰ কথাটি কয়
বুকুহে হমে হমায়।
পাহাৰৰ হৰিণী চকুযোৰ শুৱনি
চকুলো বাগৰি যায়
সুদূৰৰ চেনায়ে বুজিকে নেপায
মাথোঁ সুৰ বলিয়া হয়।
বুকুহে হমে হমায়।

চাকৈয়ে নেপায় চকোৱাৰ লগ
মাজত চেঙেলীয়া নৈ
ৰহদৈ চেনাইৰ মাজতে বাধা ঐ
সমাজৰ পাহাৰখন ৰয়।
বুকুহে হমে হমায়।

এন্ধাৰৰ চোতালত সমাজ বহি আছে
বিচাৰৰ শৰাইখন লৈ
বিচাৰৰ শৰাইতে বিচাৰ নাইকিয়া
এলান্ধুকলীয়া ছাই। বুকুহে.........

পাহাৰ ভাঙি ভাঙি অগনি উৰিছে
ৰহদৈ লৰি পলায়
একোকে নিবিচাৰে আমাৰে চেনায়ে
জুইকে সাবটি লয়। বুকুহে ......

ৰচনা ঃ কলিকতা, ১৯৬২

# ৰণ ক্লান্ত নহও

১৯৬২ চনৰ চীনা আক্ৰমণৰ নৃশংস হত্যালীলাৰ চাক্ষুস অভিজ্ঞতাৰ সাক্ষী হোৱাৰ সুযোগ লাভ কৰিছিল ড০ ভূপেন হাজৰিকাদেৱে। নেহৰু চৰকাৰে অসম আৰু নেফাক শত্ৰুৰ হাতত এৰি দি শিলিগুৰিতেহে চীনা সৈন্যক বাধা দিবলৈ প্ৰস্তুত হৈ ৰেডিঅ'ত My heart bleeds for the people of Assam বুলি কৈ অসমীয়া ৰাইজক বিদায় দিয়ে। কামেং সীমান্তত ছেদেলি ভেদেলি হৈ পৰি থকা নৃশংস হত্যাকাণ্ডত মৃত্যু বৰণ কৰা জোৱানৰ মৃত দেহবোৰ দেখি প্ৰতিহিংসাৰ অগনিত জ্বলন্ত অঙঠা যেন হৈ জ্বলি উঠে তেওঁৰ দুচকু। ঠিক তেনে এক উত্তেজনাতেই এখন্তেকো পলম নকৰাকৈ 'দেশতকৈ মোমাই ডাঙৰ নহয়'-বুলি বীৰ লাচিতে একেঘাপে মোমায়েকৰ ডিঙি দুছেৱা কৰিছিল। নিজ দেশৰ জোৱানৰ হত্যাৰ প্ৰতিশোধৰ জুইত ৰণোন্মাদ হৈ হাজৰিকাদেৱেও বুকু ফালি চিঞৰি উঠিছিল. 'যি মুহূৰ্ত্তত মোৰ সীমান্তত শেষ শত্ৰু দৈত্যটিৰ নহয় মৰণ সেই মুহূৰ্তলৈ ৰণ ক্লান্ত নহয়। পশ্চাৎগামী হ শত্ৰু পক্ষ'। দেশৰ মাটিত বক্ষৰ ৰক্তেৰে স্বাক্ষৰ কৰি জীৱন সপিব দেশৰ মুক্তি বাহিনীয়ে, দেখুৱাই দিব মহাসত্যৰূপে মহাৰুদ্ৰৰূপে তাণ্ডৱৰ ভয়োহৰদেৱৰ ৰূপ – বুলি শত্ৰুপক্ষক সাৱধান কৰি দিছিল। গীতটি গায়ক গীতিকাৰৰ জাতীয় প্ৰেমৰ জ্বলন্ত নিদৰ্শন।

ৰণ ক্লান্ত নহওঁ, সেই মুহূৰ্তলৈ
— যি মুহূৰ্ত্তত মোৰ সীমান্ততে
শেষ শত্ৰু দৈত্যটিৰ নহয় মৰণ। — ৰণ ক্লান্ত নহওঁ।
ঝন্‌ঝনায়.— আজি ঝন্‌ঝনায়
মোৰ অগণন জোৱানৰ মৰণাস্ত্ৰ,
গমগমায়, — আজি গম্‌গমায়
জয় প্ৰতিজ্ঞা ধ্বনিৰে মোৰ ৰাষ্ট্ৰ।
নিয়তিৰ ৰূপ ধৰি কাপুৰুষ শত্ৰুৰ
বিদাৰিম বক্ষ কৰি লৰোঁ পণ।
দিগ্‌ভ্ৰান্ত নহওঁ, দিগভ্ৰান্ত নহওঁ– কোনো চক্ৰান্তত
যি চক্ৰান্তত মোৰ দেশৰ ধ্বজাৰ হয়
বৰ্বৰ আঘাতত অকাল পতন। – ৰণ ক্লান্ত নহওঁ
বুদ্ধ গান্ধীক পদাঘাত কৰিলি
পঞ্চশীলকে 'ত্ৰাস' বুলি হাঁহিলি
বিশাল এচিয়াৰ সংহতি নাশিলি
তোৰ গৰ্ব খৰ্ব হ'ব, — দম্ভ তৰ্ক যাব
ভাৰত সিংহ আজি জাগ্ৰত হয়।
প্ৰতি ৰক্ত বিন্দুতে, সহস্ৰ শ্বহীদৰ
সাহৰ ঐতিহ্য উজ্বল হয়।
নৰ ৰক্ত লোলুপ, পৰ ৰাজ্য লোলুপ
কৰোঁ সাৱধান, হ পশ্চাৎ গামী
মহাৰুদ্ৰ ৰূপে, মহা সত্য ৰূপে
মোৰ মুক্তি সৈন্য হয় অগ্ৰগামী
দেশৰ মাটিত আমি বক্ষ ৰক্তেৰে
স্বাক্ষৰ কৰি কৰি সপিম জীৱন। — ৰণ ক্লান্ত নহওঁ

ৰচনা : কলিকতা ঃ ১৯৬২

# আকাশী গঙ্গা

মানুহ কিহেৰে সুখী হয়– টকা? ধন-সম্পদ- ঐশ্বৰ্য্যৰে ? এটি সুখী জীৱনৰ বাবে উল্লেখিত শব্দ কেইটাৰ প্ৰয়োজন নুই কৰিব নোৱাৰি। বহুতো মানুহ দেখোঁ–মুখত সোণৰ চামুচ লৈ পৃথিৱীলৈ আহে; ওখ মহল, প্ৰাচুৰ্য্য, গীত-বাদ্য, ভ্ৰমণ-বিলাস সকলো আছে, আঙুলি ঘূৰালেই যি কোনো কাম হাচিল কৰিব পৰা ক্ষমতা আছে আৰু আছে হাতৰ মুঠিতে এজাক মানুহ । তেওঁকো চোন সুখী হোৱা যেন নেদেখোঁ । বহুত পাইও কিবা এটাৰ অভা ৱত তেওঁও আকুল হয়; অশান্তিত ভোগে সময় বিশেষে । পাৰ্থি ৱ সম্পদ সুখ লাভৰ কাৰক যদিও বহু ক্ষেত্ৰত প্ৰাচুৰ্যইও মানুহক বিচৰা ধৰণে সুখ দিব নোৱাৰে ।বহু পায়ো নোপোৱাৰ বেদনাত চটফটায় । তেনেহলে মানুহে বিচাৰি হাবাথুৰি খোৱা, মানুহক শান্তি দিব পৰা সেই বিশেষ বস্তুটোনো কি ? 'মৰম'। মানুহৰ 'মৰম' অবিহনে এই পৃথিৱীত মানুহে শান্তিৰে জীয়াই থাকিব নোৱাৰে ।প্ৰতিজন মানুহৰ হিয়াৰ গোপন বেদীত গোপনে সযতনে সংৰক্ষিত হৈ থাকে একোটা মানস প্ৰতিমা । সংসাৰৰ তপ্ত মৰুৰ নিদাঘৰ দহনত দহি পুৰি মানুহে ক্ষণিকৰ বাবে হলেও এধানি শান্তি বিচাৰে। হেজাৰ জনৰ মৰমত বুৰি থাকিলেও, বহু সন্মানেৰে সন্মানিত হলেও দেহ মন শাত নপৰে। বুকুৰ মাজত সযতনে সংৰক্ষিত সেই 'বিশেষ' জনৰ বা জনীৰ মৰম অনিমাইহে জীৱন পাত্ৰ পূৰ্ণ কৰে । গীতটিয়ে গায়ক গীতিকাৰৰ প্ৰেমিকাৰ কথাকে আঙুলিয়াইছে ।

প্ৰতিজন শিল্পীৰে সৃষ্টিত ব্যক্তিগত জীৱনৰ বাস্তৱ অভিজ্ঞতাৰ প্ৰভাব পৰিলক্ষিত হয়। গীতৰ কথাংশলৈ চাই গীতটিক গায়ক গীতিকাৰৰ ব্যক্তিগত জীৱন লব্ধ বাস্তৱ অভিজ্ঞতাৰ প্ৰতিফলন বুলিব পাৰি ।

আকাশী গঙ্গা বিচৰা নাই
নাই বিচৰা স্বৰ্ণ অলঙ্কাৰ
নিষ্ঠুৰ জীৱনৰ সংগ্ৰামত
বিচাৰোঁ মৰমৰ মাত এষাৰ ।

মহা মহা সাগৰৰে
কতনা লহৰ লেখিলোঁ
মহা মহা নগৰীতে
কতনা বাট হেৰুৱালোঁ
মৰম জ্যোতিৰ পম খেদি খেদি
বোৱালোঁ গুপুতে অশ্ৰুধাৰ ।
হয়তো নিতৌ হেজাৰ জনৰ
হেজাৰ শৰাই পাওঁ
তথাপি কিয় বিশেষ জনৰ
মৰম বিচাৰি যাওঁ ।
মহা মহা নাট ঘৰে ঘৰে
কণ্ঠ শোণিত নিগৰালোঁ
মহা মহা শ্ৰোতা জনতাৰে
মুখত হাঁহি বিৰিঙালোঁ
ক্ষণিক মৌন পৰত কোনেনো
পাতলাব মোৰ দুখৰে ভাৰ ।

# আকাশী যানেৰে

সঙ্গীতাচাৰ্য্য ড০ ভূপেন হাজৰিকাদেৱে ভ্ৰমণ কাহিনী যেন লগা জাতীয় প্ৰেম মূলক এই গীতটি কলিকতাৰ পৰা তেজপুৰলৈ বিমানেৰে উৰি আহোঁতে বিমানতে লিখা আৰম্ভ কৰে আৰু শেষ কৰে তেজপুৰৰ শ্ৰী দুৰ্গা গোস্বামীৰ ঘৰত। তেজপুৰতেই হাজৰিকাদেৱে শৈশৱ-কৈশোৰ কটাই যৌৱন প্ৰাপ্ত হয় আৰু জ্যোতি-বিষ্ণু, ফণী শৰ্মা, দণ্ডীনাথ কলিতা আদি গুৰু সকলৰ সান্নিধ্যত শিল্প-সংস্কৃতি-সাহিত্যৰ ভেটিটো গঢ় লৈ মজবুত হৈ উঠে। সেয়েহে তেজপুৰৰ প্ৰতি তেওঁৰ ইমান প্ৰীতি। এদিনাখন প্ৰত্যুষতে তেওঁ বিমানেৰে কলিকতাৰ পৰা তেজপুৰলৈ উৰা মাৰিলে। তেওঁৰ বিমানখনে লাহে লাহে ধৰিত্ৰী এৰি মেঘৰ মাজত মিলি গ'ল। তেতিয়া তেওঁৰ মনটোও এটি যেন কল্পনাৰ বগলী হৈ উৰা মাৰিলে। কিছুমান চিনাকী মুখ, চিনাকী সুৰুলী সুৰীয়া মিঠা মাতৰ সুৰ মনলৈ অহাত তেওঁ আহ্লাদিত হ'ল। তেওঁ উৰা বিমানখন পদ্মা নৈৰ ওপৰেদি নগৈ কাঞ্চনজঙ্ঘাৰ কাষেদি গ'ল বাবে বুকুৰ মাজত কিছু আক্ষেপৰ সুৰ এটি ধ্বনিত হ'ল। কাৰণ, গীতটি লিখাৰ সময়ত ভাৰতীয় যাত্ৰীবাহী বিমান পূৰ্ব পাকিস্তানৰ ওপৰেদি উৰাত বাধা আছিল। ইতিমধ্যে তেওঁ দেখিবলৈ পালে গৌৰীশঙ্কৰ শৃঙ্গৰ ধৱল বৰফেৰে ঢকা শৃঙ্গবোৰ পুৱাৰ বঙ্গা ৰ'দ পৰি জিলমিলাইছে। কিছু সময় পিছতেই দেখিলে তলত গাৰোপাহাৰ - ওখোৰা মোখোৰা ঢৌ খেলা যেন এখন সেউজীয়া সাগৰ। তেওঁৰ বিমানখন অলপ আওৰাই অলপ নামিল। তললৈ চাই তেওঁৰ পুলক ৰঞ্জিত হিয়াত খলকনি উঠিল। সেইয়া কি? গুৱাহাটী মহানগৰী নে জিলমিল অলকাপুৰী,— সৃষ্টিৰ আদিতে জ্ঞানৰ জ্যোতি বিলোৱা প্ৰাগ্‌জ্যোতিষপুৰ। ব্ৰহ্মপুত্ৰ নদীখন যেন অকাই পকাই বালিত মেলি থোৱা এখন গামোচাহে — যেন জাপমাৰি নামি বিহুগীত গাই নাচি বাগিৰনতোজ খাব। এনেতে চকুত পৰিল শাৰী শাৰী সেউজীয়া চাহৰ বাগিচাবোৰ;— বাহৰ লেকেচিৰ আগত বহি থকা কপৌহালৰ সুদৃশ্য সৌন্দৰ্য্য। এনেদৰেই প্ৰকৃতিৰ ৰূপ লাৱণ্যত নিমগ্ন হৈ থাকোঁতেই কোনোবা টলকত তেজপুৰ পাওঁ পাওঁ হল। আকুল চিত্তে প্ৰাণৰ উষাৰ নগৰখনলৈ বুলি তললৈ ডিঙি উলিয়াই দিলে। তেওঁ অহা বিমানখন যেন কল্পনাৰ চিত্ৰলেখী হ'ল আৰু তেওঁ যেন অনিৰুদ্ধ কোঁৱৰ; জ্যোতিৰ নাটকৰ ৰূপহ কোঁৱৰ। মায়া বিদ্যাৰ সহায়ত যেন তেওঁক উষাৰ নগৰলৈ পলুৱাই আনিছে। সৌৱা সদ্যস্নাতা উষাই যেন মেঘালী চুলি মেলি তেওঁলৈ বৈ আছে। মায়াৰে অগ্নিগড়ৰ বন্ধ দ্বাৰ খুলি এতিয়াই গৈ যেন কৰিবহি উষাক চুৰ। এনেকৈয়ে কল্পনা সাগৰত ওপঙি থাকোঁতেই তেওঁ গৈ পালেগৈ হেঁপাহৰ তেজপুৰ।

আকাশী যানেৰে, উৰণীয়া মনেৰে
দোকমোকালিতে
পশ্চিমৰে পৰা, বঙ্গৰ পৰা মাৰিলোঁ উৰা
মোৰ লক্ষ্যস্থান হ'ল তেজপুৰ।
মই লাহে লাহে ধৰিত্ৰী এৰিলোঁ
মই উৰি উৰি মেঘতে সাতুৰিলোঁ
মোৰ মন বগ আজি দেখোঁ বিমান হ'ল
মোৰ বিমান খনি দেখোঁ কল্পনা হ'ল
কাৰ মিঠা মাতে কৰে মোক আত্মহাৰা
শুনোঁ চিনাকী সুৰুলী সুৰ—
পদ্মা নৈ, অ' পদ্মা নৈ
তই গ'লি ক'লৈ ?
পদ্মা নৈৰ ওপৰেদি আমাৰ বিমান নুৰে
হঠাতে ভুমুকি মাৰে গৌৰীশঙ্কৰে

ধবল ধবল গিৰিৰ শিৰত প্ৰভাতী ৰ'দ পৰে
কাঞ্চনজঙ্ঘাৰ কাষেদি আমাৰ বিমান আজি ঘুৰে
কেতিয়ানো শুনোঁ গৈ চিনাকি মোৰ সুৰ —
তলত দেখিলোঁ মই গাৰো পাহাৰ
সেইয়া যেন ক'ৰবাৰ সেউজ সাগৰ
ওখৰা মোখৰা কতনা লহৰ
অলপ আগুৱালোঁ, অলপ নামিলোঁ
সেইয়া কিবা চিনাকী দৃশ্য দেখিলোঁ
কি সেই অলকাপুৰী ! গুৱাহাটী মহানগৰী
সৃষ্টিৰ আদিতে জেউতি বিলোৱা প্ৰাগজ্যোতিষপুৰ —
পিছে লক্ষ্যস্থান হ'ল তেজপুৰ ।
অকোৱা পকোৱা গামোচা এখনি
যেন বালিত মেলি থোৱা আছে
সেইখন গামোচা বৰহমপুত্ৰ
শীততে ৰ'দহে পুৱাইছে
যেন জঁপিয়াই বালিভোজ খাম
আজিৰ বিহুগীত গাম
মোৰ মন চকু পৰিলে জুৰ —
পিছে লক্ষ্যস্থান মোৰ তেজপুৰ ।
লাহে লাহে দেখিলোঁ বাগিচা চাহৰ
বাঁহৰে লেকেচীৰ আগত
বহি থকা সৌন্দৰ্য্য — কপৌ হালৰ
ক'ত আছে অগ্নিৰ গড় ?
ক'ত মোৰ উষা নগৰ ?
পাওঁ যেন পাওঁ মোৰ উষা নগৰ
মায়াবিনী বিমানখনি হ'ল চিত্ৰলেখীজনী
কঢ়িয়াই আনিছে উষাৰ পুৰলৈ
মই নিজেই যেন অনিৰুদ্ধ কোঁৱৰ
মায়াৰে খুলিম মই ৰুদ্ধ দুৱাৰ
জ্যোতি নাটকৰে মই ৰূপহ কোঁৱৰ
সৌৱা কুঁৱৰী সদ্যস্নাতা উষাই
কেশৰ মেঘালী মেলি
মোলৈকে আছে বাট চাই
মই উষাক কৰিমেই চুৰ—
মোৰ বিমান পালেহি তেজপুৰ
আকাশী যানেৰে উৰণীয়া মনেৰে
পালোঁহি মোৰ মৰমৰ তেজপুৰ ।

ৰচনা ঃ ১৯৬৩ চনত

# এইটি বা কোন ওলালে

'মণিৰাম দেৱান' বোলছবিত সন্নিবিষ্ট এই গীতটি এটি যুগ সাপেক্ষ গীত । ড০ হাজৰিকাদেৱৰ বহু গীত দেশৰ শাসনৰ দণ্ড হাতত লোৱা দুৰ্নীতি পৰায়ণ, চৰিত্ৰহীন ৰাজনীতিক সকলক আক্ৰমণ কৰি ৰচা । এই গীতটি অসমৰ এজন মুখ্য মন্ত্ৰীক আক্ৰমণ কৰি ৰচা হৈছিল । ৰাইজৰ সেৱা কৰোঁ বুলি ওলাই অহা দেশৰ প্ৰতিনিধি সকলেই এদিন হৈ পৰে স্বেচ্ছাচাৰী, সৰ্বসাধাৰণৰ আশা হৰণকাৰী, লুণ্ঠনকাৰী । কিন্তু গীতটোৱে অকল গীতটো ৰচা সময়কে প্ৰতিনিধিত্ব কৰা নাই —এয়া আজিৰ যুগৰ নিত্য পৰিচিত দৃশ্য । সম্প্ৰতি গুণী-জ্ঞানী, বিজ্ঞ সিংহ পুৰুষ সকল চকু মুদি, কাণত সোপা দি তলমূৰা হৈ থাকিব লগীয়া হৈছে । আজি দুৰ্নীতি, শোষণৰ বোকাত লুতুৰি পুতুৰি চৰিত্ৰহীনবোৰহে সমাজৰ, দেশৰ হৰ্তাকৰ্তা, উঠি বজা বহি বজা, ত্ৰাণ কৰ্তা । এই মুখা পিন্ধা নেতা-পালিনেতা সকলে দেশ আৰু জাতিৰ উন্নয়নৰ অৰ্থে বক্তৃতাৰ ফুলজাৰি মাৰি আঁৰ কাপোৰৰ আঁৰত দুৰ্নীতিৰ পাহাৰ গঢ়ি সাধাৰণ প্ৰজাক জোঁকে তেজ শোহা দি শুহিছে । এই বদন সকলেই নিজ খেয়াল খুচি মতে আমাৰ দেশখনক বন্ধকত দিবলৈ ওলাইছে । আজি নৰহত্যা, ৰক্তপাতৰ খেল খেলি তেজৰ দাগ গামোচাৰে মচি সেই হত্যাকাৰীয়ে হয় সমাজৰ মুখা ফুটা, দেশৰ শাসক । উদাহৰণ স্বৰূপে ঝাৰখণ্ডৰ শিবু চোৰেনৰ নাম উল্লেখ কৰিব পাৰি । তেনেকুৱা অলেখ উদাহৰণ আমাৰ মাজত আছে । নানা আভৰণেৰে সজালেও কাউৰীয়ে ৰাজহংস হব নোৱাৰে । নেগুৰ কটা শিয়াল জানো সিংহ হব পাৰে ? এদিন তেওঁৰ নিজ চৰিত্ৰ প্ৰকট হবই হব, আৱৰণ সুলকি পৰিব আৰু ৰাইজৰ আদালতত জবাবদিহি হ'ব লাগিব ।

এইটি বা কোন ওলালে
সিংহ কেনি লুকালে
নেগুৰ কটা শৃগাল আজি
ৰাজসভালৈ যায় ।
পপিয়া তৰা ওলালে
সুৰুয কেনি লুকালে
তপস্বী বিড়াল আজি নামঘৰলৈ যায় ।

গৰ্দভৰে নৃপতি গৰ্দভে শোভে
ন্যায় এৰি নৃপতিটি
মৰিল অতি লোভে
কাউৰী সজাওঁ যদি
গজৰাজ মুকুতাৰে
তাৰ ঠোঁট যদি জিলিকাওঁ
সুবৰ্ণ মাণিকেৰে
তথাপি কাউৰী জানো ৰাজহংস হয় ?

ৰাইজ যদি বজা হয়েই
নৃপতিনো কোন
দেশখন বেচোঁতা এই
বদনটিনো কোন
তেজ শোহা জোক জানো মহাপুৰুষ হয় ?

বোলছবি : মণিৰাম দেৱান, ১৯৬৩

# কালজয়ী, মৃত্যুঞ্জয়ী মণিৰাম

বৃটিচ চৰকাৰে মণিৰাম দেৱানক ফাঁচীকাঠত ওলোমালে; তেওঁ অসমৰ হেৰোৱা ঐতিহ্য ঘুৰাই অনাৰ বাবে ব্ৰিটিছৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰাৰ অপৰাধত। ১৮৫৭ চনত ভাৰত ভূখণ্ডত চিপাহী বিদ্ৰোহৰ জুই জ্বলি উঠিল। অসমতো সেই বিদ্ৰোহ অগনিৰ ফিৰিঙতি চিটিকি পৰিল। ইয়াৰ নেতৃত্ব দিছিল স্বাধীনতা প্ৰাণ মণিৰাম দেৱানে। বৃটিছ চৰকাৰে এই কথাৰ শুং পাই ইয়াক মষিমূৰ কৰিবৰ মনেৰে কলিকতাতে মণিৰাম দেৱানক গ্ৰেপ্তাৰ কৰিলে আৰু চিঠি পত্ৰও জব্দ কৰিলে। ১৮৫৮ চনৰ ফেব্ৰুৱাৰীৰ ২০ তাৰিখে মণিৰাম দেৱানক যোৰহাটত ফাঁচি দিয়ে। মণিৰামৰ মৃত্যুত পাহাৰে ভৈয়ামে গোটেই অসমতে শোকৰ বন্যা বৈ যায়। মণিৰাম মৰিও অমৰ হ'ল। মণিৰামৰ মৃত্যুৱে ঘৰে ঘৰে মুক্তি যুঁজৰ আহ্বান জনালে। এজন মণিৰামক ফাঁচি দিলে; তেওঁৰ সাহেৰে সাহসী হৈ লক্ষ মুক্তি যুঁজাৰু মণিৰামৰ জন্ম হ'ল। ইয়েই যুগে যুগে এন্ধাৰৰ অৱসান ঘটাই পোহৰৰ আল্পনা আঁকিব। হে মণিৰাম। তুমি বাইজৰ সাহসক উদগাই দি যুগে যুগে সৃষ্টি কৰা অলেখ কালজয়ী মণিৰাম। তুমি অতীত অগ্নিৰ ফিৰিঙতি আৰু আজিৰ সাহসৰ আদৰ্শ।

মণিৰাম দেৱানৰ ফাঁচী হোৱাৰ আগ মুহূৰ্তত ৰাজ্যত হেনো কিছু অমঙ্গলৰ সংকেত দেখা পোৱা গৈছিল। তেওঁৰ মৃত্যুত শোকাকুল জনগণৰ মাজত নানা কাহিনী গীত ৰচিত হৈছিল। ড০ হাজৰিকাদেৱকে ধৰি অনেক শিল্পীয়ে এই কাহিনী গীতবোৰ গাইছে। সেইবোৰৰ জনপ্ৰিয়তাও অধিক। মণিৰাম দেৱানক 'কলিতা ৰজা'ও বোলা হৈছিল। তেওঁ আছিল অসমৰ প্ৰথম চাহ খেতিয়ক। বৰ্তমান অসমৰ চাহ খেতিয়ক সকলৰ তেওঁ হ'ল পথ প্ৰদৰ্শক।

কালজয়ী, মৃত্যুঞ্জয়ী
কালজয়ী মণিৰাম
তোৰ মৃত্যুৱে আজি
ঘৰে ঘৰে কৰে
মুক্তি যুঁজৰ আহ্বান।

ই জ্যোতিৰ কৰিব আল্পনা
হ'ব এন্ধাৰ অৱসান
অসমীৰ অতীতৰ
ফিৰিঙতি তই
আজিৰ অগানিৰ প্ৰাণ।

ৰাইজৰ সাহসক
উদগাই দে তই
হওক সৃষ্টি অবিৰাম
কালজয়ী মণিৰাম।

বোলছবি : মণিৰাম দেৱান, ১৯৬৩

# চিৰ যুগমীয়া ঢৌ তুলি

কবিয়ে কৈছে — 'আবেগৰ বন্দী কবি নোহে নিয়মৰ'—আবেগৰ বশবৰ্তী হৈ কবিয়ে কবিতা ৰচে। গন্ধৰ্ব কুমাৰ ড০ ভূপেন হাজৰিকাইও 'সুন্দৰৰ আৰাধনা জীৱনৰ খেল' স্বৰূপে প্ৰাণৰ উচতনিতহে গীত ৰচে; সুৰৰ যাদুকৰী স্পৰ্শেৰে শ্ৰোতাক মন্ত্ৰ মুগ্ধ কৰি কণ্ঠ সুধা নিগৰায়। আবেগৰ বশবৰ্তী হৈ সময় নদীত সত্তা আৰু মনৰ সুন্দৰতাৰে চিত্ৰলেখী হৈ হংস কাপেৰে চিৰ সুন্দৰৰ বুৰঞ্জী আকেঁ। তেওঁৰ কামনাৰ সৃষ্টিয়ে জিলমিলিয়া ঢৌ তুলি পদুম সুৰৰ পানচৈ হৈ উটি যোৱাত আত্মহাৰা হৈ পৰে আৰু সেই সীমাহীন আনন্দৰ মাধুৰীমা নিজে অকলে পান নকৰি আনকো বিলাই দি আত্মপ্ৰসাদত বিভোৰ হয়। সহজ-সৰল ভাষাৰ কাব্যময়ী, সুৰৰ যাদুসনা এই গীতটি সংস্কৃতিৰ বৰ পথাৰৰ এটি বহুমূলীয়া মণি।

চিৰ যুগমীয়া ঢৌ তুলি ঢৌ তুলি
চিৰ নতুন পানচৈ উটি যায়
জিলমিলিয়া ঢৌ তুলি, ঢৌ তুলি
সময় নদীত পট আঁকি আঁকি যায়
অণু পৰমাণু হৈ
কাৰ আশা ৰেণু উৰে
আজি উৰে ?

অ' অ' অ' মোৰ মন গীতিকাৰ
চোঁৱাহি চোঁৱাহি হৃদয় বিলাই
কোন যায়।
জিলমিলিয়া ঢৌ তুলি ঢৌ তুলি
পদুম সুৰৰ পানচৈ উটি যায়
অণু পৰমাণুহৈ
কাৰ আশা ৰেণু উৰে
আজি উৰে ?

উজনি পানীতে, মৰমী সোঁততে
চিত্ৰলেখীয়ে চিৰ সুন্দৰৰ
হংসে কাপেৰে বুৰঞ্জী লিখে
অ' অ' অ' মোৰ মন সুৰকাৰ
গোঁৱাহি গোঁৱাহি
সুৰৰ আজি সীমা নাই

# তপ্ত তীখাৰে অগ্নি শক্তি

বিদ্ৰোহী গীতিকাৰ নজৰুল ইচলামে দৃঢ়ভাৱে কয় – "আমি বিদ্ৰোহ করেছি — বিদ্ৰোহের গান গেয়েছি অন্যায়ের বিরুদ্ধে; অত্যাচারের বিরুদ্ধে — যা মিথ্যা, কলুষিত, পুরাতন - পচা সেই মিথ্যা সনাতনের বিরুদ্ধে । ধর্মের নামে ভণ্ডামি ও কুসংস্কারের বিরুদ্ধে ।" ড০ ভূপেন হাজৰিকাদেৱৰো বুকুৰ তপ্ত তীখাৰ অগ্নি শক্তি ৰক্তিম বৰ্ণেৰে জ্বলি উঠে স্বদেশ প্ৰেমেৰে । তেওঁৰ এই সংগ্ৰাম কেৱল দেশক পৰাধীনতাৰ কবলৰ পৰা মুক্ত কৰাতেই সীমাবদ্ধ নহয়; সমাজৰ অন্যায়-অবিচাৰ, অত্যাচাৰ, শোষণ দুৰীকৰণ আৰু দৰিদ্ৰ শ্ৰমিকৰ দমন-নিৰ্যাতনৰ বিৰুদ্ধেও । দেশৰ শাসক-শোষকৰ বিৰুদ্ধে নিৰ্যাতিত, শোষিত সৰ্বসাধাৰণ লোকৰ মুক্ত সংগ্ৰাম কৰিবলৈ সাহস, শকতি নাই । কিন্তু তেওঁলোকৰ অন্তৰত উমি উমি তুঁহ জুইৰ দৰে অবিৰত ভাবে বিদ্ৰোহৰ অগনি জ্বলে; অন্তঃসলিলা ফল্গুৰ দৰে গুপ্ত সংগ্ৰাম চলে । সেয়ে সেই তুঁহ জুইত ইন্ধন যোগাই গায়ক গীতিকাৰে মুকলি আহ্বান জনালে দেশৰ মুক্তি পিয়াসী জনতাক ওলাই আহিবলৈ । এই মুক্তি সংগ্ৰামৰ জনতাই হ'ল অস্ত্ৰ । সেয়েহে ক্ষুদ্ৰ স্বাৰ্থ এৰি ককালত টঙালি বান্ধি দেশৰ হকে মৰিবলৈ ওলাই আহিবলৈ তেওঁ সদৌটি ৰাইজক আহ্বান জনাইছে । অন্যায় অবিচাৰৰ বিৰুদ্ধে যুঁজা এই মুক্তি যুঁজতসত্যৰ জয় অনিবাৰ্য্য । বঠাৰ চাবে চাবে নাওখন আগুৱাই নিয়াৰ সুৰতেই ধ্বনিত হৈছে জনজাগৰণৰ এই গীতটিৰ সুৰ ।

তপ্ত তীখাৰে অগ্নি শক্তি
ৰক্ত বৰ্ণে জ্বলে — এ জ্বলিলে ।
মুক্তি পিয়াসী সুপ্ত মানুহৰ
বক্ষ তীখাহে গলে — এ গলিলে ।
জনতা তন্ত্ৰৰ সাজি ললোঁ অস্ত্ৰ
স্বতন্ত্ৰতাকে আনিম বুলি
শোষণ জৰ্জৰ সহস্ৰ মানুহৰ
আৰ্তনাদ আৰু নুশুনো বুলি ।
আমাৰে দেশতে ফল্গু সদৃশ
গুপ্ত সংগ্ৰাম চলে — এ চলিলে ।
হে হেইয়া কি ৰাম ৰাম
ডাৰ মাৰিবলৈ আহাঁ কি ৰাম ৰাম
হে হেইয়া কি ৰাম ৰাম
জীৱন লুইতলৈ আহাঁ কি ৰাম ৰাম
হে হেইয়া কি ৰাম ৰাম
ক্ষুদ্ৰ স্বাৰ্থ এৰি আহাঁ কি ৰাম ৰাম ।
ৰাইজ নেকান্দিবা টঙালি বান্ধিবা
যাত্ৰাৰ অন্ত হয় হে হয়
হে হেইয়া কি ৰাম ৰাম
দেশৰ হকে মৰিবলৈ আহাঁ কি ৰাম ৰাম
হে হেইয়া কি ৰাম ৰাম
দেশৰেই প্ৰজা অন্যায় যুজা
সত্যৰ আজি হ'ব জয় হে জয় ।

ৰেকৰ্ডিং ঃ মণিৰাম ... ১৯৬৩

# প্ৰথম নহয় দ্বিতীয় নহয়

অন্ন, বস্ত্ৰ, আৰু গৃহ — এই তিনিটা মানুহৰ মৌলিক প্ৰয়োজন। জাবৰৰ দমত পলিথিন আদি পেলনীয়া বস্তু খুচৰি থকা অৰ্দ্ধনগ্ন শিশুকেইটাই বাৰু জানেনে মৌলিক প্ৰয়োজনৰ কথা আজি মানব সভ্যতাই চৰম পৰ্য্যায় পোৱাৰ যুগত? এনেকৈয়ে চলি যায় সিহঁতৰ জীৱন ৰেল। চৰকাৰে আইন বলবৎ কৰাৰ পিছতো দেখোন শিশু শ্ৰমিকৰ শ্ৰমদান, শোষণ, নিৰ্যাতনৰ অন্ত হোৱা নাই ! দুখৰ জুইত পোৰা জনেহে উপলব্ধি কৰিব পাৰে আনৰ দুখৰ জুইৰ উত্তাপ। দাৰিদ্ৰতাত ভোগাজনেহে উপলব্ধি কৰিব পাৰে দুখীয়াৰ পেটৰ পোৰণি। ড° হাজৰিকাদেৱেও নিজ পৰিয়ালত দাৰিদ্ৰতা দেখিছিল। সেয়েহে তেওঁৰ দুখীয়াৰ প্ৰতি ইমান প্ৰীতি ! বৰ্তমান ভাৰতবৰ্ষ পৃথিৱীৰ ধনী ৰাষ্ট্ৰবোৰৰ লগত একেডাল সমান্তৰাল সৰল ৰেখাত বহোঁ বহোঁ ! আজিও আতৰা নাই সৰ্ব সাধাৰণ প্ৰজাৰ এসাজ ভাত আৰু এখন কাপোৰৰ সমস্যা। বৰ বৰ দুখৰ বোজাৰে সহিতে নোপোৱাৰ বেদনাৰ জুইৰে উকি মাৰি চলি যায় তেওঁলোকৰ জীৱন ৰেল। এদিন এই দুখাৰ্ত জনতাৰ চকুলোবোৰ বাষ্পহৈ উৰি গৈ বৰষুণ হৈ মাটি তিয়াব। সেইদিনা কালৰাত্ৰিৰ আন্ধাৰ ফালি প্ৰভাতৰ নতুন সূৰ্য্যৰ ৰাঙলী পোহৰত মাটি জিলিকি পৰিব আৰু তাতেই অন্ত পৰিব এই বিদ্ৰোহৰ।

প্ৰথম নহয় দ্বিতীয় নহয়
তৃতীয় শ্ৰেণীৰ যাত্ৰী আমি
জীৱন ৰেলৰ দবাত আমি
প্ৰথম নহয় দ্বিতীয় নহয়
তৃতীয় শ্ৰেণীৰ যাত্ৰী আমি ।

মাজে মাজে মাজে
এই ৰেলে চিঞৰে
নোপোৱাৰ বেদনা জুই হৈ উৰে
আমাৰেই জুইৰেই অগ্ৰগামী ।
প্ৰথম নহয় দ্বিতীয় নহয়
তৃতীয় শ্ৰেণীৰ যাত্ৰী আমি ।

লগত আছে বোজাৰ
বৰ বৰ পেৰা
সেই পেৰা
অতীতৰ চকুলোৰে ভৰা

আমাৰেই চকুলো বাষ্প সজালোঁ
সেই বাষ্পৰেই আমি দ্ৰুতগামী ।
প্ৰথম নহয়.......

তৃতীয় শ্ৰেণীৰ শত সহযাত্ৰী
মিলি দেখিম পুৱাৰ কালৰাত্ৰি
একেলগেহে পামগৈ লক্ষ্য আমি
তৃতীয় শ্ৰেণীৰ যাত্ৰী আমি ।

কলিকতা, জুলাই ১৯৮৩

# প্ৰচণ্ড ধুমুহাই প্ৰশ্ন কৰিলে মোক

১৯৬৩ চনত নাজিৰাত অসম সাহিত্য সভাৰ উনবিংশতিতম অধিবেশন অনুষ্ঠিত হয় । অসমৰ জাতীয় জীৱনক প্ৰতিনিধিত্ব কৰা এই মহৎ অনুষ্ঠানৰ অধিবেশনত সভাপতিত্ব কৰিছিল শেৱালি কবি ৰত্নকান্ত বৰকাকতিয়ে। এই অধিবেশনৰে সাংস্কৃতিক সন্মিলনীৰ সভাপতিৰ আসন অলঙ্কৃত কৰিছিল কলা সংস্কৃতিৰ কাণ্ডাৰী ড° ভূপেন হাজৰিকাই । সেই মহান অনুষ্ঠানৰ কবি সন্মিলনীত গাবলৈ তেওঁ এই তেজোদীপ্ত গীতি কবিতাটি লিখে আৰু উপস্থিত অজস্ৰ বিয়াগোম পণ্ডিত, কবি-সাহিত্যিক আৰু শ্ৰোতা দৰ্শকৰ মাজত পাঠ কৰে। তেওঁ কবিতা লিখিলেও, কবিতাৰ লেজু ধৰিয়েই এটি অবাধ্য সুৰৰ লহৰ জিৰি জিৰি বৈ যায় । তাৰ লগে লগে ৰিণি ঝিনি বাজি উঠে ছন্দ-লয়-তালৰ নেপুৰ ধ্বনি । ওৰণিৰ আঁৰত উজলি থকা জোন যেন মুখৰ ন-কইনা জনীৰ দৰে সুৰৰ মালা এধাৰ পিন্ধি কবিতাও হৈ পৰে এটি মধুময় গীত । তেওঁ কয়,— "গীত ৰচনা কৰোঁতে মোৰ সুৰ এটা আহে সমান্তৰাল ভাৱে ।" (মই এটি যাযবৰ । পৃষ্ঠা –১৯১ )। পিছত ১৯৬৬ চনত গীতটি তেওঁ লটিঘটি বোলছবিত সন্নিবেশ কৰে ।

পঞ্চভূতি দেহী মানুহৰ প্ৰকৃতিৰ সতে আছে গভীৰ সম্পৰ্ক । ক্ষিতি, অপ, তেজ, মৰুৎ, ব্যোম— এই পঞ্চ ভূতৰ দ্বাৰাই অমাৰ শৰীৰ গঠিত । সেয়েহে, আমি প্ৰকৃতিৰ মহান শক্তিৰ দ্বাৰা পৰিচালিত । গায়ক, গীতিকাৰ ড° হাজৰিকাদেৱেও কৈছে – "মহাকাশে দিলে মোক বিশাল দৃষ্টি আৰু ধুমুহাই প্ৰচণ্ড শক্তি , বজ্ৰই দিলে মোক উদাত্ত কণ্ঠ আৰু দিলে সাহসৰ যুক্তি ।" এই পৃথিৱীত মানুহ অকলশৰীয়া নহয়; ইজনে সিজনৰ পৰিপূৰক । স্বাৰ্থপৰতাই মানুহৰ চকুত অন্ধত্ব, মনত নীচতা সানি দিয়ে । নীচতা সমাজৰ বাবে অতি ক্ষতিকাৰক। সেয়েহে তেওঁ আকাশৰ পৰা বিচাৰিছে উদাৰতা । আকাশেই তেওঁক শিকাইছিল 'যিমানে বিলাই দিবা সিমানেই মহান হ'বা, তাৰে নাম সঁচা উদাৰতা'। মহাভাৰতৰ দাতা কৰ্ণই যিয়েই যি বৰ মাগে বিমুখ নকৰি তাকেই দান কৰিছিল । এদিন তেওঁৰ উদাৰতাৰ পৰীক্ষা লোৱাৰ চলেৰে ভগৱান বিষ্ণুৱে বিপ্ৰ ৰূপ ধৰি ভিক্ষা স্বৰূপে তেওঁৰ একমাত্ৰ পুত্ৰ বৃষকেতুৰ মাংস ৰান্ধি আনি তেওঁক ভক্ষণ কৰাবলৈ দিবলৈ আদেশ দিলে । যেনে আদেশ তেনে কাম । তেতিয়া বিষ্ণুৱে নিজ ৰূপ ধৰি ক'লে 'ধন্য, কৰ্ণ । তুমি মহান । তোমাৰ ত্যাগৰ তুলনা নাই । মই তোমাক পৰীক্ষা কৰিলো । তোমাৰ পুত্ৰক ঘুৰাই দিলো । পৃথিৱী থাকে মানে তোমাৰ আদৰ্শ মানুহৰ মাজত সোণালী আখৰেৰে জিলিকি ৰ'ব।' এয়া হ'ল সঁচা উদাৰতা । ড° হাজৰিকাদেৱেও জীৱনটোৰ কান্দোনখিনি নিজলৈ থৈ হাঁহিখিনি দুৰ্গত, মুমূৰ্ষু মানুহৰ মাজত বিলাই দি তৃপ্তি লাভ কৰিছে । অকল বিলাই দিয়াই নহয়, বজ্ৰৰ কণ্ঠেৰে, সাহস আৰু যুক্তিৰে, ধুমুহাৰ শক্তিৰে দানৱৰ সমাজত মানৱৰ সঁচা কলিজাৰ সুৰ সিক্ত গীত গাই মুমূৰ্ষু মানুহক কিঞ্চিত পৰিমাণে জীৱনৰ বিদ্যুত (জ্যোতি) বিলাই দিব পৰাটোৱে জীৱনৰ সাৰ্থকতা । এইখিনি কামৰ বাবে সক্ষম কৰাৰ বাবে আৰু তাকে কৰি জীৱনটো সাৰ্থক কৰাৰ বাবে গায়ক, গীতিকাৰে আকাশ, ধুমুহা আৰু বজ্ৰক প্ৰণিপাত জনাইছে । সকলো মানুহে নিজৰ বাবে কাম কৰে । এয়া স্বাভাৱিক । আমাৰ সমাজত বাটে পথে হাতত ভিক্ষা পাত্ৰলৈ বা মুমূৰ্ষু অৱস্থাত অনেক লোক আছে । অসহায় এই সকল লোকৰ বাবে এষাৰ মাত মতা বা যুক্তি দাঙি ধৰা প্ৰতিজন মানুহৰে কৰ্তব্য হোৱা উচিত । এই সন্দৰ্ভত ড° হাজৰিকাদেৱে কয় — "মুমূৰ্ষু মানুহৰ এন্ধাৰ আকাশত বিজুলীৰ কিছু জ্যোতিৰ সঞ্চাৰ কৰিব পাৰিলেই মোৰ গানে ধন্য মানিব ।"

কবিতাটিৰ অন্তৰ্গত "এদিন আকাশে ক'লে, জনৈক গীতিকাৰে

'অকণি আকাশ' দেখোঁ মাগে" কবিতাংশৰে অসমীয়া কবিতাৰ দুৰ্বোধ্যতা আঁতৰাবলৈ বুলি নৱকান্ত বৰুৱাৰ 'আকাশ, আমাক অকণি আকাশ দিয়া' গীতটোক ব্যঙ্গ কৰা হৈছিল ।

প্ৰচণ্ড ধুমুহাই প্ৰশ্ন কৰিলে মোক
'তোমাৰ প্ৰাপ্য কি কোৱাঁ ?'

মনৰ দুৱাৰ মেলি নিৰ্ভীক ভাবে কলোঁ

'তোমাৰ শক্তিখিনি দিয়া ।'
বজ্ৰৰ গৰ্জনে বক্ষ উজাৰি ক'লে,
'তোমাৰ কাম্য কি কোৱাঁ ?'
মই ক'লোঁ, 'বজ্ৰ তোমাৰ
শক্তিশালী উদাত্ত কণ্ঠটি দিয়া ।'

এদিন আকাশে ক'লে, জনৈক গীতিকাৰে
'অকণি আকাশ' দেখোঁ মাগে
তুমি কিয় আজি বাৰু কম্পিত কণ্ঠেৰে
মাগিছাঁ সৰ্বাকাশ সম্বা ?
মই ক'লোঁ, তুমিয়েতো কৈছিলাঁ ৰাতিপুৱা
যিমানে বিলাই দিবা, সিমানে মহান হ'বা
তাৰে নাম সঁচা উদাৰতা ।
সেয়েহে আকাশ তুমি দিব যদি খুজিছাই
সংকীৰ্ণতা এৰি দিয়া
অবদান ৰূপে তোমাৰ পূৰ্ণ বিশালতা
দিয়া যদি আজিয়েই দিয়া ।'

মহাকাশে দিলে মোক বিশাল দৃষ্টি
আৰু ধুমুহাই প্ৰচণ্ড শক্তি
বজ্ৰই দিলে মোক উদাত্ত কণ্ঠ
আৰু দিলে সাহসৰ যুক্তি ।

বজ্ৰৰ কণ্ঠেৰে ধুমুহাৰ শক্তিৰে
গীত গাই কপাম দিগন্ত
দানবৰ সমাজতো গাম মানবৰ গীত
কলিজাৰ সঁচা-সুৰ সিক্ত ।

মুমূৰ্ষু মানবক জীৱনৰ বিদ্যুৎ
কিঞ্চিতো যদি দিব পাৰোঁ
আকাশ, ধুমুহা আৰু বজ্ৰক
তাৰ বাবে প্ৰণিপাত কৰোঁ ।

ৰচনা : ২০ এপ্ৰিল, ১৯৬৩
বোলছবি : লটিঘটি, ১৯৬৬

# ফেচুঁৰে কৰিলে ছিঁউ, মোৰ দেউতা

(মণিৰাম দেৱানৰ গীত)

বৃটিচ চৰকাৰৰ বিৰুদ্ধে কৰা ষড়যন্ত্ৰৰ অপৰাধত ১৮৫৮ চনৰ ফেব্ৰুৱাৰীৰ ২০ তাৰিখে ইংৰাজ চৰকাৰে মণিৰাম দেৱানক ফাঁচি দি মাৰিলে । মণিৰামৰ মৃত্যুত দেশজুৰি শোকৰ বন্যা বৈ গ'ল । চম্পাৱতী আইদেউৰ শিৰৰ সেন্দুৰ মচা গ'ল । মানুহৰ জীৱনলৈ দুৰ্যোগ আহে;— দুৰ্যোগ আহে সমাজ জীৱনলৈও । দুৰ্যোগৰ আগ মুহূৰ্তত কিছুমান সাংকেতিক চিহ্নই আসন্ন বিপদৰ আগজাননী দিয়ে । যেনে— সপোনত দাঁত সৰা, কুস্বপ্ন দেখা, জীৱ জন্তুৰ অস্বাভাৱিক আচৰণ, কাউৰীৰ কা কা, ফেঁচাৰ নিউ নিউ, দিনতে শিয়ালে হোৱা দিয়া, কুকুৰে শিয়ালৰ দৰে হোৱা দিয়া ইত্যাদি । মণিৰাম দেৱানৰ ফাঁচীৰ হুকুম হোৱাত আসন্ন বিপদৰ এনে কিছুমান প্ৰাকৃতিক লক্ষণ পৰিলক্ষিত হৈছিল । তেওঁৰ মৃত্যুত আকাশে বতাহে পাহাৰে ভৈয়ামে ক্ৰন্দনৰ ৰোল উঠিল । মণিৰাম দেৱান শ্বহীদ হ'ল ।

ফেচুঁৰে কৰিলে ছিঁউ, মোৰ দেউতা
ফেঁচুৰে কৰিলে ছিঁউ
মণিৰাম দেৱানক ফাঁচী দি মাৰিলে
আকাশে উৰি গ'ল জীউ ।

মণিৰামক মাৰিলে আঁৰ কাপোৰ তৰিলে
ওপৰে বগালে চিলা
মণিৰামৰ কামে কাজ কৰিব লাগিলে
আজি হাতে হাতে মিলা ।

এ চান্দও লৰিছে, সূৰুযও লৰিছে
লৰিল বসুমতী আই
এ বাৰপাল বনুৱাই খেদিব লাগিছে
মণিৰামৰ কিনো বিলাই ?

আজি কি বাৰে গুৰু বৃহস্পতি
কালি কি বাৰে শুকুৰ
মণিৰাম দেৱানৰ অমঙ্গল মিলিল ঐ
চালতে বগালে কুকুৰ ।

হে বৈ নো বৈ কান্দিলে বৃন্দাবনী গাভৰু
তামৰ ঘৰৰ মুধলৈ চায়
তামৰ ঘৰত আছে, দেও, স্বামী নাইকিয়া
কোনে নিলে মণিৰামক পাই ?

এ চম্পাৱতী আইদেউৰ সেন্দুৰ মচে খালে
ঘনে সোঁহাত লৰে
কাউৰীয়ে ৰমলিয়ায় ফেঁচাই কুৰুলিয়ায়
সপোনত আগদাঁত লৰে ।

বোলছবি : মণিৰাম দেৱান, ১৯৬৩

# বুকু হম হম কৰে, মোৰ আই

১৯৬২ চনত চীনে ভাৰত আক্ৰমণ কৰে । চীনা সকলে দেশৰ সীমা অতিক্ৰম কৰি আহি কামেং সীমান্ত পায়হি । সিহঁতে বৰ্বৰ ভাবে অতৰ্কিতে পিছফালৰ পৰা আহি নৃশংস ভাবে অসংখ্য ভাৰতীয় জোৱানক হত্যা কৰে । এই হত্যালীলাৰ চাক্ষুস অভিজ্ঞতাৰ সাক্ষী ড' হাজৰিকাদেৱৰ বুকু দহি পুৰি ভস্মত পৰিণত হয় । দেশত কালৰাত্ৰি নামিছে, দেশৰ চন্দ্ৰমা কাল এন্ধাৰে আবৰিছে । যুদ্ধৰ সন্ত্ৰাসত লক্ষ লক্ষ মুমূৰ্ষু জনতাৰ মুখত পানী নাইকীয়া হৈছে । অথচ দেশৰ প্ৰধান মন্ত্ৰী নেহৰুৱে অসম আৰু নেফাক (অৰুণাচল) শত্ৰুৰ হাতত এৰি দি শিলিগুৰিতেই চীনা সৈন্যক বাধা দিবলৈ প্ৰস্তুত হৈ ৰেডিঅ'ত My heart bleed for the people of Assam বুলি বিবৃতিদি অসমীয়া ৰাইজক বিদায় দিয়ে । তেতিয়া "তেজপুৰখননো চীনদেশৰ কোনখন মেপত আছিল ? কেতিয়া আছিল ? ৰূপাখন কেতিয়া আছিল ?"— বুলি ক্ষোভত, দুখত হাজৰিকাদেৱৰ দেহত কালিকা চৰে । দেশৰ এনে দুৰ্দিনত তেওঁনো কৰোঁ বুলি কি কৰিব পাৰিছে— মাথোঁ দুহাত সাৱটি বহি থকাত বাহিৰে ? ইফালে ঘৰতো তেওঁৰ মাতৃ শয্যাশায়ী, তেওঁ থাকে কলিকতাত । আৰ্থিক দৈন্যতাৰ বাবে পুত্ৰ হৈ ৰুগীয়া মাতৃৰ চিকিৎসাৰ বাবে এপইচাও পঠাব নোৱাৰে । ইতিমধ্যে তেওঁৰ সংসাৰখনতো ঘূণে ধৰিছে, ভাগোঁ ভাগোঁ । দেশ প্ৰেম, মাতৃ প্ৰেম, নিজৰ সংসাৰ প্ৰেম আদি নানানটা যন্ত্ৰণাত জৰ্জৰিত হৈ নিজকে মানুহ ৰূপে অযোগ্য বিবেচনা কৰি ধিক্কাৰ দিছে । চিৰ স্বাধীন অসম চীনৰ অধীন হব ই যে অসম্ভৱ ! সেয়েহে তেওঁ গীতেৰে দেশ মাতৃক সান্ত্বনা দিছে এই বুলি — নিজৰ বুকুৰ শোণিত বাকি দি হ'লেও দেশ-মাতৃৰ পূজাৰ থাপনা পাতিব; দেশৰ মুক্তিৰ প্ৰভাত আনিব । তেতিয়াই বিবেকৰ দংশনৰ চটফটনিত বুকুৰ পোৰণিৰ সুৰেৰে ৰচি তেওঁ গালে দেশ প্ৰেমৰ এই যুগান্তকাৰী গীতটি । এই গীতটিৰ সুৰতেই 'ৰুদালী' চিনেমাৰ 'দিল হুম হুম কৰে' গীতটিৰ সুৰ দিয়া হয় ।

বুকু হম হম কৰে
মোৰ আই ।
কোনে নিদ্ৰা হৰে
মোৰ আই ।
পুত্ৰ হৈ মই কি মতে তৰো ?
আই তোৰে হৈ মই মৰোঁ ।
দেশৰে চন্দ্ৰমা
কাল এন্ধাৰে আবৰে
অগনি কালিকা
দেহ ৰন্ধ্ৰে ৰন্ধ্ৰে চৰে

বজ্ৰ সম দৃঢ আই
চৌপাশৰে গড়
চৌপাশৰে গড় ভেদিম
কিঞ্চিতো নাই পৰ ।
যাচিম সান্ত্বনা
আই মুক্তি প্ৰভাতেৰে
থাপিম থাপনা আই শোণিত তিয়াগেৰে ।

ৰচনা : কোলকাতা; ৰে' ৰ্ডি : মণিৰাম দেৱান ১৯৬৩

# বোলো, অ' মিচিং ডেকাটি

উপন্যাস সম্রাট ৰজনীকান্ত বৰদলৈৰ শ্ৰেষ্ঠ উপন্যাস 'মিৰি জীয়ৰী'। এই উপন্যাসখনৰ নায়ক নায়িকা জঙ্কি আৰু পানেইৰ মাজত প্ৰেম হয়। দুয়ো দুয়োকে পাবলৈ বিচাৰে। পিতৃ মাতৃৰ ইচ্ছামতে অইন এজন ডেকাই জোঁৱাই খাটিবলৈ আহে তেওঁলোকৰ ঘৰলৈ। তেতিয়া দুয়ো পলাই যায় আৰু গাচি মিৰিৰ হাতত পৰে আৰু মিলনত বাধা দি দুয়োকে আঁতৰাই ৰাখে। পুনৰ দুয়ো গোপনে মিলিত হয়। এইবাৰ চৰমপৰ্য্যায়ৰ বাৰেগামৰ বিচাৰৰ কাঠগড়াত চৰম শাস্তি প্ৰাণদণ্ড বিহা হয়। একেডাল ছুলেৰে একেলগে পিঠিয়াপিঠিকৈ দুটি দেহক খুচি নৈত পেলাই দিয়ে। এই কৰুণ কাহিনীৰ আধাৰতে গীতিকাৰে এই গীতটি ৰচিছে। গীতটিত সেই সময়ৰ মিৰি সমাজখনৰ ৰহনীয়া সংস্কৃতি, আশা-আকাঙ্ক্ষা, আবেগ-অনুভূতি, সুখ-দুখ আদিৰ সুন্দৰ আভাস পোৱা যায়। তাৰোপৰি গীতটোত মিৰি সকলৰ সাজ-পোছাক বুজোৱা আৰু অন্য কিছুমান মিচিং ভাষাৰ শব্দ যেনে মিবুগালুক (উৎসৱত পিন্ধা চোলা), পেৰে ৰুম্বং (চাদৰ), এগে (মেখেলা), গোংগাং (গগনা), ৰিবি গাচেং (মেঠনি), আবুং (নদী) আদি শব্দৰ সমাবেশে অসমীয়া ভাষাটোক সোণত সুৱগা চৰাইছে আৰু আচুতীয়া কৈ থকা মিচিং সমাজখনক বহল অসমীয়া সমাজখনৰ সৈতে মিলি যোৱাৰ বাবে এখোজ আগবঢ়াই আনিছে। গীতিকাৰে কৈছে যে এই ঘটনাটো আজিৰ হোৱা হ'লে এহাল উদীয়মান ডেকা গাভৰুৰ জীৱনৰ এনেদৰে কৰুণ সমাপ্তি নঘটিলহেতেন! দিচাঙৰ পানী বৈ লুইতত মিলি যায়। তেনেদৰে কঢ়া নীতি নিয়মেৰে বেষ্টিত আওহতীয়া মিৰি সমাজখনো বহল অসমীয়া সমাজত মিলি যাওঁক; আটায়ে মৰম-স্নেহ-ভাতৃত্ববোধেৰে মিলিজুলি অসমীৰ বুকুত সুখে শান্তিৰে বাস কৰক- এয়াই গায়ক গীতিকাৰৰ কামনা। কিয়নো, 'মৰমৰে এই যুগটি।'

বোলো অ' মিচিং ডেকাটি! বজালি যে পেম্পাটি
সুৰেৰে সজালি দেখোঁ দিচাং মুখৰ নিশাটি।
মিবুগালুক চোলাটি পেৰে ৰুম্বং চাদৰখন কিয়নো পিন্ধিলি
মূৰত দেখোন দুমেৰ্দি গামোচা আঁটিলি
আৰু তোৰে পুৰুষ দেহাতে ফুটি ফুটি উঠিছে
সেউজ ৰঙৰ জীয়া জীয়া ঐনিতম্‌টি।

বোলো অ' মিচিং গাভৰু! এগে মেখেলাতে তই এন্ধাৰ সানিলি
অ' ৰিয়াখনিত তামুলিতাকাৰ ৰঙা তৰা বাচিলি!
ডেকাটিৰ সোণৰ বাঁহীৰ সতে গোংগাং বজালি
সৰিয়হৰ ফুলহেন ৰিবিগাচেংখনি তই বুকুতে বান্ধিলি
আৰু, কঁপি উঠিল দিচাঙৰে মিঠা মিঠা মিঠা ঢৌটি।

অ' বোলো ঘৃণা সুঁতিৰ পাৰতে বহু দিনৰ আগতে
অ' মিৰিৰে জীয়ৰী মোৰ পানেই জনী মৰিলে!
পিছে জঙ্কিৰে চিএবাটিক অসমীৰে ভাষাতে
শ্ৰী ৰজনীকান্তই যুগমীয়া কৰিলে
মনত পৰেনে সেই কথাটি? অ' দিচাংমুখৰ ডেকাটি।

আজিৰ পানেই নমৰে আৰু জঙ্কিয়ে নাকান্দে
এই জঙ্কি পানেইৰ মিচিং সমাজ নিজেই দিচাং আবুং হৈ
অসমীৰে বৰ লুইতৰ সোঁতটি বঢ়াব — মৰমৰে এই যুগটি।

ৰচনাঃ দিচাংমুখ, ১৯৬৩

# শৈশৱতে খেমালিতে

প্ৰতিজন শিল্পীৰে সৃষ্টিৰ আঁৰত বাস্তৱ অভিজ্ঞতা বা নিজৰ জীৱন কাহিনীৰ খণ্ডাংশ মিশ্ৰিত হৈ থাকে। কবলৈ গ'লে এই গীতটি ড° হাজৰিকাদেৱৰ আত্মজীৱনীৰেই যেন এটা ক্ষুদ্ৰাংশ । কৈশোৰতেই শিলঙৰ এজনী অতি ধুনীয়া ছোৱালীৰ সতে এই গায়ক গীতিকাৰৰ প্ৰেম ভালপোৱা গঢ় লৈ উঠিছিল । ছোৱালীজনীক তেওঁ মনে প্ৰাণে ভাল পাইছিল আৰু গোটেই জীৱন তেওঁৰে সৈতে সুখেৰে কটাম বুলিও সপোন ৰচিছিল । শুনা যায়, হাজৰিকাদৱৰ পিতৃ-মাতৃয়েও এই কথাটি মানিলৈ তেওঁলোকে নিজেই'গৈ ছোৱালীৰ ঘৰত প্ৰস্তাৱ দিছিলগৈ। সেই সময়ত হাজৰিকাদেৱৰ পৰিয়ালটো অতি দুখীয়া আছিল আৰু তেওঁৰো আজিৰ 'প্ৰেমাৰ' নাছিল। সেয়ে তেওঁলোকৰ প্ৰস্তাৱ, আশা-আকাঙ্ক্ষাক ধূলিস্যাৎ কৰি ছোৱালীৰ মাক-দেউতাকে এগৰাকী ধনীলোকলৈ ছোৱালীজনীক বিয়া দি দিলে। এই বিচ্ছেদত ড° হাজৰিকাদেৱৰ বুকু ভাঙি চুৰ মাৰ হ'ল । সাধাৰণতে দেখা যায় —অনেক প্ৰেমিকেই বিৰহৰ জ্বালা সহিব নোৱাৰি আত্মহননৰ পথ বাচি লয় । বহু কান্দিলে; কিন্তু আত্মসংযমী হাজৰিকাদেৱে সেই পথ নললে । গতস্য শোচনা নাস্তি । তেওঁ মন বান্ধিলে আৰু পণ ললে,—'তেওঁ জীয়াই থাকিব । জীয়াই থাকি এনে এখন সমাজ গঢ়িব যিখন সমাজত ধন সোণ ঐশ্বৰ্যতকৈও মানুহৰ দাম (মূল্য) অলপ হ'লেও বেচি হয়; মানুহ মূল্যবান হয় ।' ১৯৬২-৬৩ চন মানত কলিকতাত হাজৰিকাদেৱৰ পূৰ্বৰ প্ৰেয়সীজনীৰ সৈতে পত্নী প্ৰিয়মৰ বন্ধুত্ব গঢ়ি উঠে। এদিন আজলী প্ৰিয়মে বিশেষ একো নাভাবি তেওঁৰ অসম জীয়ৰী ন-বান্ধৱীজনীক হাজৰিকাদেৱৰ কাষলৈ লৈ আহিল ।"মোক প্ৰিয়মে কৈছে—চোৱা মই কাক আনিছোঁ । ছোৱালীজনী থিয় হৈ আছে । মুহূৰ্তৰ ভিতৰতে এটা ফ্লেচবেক শ্বট মোৰ মূৰলৈ আহিল । কৈশোৰৰ সেই ৰোমাণ্টিক দিনবোৰলৈ মই ক'ব নোৱাৰাকৈয়ে গুচি গ'লোঁ ।" —'মই এটি যাযাবৰ'। পুনৰ হাজৰিকাদেৱৰ পৰিয়ালৰ সতে সেই ছোৱালীজনীৰ মিতিৰালি হ'ল। তেতিয়া তেওঁৰ শুকনিমুৱা কলিজাৰ পুৰণি ঘাঁ টুকুৰা পুনৰ উঁক দিয়াত আবেগতে অভিনৱ কলা শৈলীৰে তেওঁ সেই ছোৱালী জনীলৈ শৰ নিক্ষেপ কৰি এই কালজয়ী গীতটি ৰচে । তেওঁৰ নিজৰ ভাষাত— " নকব আৰু ..... ধনৰ বাবে মনৰ মানুহক অৱহেলা কৰা নাৰীৰ অভাৱ নাই এই সমাজত —। তেনে বঞ্চিত পুৰুষে এই গীত আপোন বুলি লব পাৰিব চাগৈ——"

শৈশৱতে খেমালিতে
তোমাৰে ওমলা মনত আছে
বহাগ মাহৰ লুইত খনিত
দুয়ো সাঁতোৰা মনত আছে ।

যৌৱনতে দুয়োৰে দেহাৰ
লাজুকী পৰশ মনত আছে
মোৰ অবিহনে চিপজৰী ল'বা
বুলি কোৱা মোৰ মনত আছে ।

বহাগ মাহৰ লগাতে এদিন
আহিল বৰদৈচিলা
সেই ধুমুহাত কাৰোবাৰ সতে
তুমি দেখোঁ গুচি গ'লা ।

মনৰ গৰাকীক এৰি তুমি
ধনৰ গৰাকীক বৰিলা
ধন ধন বুলি ধনৰ প্ৰেমেৰে
স্বৰূপ প্ৰকাশ কৰিলা ।

বহুত দিন গ'ল হঠাৎ সিদিনা
তোমাক দেখা মনত আছে
আঁতৰৰ পৰা দেখিলোঁ তোমাৰ
স্বৰ্ণ গহনা জিলিকিছে ।

তোমাৰ অবিহনে চিপজৰী ল'ম
বুলি যদি তুমি ভাবিছা
ভুল কৰিছা সোণজনী মোৰ
অলীক সপোন দেখিছা ।

কথা : জীয়াই থাকিম ।

গীত : জীয়াই থাকি এখন সমাজ
গঢ়িবৰ মোৰ মন আছে,
অ' জীয়াই থাকি এখন সমাজ
গঢ়িবৰ মোৰ পণ আছে,
য'ত সোণতকৈও মানুহৰ দাম
অলপ হ'লেও বেছি আছে ।

কলিকতা, বহাগ, ১৯৬৩

# সংগ্ৰাম লগ্নে আজি

সন্তান এটিক মাতৃ এগৰাকীয়ে বুকুৰ মাজত আঁচলেৰে ঢাকি ধৰি ঠেঁটৰ-মুখৰ খুৱাই তুলি তালি ডাঙৰ দীঘল কৰে। সেইদৰে, সুসন্তানেও মাতৃৰ প্ৰতি গুৰু দায়িত্বভাৰ কান্ধ পাতি লয় । দেশক মাতৃ ৰূপে গণ্য কৰা হয়।এখন দেশেও সেই দেশৰ নাগৰিকক সুৰক্ষিত কৰি ৰাখে ।এই গীতটিত গীতিকাৰে দেশৰ সংকটৰ সময়ত বীৰ পুত্ৰসকক এলাহ, ত্ৰাস, শঙ্কা নেওচি ন্যায় তন্ত্ৰৰে শিক্ষিতহৈ অগ্নি মন্ত্ৰেৰে দীক্ষিত হৈ বগু দুষ্ট দৈত্য-দানৱ-দুষ্কৃতিকাৰীক বিনাশ কৰি দেশ মাতৃক সুৰক্ষা দিবলৈ বীৰদৰ্পে ওলাই আহিবলৈ উদাত্ত আহ্বান জনাইছে। গীতটিত এজন দেশপ্ৰেমিকে অসমী মাতৃক এজন সুপুত্ৰ ৰূপে তেওঁৰ মাতৃক সাষ্টাঙ্গে প্ৰণিপাত কৰি বিপদৰ সময়ত যেন শান্তনা দিছে — শত্ৰুৰ ভয়ত কাতৰ নহবলৈ; অভাগীনীৰ দৰে দুখত বিনাই নেকান্দিবলৈ। হে অসম মাতৃ ! নেকান্দিবা। তোমাৰনো কি নাই ? পুত্ৰ আছে, কন্যা আছে — সকলোৱে সদা সৰ্বদা তোমাৰ কথাকে চিন্তে; তোমাক সুখত, আনন্দত ৰখাৰ কথাকে ভাবে। অতি ভয়ঙ্কৰ ৰাক্ষসক বধিবলৈ আমাৰ হাতত হেংদান আছে। অতি নিষ্ঠুৰ কালসৰ্পক বধিবলৈ আমাৰ মন্ত্ৰ আছে । আমাৰ দুচকুত জুই জ্বলিছে যেন এতিয়াই জপিয়াই পৰি শত্ৰুক ছাৰ খাৰ কৰি পেলাম। গীতটিত গায়ক গীতিকাৰৰ স্বদেশ প্ৰেম সুন্দৰ ভাৱে প্ৰস্ফুটিত হৈ উঠিছে। উল্লেখযোগ্য যে, গীতটি লিখাৰ প্ৰায় এবছৰ মান আগেয়ে চীনে ভাৰত আক্ৰমণ কৰিছিল আৰু গীতিকাৰৰ দৃষ্টিৰ পৰা যুদ্ধৰ বিভিষিকাৰ সেই ছবি ম্লান হোৱা নাছিল। সেই ভাৱবাশিয়ে মণিৰাম দেৱান বোলছবিত গীত হৈ উজলি উঠিছে । গীতটিত পুৰণি অসমীয়া ভাষা প্ৰয়োগে আমাৰ আধ্যাত্মিক দিশটোক আৰু মহাপুৰুষ সকলৰ ৰচনাক সন্মান জনোৱা হৈছে ।

সংগ্ৰাম লগ্নে আজি , শঙ্কা ত্ৰাস ত্যজি
আইস বীৰ সব, দুষ্কৃতি নাশিতে ।
অগ্নিমন্ত্ৰে দীক্ষা লৈয়া আইস
আজি যত দৈত্যকে বধিতে ।
ন্যায় তন্ত্ৰে শিক্ষা লৈয়া আইস
আজি যত পশুত্ব ৰোধিতে
সাষ্টাঙ্গে কৰোহোঁ প্ৰণাম মাতৃ চৰণতে— ।
সোণৰে অসমী মাতৃ নাকান্দা, নাকান্দা
কেনে কান্দা অভাগীৰ দৰে — ।
পুত্ৰ আছে, আছে কন্যা
ৰাত্ৰি দিনে চিন্তে সবে
থাপিব আনন্দ মেলা আজি তোৰ ঘৰে
কেনে কান্দা অভাগীৰ দৰে— ।
তোৰ ৰূপে গুণে সম নাহি ত্ৰৈলক্য ভিতৰে — ।
কেনে কান্দা অভাগীৰ দৰে ।
অসমী আই মোৰ,— অতি ভয়ঙ্কৰ
ৰাক্ষসৰ কাৰণে ভয় নকৰিবা আমাৰো হেংদান আছে !
অসমী আই মোৰ, — অতি নিষ্ঠুৰ
কাল সৰ্পৰ কাৰণে ভয় নকৰিবা
আমাৰো দুচকুতে অগনি বৰষিছে
সমৰৰে শিখাবোৰ নাচে ।

বোলছবি : মণিৰাম দেৱান, ১৯৬৩

# অয় অয় আকাশ শুব

"খাচী লোকগাঁথা । মাণিকৰ প্ৰেয়সীৰ অবৈধ প্ৰণয়ৰ কথা লিখিবলৈ গৈ ........."— গীতিকাৰ । বৃদ্ধ ৰজা চিয়েম । তেওঁৰ তৰুণী ভাৰ্যা লিয়েংমাকাও — দুখীয়া পৰিয়ালৰ কন্যা । লিয়েংমাকাও গৰখীয়া ৰাইটঙৰ বাঁহীৰ সুৰত মোহিতহৈ প্ৰেমত পৰে । দুয়োৰে মাজৰ অবৈধ প্ৰেমৰ ফল স্বৰূপে লিয়েংমাকাও গৰ্ভ বতী হয় আৰু এটি সন্তানৰ জন্ম দিয়ে । কিন্তু, সমাজে জানো এই কথা সহজ ভাৱে মানি লব ? আদিম যুগত সমাজহীন অৱস্থাত প্ৰেম আছিল মুক্ত। জৈৱিক তাড়নাত মানুহে ইচ্ছানুসাৰে যাৰে তাৰে সৈতে দৈহিক সম্পৰ্ক স্থাপন কৰিব পাৰিছিল। মানুহে সমাজাকাৰে বসবাস কৰাৰে পৰা সন্তানে পিতৃ পৰিচয়েৰে পৰিচিত হব লগীয়া হ'ল। কিন্তু সুন্দৰৰ পূজাৰী সকলক ভোগ বিলাস ঐশ্বৰ্য বিভূতি একোৰেই টলাব নোৱাৰে। তেওঁলোকে আভিজাত্য, সামাজিক বান্ধোন, বিষয় বাসনাক নেওচি ৰুদ্ধ কাৰাৰ শৃঙ্খল ভাঙি ছিঙি ওলাই আহে সুন্দৰৰ ন-দিগন্তলৈ। ৰাজসুখে আমুওৱা সুন্দৰৰ আৰাধিকা লিয়েংমাকাও ৰাজপ্ৰাসাদৰ পৰা ওলাই আহিছে সাধাৰণ গৰখীয়া ল'ৰা মাণিকৰ বাঁহীৰ সুৰত বাউলীহৈ। এই যাত্ৰাত ভাল বেয়া, পাপ পূণ্যৰ বিচাৰ কৰাৰ আহৰি ক'ত? গীতটিত অবৈধ সন্তান জন্ম দিয়া এগৰাকী নাৰীৰ যি মানসিক দ্বন্দ্ব সি সুন্দৰ ৰূপে প্ৰতিস্ফুট হৈ উঠিছে। বৈধই হওঁক বা অবৈধই হওঁক মাতৃৰ মানত প্ৰতিটো সন্তান একে— বুকুৰ জীউলাও। মাথোঁ সমাজেহে বিচাৰ কৰে বৈধ অবৈধৰ। "দুৰ্ভাগ্যবশতঃ এগৰাকী গাভৰুৰ গৰ্ভত এটি অবৈধ শিশুৱে ঠাই ল'লে। শিশুটিৰ জন্মও হ'ল। মাকৰ মনত শিশু সদায়েই সোণ, জোন, মণি। অবৈধ শিশুৰ বিষয়ে কোনোবাই ক'ৰবাত নিচুকনি গীত লিখিছে নে ক'ব নোৱাৰোঁ। মোৰ হ'লে লিখা হ'ল। কাৰণ, বৈধ হওক বা অবৈধই হওক— তেনে শিশু জানো এটি বিৰাট সামাজিক প্ৰশ্ন নহয় ? গীতটিৰ বিষয়ে এইদৰে কয় মানৱতাবাদী গীতিকাৰ ড° ভূপেন হাজৰিকাদেৱে।

অয়, অয় আকাশ শুব
অয় অয় বতাহ শুব
দিগন্ততে হাঁহাকাৰ হ'ব ।

সময় যেন স্তব্ধ হয়, হয়
ভীত হয়, হয়
চকুলো শিল হ'ব
অয় অয় আকাশ শুব ।

পাপ যদি বেয়া, কামনা কিয় দিলে
দিলে দিলে ?
মোহ যদি বেয়া, সুৰ কিয় দিলে
দিলে দিলে ?
ভাঙোন যদি বেয়া, বিৰহ কিয় দিলে — দিলে ?
তাৰ সমিধান কোনে দিব, — কোনে দিব ?
অয় অয় সময় শুব ।
সাঁথৰ ভৰা নিশা মোৰ সোণ শুব
বৈধ কি, অবৈধ কি ? — প্ৰশ্ন হ'ব ।
দিগন্ততে হাঁহাকাৰ হ'ব ।

চিলং : জুন, ১৯৬৪, বোলছবি : প্ৰতিধ্বনি

# অস্ত আকাশৰে সপোন ৰহণ সানি

লুইতখন আমাৰ বুকুৰ আপোন । দুয়ো পাৰে কত যে মানুহ ! কত যে ইতিহাস ! আশাৰ নিৰাশাৰ, সুখৰ দুখৰ, হাঁহি কান্দোনৰ— এই সকলোবোৰৰ প্ৰত্যক্ষ সাক্ষী হৈ আবহ কালৰে পৰা যুগ যুগ নীৰৱধি প্ৰবাহিত হৈ আছে লুইত । আবেলিৰ আকাশত অস্তগামী সূৰুযৰ হেঙুলী ৰহণে অপূৰ্ব শোভাৰ সৃষ্টি কৰে । যুগ যুগ ধৰি অবিৰত ভাবে বৈ বৈ ক্লান্ত হৈ পৰা লুইতৰ জিলমিল্ পানীত অস্ত আকাশৰ হেঙুলী কিৰণ পৰি কি যে মনোমোহা সৌন্দৰ্য্যৰ সৃষ্টি হয় ! সেই নৈসৰ্গিক শোভাৰাশি নিজ চকুৰে নেদেখিলে ভাষাৰে কৰ্হি বুজাব নোৱাৰি । গায়ক, গীতিকাৰ ড° ভূপেন হাজৰিকাদেৱে কল্পনা কৰিছে যে— ইমান সৌন্দৰ্য্য ! ইমান শোভা ! এনেয়ে হোৱা সম্ভৱ নহয় । নিশ্চয় কোনোবা সুন্দৰৰ শিল্পীয়ে পদুম ফুলৰ নাৱেৰে আহি এই ময়ূৰ পংখী ৰহণবোৰ সিঁচি থৈ যায় । শিল্পীয়ে সুন্দৰৰ সাধনা কৰে ৰং- তুলিৰে, কল্পনাৰে। অনুৰোধৰ সুৰত তেওঁ গাইছে যে,— সুন্দৰৰ সাধক সকলে, শিল্পী সকলে এবাৰলৈ হ'লেও তেওঁলোকৰ কল্পনাৰ পদুমৰ পানচৈ পাৰলৈ চপাওক। কাৰণ, দুয়োপাৰে গৰাখহনীয়া, মথাউৰি ভাগি, বানবিধ্বস্ত হৈ ভোকত কাতৰ লাখ লাখ সৰ্বহাৰা মুকলি আকাশৰ তলত, অস্থায়ী শিবিৰত চৰকাৰী সাহায্যৰ বাবে অসহায় ভাবে বহি আছে 'ভাগ্য'ক ধিয়াই । আজিৰ বিজ্ঞান প্ৰযুক্তিৰ জয় যাত্ৰাৰ যুগত লুইতৰ বলিয়া বানৰ তাণ্ডৱক দমন কৰি মানুহৰ দুখ মোচন কৰি মানুহৰ হিতাৰ্থে লুইতখনক গঢ়ি তোলাৰ কোনো পৰিকল্পনা চৰকাৰে হাতত লোৱা নাই । সেয়ে, এই ক্ষেত্ৰত শিল্পী সকলৰ কৰণীয় আছে বহু। যিহেতু শিল্পী সকল সমাজ সচেতনতাক লৈয়ে জন্মে। শিল্পীয়ে দুৰ্গতজনক স্বা ভাৱিক তথা মানসিক ভাৱে শক্তিশালী কৰিব পাৰে, ভাষাহীনক ভাষা দিব পাৰে আৰু মুমূৰ্ষু জনৰ মুখতো হাঁহিৰ ফুল ফুলাব পাৰে। কাৰণ, শিল্পীৰ সৃষ্টি সমূহ মানুহৰ বাবে; মানুহৰ মঙ্গল সাধনৰ বাবে। এই পৃথিৱী মানুহৰ, কোনো কল্পলোকৰ বাবে নহয়। কবিয়ে কৈ গৈছে, 'সুন্দৰৰ সাধনা জীৱনৰ খেল'। গতিকে, শিল্পী সকলে মাটিৰ মানুহৰ সুখৰ বাবে, শান্তিৰ বাবে সুন্দৰৰ সাধনা কৰা উচিত। যিজনা শিল্পীয়ে পদুম ফুলৰ নাৱেৰে আহি অস্ত আকাশৰ হেঙুলীয়া ৰহণবোৰ বহমান লুইতৰ পানীত সিঁচি দি যি অপূৰ্ব সৌন্দৰ্য্যৰ সৃষ্টি কৰিলে তেওঁও মানুহৰ প্ৰাণত আনন্দ দিয়াৰ অৰ্থেহে এই কাম কৰিছে । গতিকে শিল্পী সকলৰ যদিহে লক্ষ্য দিগন্ত তেওঁলোকে কল্পনাতে নিমজ্জিত নহৈ মাটিৰ পৃথিৱীলৈ নামি আহি মানুহৰ হিতাৰ্থে কাম কৰিব লাগে ।

অস্ত আকাশৰে সপোন ৰহণ সানি
ক্লান্ত লুইতৰে হেঙুলীয়া পানী
বৈয়ে যায়, বৈয়ে যায়, বৈয়ে যায় ।

কোন সুন্দৰৰে শিল্পীয়ে পদুম ফুলৰ নাৱেৰে
ময়ূৰ পংখী ৰহণবোৰ দিয়ে ছটি যায় ।

দুয়ো পাৰে কত মানুহ, কত যে ইতিহাস
কত যুগৰ কত আশা, নিৰাশাৰে নিশ্বাস ।

লক্ষ্য যদি দিগন্ত
        শিল্পী হে' তোমাৰ
পদুমৰে পানচৈ চপোৱাঁ এবাৰ
দেখিবা, জীৱনৰে দিগন্ত অপাৰ
        বেলি যে যায়, বেলি যে যায়, বেলি যে যায় ।

# আহ আহ ওলাই আহ

"গান সমাজ পৰিবৰ্তনৰ সুনিশ্চিত আহিলা ।" (মই এটি যাযাবৰ)। গান লিখিবলৈ সমাজ সচেতনতাৰ প্ৰয়োজন। সুধাকণ্ঠী ড° ভূপেন হাজৰিকা এজন পাৰফৰ্মিং আৰ্টিষ্ট। তেওঁ সমাজৰ দোষ ত্ৰুটিবোৰ ফঁহিয়াই চাই সেইবোৰ আঁতৰাই এখন সুন্দৰ সাম্যৰ সমাজ গঢ়াৰ প্ৰতিশ্ৰুতিৰে বদ্ধপৰিকৰ হৈ গীত লিখে আৰু তাত সুৰ দি সুললিত কণ্ঠেৰে বিপুল জনসমাবেশত পৰিবেশন কৰে। পলৰবছনেও উদাত্ত কণ্ঠেৰে গীত গাই আমেৰিকাত বৰ্ণ বৈষম্যৰ বিৰুদ্ধে যুঁজ দিছিল। গীতটিৰ মাধ্যমেৰে গায়ক গীতিকাৰ জনে উদাত্ত কণ্ঠে সচেতন নাগৰিকক সজাগ হৈ ওলাই আহিবলৈ আহ্বান জনাই কৈছে যে জনতাই হ'ল সমাজৰ এন্ধাৰ নাশি পোহৰ আনোতা। গতিকে 'ৰামৰ দেশত থকা ৰাৱণবোৰ' বা 'ক'লা কাকতি ফৰিং' সদৃশ দুষ্কৃতিকাৰীবোৰক নাশ কৰিবলৈ সদলবলে ওলাই আহক। ইয়াকে কৰোঁতে আনকি জীৱনটোও যদি যায় — যাওক; কোনো কথা নাই। জীৱনৰ অন্য এটা নাম সংগ্ৰাম। সেই সংগ্ৰামত যুঁজিবলৈ, যুঁজি জিকিবলৈ হ'লে জীৱন যুঁজৰ সেনানী সকল ভীত হৈ ভাবি গুণি থমকি ৰৈ জিৰালে নহব। 'মা ভোক লাগিছে; ভাত দে' বুলি আজি এমুঠি ভাতৰ বাবে আৰ্তনাদ কৰি বুভুক্ষিত শিশুৱে তিল্ তিল্ কৈ মৃত্যু বৰণ কৰিছে। গতিকে, তেওঁলোকে ভোকাতুৰ শিশুৰ আৰ্তনাদ শুনিও নুশুনাৰ ভাও জুৰি প্ৰতিবাদ সাব্যস্ত নকৰাকৈ কাপুৰুষৰ দৰে হাত সাৱটি বহি থাকিব নে? দুষ্কৃতিকাৰী, দুৰ্নীতি পৰায়ণ ক'লা বেপাৰী, লাভখোৰ, শোষণকাৰী ৰূপী দানববোৰক বধিহৈ লাগিব। আৰু হত্যা, লুণ্ঠন, ভাতৃঘাতী সংঘৰ্ষ প্ৰতিৰোধ কৰি ভীত শিশুৰ মুখত হাঁহিৰ ফুল ফুলাব লাগিব। সমাজ বিৰোধী দুষ্কৃতিকাৰীবোৰক উৎখাত কৰি সমাজখন সুন্দৰ ভাৱে সজাবলৈ যাওঁতে যদি ব্যক্তিগত ভাবে এশ শতাংশই লোকচান হয় হওঁক। ইতিহাসে যুগে যুগে জনতাৰ জয়ৰ কথাকে দোহাৰিছে। এই গীতটি এটি মানব প্ৰেমৰ গীত। গীতটিৰ জৰিয়তে গায়ক গীতিকাৰে সমাজ সংস্কাৰৰ বাবে জনতাক উদ্বুদ্ধ কৰি জনজাগৰণ অনাৰ প্ৰচেষ্টা চলোৱা দেখা যায়।

আহ্ আহ্ ওলাই আহ্
সজাগ জনতা
আহ্ আহ্ ওলাই আহ্
পোহৰ আনোতা
ৰামৰে দেশতে থকা ৰাৱণ বধোঁতে
যায় যদি যায় জীৱনটোৱে যাক !

সমুখৰে সেনাপতি থমকি জিৰালে,
কিনো হ'ব সেনানীয়ে ভাবিলে গুণিলে
ক'লা কাকতি ফৰিং নাশোঁগৈ আহ্ ।

শুন বুভুক্ষু শিশুৰে আৰ্তনাদ
(সেয়ে) তিল্ তিল্ মৃত্যুৰ আনে সংবাদ
সেই সংবাদ শুনিও বধিৰ কিয় ?
তই নকৰিবি কিয় তোৰ শেষ প্ৰতিবাদ ?

সংগ্ৰাম আন এটি নাম জীৱনৰে
ইতিহাসে চিঞৰে 'জয় জনতাৰে',
ত্ৰাস এৰি দানবকে বধোঁগৈ আহ্ ।

কলকাতা: এক চেপ্তেম্বৰ, ১৯৬৪

# কাহিনী এটি লিখোঁ সেৱাৰ বিষয়ে

"হে মোৰ বন্ধু গল্প লিখক, তোমাৰ ভাষা আছে, প্ৰকাশ আছে ---- । সেৱাৰ বিষয়ে তোমাক কত বাৰ কত উপাদান দিলোঁ ---- তুমি অৱহেলা কৰিলা ---- তুমি মাথোঁ মিছা বিষয় বস্তুক আলঙ্কাৰিক ভাষাৰে সজাই কাহিনী ৰচিলা --- এতিয়া আৰু একো নকওঁ ---- তোমাৰ সৈতে মই আৰু সময় নষ্ট নকৰোঁ ---- "— ড° ভূপেন হাজৰিকা। গল্পকাৰ, ঔপন্যাসিক আদি লিখক সকলে কাহিনী লিখে কল্পনাক প্ৰাধান্য দি। আচলতে লিখক সকলে কল্পনাৰ ৰহণ সানি সত্যৰ ভেটিত প্ৰতিষ্ঠিত কাহিনীহে লিখা উচিত য'ত মানৱ প্ৰেমৰ সুৰ ধ্বনিত হয়। সেই সাহিত্য হয় সৰ্বজন সমাদৃত; কালজয়ী। সত্যক ঢাকি ৰাখি মিছাৰ প্ৰলেপ সানি মিছা নায়কৰ মিছা বিষয় বস্তুক আলঙ্কাৰিক ভাষাৰে সজাই পৰাই লিখি অতি সোণকালে সস্তীয়া জনপ্ৰিয়তা অৰ্জন কৰিব পাৰি। কিন্তু সময়ে এদিন উদঙাই দেখুৱায় প্ৰকৃত সত্য । এজন মানুহেই সহস্ৰজনৰ হৈ যুঁজ দিয়া, মানৱ সেৱাৰ সপক্ষে আজীৱন যুঁজ দিয়া সেই সঁচা নায়কজন গীতিকাৰ নিজেই । লিখক বন্ধুৱে অৱহেলা কৰা তেওঁৰ সেই সঁচা কাহিনী ইতিহাসে নিজেই নিজৰ পৃষ্ঠাত লিপিবদ্ধ কৰি ললে । ড° হাজৰিকাদেৱে উপহাসৰ শৰ নিক্ষেপ কৰি ৰচা এই গীতটিৰ কথাৰ আৰৰ মানুহজন হ'ল তেওঁৰেই সাহিত্যিক বন্ধু, সহপাঠী সাহিত্যাচাৰ্য্য পদ্ম বৰকটকী।

কাহিনী এটি লিখোঁ সেৱাৰ বিষয়ে
কৈছিলোঁ বহু বহু বাৰ
বন্ধু লিখক, তুমি নুশুনিলা
দেখুৱালা মাথোঁ অহঙ্কাৰ ।
সঁচা নায়ক বিচাৰি বিচাৰি
তাহানি যে আহিছিলা লৰবি
মইও দেখোন মানৱ ইতিহাসৰ
কথা কলোঁ নিজকে পাহৰি ।
তেতিয়াতো তুমি লিখি গ'লা
মিছা কথা মিছা নায়কৰ
বন্ধু লিখক তোমাৰ লিখাখিনি
মিছা কথা মিছা কল্পনাৰ !
যি কাহিনী তুমি নিলিখিলা
তাক ইতিহাসত সময়ে লিখিলে
মোৰেই মাজত সহস্ৰ মানৱৰ
যুঁজৰ জোৱাৰ তুমি নেদেখিলা
নিজৰি কাপ নিজৰি নিজৰি
(আজি) তোমাৰ ভাষাও পৰিলে ভাগৰি
ময়ো আজি ক্ষণ ক্ষতি কৰি
নেযাওঁ আৰু তোমাকে বিচাৰি
নেযাওঁ আৰু শত কাবৌ কৰি
কৰলৈ এটি বাৰ ।
বন্ধু লিখক তোমাৰ লিখাখিনি
মিছা কথা মিছা কল্পনাৰ !

কলিকতা, ২ জুলাই, ১৯৬৪

# জীৱনটোৰে কান্দোনখিনি

সুখ আৰু দুখ — এটা মুদ্ৰাৰ ইপিঠি সিপিঠি। এটা অবিহনে আনটো অসম্ভৱ। দুখ নাথাকিলে সুখৰ অনুভৱ হ'য় কেনেকৈ ? মানুহে সুখত হাঁহে, দুখত কান্দে। মানুহৰ জীৱনত হাঁহিতকৈ কান্দোনৰ ভাগহে অধিক। জীৱন বাটৰ প্ৰতিটো পদক্ষেপতে পদে পদে কাঁইট, বাধা- বিঘিনি, ঘাত-প্ৰতিঘাত, সংঘাত। ওখোঁৰা- মোখোৰা শিলাময় বাটত উজুটিত আঙুলি ছিগে। তথাপি, আমি আমাৰ লক্ষ্য পূৰণ কৰিবই লাগিব; উদ্দেশ্য সাধন কৰিবই লাগিব। তাৰ বাবে আমি জীৱনত বহুতো দুখ-কষ্ট ভুগিব লাগে; লাঞ্ছনা-গঞ্জনা সহিব লাগে, বহুতো কান্দিব লাগে।'অমৃত' বিচাৰি সাগৰ মথোঁতে প্ৰথমে কালকূট বিষহে ওলাইছিল। অশেষ কষ্ট স্বীকাৰ কৰি সাগৰ মথোঁতে মথোঁতে অৱশেষত আকাঙ্ক্ষিত 'অমৃত' ওলাল। তেনেদৰে, অলপ হাঁহিৰ বাবে মানুহে জীৱনত বহুতো কান্দিব লাগে, দুখ-কষ্টৰ সন্মুখীন হ'ব লাগে আৰু সেই হাঁহিৰ অমৃত অকল নিজেই পাণ নকৰি আনকো বিলাই দি আনৰ মুখতো হাঁহিৰ ফুল ফুলাব লাগে। কাৰণ, জীৱ শ্ৰেষ্ঠ মানুহ। স্বাৰ্থপৰতাই নীচতাক প্ৰশ্ৰয় দিয়ে। পশু-পক্ষী, জীৱ-জন্তু আদিয়ে নিজৰ বাহিৰে অন্যৰ কথা ভাবিব নোৱাৰে। এই ক্ষেত্ৰত মানুহ ব্যতিক্ৰম। মানুহৰ বিবেক আছে; বিচাৰ বুদ্ধি আছে — আছে সংযম, ন্যায় আৰু ধৰ্ম। মহাপুৰুষ শঙ্কৰ দেৱে কৈছে — 'কুক্কুৰ শৃগাল গৰ্দ্দভৰো আত্মা ৰাম। জানিয়া সবাকো পৰি কৰিবা প্ৰণাম।।' ইতিমধ্যে অগণন অবহেলিত, দুখিত, শোষিত জনৰ দুখ দেখি এই গায়ক গীতিকাৰৰ প্ৰাণ কান্দি উঠিল। সেয়েহে মহাপুৰুষ জনাৰ সেই বাণীকে সৰোগত কৰি তেওঁৰ শিষ্য মানৱতাবাদী ড° ভূপেন হাজৰিকাদেৱে নিজৰ দুখ ৰাশি নিজৰ বাবে সাঁচি ৰাখি হাঁহিখিনি বঞ্চিত, লাঞ্ছিত, অবহেলিত, দুখীত জনৰ মাজত বিলাই দিম বুলি প্ৰতিজ্ঞা কৰিলে। যিখিনি হাঁহিখিনি পাবৰ বাবে তেওঁও বহুত কান্দিছিল সেই হাঁহি খিনি বিলাই বিলাই দি তেওঁ পৰম আহ্লাদিত হ'ল। কাৰণ 'আনৰ দুখত কান্দিব জানিলে সংসাৰ সুখৰ ঠাই'।

জীৱনটোৰে কান্দোনখিনি
নিজেই সাঁচি থলোঁ
জীৱনটোৰে হাঁহিখিনি
বিলাই বিলাই দিলোঁ।

হাঁহিখিনি পাবৰ বাবে বহুতো কান্দিলোঁ
মাজে মাজে কান্দি কান্দি নিজেই হাঁহিলোঁ
বহুত কান্দোন, অলপ হাঁহিৰ এয়ে জীৱন মেলা
সেয়ে জীৱনটোৰে হাঁহি খিনি বিলাই বিলাই দিলোঁ।
বন্ধু তুমি হয়তো পালা
মাথোঁ অবহেলা
সেয়ে মোৰ অলপ হাঁহিৰ
অংশ তুমিও পালা।

হেজাৰ জনৰ মুখত সুখৰ হাঁহিৰ সপোন দেখিলোঁ
হেজাৰ জনৰ বেজাৰ দেখি প্ৰতিজ্ঞা কৰিলোঁ
অলপ কান্দোন, বহুত হাঁহিৰ পাতিমময়ো খেলা।
(সেয়ে) জীৱনটোৰে হাঁহিখিনি বিলাই বিলাই দিলোঁ
শ্ৰোতা বন্ধু, তুমিও অকণ লোৱাঁ।

কলিকতা, ১৫-৮-১৯৬৪

# জেঠৰে তেৰৰে বুধৰ দুপৰীয়া

ভাৰতীয় সংস্কৃতিত চিত্ৰলেখা অনবদ্য, অনন্যা শিল্পী। চিত্ৰলেখাৰ তুলিকাৰ মাধ্যমত প্ৰাণবন্ত হয় সময়-সংস্কৃতি, জীৱন; দেৱতা, নৰ, যক্ষ-ৰক্ষ-কিন্নৰ। চিত্ৰলেখাৰ দৰেই ড° ভূপেন হাজৰিকাও এগৰাকী সুনিপুণ শিল্পী। মাত্ৰ দুয়োৰে প্ৰকাশৰ মাধ্যম ভিন্ন। ড° হাজৰিকাদেৱে ছবি আঁকে শব্দৰ মুকুতাৰে, ভাষাৰে, অলংকাৰেৰে, সুৰৰ মায়াৰে, ছন্দেৰে-তালেৰে। তেওঁৰ সুৰৰ লহৰতজীৱন্ত হয় সময়, ছন্দিত হয় জীৱন। তেওঁৰ গীতৰ লহৰত প্ৰাণবন্ত হয় সময়ৰ গতি; সুখ-দুখ, হাঁহি-কান্দোন আৰু সৰগ-মৰতৰ সমাবেশ । এই গীতটি পণ্ডিত জৱাহৰলাল নেহৰুৰ জীৱন আৰু ব্যক্তিত্বৰ এখনি সুদৃশ্য চিত্ৰপট। পণ্ডিত নেহৰুৰ বিষয়ে ইয়াত বিস্তৃত বিৱৰণ লিখা নিষ্প্ৰয়োজন। কাৰণ, তেওঁৰ বিষয়ে নজনা লোক হয়তো বিশ্বতে নোলাব । তেওঁ আছিল বিশ্বশান্তিৰ দূত আৰু বিদগ্ধ পণ্ডিত। তেওঁৰ ৰচিত 'Discovery of India', আৰু 'Glimpses of World History' বিশ্বৰ সাহিত্য ভঁড়ালৰ অমূল্য সম্পদ । তেওঁ শ্ৰেণী বৈষম্য আঁতৰাই ধনী-দুখী সবাকে সমভাবাপন্ন দৃষ্টিভংগীৰে এখন সাম্যৰ সুন্দৰ সমাজ গঢ়াৰ মহান প্ৰচেষ্টাত ৰত আছিল । তেওঁ আছিল পৰিশ্ৰমী; নিশা মাথোন তিনিঘণ্টাহে শুইছিল। তেওঁ আছিল অতিশয় চৌখিন আৰু এটা সুন্দৰ মনৰ অধিকাৰী। তেওঁৰ কোটৰ পকেটত সদায় এপাহ ৰঙা গোলাপে শোভা বৰ্দ্ধন কৰিছিল। তেওঁৰ বাগিচাৰ মালী হীৰালালে সেইপাহ গোলাপ সদায়েই তেওঁৰ পকেটত গুজি দিছিল। সেই কথাষাৰি সুঁৱৰি হাজৰিকাদেৱে বিনাই গাইছে — 'ৰঙাকৈ গোলাপৰ কলি হীৰালালে কাৰ বুকুত সজায়ে দিব ?' পাৰ্থিৱ জীৱন ক্ষণভঙ্গুৰ; জন্মিলে মৃত্যু অৱধাৰিত । এইজনা পুৰোধা ব্যক্তিৰ তেৰশ এসত্তৰ চনৰ জেঠ মাহৰ বুধবাৰে (ইংৰাজী ৰঙাছচ্ছৰ জুনত ) মৃত্যু হয়। নেহৰুৰ এই অনাকাঙ্ক্ষিত মৃত্যুৰ বাতৰিত দেশজুৰি ক্ৰন্দনৰ ঢল বৈ গ'ল । আনকি পৃথিবীতে শোকৰ ছাঁ পৰিল। বিগলিত কণ্ঠে গায়ক গীতিকাৰ ড° হাজৰিকাদেৱে ৰচি গালে এই শোক গীতটি —" জবাহৰ নোহোৱা হ'বনো পাৰেনে ......... অবিশ্বাস কৰিবৰ মন।" ড° হাজৰিকাদেৱে জীৱনত কেবাবাৰো নিকট সান্নিধ্য লাভ কৰিছিল —— বেনাৰস হিন্দু বিশ্ববিদ্যালয়ৰ ছাত্ৰ হৈ থকা কালত, আমেৰিকাত পঢ়ি থকাৰ সময়ত আৰু ১৯৫৫ চনত বিশ্বশান্তিৰ দূত হৈ ভাৰতীয় সাংস্কৃতিক দলৰ সদস্য হৈ ৰাছিয়ালৈ যাওতে ৰাছিয়াত । তেওঁ নেহৰুৰ ব্যক্তিত্ব, আদৰ্শ আৰু পাণ্ডিত্যত বিমুগ্ধ হৈ পৰিছিল। তেনে এজন লোকৰ মৃত্যুত হাজৰিকাদেৱৰ প্ৰাণত কেনে ধৰণৰ প্ৰতিক্ৰিয়া হৈছিল সি গীতৰ মাধ্যমেৰে সুন্দৰ ৰূপে প্ৰতিফলিত হৈছে । সেয়ে তেওঁ মৰণোত্তৰ ভাবে হলেও তেওঁৰ দৰ্শনেৰে আগুৱাই যোৱাৰ বাবে প্ৰতিশ্ৰুতি বদ্ধ । গীতটোত গীতিকাৰে অৰ্দ্ধ শতিকাৰ জবাহৰ যুগটোক চিৰ যুগমীয়া কৰাৰ সুমহান প্ৰচেষ্টা লক্ষণীয় বিষয়।

জেঠৰে তেৰৰে বুধৰ দুপৰীয়া
তেৰশ এসত্তৰ চন,
বাতৰি আহিলে জবাহৰ নাই
অবিশ্বাস কৰিবৰ মন ।
চন্দন কাঠৰে শিখা বাই বাই
যিদিনা জবাহৰ গ'ল,
জবাহৰৰ মানৱী দেহা নেপাইহে
আমাৰো বিশ্বাস হ'ল ।
জবাহৰ নোহোৱা হ'বনো পাৰেনে
এনুৱা কথা যে ফাঁকি,
সিদিনা জবাহৰে নিজেই কৈছিলে
জীৱনকাল বহুতো বাকী ।

ভাৰতী আয়ে দঢ়াই নকৈছিলে
অকমান জিৰণি লোৱাঁ,
তুমি নুশুনিলা অশান্ত জবাহৰ
জিৰণিহে আঁতৰাই থোৱাঁ ।

মৰম-মুকুট পিন্ধাই অভিষেক পাতিলোঁ
আজীৱন মন্ত্রণা দিলা,
আমাৰে কাৰণেই নিজ সুখ নেওচি
নিজেই শৰশয্যাত শুলা ।

বাঘে ছাগলীয়ে একেটি ঘাটতে
পানী যাতে পিব পাৰে,
তেনে পৃথিৱীৰে মূৰতি গঢ়ি লৈ
বুজালা মহিমা তাৰে ।

দুটি ম'হৰ যুঁজত খাগৰিৰ মৰণ হয়
খাগৰিৰ কাষলৈ গ'লা,
দুটি ম'হৰ মাজৰে মানুহ-খাগৰিৰ
তুমিহে সাৰথি হ'লা ।

ৰণ মতলীয়া বলীয়া ম'হৰো
শিঙতে ধৰিলা তুমি,
মহিষাসুৰকো চিএৱৰি ক'লাগে
পৃথিৱী শান্তি-ভূমি ।
সমাজৰ ধন-ধান সৰু-বৰ সবাকে
সমানে ভগাওঁ বুলি,
প্রতিজ্ঞা কৰোঁতেই লৈ গ'ল ক'ৰবাৰ
ঈশ্বৰে কোলালৈ তুলি ।
দৰ্শন প্রয়াগত তুমি স্নান কৰিলা
আমালৈ ছটিয়ালা পানী,
বুকু ডাঠে কৰি তোমাক কথা দিলোঁ
আগুৱাম তোমাকে মানি ।
ৰঙাকৈ গোলাপৰ কলি, হীৰালালে
কাৰ বুকুত সজায়ে দিব ?
পৃথিৱীৰ বিবেক অসহায় হ'লেই
কাৰ পিনে লৱৰি যাব ?
এতিয়া কৰোঁ কি, কান্দো নে হাঁহো
নে মূৰৰ চুলি ছিঙি মৰোঁ,
নে অৰ্দ্ধ শতিকাৰ জবাহৰ যুগটোক
চিৰ যুগমীয়া কৰোঁ ।

কলিকতা; জুন, ১৯৬৪

# পাচলিৰ বাগিচা সৰু বাগিচা

শিশুৰ উৎকৰ্ষ সাধনত গীতে নানা প্ৰকাৰে কাম কৰে । শৈশৱ কালটো হ'ল মানুহৰ বিদ্যা শিক্ষা আৰম্ভণিৰ কাল । আমাৰ শিক্ষা ব্যৱস্থা হ'ল পাঠ্যপুথি ভিত্তিক; কৰ্মাভিজ্ঞতা নাই । ফলত শিক্ষা-দীক্ষা সমাপন হোৱাৰ পিছতো তেওঁলোকে চাকৰি বিচৰাৰ বাহিৰে কাম কৰি খাবলৈ ইচ্ছুক নহয় । শ্ৰম কৰিবলৈ লজ্জাবোধ কৰে । এই অৱস্থাই জাতীয় অৰ্থনীতিত মাধমাৰ শোধাইছে । দেশৰ বাহিৰৰ শ্ৰমিক আহি আজি আমাৰ দেশত উঠি ৰজা বহি ৰজা হৈছে । ফলত আজি জাতীয় অস্তিত্ব সংকটৰ গৰাহত । এই ব্যাধিবোৰ আঁতৰ কৰিবলৈ হ'লে শিশুক শৈশৱৰ পৰাই বিদ্যা শিক্ষাৰ লগে লগে কৰ্ম অভিজ্ঞতাৰ পাঠো আয়ত্ব কৰাব লাগে । কাৰণ, পাঠ্যপুথিৰ বিদ্যা বা ভাটৌ শিক্ষাৰে কেৱল যোগ্যতাৰ চাৰ্টিফিকেটহে পোৱা যায় বা ডিগ্ৰী লাভ কৰিব পাৰি । উপযুক্ত সুনাগৰিক গঢ়িব পৰা নেযায় । শ্ৰমহীনতা স্বাস্থ্যৰ বাবেও ক্ষতিকাৰক । কৰ্মহীনজনে যিকোনো অসৎ কাৰ্য্যত প্ৰবৃত্ত হবও পাৰে । শ্ৰম কৰি অৰ্জা দুটি শুদা ভাতেও মানুহক বহুত সুখ-শান্তি দিয়ে । নগৰ-চহৰক বাদ দি গাওঁ অঞ্চলৰ প্ৰত্যেক ঘৰতে একোখনকৈ শাক পাচলিৰ বাগিচা আছে । আমি জীয়াই থাকিবলৈ খাদ্যত থাকিবলগীয়া সকলো উপাদান শাকপাচলিৰ পৰাই পোৱা যায় । সেউজীয়া শাক-পাচলি সুস্বাস্থ্যৰ কাৰক । লহপহীয়া পাচলিৰ বাগিচাখন দেখিলে হিয়া মন জুৰ পৰে । বজাৰৰ ৰাসায়নিক সাৰ যুক্ত আৰু বিষাক্ত কীট নাশক ঔষধ যুক্ত শাক পাচলিতকৈ গোবৰ-জাবৰ আদিৰে পচন সাৰ তৈয়াৰ কৰি কৰা শাক পাচলি খাবলৈও সোৱাদ আৰু সুস্বাস্থ্যকৰ। সেয়েহে ঘৰৰ কাষত এনেয়ে পৰি থকা মাটিখিনি কোৰ-খন্তি আদিৰে চহাই লাই-লফা-পালেং, কবি-মূলা আদি ৰুই শিশু সকলক কৰ্মানুপ্ৰেৰণা যোগোৱৰ লগতে আৰ্থিক ভাবেও লাভৱান হব পাৰি। তেতিয়াহে আমাৰ সন্তান সকল প্ৰকৃত শিক্ষাৰ জ্যোতিৰে জ্যোতিস্মান হব । এই উদ্দেশ্য আগত ৰাখিয়েই ড০ হাজৰিকাদেৱে এই শিশুগীতটি ৰচে ।

পাচলিৰ বাগিচা
সৰু বাগিচা
মোৰ সৰু বাগিচা
জানো দেখিছা ?

তাত মই ৰুইছোঁ
পাচলি ইমান
সৰিয়হ ফুলবোৰ
ফুলিছে কিমান ?

সৰু সৰু কোৰেৰে নিজে কোৰ মাৰোঁ
সৰু সৰু খন্তিৰে নিজে চহ কৰোঁ ।

আবেলি পাচলিত দিওঁ মই পানী
মটৰৰ কলিবোৰ খাওঁ ছিঙি আনি ।
কবি, মূলা, উৰহী, শাক লফা লাই
পুৱাতেই ছিঙো মই খৰাহি ভৰাই ।

বজাৰত পাচলি বহু পোৱা যায়
(পিচে) মোৰ বাগিচাৰ দৰে সোৱাদ নহয় ।

গুৱাহাটী : ১৯৮৪

# মদাৰৰে ফুল হেনো পূজাতো নেলাগে

মহান সমাজ সংস্কাৰক শ্ৰীমন্ত শঙ্কৰদেৱ যিজনে ধৰ্মক আশ্ৰয় কৰি গীত, নাট ঘোষা, ভাওনা, নাম প্ৰসঙ্গ আদি কলাৰ মাজেৰে এখন সুন্দৰ সমাজ গঢ়িছিল তেওঁৰ চৰণ সুৱঁৰি ড০ ভূপেন হাজৰিকাদেৱে গীতিকাৰ জীৱনৰ পাতনি মেলিছিল। তেওঁৰ আন দুজন গুৰু জ্যোতি-বিষ্ণুৱেও তেওঁক আঙুলিত ধৰি শিকাইছিল কলাৰ জৰিয়তে সমাজ সংস্কাৰৰ নিয়ম। তেওঁৰ আন এজন গুৰু পল ৰ'বছনে শিকাইছিল গীতেৰে মানুহৰ মাজত শিপাই থকা বৈষম্যতা বিদূৰ কৰি সমাজত সাম্যৰ ভেটি গঢ়াৰ কথা। তেওঁলোকক অনুসৰণ কৰিযেই হাজৰিকাদেৱে লিখিছিল 'মানুহে মানুহৰ বাবে', যিটো গীত কুৰি শতিকাৰ শ্ৰেষ্ঠ গীত বুলি প্ৰতিপন্ন হৈছে। এই মহাপুৰুষ সকলৰ সান্নিধ্য, শিক্ষা আৰু নিজ পৰিয়ালত পোৱা মানৱতাবোধৰ সু-শিক্ষাই তেওঁৰ হৃদয় মানুহৰ প্ৰতি অনুভূতিশীল কৰি তোলে। তেওঁ দেখিলে যে তেওঁ বাস কৰা সমাজখনো থৰক বৰক জাত-পাত, উচ্চ-নীচ, ধনী-গৰীব আদি সামাজিক বৈষম্যতাত। অজগৰৰ দৰে মুখখন মেলি সমাজখন গিলিব ধৰা এই বৈষম্যবোৰ নিৰ্মূল কৰি সমাজৰ প্ৰতিজন মানুহেই মানুহৰ মৰ্য্যদা লাভ কৰাৰ অৰ্থে তেওঁ এই গীতটিৰ উপৰিও অনেক গীত ৰচে। আমাৰ সমাজতেই নহয় পৃথিৱীৰ বহু উন্নত দেশতো মানুহৰ মাজত বৈষম্য আছিল — সেয়া হ'ল ক'লা-বগাৰ মাজত। এই বৈষম্য আঁতৰোৱাৰ বাবে পল ৰ'বছনে গাইছিল 'We Are in the same boat brother' এই গীতৰ আলমতে হাজৰিকাদেৱে গাইছে— 'আমি একেখন নাওৰে যাত্ৰী'। ড০ হাজৰিকাদেৱ নিজেও বলি হৈছিল বৈষম্যৰ। ক'লা-সংস্কৃতিৰ পূজাৰ বেদীত একাজলি পুষ্পাঞ্জলি দিবলৈ বুলি দুহাত আগবঢ়াওঁতে কোনোবাই তেওঁক আৰু তেওঁৰ গীতক 'মদাৰ ফুল'ৰ লগত ৰিজাই হাঁহিছিল। শিল্পীসকল স্বাভাৱিকতে অভিমানী। অভিমানী হৈ তেওঁও কিছুদিন গীত গোৱা নাছিল। কিন্তু আনৰ উপলুঙা, তাচ্ছিল্য শুনি 'উৰন্ত মনে হেঙাৰ নমনা' শিল্পীমনে শুই বহি থাকিব নোৱাৰে। তেতিয়া মদাৰ ফুলেৰে পূজা কৰিলেও যে দেৱতা তুষ্ট হয়, সৰু জাতৰ, বা সৰু ঘৰৰ লোকেও যে পূজা কৰিলে ভগৱান সন্তুষ্ট হয় সেই কথা সেই সকল পৰশ্ৰীকাতৰক বুজাই দিয়াৰ অৰ্থে তেওঁ এই গীতটি ৰচি গায়। আমাৰ আলোচ্য 'মদাৰৰে ফুল' এই গীতটিৰ ৰচনাৰ আঁৰৰ কাহিনীটো ড০ মহেন্দ্ৰ বৰাদেৱৰ কথাৰে তলত দিয়া হ'ল—

১৯৬৪ চনৰ আশে পাশে এজন চকু চৰহা সমালোচকে হাজৰিকাৰ গীতৰ জনপ্ৰিয়তাৰ বাঢ়ি অহা প্ৰবল বান ভেটিবলৈ লৈ এখন কাকতত কালাপাহাৰী মন্তব্য এটা দিছিল, সেয়া মদাৰ ফুলৰ লেখিয়া গোন্ধ-ভাপ একোৱেই নাই। বোলে 'গুৰুতো নেলাগে, গোঁসাইতো নেলাগে'। প্ৰচ্ছন্ন ইংগিত এটা আছিল ঃ মাথোন দুদিনমানলৈ বিহু বলীয়া ডেকা গাভৰুৰ মনবোৰ বাউল কৰি আপুনা আপুনি নোহোৱা হৈ পৰিব। স্পৰ্শকাতৰ শিল্পী মনেৰে হাজৰিকা পোনতে অলপ অভিমানী হৈ উঠিছিল, 'আৰু ক'তো গীত-মাত নুশুনাওঁ।' বস্তুতৰে মনত প্ৰশ্ন উদয় হৈছিল, 'ভূপেন হাজৰিকা দেখোন নীৰৱ হৈ গ'ল।' কিন্তু হাজৰিকাই শুদ্ধ সিদ্ধান্তটোকে লৈছিল, ক্ৰুচেডৰ তৰোৱাল ৰণথলীতহে ঘূৰাব লাগে, খালে-ডোঙে ঘূৰাই নুফুৰায়। সেইবেলি গুৱাহাটীৰ ভৰলুমুখৰ বিহু-সন্মিলনীত হাজৰিকাই উত্তৰটো দিলে এইটো গীতেৰে, 'মদাৰৰে ফুল হেনো পূজাতো নেলাগে'।'

গীতটিত ব্যৱহৃত 'মদাৰফুল' সৰু মানুহ, নীচ জাতৰ, গৰীব লোক নাইবা প্ৰতিভাহীন অথচ নিজকে 'বৰ' বুলি জাহিৰ কৰি ফুৰা লোকৰ প্ৰতীক, 'মদাৰ গছ' -জীৱনৰ কাঁইটিয়া পথ, আৰু 'উৰ্দ্ধ মুখী পাণলতা' — জীৱনৰ কাঁইটিয়া পথ অতিক্ৰমি দিগন্ত অভিমুখে যাত্ৰা কৰা উচ্চাকাঙ্খী লোকৰ প্ৰতীক। দেৱ-দেৱীক পূজা-অৰ্চনা কৰা হয় মানুহৰ মঙ্গলৰ বাবে। প্ৰকৃতিৰ অন্যান্য ফুলৰ দৰে মদাৰো এবিধ ফুল বহাগৰ আকাশ ৰাঙলী কৰা। মদাৰৰ পাত, ছাল, শিপাৰ পৰা মানুহৰ জীৱনদায়িনী নানা ঔষধ প্ৰস্তুত কৰা হয়। যি মদাৰে মানুহৰ ইমান উপকাৰ কৰে মানুহৰ মঙ্গলৰ বাবে কৰা দেৱ-দেৱীৰ পূজাত কিয় নেলাগে? ভগৱানৰ মন্দিৰত সকলো মানুহ সমান, উচ্চ-নীচ, জাত-পাতৰ ভেদ-ভাব নাই। হিন্দুৰ দেৱতা— ৰাম, কৃষ্ণ মানুহৰ গৰ্ভজাত 'নৰৰূপী নাৰায়ণ'। ৰাম ক্ষত্ৰিয় কুলৰ সন্তান আৰু কৃষ্ণ সাধাৰণ গোৱালৰ ঘৰত লালিত পালিতসন্তান। মহাপুৰুষ

শঙ্কৰদেৱেও কৈ গৈছে – 'যত জীৱ তত শিৱ'। মানুহৰ হৃদয়তেই বিৰাজি আছে ভগৱান। মাথোঁ বিচাৰিব জানিলেই হ'ল। সৎ কৰ্মৰ দ্বাৰাই মানুহে দেৱত্ব লাভ কৰিব পাৰে। যি পূজাত মানুহৰ জাত-পাত, সৰু-বৰ, ক'লা-বগাৰবাচ-বিচাৰ কৰা হয় তেনে পূজাৰ কোনো সুফল নাই। বৰঞ্চ, পূজোঁতাই পাপহে অৰ্জন কৰে। য'ত মানুহৰ পূজা হয় তাত ভগৱানৰ নিবাস হয়। জ্'ত-পাত, সৰু-বৰ আদি মানুহৰ সৃষ্টি। সেয়েহে ড০ হাজৰিকাদেৱে কয়,– যি পূজাত মদাৰ নেলাগে, যি পূজাত সৰু মানুহৰ পূজা-অৰ্চ্চনা কৰাৰ অধিকাৰ নাই তেনে পূজা, সবাহৰ কোনো প্ৰযোজন নাই। যিলোকে বহাগৰ টিকটিকিয়া মদাৰ ফুল সাদৰেৰে বুটলি লয় তেনে লোককহে তেওঁ পূজা কৰে। তেওঁ কয়, যি লোকৰ মাটিৰ মানুহৰ সৈতে ৰাহি নাহে তেনেলোকক কাঁইটৰ শয্যা সাজি দি মদাৰ জুইৰে জ্বলোৱা হওঁক, যাতে সৰু মানুহৰ সঁচা অন্তৰৰ ভাৱ-অনুভূতি জ্ঞান, বিচাৰ-বুদ্ধিৰ সুৰভিৰে সুবাসিত হয় তেওঁলোকৰ অন্তৰ।

মদাৰৰে ফুল হেনো পূজাতো নেলাগে
মদাৰৰে ফুল হেনো সবাহত নেলাগে
লাগে পিছে বহাগতে ৰং সানিবলে'
লাগে পিছে আকাশতে জুই জ্বলাবলে'।
কোনোবাই মোক হেনো মদাৰৰে বিজালে
আমাৰ দৰে লোক হেনো কামে কাজে নেলাগে।
লাগে পিছে সমাজতে ৰং সানিবলে'
লাগে পিছে আকাশতে জুই জ্বলাবলে'।

মদাৰ গছত বগোৱা পাণ খাবলৈহে ভাল — ভাল,
উৰ্দ্ধমুখী পাণলতাৰ প্ৰতিজ্ঞাহে ভাল — ভাল
পাণহৈ মদাৰতে বগোৱা জনেহে ভাল — ভাল
কাঁইটতে বুকুৰে তেজ ঢলা জনহে ভাল— ভাল
মদাৰৰে জুই শিখা বিচৰাজনকে
বহাগতে মই আজি যাম পূজিবলে'।
সঁচা সৰু মানুহ যদি ৰঙা মদাৰ হয়
মদাৰৰে শিখা যদি হাতে হাতে লয়
তেতিয়াহে সমাজ আকাশ জ্যোতিৰে ভৰিব
জ্যোতি লাগে এন্ধাৰকে নাশ কৰিবলে'।
মদাৰ নেলাগে পূজাত কাৰ পূজা সেয়া ?
তেনে পূজা নেচাওঁ আমি সেই পূজা বেয়া।
তেনে পূজাত লাগে মিছা কাগজৰে ফুল
তাতে কতই মানৱতা যায় বেচিবলে'।
যাৰ পূজাত নৰ মাংস সেৰ জোখে কিনে
কিনি তাতে গোলাপৰে আঁতৰ কিছু সানে
যাৰ পূজাত মিছা গৰল মোনে মোনে আহে
মাটিৰ জীৱন অমৃতেৰে যাৰ ৰাহি নাহে
তেনে লোকক কাঁইটৰে শয্যা পাতি দিয়া
দি মদাৰ জুইৰে জ্বলোৱা মানুহ কৰিবলে'।

কলিকতা ৩ ৪ ১৯৬৪ইং

# লিয়েং মাকাও

"অতি ধনী, বৃদ্ধ ৰজাৰ (চিয়েম) তৰুণী দুখীয়া ভাৰ্য্যা লিয়েন্ মাকাও মহাবিপদত পৰিছে – গৰখীয়া প্ৰেমিক মাণিক ৰাইটঙৰ বাঁহীত উতলা হৈ ওচৰ চাপোঁতে......গৰ্ভৱতী হ'ল ... কেচুৱা হ'ল ......ই বৈধ নে অবৈধ কোনে ভ্ৰূক্ষেপ কৰে ? মাণিক ৰাইটং দৰিদ্ৰৰ প্ৰতীক। বৃদ্ধ চিয়েম সামন্তবাদৰ প্ৰতীক; তথাপি মাণিকে প্ৰেয়সী লিয়েন মাকাওৰ সৌন্দৰ্য্যক খাচী পাহাৰৰ আকাশে বতাহে অনুভৱ কৰে !"— ড০ হাজৰিকা, (গীতাৱলী)। সমাজ অবিহনে 'কলা' অৰ্থহীন। সমাজত সমন্বয়ৰ সাকোঁ গঢ়িবলৈ, হিয়াৰ লগত হিয়াৰ যোৰা দিবলৈ ৰতিয়া স্বৰূপ প্ৰেম উৎকৃষ্ট মাধ্যম। ঐশ্বৰ্য্য-বিভূতিয়ে মানুহক সুখী কৰিব নোৱাৰে যদিহে তাত এখন নিকা সঁচা হৃদয় নাথাকে। সেয়ে, অতি উচ্চ মহলতো, ভোগ বিলাসৰ সাগৰত সাতুৰি নাদুৰিওঁ অনেকে চকুপানী টোকে। ড০ হাজৰিকা এজন সমাজ সংস্কাৰক শিল্পী। তেওঁৰ গীতত ভোগ বিলাসৰ আনন্দতকৈ দুখীয়াৰ চকুপানীহে সৰ্ সৰ্কৈ নিগৰে। এই গীতটিত মাণিক ৰাইটাঙৰ শ্বৰাতিৰ (বাহৰ বাঁহী) সুৰত নিনাদিত হৈছে এক শ্ৰেণী সংগ্ৰামৰ সুৰ আৰু খাচী পাহাৰৰ আকাশে বতাহে প্ৰেয়সী লিয়েংমাকাওৰ সৌন্দৰ্য্যৰ মাধ্যমেৰে ধ্বনিত হৈছে দেশপ্ৰেম। প্ৰেয়সীৰ চুলিতাৰি যেন ডিয়েংচি (সৰল) পাতৰ দৰে সেউজীয়া; তেওঁ পিন্ধা জেন্চেইম্খনি (খাচী গাভৰুৱে পিন্ধা কাপোৰ) বিজুলিৰে চিক্মিকোৱা আৰু তেওঁৰ ওঁঠৰ পৰশ যেন মৌহে! শাৰদী নিয়ৰ যেন তেওঁৰ দেহৰ কোমলতা। গীতটিত প্ৰেয়সী ৰূপী খাচী পাহাৰক ইমান সুন্দৰ ৰূপত সজোৱা বাবে প্ৰকৃতিক তেওঁ খুব্লেই শ্বিবুন (ধন্যবাদ) জনাইছে। সামন্তবাদৰ দুৰ্ভেদ্য প্ৰাচীৰ ভাঙি লিয়েংমাকা ওঁ ওলাই আহিছে বিলাস বৈভৱহীন হলেও সুন্দৰ মনৰ, সঁচা মানুহ বিচাৰি; পাহাৰ শিখৰত যেন বৈ বৈ শুনিছে সেই পৰিবৰ্তনৰ বাঁহীৰ সুৰ। এই মহান যাত্ৰাত ভাল বেয়া, বৈধ অবৈধ সকলো একাকাৰ হৈ লীন হৈ গ'ল মহাশূন্যত; হৃদয়ে বিচৰা এখন মহাকাশৰ আবিষ্কাৰত, এখন সাম্যৰ সুন্দৰ সমাজৰ অন্বেষণত। গীতটিত অসমীয়া ভাষাৰ স'তে খাচী ভাষাৰ সমন্বয় ঘটোৱাত গীতটিৰ লগতে অসমীয়া ভাষাৰো সৌষ্ঠৱ বৃদ্ধি পাইছে।

**লিয়েং মাকাও**
**কোন পাহাৰ শিখৰতে বাট চাইছা ?**
**সুৰৰ পঁজা কিয় উদং ৰাখিম**
**অকলশৰে মই কিমান কান্দিম**
**তাকে একেমনে ভাবিছা ?**
**চুলিটাৰি —**
**তাতে ডিয়েংচিয়ে পাতৰ ৰঙ্ সানিছা —**
**সেই ৰং লাগি হঁহা — মোৰ শ্বৰাতি বাঁহীৰ**
**সুৰধ্বনি তুমি শুনিছা ?**
**অ' আকাশ ! মোৰ লগৰীক তুমি জানো দেখিছা ?**
**তেওঁৰ জেইন্চেম্ খনি বিজুলীৰে বোৱা**
**ৰঙা ওঁঠযুৰি মৌৰে ধোলোৱা**
**তুমি জানো মন কৰিছা ?**
**অ' নিয়ৰ ! সুহুৰি মাৰিছা —**
**খুবলেই শ্বিবুন শ্বিবুন তোমাকে**
**মোৰ মানসীৰ দেহাৰে ভাজত**
**কোমলতা তুমি সানিছা।**

**শ্বিলং, ১৫ ৬ ১৯৬৪ বোলছবি : প্ৰতিধ্বনি**

# লুইতৰ সিপাৰে মাজুলী

লুইত বা ব্ৰহ্মপুত্ৰৰ বুকুৰ উমেৰে লালিত পালিত অসমৰ যোৰহাট জিলাৰ অন্তৰ্গত পৃথিবীৰ বৃহত্তম নদী দ্বীপ মাজুলী। লুইতৰ মৰমত আলসুৱা সেউজীয়া মেখেলা চাদৰ পৰিহিতা মাজুলী যেন চিৰ যৌৱনা। মাজুলীৰ ৰূপৰ, গুণৰ তুলনা নাই। জোনালী নিশা জোনৰ জ্যোৎস্না সানি চিকমিককৈ জিলিকি উঠা লুইতৰ পাৰৰ ৰূপালী বালিয়ে মাজুলীৰ লাৱনী গালত বালিচন্দা সানি ৰূপত ৰহণ চৰায়। মাজুলীক লৈ কবিয়ে কবিতা ৰচে, গীতিকাৰে গীত লিখে আৰু শিল্পীয়ে হাতত ৰং তুলি লৈ কত যে কল্পনাত বুৰ যায়। অসমৰ কলা-সংস্কৃতিৰ দিশতো মাজুলীয়ে গুৰুত্ব পূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে। ইয়াত বৈষ্ণৱ ধৰ্মৰ পবিত্ৰ তীৰ্থস্থান কমলাবাৰী, আউনীআটী, গড়মূৰ, দক্ষিণপাট সত্ৰকে ধৰি সৰু বৰ প্ৰায় কুৰিখন সত্ৰ আছে। নানা জাতি জনজাতিৰ মিলনভূমি মাজুলী সত্ৰীয়া সংস্কৃতিৰো আকৰ। ডবা বৰকাঁহ, খোল তাল হৰিনামৰ ধ্বনিয়ে আকাশ বতাহ মুখৰিত কৰে। পুৱা-গধূলি নাম-প্ৰসঙ্গৰ উপৰিও বৰগীত ঘোষা, ভাওনাৰ আখৰা হয়। ইয়াত মহাপুৰুষ সকলৰ তিথিৰ উপৰিও মহাসমাৰোহেৰে ৰাসযাত্ৰা উদযাপন কৰা হয়। সম্প্ৰতি মাজুলী হৈছে বিশ্বৰ পৰ্য্যটকৰ আৰু গবেষকৰ আকৰ্ষণৰ কেন্দ্ৰবিন্দু। দুখৰ বিষয়, বিশ্বৰ বুকুত ভোটা তৰাৰ দৰে জিলিকি থকা মাজুলী সম্প্ৰতি ব্ৰহ্মপুত্ৰৰ গৰা খ-নীয়াত জাহ গৈ অস্তিত্বৰ ভাবুকিৰ প্ৰতি সন্দিহান হৈ পৰিছে। অথচ ৰাজ্য চৰকাৰ আৰু কেন্দ্ৰীয় চৰকাৰৰ গৰাখহনীযাৰ প্ৰতিবোধৰ প্ৰচেষ্টাৰ স্বাৰ্থত গাই লৰা নাই। গীতিকাৰৰ কল্পনাত লুইতে প্ৰেয়সী মজুলীক দুবাহুৰে বুকুৰ মাজত সাবটি ৰাখিছে। তাকে দেখি নিজৰ প্ৰেয়সীক কাষতে নেপাই বিহুৱা ডেকাৰ বুকু শোকে খুন্দা মাৰি ধৰিছে। গীতটিত সাধাৰণ গাঁৱলীয়া জীৱনৰ বাস্তৱ চিত্ৰ প্ৰস্ফুটিত হৈছে। শ্ৰোতাৰ মনত হাস্যৰসৰ খোৰাক যোগোৱা এই গীতটি গাইছে মঘাই ওজা আৰু কবিতা হাজৰিকাই।

দেহি ঐ লুইতৰ সিপাৰে মাজুলী  
চাপৰি ঐ মাজুলী  
চাপৰি ঐ মাজুলী  
উজাইনো পানী ভাহে।

দেহি ঐ তোমাকে দেখিলে এৰাপা  
নিমলা ঐ এৰাপা  
নিমলা ঐ এৰাপা  
শোকেনো খুন্দা মাৰি ধৰে।

অ' নৈৰে পাৰতে গৰুজনী বান্ধি থৈছিলোঁ  
পাক মাৰি মুকলি হ'লে  
বেটী মালৈ মালৈ — চাই থাক নিলগৰ পৰা।

ধাৰিৰে পাটিতে ল'ৰাটি শুৱাই থৈছিলোঁ  
বাগ মাৰি চেপেটা হ'লে – বেটী মালৈ

বিহুতলী চাবলৈ বান্দৰীক মাতিলে  
বান্দৰে ওকন্দা পালে —বেটী মালৈ

বান্দৰী আহিলে বান্দৰক এৰি থৈ  
বান্দৰৰ কাটি থৈ কাণ—বেটী মালৈ

বোলছবি : প্ৰতিধ্বনি, ১৯৬৪

# শৰত কালৰ ৰাত্ৰি

মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ বিৰচিত 'ৰাসলীলা' খণ্ডত আছে — 'শৰৎ কালৰ ৰাত্ৰি আতি বিতোপন। ৰাসক্ৰীড়া কৰিতে কৃষ্ণৰ ভৈলা মন।।' আকৌ 'অখণ্ড মণ্ডল চন্দ্ৰ দেখিলন্ত হৰি। কুঙ্কুমে অৰুণ লক্ষ্মী-মুখ-পদ্ম-সৰি।।'.......'সুস্বৰ মধুৰ কৰি হৰি গাইলা গীত।' শাৰদী পূৰ্ণিমা নিশা যমুনাৰ বালিত জগত পতি শ্ৰীকৃষ্ণই মোহন বংশীত সুৰ তুলিলে। তাকে শুনি ব্ৰজৰ গোপিনী সকলে আনন্দত উতলা হৈ যেয়ে যি কামত ব্যস্ত আছিল এৰি থৈ যমুনাৰ বালিলৈ লৰি আহিল কৃষ্ণৰ কাষলৈ। এই গীতটোত ড০ ভূপেন হাজৰিকাদেৱৰ হিন্দু ধৰ্মৰ শাস্ত্ৰ জ্ঞানৰ বিষয়ে উমান পোৱা যায়। শ্ৰী মদ্ভাগৱত শাস্ত্ৰত আৰু আন আন ভক্তি গ্ৰন্থতো ন বিধ ভক্তিৰ কথা কোৱা হৈছে। তাৰে শেষৰ বিধ হৈছে দেহাৰ্পণ বা আত্মনিবেদন। আত্মনিবেদন অৱস্থাটো হৈছে 'মৰ্জাৰন্যায়'। মৰ্জাৰে অৰ্থাৎ মেকুৰীয়ে নিজৰ পোৱালীক আলফুলে কামুৰি এঠাইৰ পৰা আন ঠাইলৈ লৈ যায় আৰু বিপদৰ পৰা সৰুৱায়। এই অৱস্থাত মেকুৰী পোৱালীয়ে নিজৰ দেহাটোৰ কথা চিন্তা নকৰি মাকৰ হাতত সমৰ্পণ কৰে। আত্মনিবেদনৰ দশাত ভৰি দিয়া ভাগ্যৱান ভক্তয়ো সেইদৰে দেহাটো পৰ্য্যন্ত ভগৱানক গতাই দিয়ে— নিজৰ কোনো চিন্তা আনকি দেহযাত্ৰা নিৰ্বাহৰ কথাও তেওঁ নিজলৈ নাৰাখে; দেহাটো পৰ্য্যন্ত ভগৱন্তক সপি দিয়ে। ৰাসলীলাৰ মাজেদি নৱবিধা ভক্তিৰ পৰিপূৰ্ণ বিকাশ দেখা যায়। সেই কাৰণেই ভাগৱত অনুসৰি গোপী সকলৰ ভক্তি সৰ্বোৎকৃষ্ট ভক্তিৰ অনুপম নিদৰ্শন। ভক্ত সমাজৰ মানত গোপীসকল সৰ্বোৎকৃষ্ট ভক্তাৰ চানেকী। 'তুমি তৰু মই লতা' স্বৰূপ ভক্ত আৰু ভগৱানৰ মাজৰ সম্পৰ্ক অতি গভীৰ। আই সকলৰ নামৰ সুৰত প্ৰতিধ্বনিত এই গীতটিত শ্ৰীকৃষ্ণক 'ভকতৰ দুখহাৰী' ভগৱান ৰূপে অঙ্কণ কৰা হৈছে।

শৰৎ কালৰ ৰাত্ৰি অতি বিতোপন সখী
ৰাস ক্ৰীড়া কৰত গোপাল
অখণ্ড মণ্ডল শশী দেখিলন্ত প্ৰাণ সখী
তলমল যমুনাৰ জল।
    কৃষ্ণদেৱ দামোদৰ হৰি
    পাপী নাই আমাৰ পৰ;
    দয়া নাই তোমাৰ সমানে হে ৰাম ৰাম।
প্ৰসন্ন বদন কমল লোচন
মুখে মনোহৰ হাঁসি
নাসা তিলফুল অধৰ ৰাতুল
আনন্দে বজায় বাঁহী।
    অখণ্ড মণ্ডল চন্দ্ৰ দেখিলন্ত হৰি
    কুমকুম অৰুণ ৰশ্মি মুখে পদ্ম কৰি
    ৰাম কৰে ৰাস কেলি গোপাল গোপী সঙ্গে
    হৰি বোলা হৰি বোলা নিৰন্তৰে ৰঙ্গে।
    গোপাল কৃষ্ণ কৰহু ত্ৰাণ
        তুমি গোপিনীৰ জীৱন প্ৰাণ।
মোহন বংশী ধাৰী এ বিপিন বিহাৰী
অ' গোপীক চলিব মনে
নিশা এ যমুনাৰ তীৰে— অ' কেলি কৰে বৃন্দাবনে।

বোলছবি : প্ৰতিধ্বনি, ১৯৬৪

# হু হু ধুমুহা আহিলেও

অতীজত কোনোবা অখ্যাত নিৰক্ষৰ চহা গায়কে গাইছিল — "কামিনী স্বৰূপে সৰ্পিনী দংশয় ধৰিয়া মোহিনী বেশ"। আজিৰ নাৰী জাগৰণৰ যুগত এয়া অপ্ৰাসঙ্গিক । তথাপি দকৈ গমি চালে দেখা যায় যে নিশ্চয় কোনোবা কামিনী ৰূপা সৰ্পিনীয়ে সেই গায়কৰ কলিজাত খোঁট মাৰিছিল আৰু সেই বিষাক্ত দংশনৰ জ্বালা সহিব নোৱাৰি গীতেৰে তেওঁ এনেদৰে হৃদয়ৰ বেদনাৰাশি প্ৰকাশ কৰিছিল । জন্মলভি মানুহে শৈশৱ, কৈশোৰ অতিক্ৰমি যৌৱন প্ৰাপ্ত হয় । যৌৱনে সঙ্গী বিচাৰে । প্ৰথম প্ৰেমৰ ছবি মানুহৰ জীৱন কালত কাহানিও মচ নাখায় । সেয়েহে, প্ৰথম প্ৰেমৰ পাত্ৰীৰে সৈতে বৈবাহিক সম্পৰ্ক স্থাপন কৰি সেই সঙ্গীনীৰে সৈতে দাম্পত্য জীৱন পাত কৰিব পাৰিলে মানুহ আজীৱন সুখী হয় । যিহেতু, মানুহৰ সকলো সুখতকৈ দাম্পত্য সুখ অন্যতম। হিন্দু ধৰ্ম শাস্ত্ৰ মতে অগ্নিক সাক্ষী কৰি দুটি ভিন্ন লিঙ্গৰ মানুহে দেহে মনে এক হৈ সুখে দুখে চিৰ দিন দুয়ো দুয়োৰে লগৰী অথবা পৰিপূৰক হৈ থাকিবলৈ প্ৰতিশ্ৰুতি বদ্ধ হয় । এই গীতটিৰে গায়ক, গীতিকাৰে জীৱনৰ প্ৰথম তৰীত বুকুৰ উম দি প্ৰথম যাত্ৰী হৈ বহা তেওঁৰ প্ৰথম প্ৰেমৰ পাত্ৰীজনীক অনুৰোধ জনাইছে সুখতো দুখতো, বিপদ- আপদ, সংঘাত- ঘাত- প্ৰতিঘাত সকলো সময়তে তেওঁৰ সহচৰী হৈ ৰ'বলৈ, নিৰাশাৰ পৰতো (লেং মাৰি আঁতৰি নগৈ) চকুলো মচি দি জীৱন পথৰ হেঙাৰ ওফৰাই সাহসেৰে বাট বুলাৰ উদ্যম যোগাবলৈ। কিন্তু প্ৰথম প্ৰেম মানুহৰ কাচিৎহে সফল হয় । নানা কাৰণত প্ৰথম প্ৰেম ব্যৰ্থ হয় । এই ব্যৰ্থতাত মানুহৰ জীৱন সুঁতিৰ গতি পথ সলনি হয় । পূৰ্বতে উনুকিওৱা হৈছে যে, শিল্পীৰ সৃষ্টিৰ অন্তৰালত ব্যক্তিগত জীৱন অভিজ্ঞতাৰ ফচল নিহিত হৈ থাকে । এই গীতটিতো গীতিকাৰৰ জীৱন অভিজ্ঞতাৰ ছাঁ, আশা- প্ৰত্যাশা, অনুভূতি- অভিলাস প্ৰত্যক্ষ কৰা যায় । এজন প্ৰেমিকৰ চৰিত্ৰলৈ ড০ হাজৰিকাদেৱে তেওঁৰ প্ৰেয়সীলৈ এনেদৰে অনুৰোধ জনাইছে — " হে মোৰ মনৰ মানুহ, সুখে দুখে তুমি মোৰে সৈতে থাকিবানে ? "—গীতাৱলী ।

হু হু ধুমুহা আহিলেও
আকাশ ক'লা মেঘে ছানিলেও
ৰিম ঝিম বৰষুণ পৰিলেও
তুমি যেন থাকা মোৰ কাষতে ।
মোৰ জীৱনৰ প্ৰথম তৰীত
প্ৰথম যাত্ৰী হৈ বহিলা
বুকুৰ তপত উম যাচি,
ভয়াবহ চাকনৈয়া দেখিলেও
তুমি যেন থাকা মোৰ কাষতে ।
শৈশৱ পাৰ হ'ল,— কিশোৰ হলোঁ
কৈশোৰ পাৰ হ'ল,— যুৱক হলোঁ
যৌৱন জোৱাৰত নাও মেলি
আশাৰ পাল ৰূপে তোমাকে পালোঁ ।
মোৰ আঁচনিৰ সাগৰতে
সাহসৰ স্বাক্ষৰ কৰিলা
নিৰাশাৰ চকুপানী মচি,
দুঃসহ বেদনাত ভুগিলেও
তুমি যেন থাকা মোৰ কাষতে ।

কলিকতা, ১৯-৮ ৬৪

# হে হে হে ঢোলে ডগৰে

পাহাৰ ভৈয়ামক একতাৰ এনাজৰীৰে বান্ধি মহান অসমীয়াৰ মান বঢ়াবলৈ প্ৰয়াস কৰোঁতা সকলৰ ভিতৰত প্ৰথমতে উল্লেখনীয় নামটি হ'ল ড০ ভূপেন হাজৰিকাৰ নাম। 'খাচী আৰু আমি'য়েই নহয় তেওঁ অৰুণাচল, মিজোৰাম, নাগাল্যাণ্ড, মণিপুৰ, ত্ৰিপুৰা আদি 'সাতভনী'ৰ সমন্বয়ৰ হকে ওৰেটো জীৱন চিঞৰি ফুৰিছে। এই গীতটি খাচী লোক-গাঁথা ( Folk tales) ৰ ওপৰত নিৰ্মিত ৰাষ্ট্ৰপতি পদক প্ৰাপ্ত প্ৰতিধ্বনি নামৰ বোলছবি খনত সন্নিবিষ্ট কৰা হৈছে। ছবিখন 'কাঁ শ্বৰাতি' ( The flute) নামেৰে খাচী ভাষাতো প্ৰকাশ হৈছে। ৰাজনৈতিক মেৰপাকত দ্বিখণ্ডিত হোৱা আজিৰ মেঘালয় (তাহানিৰ খাচীয়া জয়ন্তীয়া পাহাৰ জিলা ) এই গীত লিখা পৰলৈকে অসম ৰাজ্যৰ অন্তৰ্গত আছিল। 'শ্বিলং' তেতিয়াৰ অসমৰ ৰাজধানী আছিল। সেয়ে পূৰ্বাঞ্চলৰ ভূ-স্বৰ্গ শ্বিলং আজিও প্ৰতিজন অসমীয়াৰ প্ৰাণৰ আপোন। কৈশোৰ, যৌৱনৰ শ্বিলঙৰ মিঠা সেই সোঁৱৰণীয়ে আজিও আকুল কৰে ড০ হাজৰিকাদেৱক। তেওঁৰ সুৰদি কণ্ঠেৰে চিলঙৰ পটভূমিত অনেক গীত নিগৰে– যেন মৌচাক নিজৰি বৈ অহা মৌজোল হে' ১৯৭০ চনত অসমৰ ৰাজধানী শ্বিলঙৰ পৰা অস্থায়ী ভাবে দিচপুৰলৈ স্থানান্তৰণ হয়। ৰাজনৈতিক কাৰছাজিত এই ভূ-খণ্ড দিখণ্ডিত হৈ দুখন সুকীয়া ৰাজ্য হ'লেও পাহাৰ ভৈয়ামৰ সাংস্কৃতিক, সামাজিক আৰু অৰ্থনৈতিক সম্পৰ্ক অবিচ্ছেদ্য। যেনেদৰে ব্ৰহ্মপুত্ৰ মানস সৰোবৰত উৎপত্তি হৈ চান্‌পো নামলৈ বৈ আহি লুইত, ব্ৰহ্মপুত্ৰ আৰু পদ্মা আদি বিভিন্ন ঠাইত বিভিন্ন নামেৰে বঙ্গোপ সাগৰত পৰিছে। ঠিক তেনেদৰে চেৰাপুঞ্জীৰ ভিজা আকাশৰ ডাৱৰ মৌচুমীৰ পৰশত বৰষুণ ৰূপেৰে বৈ আহি ফেনে ফোটোকাৰে ওপচাই তোলে বিশাল লুইতক। লুইতৰ বানৰ পলসত অসমৰ পথাৰৰ সাৰুৱা মাটি অধিক জীপাল আৰু ৰসাল হৈ শস্য শ্যামলা হয়। অসমৰ উৎপাদিত শস্য মেঘালয়লৈ আৰু মেঘালয়ৰ উৎপাদন অসমলৈ আমদানি ৰপ্তানি কৰা হয়। অসমৰ সোণালী মুগা সুতাৰে খাচী গাভৰুৰ জেন্‌চেইম্ ( খাচী গাভৰুৱে পিন্ধা কাপোৰ ) তৈয়াৰ হয়। তেনেদৰে, খাচী পাহাৰৰ ধূপ কাঠৰ সুগন্ধিয়ে আমাৰ শোৱনি কোঠা, উৎসৱ-পাৰ্বন, পূজা পাতল আদি আমোলমোলায়। মেঘালয়ৰ ডিয়েংচি (সৰল গছ) পাতৰ ৰং অসমৰ আইতৰ পাতৰ দৰেই। ব্লেই বা জোনে পাহাৰ ভৈয়াম সকলোতে একেই শাৰদী জোনাক ঢালে। নাগধাৰী শিব আমাৰ আৰাধ্য দেৱতা; খাচীৰ ঈশ্বৰ হ'ল মহান উব্লেই। হিন্দু মাইথোলোজীৰ শ্ৰী কৃষ্ণৰ বাঁহীৰ সুৰতেই বাজে খাচী গৰখীয়াৰ শ্বৰাতিৰ সুৰ। সেয়েহে হীনমন্যতা আৰু সন্তীয়া ৰাজনীতি পৰিহাৰ কৰি দুয়োখন ৰাজ্যই মিলি জুলি মহান অসমীয়াৰ একতাক সুদৃঢ় কৰিবলৈ গায়ক গীতিকাৰে উদাত্ত আহ্বান জনাইছে।

দুখৰ বিষয়, ড০ হাজৰিকাদেৱে পাহাৰ ভৈয়ামৰ সম্প্ৰীতিৰ এনাজৰীডাল নিকপকপীয়াকৈ ৰাখিব খুজিছিল যদিও আজি মেঘালয় আৰু অসম দুখন বেলেগ বেলেগ ৰাজ্য। তথাপিও উত্তৰ পূৰ্বাঞ্চলৰ সাতোখন ৰাজ্যৰ মাজত একতা, ভাতৃত্ববোধ, সমন্বয় সম্প্ৰীতি আৰু এক ঐক্যমঞ্চ সৰ্বজন কাম্য। এই উদ্দেশ্যৰেই উত্তৰ পূৰ্বাঞ্চল ছাত্ৰ সংগঠন 'নেছো' গঠিত হৈছে। গীতটিত অসমীয়া শব্দৰে সৈতে চিয়েম (খাচী ৰজা ), জেন্‌চেইম, ব্লেই ,উব্লেই, শ্বৰাতি আদি খাচী শব্দৰ সমন্বয় ঘটোৱাত গীতটি অধিক মোহনীয়া তথা প্ৰাণস্পৰ্শী হৈ পৰিছে।

হে হে হে ঢোলে ডগৰে
হে হে হে হিয়াৰ উমেৰে
নেদেখা এনাজৰীৰে
হে বান্ধো আমি পাহাৰ শিখৰৰে মহান চিয়েমক
হে হে হে চেৰাপুঞ্জীৰে
হে হে হে ভিজা আকাশৰে
উদাৰ মেঘে যেনেদৰে
সাবটি ধৰে বাৰিষা ৰূপেৰে
আমাৰ লুইতক ।

মুগা সোণালী গুৱালকুচিৰে
হয় জেন্‌চেইম্ খাচী ৰূপহীৰে
সৰল গছৰে ধূপ কাঠৰে
সুগন্ধি সুবাসে ভুলায় আমাক — ।

ওখ সৰলৰে পাত সেউজীয়া
আমাৰো আহঁত গছ সেই ৰবণীয়া
ব্ৰেই বা জোনে পাহাৰ ভৈয়ামতে
শাৰদী নিশা ঢালে একেই জোনাক ।

ৰঙা পাহাৰৰে মাটি কাটি
খাচী কৃষকে খাটে দিনে ৰাতি
ভৈয়ামৰো খেতিৰ হেজাৰ ৰংমনে
আঁকোৱালি ধৰিব সেই কৃষকক ।

খাচীৰ ঈশ্বৰ উব্ৰেই মহান
নাগধাৰী শিৱ আমাৰো ভগৱান
খাচী আৰু আমি ভেদাভেদ এৰি
বঢ়াওঁ অসমীয়াৰ মহান একতাক ।

কৃষ্ণ গৰখীয়াই বায় বাঁহী
খাচী গৰখীয়াই বায় খৰাতি
দুয়োটি বাঁহী ৰাহৰে বাঁহী
দুয়ো প্ৰকাশে একেটি সুৰক ?
হে হে হে ঢোলে ডগৰে —

ৰচনা : বোম্বে, ১৮ ৭ ১৯৬৪
বোলছবি : প্ৰতিধ্বনি

# অ' আয়ুব খান

১৯৪৭ চনৰ ১৫ আগষ্ট তাৰিখে ভাৰতবৰ্ষই বৃটিছৰ শাসন ওফৰাই স্বাধীনতা লাভ কৰিলে। স্বাধীনতা যুঁজত বিশাল হিন্দুস্থানৰ জাতি-ধৰ্ম-বৰ্ণ নিৰ্বিশেষে আটাইয়ে জপিয়াই পৰিছিল। সেয়ে, একাংশ মুছলিম নেতাই সুকীয়া মুছলিম ৰাষ্ট্ৰ বিচৰাত ভাৰতবৰ্ষক দুফাল কৰি পাকিস্তানক মুছলিম ৰাষ্ট্ৰ ৰূপে স্বীকৃতি দি তেওঁলোকক দি দিলে। গান্ধী, নেহৰু, গফুৰ খাঁ, জাকিৰ আদিকে ধৰি অনেক মুছলিম নেতাৰ নেতৃত্বত ভাৰতবৰ্ষ ধৰ্ম নিৰপেক্ষ ৰাষ্ট্ৰ হৈ ৰ'ল। সাৰ্বভৌম যুক্ত পৰৰাষ্ট্ৰ হৈও ঈৰ্ষা কাতৰ পাকিস্তানে ভাৰতৰ মাটিৰ লোভ সামৰিব নোৱাৰিলে। ১৯৬৫ চনত ভাৰত পাকিস্থানৰ মাজত যুদ্ধ হয়। সেই সময়ত পাকিস্থানৰ প্ৰেচিডেণ্ট আছিল আয়ুবখান আৰু জুলফিকৰ আলি ভুট্টো বিশেষ ক্ষমতাশালী নেতা যিজনে পাকিস্থানৰ প্ৰধানমন্ত্ৰীও হৈছিল। ১৯৭৯ চনত এইজন প্ৰবল প্ৰতাপী নেতাক পাকিস্থান চৰকাৰে প্ৰাণদণ্ড বিহে। এইজন নেতা ভাৰত বিৰোধী কাৰ্যকলাপত সদা লিপ্ত আছিল। সেয়েহে দেশপ্ৰেমিক গায়ক, গীতিকাৰ ড০ ভূপেন হাজৰিকাদেৱে সেই যুদ্ধৰ সময়ত ক্ষোভ উজাৰি পাকিস্থানী নেতাসবক সকিয়নী দি এই গীতটি ৰচনা কৰে। তেওঁ ভাৰতক সিংহৰ লগত আৰু চীনক শিয়ালৰ লগত তুলনা কৰি লম্পট, চেলেপু চৌ এন লাইৰ উচতনিতহে সিহঁত এনেদৰে আগবাঢ়ি আহিবলৈ সুবিধা পাইছে বুলি দোহাৰিছে। ভাৰতবৰ্ষ ধৰ্ম নিৰপেক্ষ গণতান্ত্ৰিক দেশ। গফুৰ খাঁ, জাকিৰ হুছেইন, চাদিক, মিৰকাচিম আদি মানৱতাবাদী, প্ৰগতিবাদী মুক্তি যঁজাৰুৰ তেজৰ বিনিময়ত ভাৰতবৰ্ষ স্বাধীন হ'ল। নিজ ধৰ্মক জীয়াই ৰখা প্ৰতি মানৱৰে পবিত্ৰ কৰ্তব্য। কিন্তু পাকিস্থানে সেই মহান কৰ্তব্যক বৃদ্ধাঙ্গুষ্ঠ প্ৰদৰ্শন কৰি পাকিস্থানৰ ভূখণ্ডত অৱস্থিত হিন্দু মন্দিৰবোৰ ভাঙি পেলায়। কিন্তু ভাৰতেতো আম্বালাৰ গীৰ্জা ভাঙি পেলোৱা নাই। অৱশ্যে বহু বছৰ পিছত ১৯৯২ চনৰ ৬ ডিচেম্বৰত ঐতিহাসিক ৰাম মন্দিৰ উদ্ধাৰ আৰু নিৰ্মাণ প্ৰয়াসী হিন্দু মৌলবাদী সংগঠনে বাবৰি মছজিদ ধ্বংস কৰে। গণতন্ত্ৰৰ মোল নুবুজা, স্বৈৰাতন্ত্ৰী সামৰিক শাসিত দেশখনে আজিও ভাৰত ভূ খণ্ডৰ লোভ সামৰিব পৰা নাই। কাৰ্গিল যুদ্ধকে ধৰি প্ৰতি বছৰে অলেখ জোৱান নিপাত হৈ আছে পাকিস্থানী সেনাৰ হাতত। ১৯৯৯ চনৰ ১ জুলাইত কাৰ্গিল যুদ্ধত শ্বহীদ হ'ল অসমৰ জিন্তু গগৈ। সম্প্ৰতি দুইখন দেশৰ মাজত শান্তি প্ৰক্ৰিয়া অব্যাহত আছে যদিও ভাৰত কিমান ফলবতী হ য় এই আশা সুদুৰ পৰাহত।

অ' আয়ুব খান আৰু ভূট্টোজান !
শিয়াল কোন আৰু সিংহ কোন ?
মদগৰ্বীহে নুশুনো নুশুনো বুলি
দুটিমান নগ্ন সত্যকে শুন।
সিদিনা আকাশত ওফৰা দেখিলোঁ
দীঘল নেজীয়া তৰা
শুনিলোঁ জম্মুৰ মছজিদৰ
মিনাৰ বাগৰি পৰা।
আনৰ নালাগে নিজ মজহৰকে
মৃত্যুৰ নিজে তই দিছ ভাবুকি
শান্তিৰ নামাজ পঢ়োঁতা কাশ্মীৰীক
কোৰাণ শিকাবিনো কি ?
মোৰ ধৰম নিৰপেক্ষ আকাশত
উৰিছে সহস্ৰ 'নেট' বিমান
ওফৰালে মাৰ্কিন অনুকম্পাৰে দিয়া

তইঁতৰ চেৰাৰ 'জেট' কিমান ?
মিছাৰ সদাগৰ চৌ-এন-লাইৰ
পাইছ হবলা মৰম বেথা
অতদিনে নুবুজিলি এবেসে বুজিবি
বগ হৈ লুভীয়া শৃগালৰ কথা ।
গফুৰ খাঁ আজাদে আজাদী আনিলে
আজীৱন কাৰাগাৰ মানি
পাৰতহে গজিলি, আয়ুব-ভুট্টো
ভৰিবো নেপাৰ পানী ।
জাকীৰ, চাঁদিক, চাগলা মিৰ কাচিম
নায়ক প্ৰগতি মানৱতাৰ
ধৰ্ম্মৰ মুখা পিন্ধি বিশে শতাব্দীত
নেভাঙে গীৰ্জা আম্বালাৰ ।
তোৰ বেটন্ জোকাৰি পেটন্ টেঙ্কেৰে
দিল্লীত ফুৰিবৰ হেনো মন আছে
লাহোৰ ইচোগীল খালৰ পাৰে পাৰে
আমাৰ জোৱানহে তহলিছে ।
তোৰ নিৰ্বাচন নাই, নাই গণৰাজ
উপনিবেশৰ তই ধ্বংশাৱশেষ
নাপাৰ যুক্তিৰে পাকিস্তান
ৰাইজৰ মুক্তিৰো কৰিলি যে নাশ ।
একনায়কত্বেৰে দুদিনৰ ৰাজ পাই
পাক স্বাধীনতাকো কৰিলি হৰণ
বেলচ পাখটুন, পাঠান ওৱাজিৰ
আফ্ৰিদি খাটাকে নলয় শৰণ ।
আমাৰ দেশকে কাফীৰস্তান বুলি
জোকাবি আকনো কিমান ?
কোটি মুছলিম ভায়ে বাচি দিয়া
প্ৰতিনিধিৰেও চলে হিন্দুস্থান ।
আজিৰ যুগ মাথোঁ মানুহৰ যুগ
চুকৰ ভেকুলীক দিওঁ ধিক্কাৰ
প্ৰমত্ত অন্যায় বক্ষত থিয় হোৱা
শাশ্বত নীতিৰহে জয় জয়কাৰ ।
শুন শুন শেষ কথা আয়ুব খাঁ
ভাৰত জয় কৰা এৰ উম্মিদ
আমাৰ মাজতে আছে হেজাৰ বিজাৰ
নিৰ্ভীক বীৰ আব্দুল হামিদ ।

ৰচনা ঃ ১৯৬৫

# অতিকৈ চেনেহৰ বহলকৈ পৃথিৱী

এই গীতটোৰ ৰচনাৰ আৰৰ কথাখিনি গায়ক গীতিকাৰ ড০ ভূপেন হাজৰিকাদেৱে নিজেই বৰ্ণনা কৰিছে। তাক তলত দিয়া হ'ল —

[১৬ নভেম্বৰঃ ১৯৬৫। গুৱাহাটী নেহৰু ষ্টেডিয়ামৰ সেউজীয়া পথাৰ। ৰাছিয়াৰ দল এটি ( ফুটবল খেলুৱৈৰ দল ) প্ৰথম বাৰৰ বাবে অসমলৈ আহি ধেমালি কৰিছেহি আমাৰ অসমৰ পাহাৰ-ভৈয়ামৰ ডেকাহঁতৰ সৈতে। অসম-ৰুছৰ খেলখন চাই থাকোঁতে মোৰ মনত পৰিছে, অসমৰ ৰাইজৰ প্ৰতিনিধি ৰূপে মই নিজকে মস্কো, টাছখণ্ড, লেলিনগ্ৰেড আদি ঠাইত মৰম পোৱাৰ কথা। সেই ৰাছিয়াৰ প্ৰতিনিধিক পাই আমাৰ ভাল লগাৰ শেষ নাই। সেই দুপৰীয়া সেয়ে স্বতঃস্ফূৰ্ত্ত ভাৱে গীত এটিৰ জন্ম হ'ল ]

অতিকৈ চেনেহৰ বহলকৈ পৃথিৱী
তাতোকৈ চেনেহৰ ভাই,
তাতোকৈ চেনেহৰ ভল্গাৰ বান্ধৈ ঐ
আনন্দৰে সীমা নাই।

ৰুছ দলৰ কি ক্ষিপ্ৰতা চাব, কি কৌশল চাব ?
সমাজৰে পথাৰতে কিনো ঢোপ খেলিলা
পাৰতে যেন এঠা সনা আছে
সেই এঠাৰে তোমাৰ আমাৰ দুখন বুকু এখন হ'ল
ৰঙতে চোন বলিয়া হৈ নাচে।

এনেনো ভাল লাগে বান্ধৈ, এনেনো ভাল লাগে
ভল্গা নদী কিনো চাবা যেন আমাৰ লুইতহে।
    এনেনো ভাল লাগে
    ডন্ নৈখন কিনো চাবা যেন জীয়া ভৰলীহে।
এনেনো ভাল লাগে
বোখাৰালৈ কিনো চাবা যেন আমাৰ কাশ্মীৰহে।
    এনেনো ভাল লাগে
    মস্কোলৈ কিনো চাবাশান্তি বিৰাজ কৰিছে।
এনেনো ভাল লাগে
বিজ্ঞানলৈ কিনো চাবা মানৱ কল্যাণ সাধিছে।
    এনেনো ভাল লাগে
    ৰাজনীতিলৈ কিনো চাবা পঞ্চশীল মানিছে।
এনেনো ভাল লাগে
দুৰণিৰে বুকুৰ বান্ধৈক অসমে আদৰিছে।
এনেনো ভাল লাগে বান্ধৈ এনেনো ভাল লাগে।

ৰচনা ঃ ১৬ নভেম্বৰ, ১৯৬৫ চন

# কোনে কয় মই অকলশৰীয়া

অসমীয়াত 'হলা গছত বাগী কুঠাৰ মৰা' বুলি একাকি প্ৰবচন আছে। ইয়াৰ অৰ্থ হ'ল আমাৰ সমাজত এনে কিছু লোক আছে যি সকলে আনৰ বিপদৰ সময়ত ওচৰ নাচাপে বৰং তেওঁৰ অধিক ক্ষতি কৰি বা অধঃপতন চাই পৈশাচিক তৃপ্তি লাভ কৰে ! সাধাৰণতে, প্ৰেমিক বা প্ৰেমিকাৰ মাজত বা পত্নী বিচ্ছেদ ঘটিলে নাইবা বিপদত পৰিলে বন্ধুত্বৰ ছলেৰে শত্ৰুতা কৰা এনে লোক আনন্দত অধীৰ হয় আৰু তেওঁক শান্ত্বনাৰে সকাহ দিয়াৰ সলনি ঠাট্টা-বিদ্ৰূপ কৰি, কথাৰ শেলেৰে হানি-খুচি, দুগুণে জ্বলাই চট্‌ফটনি চাই উৎফুল্লিত হয়। তেনে পৰিস্থিতিৰ বলী হৈছিল ড০ হাজৰিকাদেৱ নিজেই পত্নী বিচ্ছেদৰ পিছত। মই এটি যাযাবৰত তেওঁ অতি দুখেৰে লিখিছে – 'মই যেতিয়া অকলশৰীয়া হৈ গ'লোঁ, মোৰ ভালে আগেয়ে যিবোৰ দম্পতী আহিছিল, তেওঁলোক নহা হ'ল। মোক সামাজিক ভাৱে বাদ দিলে। মোক কোনো পাৰ্টীলৈ নামাতে। অসমীয়া দম্পতী বিলাকেও নামাতে। মই সামাজিক ভাৱে অকলশৰীয়া হৈ গ'লোঁ।' পত্নী-পুত্ৰ গ'ল, ভায়েক জয়ন্তও নোহোৱা হ'ল। এই সুযোগতে তেওঁৰ লগুৱাটোৱেও চুৰ কৰি তেওঁক ঠগিবলৈ ধৰিলে। মনৰ দুখত, হীনমন্যতা আৰু হতাশাত পীড়িতহৈ তেওঁ সুৰাৰ আশ্ৰয় ল'লে আৰু ঘৰলৈ প্ৰায় পুৱা ৰাতিহে অহা হ'ল। এনেদৰে কিছুদিন যোৱাত তেওঁৰ সংজ্ঞা ঘূৰি আহিল; পৰিস্থিতি চম্ভালি, ধৈৰ্য্য আৰু সংযমেৰে পুনৰ জীৱন পথত গতি ল'লে। সংস্থাপিত হৈ তেওঁৰ বন্ধু-শত্ৰুবোৰ যিসকলে ঠাট্টা-বিদ্ৰূপ কৰি বা সামাজিক ভাৱে অপদস্থ কৰি তেওঁক ধ্বংসৰ পথলৈ ঠেলি দিয়াৰ প্ৰয়াস কৰিছিল তাৰে প্ৰত্যুত্তৰ স্বৰূপে এই গীতটো ৰচি তেওঁ গায়। যন্ত্ৰত পৰিণত হোৱা আজিৰ মানুহৰ কাৰো ফালে ঘূৰি চাবলৈ, আনৰ দুখৰ পৰত এষাৰি মাত দিবলৈকে এখন্তেক আহৰি নাই ! কিন্তু নিজৰ গাৰ ছাঁ টো সৰ্বদায় নিজৰ লগতে থাকে সুখতো, দুখতো। নিজৰ ছাঁ জীৱন পথৰ সঙ্গী, বিষাদৰ শান্তনা, বিপদৰ অনুপ্ৰেৰণা আৰু এন্ধাৰ পথৰ বিজুলী। অৱসাদে হেঁচি ধৰিলে কোনো সময়ত নিঃসঙ্গতাও ভাল সঙ্গী হৈ পৰে। গীতটিত গায়ক গীতিকাৰে সময়ত হাত মেলি নোপোৱাৰ বাবে বেজাৰতে দূৰণিৰ বন্ধু মিছা বুলি কৈছে যদিও কাষতে থাকি ছল চচা বন্ধুতকৈ দূৰণিৰ বন্ধুৱেও সময়ত মহৎ উপকাৰ সাধে। গীতটি সম্পৰ্কত হাজৰিকাদেৱে কয়, "কেতিয়াবা প্ৰেয়সীক হেৰুৱালে, লোকে প্ৰেমিকজনক উপলুণ্ডা কৰি কয় 'অকলশৰীয়া' —। তেতিয়া তেওঁ এই পৃথিৱীক এই উত্তৰ দি বেদনাক ইতিবাচক কৰি তুলিব পাৰে— " (গীতাৱলী)।

কোনে কয় মই অকলশৰীয়া  
মই আৰু মোৰ ছাঁ  
দুয়ো দুয়োৰে লগৰীয়া  
পৃথিৱী নক'বা মই অকলশৰীয়া।  
সংগীহীনতা মোৰেই সংগী  
বুলি কিয় তুমি উপহাস কৰিছাঁ।  
দূৰণিৰ বন্ধু সকলো মিছা  
নিচেই কাষৰে ছাঁ হে সঁচা।  
আশাৰ বালি চৰত  
যেতিয়া ঘৰ সাজোঁ  
মোৰেই ছাঁই বালি তুলি দিয়ে।  
এন্ধাৰ বাটতো মোৰেই ছাঁই  
মেলি দিয়ে নিতে জ্যোতিৰ দলিচা।  
পৃথিৱী নকবা, মই অকলশৰীয়া।

কলিকতা, ৭-৭ ১৯৬৫, বোলছবি : লটিঘটি

# বিস্তীৰ্ণ পাৰৰে অসংখ্য জনৰে

যুগ যুগ ধৰি অবিৰত ভাবে তীব্ৰ গতিৰে বৈ আছে লুইত বা মহাবাহু ব্ৰহ্মপুত্ৰ । অসমৰ জনজীৱন লুইতৰ আশীষ ধন্য । অসমৰ আশী শতাংশ লোকেই কৃষিজীৱি । লুইতৰ বানত উটি অহা পলসেৰে অসমৰ পথাৰ সাৰুৱা হয় আৰু শস্য শ্যামলা হয় । অতীজতে পৃথিৱীৰ বিভিন্ন ঠাইত নদীক আশ্ৰয় কৰিয়ে গঢ়ি উঠিছিল মানৱ সভ্যতা । তেওঁলোকে নদীৰ পাৰৰ সাৰুৱা ক্ষেত্ৰক বসবাসৰ উপযোগী স্থান ৰূপে বাচি লৈছিল। লুইতৰ পাৰতেই গঢ়ি উঠিছিল ব্ৰহ্মপুত্ৰ উপত্যকা সভ্যতা । লুইতেই অনুপ্ৰেৰণা দিছিল মহা মনিষী সকলক; সাহস দিছিল বীৰ বীৰাঙ্গনা সকলক; — পঢ়ুৱাইছিল নৈতিকতা, মানৱতাৰ পাঠ। লুইতৰ আশীষতেই অসমী ৰূপ-গুণেৰে বিশ্বৰ বুকুত জিলিকি আছিল । কিন্তু আজি আৰু সেই দিন নাই ! লুইতৰ দুপাৰ আজি অশান্ত; বিশৃংখলাৰে ভৰা । বাতৰিখন মেলিলেই পঢ়িবলৈ পোৱা যায় প্ৰতি নিয়ত ঘটা হত্যা-লুণ্ঠন, ধৰ্ষণ-অপহৰণ, শোষণ-তোষণ, স্বজন প্ৰীতিৰ কথা আৰু বোমা বাৰুদৰ গম্‌গমনি, আগ্নেয়াস্ত্ৰৰ ঝন্‌ঝননিৰ কথা । বলিয়া শিয়াল কুকুৰক মৰাদি মানুহে মানুহ মাৰি দলিয়াই দিছে নাইবা গাঁতত পুতি থৈছে । ক'ৰ মানুহ ক'ত মৰিল শুং-সূত্ৰ পাবলৈ নাই । মানুহে মানুহক নিচিনা হৈছে । আজিৰ মানুহৰ নৈতিকতা স্খলিত হৈছে; মানৱতাৰ পতন হৈছে । মূল্যবোধৰ আজি মূল্য নাই । যি লুইতে বুকুৰ মৰমেৰে দুপাৰত গঢ়িছিল মানৱ সভ্যতা সেই সভ্যতাৰ এই স্খলন ? এইবোৰ দেখি শুনি আবেগিক হৈ গায়ক গীতিকাৰ ড০ ভূপেন হাজৰিকাই লুইতক ককৰ্থনা কৰি কৈছে যে এনে বিশৃঙ্খলা পূৰ্ণ সমাজখন চাই চাই অতি নিৰ্লজ্জ আৰু অলস ভাবে বৈ আছে ব্ৰহ্মপুত্ৰ । যি লুইতে এদিন নিজৰ প্ৰচণ্ড শক্তিৰ আদৰ্শ দেখুৱাই গঢ়িছিল শঙ্কৰ -মাধৱ, লাচিত-চিলাৰায়, জয়া-মূলাক সেই লুইত আজি শক্তিহীন, অলস। কিন্তু লুইতৰ আছে প্ৰচণ্ড শক্তি । তীব্ৰ সোঁতেৰে নিমিষতে উটুৱাই লৈ যাব পাৰে ভ্ৰষ্টাচাৰেৰে পূৰ্ণ সমাজখন । তেন্তে কিয় দুপাৰৰ সমাজখনৰ হাঁহাকাৰ শুনিও, ব্যভিচাৰ দেখিও নিৰ্লজ্জ, অলস ভাবে নিৰবধি বৈ আছে ? নিশ্চয় লুইত বৃদ্ধ, শক্তিহীন ।

শৈশৱ, কৈশোৰৰ পৰাই ড০ হাজৰিকাদেৱে জাত-পাতৰ বিচাৰ, অন্ধ কুসংস্কাৰ, ধৰ্মৰ নামত ব্যৱসায়, পুঁজিবাদ-দৰিদ্ৰতা আদি সামাজিক বিশৃঙ্খলাবোৰ দেখি আহিছিল । তাৰোপৰি প্ৰাক্ স্বাধীন ভাৰতত বৃটিছৰ শাসন-শোষণ আৰু দ্বিতীয় মহাসমৰৰ  কদৰ্য্যময় ৰূপও তেওঁ স্বচক্ষে দেখিবলৈ পাইছিল। এই সকলো পৰিস্থিতিয়ে তেওঁৰ মনত বিদ্ৰোহৰ বীজ অঙ্কুৰিত কৰিছিল । সেয়েহে তেৰ বছৰ বয়সতে তেওঁ 'নৱ কঙ্কালৰ অস্ত্ৰ সাজি শোষণকাৰীক বধিম' বুলি হুঙ্কাৰি বিদ্ৰোহী গীত ৰচি অন্তৰ্গৰ্ভত জ্বলি থকা স্ফুলিঙ্গবোৰ উজাৰিছিল। ভাৰত স্বাধীন হোৱাৰ পাছতো অসমে স্বাধীনতাৰ নামত কেন্দ্ৰৰ আজ্ঞাবাহী ভৃত্য হৈয়ে ৰ'ল । আমেৰিকাত উচ্চ ডিগ্ৰী লৈ আহি তেওঁ অসমত যোগ্যতানুসাৰে কৰ্মসংস্থান নাপালে বৰং তিতা-কেঁহা বিস্বাদহে পালে । এই বিস্বাদপূৰ্ণ অভিজ্ঞতাই তেওঁৰ অন্তৰাত্মা বিদ্ৰোহী কৰি তুলিলে । ইতিমধ্যে ৰাছিয়া, চীন আদি দেশত সমাজবাদ প্ৰতিষ্ঠা হৈছিল আৰু সেই দেশবোৰে সকলো দিশৰ পৰাই উন্নতি কৰিছিল । হাজৰিকাদেৱে ভাৰতৰ প্ৰতিনিধি ৰূপে ৰাছিয়া লৈ যাওঁতে স্বচক্ষে তাৰ সমাজ ব্যৱস্থা প্ৰত্যক্ষ কৰিছিল । সেয়েহে সমাজ পৰিবৰ্তনৰ এক সুনিশ্চিত আহিলা ৰূপে আৰু তেওঁৰ মনৰ ভাব প্ৰকাশৰ উত্তম মাধ্যম ৰূপে গীত ৰচনা আৰু পৰিবেশনৰ ওপৰত তেওঁ গুৰুত্ব দিলে। অৱশ্যে ই তেওঁৰ হবিও । এই বিদ্ৰোহী গীতবোৰ ৰচনাৰ আঁৰত আছে জ্যোতি-বিষ্ণু, পল ৰ'বছন আদি তেওঁৰ গুৰু সকলৰ আদৰ্শ ।

ড০ হাজৰিকাদেৱে আমেৰিকাৰ কলম্বিয়া বিশ্ববিদ্যালয়ত মাছ কমিওনিকেশ্যনৰ পি এইচ্ ডি ডিগ্ৰী লবলৈ যাওঁতে তেওঁৰ চাৰি বছৰীয়া অধ্যয়ন কালত বিশ্বৰ বহু বিশিষ্ট মনিষীৰ সান্নিধ্যলৈ আহিছিল । তেওঁ জেফাৰছন স্কুল অব চায়েন্স'ত নিশা লোৱা axtra class ত হাভাৰ্ড ফাষ্টে 'জীৱন আৰু নাটক' পঢ়াইছিল আৰু পল ৰ'বছনে 'সমাজ পৰিবৰ্তন আৰু সংগীত'ৰ বিষয়ে বক্তৃতা দিছিল । 'পল আছিল Social singer with a power to change'. ১৯২৮ চনত তেওঁৰ উদাত্ত, পুৰুষ সুলভ কণ্ঠস্বৰ ধ্বনিত প্ৰতিধ্বনিত হ'ল

জেৰম কাৰ্ণৰ দ্বাৰা ৰচিত 'ওল্ড মেন ৰিভাৰ' (Ol , man river) এই গীতটো । নিগ্ৰো সকলে সমতা বিচৰা, মিছিচিপি নৈক ধিক্কাৰ দি গোৱা গীত । উল্লেখ যোগ্য যে, আফ্ৰিকাত 'কাফ্ৰি' নামৰ এবিধ পৃথিবী বিখ্যাত লোকগীত আছে । সেই গীতৰ আধাৰতে আৰু সুৰতে এই 'ওল্ড মেন ৰিভাৰ' গীতটো সজোৱা । এই গীতটো শুনি ড০ ভূপেন হাজৰিকা অনুপ্ৰাণিত হয় আৰু সেই গীতৰ আধাৰতেই আৰু সুৰতেই তেওঁ ব্ৰহ্মপুত্ৰক ধিক্কাৰ দি এই গীতটো ৰচে আৰু ভাৰতৰ অন্য প্ৰান্তৰৰ সমাজখন সংস্কাৰৰ মনোভাবেৰে ক্ৰমে "গঙ্গা বইছ কেন, গঙ্গা বহতী হো কিঁউ" আদি মূল অসমীয়া ৰচনাৰ পৰা বঙালী আৰু হিন্দী ভাষাতো অনুবাদ কৰা হয়।

এই গীতটি এটি প্ৰতীকী গীত । 'বুঢ়া লুইত' হ'ল গণশক্তিৰ প্ৰতীক । গণ শক্তি অপৰাজেয় । কিন্তু, দুপাৰত বুভুক্ষু শিশুৰ আৰ্তনাদ শুনিও, সবল হোজা নিৰক্ষৰ নাগৰিকৰ দুখ দুৰ্দশা দেখিও, নৈতিকতাৰ স্খলন, মানৱতাৰ পতন দেখিও এই মহাশক্তি নিৰ্বিকাৰ, অলস কিয় ? যদিহে তেওঁ সৃষ্টিৰ অধিকাৰী ব্ৰহ্মাৰ পুত্ৰ তেনেহলে সহস্ৰ বাৰিষাৰ উন্মাদনাৰ অভিজ্ঞতাৰে এই শিথিল সমাজখন উটুৱাই নি চেতনাৰে পঙ্গু মানৱক জগাই, ভীষ্মৰূপী অজস্ৰ বীৰ সৃষ্টিকাৰী বীৰসবক জগাই তোলক আৰু সত্য, ন্যায় শান্তিৰ এখন সুস্থ, সাম্যৰ সুন্দৰ সমাজ গঢ়ি তোলক– এয়াই গায়ক গীতিকাৰৰ ব্ৰহ্মপুত্ৰৰ প্ৰতি কাতৰ আহ্বান । মানৱ প্ৰেমৰ এই গীতটি কাহাৰ্‌বা তালৰ ।

বিস্তীৰ্ণ পাৰৰে অসংখ্য জনৰে
হাহাকাৰ শুনিও নিঃশব্দে নীৰৱে
বুঢ়া লুইত তুমি
বুঢ়া লুইত বোঁৱা কিয় ?

নৈতিকতাৰ স্খলন দেখিও
মানৱতাৰ পতন দেখিও
নিৰ্লজ্জ, অলস ভাবে বোঁৱা কিয় ?

জ্ঞান বিহীন নিৰক্ষৰৰ খাদ্য বিহীন নাগৰিকৰ
নেতৃ বিহীনতাত নিমাত কিয় ?
সহস্ৰ বাৰিষাৰ উন্মাদনাৰ
অভিজ্ঞতাৰে পঙ্গু মানৱক
সবল সংগ্ৰামী আৰু অগ্ৰগামী
কৰি নোতোলা কিয় ?

ব্যক্তি যদি ব্যক্তি কেন্দ্ৰিক
সমষ্টি যদি ব্যক্তিত্ব ৰহিত
তেনে শিথিল সমাজক নাভাঙা কিয় ?
তুমিয়ে যদি ব্ৰহ্মাৰে পুত্ৰ
সেই পিতৃত্ব তেনে নামমাত্ৰ
নহ'লে প্ৰেৰণা নিদিয়া কিয় ?

উন্মত্ত ধৰাৰে কুৰু ক্ষেত্ৰৰে
শৰ শয্যাকে আলিঙ্গন কৰা
ভীষ্ম ৰূপী অজস্ৰ বীৰক
জগাই নোতোলা কিয় ?

ৰচনা : কলিকতা, ১৯৬৮

# মইনাজান মইনাজান

কুলি কেতেকীয়ে ইনালে বিনালে শিল্পী ড০ ভূপেন হাজৰিকাদেৱৰও মন উতলে মিঠা মিঠা বহাগৰ গীত গাবলৈ । এই গীতবোৰ তেওঁ অকল বিহুবলীয়া ৰাইজক কণ্ঠেকীয়া বং লগোৱাৰ বাবে নেগাই গীতৰ মাজেৰে অসমৰ জলন্ত সমস্যাৰাশি উত্থাপন কৰে আৰু তাৰ সমাধানৰ উপায়ো চিন্তে । নিবনুৱা সমস্যা অসমৰ জলন্ত সমস্যা। সেয়েহে, এই সমস্যাৰ আংশিক সমাধানাৰ্থে তেওঁ ১৯৬৮ চনৰ বিহুত গুৱাহাটীৰ অয়ল ৰিফাইনেৰী, মালিগাওঁৰ ৰেলৱে ইন্সটিটিউট, মালিগাওঁৰ ৰেলৱে ষ্টেডিয়ামত জেনেৰেল মেনেজাৰ সকলৰ আগত পৰিবেশন কৰিছিল তেল কোম্পানী, ৰেল কোম্পানীৰ কৰ্ণধাৰ সকলক এই সমস্যাক কৰ্ণ গোচৰ কৰোৱাৰ অৰ্থে । ইফালে, কৰ্মসংস্থান হীন ডেকালৈ ছোৱালীও আহিবলৈ মন নকৰে । গতিকে এই ডেকা সকলৰ মানসিক অৱস্থা কেনে হ'ব পাৰে ! সেই প্ৰসঙ্গত ড০ হাজৰিকাদেৱে কয়,— "অসমতে নিবনুৱা হোৱা অসমীয়া গাঁৱলীয়া ডেকা এজনৰ মনৰ প্ৰকাশক অমৰ কৰাৰ ইচ্ছাৰে এই গীত লিখিছিলোঁ.....।"

মইনাজান মইনাজান লুইত পাৰে হলোঁ
মইনাজান মইনাজান দিক্রং পাৰে হলোঁ
মইনাজান মইনাজান জিৰালোঁ ঐ নাওবৈচাত ।
মইনাজান মইনাজান চাকৰি ঐ বিচাৰি
মইনাজান মইনাজান এৰোঁ ঘৰে বাৰী
মইনাজান মইনাজান নেথাকোঁ ঐ লখিমীপুৰত ।
মইনাজান মইনাজান তেজপুৰৰ বৰালী
মইনাজান মইনাজান লালুকৰে কাজুলী
মইনাজান মইনাজান কেনেকৈনো মিহলি হ'ল ?
মইনাজান মইনাজান তুমিনো নেঘেৰিয়াল
মইনাজান মইনাজান আমি ঘোৰহটীয়া
মইনাজান মইনাজান কেনেকৈনো চিনাকী হ'ল ?
মইনাজান মইনাজান গুৱাহাটী ঘূৰিলোঁ
মইনাজান মইনাজান দুলীয়াজান ফুৰিলোঁ
মইনাজান মইনাজান ডিগবৈতো চাকৰি নাই ।
মইনাজান মইনাজান তেল গেছ কোম্পানী
মইনাজান মইনাজান ৰেলৰে কোম্পানী
মইনাজান মইনাজান তাতোচোন মিঠা মাত নাই ।
মইনাজান মইনাজান তি-তি-তি ঐ তিয়নী
মইনাজান মইনাজান দেহাৰে ঐ শুৱনি
মইনাজান মইনাজান তোমাৰ মান শুৱনি নাই ।
মইনাজান মইনাজান শৰীৰ ভালে ৰাখিবা
মইনাজান মইনাজান মনৰ বেথা নেৰিবা
মইনাজান মইনাজান চাকৰি পাই নোভতো মানে ।
মইনাজান মইনাজান নগৰ বাট গছকি
মইনাজান মইনাজান কত দেখোঁ বচকী
মইনাজান মইনাজান তোমাৰ মান বাচোলী নাই।

কলিকতা, ১৯৬৫

# মিঠা মিঠা বহাগৰ

বহাগ আহে — কপৌ-কেতেকী-নাহৰৰ পাহে পাহে, অলিৰ গুণ গুণ গানে গানে; কুলি-কেতেকীৰ মিঠা সুৰে সুৰে । আহঁতৰ কুঁহিপাতে বহাগক আদৰে। নল-খাগৰি-বেতৰ গজালিয়ে মিচিকি হাঁহিৰে বহাগক সম্ভাষণ জনায়। সাজোনে কাচোনে বুঢ়ালুইতখনো পাটগাভৰুজনী হৈ পৰে । ঢোল-পেঁপা-গগনাৰ সুৰে বজনজনায়। মাদকতা সনা বহাগৰ এই হেন বতৰে স্বভাব শিল্পী ড০ ভূপেন হাজৰিকাকো বলীয়া কৰে মিঠা মিঠা বহাগৰ গীত ৰচিবলৈ । বহাগৰ এনে এটি পৰিবেশত ইতিমধ্যে এটি সুৰ তেওঁ গুণ গুণায়েই আছিল । ঠিক এনে পৰতে মাহ-হালধিৰে লুইতত গা ধুই চুচুক চামাককৈ প্ৰেয়সী আহি তেওঁৰ নিচেই কাষতে বহিলহি । প্ৰেয়সীৰ (বহল অৰ্থৎ অসমৰ জনগণৰ) দেহৰ মাহ হালধিৰ সুবাসত তেওঁ মতলীয়া হ'ল । প্ৰেয়সীৰ সান্নিধ্যত আৰু কল্পনা-ভাব-ভাষাৰ দোলনিত গীতৰ কলিয়ে অগা ডেৱা লগালে। অনুৰাগেৰে ৰঞ্জিত কিবা এক অনুভূতিয়ে বুকুৰ ভিতৰখনত উখল মাখল লগালে । তেওঁৰ অনুভূতিত ইয়াৰ পূৰ্বৰ বহাগ যেন এফাকি পাহৰি যোৱা বিহুগীতহে আছিল আৰু আজি যেন হঠাতে মনত পৰিছে । প্ৰেয়সীৰ আগমনে সকলো খেলি মেলি লগাই দিলে ! 'বহাগ' মাহ যৌৱনৰ প্ৰতীক; মিঠা বহাগ বা বসন্ত কাল হ'ল জীৱনৰ শ্ৰেষ্ঠতম সময় । ড০ হাজৰিকাদেৱে কয়— " ন বছৰৰ প্ৰথম দিনৰ এটি মিঠা ৰাতিপুৱা সদ্যস্নাতা প্ৰেয়সীক নিচেই কাষতে পোৱাৰ পবিত্ৰ আনন্দতকৈ ডাঙৰ আনন্দ আৰু আছেনে ?" তেওঁ শুনিবলৈ পালে কিছু দূৰৈত এজাক বিহুৱতী গাভৰুৰ খিলখিল হাঁহি । এনেতে এজাক বগলী আকাশেৰে গীত গাই গাই বিহুৱা আবেশে তেওঁক জোকাই থৈ গ'ল । চৌদিশৰ এনে পৰিবেশত স্থিৰে ৰব নোৱাৰিলে তেওঁ । তেওঁৰ সৃজনীশীল মনটো বলিয়াৰ দৰে হ'ল গীত ৰচিবলৈ আৰু ধুমুহাৰ গতিৰে গীত লিখাত ব্ৰতী হ'ল। উল্লেখযোগ্য যে, শিল্পীৰ সৃষ্টিত পৰিবেশ বা বতৰৰ অৱদান অপাৰ । সেই কথাটোকে তেওঁ এই কালজয়ী গীতটিৰে বুজাই দিছে ।

মিঠা মিঠা ব'হাগৰ
গীত এটিকে ৰচো বুলি ভাবিলোঁ
এনেতে, চুচুক চামাককৈ কাষ চাপিলা
মই যেন ভাষা পালোঁ ।
মিঠা মিঠা ব'হাগৰ

লুইততে তিওৱা তোমাৰে দেহা
মাহ আৰু হালধিৰ সুবাস মহা
নিচেই কাষতে পোৱাৰ পিছত
সুৰ যেন হাততে পালোঁ ।

মোৰ ব'হাগ যেন
এটি সৰু বিহুগীত
ক'ৰবাত হেৰাই যোৱা
আজি যেন হঠাতে পোৱা ।
একজাক গাভৰুৰে হঠাতে হঁহা
একজাক বগলী বলীয়া হোৱা
বিহুৱা আবেশে আজি মোক জোকোৱাত
মই যেন ধুমুহা হ'লোঁ ।

কলিকতা ১৯৬৫

# যদি জীৱনে কান্দে

নৈৰাশ্য বা হতাশাই ( Depression) লগ নধৰা লোক নাই বুলিলেই হয়। ইয়াৰ বাবে ধনী বা নিৰ্ধনী, বিদ্বান-অবিদ্বান, নাৰী-পুৰুষ বা বয়সৰ সীমা নিৰ্দ্ধাৰিণ কৰা নাথাকে। নৈৰাশ্যই মানুহক বহু তললৈ অৱনমিত কৰে। আনকি কেতিয়াবা ইয়াৰ অক্‌টোপাছ্‌ৰ হাতোৰাৰ কবলত পৰি মানুহে আত্মহননৰ পথো বাচি লয়। মানুহৰ আশা অসীম। বহুক্ষেত্ৰত দেখা যায়, মানুহে ভবা ধৰণে আশা আকাঙ্ক্ষা পূৰণ নহয় বা হোৱাৰ সম্ভাবনাও নাথাকে। তেতিয়া তেওঁৰ মনলৈ দুখ আহে; নিৰাশাৰ কলীয়া ডাৱৰে মনৰ আকাশ ছানি ধৰে। আনকি কেতিয়াবা প্ৰাচুৰ্য্যৰ মাজত ডুবি ৰাজ অট্টালিকাত বিলাসী জীৱন যাপন কৰাজনীকো চকুপানী টোকা দেখা যায় । চিকিৎসা বিজ্ঞানী সকলে হতাশাক (Depression) এবিধ মানসিক ৰোগ বুলি কয় । ইয়াৰ বিপৰীতে কিছুমান এনেলোকো আছে যিয়ে জীৱনত কেৱল হেৰুৱাইহে আহিছে; পোৱা নাই । আনকি ভৰিৰ তলৰ মাটিখিনিও হেৰুওৱাৰ উপক্ৰম হৈছে । তেওঁ কিন্তু কান্দি কাতি ভাগি পৰা নাই ! আত্মসংযম আৰু ধৈৰ্য্য শক্তিৰ সহায়ত দুখ-শোক হজম কৰি স্থাণুৰ দৰে অকণো বিচলিত নহৈ নিজে হাঁহি আনৰ দুখতো সমবেদনা প্ৰকাশ কৰি আনৰ ওঁঠতো হাঁহি বিৰিঙায় । কবিয়ে কৈছে — "পৰৰ দুখত কান্দিব পাৰিলে সংসাৰ সুখৰ ঠাই।" নিৰাশাবাদী সকলক আশাৰ ৰেঙনিৰ আশ্বাস দিয়াৰ বাবেই মূলতঃ ড০ হাজৰিকাদেৱে এই গীতটিৰচে। তেওঁ কয়— "মানুহে জীৱিত কালতে জীৱনৰ প্ৰতিটো মুহূৰ্তৰ ৰস আচ্ছাদন কৰিব পাৰিব লাগে সুখৰে হওঁক বা দুখৰে হওক । সেইটো কৰিলে দেখা যায়– যে জীৱনটো কেতিয়াও আমনি নেলাগে । .........Do not be eleted in too much of praise and do not be dejected in too much of pain...... সকলো বিপদৰ পৰাই ৰস আচ্ছাদন কৰি জীৱনটোক পৰিপূৰ্ণ কৰি তুলিব লাগে । এইটোৱে মোৰ জীৱন দৰ্শন। "—( মই এটি যাযাবৰ)। শ্ৰোতা বন্ধুলৈ তেওঁ এই বাৰ্তাকে পঠিয়াইছে — "কিমাননো কান্দিম ? আপুনিও আৰু কিমাননো কান্দিব ? হাঁহক আপুনিও — ।"

যদি জীৱনে কান্দে নাই নাই বুলি
যদি দুখতে উৰে ধৰণীৰ ধুলি
নিৰাশাই আশাবোৰ ভাঙিব খুজিলে
মই গোৱা গীতটি গাবা ।

অ' অ' অ' অ,' এটি বগলী যদি অকলে অকলে
উৰি উৰি যোৱা দেখা সাগৰৰ ফালে
বিৰাটক সক ক্ষণে ভবাই তুলিলে
মই ৰচা গীতটি পঢ়িবা ।

বিচৰাটো যদি তুমি এবাৰো নোপোৱা
নিবিচৰাটিকে যদি বহুবাৰ পোৱা
বিচৰাটি ভাবি গুণি কান্দিব খুজিলে
মই হাঁহা হাঁহিটি হাঁহিবা ।

বহুতৰে বহু বুকু ভঙা ভঙা দেখোঁ
সেয়েহে আশাৰে ভৰা গীতবোৰ লিখোঁ
ভুলতেই যদি তুমি এন্ধাৰকে পোৱা
কাইটকে শেৱালীৰ পাহি বুলি লোৱা
তোমাৰ ভেজেৰে বাট ৰঙা ৰঙা হ'লে
মই দিয়া সুৰেৰে মচিবা ।

ৰচনা : শিলং, ১৯৬৫

# ৰিম্ ঝিম্ ৰিম্ ঝিম্ বৰষুণে

গণশিল্পী ড০ ভূপেন হাজৰিকা য লৈকে গীত গাবলৈ যায় তাতেই এটা নতুন গান লিখি সুৰ দিয়ে, গায়। তেওঁ সদায় মানুহক নতুন কিবা এটা দিবলৈ বিচাৰে। ১৯৬৫ চনত তেওঁক দুলাল বৰুৱাইতে (পিছলৈ ৰাজনৈতিক নেতা) ইন্টাৰ কলেজলৈ গান গাবলৈ মাতিলে। সেইদিনা বৰষুণ আছিল। সেয়েহে তেওঁ পৰিৱেশৰ সৈতে খাপ খোৱাকৈ আলঙ্কাৰিক অথচ দেশপ্ৰেমৰ এই গীতটো লিখি সুৰ দি গালে। এই গীতটো ড০ হাজৰিকাৰ জীৱনৰ বিশিষ্ট মাইলৰ খুটি। কাৰণ, গীত গাই ওভোতাৰ পৰত দুলাল বৰুৱা আৰু উদ্যোক্তা ল'ৰা কেইজনমানে এৰোপ্লেনৰ টিকট এটা আৰু লেফাফা এটা তেওঁৰ হাতত গুজি দিছিল। এৰোপ্লেনত লেফাফাটো খুলি চাই দেখিলে টকা পাচঁশ। সেয়াই তেওঁৰ গায়ক জীৱনৰ প্ৰথম মাননি। আজন্ম সততাত বিশ্বাসী ড০ হাজৰিকাদেৱে ইয়াৰ আগতে গীত গাই পইচা লোৱা নাছিল। ইফালে তেওঁৰ গান গাই আনে পইচা ঘটি আছে। কলিকতাত উত্তম কুমাৰ, হেমন্ত কুমাৰে 'সাগৰ সংগমে' গায়। অন্য শিল্পীয়ে তেওঁক গান গাই পইচা লোৱাৰ কথা কলে তেওঁ কয়–'নাই, গান নেবেচোঁ। ফিল্ম কৰিম। মই প্ৰফেছনেল চিংগাৰ নহওঁ।' 'তেওঁলোকে কয় ঃ এইটা ভাল হ'বেনা। কিছু একটা কৰুণনা।' কাৰণ, হাজৰিকাদেৱে পইচা নললে ৰাইজে আন গায়ককো পইচা দিব নোখোজে। লক্ষ্মীনাথ বেজবৰুৱাৰ 'হেৰা আমাৰ জনমভূমি'ৰ দৰে জাতীয় প্ৰেমৰ এই গীতটি তেওঁ ১৯৬৫ চনত ৰচে যদিও অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনৰ প্ৰবল ঢৌৰ পৰিপ্ৰেক্ষিতত ১৯৮০ চনত গীতটিৰ প্ৰথম কথাখিনি 'মোৰ আইৰ চকুপানী ........' আৰু শেহৰ অন্তৰাটি "মোৰ কলিজাৰে সুৰ......................ওফৰায়নো ক'ত" পুনঃ সংযোগ কৰে।

কথা ঃ মোৰ আইৰ চকুপানী আৰু দেউতাৰ কপালৰ ঘাম কোন দেশৰ মাটিত সৰি পৰে ?

ৰিম্ ঝিম্ ৰিম্ ঝিম্ বৰষুণে
নেপুৰ বজায় ক'ত, ক'ত?
গিৰ্ গিৰ্ ডাৱৰেনো মাদল বজায় ক'ত ?
এই মোৰ অসম দেশত, অসম দেশত।
হে মাইহাং বাতিত সোৱাদ পানী
যাচে কোনে ক'ত ?
কাৰ পদূলিত কেতেকীনো
মলেমলাই ক'ত ? — এই অসম দেশত, অসম দেশত।
এধানি এধানি নৈ সাগৰ হয় ক'ত, — ক'ত ?
সেই সাগৰকো ভয় নকৰেনো কোনে ক'ত ?
এই অসম দেশত, অসম দেশত।
আইৰে চকুৰে মুকুতানো সৰে ক'ত ?
সেই মুকুতাৰে মণিপিন্ধি সাহ পাওঁ ক'ত ?
মোৰ দেউতাৰে কপালৰে ঘাম সৰে ক'ত ?
সেই ঘাম দেখি মৰোঁ যেন লাগে বাৰু ক'ত ?
অ' মোৰ অসম দেশত।
মোৰ কলিজাৰে সুৰবোৰ বুজে কোনে ক'ত ?
ন পুৰুষে দেশৰ হকে তেজ দিয়ে ক'ত ?
আনে কৰা উপলুঙা ওফৰায়নো ক'ত ?—অ' অ' অ' মোৰ অসম দেশত।

ৰচনা ঃ গুৱাহাটী, ১৯৫৬

# কলিৰ কৃষ্ণ বুলি

ভাৰতীয় সংস্কৃতিত পৰম পুৰুষ শ্ৰীকৃষ্ণ পূৰোধা ব্যক্তি । সমাজত শান্তি-শৃঙ্খলা স্থাপন, জনকল্যাণাৰ্থে তেওঁ যুগে যুগে ভিন্ন অৱতাৰ ধাৰণ কৰিছে । তেওঁৰ আকৰ্ষণীয় ব্যক্তিত্ব, চাৰু চক্ষুযুক্ত দৃষ্টিনন্দন দৈহিক সৌন্দৰ্য্য, ঈষৎ হাঁহি যুক্ত মধুৰ বাৰ্তালাপে সততে মানুহৰ মন মুহি নিয়ে। তেওঁৰ বাঁহীৰ সুৰত গকুলৰ জনসাধাৰণ, পশু-পক্ষী, ধেনু-বৎস, তৰু-তৃণ-লতিকা মতলীয়া হৈ পৰিছিল । শাৰদী পূৰ্ণিমা নিশা যমুনাৰ ৰূপালী বালিত পঞ্চম সুৰত তেওঁ বাঁহী বজালে। মুৰুলীৰ ধ্বনি শুনি য'ৰে কাম য'তে এৰি জাকে জাকে গোপনাৰী যমুনাৰ বালিলৈ লৰ ধৰিলে শ্ৰীকৃষ্ণৰ সান্নিধ্য লভিবলৈ ! শ্ৰীকৃষ্ণই ষোলশ গোপিনীৰ সতে যমুনাৰ বালিত ৰাসলীলা কৰিলে ।

ড০ ভূপেন হাজৰিকাও এজন ব্যক্তিত্ব সম্পন্ন নয়নানন্দ কলাবিদ । তেওঁৰ ওঁঠৰ প্ৰতিটো শব্দই মানুহক মোহিত কৰে ! তেওঁ গীত গায় মানুহৰ বাবে, দেশৰ বাবে, জনকল্যাণৰ হকে; মাত মাতে মানুহৰ মঙ্গলৰ বাবে । তেওঁৰ সুললিত কণ্ঠৰ গীত এবাৰ শুনিলে নাৰী কিয়, পুৰুষো বলীয়া হয় । দেশে বিদেশে বিশ্ব জুৰি তেওঁ গীত গাইয়েই ফুৰিছে । সেয়েহে তেওঁৰ গীতত বলীয়া হোৱা প্ৰেয়সীৰ সংখ্যা হয়তো হব পাৰে সংখ্যাৰে গণিব নোৱাৰা ধৰণৰ । এইবোৰ দেখি শুনি বন্ধুমহলে ( বান্ধৱী, প্ৰেয়সী ?) তেওঁক 'কলিৰ কৃষ্ণ' বুলি জোকোৱাত তেওঁও এই গীতটিৰে প্ৰত্যুত্তৰ দিয়ে । গীতটি ৰচনাৰ বিষয়ে তেওঁ কয়—"মোক কোনোবাই জোকাওঁতে ময়ো ধেমালিৰ ছলতে লিখি পেলাইছিলো —" ।

'কলিৰ কৃষ্ণ'
বুলি নোজোকাবা
'কৃষ্ণ' 'কৃষ্ণ' বুলি নোজোকাবা মোক
নইতো তোমাক আজি মতা নাই ৰাধা বুলি ।

ষোল শ গোপিনীও নাই
এইয়া কলি কাল
বিচাৰি তোমাকে পালোঁ
'ভাগ্য ভাল'
'ভাগ্য ভাল' বুলি
'কলিৰ কৃষ্ণ' বুলি
নোজোকাবা 'কৃষ্ণ' 'কৃষ্ণ' বুলি ।

কাষতে লুইতহে আছে
যমুনাও বহু দূৰ
ৰাস পূৰ্ণিমা নাই
এইয়া বিজুলী চাকি
নহ'বা অভিমানিনী
ৰজনী অলপহে বাকী
চোৱা নয়ন মেলি
'কৃষ্ণ' 'কৃষ্ণ' বুলি ।

ৰচনা ঃ ১৯৬৬

# জীৱনটো যদি অভিনয় হয়

জীৱন আৰু জগত সম্পৰ্কে মানুহৰ চিন্তা-চৰ্চা, ধ্যান-ধাৰণাৰ সীমা নাই। পৃথিৱীৰ সকলোতকৈ জটিল প্ৰাণীটো হ'ল জীৱ শ্ৰেষ্ঠ 'মানৱ'। আজিৰ মানুহে পৃথিৱীৰ সীমা চেৰাই বহু দূৰলৈ গৈ মহাকাশত খোজ কাঢ়িছে। তথাপি মানুহে মানুহৰ গোপন মনৰ গহন বনৰ সন্ধান পাবলৈ সক্ষম হোৱা নাই। ইয়াৰ বিস্তৰ উদাহৰণ আছে। 'তোমাক নাপালে চিপজৰী লম' বুলি প্ৰেমিক বা প্ৰেমিকাই নিজৰ উদ্দেশ্য সিদ্ধি হোৱাৰ পাছত এদিন সেইজনী (বা সেইজনক) কৌশলেৰে বাদ দি আনৰ সতে বিয়াহৈ সংসাৰ পাতি সুখে সন্তোষে কাল কটোৱাৰ দেখাৰ উদাহৰণ আছে। কিছুমান আকৌ মুখা পিন্ধি সমাজৰ আগত স্বামী-স্ত্ৰী সাজি থাকি অন্ধকাৰত অইন এজনীৰে (বা এজনৰ) সৈতে সম্পৰ্ক ৰাখি দৈহিক কামনা চৰিতাৰ্থ কৰি থাকে। ৰাজনীতিবিদ সকলে ভোটৰ সময়ত বক্তৃতাৰ ফুলজাৰি মাৰি বহুতো প্ৰতিশ্ৰুতি দিয়ে। কিন্তু বাস্তৱ ক্ষেত্ৰত সেইবোৰ কাৰ্য্যকৰী হয় জানো ? সকলো ফুটুকাৰ ফেন। মানৱ চৰিত্ৰ বুজা খুব কঠিন। এনেবোৰ বৈষম্যই কাৰোবাৰ হাঁহি ভৰা মুখত চকুলোৰ যমুনা বোৱায়। বিশ্বাস যোগ্যতা হেৰুৱাই মানুহ মানুহৰ প্ৰতি আস্থাহীন হয়। জীৱন সঁচা। যদি জীৱন অভিনয় হয় তেনেহলে ইয়াতকৈ দুখৰ কাৰণ কি থাকিব পাৰে ? ড০ ভূপেন হাজৰিকাদেৱে কয়— "জীৱনটোত হঁহা আৰু কন্দা, পোৱা আৰু নোপোৱাকৈলৈ কত চিন্তাই যে ভুমুকি নেমাৰে —— !"

জীৱনটো যদি অভিনয় হয়
যদি অভিনয়তে মৰম ৰয়,
সেই মৰমৰ দাম কিমাননো ?

আকাশ এখিলা যদি কাগজ হয়
আৰু জোনটো যদি আচল নহয়
সেই জোনাকৰ ৰহণ কিমাননো ?

বুজিও নুবুজা হৈ আমি
ভুলকে ভাল বুলি বোটলোঁ কিয় ?
বাহিৰে ৰং চং দেখি আমি
কোৱা ভাতুৰিকে আদৰোঁ কিয় ?
সেয়ে ক্ষণে ক্ষণে
কান্দো মনে মনে
নিচুকাৰ নিতৌ কোনেনো ?

বহুৰূপী সাজি সাজি আমি
মিছা মৰমতে সাঁতোৰোঁ কিয় ?
তপত মৰুভূমিতে আমি
মিছা মৰীচিকা খেদোঁনো কিয় ?
সেয়ে কতজনে
নিতে নিতে গণে
পৃথিৱীত সুখী কিমানো ?

# টিৰাপ সীমান্ত

সৌন্দৰ্য্যৰ ৰাণী অৰুণাচল । শাৰী শাৰী সেউজীয়া সুউচ্চ পাহাৰ, শুভ্ৰ বৰফ আৰু ডাৱৰে ঢকা ভাৰতৰ পূৱ-প্ৰান্তত অৱস্থিত সূৰ্য্য উঠা দেশ 'অৰুণাচল' । ভাৰত ভূমিৰ অৰুণাচলতেই পোন প্ৰথমে সূৰ্য্য উদয় হয় । অকল সৌন্দৰ্য্যই নহয়, প্ৰাকৃতিক সম্পদতো অৰুণাচল চহকী । এই গীত লিখাৰ পৰলৈকে অৰুণাচল NEFA 'নেফা' নামেৰে পৰিচিত আছিল । 'নেফা' বা 'উত্তৰ-পূৱ সীমান্ত ভূভাগ' পাঁচখন জিলাত বিভক্ত আছিল । যেনে – কামেং সীমান্ত, চিয়াং সীমান্ত, সোৱনশিৰি সীমান্ত, লোহিত সীমান্ত আৰু টিৰাপ সীমান্ত । ড০ ভূপেন হাজৰিকাদেৱে 'নেফা' বা অৰুণাচলকলৈ কেবাটাও গীত ৰচিছে । কৈঁচুৱাবস্থাত তেওঁ হেনো 'নেফাৰ গাখীৰ খাইছিল' । সেয়েহে নেকি (?) তেওঁৰ অৰুণাচলৰ প্ৰতি ইমান প্ৰীতি । এই গীতটিত তেওঁ টিৰাপ সীমান্তৰ প্ৰাকৃতিক সৌন্দৰ্য্য, কলা- সংস্কৃতি, উৎসৱ-পাৰ্বণ, জীৱন ধাৰণ প্ৰণালী আদি বিস্তৃত বিৱৰণেৰে অতি মনোমোহাকৈ সজাইছে । টিৰাপৰ প্ৰাকৃতিক সৌন্দৰ্য্যাৱলী অতি মনোমোহা । ডাৱৰে ঢকা ওখে৷ৰা মোখোৰা অতি উচ্চ উচ্চ দূৰৈৰ নীলা পাহাৰত যেন সুৰুযটি অস্পষ্ট । টিৰাপ সীমান্ত বিভিন্ন জনজাতি অধ্যুষিত । ইয়াত নক্তে, ৱাঞ্চু, টাংচা, য়ুগলি আৰু চাংলাং অঞ্চলত লুংচাং জনজাতি বাস কৰে । এওঁলোক কলা-সংস্কৃতিবান আৰু উৎসৱ প্ৰিয় । ৱাঞ্চু কিশোৰ-ডেকাহঁতেডিঙিত লিকমণি, মূৰত কাপ্বান, সৰু ফানাট মাৰি, হাতত জোঙা পাঘনু যাঠি লৈ 'খোৱান' নাচ নাচে । তাৰে তালে তালে লাহীকৈ কঁকালৰ সুন্দৰী গাভৰুহঁতে নাচে। খুন্‌চা অঞ্চল নক্তে সকলৰ বসতি স্থল। এওঁলোক সুন্দৰ সুঠাম দেহী; অতি কৰ্ম ব্যস্ত । গাত জেইমচেং চোলা আৰু মূৰত বেতৰ খপক পিন্ধি, কঁকালত ৰঙীণ খাপৰিলৈ এওঁলোক লোণপুঙত ব্যস্ত । ইয়াৰে চাংলাঙৰ লুংচাং, টাংচা খেতিয়ক সকলে তেওঁলোকৰ উৎপাদিত সামগ্ৰী পিঠিৰ হোৰাতলৈ বাহৰ ওলোমা দলঙেৰে দলে দলে নামি যায় ভৈয়ামৰ মাৰ্ঘেৰিটাৰ বজাৰলৈ; বিক্ৰি কৰিবলৈ । আহোম স্বৰ্গদেউসকলৰ দিনত নক্তে সকলে ভৈয়ামত লোণ যোগান ধৰিছিল । কাৰণ, আজিৰ দৰে তেতিয়াৰ দিনত অসমত লোণ সুলভ নাছিল । সমাজ শিল্পী শ্ৰীমন্ত শঙ্কৰদেৱে পাহাৰ-ভৈয়ামক একতাৰ ডোলেৰে বান্ধি এখন বৰ অসম গঢ়াৰ পৰিকল্পনা কৰি 'এক শৰণ নাম ধৰ্ম' প্ৰচাৰৰ বাবে গীত-মাত, কলা-সংস্কৃতিক অস্ত্ৰ ৰূপে ব্যৱহাৰ কৰিছিল । তেৰাৰ শিষ্য শ্ৰীশ্ৰীৰাম আতাই নক্তে নৃপতিক শৰণ দি নৰৰো উত্তম 'নৰোত্তম' নামেৰে নামকৰণ কৰিছিল । মহাপুৰুষজনাই কৈছিল – মানৱ ধৰ্মই শ্ৰেষ্ঠ ধৰ্ম । মানুহ 'মানুহ' হ'লে, ইজনে সিজনক সাৱটিলে জাতিকুল ভ্ৰষ্ট নহয় ।

১৯৭২ চনত নেফাই 'অৰুণাচল' নাম লয় । সময় গতিশীল; সমাজ পৰিবৰ্তনশীল । যাঠিৰ দশকত লিখা এই গীতটোৰ সময়তকৈ আজিৰ টিৰাপ শিক্ষা-দীক্ষা, বিজ্ঞান, প্ৰগতিৰ বাটেৰে বহুদূৰ অগ্ৰসৰ হৈছে । আৰ্থ-সামাজিক পৰিবৰ্তনৰ লগে লগে সলনি হৈছে তেওঁলোকৰ ৰুচি-অভিৰুচি, জীৱন নিৰ্বাহৰ ধাৰা । এয়া যে নিয়মেই নতুনৰ; তথাপিও পৰম্পৰাগত লোক-সংস্কৃতি আজিও অটুট আছে ।

টিৰাপ সীমান্ত
ৰূপৰ নাই অন্ত
নক্তে, ৱাঞ্চু, টাংচা, য়ুগলিৰ
দেখিলোঁ মনৰ সেউজ দিগন্ত ।

সৌৱা টিৰাপৰ কিশোৰ ৱাঞ্চু
তাৰ মুঠিতে জোঙা যাঠি পাঘনু
ডিঙিত লিকমণি, মূৰত কাপ্বান
সৰু ফানাট্‌ মাৰি নাচিছে খোৱান

চুটিকৈ লিচাবে আৱৰা কংকাল
ভাঙি ভাঙি গাভৰুৱে দিয়ে কিনো তাল ?
ভয়াবহ পাহাৰক সাৱটি ধৰি
চুমা খাই থকা ডাৱৰ আঁৰত
সুৰুষটি অস্পষ্ট !

সৌৱা ৰিণিকি ৰিণিকি
দেখিলোঁ খুনচা বস্তি
সৌৱা সুঠাম নক্তেই ডেকাটি
গাত পিন্ধি জেইমচেং চোলাটি
মূৰত বেতৰে খপক শোভে
আৰু ককালত ৰঙীন খাপৰি
সি লোণৰ পুঙত ব্যস্ত ।

টিৰাপৰে বস্তি চাংলাং
তাতে সৰল জনজাতি লুংৰা
সৌৱা টিৰাপ নৈৰে বুকুৰে
বাঁহৰ ওলোমা সাঁকোৰে
টাংচা খেতিয়ক পাৰ হৈ
সৌৱা দেখোঁ দলে দলে নামিছে
পিঠিত হোৱা লৈ নামিছে ।
বোলোঁ ককাই, ক'লৈনো যোৱা ?
সি ক'লে,— মাৰ্ঘেৰিটাৰ হাটলৈ
নহ'লে শ্ৰম হ'ব নষ্ট ।

আহোম স্বৰ্গদেউৰ দিনতে
লোণ বান্ধি নামিছিল নক্তে
তাহানিৰ শ্ৰীশ্ৰীৰাম আতাই
নক্তে নৃপতিক দিছিলে শৰণ
কৰি নক্তে শিষ্যৰ নামকৰণ
নৰৰো উত্তম 'নৰোত্তম'
কৈছিল মানুহ মানুহ হ'লে
ইজনে সিজনক সাৱটিলে
নহয় জাতিকুল ভ্ৰষ্ট ।

# ধুমুহা নাহিবি

শাসন ব্যৱস্থাৱলীৰ ভিতৰত গণতন্ত্ৰকেই শ্ৰেষ্ঠ বুলি কোৱা হৈছে। য'ত ৰাইজৰ নিৰ্বাচিত প্ৰতিনিধিৰ দ্বাৰা দেশৰ শাসন চলোৱা হয়। (Democracy is of the people, by the people and for the pepple .) অলেখ কষ্টৰ অন্তত, অজস্ৰ শ্বহীদৰ তেজৰ বিনিময়ত ভাৰতে স্বৰাজ লাভ কৰিলে ইংৰাজক খেদি। তেতিয়াৰে পৰা ভাৰতত গণতান্ত্ৰিক চৰকাৰ প্ৰতিষ্ঠা হয়। গণতান্ত্ৰিক চৰকাৰ এখনত জনগণে প্ৰত্যক্ষ বা পৰোক্ষ ভাবে দেশৰ শাসনত সহায় সহযোগিতা আগবঢ়াব পাৰে। কিয়নো, ৰাজতান্ত্ৰিক শাসন, ঔপনিবেশিক শাসনে জনগণক বাৰুকৈয়ে আমুৰাইছিল। সেয়ে গণতান্ত্ৰিক শাসন ব্যৱস্থা প্ৰতিস্থা হোৱাত ৰাইজে যেন সকাহ পালে। সেয়েহে যি গছি চাকিয়ে ভাৰত মহাদেশ উজলাইছে গণতন্ত্ৰৰ এই গছি চাকি যাতে অক্ষয় চাকি হয় গায়ক গীতিকাৰে তাকেই কামনা কৰিছে।

উল্লেখযোগ্য যে, ড০ ভূপেন হাজৰিকাদেৱে বিশ্বৰ বিভিন্ন দেশ ভ্ৰমি সেই দেশবোৰৰ শাসনব্যৱস্থা আৰু তাৰ ফলাফল নিজ চকুৰে দেখি আহিছে। সমাজবাদী ৰাষ্ট্ৰ চীন, ৰাচিয়া, ভিয়েটনাম আদিৰ চমৎকাৰিত্বও তেওঁ প্ৰত্যক্ষ কৰি আহিছে। সাম্যবাদ আৰু সমাজবাদী ৰাষ্ট্ৰবোৰৰ উন্নতি দেখি আহি ভাৰততো সমাজবাদ প্ৰতিস্থা কৰাৰ বাবে তেওঁ অনেক গীত লেখিছে, গাইছে। কাৰণ, গণতন্ত্ৰত দুটা শ্ৰেণীৰ সৃষ্টি হয় – এটা পুঁজি পতি আনটো সৰ্বহাৰা। এয়া বাস্তৱ হৈছেও। তথাপি, ইংৰাজৰ শাসন, বা স্বৈৰতন্ত্ৰী ৰাজ শাসনত কৈ ই বহু গুণে উত্তম। সেয়েহে গায়ক গতিকাৰে এই গীতটিৰে ভাৰতে জ্বলোৱা গণতন্ত্ৰৰ এই গছি চাকি যাতে অক্ষুণ্ণ ৰাখে তাৰ বাবে জনতাক আহ্বান জনাইছে।

ধুমুহা নাহিবি
পচোৱা নাহিবি
নুনুমাবি ইগছি চাকি।

এই চাকি নুমালে
এই শিহা শুকালে
মহাদেশ ধৰিব
এন্ধাৰে ঢাকি।

ইগছি চাকিৰ শিখাই
পোহৰাই ৰওক
মহাজীৱনৰ এন্ধাৰ নিশা।

ইগছি চাকিৰ শিখা
ভাৰতে জ্বলোৱা
ই গণতন্ত্ৰৰে সাক্ষী।

গুৱাহাটী : ছেপ্তেম্বৰ, ১৯৬৬ চন।

# নাই নাই নাই হেনো

লালবাহাদুৰ শাস্ত্ৰী ভাৰতৰ দ্বিতীয় প্ৰধান মন্ত্ৰী । অতি দুখীয়া পৰিয়ালৰ পৰা বহু ঘাত প্ৰতিঘাত অতিক্ৰমি ১৯৬৪ চনত তেওঁ ভাৰতৰ শাসনৰ শীৰ্ষপদ প্ৰধান মন্ত্ৰীৰ কাৰ্যভাৰ গ্ৰহণ কৰে । তেওঁ হিন্দু কাশী বিশ্ববিদ্যালয়ৰ ছাত্ৰ আছিল । তেওঁ আছিল দৰিদ্ৰৰ ভাতৃ, বজ্ৰতকৈও কঠোৰ অথচ ফুলৰ দৰে কোমল হৃদয়ৰ, ক্ষুদ্ৰাতি ক্ষুদ্ৰ অথচ মহৎ, দানবীয় ক্ৰোধাগ্নিতো চিৰ উন্নত শিৰ । ১৯৬৬ চনত তেওঁ শান্তি চুক্তিৰ বাবে তাচখণ্ডলৈ যায় আৰু তাতেই তেওঁৰ দেহাৱসান ঘটে । তেওঁৰ মৃত্যুত সমগ্ৰ ভাৰত বৰ্ষত শোকৰ ছাঁ পৰে । গুণমুগ্ধ, শোকাৰ্ত ড০ ভূপেন হাজৰিকাদেৱেও তেতিয়া তেওঁৰ প্ৰশস্তি সূচক এই গীতটো ৰচনা কৰে ।

নাই নাই নাই হেনো আমাৰ আপোন শাস্ত্ৰী
তাছখণ্ডতে হ'ল শান্তিপথ যাত্ৰী ।

নিঃকিন শৈশৱে সংগ্ৰামী সাজিলে
সংগ্ৰামী যৌবনে সাত্বিক সাজিলে
ভাৰততে ঐতিহ্যৰ গূঢ়াৰ্থ বুজিলে
প্ৰাচ্যৰ সংযমৰ স্বৰূপ বখানিলে
প্ৰতি দৰিদ্ৰৰ তেওঁ যেন ভাতৃ
দূৰণিৰ দেশতে হ'ল শান্তিপথ যাত্ৰী ।

ক্ষুদ্ৰাতিক্ষুদ্ৰ হৈয়ো মহত্ব দেখুৱালে
দানবীয় ক্ৰোধাগ্নিতো শিৰ নোদোঁৱালে
হিন্দু কাশীপীঠ জয়ী বিদ্যাৰ্থী আছিলে
হাফিজৰ দেশতে সুখনিদ্ৰা লভিলে
সন্মানী সন্ধিৰে মুহিলে ধৰিত্ৰী
ওমৰৰ দেশতে হ'ল শান্তি পথ যাত্ৰী ।

প্ৰতি ভাৰতীয়কে তীখাৰে বন্ধালে
প্ৰতিজনক মনে মনে নিজ নেতা সজালে
কাৰ্য্য সমাপিহে তেওঁ মৃত্যুকোলাত বহিলে
আপোনাৰ গৃহলৈ সুপ্ত শাস্ত্ৰী আহিলে
স্বদেশলৈ উভতিলে যেন আমাৰ পিতৃ
তাছখণ্ডতে হ'ল শান্তিপথ যাত্ৰী ।

বিশ্ব সমাজ নাট ঘৰতে চমু নাট মেলিলে
তিনিটি দৃশ্যৰে একাঙ্কিকা ৰচিলে —
প্ৰথম দৃশ্যতে তেওঁ সৰলতা সানিলে
দ্বিতীয় দৃশ্যতে তেওঁ ৰুদ্ৰ ৰস ঢালিলে
তৃতীয় দৃশ্যতেনাশে ঘোৰ ৰণ ৰাত্ৰি
তাছখণ্ডতে হ'ল শান্তিপথ যাত্ৰী
ওমৰৰ দেশতে হ'ল শান্তিপথ যাত্ৰী
দূৰণিৰ দেশতে হ'ল শান্তি পথ যাত্ৰী ।

ৰচনা ঃ ১৯৬৬

# অ' ককাইটি অ'

মানুহে সমাজ পাতি বসবাস কৰাৰ পৰাই পৰিয়াল গঠন হয়। এজন পুৰুষ আৰু এজনী নাৰীয়ে লগহৈ একোটি পৰিয়ালৰ জন্ম দিলে। সময় বাগৰিল। সামন্ত যুগত নাৰী হৈ পৰিল পুৰুষৰ ভোগৰ সামগ্ৰী আৰু সন্তান লালন পালনৰ আহিলা। মূৰত দীঘল ওৰণিলৈ ঘৰৰ চাৰি বেৰৰ মাজত পূৱে ধল ফাট দিয়াৰে পৰা ৰাতি দুপৰলৈকে ঘৰখনত সেৱা (শ্ৰম দান) আগবঢ়ায়, সন্তানক লালান পালন কৰে। তেওঁলোকৰ নাছিল বাক স্বাধীনতা, ব্যক্তি স্বাধীনতা, সম্পত্তি আৰু সন্তানৰ অভিভাবকত্বৰ অধিকাৰ। আনকি পতিৰ মৃত্যুৰ চিতা জুইত পৰি সতী যোৱা প্ৰথাও আছিল। নাৰীৰ পৰিচয় আছিল পিতৃ, ভাতৃ, স্বামী, পুত্ৰৰ নামেৰে। শৈশৱতেই বিবাহ বন্ধনেৰে বন্দী হ'ব লগীয়া হোৱাত তেওঁলোকৰ অন্য পুৰুষক মন দিয়াটো অকল্পনীয় আছিল। ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰ আৰু ৰাজা ৰামমোহন ৰায়ৰ অশেষ প্ৰচেষ্টাত এই অমানৱীয় আইন সমূহৰ ওৰ পৰে।

ইংৰাজৰ শাসন কালত এখন দুখনকৈ বিদ্যালয়, মহাবিদ্যালয় প্ৰতিষ্ঠা হোৱাত দেশৰ লগতে অসমতো শিক্ষাৰ প্ৰসাৰ হ'ল। কুৰি শতিকাৰ তৃতীয় চতুৰ্থাংশৰ ফালে নাৰীয়ে মুকলি মূৰীয়াভাৱে শিক্ষা দীক্ষা গ্ৰহণ কৰিলে, স্কুল কলেজ, অফিচ কাছাৰী আদিৰ ওপৰিও বিচাৰ আৰু শাসনতো অংশ গ্ৰহণ কৰিলে। ই অতি সুখৰ কথা। নাৰীৰ উন্নতিয়ে দেশৰ উন্নতি। কাৰণ, নাৰী যে অৰ্ধাকাশ। কিন্তু, নাৰীৰ মহিমা দেৱতায়ো নাজানে, নাৰী চলনাময়ী, ঘৰত গাভৰু ছোৱালী থকা মানে কালসৰ্প পুহি ৰখা, 'কামিনী স্বৰূপে সৰ্পিনী দংশয়' আদি নাৰী সম্পৰ্কে অনেক বিৰূপ মন্তব্য শুনা যায়। এই কথাবোৰ কোনে কি পৰিস্থিতিত বা কি অৰ্থত কৈছিল সঠিক জনাৰ উপায় নাই। সৌ সিদিনালৈকে পুৰুষে বহুপত্নী আৰু নাৰীয়ে একপতি গ্ৰহণৰ ব্যৱস্থাহে আছিল। বৰ্তমান আমাৰ সমাজকো পশ্চিমৰ বতাহে কোবাইছে। নগৰ চহৰৰ শিক্ষিতা আধুনিকা কিছু নাৰীয়ে সমান্তৰাল ভাৱে তিনি চাৰিজন প্ৰেমিকৰ সৈতে প্ৰেমলীলা অব্যাহত ৰাখে। কোনো কোনোৱে গাৰ কাপোৰ সলোৱাদি প্ৰেমিক সলায়। ভোগবাদী সমাজৰ নৈতিকতা স্খলিত এনে গাভৰুৰ ক্ষেত্ৰত 'নাৰীনাং ভূষণং লজ্জা' বোলা কথাৰ কোনো মূল্য নাই। ভাৰতীয় সংস্কৃতিত ত্যাগ, মহানতা আৰু গুণৰ ভিত্তিত নাৰীক দুৰ্গা, লক্ষ্মী, সৰস্বতী, মাতৃ, শক্তি, জ্যোতি আদি ৰূপে পূজা কৰা হয়। ইয়াৰ বিপৰীতে এই ছোৱালীবোৰে নিজৰ নীচ লিপ্সা পূৰণৰ স্বাৰ্থত সহজ-সৰল, হোজা, নীৰিহ ডেকাবোৰক ভুৱা প্ৰেমৰ মায়াজালেৰে মেৰিয়াই স্বাৰ্থ সিদ্ধি হ'লে আঁতৰাই পঠিয়াই নগুৰ নাগুটি কৰে। স্বৰ্গীয় প্ৰেম পণ্যলৈ পৰ্য্যবসিত হয়। চালাক চতুৰবোৰৰ কথা নাই; সহজ সৰল ল'ৰাবোৰক এনে কৰ্ম-কাণ্ডই বিভ্ৰান্ত কৰে। নিজ কৰ্তব্য আৰু আদৰ্শৰ পৰা পিছলি পৰি তেওঁলোকে হাবু ডুবু খায়; দিনতে কালৰাত্ৰি নামে। অৱশ্যে, দেৱী দুৰ্গা, লক্ষ্মী, সৰস্বতীৰ দৰে ছোৱালীৰ এতিয়াও অভাৱ নাই। সেয়েহে, প্ৰেমৰ ক্ষেত্ৰত প্ৰস্তাৱ পোৱাৰ লগে লগে আবেগিক নহৈ প্ৰেমৰ স্বৰূপ বুজি লৈহে সঁহাৰি দিব লাগে – গীতটিৰে সমাজ সংস্কাৰক ড০ হাজৰিকাদেৱে এনে ইংগিতকে দিয়ে। লগতে সমাজত শিপা মেলা এনে ব্যাধিকো চিনাক্ত কৰি ইয়াৰ প্ৰদূষণৰ পৰা সমাজক মুক্ত কৰাৰ অৰ্থে এই গীতটি ৰচে।

অ' ককাইটি অ'
কি হ'ল ?

কথা : কি হ'ল অ'

চুচুক্ চামাক্‌কৈ দিপালীজনীয়ে কিয়
মোৰ পিনে ৰ' লাগি চায় ?

ভাইটি তই বুজিকে পোৱাহে নাই ।
ভাইটি তাই বোধহয় তোকেই ভাল পায় ।

সৌ কৰবীজনীয়ে কিয়, মৰমী চাৱনিৰে
খিৰিকী মুখত থিয় হয় ?
ভাইটি এয়া প্ৰথম প্ৰেমৰে পৰিচয়
ভাইটি এয়া মৰম যোটলাৰ সময় ।
        পিছে দিপালী কৰবীকে
        দীপক বৰুৱাৰ স'তে
        মিলা দেখি কিবা ভাব হয় ।
অ', তেনে ভীষণ কথা হ'ল ভাই
তেনে, মোৰ উপদেশ দিবলৈ নাই ।
        তহঁতৰ বয়স ৰঙীণ সৰস
        বুজিও নুবুজ একো;
        যেনিয়ে চকু যায় তেনিয়ে থমকি ৰয়
        নেচাবৰ মন নাই কাকো ।
আৰু লিপিকা দেবীয়ে কিয়
        নীলা নীলা চিঠিৰে
        বহু বহু মিঠা কথা কয় ।
ভাইটি তোৰ সমান আৰু অকৰা নাই,
শুনিছোঁ বহুতলৈ' চিঠি লিখে তাই ।
আৰু সৌজনী অঞ্জনা হংসে খোজেৰে দেখোঁ
মোৰ পিনে আহে আওবাই ।
ভাইটি তই সাৱধান হোৱা কিয় নাই ?
বহুতে কয়, বহুতকে ভাল পায় তাই ।

কথা ঃ    সাৱধান কৰি দিছোঁ কিন্তু

সৌৱা মিচিক্ মাচাক্কৈ
        হাঁহি হাঁহি চম্পাই
        মিঠাকৈ কিয় গীত গায় ?
ভাইটি তয়ো দেখোঁ বুজি পোৱা নাই
বুজিছোঁ গাইছে তোকে শুনাই
ভাইটি তয়ো গীতৰে ভাষা বুজা নাই
বুজিছোঁ, গীতৰ বাহিৰে একো নাই ।

ৰচনা ঃ কলিকতা, ১৯৬৮

# আমি অসমীয়া

এদিন ধনে ধানে শস্যে-মৎস্যে ভৰ পূৰ আছিল অসম, সুখ শান্তিয়ে বৈ বৈ গৈছিল । কালৰ গৰাহত সকলো বিলুপ্ত হ'ল । বীৰ-বীৰাঙ্গনাৰ সাহ আৰু ত্যাগ আদৰ্শেৰে সোণালী এই দেশৰ ইতিহাস । সেয়েহে গৌৰৱময় অতীতক সুঁৱৰি এদিন জাতীয় চেতনাৰে উদ্বুদ্ধ সাহিত্য সম্ৰাট লক্ষ্মীনাথ বেজবৰুৱা দেৱে লিখিছিল- –"আমি অসমীয়া নহওঁ দুখীয়া, কিহৰ দুখীয়া হ'ম ?" তেখেতৰ এই কথাৰ প্ৰতিবাদ কৰ্ম্মে জাতীয় চেতনাৰে সচেতন ড০ ভূপেন হাজৰিকাদেৱেও গাইছে যে– পূৰ্বৰ গৌৰৱেৰে গৌৰৱান্বিত হৈ আজিৰ অসমীয়াই এণ্ডামূৰি ভাঙি থাকিলে নহব । অসমীয়াই যদি নিজ ৰাজ্য অসম আৰু অসমীয়াৰ জাতিৰ প্ৰতি সচেতন নহয় নিশ্চিত ভাৱে এদিন অসম ৰসাতলে যাব। কাৰণ. ৰাহুৰ দৰে নানা সংকটে গিলি আজি অসমীয়াৰ অস্তিত্ব বিপন্ন। এফালে এচাম নিৰক্ষৰ, নীৰিহ, হোজা আৰু আনহাতে এচাম অকৰ্মন্য, কেলেহুৱা অসমীয়াই মদ ভাং আদি মাদক দ্ৰব্যৰ নিচাত ডুবি নেজানে নিজৰ অস্তিত্বৰ কথা। মাথোঁ মুষ্টিমেয় সংখ্যক বুদ্ধিজীৱি, জনা বুজা সমাজ সচেতন লোকহে দেশৰ প্ৰতি, সমাজৰ প্ৰতি সচেতন। এই শিক্ষিত বা বুদ্ধিজীৱিৰ চামৰ একাংশই দেশতকৈ নিজৰ উদৰ শকত কৰাতহে অধিক গুৰুত্ব দিয়ে । ইফালে জোৰ পুৰি হাত পাওঁ পাওঁ । এনে অৱস্থাত স্বদেশ স্বজাতি প্ৰেমী ডা০ হাজৰিকাদেৱে দেশ আৰু জাতিৰ এই দুৰ্দ্দিনৰ কথা আম জনতাক আঙুলিয়াই তেওঁলোকক সজাগ হ'বলৈ সকিয়াই দিবলৈ এই গীতটো ৰচে। তেওঁ আন এটা গীতত লিখিছে যে 'এই গীত নুশুনিলে শত গীত লিখি যাম জগাই লুইতৰ পাৰ।' সঙ্গীত জনজাগৰণৰ শক্তিশালী আহিলা। গীতৰ ভাষাই আবাল-বৃদ্ধ বনিতা আনকি মুমূৰ্ষুজনৰো প্ৰাণ স্পৰ্শ কৰে। মহাপুৰুষ শঙ্কৰদেৱেও কলা সংস্কৃতিৰ মাধ্যমেৰে বৃহত্তৰ অসমীয়া সমাজ গঢ়াত ব্ৰতী হৈছিল। গীতৰ ভাষাৰে তেওঁ কৈছে যে— নানা জাতি-উপজাতি, ভাষা- ভাষী লোকেৰে গঠিত অসমীয়া জাতি গঠন প্ৰক্ৰিয়া একে দিনাই বা এবছৰতে সম্ভৱ হোৱা নাই । যুগ যুগ ধৰি এই ভূ-খণ্ডলৈ প্ৰব্ৰজনৰ সোঁত বৈ আহিছে আৰু বৰ্তমানো বৈ আছে। নানা বিপৰ্য্যয় আৰু সংঘাতৰ সন্মুখীন হৈ আহি আহি থলুৱা আৰু প্ৰব্ৰজনকাৰী উভয়ৰে সংমিশ্ৰণত আজিৰ এই অসমীয়া জাতিটো সম্ভৱ হৈছে। মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ, মৰহিব খোজা অসমীয়া সাহিত্য সংস্কৃতিক নৱৰূপ দিওঁতা জ্যোতিপ্ৰসাদ প্ৰব্ৰজনকাৰীৰে সন্তান। আজিৰ অসম সংকটৰ গৰাহত । বহিৰ্দেশৰ জনস্ৰোতে অসমীয়া জাতি, সাহিত্য-সংস্কৃতি আৰু সাৰ্বভৌমত্বৰ প্ৰতি ভাবুকিৰ সৃষ্টি কৰিছে । সেয়েহে, আমি সময় থাকোঁতে যদি সচেতন নহওঁ তেন্তে এদিন আমি নিজৰ ঘৰতে ভগনীয়া, মগনীয়া হ'ব লাগিব আৰু এই জাতিৰ ইতিহাস যাদু ঘৰত বিচাৰিব লাগিব । দূৰদৰ্শী শিল্পী ড০ হাজৰিকাদেৱে এই কথা অনুমান কৰি ১৯৬৮ চনতে এই গীত লিখি ৰাইজক সাৱধান হ'বলৈ সোঁৱৰাই দিছিল। জাতীয় প্ৰেমত উদ্বুদ্ধ হৈ তেওঁ প্ৰথমে শ্ৰদ্ধাৰে সোঁৱৰে অসমীয়া ভাষা সাহিত্যৰ ত্ৰাণকৰ্তা সাহিত্য সম্ৰাট লক্ষ্মীনাথ বেজবৰুৱাদেৱক; তাৰ পিছত দেশৰ বাবে নিজ মোমায়েকৰ শিৰচ্ছেদ কৰা লাচিত বৰফুকন, 'অসম মৰিলে আমিও মৰিম' বোলা দেশভক্ত তৰুণ ৰাম ফুকন, অসম কেশৰী অম্বিকা গিৰি আৰু জ্যোতি প্ৰসাদক। আজি অসমত 'অসমীয়া কোন' (?) এই প্ৰশ্ন বিভিন্ন জাতি জনজাতিৰ মাজত পুনঃ পুনঃ উত্থাপিত হৈছে । এয়া বিচ্ছিন্নতাবাদী আৰু নাষ্ট স্বাৰ্থান্বেষী মনোভাৱ প্ৰসূত। হাজৰিকাদেৱে তাহানিতেই এই প্ৰশ্নৰ উত্তৰত কৈছে যে, থলুৱা আৰু লুইতৰ পাৰত আহি এই ৰাজ্যৰ মাটিক মাতৃ বোলা প্ৰতিজন লোকেই অসমীয়া। আমাৰ পৰিচয় প্ৰথমে অসমীয়া আৰু তাৰ পিছত একোজন ভাল ভাৰতীয়। তেওঁ বিশ্বপ্ৰেমিক অসমীয়া সকলোকো সকিয়াই দি কৈছে যে বিশ্ব বোলা কোনো এখন ৰাষ্ট্ৰ নাই । প্ৰতিখন ৰাষ্ট্ৰই ভৌগোলিক পৰিসীমাৰে পৰিবেষ্টিত আৰু সেই নামেৰে মানুহ পৰিচিত। সেয়েহে আমি নিজ জনমভূমিক সুৰক্ষা দিয়া আমাৰ পবিত্ৰ কৰ্তব্য। নিজৰ মাতৃক ভাল পালেহে অন্যৰ মাতৃক ঘিণ কৰাটো নুবুজায়। অন্যথায় আমি বিশ্বমানৱৰ ওচৰত মেৰুদণ্ডহীন বুলি হাঁহিয়াতৰ পাত্ৰ হ'ম। এই গীত লিখাৰ এটা দশক পিছতহে সদৌ অসম ছাত্ৰ সন্থা আৰু অসমৰ জনতাই 'অসমৰ অস্তিত্ব ৰক্ষাৰ

আন্দোলন' গঢ়ি তোলে। সিও এক ভেকোভাওনাত পৰিণত হ'ল । সুদীৰ্ঘ ছবছৰ ধৰি চলা এই আন্দোলনত অসমৰ মাটি শত সহস্ৰ শ্বহীদৰ তেজেৰে ৰাঙলী হ'ল ।জনমভূমিৰ প্ৰতি অসমৰ ৰাইজৰ যি শ্ৰদ্ধা, আত্মত্যাগ তাৰ প্ৰতি মূৰ দোৱাই সময়ৰ স'তে খাপ খুৱাই গীতিকাৰে ১৯৮০ চনত তৃতীয় অন্তৰাটো সলনি কৰে আৰু আৰম্ভণিৰ 'কথা' আৰু তৃতীয় অন্তৰা 'অসম.............. ..........ভগনীয়া হ'ব' পুনৰ সংযোগ কৰে ।

কথা ঃ সাহিত্য সম্ৰাট লক্ষ্মীনাথ বেজবৰুৱাদেৱে কৈছিল —
"আমি অসমীয়া নহওঁ দুখীয়া; কিহৰ দুখীয়া হ'ম ?"
সঁচা, পিছে—
(ওপৰোক্ত কথা খিনি ১৯৮০ চনত আগকথা হিচাবে সংযোগ কৰা হয় ।)

'আমি অসমীয়া নহওঁ দুখীয়া'
বুলি সান্ত্বনা লভিলে নহ'ব
আজিৰ অসমীয়াই নিজক নিচিনিলে
অসম ৰসাতলে যাব ।
নানা জাতি উপজাতি ৰহণীয়া কৃষ্টি
আকোঁৱালি লৈ হৈছিল সৃষ্টি
এই মোৰ অসম দেশ
বিভেদ পৰিহৰি, নিজ হাতে শ্ৰম কৰি
দেশক নগঢ়িলে
এই দেশ হ'ব নিঃশেষ
আৰু মনবোৰো ভাগি ছিগি যাব
আজিৰ অসমীয়াই নিজকে নবচালে অসমতে মগনীয়া হ'ব ।

প্ৰতি অসমীয়াই কি কৰা উচিত
উপদেশ দিবলৈ নাই লাচিত,
'ডাঙৰ নহয়, দেশতকৈ মোৰ
দুৰ্বলচিতিয়া মোমাইবোৰ' – বোলা
হেংদানধাৰী লাচিত নাথাকিলেও
আগুৱাই যাবই লাগিব ।
নহ'লে অসমীয়া অসমৰ মাটিতে নিজেই মগনীয়া হ'ব ।

কোনোবা কাপুৰুষক, পুৰুষ কৰিবলৈ
জ্যোতি প্ৰসাদও নাই ।
অসম মৰিলে, আমিও মৰিম
বুলি ক'বলৈ তৰুণও নাই ।
আজি অম্বিকাগিৰি নাই
'দেশ গ'ল গ'ল' বুলি দিনে নিশাই সোঁৱৰাব ।
আজিৰ অসমীয়াই নিজক নবচালে অসমতে ভগনীয়া হ'ব ।

(১৯৮০ চনত অসমৰ জাতীয় অস্তিত্ব ৰক্ষাৰ আন্দোলনৰ পৰিপ্ৰেক্ষিতত সময়ৰ সৈতে খাপ খুৱাই ড০ হাজৰিকাদেৱে "কোনোবা কাপুৰুষক............ ........অসম ৰসাতলে যাব" অন্তৰা ফাকি তলত লিখা ধৰণে সলনি কৰিছে ।)

কথা ঃ 'অসম মৰিলে আমিও মৰিম' বুলি ক'বলৈ কোনো যে নাই বুলি আজি কোনে ক'ব ।

কোনোবা কাপুৰুষক পুৰুষ কৰিবলে'
জ্যোতিপ্ৰসাদও যে আছে
'অসম মৰিলে আমিও মৰিম'
বুলি ক'বলৈ শ্বহীদও আছে ।
আজি অম্বিকাগিৰিৰ চিঞঁৰক হেজাৰে
হাতে কামে নৱ ৰূপ দিব
আজিৰ অসমীয়াই সংগ্ৰাম নকৰিলে অসমতে ভগনীয়া হ'ব ।

আনৰে লগতে অসমীয়াই অসমতে
যদিহে নেবাচে বাৰু ক'তনো বাচিব ?
মোৰ আইক ভাল পাওঁ বুলিলে
আনৰ আইক জানো ঘিণ কৰাটো বুজাব ?
প্ৰতি অসমীয়া— আমি ভাল ভাৰতীয়
আৰু দূৰণিৰ পৰা আহি লুইতৰ পাৰৰে
মাটিক মাতৃ বোলা প্ৰতি ভাৰতীয় হ'ল
নতুন ৰূপৰ অসমীয়া !
আমি সেইভাৱে থাকিলেই হ'ব
অ', নহ'লে আমাৰ 'ৰাজহাড় নাই' বুলি
বিশ্বই বৰকৈ হাঁহিব ।

বিশ্বপ্ৰেম বিনন্দীয়া বুলি
অনুভৱ কৰা প্ৰতিজন অসমীয়া
তুমিওতো জানা এটি কথা —
আপোন মাতৃৰ অশ্ৰু নমচিলে
বিশ্বপ্ৰেম হ'ব বৃথা
তুমি বিশ্বৰ শৰীৰত পঙ্গু অঙ্গ হ'লে
বিশ্বই জানো ভাল পাব ?
পৃথিৱীত জনমি সচেতন নহ'লে প্ৰাপ্যও থিতাতে হেৰাব ।

থলুৱা আৰু নতুন অসমীয়াক
এই বেলি বিহুৰ সেৱা যাচিলৈ
সোঁৱৰাব খুজিছোঁ—
অসমৰ বাহিৰে নিজকে পাহৰিলে ভোগালীতো দুৰ্ভোগ পাব !
আৰু বাপতি সাহোন সেই ৰঙালী বিহুটিও কঙালীত পৰিণত হ'ব !
আজিৰ অসমীয়াই নিজক নবচালে অসম ৰসাতলে যাব !
আজিৰ অসমীয়াই নিজক নিচিনিলে অসমতে মগনীয়া হ'ব !
পৃথিৱীত জনমি সচেতন নহ'লে প্ৰাপ্যও থিতাতে হেৰাব !

ৰচনা ঃ ভোলাগুৰিচাহ বাগিচা ৮ এপ্ৰিল ১৯৬৮

# কাঃ মঙাইহ্ চেঃ মিজোৰাম

শিল্পী হিচাবে ড০ ভূপেন হাজৰিকাৰ এটা বিশেষ বৈশিষ্ট এয়ে যে— তেওঁ য'লৈকে গীত গাবলৈ যায় সেই ঠাইৰ সমাজ-সভ্যতা, কৃষ্টি-সংস্কৃতি, ভৌগোলিক বিৱৰণ আদি অধ্যয়ন কৰি ঠাই ডোখৰৰ প্ৰতি সন্মান সূচক এটি গীত ৰচি গাই সেই সমাজখনক আপ্লুত কৰে। এই গীতটিৰ নঙলা মুখতে 'কাঃ মঙাইহ্ চেঃ মিজোৰাম' বুলি মিজো ভাষাত মিজোৰামৰ প্ৰতি মৰম ভালপোৱা আৰু শ্ৰদ্ধা যাচি গীতৰ সভাৰ পাতনি মেলিছে। মেঘে ঢকা সুউচ্চ নীলা পাহাৰ আৰু সেউজীয়া গছে-বনে সূৰ্য্য উঠা দেশ মিজোৰাম যাৰ ৰূপৰ তুলনা নাই। স্বাধীনতা প্ৰিয়, শান্তি প্ৰিয় মিজো সকল শিক্ষিত আৰু পৰিশ্ৰমীও। বহু সংঘৰ্ষ, বহু শ্বহীদৰ কেচাঁ তেজৰ বিনিময়ত মিজো নেশ্যনেলিষ্ট ফ্ৰন্টৰ নায়ক লালডেঙ্গাৰ নেতৃত্বত আৰু পিছলৈ তেওঁৰ বলিষ্ঠ শাসনত আজিৰ মিজোৰামলৈ শান্তি ঘূৰি আহিছে। বৰ্তমান মিজোৰাম ভাৰত বৰ্ষৰ ভিতৰতে এখন সুশিক্ষিত, স্বাবলম্বী, সুখ শান্তিৰে সমৃদ্ধ ৰাজ্য। ঝুমখেতি এওঁলোকৰ প্ৰধান কৃষি। কিন্তু, এই কৃষিয়ে বিস্তৰ ভূমি আৰু গছ বনৰ ক্ষতি সাধন কৰা বাবে মিজোৰাম চৰকাৰে ইয়াৰ বিকল্পৰ সন্ধান কৰিছে। মিজো সকল উৎসৱ প্ৰিয়, সাহিত্য-সঙ্গীত-নৃত্য গীত প্ৰিয়। খট খট 'চেইৰো'ৰ (বাহ নৃত্য) ছন্দত যেন গীতাৰৰ সুৰে সুৰে বৈ যায় কল'দাই নৈ। অভ্যাগতক তেওঁলোকে মিঠা হাঁহিৰে 'চিবায চিবায' বুলি সম্ভাষণ জনায়। মিজো গাভৰুৱে নিজ হাতে বোৱা 'গোৱান' (মেখেলা), 'কৰচেই' (বুকুত পিন্ধা চোলা) আৰু ফুলৰ অলঙ্কাৰ পিন্ধি নচা 'পাকেপাৰ' (মিজো পাতগাভৰুহঁতে যৌৱনৰ আগমণত পখিলাৰ দৰে নচা নাচ) নাচৰ দৃশ্য অতি মনোৰম। ৰাজ্যখনৰ বিলখাওটলিং, লুংদাই, বৈৰাংটে, লুংলে, খিংচুলথলিয়াইি, শ্বেৰচিম, হুনাথিয়াল, কলাচিৰ আদি সকলো ঠাইৰে জনতা সজাগ, আত্মসচেতন, সমাজ সচেতন, সমাজখনক প্ৰগতিৰ বাটেৰে আগুৱাই নিবলৈ আটাইয়ে যেন দৃঢ় প্ৰতিজ্ঞ। কাৰোবেই যেন নাই জিৰণি, ধ্বংসৰ বিপৰীতে সৃষ্টিৰ প্ৰতিহে আগ্ৰহী সেই সুন্দৰৰ পূজাৰীসকল। মিজো, হমাৰ, পৈ, লাখেৰে, কুকি, চাকমা আদি জাতি জনজাতিৰ মিলন ভূমি মিজোৰাম। মিজো সকলৰ ঈশ্বৰ হ'ল 'পাথিয়ান'। প্ৰবাদ মতে তেওঁলোকৰ ঈশ্বৰ পাথিযান আহিছিল 'ছিনলুঙ' নামৰ গাতেৰে আৰু তেওঁলোক তেওঁৰেই সতি-সন্ততি। উল্লেখযোগ্য যে, ড০ ভূপেন হাজৰিকাদেৱে মিজোৰামলৈ গীত গাবলৈ যাওঁতে মিজোৰামৰ ৰাইজৰ মৰমৰ বন্যাত উটি ভাঁহি গৈছিল। তেওঁ তাত গীত গাই মিজোৰাম আৰু অসম দুয়ো ৰাজ্যৰ মৰম-চেনেহ, বন্ধুত্ব-ভাতৃত্বৰ এনাজৰী ডাল সুদৃঢ় কৰি মৰমৰ অত্যাচাৰত ওভতাৰ পৰত দুচকুৰে বৈ অহা চকুপানী 'সুথুম' টুপীৰে ঢাকি 'কলাওমে' বা ধন্যবাদ জনাই বিদায় লয়। গীতটিত মিজো ভাষাৰ শব্দৰ ব্যৱহাৰে সোণত সুৱগা চৰাইছে।

কাঃ মঙাইহ্ চেঃ মিজোৰাম
তোমাক ভালপাওঁ মিজোৰাম।

খট খট চেইৰো'ৰ ছন্দ লই
গীতাৰৰ সুৰে বয় কল'দাই নৈ
সু-উচ্চ ফাংপুই নীলা পাহাৰে
মৌন ভাষাৰে কিবা হুংকাৰে
শিখৰৰ ঝুমখেতি এৰি এৰি থৈ
সংগ্ৰামী মানুহে থমকি ৰৈ
হাঁহি হাঁহি আমাক দিলে বিদায়
হাত বাউল দি কয় – 'চবায় চিবায়'
কি এই দৃশ্য ঃ নয়নাভিৰাম
ই সংগ্ৰামী দেশ,– যাৰ নাম মিজোৰাম— কাঃ মঙাইহ্ চেঃ মিজোৰাম।

সেউজীয়া মনৰ মাদকতা লৈ
এগৰাকী গাভৰুৱে লহপহকৈ
আমাক হাঁহি মাৰি আদৰিলে
তাইৰ হাতে বোৱা 'গোৱান' মেখেলাতে
ৰঙা, নীলা আশা ভৰা ফুল ফুলিলে,
তাইৰ বক্ষৰ 'কৰচেই' চোলাতে
শুকুলা মেঘে কিবা ফুল বাচিলে
তাইৰ ফুলৰ অলংকাৰ হালে জালে
'পাংক্‌পাৰ' নাচোনৰ তালে তালে।
কি এই দৃশ্য নয়নাভিৰাম
ই গাভৰুৰ দেশ যাৰ নাম মিজোৰাম– কাঃ মঙাইহ্ চেঃ মিজোৰাম!

বিলখাওটলিং বা লুংদাই বৈৰাংটে বা লুংলে
থিং চলথলিযাই বা শ্বেৰচিব্
হুনাথিয়াল কিম্বা কলাচিব্
সকলোতে যেন জনতা সজাগ
ধ্বংসৰ ঠাইত যেন সৃষ্টিহে আগ
কৰ্তব্যৰ যেন নাই বিৰাম
ই প্ৰতিজ্ঞাৰ দেশ যাৰ নাম মিজোৰাম—
কাঃ মঙাইহ্ চেঃ মিজোৰাম।

কাহানিয়েই পাহৰা প্ৰবাদ মতে
তাহানিৰ আদিম এন্ধাৰ ফালি
'চিনলুঙ' গাঁতেৰে ওলাই আহি
তুমিয়েই দিছিলা পোহৰ ঢালি
'পাথিয়ান' ঈশ্বৰৰ জ্যোতি সন্তান
আহাঁ, সমভাগী হৈ গঢ়োঁ জ্যোতি ভৰা স্থান
মিজো আৰু হ্‌মাৰ, পৈ, লাখেৰে
নানা ৰহণৰ এয়া জাতি অগণন
কুকি আৰু চাক্‌মাৰো মিঠা বচন
পূৰ্ব ভাৰতীৰে শিৰৰ ভূষণ।
'লুখুম' টুপীৰে চকুপানী ঢাকি
বিদায় পৰত কওঁ কথা এফাকি
ধন্যবাদ বা 'কলাওমে'
সংঘাত নহয় মৰমে মৰমে
আজিৰ এই দিন যেন ইতিহাস হয়
এনাজৰী যেন সদা দৃঢ়তৰ হয়।
ই মৰমৰ দেশ যাৰ নাম মিজোৰাম — কাঃ মঙাইহ্ চেঃ মিজোৰাম

মিজোৰাম, ১৯৬৮ চন

# চিত্ৰলেখা চিত্ৰলেখা চিত্ৰ এখন আঁকানা

**চিত্ৰলেখা,**— ভাৰতীয় সমাজ-সংস্কৃতিত নিপুনা চিত্ৰশিল্পী । তেওঁ আছিল শোণিতপুৰৰ প্ৰবল প্ৰতাপী ৰজা বাণৰ মন্ত্ৰী কুম্ভাণ্ডৰ জীযাৰী । চিত্ৰলেখাই অৰ্ন্তদৃষ্টিৰে স্বৰ্গ-মৰ্ত্য পাতাল তিনিওলোকৰ দেৱতা অসুৰ, মানৱ, দানৱ, যক্ষ ৰক্ষ আটাইৰে চিত্ৰ আঁকি দিব পাৰিছিল । জনসমাজত তেওঁ উষাৰ সখী চিত্ৰলেখা ৰূপেৰেহে জনাজাত । অগ্নিগড়ত উষাই স্বপ্নদৃষ্ট কোঁৱৰক নেপাই কান্দি কাটি আকুল হ'ল । তেতিয়া সখী চিত্ৰলেখাই পট আঁকি মনে বিচৰা কোঁৱৰৰ সন্ধান দিযে । অকল সেয়ে নহয়, অনিৰুদ্ধ কোঁৱৰক (মায়া বিদ্যাৰ সহায়ত) দ্বাৰকাৰ পৰা হৰণ কৰি আনি উষা অনিৰুদ্ধৰ মিলন ঘটায় উষাৰ মনোবাঞ্ছা পূৰণ চিত্ৰলেখাৰ জনকল্যাণৰ এটা উদাহৰণ মাত্ৰ । গাযক গীতিকাৰ ড০ ভূপেন হাজৰিকাদেৱে কয়,—বৰ্তমান সমাজত চিত্ৰলেখাৰ দৰে শিল্পীৰ অতীব প্ৰযোজন । সেযেহে তেওঁ চিত্ৰলেখা স্বৰূপা শিল্পীবোৰক টানি অনুৰোধ কৰিছে জনসাধাৰণৰ সমস্যা সমাধানৰ উপায় উলিযাই মানৱ সমাজত কল্যাণ সাধি শান্তি পতিষ্ঠা কৰিবলৈ । সত্য, সুন্দৰ আৰু প্ৰগতিৰ পথেৰে সমাজক আগবঢাই নি সুখ শান্তি প্ৰতিষ্ঠা কৰিবলৈ এজন চিন্তাশীল চিন্তানায়কৰ প্ৰযোজন । কাৰণ সকলো সৎকৰ্মৰ আৰম্ভণি হ'ল চিন্তা । চিন্তাৰ উৎপত্তি স্থল হ'ল মগজু । সমাজৰ কলুষ কালিমা আঁতৰাই সমাজখনত সুখ শান্তি স্থাপন কৰি প্ৰগতিৰ পথেৰে আগুৱাই নিবলৈ হ'লে বিবেকবান বা চিন্তানায়কৰ প্ৰযোজন । সেযেহে চিত্ৰলেখা বা শিল্পী সকলে জনজীৱনৰ শুকুলা (সত্য আৰু শান্তিৰ) আৰু মানৱ জীৱনৰ নীলা (সাহস, উদাৰতা আৰু প্ৰেম) দুযোটি ৰং মিহলাই তুলিকা তুলিলৈ দূৰদৃষ্টি সম্পন্ন, লক্ষ্যজ্ঞানক লক্ষ্যৰ সন্ধান দিব পৰা, বিশাল হৃদযৰ অধিকাৰী চিন্তানায়কৰ ছবি আঁকক — যাতে উষা স্বৰূপা বিশ্বমানৱৰ অসূয়া অশান্তিবোৰ মচি অনাগত দিনৰ অভিনৱ পুৱাবোৰৰ আশা আকাঙ্ক্ষা আৰু সৎকৰ্মবোৰৰ ফল উষাৰ কিৰণৰ দৰে জ্যোৰ্তিময় হয় ।

চিত্ৰলেখা চিত্ৰলেখা
চিত্ৰ এখন আঁকা না
চিত্ৰপটত চিন্তাশীল এক
চিন্তা নায়ক আঁকানা ।

জন জীৱনৰে ৰং শুকুলা
মন-জীৱনৰে গভীৰ নীলা
পাত্ৰ দুটি সজাই লোৱা
দুযোটি ৰং মিলাই লোৱা
তুলিকা তুলি লোৱানা ।

এটি দুটি ৰেখাৰে সাৱধানতাৰে
নয়ন আঁকা দূৰদৰ্শী
অনাগত দিনৰ অভিনৱ পুৱা
সীমা অসীমৰ সীমা বুজি পোৱা
বক্ষ এখন আঁকি দিয়া
লক্ষ্যজ্ঞানে লক্ষ্য পোৱা
তুলিকা তুলি লোৱানা

# বৰদৈচিলা নে সৰুদৈ চিলানে

ইংৰাজৰ কঠোৰ শাসনত কোঙা অসমীয়াই সপোন দেখিছিল,—স্বৰাজোত্তৰ অসমত মুক্ত মনে শান্তিত টোপনি যাব । ১৯৫১ চনত আৰম্ভ হোৱা পঞ্চবাৰ্ষিক পৰিকল্পনা সমূহো ফাইলৰ ভিতৰতে আবদ্ধ হৈ ৰ'ল । ইয়াৰ বাবে আবণ্টিতধনেৰে নেতা পালিনেতা, আমোলা, ঠিকাদাৰ দালালৰ পেট শকত হ'ল । ফলত, এহাতে পুঁজিপতি আৰু অন্যহাতে দৰিদ্ৰৰ হাৰ বাঢ়ি শ্ৰেণী বৈষম্যৰ সৃষ্টি হ'ল । এচাম 'হঠাৎ পেট্ৰিয়ত' ৰাজনীতিক, নেতা, পালিনেতা, তোষামোদকাৰী, ঢামাধাৰী আৰু এচাম বগলী ভকত বুদ্ধিজীৱিৰ চালবাজিত অসম (উত্তৰ পূৰ্বাঞ্চল) অস্তিত্বৰ সংকট, জনবিস্ফোৰণ, খাদ্য সংকট, বান সমস্যা, নিবনুৱা সমস্যাকে ধৰি এশ এবুৰি সমস্যাত বুৰ গ'ল । চিলাৰায়, লাচিত, জয়া, মূলা, কনকা আদি বীৰ বীৰাঙ্গনাৰ বুকুৰ তেজৰ বিনিময়ত গঢ়ি উঠা অসম আজি চিলাৰূপী শেনৰ চোকা ঠোঁটৰ খোঁটিত আৰু কেতেকী ফুলৰ তলত লুকাই থকা ফেঁটী সাপে গিলি নিঃশেষ কৰাৰ উপক্ৰম । এইবোৰ দেখি শুনি সমাজ সচেতন ড০ ভূপেন হাজৰিকাই চিৎকাৰ কৰি কয়,--অসমীয়াই খাই-বৈ, শুই -বহি থাকিলে নহ'ব, জোৰ পুৰি হাত নৌপাওঁতেই সাৱধান নহ'লে নিশ্চিত ভাৱে অসম ৰসাতলে যাব । লক্ষ্মীনাথ বেজবৰুৱাই ৎ কৈছিল,– 'সকলো আছিল সকলো আছে নুগুনো নলওঁ গম।' ধনে-ধানে শৌৰ্যে-বীৰ্যে স্বাৱলম্বী অসমীয়াই আজি জানিবলৈ অনিচ্ছুক গৌৰৱোজ্জ্বল ইতিহাসক। অসমৰ আৰ্থিক দৈন্যতাৰ মূল কাৰণ হ'ল অসমী আইৰ বৰঘৰৰ মজিয়াৰ বৰখুঁটাত এলাহৰ ঘূঁণে ধৰিছে । ভোগবাদী সমাজ ব্যৱস্থাত কোনোৱে সহজলভ্য ধনৰ পিছত দৌৰি আৰু কোনোৱে বক্তৃতাৰ ফুলজাৰি মাৰি কেন্দ্ৰক দুষি, ৰাজকোষৰ ধন স্বউদৰস্থ কৰি ভণ্ড দেশপ্ৰেমিক সাজি নিজকে মস্ত এটা ভব্য গব্য বুলি ভেমত গণ্ডাটোপ ফুলাদি ফুলিছে । ১৬৮৭ চনত আহোম স্বৰ্গদেউ গদাধৰ সিংহই এনে ধোদ সকলক ধৰি আনি ঐতিহাসিক 'ধোদৰ আলি' নিৰ্মাণ কৰোৱাইছিল। ইফালে খাম-খেয়ালিৰে ভৰা ভাঙোনমুখী সমাজখনক দেখিয়েই হ'বলা বতাহ বৰষুণৰ গোসাঁনী বৰদৈচিলাজনীও নহা হ'ল। এফালে খৰাং আৰু আনফালে বান দুয়ো কালৰূপ ধৰি কৃষকৰ মূৰত শোধাইছে ৰাম টাঙোন। প্ৰকৃতিৰ ওপৰত নিৰ্ভৰশীল অসমৰ কৃষি ব্যৱস্থাত জলসিঞ্চন বা বান নিয়ন্ত্ৰণৰ কোনো এটা ব্যৱস্থাই নাই । লেতেৰা ৰাজনীতিয়ে সহজ সৰল শান্তিকামী জনতাক উচটাই বিচ্ছিন্নতাবাদৰ বিষ বাষ্প সিঁচি দিয়াত জাতি-জনজাতিৰ মিলন ভূমি অসমত আজি গোষ্ঠী সংঘৰ্ষ, সাম্প্ৰদায়িক সংঘৰ্ষকে ধৰি বিচ্ছিন্নতাবাদে গা কৰি উঠিছে। সেয়েহে হ'বলা বৰদৈচিলাজনীৰো আহিবলৈ এই অনীহা ! ড০ হাজৰিকাদেৱে কয়, আমি যিকোনো উপায়ে হ'লেও বৰদৈচিলাজনীৰ প্ৰয়োজন পূৰাবই লাগিব। নহ'লে যে নেবাচিব অসম,-অসমীয়া জাতি! সময় গতিশীল । গতিকে আমি সময়ৰ খোজত খোজ মিলাই আগুৱাব লাগিব। কাৰণ, অগতিৰো গতি আছে; সমস্যা থাকিলে সমাধান থাকিবই । সকলো সমস্যাকে পুঙ্খানুপুঙ্খ ভাৱে পৰ্যালোচনা কৰি বিজ্ঞান-প্ৰযুক্তিক সাৰথি কৰি আগুৱাই গ'লে এদিন বিশ্বৰ প্ৰগতিশীল দেশ সমূহৰ তালিকাত অসমৰ নামও সংযোজন হব। বহু আশাৰে ড০ হাজৰিকাদেৱে কয়, এই কামৰ গুৰু দায়িত্ব বহন কৰিব লাগিব নতুন পুৰুষেহে । আৰু এই সকলো চিন্তা চৰ্চা কৰাৰ উপযুক্ত সময় হ'ল ব'হাগ। আহক, ব'হাগৰ বিহুৰ পতাকাৰ তলত সমবেতহৈ জাতি-ধৰ্ম-সম্প্ৰদায় নিৰ্বিশেষে সকলোৱে মিলি এখন স্বপ্নৰ, শান্তিৰ সুন্দৰ অসম গঢ়াৰ পণ লোৱাৰ এয়াই উপযুক্ত সময়।

কথা ঃ ককাই, অসমৰ আকাশত সেইয়া কাকাতৰ চিলা নে বৰদৈ চিলা ?

হুঁ, ৰবদৈচিলানে সৰুদৈ চিলানে
অসমৰ আকাশত বৰ বৰ চিলা
চিলাৰায়ৰ চিলানে কাকতৰ চিলানে
কাকতত থকা ভুৱা পৰিকল্পনা ।
চিলানে শেননে ৰঙা নীলা চিলা

নে হাঁহিযাতৰ পাত্ৰ খোদৰ পচলা
সৌবোৰ ঠোঁট যেন তেজহে সনা
শেন যেন লাগিছে চকুৰে নমনা
অসমীযাই এইবোৰ ভাবি চাবৰ
ব'হাগেই বতৰ কিজানি ?
বোলোঁ হয হয হয় হয় । বোলো হয় নে ?
বাঁহতল শুৱনি কেতেকী বাৰীতে
ক'ৰবাৰ ফেঁটীসাপে বাহ ল'লে — ল'লে
কেতেকী ফুলিলে তগৰো ফুলিলে
ফেঁটীসাপে গপাগপ তাকেই গিলিলে — গিলিলে
তিল তিল কত তিল তিল পিঠা নাই
কুঁহিয়াৰ আছে তাক পেৰোঁতাহে নাই
অসমী আইৰে বৰ ঘৰ মজিযাত
বৰ খুঁটা এলাহৰ ঘূণে খাইছে
এটি খোদৰ আলি গঢ়ি হাত সাৱটি
অসমৰ ৰণুৱাই ৰং চাইছে ৰং চাইছে
মূৰৰ ফুলাম গামোচাখনি
ক'ৰবাৰ শেনে আহি নিলেহি
গ'ল – গ'ল । গ'ল গ'ল বুলি মাথোঁ চিঞৰিলে
তাকে দেখি শেনহঁতে ৰগৰ কৰিলে ?
অসমীযাই এইবোৰ ভাবি চাবৰ
ব'হাগেই বতৰ কিজানি
বোলোঁ হয় হয় হয় হয় । এ হয় নে ?
এহি মানৰ কথাখিনি এহিমানে থওঁ
বৰদৈচিলাজনীৰ কথাকে কওঁ ।

কথা : বৰদৈচিলা মানে কি অ', ককাইটি ?
বড়োৰ ভাষাৰে — 'বৰ' মানে বতাহ, 'দৈ' পানী
আৰু 'চিখলা' মানে হ'ল গোসাঁনীজনী
তেনে সাহসৰ বৰষুণ বোকোচাত লৈ চিলাজনী উৰিছিল ধুমুহা হৈ ।
তাই অসমলৈ আগতে আহিছিলে
আহি, হিলদল ভঙা এটি মন দিছিলে
আৰু নানা জাতি উপজাতি একে কৰিছিলে
আজি বছৰেকৰ মূৰত তাই আহে আৰু যায়
অসমীয়াৰ মনটোত থিতাপি নলয় ।
এইবোৰ দেখি শুনি এনে ভাব হয় । বোলোঁ, কি ভাব হয় ?
বৰদৈচিলাজনীৰ আগচুলি খপিয়াই মাটিলৈ নমাই আনি
অসমীয়াৰ মনটোত সুমুৱাই দিবলৈ ব'হাগেই বতৰ কিজানি ।
বোঁলো হয় হয় হয় হয় । এ হয় নে ? ৰচনা : শ্বিলং, পাইনউড ৪-৪-৬৮

# মই এটি যাযাবৰ

"জীৱনৰ এই মাজ বয়সত মোৰ ভাৱ হয়, মই জন্মৰে পৰা যাযাবৰ। যাৰ ফলত শয়ন সপোন আৰু জগৰণত মই এটাই মাথোঁ মন্ত্ৰ জপ কৰিছোঁ — চৰৈবতি। চৰৈবতি।" (দিহিঙে দিপাঙে, পৃষ্ঠা ১)। অশীতিপৰ এই শিল্পীজনৰ মাল্টি চেৰিব্ৰেল ষ্ট্ৰোকৰ পিছতো গুৱাহাটী-মুম্বাই, মুম্বাইৰ পৰা অসমলৈ সৃষ্টিৰ তাডনাত বিচৰণ অব্যাহত থকাত শিল্পীজনৰ এই আত্মবোধক খণ্ডন কৰাৰ উপায় দেখা নাযায়। তেওঁ জন্মৰে পৰা শৈশব আৰু কৈশোৰত পিতৃৰ চাকৰি সূত্ৰে ইঠাইৰ পৰা সিঠাইলৈ ভ্ৰমি ফুৰোঁতেই স্কুলীয়া শিক্ষা শেষ হৈ কটন কলেজ পায। উল্লেখযোগ্য যে, ড০ ভূপেন হাজৰিকাৰ পিতৃ নীলকান্ত হাজৰিকা এজন মাটিৰ হাকিম হোৱা স্বত্বেও জীৱনত তেওঁ এটুকুৰা মাটি, এটি ঘৰ সাজিব নোৱাৰিলে; দহোটা ল'ৰা ছোৱালীৰে সৈতে ভাৰা ঘৰতে জীৱন পাত কৰে। তেওঁৰ যাযাবৰী জীৱনৰ ই'ও এক অন্যতম কাৰণ। ইয়াৰ পিছত তেওঁ বাৰাণসীত স্নাতক আৰু স্নাতকোত্তৰ ডিগ্ৰী লয। অসম চৰকাৰৰ ফেলোশ্বিপ লৈ ১৯৪৯ চনত সুদুৰ আমেৰিকাৰ কলম্বিয়া ইউনিভাৰ্চিতিলৈ যায় উচ্চ ডিগ্ৰী লাভাৰ্থে। ১৯৫২ চনত কলম্বিয়া বিশ্ববিদ্যালযৰ পৰা 'Role of Mass communication in India's Adult Aducation'ত ডক্টৰেট ডিগ্ৰীলৈ স্বদেশলৈ প্ৰত্যাবৰ্তন কৰে। গুৱাহাটীৰ পৰা নিউইয়ৰ্কলৈ যাওঁতে আৰু তাৰ পৰা প্ৰত্যাবৰ্তন কৰোঁতে বাটত আৰু পিছৰ কালতো গীত গাবলৈ যোৱাত বিশ্বৰ বিখ্যাত বিখ্যাত ঠাই বোৰ ভ্ৰমণ কৰি বিখ্যাত শিল্পী-সাহিত্যিক. ৰাজনীতিক, সাংবাদিকৰ সান্নিধ্য লাভ কৰে আৰু সেই ঠাইৰ শিল্প সাহিত্য-সংস্কৃতি, ৰাজনীতি অৰ্থনীতি সমাজনীতিৰ বিষয়ে অধ্যয়ন কৰি জ্ঞান লাভ কৰে। তেওঁ হৈ পৰে বিচিত্ৰ পৃথিৱীৰ বিচিত্ৰ সুখ দুখ, হাঁহি অশ্ৰুৰ বিচিত্ৰ ভঁৰাল। যাযাবৰ হলেওঁ তেওঁ লক্ষ্যহীন নহয। তেওঁৰ লক্ষ্য হ'ল –দুখীয়া, দুৰ্বল, অসহায়, শোষিত, মুমূৰ্ষুজনৰ মুখত যাতে এধানিমান হ'লেও হাঁহি বিলাব পাৰে। তাৰ বাবে তেওঁ ওৰেটো জীৱন গীত গাই আহিছে। তেওঁ কয়, 'মই' শব্দটোৰে বিশ্বৰ সকলো 'যাযাবৰ' বা বন্ধনত থাকিও যাযাবৰী মনৰ সকলোকে প্ৰতিনিধিত্ব কৰিছে।'

মই এটি যাযাবৰ, মই এটি যাযাবৰ
ধৰাৰ দিহিঙে দিপাঙে লৱৰোঁ
নিৰ্বিচাৰি নিজা ঘৰ ।
মই লুইতৰ পৰা মিচিচিপি হৈ ভল্‌গাৰ ৰূপ চালোঁ
অটোৱাৰ পৰা অষ্ট্ৰিয়া হৈ পেৰিছ সাৱটি ল'লোঁ
মই ইলোৰাৰ পৰা পুৰণি ৰহণ চিকাগোলৈ' কঢ়িয়ালোঁ
গালিবৰ শ্বেৰ দুশ্বম্বেৰ মিনাৰত শুনা পালোঁ;
মাৰ্কটোৱেনৰ সমাধিত বহি গৰ্কীৰ কথা ক'লোঁ ।
বাৰে বাৰে দেখোঁ বাটৰ মানুহো আপোন হৈছে বৰ । সেয়ে, মই যাযাবৰ
বহু যাযাবৰ লক্ষ্যবিহীন; মোৰ পিছে আছে পণ
ৰঙৰ খনি য'তেই দেখিছোঁ; ভগাই দিয়াৰ মন ।
মই দেখিছোঁ অনেক গগণচুম্বী অট্টালিকাৰ শাৰী
তাৰ ছাঁতেই দেখিছোঁ কতনা গৃহহীন নৰ-নাৰী
মই দেখিছোঁ কিছু ঘৰৰ সমুখ বাগিচাৰে আছে ভৰি
আৰু দেখিছোঁ মৰহা পাপৰি অকালতে পৰা সৰি ।
বহু দেশে দেশে গৃহ দাস দেখি চিন্তিত হওঁ বৰ
মনৰ মানুহ বহুতেই দেখোঁ ঘৰতে হৈছে পৰ ।
সেয়ে, মই যাযাবৰ

ৰচনা ঃ কলকাতা, ১৯৬৮

# মই সপোন পুৰীৰ

কল্পনা বিলাসিতা ৰোমাণ্টিক সাহিত্যৰ অন্যতম লক্ষণ। ৰোমাণ্টিক কবি সকলে সাধাৰণৰ মাজতো অসাধাৰণ, এনেয়ে পৰি থকা বা নিত্য দৃশ্যমান অতি সাধাৰণ বস্তুৰ মাজতো অসীম সৌন্দৰ্য্যৰ সন্ধান পায়। সুন্দৰৰ সাধনাৰে কল্পলোকৰ বস্তুকো বাস্তৱত প্ৰতিপন্ন কৰাৰ প্ৰয়াস কৰে। প্ৰকৃতি প্ৰীতি আৰু প্ৰেমও ৰোমাণ্টিক সাহিত্যৰ অন্যতম লক্ষণ। সাধাৰণ মানুহৰ দৃষ্টিত দুখ-বেদনা-কষ্টৰে ভৰা জগতখন ৰোমাণ্টিক কবিৰ আল্পনাত অপৰূপ জগত হৈ ধৰা দিয়ে। জোন-বেলি-তৰাৰে সৈতে তেওঁলোকে কথা পাতে, মলয়াত উৰি ফুৰে, পখিলাৰ সতে নাচে, ৰামধেনুৰ ৰঙেৰে ধৰা ৰঙীন কৰাৰ স্বপ্ন দেখে, সাধাৰণ মানুহে কৰিব নোৱাৰা অসাধ্য সাধন কৰাৰ প্ৰয়াস কৰে। জগতৰ সৌন্দৰ্যই যেন তেওঁলোকক হাত বাউলি মাতে সুন্দৰৰ সাধনাত নিমগ্ন হ'বলৈ, —সুন্দৰৰ সাধনাৰে জগত সুন্দৰ কৰিবলৈ -মানুহৰ মাজত প্ৰেমৰ মন্ত্ৰ ধ্বনিত কৰিবলৈ।

মই সপোন পুৰীৰ ৰূপ কুঁৱৰী
হাতত মৃণালৰে খাৰু
তা' কাণত পদুমৰে কেৰু
পখিলীৰ স'তে মই ৰঙা ৰঙা পাখিৰে
মলযাত উৰি ফুৰোঁ।

হাতত মৃণালৰে খাৰু
অ' কাণত পদুমৰে কেৰু
ৰ[illegible]ৰ বিহাৰ আঁচলেৰে
সাগৰৰ মুকুতা আনো
পুৱাৰ সুৰুযৰ ৰঙা ৰ'দাখিনিলৈ
উষাক ৰাঙলী কৰোঁ।

অপৰূপ জগতৰ ৰজাৰ কোঁৱৰ
সুৰুযৰ স'তে আহি
কাণে কাণে কৈ যায়
'তুমি মোৰ, তুমি মোৰ'
তুমি মোৰ বুলি
অ' হাতত মদনৰে বেণু।

ৰচনা : কলিকতা ১৯৬৮ চন

# লুইতৰ বলিয়া বান

লুইতখন অসমীয়াৰ বুকুৰ আপোন । ড০ হাজৰিকাদেৱে লুইতক লৈ অনেক গীত ৰচিছে । কেতিয়াবা দুৰ্নীতি ভ্ৰষ্টাচাৰেৰে ভৰা সমাজখন উটুৱাই নি নিকা নকৰাৰ বাবে ক্ষোভত গালি পাৰিছে; কেতিয়াবা লুইতৰে মোৰ ঘৰ বুলি নিজকে চিনাকি দিছে, কেতিয়াবা লুইতে মোৰ পৰ বুলি কৈছে । মুঠৰ ওপৰত লুইতখন যেন ড০ হাজৰিকাৰ গীতৰ সমল । এই গীতটোত সুৰাৰোপ কৰি শিল্পী জয়ন্ত হাজৰিকাই ১৯৭৭ চনত বান পীড়িত লোকৰ সাহায্যৰ উদ্দেশ্যে গঠন কৰা সুৰ বাহিনীত গাই ফুৰিছিল । সৃষ্টিৰ অধিকাৰী ব্ৰহ্মা । ব্ৰহ্মাৰ পুত্ৰ ব্ৰহ্মপুত্ৰ । ব্ৰহ্মপুত্ৰৰ আন এটা নাম লুইত । বড়োসকলে ব্ৰহ্মপুত্ৰক 'বল্লমভুখুৰ' বুলিছিল । 'বল্লমভুখুৰ'ৰ পৰাই ব্ৰহ্মপুত্ৰ নাম হোৱা বুলি বিষ্ণুৰাভাৰ লিখনিত পোৱা যায় । জীৱ সৃষ্টিৰ প্ৰথম উপাদানেই হ'ল পানী । যিজন সৃষ্টিৰ হোতা তেওঁৱেই পিতৃ । কিন্তু জীৱনদায়িনী পানীয়েই যেতিয়া কালৰূপ ধৰি সংহাৰ কৰি যায় তেতিয়া জীৱ শ্ৰেষ্ঠই লুইতক সন্মান যাচি দুহাত সাবটি চাই থাকিব জানো ? প্ৰতিবছৰে লুইতৰ বানে ঘৰ-বাৰী, শস্য-পথাৰ, মানুহ জীৱ-জন্তু উটুৱাই নিয়ে; চালে পানী কাটি যায় । ঘৰৰ মুধচত বহি কাউৰী-শগুণে আৰাৱ কৰে, হুদুৰে ভেটি-মাটি খুন্দে । সেয়েহে তেওঁ হিৰ্ হিৰ্ শৱদে কালৰূপ ধৰি লৈ কাকনো বাৰে বাৰে খেদিছ বুলি গৰজি উঠিছে । ব্ৰহ্মপুত্ৰৰ বানৰ তাণ্ডৱ হোৱাৰ কাৰণ বহুতো । যোৱা বৰ ভূঁইকপৰ পিছত ব্ৰহ্মপুত্ৰৰ তলি হেনো উদং হৈ যায় । কিন্তু লুইতৰ বান-সমস্যাক অসমে অকলে সমাধান কৰিব নোৱাৰে । ইযাৰ বাবে চীন, বাংলাদেশ আৰু ভাৰত চৰকাৰৰ সহযোগিতাৰ আৱশ্যক । আফ্ৰিকাৰ ছাহাৰা মৰুভূমিক নীল নদীয়ে সেউজ কৰাৰ দৰে উন্নত বিজ্ঞান-প্ৰযুক্তিৰ সহায়ত ব্ৰহ্মপুত্ৰত বান্ধ দি বিদ্যুৎ উৎপাদন, জলসিঞ্চন আদিৰ দ্বাৰা তিনিও দেশৰ কৃষি, উদ্যোগ, বাণিজ্যৰ ৰং সলাই ন ৰূপ দিব পাৰে । সেয়েহে ড০ হাজৰিকাদেৱে সহস্ৰ হাতেৰে দুপাৰ বান্ধিম, তোৰ এই শক্তিক কাঢ়ি আনি তোকেই আমাৰ ভৃত্য কৰিম বুলি কৈছে ।

লুইতৰ বলিয়া বান
তই ক'লৈনো ঢাপলি মেলিছ ?
হিৰ্ হিৰ্ শৱদে কাল ৰূপ ধৰি লৈ
কাকনো বাৰে বাৰে খেদিছ ?
লুইতৰ বুকু হেনো বাম হৈ গ'ল
গভীৰতা হেনো কিছু নোহোৱা হ'ল
বান তই সেয়ে হেনো অলিয়া বলিয়া হৈ
দুয়ো পাৰে উপচি পৰিছ ।
বান তই টিঘিল নিঘিলাবি
আশাৰে কঠিয়া নুটুৱাবি,
শিশুবধ ভাওনা নাপাতিবি
ঘৰৰে চালতে শগুণক বহুৱাই
মৰণৰ সবাহ নাপাতিবি ।
লুইতৰ পাৰতে জনম আমাৰ
পানীয়েই পিতৃ শক্তি আমাৰ
সেই শক্তিৰেই বানক ৰুধিম
সহস্ৰ হাতেৰে দুপাৰ বান্ধিম
তোৰ এই শক্তিক কাঢ়ি কাঢ়ি আনি

# শ্বিলঙৰে গধূলি

**শ্বিলং**, এখন পাহাৰীয়া স্বাস্থ্যকৰ ঠাই ; উত্তৰ-পূৱৰ ভূ-স্বৰ্গ । মেঘ আৰু কুৱলীয়ে সাৱটি থকা শাৰী শাৰী সেউজীয়া সৰল গছ, ওখ ওখ নীলা-সেউজীয়া পাহাৰ, নিজৰা, জান-জুৰি, হো হো জলপ্ৰপাতৰ অপৰূপ সৌন্দৰ্য্যৰাশিৰে সুসজ্জিতা আৰু সেমেকা জলবায়ু আদি নানা গুণে বিভূষিতা শ্বিলং প্ৰকৃতিদেৱীৰ যেন অতি মৰমৰ জী । কেইবছৰমান আগলৈকে শ্বিলঙৰ ওচৰৰ চেৰাপুঞ্জী আৰু মৌচিনৰাম পৃথিৱীৰ ভিতৰতে সবাতকৈ বৰষুণ হোৱা ঠাই ৰূপে পৃথিৱী বিখ্যাত আছিল । পাহাৰৰ গছ বন কাটি তহিলং কৰাত এতিয়া বৰষুণৰ পৰিমাণ কমি গ'ল; জলবায়ু সলনি হোৱাত ঠাণ্ডাও বহু পৰিমাণে কমিল । পূৰ্বৰ বৰ অসম খণ্ডিত হৈ আজিৰ মেঘালয় ৰাজ্য গঠন হোৱালৈকে শ্বিলং অসমৰ ৰাজধানী আছিল । সেয়েহে, আজিও শ্বিলং প্ৰতিজন অসমীয়াৰ প্ৰাণৰ আপোন। ড০ ভূপেন হাজৰিকাদেৱৰ শ্বিলংখন তেনেই আপোন । তেওঁৰ কৈশোৰ-যৌৱনৰ ৰোমাঞ্চকৰ মুহূৰ্তবোৰ শ্বিলঙতেই অতিবাহিত কৰিছে । তেওঁৰ যৌৱন, ৰাজনৈতিক জীৱন, সাংস্কৃতিক জীৱনৰ সেই মধুময় স্মৃতিবোৰে মাজে মাজে তেওঁক আমনি কৰে । সেই স্মৃতিবোৰ সজীৱ কৰি ৰখাৰ বাবে, তাৰ সোৱাদ আনকো দিবৰ বাবে আৰু পাহাৰ ভৈয়ামৰ সম্প্ৰীতি অটুট ৰখাৰ বাবে শ্বিলঙৰ পটভূমিত তেওঁ অনেক গীত ৰচি পৰিবেশন কৰিছে । এই গীতটিও তেওঁৰ শ্বিলঙৰ সোণালী সোঁৱৰণীৰ গীত। ৰাজনৈতিক কাৰণজড়িত ভৌগোলিক পৰিসীমাৰে অসম মেঘালয় খণ্ডিত হ'লেও শ্বিলঙৰ প্ৰতি এতিয়াও প্ৰাণৰ কোহে কোহে শিপাই আছে প্ৰতিজন অসমীয়াৰ মৰম। প্ৰেমৰ মধু সুবাস সিঁচৰিত এই গীতটি শ্বিলঙৰ শৰত সন্ধিয়াৰ মোহনীয় প্ৰাকৃতিক দৃশ্যাৱলী, ৰঙীন চহৰাঞ্চল, মুনিচুনি বেলিকাৰ দূৰৈৰ ওখ চাপৰ খাচী গাওঁ, অকণি জোনাকী পৰুৱা আদিৰ সুমিষ্ট বৰ্ণনাৰে যেন শিল্পীৰ লাহী হাতৰ পৰশত প্ৰাণ পোৱা এখন অনুপম ছবিহে ।

শ্বিলঙৰে গধূলি
সপোন চহৰৰ মৰমী শৰতৰ
সোঁৱৰণী সোণালী

ৰঙীণ বজাৰ পাৰ হৈ হৈ
শুদাকৈ ভৰিৰে দূবৰি গছকি গৈ
সৰু সৰু জিৰ্‌জিৰীয়া নিজৰাৰ পাৰতে
হাঁহি হাঁহি তুমিয়ে ময়ে সিদিনা
পৰিব যে খুজিছিলোঁ পিছলি ।

লাহে লাহে এন্ধাৰ হ'ল
দূৰণিৰ খাচী গাওঁখন,
তুমি আৰু ময়ে মিলি
দুয়োতেই হ'লো মগন ।
দুটি মন নিজৰাৰ জলধি হৈ
ওখকৈ সৰলৰ বননি দিলে বুৰাই
যেন উৰি উৰি উৰি উৰি ফুৰা
জোনাকী পৰুৱাই হাঁহি হাঁহি জোকালে
আমি হেনো উটি ফুৰা
দুটি মিঠা শৰতৰ শেৱালি ।

শ্বিলং : পাইনউড হোটেল, ১৯৬৮

# সময়ৰ অগ্ৰগতিৰ পক্ষীৰাজত উঠি

সময় নৈ বৈ যায়, মাথোঁ বৈ যায় । কালৈকো উভতি নেচায় । প্ৰত্যেক মানুহৰে জীৱনৰ একোটা লক্ষ্য থাকে । লক্ষ্যহীন জীৱন মাজ পানীত বৈ থকা গুৰিয়ালহীন নাওৰ দৰে। জীৱনৰ লক্ষ্যত উপনীত হ'বলৈ হ'লে মানুহে বহুতো ত্যাগ কৰিব লাগে । বহু বাধাৰ হেঙাৰ ভাঙি, ঘাত প্ৰতিঘাত নেওচি, পোৱা নোপোৱাৰ হিচাব নাৰাখি একাগ্ৰতা, সততা, ন্যায়, সাহসিকতাৰে সময়ৰ খোজত খোজ মিলাই আগবাঢ়িলে বহু ঘাম, বহু অশ্ৰুৰ বিনিময়ত নিশ্চিতভাৱে এদিন তেওঁ লক্ষ্যত উপনীত হ'বই হ'ব। এই গীতটিত ড০ হাজৰিকাদেৱে সহাস্য বদনে নিজ প্ৰাণৰ কথা ব্যক্ত কৰিছে । সময়ৰ অগ্ৰগতিৰ পক্ষীৰাজত উঠি তেওঁ সুন্দৰৰ নতুন দিগন্তৰ পিনে ধাৱমান হৈছে, উদ্দেশ্য– সাধনাত সফলতা বা জ্যোতি; যি জ্যোতিয়ে জীৱন জিলমিলায়। তেওঁ হতাশা নিৰাশাক প্ৰশ্ৰয় নিদি, পোৱা নোপোৱাৰ বাবে আক্ষেপ নকৰি, বাধাৰ হেঙাৰ ওফৰাই লক্ষ্যৰ নতুন দিগন্তৰ পিনে ধাৱিত হ'ল। এই যাত্ৰাত সাৰথি হ'ল সত্য। অৱশেষত, বহু সাধনাৰ বলত লক্ষ্যৰ নতুন দিগন্তত সুন্দৰৰ সূৰ্যৰ সন্ধান পালে, যাৰ জ্যোতিত পৃথিৱী হয় জিলমিল। আৰু সেই জ্যোতিৰে মাথোঁ তেওঁ নিজে আলোকিত নহৈ শোষিত, পীড়িত, নিৰ্যাতিত, মুমূৰ্ষুজনৰ মাজতো বিলাই দি তেওঁলোকৰ ওঁঠতো হাঁহি বিৰিঙালে। মনে বিচৰাখিনিৰ সন্ধান পোৱাত তেওঁ আপ্লুত হ'ল আৰু মানুহৰ গীত ৰচিবলৈ আৰু গাবলৈ উৎস বিচাৰি পালে। গায়ক গীতিকাৰ ড০ হাজৰিকাদেৱে কয়, " পোৱা নোপোৱাৰ মাজেৰে সংগ্ৰাম কৰি গৈ থাকিলে সত্য সাৰথি হয় ।" বিশ্বৰ প্ৰতিজন মানুহে এনেদৰে জীৱন পথত বাট বুলিলে সফলতাৰ শিখৰত আৰোহণ কৰিব পাৰিব।

সময়ৰ অগ্ৰগতিৰ
পক্ষীৰাজত উঠি
যাওঁ মই নতুন দিগন্তলৈ
হাঁহি মুখে, হাঁহি মুখে ।
জ্যোতিক শিৰত তুলি
আহে দিন, বাজে বীণ
নিৰাশা বিহীন
নাই আক্ষেপ কোনো
পোৱা নোপোৱাৰ
সমুখত পোহৰৰ জ্বলন্ত জোৱাৰ ।
সত্যক সাৰথি কৰি
আহে দিন, যায় দিন
বিৰাম বিহীন,
উৰন্ত মনে মোৰ, নেমানে হেঙাৰ
হেঙাৰেই কৰে মোক
মিঠা উপকাৰ ।
সুন্দৰ সূৰ্য্য ধিয়াই
নাচে মন নাচে প্ৰাণ
আশংকা বিহীন
জীৱন্ত সুৰে মোৰ তোলে ঝংকাৰ
গঢ়ি নৱ উৎস, গীতিকা গোৱাৰ ।

কলিকতা, ১৯৬৮

# সেন্দুৰ সেন্দুৰ ফোঁটটিয়ে

আনৰ দৃষ্টি গোচৰ নোহোৱা অতি সামান্য বস্তু এটাতো ৰোমাণ্টিক কবি, গীতিকাৰ সকলে সৌন্দৰ্য্য বিচাৰি পায়। পাতগাভৰু ছোৱালী এনেয়েই দেখিবলৈ সুন্দৰী। তাতে আকৌ যদি কপালত ধুনীয়া ৰঙা ফোঁট এটি আঁকি দিয়া যায় তেতিয়া ৰূপে বিনন্দীয়া হয়। গায়ক গীতিকাৰ ড০ ভূপেন হাজৰিকাদেৱে কয়,– কপালত আঁকি দিয়া ফোঁটটিয়েই যেনিবা গাভৰুজনীৰ লাহি কপালত আলফুলে মৰম আঁকি দিছে আৰু মৰম দি আনন্দত আপ্লুত হৈ পৰিছে ! পাত গাভৰুৰ গোলাপী গালত বিন্দু বিন্দু ঘাম বিৰিঙি উঠিলে দেখিবলৈ অতি মোহনীয় হয়। কোমল গালৰ ওপৰেদি অকাই পকাই ঘামবোৰে বৈ গৈ এনেভাবে তৃপ্ত হয় – ঠিক যেন প্ৰেমিকে প্ৰেয়সীৰ গালত কোমল পৰশ দি পোৱা আনন্দৰ দৰে। পাহাৰৰ চূড়া যেন পাত গাভৰুৰ উঠন বুকু, লাহি ককাল, বেঁকা চাৱনি আদিতো অপূৰ্ব সৌন্দৰ্য্য প্ৰস্ফুটিত হয়। প্ৰথম প্ৰেমত পৰা পাত গাভৰুৰ লাজতে কাণ মূৰ ৰঙা চিঙা পৰে, মুখেৰে একোকে কব নোৱাৰে। কিবা সুধিলে মাথোঁ তলমুৱা হৈ ভৰিৰ বুঢ়া আঙুলিৰ নখেৰে মাটি লেখে ! এই দৃশ্য অতি মনোৰম। প্ৰথম প্ৰেমত পৰা গাভৰুৰ হিয়া উৰু উৰু মন দুৰু দুৰু হয়। প্ৰিয়তমক কাষতে পাব বিচাৰে। যেতিয়া প্ৰিয়তম বিদায় লব খোজে, বা প্ৰিযতমে কিবা সুধিলে তেতিয়া অভিমানী প্ৰিয়াৰ চাৱনি সজল সজল হয়। সুবিধা পালেই সেই কাজল ৰঙৰ নৈখনে পাৰ ভাঙি বয়। এই দৃশ্য আৰু অধিক উপভোগ্য। নাৰীদেহৰ প্ৰতি অঙ্গে অঙ্গে অপূৰ্ব ৰূপ সৌন্দৰ্য্য বিৰাজমান। সৌন্দৰ্য্য পিয়াসী সকলৰ পৃথিৱীৰ যিকোনো বস্তুতে সৌন্দৰ্য্য দৃষ্টি গোচৰ হয়। ড০ হাজৰিকাদেৱও এজন সৌন্দৰ্য্য পিপাসু লোক। এই গীতটিত তেওঁৰ পাত গাভৰুৰ ৰূপৰ বৰ্ণনাত শিল্পী সুলভ মনৰ সুন্দৰ পৰিস্ফুৰণ ঘটিছে।

সেন্দুৰ সেন্দুৰ ফোঁটটিয়ে
পাত গাভৰুৰ কপালতে
সলাজ মৰম আঁকি দি
কি যে সোৱাদ পায;
মই আজিও নুবুজোঁ।

গোলাপ গোলাপ গালতে, নিয়ৰৰে ঘামবোৰে
অকাই -পকাই বৈ গৈ কি যে সোৱাদ পায়,
মই আজিও নুবুজোঁ।

নিলাজ নিলাজ ভংগিমাৰে, পাহাৰৰে চূড়াবোৰে
নিজৰাক জোকাই জোকাই কি যে সোৱাদ পায়
মই আজিও নুবুজোঁ।

কপাহ কপাহ মেখেলাই, ঢাকি থোৱা নখেৰে
ধূলিত ছবি আঁকি তাই কি যে সোৱাদ পায়
মই আজিও নুবুজোঁ।

সজল সজল চাৱনিৰে, কাজল ৰঙৰ নৈখনে
কোমল মেঘক কন্দুৱাই কি যে সোৱাদ পায়
মই আজিও নুবুজোঁ; বুজিও নুবুজোঁ।

গুৱাহাটী, ১৯৬৮ চন।

# অসম আমাৰ ৰূপহী

"মেৰে দেশকী ধৰতী সোণা উগালে উগালে হীৰে মোতী"ৰ লেখিয়া অসম ৰত্ন ড০ ভূপেন হাজৰিকাদেৱৰ এই গীতটি শুনিলে প্ৰতিজন অসমীয়াৰ মাতৃভূমিৰ প্ৰতি শ্ৰদ্ধা-ভক্তি আৰু স্নেহত হিয়া বিগলিত হয়। ভাৰতৰ পূৱ-প্ৰান্তৰ সূৰ্য্য উঠা দেশ অসম। পাহাৰে ভৈয়ামে, নৈ-জান-জুৰিয়ে, গছে-বনে, পাতে-পল্লৱে, ফুলে-ফলে অসম ৰূপত ৰহণ চৰা। বৰাক-লুইতৰ দুপাৰে বিস্তীৰ্ণ সেউজীয়া ধাননি, চাহ বাগিছা আৰু নীলা-সেউজীয়া পাহাৰেৰে অসমৰ অন্য নাম 'সেউজী দেশ'। অসমৰ হাবিৰ নানা জীৱ-জন্তু, চৰাই-চিৰিকতি, সুগন্ধি কাঠ, নানা ঔষধিযুক্ত উদ্ভিদ আৰু বিশেষকৈ এশিঙিয়া গঁড় অমূল্য সম্পদ। প্ৰকৃতিদেৱীৰ মহান অৱদান অসমৰ ভূগৰ্ভ পনীয়া সোণ, কলা সোণেৰে ভৰা। এই মাটিতেই এতিয়াও পৰি আছে শত-সহস্ৰ বীৰ-বীৰাঙ্গনাৰ পদ চিহ্ন! অসমৰ অস্তিত্ব অটুট ৰখাৰ বাবে শত-সহস্ৰ শ্বহীদৰ ৰঙা তেজেৰে সিক্ত এই মাটি! সেয়েহে উৰিষ্যাত থাকিও লক্ষ্মীনাথ বেজবৰুৱাইও এদিন জনমভূমিৰ কথা মনত পৰাত শিহঁৰিত হৈ 'ক'ত এনে পকা থেকেৰা, ক'ত এনে বিহু?' বুলি ডবা-শঙ্খ-মৃদং-খোল বজাই অসমৰ জয়গীতি গাবলৈ কৈছে। বহাগত ৰঙালী বিহুটিত অসমী আই ৰঙতে নাচে আৰু মাঘত 'লখিমী উৎসৱ' ভোগালী বিহু পাতে। বছৰৰ ছটা ঋতুত অসমী আইয়ে বিচিত্ৰ সাজেৰে সজ্জিত হয়। বিশেষকৈ অসমৰ শৰৎ কাল অতি মোহনীয় আৰু আৰামদায়ক। উল্লেখযোগ্য যে, ড০ হাজৰিকাদেৱে বৰ্ণনা কৰা এই অসম বৰ্তমানৰ উত্তৰ-পূৰ্বাঞ্চল। নলিনী বালা দেৱীয়ে 'মুদিম আকৌ চকু তোমাৰ কোলাতে শুই জীৱনৰ শেষ সন্ধিয়াত' বুলি কামনা কৰাৰ দৰে ড০ হাজৰিকা দেৱেও 'ক'ত পাম এনে মধুৰ ৰূপৰ সমাৱেশ' বুলি বিস্মিতহৈ যাযাবৰী জীৱনত দিহিঙে দিপাঙে লৰবি ফুৰিলেওঁ 'জন্ম ললোঁ ইয়াতেই ইয়াতে যেন মৰোঁ' বুলি জীৱনৰ শেষ নিশ্বাসটো অসমতেই কঢ়াৰ ইচ্ছা প্ৰকাশ কৰিছে। আহ! স্বদেশ, স্বজাতি প্ৰেমৰ কি নমুনা!

অসম আমাৰ ৰূপহী, গুণৰো নাই শেষ
ভাৰতৰে পূৰ্ব দিশৰ সূৰ্য উঠা দেশ।
গোটেই জীৱন বিচাৰিলেও
অলেখ দিৱস ৰাতি
অসম দেশৰ দৰে নেপাওঁ
ইমান ৰসাল মাটি
অ' চিৰ বিনন্দীয়া তোমাৰ সেউজ পৰিবেশ। ভাৰতৰে পূৰ্ব ......।
বহাগতে আমাৰে আই
মহুৱা হৈ ঘূঁৰে
মাঘত সোণৰ হাতেৰে
লখিমী আদৰে
শৰৎ নিশাই তৰাৰে সজায় আইৰে কেশ। ভাৰতৰে পূৰ্ব .....।
পাহাৰ ভৈয়াম একে কৰা ৰামধেনুৰেই দৰে
তোমৰ ভাষাৰ মৰমবোৰে মিলন সেতু গঢ়ে
লৌহিত্যৰে ৰহল পাৰত প্ৰণিপাত কৰোঁ
জন্ম ললোঁ ইয়াতেই, ইয়াতে যেন মৰোঁ
ক'ত পাম এনে মধুৰ ৰূপৰ সমাৱেশ
ভাৰতৰে পূৰ্ব দিশৰ সূৰ্য্য উঠা দেশ।

ৰচনা ঃ বোম্বাই, ১৯৬৯

# আনৰ কাৰণে জীৱন শলিতা

এহাল কামবিহ্বল নীৰিহ কপৌৰ প্ৰতি ব্যাধৰূপী দুষ্কৃতিকাৰীৰ দ্বাৰা যি অমানৱীয় কাৰ্য সম্পন্ন হ'ল সেই কাৰুণ্য আৰু ধ্বংসোত্মক দৃশ্য প্ৰত্যক্ষি বাল্মীকিৰ হৃদয়ত অন্তঃসলিলা ফল্গুৰ দৰে নিৰৱধি বৈ থকা মানৱ প্ৰেমৰ নৈখন উতলি উঠিল। এপলকো পলম নোহোৱাকৈ তেওঁৰ ওঠেদি বৈ আহিল 'মা নিষাদ প্ৰতিষ্ঠাং তমগমঃ শ্বাস্বতীসমাঃ যৎ ক্ৰৌঞ্চমিথুনাদেকমধবী কামমোহিতম্' পৃথিৱীৰ প্ৰথম কাব্য সাহিত্যৰ প্ৰথম শ্লোকটো। যিশু, হজৰতেও মৃত্যু ভয়কো কেৰেপ নকৰিলে কেৱল জন কল্যাণৰ হকে। চক্ৰেটিচৰ বিষপাণ আৰু গেলিলিওৰ মৃত্যুও একে কাৰণতে হৈছিল। গতিকে দেখা যায় পৃথিৱীৰ সৃষ্টিশীল মহামনিষী সকলে জন হিতৰ বাবে নিজৰ জীৱনকো তুচ্ছ জ্ঞান কৰিছিল। শিল্পীসকল স্ৰষ্টা, দূৰদ্ৰষ্টা আৰু সমাজৰ দিগদৰ্শক । একোজন চিত্ৰকৰৰ একোখন পটে এখন সমাজক ধ্বংসৰ গৰাহৰ পৰা উদ্ধাৰি শান্তি প্ৰতিস্থা কৰি প্ৰগতিৰ পথেৰে আগুৱাই লৈ যায়। ক্ষুদ্ৰ স্বাৰ্থৰ বিপৰীতে ইয়াৰ ফলত হোৱা মানুহৰ উপকাৰ, সুখ-শান্তি-সমৃদ্ধি দেখি সেই মহাত্মা সকলে শান্তিৰ সৰগত বাস কৰে। কিন্তু আত্মভোলা অনেক শিল্পী আছে যি সকলে এমুঠি ভাত, এখন বস্ত্ৰ বা দৰবৰ অভাৱত তিল তিল কৈ মৃত্যু বৰণ কৰে; ইয়াৰ প্ৰত্যক্ষ উদাহৰণ হ'ল লোকশিল্পী মোহন ভাওৰীয়া। আমাৰ সমাজে গুণীৰ গুণৰ মোল নুবুজে ! আজিকালি চৰকাৰে নিৰ্বাচিত কিছুমান শিল্পীক 'শিল্পী পেনচন' দিয়ে যদিও সি তেনেই সামান্য। কিছুমানক আকৌ জীৱনজোৰা সাধনাৰ স্বীকৃতি স্বৰূপে মুমূৰ্ষু অৱস্থাত বা মৰণোত্তৰ ভাৱে বঁটা, উপাধি প্ৰদান কৰে। গায়ক গীতিকাৰ ড০ ভূপেন হাজৰিকাদেৱেও দেশৰ আৰু দহৰ মঙ্গলৰ বাবে ওৰেটো জীৱন গীত গাই আহিছে। হয়তো তেওঁৰো মনৰ কোনোবা এটি চুকত কেতিয়াবা কোনো কাৰণত এধানি আক্ষেপ, অৱসাদে ঠাই দখল কৰে ! তেতিয়া তেওঁ এনে গীত ৰচিবলৈ ভাষা বিচাৰি পায়। তেওঁ কয়, 'আনক আনন্দ দিওঁতে শিল্পীয়ে নিজক তিল তিলকৈ মাৰে; তাৰ উল্লেখ জানো মোৰ গীতত নেথাকিব ?"

আনৰ কাৰণে
জীৱন শলিতা
কিমান জ্বলাবা আৰু !
আৰু কিমান বাকী আছে ।
আনৰ কাৰণে কলিজাৰ তেজ
কিমান ঢালিবা আৰু !
আৰু কিমান বাকী আছে ।
নিজৰ কাৰণে ভাবিবলৈ আহৰি
নাই নাই নাই তোমাৰ !
সোঁৱৰালোঁ শতবাৰ ।

প্ৰতি উৰা শোণিতেৰে
কত পট আঁকা
সেই পটে তোমাকে
নিঃশেষ কৰি নাচে
আনৰ কাৰণে কলিজাৰ ৰং
কিমান ঢালিবা আৰু !
আৰু কিমান বাকী আছে ।

বোলছবি ঃ চিক্‌মিক বিজুলী, ১৯৬৯

# এটুকুৰা আলসুৱা মেঘ

শৰতৰ আকাশত ইফালৰ পৰা সিফাললৈ উৰি যোৱা চঞ্চল শুকুলা মেঘৰ টুকুৰাবোৰে অনেকৰে (প্ৰেমিক-প্ৰেমিকাৰ ) হিয়া চঞ্চলাধীৰ কৰে । সন্ধিয়া বাট-পথ, বাসগৃহ, বা দোকান-বজাৰৰ বৰণীয়া বিজুলী চাকিৰ জিলমিল আলোকত স্বৰ্গৰ অপ্সৰীজনী যেন হৈ পৰে গুৱাহাটী মহানগৰী ! বিশেষকৈ, শৰৎ সন্ধিয়াৰ মহানগৰীৰ সৌন্দৰ্য্য অনুপম। এনে এটি শৰত সন্ধিয়াত শৰৎ প্ৰেমী ড০ হাজৰিকাদেৱ এদিন নিজৰাপাৰৰ নিজ বাসগৃহৰ খিৰিকী মুখত বহি আনমনা হৈ নৈসৰ্গিক শোভাৰাশিৰ মাজত বিলীন হৈ গৈছিল । তেওঁ দেখিবলৈ পালে বিজুলী তাঁৰবোৰত ওলমিথকা টুপটুপ্ নিয়ৰ টোপালবোৰ বিজুলী বাতিৰ পোহৰ পৰি তিৰ্‌বিৰ্ কৰিছে । নিয়ৰ টোপালবোৰ যেন একো একোখন আইনা। সেই আইনাত প্ৰতিবিম্বিত বিশেষ এখন মুখৰ প্ৰতিচ্ছবি দেখি তেওঁৰ মন অনুৰাগেৰে ভৰি পৰে ! তেতিয়া মহানগৰীৰ এক প্ৰকাৰ মিছলীয়া মৰমত কাৰাৰুদ্ধ হাজৰিকাদেৱৰ সঁচা হৃদয়ে সাৰ পায় । কালিদাসৰ শ্ৰেষ্ঠ সৃষ্টি 'মেঘদূত' কাব্যৰ নিৰ্বাসিত হৈ ৰামগিৰি পৰ্বতত থকা যক্ষৰ দৰে আবেগত চটফটায় তেওঁ প্ৰেয়সী বা পত্নীৰ সান্নিধ্য পাবলৈ, তেওঁৰ কুশল বাৰ্তা পাবলৈ বা নিজৰো কুশল বাৰ্তা প্ৰেৰণ কৰিবলৈ। কাৰণ, সেই সময়ত মনোমালিন্য হোৱাত পত্নী তেওঁৰ পৰা বহু নিলগত আছিল যদিও তেওঁৰ হৃদয় সাগৰ পত্নী প্ৰেমেৰে উপচি আছিল আৰু নিজান পৰত পত্নীৰ স্মৃতি ৰোমন্থন কৰি তেওঁলৈ বাট চাই ব্যাকুল হৈ পৰিছিল। বিৰহী যক্ষইও অলকাপুৰীত থকা তেওঁৰ পত্নী তেওঁৰ বিৰহত শুকাই খীনাই যোৱা বুলি অনুমান কৰি পত্নীলৈ তেওঁৰ কুশল বাৰ্তা প্ৰেৰণ কৰিবৰ বাবে মেঘক বাৰ্তাবহন কৰিবলৈ আবেদন কৰিছিল– 'হে মেঘ তুমি মোৰ কুশল বাৰ্তা তেওঁক জনোৱা গৈ'। মাদকতা সনা শৰৎ সন্ধিয়াৰ সেই ক্ষণত গায়ক-গীতিকাৰজনৰ আবেগ বিহ্বল মনটোও কল্পনা হ'ল; কাব্য ৰাণীয়ে তেওঁক আলফুলে আলিঙ্গন কৰিলে, ভাষাৰাণীয়ে ফুল সিঁচি দিলে । ইমান দিনে মানুহে প্ৰাকৃতিক সৌন্দৰ্য্যৰহে আৰাধনা কৰি আহিছিল । ড০ হাজৰিকাদেৱে এইবাৰ প্ৰাকৃতিক আৰু বিজ্ঞান প্ৰযুক্তিৰ সংমিশ্ৰণযুক্ত শৰৎ সন্ধিয়াৰ সেই অপূৰ্ব সৌন্দৰ্য্যাৱলী আৰু তেওঁৰ ভাৱৰাশিক সজীৱ আৰু যুগমীয়া কৰিবলৈ, তাৰ সোৱাদ শ্ৰোতাৰ মাজতো বিলাবলৈ বুলি তেওঁ হাতত কাপ তুলি ল'লে। ফলশ্ৰুতিত সৃষ্টি হ'ল কাব্যিক সমাহাৰেৰে সমৃদ্ধ মিঠা প্ৰেমৰ সুৰভিসনা এই ৰোমাণ্টিক গীতটি।

এটুকুৰা আলসুৱা মেঘ ভাঁহি যায়
মোৰো বনহংসই বাট হেৰুৱাই
মই আছোঁ শাৰদীয় খিৰিকী মুখত
বুকুৰে বিচৰাজনলৈ বাট চায় ।
বিজুলী চাকিৰ সৌ তাঁৰবোৰতে
নিয়ৰে ওলমি কিবা কথা পাতে
বিশেষ বিন্দুত অঁকা এখনি মুখে
এমুঠি অনুৰাগ দিছে ছটিয়ায় ।
মই এক যক্ষ মহানগৰীৰ
মিছলীয়া মৰমত কাৰাৰুদ্ধ
সোঁৱৰণী শ্ৰাৱণতে আৱদ্ধ
নিয়ন চাকিয়ে আজি চকু টিপিয়ায়
শৰৎ সন্ধ্যা মহানগৰী সজায়
(তাৰে) মাদকতা সানি আজি লিখিছোঁ চিঠি
চঞ্চল মেঘে যেন তাকে কঢ়িয়ায় ।

নিজৰা পাৰ, ২০ মেই, ১৯৬৯

# কি কৰোঁ কি কৰোঁ

**প্ৰেম** এক সহজাত প্ৰবৃত্তি। প্ৰেমৰ ঘৰ মানুহৰ কলিজাত। প্ৰেমহীন হৃদয় পাষাণ, চয়তানৰ নিবাস। প্ৰেমৰ উৎপত্তি কেৱল মানুহৰ হৃদয়তেই নহয় আকাশ-পাতাল-পৃথিৱী সমস্ত ভূমণ্ডলেই প্ৰেমৰ এনাজৰীৰে গঁথা। এক শ্ৰীকৃষ্ণই ষোল্ল শ গোপিনীৰ সতে কেলি (প্ৰেম) কৰাৰ দৰে এক সূৰ্যই মহাকাশৰ সমস্ত গ্ৰহ-উপগ্ৰহকে প্ৰেমৰ ডোলেৰে বান্ধি ৰাখিছে। আনকি জীৱ-জন্তু, চৰাই-চিৰিকতিকে ধৰি নৈসৰ্গিক জগতখনো প্ৰেম বতিয়াৰে গঁথা। যেনে, আকাশৰ প্ৰেম সাগৰৰ সৈতে, সূৰ্যৰ পৃথিৱীৰ সৈতে, ভেঁট ফুলৰ জোনৰ সৈতে, পদুমৰ বেলিৰ সতে, ফুলৰ ভোমোৰাৰ সৈতে ইত্যাদি। মানুহৰ হৃদয়ত যৌৱনত প্ৰেমৰ উন্মেষ ঘটে। অনেকৰে হৃদয়ত শৈশৱতে প্ৰেমৰ বীজৰ স্থিতি হয় আৰু যৌৱনত ই পূৰ্ণতা প্ৰাপ্ত হৈ ৰূপে ৰসে উজলি উঠে। আদাম ইভৰ দিনৰ পৰাই ইয়াৰ প্ৰবাহ হিয়াই হিয়াই একে ধাৰাৰে বৈ আছে আৰু বৈ থাকিব। কিন্তু প্ৰেম মানে কামনা নহয়; প্ৰেম স্বৰ্গীয় বস্তু। হিয়াৰ প্ৰতি হিয়াৰ যি নিঃস্বাৰ্থ আকৰ্ষণ, কোমল অথচ গভীৰ মিঠা, মাদকতা সনা পুলক ভৰা অনুভূতিয়েই প্ৰেম। এই গীতটিত গায়ক গীতিকাৰ ড০ হাজৰিকাদেৱে প্ৰেমৰ আকৰ্ষণ আৰু প্ৰেমৰ যন্ত্ৰণাৰ চটফটনি বা পোৰণি কেবাটাও উদাহৰণৰ দ্বাৰা সুন্দৰ ভাৱে স্পষ্ট কৰি দিছে। নাৰীৰ ৰূপৰ জুয়ে পুৰুষক তিল্ তিল্কৈ নিঃশেষ কৰি দিয়ে। আনকি ঋষি মুনিৰো তপ ভঙ্গ কৰে। এই জ্বালা ফেঁটী সাপৰ বিষতকৈও যন্ত্ৰণা দায়ক ব। কবিৰাজ হীন, দৰৱহীন জ্বৰৰ দৰে। সেয়েহে বিশ্বমিত্ৰ মুনিৰ কঠোৰ তপস্যাত ত্ৰস্তমান দেৱতাগণে তেওঁৰ তপস্যা ভঙ্গ কৰিবলৈ অস্ত্ৰৰূপে স্বৰ্গৰ অপ্সৰী মেনকাক পৃথিৱীলৈ প্ৰেৰণ কৰি তেওঁৰ তপ ভঙ্গ কৰাইছিল। এই গীতটিত প্ৰিয়াৰ প্ৰতি প্ৰেমিকৰ যি আকুলতা, বিহ্বলতা সেই একেই বিহ্বলতা অনিৰুদ্ধৰ প্ৰতি উষাৰ, শ্ৰীকৃষ্ণৰ প্ৰতি ৰুক্মিনীৰ ক্ষেত্ৰতো প্ৰত্যক্ষ কৰা যায়। মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ বিৰচিত কীৰ্ত্তনৰ অন্তৰ্গত 'হৰমোহন' খণ্ডতো শ্ৰীকৃষ্ণৰ মোহিনী ৰূপৰ প্ৰতি দেবাদিদেৱ মহাদেৱৰ ক্ষেত্ৰতো সেই একেই ৰস বিহ্বলতা, ব্যাকুলতা প্ৰত্যক্ষিত হয়।

কি কৰোঁ, কি কৰোঁ উপায
কোৱা বাৰু কি উপায
ভালপোৱা নিঠুৰ দানৱ
ধৰেহি সদায় বান্ধ
মই নিৰুপায়।

বৰ পোৰণি আছে বান্ধ
ফেঁটী সাপৰ বিষত
তাৰো অধিক কষ্ট আছে ৰমণীৰ ৰূপত
প্ৰিয়াৰ বাহুলতাৰ অগনি দেখোঁ নুনুমায—

প্ৰেমজ্বৰ সান্নিপাতৰ নাই কবিৰাজটি
পলাবলৈ গৈ খাওঁ বাৰে বাৰে উজুটি

শিকলিৰে বান্ধা মন বহাগৰ কুলি
মন ৰমণীক মন নিদিলে যাব বান্ধোন খুলি—
প্ৰিয়াৰ কাজল চকুৰ চাৱনি ধমনীত সোমায়
কি কৰোঁ, কি কৰোঁ উপায়
কোৱা কৰোঁ কি উপায় ?

নিজৰা পাৰ, ২০মেই, ১৯৬৯

# ঘৰ আমাৰ মাটি হয়

মানুহে তেজক পানী কৰি, হাড়ক মাটি কৰি এখুদ এখুদকৈ ধন গোটাই এখন ঘৰ সাজে। বিয়া বাৰু কৰাই সুখৰ সংসাৰ এখন গঢ়ি আজীৱন সুখেৰে থকাৰ সপোন দেখে ! সুখ সুখ বুলি, এযাৰি মৰমৰ মাত বিচাৰি গোটেই জীৱনটোৱে হাঁহাকাৰ কৰি ফুৰে। জীৱনৰ ধুমুহাত এদিন সকলো আশা ভৰষা থান বান হৈ যায়। দেহৰ এফাল, বুকুৰ আগমভহ স্বৰূপ অতি আপোনজনও এদিন পৰহৈ যায় ! তেতিয়া সেইজনে বিচাৰি পায় জানো জীৱনৰ কিবা অৰ্থ ? এনেদৰে জীৱন পথত বাটকুৰি বাওঁতে আকৌ কেতিয়াবা অচিনাকীজনো আপোন হৈ পৰে; জীৱন পথৰ সঙ্গী হয়। চোৰাং বেপাৰ, কলা ধনৰ প্ৰতাপত নিশাৰ ভিতৰতে প্ৰাসাদোপম অট্টালিকা সাজিব পাৰি; বিলাসৰ সাগৰত বুৰ মাৰিব পাৰি। কিন্তু এনে পাপৰ ধনেৰে সুখ লাভ কৰা দেখা নাযায়। শ্ৰমৰ বিনিময়ত সৎ পন্থাৰে অৰ্জা দুপইচাৰে কেৱল মাথোন এযোৰ কাপোৰ আৰু দুটি শুদা নিকা ভাতে মানুহক জীয়াই থকাৰ প্ৰেৰণা দিয়ে। তাৰোপৰি জীয়াই থাকিবলৈ হ'লে মানুহক লাগে অন্তৰৰ মৰম, বিশ্বাস আৰু মানৱতাবাদী এখন সমাজ। ক'লা মেঘে ঢকা এন্ধাৰ আকাশখন চিকমিক বিজুলীৰ ৰেখাই পোহৰাই তোলাৰ দৰে দুখৰ সাগৰৰ মাজতো এনে একোটি মাথোঁ সুখৰ কণিকাই জীৱনটো অৰ্থবহ কৰি তোলে। মানুহ স্বাধীনতা প্ৰিয়। সোণৰ সজাত ৰখা চৰায়েও সুবিধা পালে মুকলি আকাশলৈ উৰি গুচি যায়। বাধ্য বাধকতাৰ বন্ধনে মানুহক বান্ধি ৰাখিব নোৱাৰে। ই মানুহৰ ব্যক্তিত্ব বিকাশত, কৰ্ম পথত বাধা দিয়ে। সেয়ে জ্ঞানীজনে প্ৰলোভন উপঢৌকনৰ লোভত বন্দী নহৈ শৃঙ্খল ভাঙি ছিঙি মুক্ত আকাশলৈ ওলাই আহে য'ত মানুহে মানুহৰ গান গাব পাৰে।

ঘৰ আমাৰ মাটি হয়, —মাটিয়েই ঘৰ
বাটেই আমাৰ আপোন হয়,—আপোনেই পৰ।

এটি মিঠা জীৱন, এটি জীৱিকাৰ বাট
ৰাজপথে, এৰাবাটে এযাৰি মৰমী মাত
বিচাৰোঁতেই দিন যায়—কৰি দাম দৰ।

চোৰাং ক'লা বজাৰতে—বহু ক'লা ধন পাবা
এন্ধাৰ এন্ধাৰ গুদামতে কুবেৰো ধন পাবা
তেনে পাপী কুবেৰৰ নহওঁ আমি অনুচৰ।
খাটি খাটি অৰ্জা দুটি শুদা-নিকা ভাত
এযোৰ মাথোন কাপোৰ থাকে যদি এই গাত
তেতিয়াই পাওঁ দেখোন প্ৰেৰণা মনৰ।

(ছবিৰ বাবে তলৰ অংশ দুটিও লিখা হৈছিল। পিছে ৰেকৰ্ডিঙৰ সময়ত বাদ দিয়া হ'ল।)

এন্ধাৰ ক'লা আকাশতে— বহু ক'লা মেঘ পাবা
বিচাৰিলে তাতো চিক্‌মিক্ বিজুলীৰে ৰেখা পাবা
তেনে জেউতিৰে হ'ম আমি অনুচৰ।

সোণৰ গঢ়া সজা এটিত — বুদ্ধিৰেই যদি
কৰে আজি কোনোৱাই আমাকো বন্দী
তেনে সজা ভাঙি গাম গীত আকাশৰ।

বোলছবি : চিক্‌মিক্ বিজুলী, ১৯৬৯

# নতুন নিমাতী নিয়ৰৰে নিশা

জীৱন পথৰ ঘাত প্ৰতিঘাতৰ আঁচোৰত ক্ষত বিক্ষত আমাৰ জীৱন । তাৰে ভিতৰৰে একো একোটা মধুময় ক্ষণ স্মৃতিৰ বলুকাত বালিচন্দা হৈ জিলিকি যুগসাক্ষী হৈ ৰয় – তাৰেই সাক্ষী এই গীতটি ।

দ্বাপৰত শ্ৰীকৃষ্ণই নিয়ৰ সৰা জোনালী নিশা যমুনাৰ বালিত মুৰুলীত পঞ্চমত সুৰ তুলিছিল । সেই সুৰত মতলীয়া হৈ ব্ৰজ গোপীসকল লৰ দিছিল জগত পতি শ্ৰীকৃষ্ণৰ স'তে ৰাসলীলা কৰিবলৈ । শ্ৰীকৃষ্ণইও নানা ভাৱে ক্ৰীড়ি ভক্তৰ মনোৰথ পূৰ্ণ কৰিছিল । সেয়া হ'ল ভক্ত আৰু ভগৱানৰ মাজৰ কামগন্ধহীন আধ্যাত্মিক প্ৰেম । আদি ৰস সাহিত্যৰ প্ৰধান ৰস । কুৰি শতিকাৰ শেষৰ ফালে যৌনতাকো সাহিত্যৰ সমল ৰূপে অৰ্ন্তভূক্ত কৰা হ'ল । কাৰণ, জীৱন ভোগ-বাসনাহীন নহয় । ড০ হাজৰিকাদেৱে তেওঁৰ আন এটি গীতেৰে প্ৰিয়াক সম্বোধি এনেদৰে কৈছে 'বন্ধ ঘৰৰ খিৰিকী দুৱাৰ খোলা আজি প্ৰিয়া খোলা, নালাগে আৰু ৰাখিব লুকাই শালিনতা শৃঙ্খলা । যৌৱনত জানো পাপ থাকে, ধুমুহাৰ জানো পৰিধি থাকে, প্ৰভাতক জানো ৰাখিব পাৰি পিন্ধাই লাজৰ মালা ?' প্ৰেমৰ জোৱাৰক লুকাই ৰাখিব নোৱাৰি । নতুন নিয়ৰ সৰা নিমাত নিতাল শাৰদী জোনালী নিশা কাষত দুই প্ৰেমাস্পদ 'ইমান মায়াময়' ইমান মোহময় এই নিশা' পুলক ৰঞ্জিত উজ্জ্বল যৌৱনৰ সৰসীত কামনাৰ শতদল হালিছে জালিছে; নাচি বাগি হাত বাউলি মাতিছে । বসুধাৰ বক্ষৰ সোণ গলি গলি স্বৰ্ণালী হৈ ত্ৰিভূবন বিমোহিনী ৰূপত ধৰা দিছে মেদিনী । ৰূপ-গুণ-বৈভৱ হীন হলেও ডেকাৰ হিয়াত আছে প্ৰেমৰ পাত্ৰীৰ প্ৰাণ পিপাসা পূৰ্ণ কৰিব পৰা মৰম ভাণ্ড । তেওঁ প্ৰিয়ালৈ যাচিলে স্নেহ সিক্ত অঞ্জলি; দুয়ো দুয়োৰে মৰমত আলিঙ্গনাবদ্ধ হ'ল । ডেকাৰ বুকুৰ মাজত প্ৰেয়সীৰ বুকুৰ উম– যি জনী স্তম্ভিতা, কম্পিতা। প্ৰিয়াৰ সান্নিধ্যত তেওঁৰ প্ৰাণ পূৰ্ণ হ'ল, পূৰ্ণ হ'ল জীৱন। শৈল্পিক নৈপুন্যতা আৰু সুৰ বিন্যাসেৰে ভাষাৰে প্ৰকাশ কৰিব নোৱাৰা কথাও ড০ হাজৰিকাদেৱে সুন্দৰ ভাবে গীতেৰে প্ৰকাশ কৰিব পাৰে। নৱকান্ত বৰুৱাই এই গীতটিক 'মোহময়ী মন্ত্ৰ' আখ্যা দিয়ে । গীতটিৰ প্ৰসঙ্গত ড০ হাজৰিকাদেৱে এনেদৰে কয়,–"কিছু কিছু পৰিবেশত জীৱন পূৰ্ণ হোৱা যেন লাগে।"(গীতাৱলী)। ড০ মহেন্দ্ৰ বৰাই গীতাৱলীৰ ভূমিকাত এনেদৰে লিখিছে –'নতুন নিমাতী নিয়ৰৰে নিশা' ড০ হাজৰিকাৰ সৃষ্টি পৰিক্ৰমাৰ ত্ৰিবেণী সংগম য'ত কথা আৰু কবিতা আৰু গীত তিনিওটা ৰচনা শৈলীৰ অপূৰ্ব মিলন ঘটিছে।"

নতুন নিমাতী নিয়ৰৰে নিশা
জীৱন জিলিকা জোনাকৰে নিশা
আৰু তুমি নিচেই চিনাকি

মোৰ যৌৱন আজি উজ্জ্বল
জলমল সৰসীত নাচে
পংকেজ কামনাৰ
প্ৰাণ পূৰ্ণ হয় নিশাটি ।

নাই বৈভৱ নাই ৰূপ
নাই নাই গুণাৱলী
তথাপি সপিলোঁ
মৰম-সিক্ত অঞ্জলি ।
মোৰ বক্ষত মধু উত্তাপ ভৰা
কম্পিতা স্তম্ভিতা তুমি আজি
পৰাণ পূৰ্ণ হয় নিশাটি ।

ৰচনা : গুৱাহাটী ১৯৬৪

# পক্ষীৰাজ ঘোঁৰাখট্‌খট্‌ খটকৈ দৌৰা

এখন শৃঙ্খলাবদ্ধ, সুখ-সমৃদ্ধিপূৰ্ণ, সুন্দৰ সমাজ গঢ়া আৰু সমাজখন জীয়াই ৰখা প্ৰতিজন নাগৰিকৰে মহান কৰ্তব্য । অসুস্থ পৰিৱেশে সমাজৰ শান্তি-সম্প্ৰীতি, প্ৰগতি বিঘ্নিত কৰে । সমাজত অনেক স্বাৰ্থান্বেষী লোক আছে যি সকলে নিজৰ লাভালাভৰ উদ্দেশ্যে হেলাৰঙে সমাজখন অন্ধকাৰলৈ ঠেলি পঠিয়ায় । আনহাতে সমাজখন সুন্দৰ কৰোঁ বুলি বক্তৃতাৰ ফুলজাৰি মাৰি নাইবা কল্পনা বিলাসত মগনহৈ হাতত বন্দুক ললে সমাজ সুন্দৰ হ'ব জানো ? ইয়াৰ বাবে তৃণ-মূল পৰ্য্যায়ৰ পৰা কাম কৰিব লাগিব । সুন্দৰৰ আৰাধক ড০ ভূপেন হাজৰিকাদেৱে কল্পনাৰ পক্ষীৰাজ ঘোঁৰাত উঠি উৰা মাৰে দূৰ দিগন্তলৈ । কিন্তু কপাল ফটা ঘোঁৰা আৰু ডেউকা ভঙা চৰাইৰ দৰে উৰিব খুজিও ৰৈ যায় । কাৰণ জনগণ, সমাজ বা বাস্তৱ অবিহনে কল্পনা সম্ভৱ নহয়। বাস্তৱৰ ভেটিত প্ৰতিষ্ঠিত হৈহে মানুহে কল্পনা কৰিব পাৰে । কল্পনাত উটিলেও বুৰিলেও সকলোৱে অনিৰুদ্ধ, ৰোমিও, মজনু, লখিন্দৰ কিম্বা জুলিয়াচ চিজাৰ হ'ব নোৱাৰে । আমি মানুহ । সুখে-দুখে, কান্দি-হাঁহি, উজুটি খাইও নিজৰ জীৱন ৰিক্‌চা খন নিজে টানি নিব লাগিব, মানুহক ভাল পাব লাগিব আৰু সমাজতো কিছু অৰিহণা আগবঢ়াব লাগিব । আমাৰ সমাজখনত এন্ধাৰ, দুস্কৃতিকাৰী তথা দানৱৰ ৰাজত্ব চলিছে । সেয়ে সমাজৰ হিত চিন্তোতা, মানৱ প্ৰেমী ড০ হাজৰিকাদেৱে কয় যে সমাজত থকা দানৱৰ মাজৰ পৰা মানৱক বিচাৰি উলিয়াব লাগিব । কুম্ভকৰ্ণৰ দৰে শুই থকা চেতনাহীন ৰাইজক জাগ্ৰত কৰিব লাগিব । পোহৰৰ হাতত নিশাৰ এন্ধাৰৰ পৰাজয় চিৰ শ্বাশ্বত । সৎ, ন্যায়পৰায়ণ, সংস্কৃত মানুহবোৰ জাগি উঠিলে, সচেতন হ'লে দুষ্কৃতিকাৰী, সমাজবিৰোধী সকলৰ নিশ্চয় ছন্দপতন হ'বই । তেতিয়াহে সমাজখন বিজুলীৰ জ্যোতিৰে চিক্‌মিকাই উঠিব । ইয়াৰ বাবে নাৰী পুৰুষ দুয়ো দুয়োৰে সমভাগী হৈ একেলগে কাম কৰি যাব লাগিব ।

কুমাৰ ঃ পক্ষীৰাজ ঘোঁৰা । খট্‌খট্‌ খটকৈ দৌৰা
মোৰ কপাল ফটা, পাখি দুখনও কটা
উৰি ফুৰিবৰ নাই মন; কাৰণ ধৰাতে জনগণ ।

কুমাৰ ঃ অনিৰুদ্ধ নহওঁ ৰোমিঅ' লখিন্দৰ
নহওঁ মজনু কিম্‌বা জুলিয়াচ চিজাৰ
কুম্ভকৰ্ণৰ দৰে নিদ্ৰা যোৱা
ৰাইজক জগাই তোলোঁ
দানৱৰো সমাজতো মানৱ বিচাৰি
বজাৰত থিতাপি ললোঁ
মই মানুহক ভাল পোৱা ৰূপৰে কুমাৰ
অগতিৰ গতি মই দুষ্কৃতি নাশো মই ।

কুমাৰী ঃ স্বৰ্গ এৰা এক ৰূপ কুমাৰী
আহিছো মৰতলৈ প্ৰেম বিচাৰি
স্বৰ্গত ইন্দ্ৰই ঠগিলে কিমান
বৰুণেও মিছাকৈ কান্দিলে ইমান ।
স্বৰ্গ এৰা এক ৰূপ কুমাৰী
আহিছোঁ বজাৰলৈ প্ৰেম বিচাৰি ।

(কথা) ৰজা ঃ মই এন্ধাৰৰ ৰজা ।ইয়েঃ ইয়েঃ

এন্ধাৰ লাগে মজা
যা যা ৰজা, খা গজা পাবি মজা ।
মই জ্যোতিক কৰি দিওঁ নষ্ট
ভাল মন ভাল কাম দেখি পাওঁ কষ্ট
সুন্দৰ কোঁৱৰ আৰু ৰূপৰ কুঁৱৰীৰ
মিলন নহয় মোৰপছন্দ
দুয়োটাকে কাটি কুটি কৰি দিম লণ্ড ভণ্ড
খবৰ-খবৰ খবৰদাৰ
আহ ক'লা ক'লা বজাৰতো
এন্ধাৰ দিওঁ অনবৰত
এন্ধাৰ যোগান ধৰি যাওঁ
তাৰ বাবে কিছু কমিচন পাওঁ
আহ, দে যুদ্ধ— খবৰদাৰ খবৰদাৰ
খবৰদাৰ খবৰদাৰ হুঁচিয়াৰ ।

কুমাৰ ঃ জ্যোতিৰে লগতে এন্ধাৰে যুঁজিলে
এন্ধাৰ যায় যে ভাগৰি
মানুহ নমনা এন্ধাৰ নৃপতি
যায় চুচৰি বাগৰি
ৰূপৰ কুমাৰ হলো শিৱ জটাধাৰী ।

কুমাৰী ঃ সমাজক এন্ধাৰে ঢাকেহি যেতিয়া
তেতিয়া কি হয়, তেতিয়া কি হয় ?
যুগে যুগে বিজুলীয়ে হাঁহিব যেতিয়া —
তেতিয়া ভাল হয়, তেতিয়া ভাল হয় ।
স্বৰ্গ এৰা দুটি মিঠা মন
দুটি মনে একে মনে সেৱে জনগণ ।

কুমাৰ ঃ দেৱলোকত মেনকা ৰম্ভাই ঠগে
উৰ্বশীয়েও ধৰা দিম বুলি কৈ ভাগে

কুমাৰী ঃ মই পিছে নঠগোঁ সুন্দৰ কুমাৰ
যুগে যুগে লগৰী হ'মেই তোমাৰ ।

# বিজুলীৰ পোহৰ

এই গীতটো শুনিলেই আমাৰ মনলৈ আহে মহা সমাজ সংস্কাৰক, কলাবিদ শ্ৰী শ্ৰী শঙ্কৰদেৱৰ 'শুন শুন ৰে সুৰ বৈৰী প্ৰমাণা' এই গীতটি। য'ত ৰাম নামৰ যমে সমৰ সজ্জাৰে 'নিশাচৰ' অৰ্থাৎ অপসংস্কৃতি, দুস্কৃতিকাৰীক নাশ কৰিবলৈ সদলবলে ওলাই আহিছিল। সুমন কল্যাণপুৰৰ কণ্ঠ নিসৃত ড০ ভূপেন হাজৰিকাদেৱৰ ৰচিত এই গীতটোও এটা সমাজ সংস্কাৰ কামী গীত। ইয়াতো 'নিশাচৰ পিশাচৰ মুখা খুলি যায আমাৰ বুকুৰে উমৰ পৰশন পায' অৰ্থাৎ সৰু সৰু মানুহৰ মহত্ব, সততা, ত্যাগ, উদাৰতা আৰু মৰম-স্নেহত। গীতটিত এজনী বাঈজীৰ কথাৰে সমাজৰ সৰু সৰু মানুহৰ দুখৰ বিননিৰ সুৰ শুনা যায। আমাৰ সমাজৰ ওপৰ মহল সৰু সৰু মানুহৰ কান্ধৰ ওপৰতে বৰ্তি আছে। 'বৰ বৰ মানুহে দোলাত টোপনিযায আমাৰহে ঘামবোৰ সৰে' দোলাৰ ভৰত কান্ধ ভাগো ভাগো কৰা দোলা বৈ নিয়া উদাৰ, সহিষ্ণু দোলাভাৰীৰ দুখৰ চকুলো এযা। আকৌ 'সৰু সৰু সমাজৰে সৰু সৰু বিচাৰতে ভেকুলীয়ে বৰ লাজ পোৱা'ৰ দৰেই সৰু সৰু মানুহৰ মৰম-স্নেহ উদাৰতা, সহিষ্ণুতা, মানৱতা দেখি 'নিশাচৰ পিশাচৰ' মুখা সুলকি পৰি মানুহ হয়। সামান্য পৰুৱাই বৰ বৰ পৰ্বতো খহাব পাৰে। তেনেদৰে সাধাৰণ মানুহৰ ঐক্যবদ্ধ শক্তিয়ে সমাজৰ ওপৰ মহল ভাঙি ছিঙি গুড়ি কৰি মাটিত মিহলাই দিব পাৰে। সেয়েহে সেই শ্ৰেণীটোৱে সৰু মানুহৰ শক্তি সামৰ্থ দেখি ভযত উচপ খাই উঠে। বুকুৰ মাজত কটিয়াই লৈ ফুৰে এবুকু শংকা প্ৰতি মুহূৰ্তে। অন্যথা এই শ্ৰেণীটোৱে মুখাপিন্ধা সকলৰ মুখা খুলি শিকাই দিয়ে মানৱতাৰ পাঠ।

গীতটিত শুনা যায সৰু মানুহৰ বিননিৰ সুৰ—যুগে যুগে বৰ বৰ মানুহক সুখ, আনন্দ, আৰাম দি অহা এই লোকসকলৰ দুখৰ কাহিনী শুনিবলৈ কাৰো যে সময নাই, আহৰি নাই, আজৰিও নাই। কিন্তু ড০ হাজৰিকাদেৱ আশাবাদী। তেওঁ কয এদিন এনে দিন আহিব সেইদিনা এই মানুহবোৰৰ কান্ধৰ ওপৰত বৰ্তি থকা সেই চামৰ মুখা সুলকি পৰিব আৰু সৰু মানুহৰ সততা, মানৱতা, উদাৰতা দেখি তেওঁলোকৰ অন্তৰো মানৱ প্ৰেমেৰে ভৰি পৰিব। কাৰণ, মানুহ জীযাই থাকে প্ৰেমেৰেহে।

বিজুলীৰ পোহৰ মোৰ নাই
তথাপি এন্ধাৰে মোলৈ ৰ' লাগি চায।

সমাজৰ নাটঘৰ তেনেই উদং হয
আমাৰ ৰূপৰে বজাৰ যদিহে নেপায।

কোনেনো কাহানি ৰচিব কাহিনী
আমাৰ চকুলো লৈ
কাৰো যে চেতনা নাই
আজৰিও নাই, আহৰিও নাই।

নিশাচৰ পিশাচৰ মুখা খুলি যায
আমাৰ বুকুৰে উমৰ পৰশণ পায।

# বিক্ষুব্ধ বিশ্বকণ্ঠই

সমাজত যেতিয়া শান্তি শৃঙ্খলা বিঘ্নিত হয়; ধনবল, ক্ষমতাৰ বলত নৈতিকতা, মানৱতা স্খলিত কোনো শক্তিৰ দ্বাৰা নীৰিহ, সভ্য, সৎ মানুহৰ ওপৰত চলে অত্যাচাৰ, দমন, নিপীড়ন, তেতিয়া অমিত সংকল্প প্ৰতিৰোধৰ পদাঘাতত সেই নিস্পেষিত জনতা বিক্ষুব্ধ হৈ মুষ্টি ওপৰলৈ তুলি চিঞৰি উঠে আগ্নেয়গিৰীত উদ্‌গীৰিত প্ৰচণ্ড জ্বালাময়ী অগ্নিপিণ্ড হৈ । জনতাই বিচাৰে এখন মুক্ত আকাশ য'ত শ্ৰম কৰি দুবেলা দুসাজ খাই ইজনে সিজনৰ লগত সম্ভাৱ ৰাখি ভগৱত চিন্তাৰে পুৰণিৰ প্ৰতি শ্ৰদ্ধা আৰু নতুন প্ৰজন্মক নতুনৰ, পোহৰৰ বাটেৰে আগুৱাই নিব পাৰে। অৱদমিত মানুহে কেতিয়াও স্ব-চিন্তাধাৰাৰ উন্মেষ ঘটাব নোৱাৰে । সেয়েহে, জনতাই বিপ্লৱ কৰে । বিপ্লৱে ৰূপান্তৰ আনে । ৰূপান্তৰে গঢ়ে কল্পনাৰ ন-সমাজ । কিন্তু জনগণে প্ৰলয় বা ধ্বংস নিবিচাৰে । বিজ্ঞানে মানুহক প্ৰগতিৰ পথেৰে বহুদূৰ আগবঢ়াই লৈ গ'ল । আজিৰ মানুহে জোনবাইৰ দেশত ঘৰ সজাৰ সপোন দেখে; মহাকাশৰ মহাশূন্যত মানুহে খোজ কাঢ়ি ফুৰিছে, মঙ্গলত কিবা কৰাৰ পৰিকল্পনা কৰে। বিজ্ঞানে মানুহৰ বিকল হোৱা কলিজাটো সলাই জীৱ-জন্তু বা অন্য মানুহৰ কলিজা লগাইও মানুহক মৃত্যুৰ কৰ্কশ হাতোৰাৰ পৰা ৰক্ষা কৰিছে । মানুহে কি কৰা নাই ? মাত্ৰ জীউটোহে দিব পৰা নাই ! কিন্তু বিজ্ঞানে এনে মাৰাত্মক বস্তুও সৃষ্টি কৰিছে সৰু বল এটাৰ সমান বস্তু এটাৰ বিস্ফোৰণে হিৰোচিমা আৰু নাগাচাকিৰ দৰে নিমিষতেপৃথিৱীখন ছাৰ খাৰ কৰি পেলাব পাৰে ! সেয়ে বিশ্বৰ প্ৰতিখন শক্তিশালী ৰাষ্ট্ৰই ইখনে সিখনৰ ভয়ত থৰহৰি কম্পমান হৈ থাকে । বিজ্ঞানৰ আৱিষ্কাৰে মানুহৰ উপকাৰ সাধিছে সঁচা; কিন্তু কিছুমান বস্তুৰ অপব্যৱহাৰে মানুহক পশুত পৰিণত কৰিছে । মানুহৰ হৃদয় মন্দিৰত ওপজা দয়া, ক্ষমা, সহিষ্ণুতা আদি সজ গুণবোৰ অন্তৰ্ধান হোৱাৰ ফলত নিৰ্বিচাৰে মানুহে মানুহক বলিয়া কুকুৰ-শিয়াল মৰাদি গুলিয়াই মাৰি বন্য উল্লাসত মতলীয়া হৈছে । আজিৰ পৃথিৱী যেন এখন বিচাৰ বিবেকহীন মৰণ ফান্দ ! এয়া কোনো মানুহৰে, কোনো সভ্য জাতিৰে কাম্য নহয় । মানুহৰ নিষ্ঠুৰতা আৰু বৰ্বৰতাৰ তুলনা নাই । আমাৰ সমাজত শান্তিৰ কপৌজাক উৰিব কেতিয়া ? ড০ সৰ্বপল্লী ৰাধাকৃষ্ণণে এষাৰ কথা কৈছে যে 'We have to fight to-day not so much against death and diseases as against man's inhumanity to mans oppression and injustice." এনেহেন পৰিস্থিতিত বিশ্বকণ্ঠ ড০ হাজৰিকাদেৱ বিক্ষুব্ধ জ্বালাময়ী অগ্নিপিণ্ড হৈ পৰে; অগ্নিবৰষা গান লিখি অহোৰাত্ৰি চিঞৰি উঠে নিৰ্বাপন বিচাৰি ।

বিক্ষুব্ধ বিশ্বকণ্ঠই অহোৰাত্ৰি চিঞৰে, চিঞৰে
প্ৰচণ্ড অগ্নিপিণ্ড জ্বালাময়ী হৈ উৰে, কিয় উৰে ?
পৃথিৱীতো নহয় প্ৰলয়ৰ আকাঙ্ক্ষী
গণ মানস নহয় ধ্বংসৰ প্ৰয়াসী
তথাপিতো শিখা উৰে ।

অমিত সংকল্প প্ৰতিৰোধৰ পদাঘাতে
পাশৱিকতাৰ দম্ভৰ অকাল মৃত্যু মাতে ।

সুদূৰ প্ৰসাৰী মানৱ সভ্যতাই
প্ৰতি মানৱৰ আগ্নেয়গিৰি আত্মাই
নৱ বিপ্লৱ নিতে গঢ়ে ।
প্ৰচণ্ড অগ্নিপিণ্ড জ্বালাময়ী হৈ উৰে — সেয়ে উৰে ।

কলিকতা, ১৯৬৯

# ভণ্টি অ' ভণ্টি

আমাৰ সমাজে চৰুক সুধি চাউল নবহায় । সন্তান বিবাহোপযোগ্য হ'লে পিতৃ মাতৃ বা অভিভাৱকে বাহি যোৱা চাই পাত্ৰ বা পাত্ৰী নিৰ্বাচন কৰি সন্তানৰ ঘৰখন পাতি দিয়ে । নিজৰ জীৱন লগৰী পছন্দৰ ক্ষেত্ৰত পাত্ৰ বা পাত্ৰীৰ মতামত প্ৰয়োজন বোধ নকৰে; বিশেষকৈ কন্যা সন্তানৰ ক্ষেত্ৰত । ভাৰতীয় ধৰ্মশাস্ত্ৰ সমূহতো ইয়াৰ দেখাৰ উদাহৰণ আছে । কুণ্ডিল ৰাজকুমাৰী ৰুক্মিনীয়ে শ্ৰীকৃষ্ণক মনে মনে পতি বৰিছিল; কিন্তু ককায়েকে এই মিলনত বাধা দি নিজৰ স্বাৰ্থসিদ্ধিৰ বাবে শিশুপালৰ লগত ৰুক্মিনীক বিয়া দিব খুজিছিল । শেষত শ্ৰীকৃষ্ণই শিশুপালক যুদ্ধত পৰাস্ত কৰি ৰুক্মিনীৰ পাণি গ্ৰহণ কৰে । পাৰ্বতীয়ে শিৱক পতি ৰূপে পাবলৈ বহু বছৰ তপস্যা কৰিছিল; কিন্তু মাক মেনকাই এই বিয়াত প্ৰথমে সম্মতি প্ৰদান কৰা নাছিল যদিও এৰাব নোৱাৰি পিছতহে সমৰ্থন দিয়ে । তেনেকৈ উষা অনিৰুদ্ধৰ মিলনত পিতৃ বাণ ৰজাই বিধি পথালি দিছিল । সৌ সিদিনালৈকে অৰ্থাৎ ত্ৰিছ-চল্লিচৰ দশকলৈকে আমাৰ সমাজত বাল্য বিবাহ প্ৰথা প্ৰচলন আছিল । কন্যা শিশুক অভিভাৱকে কোলাত তুলি লৈ আনি হোমৰ গুৰিত বহুৱাইছিল । সেইবাবেই হ'বলা আজিও কোনো নিকট আত্মীয়ই কোলাত তুলি আনি কইনাক হোমৰ গুৰিত বহুৱায় আৰু পিতৃয়ে আঠুঁচুৱাই সম্প্ৰদান কৰে। সেইকালত সাধাৰণ মানুহৰ মাজত 'দহেজ' বা 'যৌতুক' শব্দৰ ব্যৱহাৰেই নাছিল । আমাৰ আইতাহঁতৰ দিনত অসমত দৰাঘৰে কইনাক 'গাধন' বা ডাঙৰ দীঘল কৰাৰ বাবদ (সমাজত নিৰ্ধাৰিত নিৰিখত) ধন দিহে বিয়া কৰাই আনিছিল । সম্প্ৰতি কইনাৰ লগত গহনা-গাঁথৰিকে ধৰি কইনাৰ নিত্য ব্যৱহাৰ্য্য বস্তু কিছু দিয়া হয় যদিও ভাৰত বৰ্ষৰ আন প্ৰদেশৰ দৰে আমাৰ ইয়াত আজিও যৌতুক প্ৰথাৰ প্ৰচলন হোৱা নাই । নাৰী শিক্ষাৰ প্ৰচলন হোৱাত নাৰীয়ে নিজে নিজৰ জীৱনৰ সিদ্ধান্ত লব পৰা হ'ল; জীৱন সঙ্গী নিৰ্বাচন কৰিব পৰা হ'ল। যিজন পুৰুষৰ সৈতে ওৰেটো জীৱন কটাব লাগিব সেইজন ছোৱালীজনীৰ মনঃপুত হোৱাটো নিতান্তই স্বাভাৱিক। এখন সুন্দৰ, সুখৰ সংসাৰত সুসন্তান জন্ম লয় । এটি সুসন্তানে ঘৰখনলৈ সুখ শান্তি অনাৰ লগতে বংশ পৰিয়ালকো গৌৰৱান্বিত কৰে; এখন সুন্দৰ সমাজ আৰু দেশ গঢ়াত আগভাগ লয় । এই গীত লিখাৰ সময়লৈকে বা ষাঠিৰ দশকৰো বহু পিছলৈকে (বহুতৰে ক্ষেত্ৰত আজিও) বিয়াৰ ক্ষেত্ৰত ছোৱালীৰ মতামত সুধি বিয়া দিয়া নিয়ম প্ৰচলন হোৱা নাছিল । ই এক মাৰাত্মক সামাজিক ব্যাধি । সমাজ সংস্কাৰক, মানৱপ্ৰেমী ড০ হাজৰিকাদেৱে এনে কুপ্ৰথা উচ্ছেদ কৰণৰ অৰ্থে এনে গীত লিখাৰ প্ৰয়োজনীয়তা বোধ কৰে । ইতিমধ্যে তেওঁৰ ভনীয়েক কৱিতাৰ বিয়া পাতে । এই গীতটি কবিতাৰ বিয়াৰ সময়ত কবিতাৰ অনুৰোধ মৰ্মে লিখা । সকলো ককায়েক ৰুক্মবীৰ নহয়। সহোদৰা ভনীয়েকৰ সুখ শান্তিত ককায়েকে সুখানুভৱ কৰে । ভনীয়েকৰ প্ৰতি ককায়েকৰ আছে গুৰু দায়িত্ব, ভনীয়েকৰ হৃদয় বুজি ভনীয়েকৰ আকাঙ্ক্ষাক শ্ৰদ্ধা কৰি তাক বাস্তৱত ৰূপায়ণ কৰিবলৈ প্ৰয়াস কৰা মহানুভৱতাৰ পৰিচায়ক । সৰুৰে পৰাই একেলগে খেলি-ধূলি ডাঙৰ দীঘল হোৱা ভনীয়েক এদিন চিৰ দিনৰ বাবে আনৰ হৈ যায় । বিচ্ছেদৰ এই ক্ষণ অতিকৈ বেদনা দায়ক । কিন্তু আমি নিৰুপায় । সংসাৰৰ নিয়মক স্বীকাৰ কৰিবই লাগিব । সেয়েহে বিগত দিনবোৰত কৰা দায়-দোষ, ভুল-ক্ৰুটিৰ বাবে ভনীয়েকে যাতে মনত কোনো বেয়া ভাৱ পোষণ নকৰে, নিজ গুণে ককায়েক বুলি মাৰ্জনা কৰে ইয়াকে কৈ শোকত ভাঙি পৰিছে ককায়েক । গীতটি মানব প্ৰেমৰ স্বচ্ছ উদাহৰণ ।

ককায়েক ঃ ভণ্টি অ' ভণ্টি, ডেকা এজন পালোঁ
তোৰ কাৰণে চালোঁ
কইনা সজাই উলিয়াই তোক
দিম বুলি ভাবিলোঁ
তই বা কি কব ভনী, তই কিনো কব ?
ভনী ঃ বিয়া ? ককায়েক ঃ অঁ বিয়া

ক চোন, কি কৰ ?

ভনী ঃ ( নিমাত )

ককায়েক ঃ তই নেমাত কিয় ভণ্টি
মুখ ঘুৰালি কিয়
লাজত ৰঙা পৰি ভণ্টি জঠৰ হলি কিয় ?

ভনী ঃ অ' ককাইদেউ, মোৰ স্নেহৰ ককাইদেউ
কিনো জগৰ লগালোঁ মই ঘৰৰ পৰা খেদিছ
যৌৱন কালেই কাল হ'ল
মোক বোজা বুলি ভাবিছ

ককায়েক ঃ নহয় ভণ্টি পাগলী, তই মহা আঁকৰী
নাৰী হ'লেই লাগে ভণ্টি এজন জীৱন লগৰী

ভনী ঃ চিনা নহয় জানা নহয় কোন বা ডেকাক চালি
বিয়া দিয়াৰ আগতে তই মোক তো নুসুধিলি

ককায়েক ঃ এৰা ভণ্টি মোৰ দোষ ক্ষেমিবি এইবাৰ
হয়তো তই মন পাইছ অন্য কাৰোবাৰ
নতুবা কিবা পাণ্ডি থৈছ ক কথাষাৰ

ভনী ঃ স্নেহৰ ককাইদেউ কওঁ, সুধিছ যেতিয়া
জাগীৰোডৰ ল'ৰা এজন বৰ ধুনীয়া
চিলিক মিলত মেকানিকৰ চাকৰি কৰিছে
যোৱা বছৰ বাছত আমাৰ চিনা জানা হৈছে
আৰু নকওঁ যা, তয়ে ভাবি চা

ককায়েক ঃ হেঁ ? জাগীৰোডৰ ? জাগীৰোডৰ তেওঁ ?
ভয় নাখাবি, নামটো কচোন পিতাইক নকওঁ ।

ভনী ঃ শুন তেনে নাম তেওঁৰ হেমন্ত শইকীয়া
মনে প্ৰাণে পণ কৰিছোঁ তেওঁতে সপিম হিয়া

ককায়েক ঃ কি ভণ্টি ? কি কলি ? হেমন্ত শইকীয়া
বিধিৰ লিখন বিচিত্ৰ, সেই শইকীয়াক চালোঁ
মইতো জনা নাছিলোঁ তোৰ মনৰ দৰা পালোঁ

ভনী ঃ তোৰ গুণকে গায়েই থাকিম ওৰে জীৱনটো
মোৰ স্নেহৰ ককাইদেউ
যুগ যুগৰ সাধনাতহে এনে ককাই পায়
যি ভনীৰ মনৰ কথাবোৰো মৰমেৰে চায়

ককায়েক ঃ তেন্তে, বিযাখন পাতো ভণ্টী
মোৰে আশীষ লবি
পিছে, শোকে খুন্দা মাৰিছে তই পতি গৃহে যাবি
অ' কাহানিবা আমি যদি কিবা দোষ কৰিছোঁ
নিজ গুণে পাহৰিবি, ক্ষমাহে মাগিছোঁ ।

কলিকতা, ১৯৬৮

# মই কোহিমাৰে আধুনিকা

বৈবাহিক সম্পৰ্কই দুখন ঘৰক সংলগ্ন কৰে । কেতিয়াবা এই সম্পৰ্কই ফাট মেলা পুৰণি বন্ধুত্বকো পুনৰ যোৰা লগাই মজবুত কৰে । এই সম্পৰ্কই যে দুখন হিয়া বা দুখন ঘৰকেই সংলগ্ন কৰে এনে নহয়, ই দুখন ৰাজ্য বা দুখন দেশকো সংলগ্ন কৰা দেখা যায় । বুৰঞ্জীয়ে ইয়াৰ সাক্ষী দিয়ে । উদাহৰণ স্বৰূপে, আহোম কুৱঁৰী ৰমণী গভৰুক বঙ্গৰ নবাব আজমতৰালৈ বিয়া দি দুয়ো ৰাজ্যৰ মাজত মিত্ৰতা কৰিছিল । ইংৰাজ সকল অহালৈকে উত্তৰপূবৰ ভূ-খণ্ড এক 'বৰ অসম' ৰূপে পৰিগণিত আছিল । ৰাজনৈতিক কাৰছাজিত নগা পাহাৰ 'নাগাল্যাণ্ড' নামেৰে এখন সুকীয়া ৰাজ্য হ'ল । দুষ্কৃতিপ্ৰেমী শক্তিৰ দ্বাৰা বৰঘৰখন ভাগি খণ্ড খণ্ড হৈ গ'লেও পূৰ্বৰ মধুৰ সম্বন্ধৰ এনাজৰিডাল চিণ্ডাটো সম্ভৱ জানো ? সমন্বয়ৰ প্ৰতীক কোহিমাৰ আধুনিকা ডালিমী আৰু ভৈয়ামৰ আধুনিক গদাপাণিৰ মিলনে এই কথাকেই প্ৰতিপন্ন কৰে। বুৰঞ্জীয়ে ডালিমীৰ কথা নকয় । 'জয়মতী' নাটৰ 'ডালিমী'ৰ চৰিত্ৰ লক্ষ্মীনাথৰ মানস সৃষ্টি । সাতভনীৰ অসমৰ আমি কোনেও কাকো এৰাই চলিব নোৱাৰোঁ । যুগ যুগৰ পৰা বৈ থকা মৰম-স্নেহ, সৌহাৰ্দ, সমন্বয়-সম্প্ৰীতি চিৰকাললৈ বৈ থাকক বহমান লুইতৰ দৰে এয়াই গীতটোৰ সৰলাৰ্থ। "মাজে মাজে পূৰ্ব ভাৰতীৰ মৰমৰ এনাজৰীক ধ্বংশ কৰিব খোজে - এটি বিশেষ দুস্কৃতিপ্ৰেমী শক্তিয়ে- তাৰে প্ৰতিবাদত এই গীত ।" গীতটোৰ সম্পৰ্কে ড০ হাজৰিকাই এইদৰে কয় ।

গাভৰু : মই কোহিমাৰে আধুনিকা ডালিমী
ডেকা : মই গদাপাণি আধুনিক ভৈয়ামৰ
দুয়ো : আমি আজি দুয়ো সহযাত্ৰী
গুৱাহাটী অভিমুখী নিশাৰ ৰেলৰ ।
ডেকা : তোমাৰ হয়তো ঘনে পৰিছে মনত
ল'ৰালিৰ কথা সেই জেখামা গাঁৱৰ
ৰঙা নীলা পাখি পিন্ধি পখিলাৰ দৰে
নাচি ফুৰা কত মিঠা উৎসৱৰ ।
গাভৰু : পৰদেশ বুলি মোৰ ভয় লগা নাই
তুমিতো মোৰেই হ'লা নিচেই কাষৰ
গুৱাহাটী পাই পিছে যেন কাহানিও
নেপাহৰাঁ স্নেহ মোৰ নগা পাহাৰৰ ।
ডেকা : লামডিং ডিফুৰে বিস্ফোৰণ
মনত আছেনে কিছু বছৰ আগৰ ?
গাভৰু : সেই বহুতৰে কান্দোনৰ পট-ভূমিত
হয় মধু পৰিচয় আমাৰ মনৰ
আজি মই হ'লো অসমৰ ন-বোৱাৰী
ডেকা : জোঁৱাই হ'লোঁ মই টুৱেনচাঙৰ
দুয়ো : আমি দুয়ো পূৰ্ব ভাৰতীৰে
জীয়া প্ৰতীক সমন্বয়ৰ ।
ডেকা : লক্ষ্মীনাথৰে সেই ডালিমীও নাই
গাভৰু : আৰু মইও নহওঁ তাহানিৰ গদাধৰ ।
দুয়ো : তথাপিও আজি এই মিলনে আমাৰ
বাৰে বাৰে সোঁৱৰায় কথা অতীতৰ ।

গুৱাহাটী : ডিচেম্বৰ, ১৯৬৯

# মিলনৰে এই শুভক্ষণ

মিলনৰ শুভ ক্ষণ অতি পবিত্ৰ আৰু আনন্দদায়ক ।ই চিৰ স্মৰণীয়ও । দৰা কইনাৰ বিবাহ বান্ধোন এক পবিত্ৰ মিলন । দুটি মানুহ – পবিত্ৰ লগনত জনমে মৰণে, সুখে দুখে একেলগে জীৱন কটোৱাৰ শপত লয় অগ্নিক সাক্ষী কৰি, বেদ মন্ত্ৰ পাঠেৰে । ঢোল, খোল, কালি-পেঁপাৰ বাজনা, জাত দাত বিয়া নাম, জাউৰি জাউৰি মঙ্গল উৰুলিয়ে ৰভাতলি ৰজনজনায়। দৰা কইনাৰ মনৰ পদূলি হয় উদূলি মুদূলি । গুৰুজন আৰু শুভাকাঙ্ক্ষীয়ে আশীষ বৰিষণ কৰে 'হৰ গৌৰী বসতি হওক' বুলি। আমাৰ সমাজত মিলন বা বিবাহ বান্ধোনক 'বিধাতাৰ যোৰা' বুলি বিশ্বাস কৰা হয় । বিধাতাৰ যোৰা অবিহনে হেনো বিবাহ সম্ভৱ নহয় । সেয়েহে বিবাহৰ আৰম্ভণিতে 'শ্ৰী শ্ৰী প্ৰজাপ্ৰতয়েঃ নমঃ' বুলি 'সৰ্ব বিঘ্নি বিনাশন গণেশ'ক প্ৰণাম কৰা হয়।ই সামাজিক স্বীকৃতি প্ৰাপ্ত অৰ্থাৎ প্ৰজাপ্ৰাত্য বিবাহৰ নিয়ম । হিন্দু শাস্ত্ৰৰ আঠ প্ৰকাৰ বিবাহৰ ভিতৰত প্ৰজাপাত্য বিবাহো এবিধ । কিছুমানে আকৌ মন্দিৰলৈ গৈ দেৱ-দেৱীক সাক্ষী কৰি যুগ্ম জীৱনত প্ৰৱেশ কৰে । কিন্তু প্ৰেমিক প্ৰেমিকাই ঘৰৰ অমতত পলাইগৈ কোৰ্টত বিবাহ পাতে । সম্প্ৰতি চৰকাৰে বিবাহ পঞ্জীযন কৰাটো বাধ্যতা মূলক কৰিছে। বিবাহ যি পদ্ধতিৰেই নহওক মিলন সদায়েই পবিত্ৰ আৰু আনন্দ দায়ক। সমাজৰ আটাইতকৈ অপৰিহাৰ্য্য অনুষ্ঠানটোৱেই হ'ল বি`` । বিবাহৰ জৰিয়তেহে সংসাৰ সম্ভৱ । বিবাহ হ'ল এনে এক পদ্ধতি যাৰ সহায়ত নাৰী পুৰুষে একেলগে থাকিব পাৰে, বংশ বৃদ্ধি কৰিব পাৰে । কাৰণ, বংশ বৃদ্ধি নহ'লে পৃথিৱী নৰয়। বিবাহ নামৰ সামাজিক স্বীকৃতি অবিহনে মানুহে সন্তান জন্ম দিব নোৱাৰে । যদি কাৰোবাৰ কামনাৰ বলি হৈ কোনো সন্তান জন্মেও পিতৃ পৰিচয হীন সেই সন্তানক অবৈধ বা 'জাৰজ' বোলা হয । এই নিয়ম সকলো ধৰ্ম,সম্প্ৰদায, মানৱগোষ্ঠীৰ ক্ষেত্ৰতে খাটে । ভিন ভিন ধৰ্ম বা সম্প্ৰদাযৰ বিবাহ পদ্ধতিও বেলেগ । কিন্তু প্ৰেম পবিত্ৰ । পবিত্ৰ প্ৰেম সত্য আৰু সুন্দৰ য'ত সৰগী পাৰিজাত ফুলে ।

মিলনৰে এই শুভক্ষণ
পাখিলা উৰা দি উৰে মন
মৰমৰে এই আৱাহন
জীৱনৰে মধুৰ লগন ।

লাজৰ বান্ধোন খুলি যায, যায
বুকুৰে সহাঁৰি পায, পায
অমৃতৰ এই আলিঙ্গন
যেন হৰ গৌৰীৰ মধুৰ মিলন ।

দযাৱতী পাৰবতী অহি
নধৰিবা দোষ দায
তোমাৰ আশীষ মাগিছোঁ
তোমাৰ শিখাৰে নাচিছোঁ
উলাহৰ মুকুতি পায ।

প্ৰণয়ৰ পৰিধি নাই, নাই
অসীমৰে সীমা এৰি অহি
সত্যম শিৱম সুন্দৰম্
যুগে যুগে আমি দুয়ো দুয়োতে মগন ।

বোলছবি : চিকমিক বিজুলী, ১৯৬৯

# মৃত্যু সাৰটি

এই গীতটিত কণ্ঠ দান কৰিছে অসমৰ সংগীত আকাশৰ এটি উজ্বল জ্যোতিষ্ক জয়ন্ত হাজৰিকাই। তেওঁ আজি আমাৰ মাজত নাই; আমাক সকলোকে কন্দুৱাই তেওঁ অকালতে আমাৰ মাজৰ পৰা চিৰ বিদায় ললে। গীতটিৰ সম্পৰ্কত ড০ হাজৰিকাদেৱে অতি দুখেৰে কয় যে —"মই তাৰ লগত থাকি যিবোৰ গীত ৰচনা কৰিছিলোঁ – তাৰে মই ভাবি লৈছিলোঁ যে 'মৃত্যু সাৱটি' গীতটো সি গাব লাগিব। মই নাজানিছিলোঁ যে এইটোৱে তাৰ শেষ গীত হ'ব।" সচাকৈ, খুব নাটকীয় ভাৱে জয়ন্ত হাজৰিকাৰ ক্ষেত্ৰত ফলি গ'ল। গীতটি চিনেমাৰ চৰিত্ৰৰ সৈতে খাপ খোৱাকৈ ৰচা যদিও বাস্তৱ জীৱনৰ সৈতেও ৰজিতা খোৱা। বিপৰীত পক্ষৰ প্ৰেম প্ৰত্যাখানে কেনেদৰে মানুহক নৰকলৈ ঠেলি দিয়ে এই গীতটি তাৰেই বাস্তৱ উদাহৰণ। সেয়ে হাজৰিকাদেৱে কয়,—" প্ৰেম বৰ সাংঘাতিক বস্তু। প্ৰেয়সী কেতিয়াবা বৰ নিষ্ঠুৰা, অহঙ্কাৰী হয়। সেয়ে, মৃত্যুৰ পিছত এনেকৈ অভিমান কৰিব পাৰি। জীৱন্ত কালতে এনে এটা গীত লিখি নগলে মৃত্যুৰ পিছত বাৰু কেনেকৈ লিখিম।"

মৃত্যু সাবটি সমাধি তলিত
অকলে আছোঁহি শুই
এতিয়া পুনৰ আহিছা কিয়
জ্বলাব কলিজাৰ জুই।

মৰণ পৰতো আছিলোঁ দেখোন
তোমাৰ বাটকে চাই
তেতিয়া তুমি সময় নেপালা
তোমাৰ আহৰি নাই।
মোৰ মৃতদেহ ৰগা কা পোৰেৰে
কোনোবাই ঢাকি দিলে
আন কোনোবাই গংগা জলেৰে
দেহাটি তিয়াই দিলে
নিশ্চয় তুমি তেতিয়া আছিলা
আনৰ মৰম চুই।
মই আছিলোঁ ক্ষণ গণি গণি আশাৰ বৃক্ষ ৰুই।
চিৰ শান্তিৰ কোলাত আজি
পালোঁ মোৰ বিচৰা ঠাই
তুমি কিয় বাৰু এতিয়াও মোক
জোকাবলে' এৰা নাই।
জীৱন পাৰৰ কাহিনী সামৰি
তুমি যোৱা কিয় নাই ?
জীয়া মায়াৰ বান্ধ খুলি ললোঁ
মৰণ প্ৰেয়সীক পাই।

নোজোকাবা মোক মিছা হাঁহি মাৰি ভাল পাওঁ বুলি কৈ
এতিয়াতো পাৰ হ'বতো নোৱাৰোঁ অসীম মৰণ নৈ।

বোলছবি : চিকমিক বিজুলী, ১৯৬৯

# মোৰ গান হওক

ড০ হাজৰকাদেৱৰ গীতৰ বিষয়ে এখন অসমীয়া কাকতে কিছুমান নেতিবাচক বাতৰি পৰিবেশন কৰি কাকতৰ চাৰ্কুলেচন বঢ়াবলৈ চেষ্টা কৰিছিল । এই কথাত বাধাৰ হেঙাৰ নমনা স্বাভিমানী হাজৰিকাদেৱৰ মন স্বাভাবিকতে জেদী হৈ পৰিল । তেতিয়া জ্যোতিপ্ৰসাদে "চিৰ সুন্দৰৰ কৰি আৰাধনা মানুহৰ বুকুলৈ, মানুহৰ মনলৈ, মানুহৰ সৃষ্টিলৈ চিৰ সুন্দৰ নমাও"- বুলি কোৱাৰ দৰে তেওঁৰো গীত ৰচাৰ আৰু গোৱাৰ উদ্দেশ্যৰ বিষয়ে কৌতুহলী শ্ৰোতাৰ আগত এই গীতটিৰে অভিমত ব্যাখ্যা কৰে । তেওঁ এনে গীত গান খোজে যাতে সেই গীত জনতাই আস্থা সহকাৰে গ্ৰহণ কৰে আৰু সেই গীতে জনতাৰ হিত সাধন কৰে। তেওঁৰ গীতত কোনো ধ্বংসমুখী দৃষ্টিভংগী বা মনোমালিন্যৰ ভাষা নাই । তেওঁ কল্পনা বিলাসতে মচগুল নহৈ বাস্তৱ তথা সমসাময়িক সংঘাত, ঘাত-প্ৰতিঘাত বা জীৱনৰ জ্যোতিপ্ৰপাতৰ পৰা অভিজ্ঞতা আৰু জ্ঞান আহৰণ কৰি বৰ্তমানৰ ভেটিত থিয় হৈ অতীতক সাবটি, অনাগত উজ্জ্বল ভৱিষ্যতৰ ছবি আগত ৰাখি, সত্যৰ আধাৰত গীত লিখে আৰু গায় । তেওঁ বিচাৰে তেওঁৰ সুৰ বিন্যাসতো এক মধুৰ বৈশিষ্টৰ মান বিৰাজক– য'ত মাটিৰ সুৰৰ লগতে অন্যান্য (প্ৰাচ্য-প্ৰাচ্যাত্যৰ) সুৰৰ সংমিশ্ৰণত 'সোণাৰীয়ে সোণ ৰূপ গলাই বাখৰ খটুৱাই এক আটক ধুনীয়া অলঙ্কাৰ তৈয়াৰ কৰা'ৰ দৰে যাতে তেওঁৰ গীততো এক অপূৰ্ব সুৰৰ সৃষ্টি হয়। গীতেই তেওঁৰ অস্ত্ৰ । সেয়ে গীতেৰে জনজাগৰণ আনি, বিপ্লৱ গঢ়ি সমাজত শিপাই থকা দুৰ্নিতি, ভ্ৰষ্টাচাৰ আৰু শোষণেৰে ভৰা এলেহুৱা সমাজখন ৰূপান্তৰ কৰি এখন সুন্দৰ, সাম্যৰ ন-সমাজ গঢ়াৰ প্ৰয়াস কৰে । ইয়াৰ বাবে নিজকে এক সৈনিক শিল্পী ৰূপে গণ্য কৰি কাম কৰি আহিছে আৰু নতুন পুৰুষকো উৎসাহিত কৰি আহিছে । গীতৰ অস্ত্ৰৰেই বাধাৰ প্ৰাচীৰ ভাঙি সমাজখনক প্ৰগতিৰ পথেৰে আগুৱাই নিয়াৰ প্ৰয়াসী তেওঁ ।

মোৰ গান হওক
বহু আস্থাহীনতাৰ বিপৰীতে
এক গভীৰ আস্থাৰ গান ।
মোৰ গান হওক
কল্পনা বিলাসৰ বিপৰীতে
এক সত্য প্ৰশস্তিৰ ধ্যান ।
মোৰ কলাশৈলীত মূৰ্ত্ত হওক
এক মধুৰ বৈশিষ্টৰ মান
সেই গানত জাগক
জনৈক সংগ্ৰামী সৈনিকৰ মহাপ্ৰাণ
সমসাময়িক সংঘাত
জীৱনৰ জ্যোতি প্ৰপাত
তাৰেই গান হওক ধন্য
হওক সমবেত কণ্ঠ অগণ্য ।
মোৰ সুৰ বিন্যাসত মূৰ্ত হওক
অতীত বৰ্তমান
চিৰ উজ্জ্বল ভৱিষ্যতেও যেন
তাতেই কৰে নিতে স্নান —
মোৰ গান হওক বহু বাধাৰ প্ৰাচীৰৰ বিপৰীতে
এক তীব্ৰ গতিৰেই মান ।

ৰচনা ঃ কলিকতা, ১১ ৩ ১৯৬৯

# ৰাধাচূড়াৰ ফুল গুজি

প্ৰকৃতি আৰু মানুহৰ মাজত সম্পৰ্ক অনাদি কালৰ । গছ-বন-লতিকা অৰ্থাৎ প্ৰকৃতিৰ আশীষ বিনে আমাৰ জীৱন ধাৰণ সম্ভৱ নহয় । মানৱ জীৱনৰ অপৰিহাৰ্য আটাইখিনি প্ৰকৃতিৰেই দান । আনকি গছে এৰি দিয়া অক্সিজেন উশাহত লৈ আমি জীয়াই আছো আৰু আমি এৰি দিয়া কাৰ্বন-ডাই অক্চাইড লৈ গছ জীয়াই আছে । বসন্ত কালত গছ-লতিকাৰ কুঁহিপাত ওলায় । শিমলু, পলাশ, কৃষ্ণচূড়া, ৰাধাচূড়া, নাহৰ, তগৰ, কপৌ, কেতেকী ফুলি ধৰাখনি বিনন্দীয়া কৰি তোলে । বিস্তীৰ্ণ সেউজীয়া দলিচা পৰা চাহ বাগিচালৈও আহে যৌৱনৰ নতুন লহৰ। কেঁচা পাত যৌৱনৰ প্ৰতীক । চাহ গছৰ কেঁচাপাতৰ আমোলমোলোৱা গোন্ধে কোমল পাত ছিঙি টুকুৰী ভৰোৱা গাভৰু আৰু বনুৱা যুৱক সকলৰ দেহত, মনত প্ৰেমৰ সুৰভি সিঁচি দিয়ে । ডেকা গাভৰুৰ প্ৰাণত প্ৰেমৰ জোৱাৰ আহে; মন উৰি যায় কমোৱা তুলা হৈ বুকুৱে বিচৰাজনক বিচাৰি— মনৰ মৰম যাচিবলৈ । তেনে এটি মধু ক্ষণৰ মধুৰ কাহিনীকে ড০ হাজৰিকাদেৱে কলাত্মক দৃষ্টিভংগীৰে এই গীতটিত সুন্দৰকৈ সজাইছে পৰাইছে । 'প্ৰকৃতি পুৰুষ দুয়ো নিয়ন্তা মাধৱ ।' পুৰুষ নাৰী দুয়ো দুয়োৰে পৰিপূৰক; এটাৰ অবিহনে মানৱ জীৱন অসম্পূৰ্ণ । পূৰ্ণ যৌৱনা সুদৰ্শনা 'ৰাধিকা' ৰাধাচূড়াৰ ফুল গুজি আইনা চাই খোপা বান্ধি নিজৰ ৰূপত নিজে বিভোল। সাজি কাছি লাসে বেসে তাই ঝুমুৰ নাচে । ঝুমুৰৰ তালে তালে প্ৰিয়তম 'জুগনু'ক প্ৰেমৰ ফটিকা যাচে । তাইৰ এই প্ৰেম নিৰ্ভেজাল; কৃষ্ণচূড়াৰ ফুলৰ দৰেই ৰঙা । জুগনুৰো দেহা কুণ্ডত কটা– দেখি ৰাধাৰ ভাল লাগি যায় । সেয়েহে তাইৰ তাক ইমান পছন্দ । জুগনুক নেদেখিলে তাই থাকিব নোৱাৰে । যেন এবেলাই এযুগ। জুগনু তৰু আৰু ৰাধিকা লতিকা — চিৰকাল যেন দুয়ো দুয়োকে সাবটি থাকিব ।দুয়ো পৰিশ্ৰমী; আৰ্থিক দিশত দুয়ো স্বাৱলম্বী । দুয়ো সুখেৰে ৰওক ।

ৰাধাচূড়াৰ ফুল গুজি
ৰাধাপুৰৰ ৰাধিকা
চাহবাগিছাত ঝুমুৰ নাচি
জুগনুক যাচে ফটিকা ।

সেই ফটিকা প্ৰেম ফটিকা
তাত ভেজাল তেজাল একো নাই
কৃষ্ণচূড়া ফুলৰ দৰে সঁচা ৰঙ ছটিয়ায়
জুগনু বোলা শিৰীষ গছত
ৰাধা যেন লতিকা —

সোণাৰুৰে হালধীয়া থোপাথুপি ফুল
আইনা দেখি খোপা বান্ধি ৰাধা বিয়াকুল
জুগনুৰ দেহা কুণ্ডত কটা
মাদল কাঠৰ ৰং
তাকে দেখি ৰাধাই হাঁহে
কত যে তাইৰ ঢং

জুগনু বিহিন সময়খিনি ৰাধাৰ যেন শতিকা
চাহ বাগিচাত ঝুমুৰ নাচি জুগনুক যাচে ফটিকা ।

নিজৰা পাৰ, ১৯৬৯

# লুইতেতে মোৰ ঘৰ

লুইতখন অসমীয়াৰ বুকুৰ আপোন । লুইতেই মুখত গুজি দিয়ে দুবেলা দুগৰাহ ভাত । কিন্তু এই লুইতখনেই কেতিয়াবা কাল ৰূপ ধৰি প্ৰলয়ঙ্কৰী বানৰ সৃষ্টি কৰি আশা- আকাঙ্ক্ষা, সপোন সকলো নিঃশেষ কৰি দিয়ে । লুইতৰ বানে উটুৱাই নিয়ে পথাৰৰ ধান; গৰু-গাই, ভঁৰালৰ ধান, ঘৰ-বাৰী আৰু মানুহ । প্ৰতি বছৰে বানপানীত কত জনৰ যে সলিল সমাধি হয় । আপোনজনক হেৰুওৱাৰ বেদনা দুঃসহ । বৈবাহিক সূত্ৰৰে দুটি মানুহ একেটি মন হোৱা পতি-পত্নীৰ এজনৰ মৃত্যু হলে সেই বেদনা অতিকৈ যন্ত্ৰণাদায়ক ! এদিন মনে বিচৰা ডেকাজনৰ সৈতে মনে পতা সংসাৰখনে বাস্তৱ ৰূপ পালে । দুযোৰে দুচকুত ভাহে বহু আশা, অসীম সপোন। কিন্তু, বোলে আইৰ ঘৰলৈ যাম দুহাতেৰে খাম ! গোসায়ে দিয়েনে ? যোৱাটো লুইতৰ বানত সকলো গ'ল গ'লেই; নৱ বিবাহিত স্বামীও উটি গ'ল । পতি অবিহনে অনাথ নাৰীৰ কি বিলৈ হয় সেয়া বুজোতা জনেহে বুজে। তাইৰ মূৰৰ ওপৰৰ আকাশখন ধুপুচকৈ মাটিত সৰি পৰিল । ইকূল সিকূল হেৰুৱাই তাই মাথোঁ মাজ পানীত ককবকালে। বিৰহৰ জ্বালা অসহনীয় । আমাৰ পৌৰাণিক আখ্যান 'সতী বেউলা'ৰ নায়িকা সতী বেউলাই সদ্য বিবাহিত স্বামীৰ মৃত্যুত মৃত প্ৰায় হয় । পিছত নিজকে সংযত কৰি, অশেষ ধৈৰ্য্যৰে স্বৰ্গলোকলৈ গৈ নাচ গান কৰি দেৱতাক সন্তুষ্ট কৰি মৃত স্বামীৰ জীৱন ঘূৰাই আনিছিল। কিন্তু আজিৰ মানুহৰ বাবে সেয়া কোনোমতে সম্ভৱ নহয় । সেয়েহে তাই মৰণৰ পিছত সিপুৰীত লগ পাই প্ৰিয়জনৰ সৈতে এই মৰতৰ আধৰুৱা কথাবোৰ পতাৰ প্ৰয়াস কৰিছে । এই গীতটিৰ ভাবৰ লগত ৰাভাদেউৰ 'পৰজনমৰ শুভ লগনত যদিহে আমাৰ হয় দেখা, পূৰাবানে প্ৰিয়ে এই জনমৰ মোৰ হিয়াৰ অপূৰ্ণ আশা' গীতটিৰ মিল দেখা যায় । লুইতখন আপোন সঁচা । কিন্তু এই লুইতেই কত জনৰ জীৱনলৈ যে আগবেলাতেই কালসন্ধ্যা নমাইছে তাৰ লেখ জোখ নাই ।

লুইতেতে মোৰ ঘৰ
লুইতেই মোৰ পৰ
লুইতেই যে ভাঙে গঢ়ে সপোন মৰমৰ ।

আশাৰ বালিচৰত এদিন তুমি হ'লা মোৰ
এখনি নাৱত দুয়ো হৈছিলোঁ বিভোৰ
আজি কিয় গুচি গ'লা কিয় নিৰুত্তৰ ?

ইকূল সিকূল কোনো কূল নাপালোঁ
মই মাজ নদীতে ৰলোঁ
চকোৱা বিহীন চাকৈৰ দৰে
মাজ নিশা বিনালোঁ
যোৱাটো বানপানীতে মই
তোমাক হেৰুৱালোঁ
ইকূল সিকূল কোনো কূল নাপালোঁ
মই মাজ নদীতে ৰলোঁ ।

মৰণ কাল সৰ্পই দংশিলে তোমাক
তন্ত্ৰ মন্ত্ৰ নাচ নেজানো ভুলাম দেৱতাক
সিপুৰীত লগ পাই পাতিম কথা মৰতৰ
লুইতেই যে ভাঙে গঢ়ে সপোন মৰমৰ ।

ৰচনা : বোম্বাই, ১৯৬৯

# শীতৰে সেমেকা ৰাতি

সমাজৰ নিঃস্ব, শোষিত-নিপীড়িতসকলৰ দুখত দুখী হৈ তেওঁলোকৰ হৈ মাত মাতি অহা সকলৰ ভিতৰত ড০ ভূপেন হাজৰিকা অন্যতম। এই গীতটি ৰচনা সম্পৰ্কীয় ঘটনাটি গায়ক গীতিকাৰৰ কথাৰে দিয়া হ'ল " সেই দিনা আছিল শীতৰ সেমেকা ৰাতি। ১৬ ডিচেম্বৰ ১৯৬৯ চনৰ। গুৱাহাটীত সেই তাৰিখৰ সন্ধিয়া বাদশ্বাহ খাঁন আব্দুল গঁফুৰ খাঁৰ ভাষণত শুনিলোঁ — পাকিস্তান আৰু হিন্দুস্তানত গৰীব গৰীব হৈয়ে ৰ'ল, কিন্তু আমীৰ আমীৰ হৈয়ে ৰ'ল। ২২ বছৰৰ সংগ্ৰামী স্বাধীনতা 'ভিখাৰী স্বাধীনতা' হ'ল। সমাজত মিলাপ্ৰীতি নোহোৱা হ'ল। ইন্‌চান নোহোৱা হ'ল ...।" সঁচা, ইয়াণ্ডাবু সন্ধিৰ দিনৰে পৰা ইংৰাজ বৃহৎ পুঁজিপতি আৰু স্বৰাজোত্তৰ কালত ভাৰত চৰকাৰ তথা ভাৰতীয় পুঁজিপতিৰ দ্বাৰা শোষিত অসম (ভাৰত)। এই শীতৰ সেমেকা নিশা যি একঠা মাটি আছিল তাকো বন্ধকত থৈ মহাজনৰ দ্বাৰা সৰ্বস্বান্তহৈ তুঁহজুইকুৰা সাবটা বস্ত্ৰহীন কৃষক, দিনৰ দিনটো শ্ৰম কৰি নিশা খালি পেটে শুই পৰা অথচ পেটৰ ভোকৰ পোৰণিত টোপনি নহা কোনো দিন মজদুৰ, বা অসমত হিন্দু মুছলমানৰ মাজত সমন্বয়-সম্প্ৰীতি অটুট যদিও সেই সকল সংখ্যালঘু যি সকলে (কোনো দুষ্কৃতিকাৰীৰ কবলত পৰি) নিৰাপত্তাহীনতাত ভুগি উজাগৰী নিশা কটাইছে — সেই আটাইবোৰৰ কথা ভাবি, তেওঁলোকক সামান্য সকাহ দিয়াৰ কথা ভাবি তেওঁ আবেগিক হৈ পৰে। তাৰ ফলশ্ৰুতিতেই সৃষ্টি হ'ল মানব প্ৰেমৰ এই অমৰ গীতটি। সেই সময়তে অসমৰ সুকণ্ঠী গায়িকা দিপালী বৰঠাকুৰৰ মস্তিষ্কৰ টিউমাৰ হৈ কণ্ঠ ৰুদ্ধ হৈ পৰে। দিপালী বৰঠাকুৰৰ কণ্ঠ ৰুদ্ধ হোৱাত হাজৰিকাদেৱ অতিশয় দুখিত হয় আৰু তেওঁৰ প্ৰতি সমবেদনা জ্ঞাপন কৰি শেষৰ অন্তৰাটি ৰচে।

শীতৰে সেমেকা ৰাতি
শীতৰে সেমেকা ৰাতি।
বস্ত্ৰবিহীন কোনো খেতিয়কৰ
ভাগি পৰা পঁজাটিৰ তুঁহ জুই একুৰাৰ
উমি উমি জ্বলি থকা ৰক্তিম যেন এটি উত্তাপ হওঁ।
শীতৰে সেমেকা ৰাতি
খাদ্যবিহীন কোনো দিন মজদুৰৰ
প্ৰাণতে লুকাই থকা ক্ষুধা অগনিৰ
হঠাতে ভমকি উঠা
প্ৰচণ্ড যেন এটি প্ৰতাপ হওঁ
প্ৰতাপ হওঁ, মই প্ৰতাপ হওঁ।
শীতৰে সেমেকা ৰাতি
সংখ্যালঘু কোনো সম্প্ৰদায়ৰ
ভয়াৰ্ত মনটিৰ নুফুটা আৰ্তনাদ
নিজেই প্ৰকাশ কৰি
মই যেন এটি নিৰাপত্তা হওঁ, নিৰাপত্তা হওঁ; নিৰাপত্তা হওঁ।
শীতৰে সেমেকা ৰাতি
কণ্ঠৰুদ্ধ কোনো সুগায়কৰ
প্ৰভাত আনিব পৰা, অথচ নোগোৱা
এটি অমৰ গীতৰ বাবে মই যেন এটি সুধাকণ্ঠ হওঁ।

ৰচনা ঃ গুৱাহাটী, ১৬-১২-৬৯

# শ্বমা থাকিলে জৰুৰ জৰুৰ

'গজল' এটি ফাৰ্চি শব্দ । অৰ্থ হ'ল 'কথা কোৱা', প্ৰিয় বা প্ৰিয়াৰ গুণ বৰ্ণনা কৰা । মোগলৰ ৰাজত্ব কালত এইবিধ কবিতা পাৰস্যৰ পৰা ভাৰতলৈ আহে । এই বিধ কবিতাৰ পাঁচটা বা ছটা 'কপ্লেট' থাকে। দুটা শাৰীত এটা স্বয়ং সম্পূৰ্ণ অৰ্থ থাকে । মিলনৰ আকাঙ্ক্ষা, বিৰহৰ মিঠা বেদনা, কামনাৰ তীব্ৰ মিঠা বেদনাৰ বাসনা থকা ৰাগ ৰাগিনীৰ আধাৰত বিন্যস্ত সুৰীয়া গীতেই হ'ল গজল । কিন্তু সকলো গজল প্ৰেম বা কামনা-বাসনা বহুল নহয় । কিছুমান গজল প্ৰেয়সীৰ উদ্দেশ্যে ৰচিত নে ভগৱানৰ উদ্দেশ্যে ৰচিত সতকাই ধৰা টান । অসমীয়া গীততো গজলৰ প্ৰভাৱ নপৰা নহয় । কম সংখ্যক হ'লেও আনন্দিৰাম দাস, বিষ্ণু প্ৰসাদ ৰাভা আদিয়ে গজল ৰচি সুৰ দিছিল । ড০ ভূপেন হাজৰিকাদেৱৰ জীৱনৰ প্ৰথমখন ৰেকৰ্ডত বিষ্ণুৰাভা ৰচিত 'আজলী হিয়াৰ মাজে বিজুলী বাণ মাৰে – তাইৰ কাজলী চকুৰ ঠাৰে' গজলটি বাণীবদ্ধ কৰা হৈছিল ।

আমাৰ আলোচ্য গীত 'শ্বম্মা থাকিলে... ' ড০ ভূপেন হাজৰিকাদেৱৰ এটি সুন্দৰ গজল । শ্বমা অৰ্থাৎ বন্তিৰ শিখা দেখিলে চগা উৰি আহিবই । যেনেকৈ বিজুলী দেখিলে আকাশখন ৰোমাঞ্চিত হৈ জিলিকি উঠে । ড০ হাজৰিকাদেৱৰ এই গীতটি জনৈক আলী আৰু ফাতেমাৰ প্ৰেম আৰু মিলনৰ গীত । তেওঁ গাইছে যে আলী আৰু ফাতেমাৰ এই যোৰা মামুলী যোৰা নহয়; ই যোৰও যোৰ একেবাৰে পাভযোৰ । কেতিয়াবা কোনো কাৰণত কোনো চক্ৰান্তকাৰীয়ে যদি তেওঁলোকৰ সংসাৰখনত কেণা লগোৱাৰ চেষ্টা কৰে, দুয়োৰে মাজত বিভেদৰ সৃষ্টি হয়; তেতিয়া ফটা কাপোৰ বেজীৰে চিলাই পুনৰ এক কৰাৰ দৰে দুয়োৰে মুহব্বতে পুনৰ দুয়োৰে ভগা হিয়া দুখন জোৰা লগাব । সেয়েহে, আজীৱন এই জোৰা যোৰ হৈয়ে ৰ'ব । হিন্দু বিবাহত 'হৰ গৌৰী বসতি কৰক' বুলি আশীৰ্বাদ দিয়াৰ দৰে এই গজলটিত গায়ক গীতিকাৰে পৰৱৰদিগাৰক দোৱা মাগিছে বা ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছে যে 'তেওঁলোকৰ জীৱন সুন্দৰ হওঁক' । গীতটিত উৰ্দু শব্দৰ সমাবেশ ঘটাত গীতটি আৰু অধিক মোহময়ী আৰু প্ৰাণস্পৰ্শী হৈ পৰিছে ।

শ্বমা থাকিলে জৰুৰ জৰুৰ
পৰৱানা যে আহিবই
বিজুলী দেখিলে আচ্‌মানখনো
জিলিকি জিলিকি উঠিবই ।

মনৰ কাপোৰ ফাটি গ'লেই
মুহব্বতে চিলাবই
দুটা দিলৰ দুই ইন্‌চানক
নিকাহে এটা কৰিবই

এই যোৰা পাভ যোৰা
যোৰা ই মামুলি নহয়
ই আলি আৰু ফাতেমাৰ যোৰা
যোৰা কায়েম কৰিবই ।

পৰৱৰদিগাৰক দোৱা মাগিছোঁ
জিন্দেগী সুন্দৰ হ'বই ।
বিজুলী দেখিলে আচমানৰো দিল
ধৰক্ ধৰক্ কৰিবই ।

বোলছবি ঃ চিক্‌মিক বিজুলী, ১৯৬৯

# সুউচ্চ পাহাৰৰ

প্ৰতিজন মানুহৰে আছে উচ্চাকাঙ্ক্ষা; জীৱনৰ লক্ষ্য । জীৱনৰ লক্ষ্য বাস্তৱত ৰূপায়ণ কৰিবৰ অৰ্থে কঠোৰ সাধনাৰ প্ৰয়োজন । এই গীতটিত ড° হাজৰিকাদেৱৰ নিজ প্ৰাণৰ কথা সুন্দৰ ভাবে প্ৰতিভাত হৈ উঠিছে। তেওঁ প্ৰেমিক সুন্দৰৰ আৰু চিৰ বিদ্ৰোহী দুষ্কৃতিৰ । সেয়েহে সময়ৰ পক্ষীৰাজ ঘোঁৰাত উঠি তেওঁ ধাৱমান হাতেৰে ঢুকি নোপোৱা সুউচ্চ পাহাৰৰ শৃঙ্গত থকা সুন্দৰৰ কুঁৱৰীৰ সন্ধানত । সুন্দৰৰ কুঁৱৰীয়েও সন্ধান কৰিছে ছন্দৰ ধুমুহাত ধাৱমান পুৰুষ; যি বিশ্বৰ ছন্দে ছন্দে নাচি বিলায় মহাপ্ৰাণ । সেয়েহে, বাধাৰ হেঙাৰ নেমানি তেওঁ ছন্দৰে কৰে ছন্দৰ আখৰা । অৱশেষত জীৱনৰ শেষত, তেওঁ সাধনাত সফল হ'ল; জীৱনৰ ছন্দ বিচাৰি পালে । তেওঁ সুন্দৰৰ জ্যোতিৰে জ্যোতিস্মান হ'ল; জনতাৰ মুখতো হাঁহি বিৰিঙালে ।

সুউচ্চ পাহাৰৰ শৃঙ্গলৈ উঠা মই
এক প্ৰেমিক অশ্বাৰোহী
দুৰন্ত অশ্বৰ পদধ্বনিত
উন্মাদ হোৱা এক চিৰ বিদ্ৰোহী —— ।
টিক্ টিক্ টিক্ টিক্ সময়ৰ ছন্দত
ধপ্ ধপ্ শব্দ বাজে কলিজাৰ
প্ৰেমৰ ছন্দ মোৰ প্ৰতি ধমনিতে
দুৰ্বাৰ ছন্দ আছে কামনাৰ
সৌৱা পাহাৰ শৃঙ্গত
আছে হেনো এক নেদেখা মোহময়ী কামিনী
অপৰূপা যৌৱনা সুনবীনা তাই
নতুন ছন্দৰ অধিকাৰিনী ।
কথা ঃ ছন্দৰ ৰাণী তাই ইমান কাষতে
অথচ তাই হেনো ইমান দূৰত !
মাজতে হেঙাৰ হৈ অট্টহাস কৰে
ছন্দহীনতাৰ গভীৰ গৰ্ভত ।
তথাপি হাত মেলি মেলি তাই মাতে
দেহৰ ছন্দত যেন সাগৰ লহৰ
সাগৰৰে লহৰ ।
তাই হেনো কৰিছে ছন্দৰ ধুমুহাত
ধাৱমান পুৰুষৰ সন্ধান
যি বিশ্বৰ ছন্দে ছন্দে নাচি
বিলায় মহাপ্ৰাণ ।
মহাকাশ ভৰা নক্ষত্ৰ গতি
অনন্ত ছন্দৰ বাজে নাগাৰা
মন অশ্বৰ সৈইয়া খট্ খট্ শব্দৰ
ছন্দৰে কৰো ছন্দৰ আখৰা
কথা ঃ ছন্দৰ আখৰা কৰোঁ ।


ৰচনা ঃ গুৱাহাটী, ১৯৬৯

# আজি জীৱন বুটলিবি

জীৱন সুন্দৰ। "ওগো জীৱন! সুন্দৰ জীৱন। মৰিতে চাহিনা আমি এ ভুবন মাজে। মানৱেৰ মাজে আমি বাচিবাৰ চাই।"— ৰবীন্দ্ৰ নাথ। 'ধন্য নৰতনু ভাল' বুলি মাধৱদেৱেও কৈ গৈছে। তেনেকৈ, ইংৰাজীত 'Life is extension but not an extraction' বোলা এষাৰ কথা আছে। জীৱনৰ ৰং ৰামধেনুৰ দৰে। পাৰ্থিৱ বস্তু মাত্ৰেই স্থায়ীত্বহীন। জীৱন আছে বাবেই মৰণ আছে। মানুহৰ জীৱনত সুখতকৈ দুখৰ ভাগ অধিক। কঠিন শিলৰ ফাকতো এপাহ ফুল ফুলি বিমল সৌন্দৰ্যৰ সৃষ্টি কৰাৰ দৰে দুখৰ ফাঁকে ফাঁকে ফুলে এধানি সুখ কমল। ইয়েই জীৱনক সুন্দৰ আৰু বৰণীয়া কৰি তোলে। সেয়েহে মানুহে 'এদিনতো' মৰিবই লাগিব' বুলি হতাশাত নুভুগি জীৱনৰ কদাকাৰ ৰূপটো মনৰ পৰা বহিষ্কাৰ কৰি দুখৰ মাজতে পোৱা তাকৰীয়া সুখকে উপভোগ কৰি জীৱনক পৰিতৃপ্ত আৰু জুয়ে পোৰা সোণৰ দৰে উজ্জ্বল কৰা উচিত। মানুহ উচ্চাকাঙ্ক্ষী, সামাজিক জীৱ। আওপুৰণি ৰীতি-নীতি, অন্ধবিশ্বাসে সমাজৰ প্ৰগতি বিঘ্নিত কৰে। মানৱ পক্ষীয়ে বিচাৰে দুপাখি মেলি ন-দিগন্তত বিচৰণ কৰিবলৈ। সেইবাবে, কৌটিকলীয়া ৰীতি-নীতি, অন্ধবিশ্বাসেৰে প্ৰদূষিত সমাজৰ বন্ধ সজাৰ দুৱাৰ ভাঙি নতুন যুগৰ নতুন দিগন্তলৈ ওলাই আহিব লাগে। অকল ঐশ্বৰ্যই মানুহক সুখী কৰিব নোৱাৰে। জীৱনত কিমান পালে, কিমান হেৰুৱালে, কিমান সাচিব হিচাবৰ তালিকাখন আগত লৈ মনৰ মাজত পিশাচ এটাক সংৰক্ষণ কৰিলে সুখ নাবাঢে। মানুহ ত্যাগী হ'ব লাগে। ত্যাগ ভাৰতীয় দৰ্শনৰ অনন্য অঙ্গ। নীল আকাশত উৰি থকা জাতীয় পতাকাখনত থকা গেৰুৱা ৰংটিয়ে এই কথাকে সোঁৱৰাই আছে। পোৱাখিনি অকলে ভোগ কৰিও তৃপ্ত হোৱা নেযায়। নিঃস্ব জনৰ, মুমূৰ্ষুজনৰ মাজত বিলাই দি তেওঁলোকৰ মুখত হাঁহি বিৰিঙাব পাৰিলে সেই হাঁহিয়ে দিয়ে বিমল আনন্দ, জীৱন সাৰ্থক হোৱাৰ চাৰ্টিফিকেট। ইয়াকে কৰিলে মানুহৰ জীৱন হয় সুন্দৰ। জন্মিলে মৰণ শ্বাশ্বত যদিও সেইজন হয় মৃত্যুঞ্জয়ী।

আজি জীৱন বুটলিবি
হাঁহি হাঁহি আহ
আজি মৰণ পাহৰিবি হাঁহি হাঁহি আহ
বাঁহীটি লৈ আহ আৰু হাঁহিটি লৈ আহ
আজি যুগৰ নতুন দিগন্তলৈ ওলাই ওলাই আহ।

মনৰ চৰাইটিক আৰু কিমান বান্ধিবি
কালৰ এলান্ধু চাই কিমান কান্দিবি
আজি বন্ধ সজাৰ দুৱাৰ মেলি নাহনে ওলাই ?
আজি জ্যোতিৰ নতুন দিগন্তলৈ ওলাই ওলাই আহ।

আজি সময় ধাৰাপাতত দেখোন নাই বিয়োগৰ ঘৰ
জীৱন পথাৰ নদন বদন মুক্ত মানুহৰ
কিমান নিদি কিমান পালি কিমান গণিবি
ৰাহিখিনি পূৰণ কৰি কিমান সাচিবি
আজি যিমান পালি সিমান কিয় নিদিয় বিলায় ?
আজি ত্যাগৰ নতুন দিগন্তলৈ ওলাই ওলাই আহ।
আজি যুগৰ নতুন দিগন্তলৈ ওলাই ওলাই আহ।
আজি জ্যোতিৰ নতুন দিগন্তলৈ ওলাই ওলাই আহ।

কলিকতা, ১৯৭০

# চ'তৰে বিহুৰে গীত

ৰহাগ বিহুৰ অন্য নাম ৰঙালী বিহু । এই বিহু চ'তৰ শেহৰ দিনাৰে পৰা উদ্‌যাপিত হয় । বিহুৰ আগদিনা উৰুকা । বিহুৰ গামোচা, যা-যতন আদি চ'তত‌ে কৰা হয় । সেয়ে এই বিহুক চ'তৰ বিহুও বোলা হয়। এই বিহুত অসমীয়া মানুহে নতুন বস্ত্ৰ লোৱাৰ উপৰিও নৃত্য-গীত ইয়াৰ মুখ্য আকৰ্ষণ । লোকসংস্কৃতিৰ অমূল্য ভাণ্ডাৰেৰে ভৰ-পূৰ অসম । কিন্তু দেখা যায় লোকসংস্কৃতিৰ প্ৰতি যেন অনীহা আজিৰ অসমীয়াৰ; বিশেষকৈ কিছুমান কোৱা ভাতুৰীয়া ধৰণৰ লোকৰ । সেই চামে পশ্চিমৰ বাবে বগলুৱা সংস্কৃতি আদৰি লোৱাত সেই সংস্কৃতিয়ে আকাশী লতাৰ দৰে ছানি ধৰিছে অসমৰ এই সোণসেৰীয়া সংস্কৃতিক । আমি আমাৰ বাৰেৰহণীয়া সংস্কৃতিক ৰক্ষা কৰিবই লাগিব । সংস্কৃতিৰ পৰিসীমা নাই । পাহাৰৰ পৰা বৈ অহা নৈয়ে নানা ঠাইৰ মাজেদি বৈ আহি সাগৰ পোৱাৰ দৰে সংস্কৃতিয়েও দেশ মহাদেশৰ সীমা ছেৰাই যায়। "কিছু লব লাগে কিছু দিব লাগে" এই নীতিৰে আমি আনৰ ভালটোহে গ্ৰহণ কৰিব লাগে । কিন্তু তাকে কৰিবলৈ গৈ বিজতৰীয়া সংস্কৃতি গ্ৰহণ কৰি স্বকীয়তা হেৰুৱাই আত্ম পৰিচয়হীন হোৱা উচিত নহয় । আধুনিক অসমীয়া সংস্কৃতিৰ ধ্বজাবাহক ড০ ভূপেন হাজৰিকাদেৱে আমাৰ ডেকা গাভৰু সকলক সচেতন কৰি দি কয় যে নিজস্ব সংস্কৃতি ৰক্ষা কৰাটো যেন তেওঁলোকৰ ব্ৰত হওঁক। ইয়াৰ বাবে প্ৰয়োজন বশতঃ তেওঁলোকে দেওধনী নচাদি নাচক । লুইতক কোনোবাই বালি ভেটা দি ৰোধিব পাৰে জানো ? ভেটা ভাঙি বৈ যায় । তেনেদৰে বিজতৰীয়া, পাবত গজা সংস্কৃতিয়ে আৰু "সাহিত্য সঙ্গীতকলাবিহীন সাক্ষাৎ পশু পুচ্ছবিষাণহীনঃ" যেন লোকে আমাৰ হিৰণ্ময়ী সংস্কৃতিক ধ্বংস কৰিব নোৱাৰে ।

চ'তৰে বিহুৰে গীত
এই বেলি পীত বান্ধ
এই বেলি পীত

চ'তৰে বিহুৰে নাচ
অ' বোলো নাচনী নাচিবি তই কি ?
বিহুৰে হুঁচৰি
অ' বোলোঁ বিহুৱা গাবি তই কি ?
চোতালত গজে বন
মূৰ থিয় দি
অ' বোলো নাচনী
নাচিবি তই কি ?

সেন্দুৰী বাটৰ বাধা
ধূলি পৰি যা
দেওধনী তোল আজি
বৰতীয়া গা
এ লুইতকে ৰোধে কোনে
বালি ভেটা দি
চ'তৰে বিহুৰে গীত ....

ৰচনা ঃ ১৯৭০

# তুমি নতুন পুৰুষ

দেশে স্বৰাজ লোৱাৰ কেই দশক পিছতো অসমৰ জন-জীৱনৰ ৰং সলনি নহ'ল। দৰিদ্ৰৰেখাই গাওঁ-ভুঁই সামৰি ললে। আনফালে জমিদাৰ, মহাজনৰ উদৰবোৰ গণ্ডাটোপ যেন হ'ল। ফলত ধনী-দুখীয়া দুটা শ্ৰেণীৰ সৃষ্টি হ'ল। হাড়ে-ছালে লগা নৰ কঙ্কালবোৰৰ মুখেৰে মাত মাতিবলৈ সাহস নথকাত শোষণ, দমন, নিপীড়ন,দুনীৰ্তি অন্যায় অবিচাৰ বাঢ়ি গৈ থাকিল। সৰ্বসাধাৰণে ঋণ, সূদ পৰিশোধ কৰিব সামৰ্থ নথকাত তেওঁলোকৰ মাটি ভেটি চক্ৰান্তৰে জমিদাৰ, মহাজনে কাঢ়ি ল'লে। স্বাৰ্থপৰ, কুচক্ৰী ৰাজনৈতিক নেতা, দালাল সবে সৰ্বসাধাৰণৰ কথা ভবা দূৰৈৰ কথা, লাওলোৱা জনতাৰ ওপৰত আস্থা নাৰাখি বহিৰাগত সকলক ফুচুলাই, তেওঁলোকক ভোটাধিকাৰ দি নিজৰ ভাব মূৰ্তি অক্ষুণ্ণ ৰখাত আৰু নিজৰ গাদী ৰক্ষাত ব্যতিব্যস্ত হ'ল। এনে স্থলত, দেখিও চকু মুদা, শুনিও নুশুনা হোৱাত বাদে এই নৰ কঙ্কালবোৰে কি কৰিব পাৰে ! গতিকে, কিবা এটা কৰিব লাগিলে নব প্ৰজন্মইহে কৰিব লাগিব। সমাজৰ ৰূপান্তৰ সাধিব পাৰে নতুন পুৰুষেহে। কাৰণ, তেওঁলোক সম্ভাবনাময়ী; অনাগত দিনৰ জাগ্ৰত প্ৰহৰী। সেয়েহে ড০ হাজৰিকাদেৱে নতুন পুৰুষ আৰু নতুন নাৰীসকলক সম্বোধন কৰি কৈছে যে দেশৰ, দহৰ উন্নতিৰ বাবে অঙ্গীকাৰ কৰিলৈ শত ধুমুহা, বিপদৰ প্ৰস্তৰ চূৰ্ণ কৰি নতুন পথ উলিয়াই সময়ৰ পক্ষীৰাজ ঘোঁৰাত উঠি তেওঁলোক আগবাঢ়ি যাব লাগিব; মৃত্যু বিজয় কৰিব লাগিব। সৰ্বহাৰাৰ সৰ্বস্ব ঘূৰাই আনি, নোপোৱাৰ হাঁহাকাৰ নোহোৱা কৰি সমাজখন নতুন আলোকেৰে আলোকিত কৰিব লাগিব। উল্লেখ্য যে, এই গীত লিখাৰ সুদীৰ্ঘ ন বছৰ পিছতহে সদৌ অসম ছাত্ৰ সন্থা আৰু গণ সংগ্ৰাম সমিতিয়ে যুটিয়া ভাবে অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনত নামি পৰে আৰু হেজাৰজন ন-পুৰুষ শ্বহীদ হয়। গীতটিত অতি উচ্চ মানৰ ভাষাৰ সঠিক ভাবে প্ৰয়োগ হোৱাত গীতটি অধিক শ্ৰুতিমধুৰ হৈ পৰিছে। ই অসমীয়া কাব্য সাহিত্যৰো অমূল্য সম্পদ।

তুমি নতুন পুৰুষ
তুমি নতুন নাৰী
অনাগত দিনৰ জাগ্ৰত প্ৰহৰী।
কেঁচা জীৱন সোঁতক সিঞ্চন কৰি
সজাবা সমাজ নিজ হাতেৰে গঢ়ি
এন্ধাৰ গলিত আলোক বৰষাৰ
ঢালিবা তুমি উচ্ছল বাৰি।

মৃত্যুঞ্জয়ী তুমি কৰিবা দমন
শোষকৰ দংশন নোহে চিৰন্তন
সংকল্প তোমাৰ হ'বই সফল
দুৰ্বাৰ সাহসৰ পথ উজ্জ্বল।

তুমি নব সপোন নব অঙ্গীকাৰ
তুমি নব সপোন শত শত ঝঞ্জাৰ
বিপদৰ প্ৰস্তৰ বিচূৰ্ণ কৰি
সজাবা নতুন পথ হাতেৰে গঢ়ি
বজাবা তুমি আশাৰ গগনা
নোপোৱাৰ হাহাকাৰ নোহোৱা কৰি।

ৰচনা ঃ কলিকতা, ১৯৭০

# অটোৰিক্সা চলাওঁ আমি দুয়ো ভাই

অসমৰ আৰ্থ-সামাজিক দিশত গভীৰ প্ৰভাৱ পেলোৱা জলন্ত সমস্যাৰাজিৰ ভিতৰত নিবনুৱা সমস্যা অন্যতম। দকৈ গমি চালে ইয়াৰ কেবাটাও কাৰণ দেখা যায় । প্ৰতি বছৰে খৰাং, বানপানী আৰু গৰাখহনীয়াই অসমৰ খেতি পথাৰৰ বিস্তৰ ক্ষতি সাধন কৰে ।ইয়াৰোপৰি আধুনিক বৈজ্ঞানিক পদ্ধতিৰ বিপৰীতে আওপুৰণি পদ্ধতিৰে কৃষিকাৰ্য্য কৰা বাবে আশানুৰূপ ফচল উৎপাদন নহয় । ফলত হতাশাগ্ৰস্ত কৃষকৰ কৃষিকাৰ্যৰ প্ৰতি অনীহা ওপজে। চৰকাৰে জলসিঞ্চনৰ ব্যৱস্থা আৰু ব্ৰহ্মপুত্ৰৰ বাননিয়ন্ত্ৰণ কৰি, অধিক উৎপাদনশীল বীজ, সাৰৰ যোগান ধৰিলে আৰু কৃষক সকলক উপযুক্ত প্ৰশিক্ষণ দিলে অসম কৃষিত যথেষ্ট লাভবান হ'ব আৰু নিবনুৱা সমস্যাও বহুলাংশে লাঘৱ হব। অসম আওহতীয়া ঠাই; বাট-পথ সুচল নোহোৱাত যাতায়াতৰ সুব্যৱস্থা নাই । ফলত উত্তৰ পূৰ্বাঞ্চলত বৃহৎ উদ্যোগ গঢ়ি নুঠাত কৰ্মসংস্থানৰো অভাৱ । অসমৰ পাঠ্য ভিত্তিক, ত্ৰুটি পূৰ্ণ শিক্ষা ব্যবস্থা, বৰ্হি জনস্ৰোত, জনবিস্ফোৰণ আদিও নিবনুৱা সমস্যাৰ অন্যতম কাৰণ । অতীতৰ অসমীয়া কৰ্মঠ আৰু স্বাৱলম্বী আছিল । সৰ্ব সাধাৰণ জনতাৰ মনত কৰ্মই আছিল ধৰ্ম । নাপিত, কমাৰ, কুমাৰ, কহাঁৰ, কৰ্মকাৰ, ছমাৰ, সূতাৰ, বণিয়া, বাঢ়ৈ, তেলী, তাঁতী, দৰ্জী, ধোবা আদি কাম অসমীয়াই চম্ভালিছিল । বৰ্তমান এই কামৰ ভাৰ বাংলাদেশী, বিহাৰী, নেপালীৰ হাতলৈ গ'ল । অসমীয়া ছোৱালী গৃহস্থলি চম্ভালাৰ উপৰিও ৰোৱনী, দাৱনী, তাঁতৰ পাটৰ নিপুনা শিপিনী আছিল। আপাততঃ ৰাজ্যৰ বাহিৰৰ মিলৰ গামোচালৈ আজিৰ অসমীয়া ডেকাই মঞ্চত বিহু নাচে । তাহানি আহোম ৰজা গদাধৰ সিংহই ৰাজ্যৰ অকৰ্মণ্য ধোদবোৰক কৰ্মত নিযোগ কৰাৰ উদ্দেশ্যে সিহঁতক ধৰি আনি বিখ্যাত ধোদৰ আলি নিৰ্মাণ কৰোৱাইছিল । বিশ্বৰ উন্নত দেশ সমূহত ষোল্ল বছৰ বয়সৰ পৰাই স্বোপাৰ্জনেৰে চলিব লাগে । উদাহৰণ স্বৰূপে গায়ক গীতিকাৰ ড০ হাজৰিকাদেৱে আমেৰিকাৰ কলম্বিয়া বিশ্ববিদ্যালয়লৈ ৰিচাৰ্চ কৰিবলৈ যাওঁতে বিশ্ববিদ্যালয়ৰ "Student's Employment Guidence Buaurau" ৰ তত্বাবধানত তিনিটা কাম কৰিছিল আৰু প্ৰতিটো কামৰ বাবদ ঘণ্টাত চাৰি ডলাৰকৈ লাভ কৰিছিল । আমাৰ অসমত উচ্চ শিক্ষিত লৰা-ছোৱালীৰ কথা বাদেই; 'ক'ৰ কাণ কেইটা চিনি নোপোৱা সকলেও আজি সাধাৰণ কাম কৰিবলৈ লজ্জাবোধ কৰে ! চাৰি আলিৰ চ'কত, দোকানৰ সমুখত বহি আড্ডা মাৰি, ধৰ্ণা দি, আন্দোলন কৰি সময় পাৰ কৰে; হতাশাত ভুগি হাতত অস্ত্ৰ তুলি লয় । ১৯৭১ চনত গুৱাহাটীত অটোৰিক্‌ছা চলে । তেতিয়া এই জাতীয় সমস্যাটোৰ আংশিক সমাধানাৰ্থে শিক্ষিত নিবনুৱা সকলৰ মনৰ মামৰ আঁতৰাই কৰ্ম প্ৰেৰণা দিয়াৰ উদ্দেশ্যে "অটোৰিক্‌ছা চলোৱা দুজন শিক্ষিত ভাই-ককাইৰ মনৰ কথাৰে" ড০ হাজৰিকাদেৱে এই উৎপ্ৰেৰণা মূলক গীতটো ৰচে আৰু ভাতৃ জয়ন্ত হাজৰিকাৰ সৈতে গায়।

ককায়েক ঃ **অটোৰিক্সা চলাওঁ**
**আমি দুয়ো ভাই**
**গুৱাহাটী কৰি গুলজাৰ**
**বি-ই ফেইল মই**
**সৰু ভাই এম-এ পাছ**
**বেঙ্কতো বহুতো ধাৰ ।**

**ভাইটিৰ নামত আছে পাৰ্মিট**
**চলাওঁ ময়ো একোবাৰ,**
**শিক্ষিত বেকাৰৰ মই-সৰু-ভাব**
**কমপ্লেক্স নাই আমাৰ ।**
**ভাইটিৰ এটি মাথোঁ দোষ আছে**

কথা ঃ জানিব খুজিছে কি দোষ ?
ভাইটিৰ এটি মাথোঁ দোষ আছে
জালুকবাৰী প্ৰিয় তাৰ
মোৰ পৰা কেতিয়াবা
অটোখন কাটি কয়— 'প্ৰিয়া আজি হ'ব পেচেঞ্জাৰ'

মই সুধিলোঁ — 'তোক বিয়া কৰিব জানো
নহ'লি যে তই প্ৰফেচাৰ'
সি উত্তৰ দিয়ে— 'মোৰ প্ৰেয়সীয়ে বুজে দাদা
ডিগ্‌নিটি অব লেবাৰ', 'Dignity of labour'

কথা ঃ 'ককায়েক' ঃ তইঁতৰ ছাবজেক্ট একে আছিল নেকি অ', তোৰ আৰু প্ৰেয়সীৰ ?
ভায়েক ঃ অৰ্থনীতি দুয়োৰে ছাবজেক্ট
এইবাৰ প্ৰেয়সীৰ ফিফথ ইয়াৰ
যোৱাবেলি মই এম এ পাছ কৰি লৈ
লৈছিলো পাৰ্মিট অটোৰিকছাৰ ।

ককায়েক ঃ ভাল কৰিলি ভাই ভালেই কৰিলি
ভাবী ভাইবোৱাৰীলে' আশীষ অপাৰ
হাকিম মন্ত্ৰীৰ চাকৰি বিচাৰি তই
নহ'লি যে ভাগ্যে চিৰ বেকাৰ '

কথা ঃ ব'ল ভাই
দুয়ো ঃ ব'ল বহু ৰাতি হ'ল
ভায়েক ঃ নাই কোনো পেছেঞ্জাৰ
ককায়েক ঃ সেমেকা বতৰটো দেখোঁ বৰ জাৰ
ভায়েক ঃ নাই কোনো পেছেঞ্জাৰ
ককায়েক ঃ ৰুগীয়া আয়ে চাগে ৰখি আছে
বাটি লৈ দাইল-ভাত দুয়োৰে আমাৰ
ভায়েক ঃ নাই কোনো পেছেঞ্জাৰ
দুয়ো ঃ ঘূৰি ৰিফাইনেৰী আৰু জালুকবাৰী
লাচিত নগৰ আৰু ফাঁচি বজাৰ
ভৰলুমুখ আৰু নিজৰা পাৰ
পণ কৰিছোঁ দুয়ো ঘাম পেলাই
শুভতাম বেংকৰ বাকীখিনি ধাৰ
সুধিলোঁ 'তোক বিয়া কৰিব জানো ?'
সি উত্তৰ দিয়ে, 'মোৰ প্ৰেয়সীয়ে বুজে দাদা
ডিগনিটী অব লেবাৰ
Dignity Of Labour
Dignity Of Labour

গুৱাহাটী, ১৯৭১

# গোদাবৰী নৈৰে পাৰৰ পৰা

১৯৫৬ চনত লতা মঙ্গেশকাৰে ড০ ভূপেন হাজৰিকাৰ 'এৰা বাটৰ সুৰ' বোলছবিত 'জোনাকৰে ৰাতি' আৰু 'ৰ'দ পুৱাবৰ কাৰণে' গীত দুটা গাইছিল। 'জোনাকৰে ৰাতি' হিট হ'ল। এই গীতটো লতাৰ হিট গানবোৰৰ ভিতৰত এঘাৰ নম্বৰ গীত। 'জোনাকৰে ৰাতি'ক বখানি ভাৰতবৰ্ষৰ আগশাৰীৰ বাতৰি কাকত সমূহ বৰ বৰ হৰফেৰে জিলিকি উঠিল। গীতটোৰ কথা, সুৰ লতাই বৰ ভাল পালে। ইতিমধ্যে লতাই তেতিয়ালৈকে বহু গীত গাইছে, বৰ নাম কৰিছে। কিন্তু, গীতৰ এনেকুৱা সুন্দৰ কথা, সুৰ হেনো আগতে কেতিয়াও পোৱা নাই। এই সুন্দৰ গীতৰ ৰচক আৰু সুৰকাৰ ড০ হাজৰিকাদেৱক লতাই বৰ ভাল পালে আৰু জ্যেষ্ঠ ভাতৃ ৰূপে মানি ললে। লতাই ভাবিলে যি ঠাইৰ গীত, সুৰ ইমান ভাল সেই ঠাইখন নিশ্চয় বহু ভাল হ'ব। হাজৰিকাদেৱৰ মুখতো অসমৰ বিষয়ে বহু কথাই শুনি শুনি নেদেখাকৈয়ে তেওঁ অসমৰ প্ৰেমত পৰিল। তেওঁৰ ভালপোৱা, শ্ৰদ্ধা, সদিচ্ছা অসমবাসীৰ ওচৰত প্ৰকাশ কৰিবৰ উদ্দেশ্যে তেওঁৰ কথাৰে তেওঁৰ হৈ এটি গীত ৰচিবলৈ ড০ হাজৰিকাক খাটনি ধৰিলে– 'ভূপেনদা মোৰ হৈ এটা গীত লিখক না'। লতাৰ সেই অনুৰোধ মৰ্মে ড০ হাজৰিকা দেৱে এই গীতটি লিখে। নানা কাৰণত গীতটি বাণীবদ্ধ হোৱা নাছিল। সুদীৰ্ঘ কুৰি বছৰ পাছতহে অৰ্থাৎ ১৯৯১ চনত গীতটিয়ে বাণীবদ্ধন ৰূপ পায়। লতাই নিজে ষ্টুডিঅ' বন্দোবস্ত কৰি গীতটো ৰেকৰ্ডিং কৰে। সেয়ে, প্ৰথম ৰচনাৰ পৰা দুই এটা শব্দ সাল সলনি কৰা হয়। লতাৰ জনমভূমি 'মহাৰাষ্ট্ৰ' অসমৰ পৰা বহু দূৰৈত ! এই গীত লিখাৰ পৰলৈকে লতাই ৰূপালী জোনাকে ধোৱা অসমৰ মাটিত ভৰি দিয়াৰ সুযোগ পোৱা নাছিল। সেয়েহে গীতটো প্ৰথম বাৰ লিখোঁতে 'সেইখন দেশ মোৰ নেদেখা দেশ'বুলি লিখা হৈছিল। পিছে ১৯৯১ চনলৈকে অৰ্থাৎ এই গীতৰ ৰেকৰ্ডিংলৈকে তেওঁ দুবাৰ অসমলৈ আহি গ'ল। সেয়েহে 'নেদেখা দেশ'ৰ ঠাইত 'দুৰণিৰ দেশ' বুলি লিখা হ'ল। গীতটিৰ আৰম্ভণিতে লতাই নতশিৰে সন্মান পূৰ্বকভাৱে অসমী আইলৈ সেৱা জনাইছে আৰু অসমী আইয়েও সস্নেহে সেই প্ৰণাম গ্ৰহণ কৰিছে।

অসম আৰু মহাৰাষ্ট্ৰৰ মাজত অনেক সাংস্কৃতিক মিল আছে। যদিও ১৮২৬ চনলৈকে অসম ভাৰতৰ অঙ্গৰাজ্য নাছিল, মহাভাৰতৰ মহা অঙ্গ অসম কিন্তু সাংস্কৃতিক বান্ধোনেৰে এক আছিল। দুয়ো ৰাজ্যৰ প্ৰথম সাংস্কৃতিক মিলটো হ'ল– ভাৰতবৰ্ষৰ দুখন ৰাজ্যত মাতৃক 'আই' বোলা হয়। সেই ৰাজ্য দুখন হ'ল– অসম আৰু মহাৰাষ্ট্ৰ। শ্ৰীকৃষ্ণৰ নাতি অনিৰুদ্ধক অসমৰ শোণিতপুৰৰ উষাই প্ৰেম পাশেৰে বন্দী কৰি আনি গোপনে গন্ধৰ্ব বিবাহ পাতি অগ্নিগড়ত লুকুৱাই ৰাখিছিল। অৱশেষত, জগত পতি শ্ৰীকৃষ্ণই যুদ্ধ কৰি, জয়ী হৈ উষা-অনিৰুদ্ধক দ্বাৰকালৈ লৈ যায়। এই কাহিনী মহাৰাষ্ট্ৰতো জনপ্ৰিয়। মহাৰাষ্ট্ৰতো আছে পঞ্চৱটী বন। বনবাসৰ কালত সীতাই ৰাম-লক্ষ্মণ সহিতে পঞ্চৱটী বনত বাস কৰিছিল আৰু তাৰে পৰাই ৰাৱণে সীতাক হৰি নিছিল। সেই বিৰহতে যেন পঞ্চৱটী বনে আজিও চকুলো সৰায়। সেই কথাই অসমবাসীৰো চকুলো সৰায়। তেওঁ অসমৰ মানৱ ধৰ্ম প্ৰচাৰক, সমাজ শিল্পী শঙ্কৰদেৱক দূৰৈৰ পৰাই সশ্ৰদ্ধ প্ৰণিপাত জনাইছে। বীৰ লাচিত, দেশভক্ত তৰুণ ফুকনক লৈ গৌৰৱ কৰে; শ্ৰদ্ধা কৰে অসমৰ বৰগীত, লোকগীত আদি অসমৰ সোণসেৰীয়া সংস্কৃতিক ! অসমৰ বীৰ পুৰুষ, মহাপুৰুষ সকলৰ দৰে মহাৰাষ্ট্ৰতো আছে মহান দেশ প্ৰেমিক, বীৰ যোদ্ধা ছত্ৰপতি শিৱাজী আৰু তেওঁৰ গুৰু ৰামদাস। দেশৰ বাবে জীৱন দিয়া বীৰ তিলক আৰু চাভাৰকাৰ। ইয়াৰোপৰি অসমীয়া আৰু মাৰাঠী সংস্কৃতিৰ যথেষ্ট সাদৃশ্য আছে। অসম জীয়ৰী সকল সাধাৰণতে নম্ৰ- ভদ্ৰ আৰু লাজকুৰীয়া। মাৰাঠী গাভৰুবোৰো নম্ৰ-ভদ্ৰ আৰু লাজকুৰীয়া। তেওঁলোকে সূৰ্য উঠাৰ আগতে স্নান, নিত্যকাৰ্য্য সম্পন্ন কৰি প্ৰাৰ্থনা গীত 'ওভি', আনন্দত 'লাৱনি' আৰু ৰণক্ষেত্ৰত 'পোৱাড়া' গায়। যেনেদৰে অসমত অসম জীয়ৰীসবে ৰাতিপুৱাই বাহি বন কৰি গা-পা ধোৱে; বৰগীত-ঘোষা, বিহু-হুঁচৰি গায়। লুইতৰ পাৰ কামাখ্যা ধামকে আদি কৰি নানা পূণ্য তীৰ্থৰে ভৰা। সেই পূণ্য ধাম থকা পূণ্যতীৰ্থ সদৃশ য'ত শঙ্কৰ-মাধৱ, হৰিদেৱ, দামোদৰদেৱ আদি মহা পূণ্যৱান গুৰু সকলে ধৰ্মৰ জ্যোতি বিলাইছিল সেই শুৱনি নীলা পাহাৰ আৰু সেউজী

দেশ অসমী আইলৈ আৰব সাগৰৰ তীৰস্থ মহাৰাষ্ট্ৰৰ পৰা কোকিল কণ্ঠী লতাই কৰযোৰে সশ্ৰদ্ধ প্ৰণিপাত জনাইছে।

গোদাবৰী নৈৰে পাৰৰে পৰা
অসমী আইলৈ যাচোঁ প্ৰণাম
সেইখন দেশ মোৰ নেদেখা দেশ
তথাপি চিনাকী শুৱনী নাম
অসমী আইলৈ যাচোঁ প্ৰণাম ।

জোনাকৰে ৰাতি চাগে অগ্নিগড়ত
উষা আই জনীয়ে আজিও বিনায়
মহাৰাষ্ট্ৰতো সীতাৰ বিলাপ শুনি
পঞ্চৱতী বনে চকুলো সৰায়
হেনো, শঙ্কৰে দিছিলে মানৱী ধৰম
দুৰ্জ্জেয় সাহ দিলে বীৰ লাচিতে
লোকপ্ৰিয় গোপীনাথে দিলে
মুক্তিৰ মহা প্ৰবাহ ।

মোৰ মহাৰাষ্ট্ৰতো বীৰ শিবাজীয়ে
তিয়াগি নৃপৰ বিলাস
দেশৰ হকে জীৱন যাচিলে
গুৰু আছিল ৰামদাস
মহান তিলক আৰু বীৰ চাভাৰকাৰে
যুঁজিছিল অবিৰাম
সেইখন দেশৰে জীয়ৰী মই
অসমী আইলৈ যাচোঁ প্ৰণাম ।

মই মাৰাঠী গাৰ্বৰে জীয়ৰী
নয়নত লাজ ভৰা চাৱনি
পিছে ৰণ ক্ষেত্ৰতে 'পোৱাডা' গাওঁ
আনন্দতে গাওঁ 'লাৱনি'
সূৰুয উঠাৰ আগতে 'ওভি'
গাওঁ প্ৰভূকে সুঁৱৰি
অসমৰ জীয়ৰীয়ে যেনেকৈ গায়
বৰগীত, বিহু, হুঁচৰি ।

লুইতৰ পাৰে পাৰে আছে হেনো কত
ধুনীয়া ধুনীয়া ধাম
সেইখন দেশ মোৰ দুৰণিৰ দেশ
তথাপি চিনাকী শুৱনি নাম
অসমী আইলৈ যাচোঁ প্ৰণাম ।

মহাৰাষ্ট্ৰ, গোদাবৰী নৈৰ পাৰ, ১৯৭১

# জয় জয় নৱজাত বাংলাদেশ

১৯৭১ চনৰ ২৫ ডিচেম্বৰত বাংলাদেশ সাৰ্বভৌম ৰাষ্ট্ৰ ৰূপে স্বীকৃত হ'ল ।ই অতিকৈ সুখ দায়ক। কাৰণ ১৯৪৭ চনৰ ১৪ আগষ্টলৈকে এই দেশ আমাৰ দেশৰেই অঙ্গৰাজ্য আছিল । সময়ৰ নিষ্ঠুৰতাত ভাৰতৰ পৰা ফাটি গৈ পূৰ্ব পাকিস্তান নাম লয় । অচিনাকী হৈ গ'ল আপোনজন; আপোন হিৰণ্ময়ী মাটি । কিন্তু 'History repeat itself.' জন্ম লগ্নৰ পাছৰে পৰা দেশখনত পাকিস্তানৰ সামৰিক স্বেচ্ছাচাৰী শাসনত ভিতৰি ভিতৰি বিপ্লৱৰ তুঁহ জুই জ্বলি আছিল । ২৫ মাৰ্চ '৭১ত শ্বেখ মুজিবুৰ ৰহমানৰ নেতৃত্বত পূৰ্ব পাকিস্তানে সাৰ্বভৌমত্ব বিচাৰি এক আন্দোলনৰ সূচনা কৰে । ভাৰতে বঙ্গ বন্ধুলৈ ধন জন আৰু সামৰিক শক্তিৰে সহায়ৰ হাত আগবঢাই সমৰ্থন জনালে । ভাৰতে পোন প্ৰথমে স্বাধীন ৰাষ্ট্ৰ ৰূপেবাংলাদেশক স্বীকৃতি প্ৰদান কৰে । ইয়াৰ পিছত বিশ্বৰ আন আন বহুদেশেই বাংলাদেশক স্বীকৃতি দিলে । ধৰ্মান্ধতা, সামন্ত তন্ত্ৰ, সমৰতন্ত্ৰৰ বিপৰীতে জাতীয়তাবাদ, সমাজবাদ, গণতন্ত্ৰ আৰু ধৰ্মনিৰপেক্ষতা– এই চাৰি স্তম্ভৰ ওপৰত বাংলাদেশ প্ৰতিস্থিত হ'ল। ইয়াৰোপৰি পূৰ্বৰ বিভেদকামী শক্তিৰ পৰিবৰ্তে গঢ়ি উঠিল গঙ্গা পদ্মাৰ একতা । বিশ্বৰ অইন কিছুমান দেশ হোৱা হ'লে গৃহ কন্দলৰ সুযোগ লৈ সীমান্তবৰ্তী দুৰ্বলবাংলাদেশক ভাৰতে আক্ৰমণ কৰিলেহেঁতেন; কিন্তু 'পৰদ্ৰ ব্যেষু লোষ্ট্ৰৱত' বুলি ভবা ভাৰতৰ দৰ্শন হ'ল– ন্যায়-মিত্ৰতা আৰু মানৱতা। সেয়ে গঙ্গা-পদ্মা আৰু ভল্গাৰ পানী মানৱতা, মিত্ৰতাৰ আৰু ন্যায়ৰ ঢল হৈ বৈ গ'ল ।

জয় জয় নৱজাত বাংলাদেশ
জয় জয় মুক্তি বাহিনী
ভাৰতীয় সৈন্যৰ সতে ৰচিলা
মৈত্ৰীৰ কাহিনী ।
ধৰ্মান্ধতাৰ বিপৰীতে ধৰ্মনিৰপেক্ষতা
বিভেদকামী শক্তিৰ সলনি
গঙ্গা পদ্মাৰ একতা ।
সামন্ততন্ত্ৰৰ বিপৰীতে
এক নতুন প্ৰজাৰ তন্ত্ৰ
সমৰ তন্ত্ৰৰ সলনিত
এক অভিনৱ সমাজতন্ত্ৰ
থাপনা কৰি ৰক্তেৰে লিখিলা
শ্বেখ মুজিবুৰৰ বাণী ।
আমাৰ ভাৰত কিছু মাটি নহয়
নহয় মানচিত্ৰ ভাৰত নহয়
বিশেষ এখন শাস্ত্ৰৰ কিছু সূত্ৰ ।
আমাৰ ভাৰত এক প্ৰচণ্ড শক্তিৰে
মেলি থোৱা জাগ্ৰত নেত্ৰ ।
তাৰ দৃষ্টি মাথোন ন্যায়-মিত্ৰতা
নিবিচাৰে সিপৰৰাষ্ট্ৰ ।
বিশাল ভল্গা গঙ্গা পদ্মাৰ
পাৰ ভাঙি এক হ'ল পানী ।

ৰচনা ঃ জয়গাওঁ, ২০ ডিচেম্বৰ,১৯৭১

# নতুন পুৰুষ নতুন পুৰুষ

নতুন পুৰুষৰ ওপৰত আশাবাদী ড০ হাজৰিকাদেৱে এই গীতটিৰে সমাজখন সুন্দৰ ভাৱে সজাবলৈ নতুন পুৰুষক অনুৰোধ জনাইছে উৎসাহ দিছে, প্ৰেৰণা দিছে। সমাজখন প্ৰাণময়ী কৰিবলৈ, প্ৰগতিৰ বাটেৰে আগুৱাই নিবলৈ হ'লে নতুন পুৰুষেই গুৰি বঠা ধৰিব লাগিব, নহলে তেওঁলোকেও এদিন জবাবদিহি হব লাগিব।

কথা ঃ উজুটিৰ আঘাতত ভৰিত তেজ ওলালেও নতুন পুৰুষে ঠেকি ঠেকি শিকিব লাগিব — নহ'লে নতুন পুৰুষ নিজেই যে পুৰণি পুৰুষ হৈ পৰিব।

নতুন পুৰুষ নতুন পুৰুষ
তুমিতো নোহোৱা আৰু ভীৰু কাপুৰুষ
হাতে কামে আজি যদি নোহোৱা পুৰুষ
কাইলৈ হ'বা তুমি পুৰণি পুৰুষ।
অগণন উজ্বল ডেকা সু-পুৰুষ
আৰু আশা ভৰা দৃষ্টিৰ গাভৰুৰ মুখ
মানস পটত আজি জিলিকি উঠে
হে মোৰ মৰমৰ নতুন পুৰুষ।
যুগে যুগে যুগৰ দাবী কঢ়িয়াই
নতুন নতুন পুৰুষ আহিলে
নোপোৱাৰ বেদনাক ধ্বংস কৰিব বুলি
দেশৰেই ধৰণী কঁপালে।
মহা মহা পুৰুষৰ মহা বাটত
কিছু নতুনেও খোজ পেলালে
পিছে মহাবাটেও দেখোঁ অৱশেষত
আওবাটে গতি সলালে।
কিছু নতুনেও নিজৰ বাটত
হয়তোবা উজুটি খালে
উজুটিৰ আঘাতৰ তেজ মচি লৈ
হাঁহি হাঁহি পুনু আগুৱালে।
ভুলেই হওঁক বা ভালেই হওঁক
নতুন পুৰুষে নিজে ঠেকি শিকিলে।
হাত সাৱটি থকা কাপুৰুষে
তাকে দেখি প্ৰমাদ গণিলে।
মুকুতিৰ চিন্তাক যেতিয়া আবৰে
পুৰণি চিন্তাৰ মকৰা জালে
নতুন পুৰুষে নিযে সমাজ গতিক
নতুন নতুন পন্থাৰ ফালে।
অগণন উজ্বল ডেকা সু-পুৰুষ
আৰু আশা ভৰা দৃষ্টিৰ গাভৰুৰ মুখ
মানস পটত আজি জিলিকি উঠে, হে মোৰ ... কলিকতা, ১৯৭১ চন

# নেলাগে সমাজ, নেলাগে নেলাগে

সময় গতিশীল । সময়ক এখন্তেকো ধৰি ৰাখিব নোৱাৰি । কাৰণ, সময় জিৰণি বিহীন । সময়ৰ দৰে সমাজো পৰিবৰ্তনশীল । এদিন জঙ্ঘল বাসী আমাৰ পূৰ্বপুৰুষে নানা পৰিবৰ্তনৰ মাজেৰে আহি আহি সমাজাকাৰে বাস কৰিবলৈ ললে । কাৰণ, মানুহ সামাজিক প্ৰাণী । ইজনে সিজনৰ সুখত সুখী, দুখত দুখী । সেয়েহে সমাজখন সুচাৰু ৰূপে পৰিচালনা কৰিবৰ বাবে, সমাজৰ প্ৰত্যেক মানুহে সমভাবে চলিবলৈ হ'লে কিছু নীতি নিয়মৰ প্ৰয়োজন । সেয়েহে সৃষ্টি হ'ল কিছুমান বিধি বিধান, নীতি-নিয়ম । কিন্তু সময়ৰ অগ্ৰগতিৰ লগে লগে *সেইবোৰ নিয়মেও মানুহক আমুৱালে । সেইবোৰও পুৰণি হ'ল; কামত নহা হ'ল । সেয়েহে ড° ভূপেন* হাজৰিকাদেৱে তেওঁৰ আকাঙ্ক্ষা প্ৰকাশ কৰিলে এটি গীতেৰে 'মোৰ গান হওঁক বহু বাধাৰ প্ৰাচীৰৰ বিপৰীতে এক তীব্ৰ গতিৰেই মান' বুলি । আন এটি গীতেৰে 'সমাজৰ নীতি নিয়ম ভঙাটোও এক নতুন নিয়ম' বুলি প্ৰচলিত সমাজৰ নীতি নিয়মৰ বিৰুদ্ধে বিষোদ্‌গাৰ কৰিলে । আন এটি গীতেৰে 'উনবিংশ শতিকাৰ ধ্যান ধাৰণা বিংশ শতিকাত শোভা নেপায়' বুলি জাতি ভেদৰ প্ৰস্তৰ প্ৰাচীৰ চূৰ্ণ কৰি কাকো নজনাকৈ কামাখ্যাত বিয়া হোৱা 'অনামিকা গোস্বামী আৰু প্ৰশান্ত দাস'ক উৎসাহ দিয়াৰ চলেৰে নিয়ম ভাঙি ওলাই অহা ডেকা গাভৰু সকলক আশীষ বৰ্ষণ কৰিছে এখন সুখী সংসাৰৰ অধিকাৰী হবলৈ । কাৰণ এই নীতি নিয়ম, পৰম্পৰাই বহু যুৱক যুৱতীৰ জীৱনলৈ কাল সন্ধিয়া নমাইছে । হয়তো তেওঁও ভুক্তভোগী । 'উষা নিবিচাৰি অন্তহীন উজাগৰী নিশাহে বিচৰা' এই গীতটি যৌৱনৰ বলিয়া বানত প্ৰেমৰ উন্মাদনা হিল্লোলিত প্ৰাণক সজোৰে নিয়ন্ত্ৰণ কৰিবলগীয়া হোৱাত পোৱা মধুৰ যন্ত্ৰণাৰ গীত ।

নেলাগে সমাজ, নেলাগে নেলাগে
সময় দেখুওৱা ঘড়ী
সময় এবাৰ থমকি ৰওকচোন
আমাকে সাক্ষী কৰি ।

আবেলিৰ ৰামধেনু থপিয়াই আনি
টুকুৰা টুকুৰ কৰি
ছটিয়াই দিম তোমাৰ গালৈ
ল'বাচোন শয্যাত পাৰি ।
বিজুলীৰ একোচা আগচুলি আনি
পশ্চিমৰ ৰঙৰ এনাজৰী
মেৰিয়াই ল'ম দুয়োৰে দেহাত
আকাশেও দিব সঁহাৰি ।

বাধাৰ বুৰঞ্জী বহু বহু বাৰ
টুকুৰা টুকুৰ কৰি
দলিয়াই দিম এন্ধাৰৰ ফালে
যাব ক'ৰবালৈ উৰি ।
ধুমুহাৰ নিশ্বাস মৰেই হলোঁ
তুলাই সাগৰ লহৰী
নেলাগে উষা হওক নিশা অন্তহীন উজাগৰী ।

ৰচনা ঃ গুৱাহাটী, ১৯৭১

# বিমূৰ্ত মোৰ নিশাটি

'Art for art sake বুলি কোনোৱে মত পোষণ কৰিলেও মানুহকলৈয়ে কলা। লিও-নাৰ্দো-দা ভিন্সিৰ 'মনালিচা' পৃথিৱীৰ বিখ্যাত চিত্ৰ। ইলোৰা আৰু অজন্তা ভাস্কৰ্য শিল্পৰ বাবে পৃথিৱী বিখ্যাত ; ইয়াত থকা ভাস্কৰ্য্য সমূহত নৰ নাৰীৰ চুম্বন, আলিঙ্গন, যৌন-সঙ্গম আদি খোদাই কৰা আছে। এই অপূৰ্ব শিল্পশৈলী সমগ্ৰ বিশ্বতে প্ৰশংসিত আৰু সমাদৃত। চাৰি ৰিপুৰ ভিতৰত 'কাম' বা 'যৌনতা' (sex) অন্যতম। যৌনতাক বাদ দি মানৱ জীৱন অসম্পূৰ্ণ। সেয়ে পৃথিৱীৰ উন্নত দেশ সমূহৰ বহু দেশে যৌনতাক স্বীকৃতি দিছে। কিন্তু ভাৰতৰ দৰে আধ্যাত্মিক ধৰ্মী, আত্মসংযমী দেশ এখনত অবৈধ মিলন স্বীকৃতি প্ৰাপ্ত নহয়; পাপ। ভাৰতত বিবাহ বান্ধোনৰ জৰিয়তেহে যৌনতাক স্বীকৃতি দিয়া হয়। আজিৰ বহু যুৱক যুৱতীয়ে আধুনিকতাৰ উতলা বাত উৰি ভাৰতীয় আধ্যাত্মিক প্ৰেমতকৈ পশ্চিমীয়া সস্তীয়া ইন্দ্ৰিয় সুখ বা দৈহিক সম্ভোগৰহে বেছি চিন্তা-চৰ্চা কৰা দেখা যায়। সমালোচকৰ দৃষ্টিত— "ভূপেন হাজৰিকাই বিদেশত ঘূৰি পাকি আহি কিছুমান দৈহিক সম্ভোগ সৰ্বস্ব আৰু তৰল প্ৰেমৰ গান লিখিছে যিবোৰ আমাৰ সমাজ ব্যৱস্থাৰ পৰিপন্থী।" আকৌ " সমাজৰ নীতি নিয়ম ভঙাটো নতুন নিয়ম বুলি তেওঁ এক মাৰাত্মক ভুল কৰিছে।" বুলি সমালোচিত হৈছে। —সমালোচনাই মামৰে ধৰা লোকো জুয়ে পোৰা সোণৰ দৰে উজ্জ্বল কৰে। ড০ হাজৰিকাদেৱৰ ক্ষেত্ৰতো এই কথাই খাটে। ৰূপকোঁৱৰ জ্যোতি প্ৰসাদৰ ৰচিত 'ৰূপালীম' নাটকৰ এটি দৃশ্যত মণিমুগ্ধই ৰূপালীমক এনেদৰে কৈছে : 'মণিমুগ্ধ —— ৰূপালীম্। পখিলা নপৰা ফুলৰ পাহিৰ দৰে ভোমোৰাৰ পাখিৰ বা তেই তুমি শিয়ৰি উঠিছা ?' উপন্যাস সম্ৰাট ৰজনী কান্ত বৰদলৈৰ শ্ৰেষ্ঠ উপন্যাস 'মিৰি জীয়ৰী'ত নায়িকা পানেই আৰু নায়ক জঙ্কিয়ে গাচি মিৰিৰ হাতত বন্দী হৈ থকা অৱস্থাত নিশা দুয়ো গোপনে মিলিত হৈছিল। ই এখন সমাজিক উপন্যাস। যৌনতাক লৈয়ে অশ্লীল সাহিত্য বা পৰ্ণগ্ৰাফী, অশ্লীল চিনেমা, অশ্লীল নৃত্য বেলে আদিৰ সৃষ্টি হৈছে। আমাৰ বিহুনৃত্য সমূহো যৌন আবেদনময়ী। ইংৰাজ সকলে বিহু নৃত্যক অশ্লীল নৃত্য বুলিছিল। সম্প্ৰতি এই নৃত্যৰ যৌন উদ্দীপক মুদ্ৰা কিছু সালসলনি ঘটোৱা হৈছে। ফল স্বৰূপে জাতীয় নৃত্য বিহু পৰিয়ালৰ সকলোৱে একেলগে উপভোগ কৰিব পৰা হ'ল।

এই গীতৰ গদ্য খিনি ড০ হাজৰিকাদেৱৰ ভাষাৰে দিয়া হ'ল —" ধৰক, আপোনাৰ কল্পনাৰ, প্ৰেয়সীক আপুনি এটি নিশা বৰ কাষতে পাইছে। সেই নিশাটি আপোনাৰ বাবে এন্ধাৰ নহয়। সেই নিশাটো আপোনাৰ মনত এখনি উজ্জ্বল নীলা চাদৰ হৈ গ'ল। সেই চাদৰ যৌনতাৰ সূতাৰে বোৱা। কাৰণ নিশাটো বৰ শান্ত। তাৰে এটি মিঠা ভাঁজত (যিটো বৰ মিঠা ভাঁজ) আপুনি প্ৰেয়সীৰ তপত নিশ্বাস আৰু জীৱন্ত উত্তাপ বা উম পাইছে। সেই প্ৰেমত কামনাও আছে। কাৰণ তেজ মঙহৰ প্ৰেয়সীৰ সৈতে একে হৈ যোৱাৰ মন স্বাভাৱিক শৰীৰৰ প্ৰেমিকৰ থাকিবই। কামনাৰ তেজ ৰঙা। আপোনাৰ প্ৰেমৰ গভীৰতাও অধিক। তাতে আপোনাৰ মৰমে আজি সহস্ৰ শাওণ আৰু ভাদ মাহৰ বৰষুণৰ দৰে বৰষিব খুজিছে। আপুনি আশা কৰি থকা প্ৰেয়সীৰ বুজিব নোৱাৰা কোমল কণ্ঠৰ প্ৰতিধ্বনি আপোনাৰ কাণত নিয়ৰ বিন্দুৰ দৰে সৰি সৰি পৰিছে। প্ৰেয়সীৰ ওঁঠ দুটাও কঁপি কঁপি কাতৰ হৈছে। অশান্ত প্ৰেমিকে নিয়ম ভাঙে। নিয়ম ভঙাৰ নিয়মকে তেওঁলোকে নিয়ম কৰি লয়। মৰমত কিমান নিয়ম মানিব। প্ৰেমিক প্ৰেমিকাই নীলা ৰঙৰ সেই মৰমী নিশা মধুৰ নাট ৰচনা কৰে। তাৰে শীৰ্ষ বিন্দুত থাকে ক্লাইমেক্চ। ক্লাইমেক্চত থাকে আঘাত প্ৰতিঘাত। কিন্তু মোৰ গীতটোত সেই আঘাত প্ৰতিঘাত কোমল বুলি কৈছোঁ।

যেতিয়া আপুনি আপোনাৰ সবাতোকৈ মৰমৰ জনৰ সৈতে মিলি আলিঙ্গনৰ সাগৰত সাঁতুৰি আছে তেতিয়া দূৰৈত বৈ থকা আৰ্তনাদৰ নদীৰ কোনো ঘাটে যদি ক্ৰন্দন কৰি পৃথিৱী কপায় আপুনি ভ্ৰূক্ষেপ কৰিবনে ? তেতিয়া নীলা চাদৰ সদৃশ সেই মিঠা নিশাক (য'ত আপুনি পূৰ্ণতা পাইছে) সেই মুহূৰ্ত কেইটি গীতেৰে অমৰ কৰি থোৱাৰ পৰা বিৰত থাকিবনে যদি আপুনি গীতিকাৰ, সুৰকাৰ, গায়ক হয় ?

আকৌ কওঁ, Abstract art, Abstract film, Abstract কবিতা থাকিব পাৰে যদি Abstract গীতো থাকিব পাৰে।" — ( কৃষ্টিৰ পথাৰে পথাৰে, পৃষ্ঠা ২৬৭ )

বিমূৰ্ত মোৰ নিশাটি যেন
মৌনতাৰ সূতাৰে বোৱা
এখনি নীলা চাদৰ।
তাৰেই এটি মিঠা ভাঁজত
নিশ্বাসৰে উম
আৰু জীয়া জীয়া সাদৰ
এখনি নীলা চাদৰ

কামনাৰে তেজ ৰঙা
আজিৰ গভীৰ গৰ্ভতে
নীৰৱ মৰম বাৰিষাৰ
বহুতো শাওণ-ভাদৰ
তাৰেই এটি মিঠা ভাঁজত
নিশ্বাসৰে উম
আৰু জীয়া জীয়া আদৰ।

সৰি পৰে প্ৰত্যাশিত
অস্ফুট এক প্ৰতিধ্বনি
সাদৰী মাতৰ
তাইৰ সাদৰী মাতৰ
পৰিধিবিহীন সংগমমুখী
নিৰ্মল দুটি ওঁঠ
কম্পন-কাতৰ।

নিয়ম ভঙাৰ নিয়ম ইযে
নিয়মাকাঙ্ক্ষী বাটৰ
কোমল আঘাত প্ৰতি আঘাত
নীলা নিশাৰ নাটৰ।

দূৰৈৰ আৰ্তনাদৰ নদীৰ
ক্ৰন্দন কোনো ঘাটৰ
ভ্ৰূক্ষেপ নাই লভিছোঁ মই
আলিঙ্গনৰ সাদৰ
তাৰেই এটি মিঠা ভাজঁত
নিশ্বাসৰে উম
আৰু জীয়া জীয়া আদৰ।

ৰচনা : কলিকতা, ১৯৭১

# ব্ৰহ্মপুত্ৰৰ পাৰ দুটি

শিশুই জোনটোলৈ চাই ভাল পায়। সন্ধিয়া কোলাত লৈ চোতালত বহিলে শিশুৱে জোনটোলৈ একেথৰে চাই চাই অবাকহৈ যায়। সেয়েহে, কোনোবা কালত শিশুক নিচুকাবলৈ মাতৃয়ে গাইছিল, 'জোনবাই এ, বেজী এটি দিয়া' বুলি। অৱশ্যে, আজিৰ দিনত এই গীতটি এনেদৰে গোৱা যাব–'বেজীনো কেলেই ? মানুহৰ মন যোৰাবলৈ'। শিশু মনৰ খোৰাক যোগাব পৰা বা শিশুক অনুপ্ৰেৰণা দিব পৰা গীত অসমীয়াত তাকৰ। সেই অভাৱ পূৰাবলৈ হাজৰিকাদেৱে কিছু শিশু গীত ৰচে। এই গীতটি তেনে এটি গীত। শিশুৱে বিচাৰে মৰম চেনেহৰে ভৰা এখন সুন্দৰ ঘৰ, এখন সুন্দৰ সমাজ – য'ত হিংসা হত্যা সন্ত্ৰাস নাই; সকলোৱে মিলাপ্ৰীতিৰে বাস কৰিব পাৰে।

অন্যান্য গীতৰ দৰে শিশুগীত সমূহো হব লাগে যুগ সচেতন। ১৯৬৯ চনৰ ২১মেত নীল এ আমষ্ট্ৰংএ চন্দ্ৰ পৃষ্ঠত ভৰি দিয়ে। সাত সাগৰ তেৰ নদীৰ সিপাৰৰ দেশ সমূহৰ দেশৰ লগতো আমাৰ দেশৰ সম্পৰ্ক আছে। কিন্তু একেখন ৰাজ্যতে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰ আৰু দক্ষিণ পাৰৰ মানুহৰ মাজত যোগাযোগ নাই। ১৯৬২ চনত শৰাইঘাটৰ দলংখন হোৱাত অসমৰ মানুহৰ যুগ যুগৰ অভাৱ পূৰণ হ'ল, যাতায়াত, বেহা বাণিজ্যও সুচল হ'ল। তেতিয়া চন্দ্ৰলোকলৈ গমন আৰু ব্ৰহ্মপুত্ৰৰ দলং নিৰ্মাণ (দুঃসাহসিকতা আৰু মিলন) দুয়োটি কথাৰ সংমিশ্ৰণত যুগ সচেতন গীতিকাৰ ড০ হাজৰিকাদেৱে শিশুৰ মনৰ কথাৰে লেখি উলিয়ালে এই গীতটি। শিশু মন পৱিত্ৰ। শিশু হ'ল সত্য শিৱ সুন্দৰৰ প্ৰতীক। শিশুৱে নিবিচাৰে বিচ্ছেদ বা ধ্বংশ। চুবুৰীয়া দুখন ঘৰৰ মাজত কোনো কাৰণত কাজিয়া পেচাল হলেও পিচ মুহূৰ্ত্ততে গৈ শিশুৱে লগ হয়। ব্ৰহ্মপুত্ৰত দলঙ হ'ল, চন্দ্ৰ আৰু পৃথিৱীৰ মাজত যোগাযোগ হ'ল, কিন্তু মানুহৰ মাজত ইমান বিভেদ কিয় ? সেয়েহে শিশু মনৰ কথাৰে গীতটোত – ডাঙৰ সকলৰ পোহৰৰ সমাজখনত অবিশ্বাসৰ এন্ধাৰে ঢাকিলেও অকণিবোৰে জোনাকী পৰুৱাৰ জাক হৈ পোহৰ বিলাবলৈ, মানুহৰ মনৰ মাজত চেনেহ দলং সাজিবলৈ আৰু মনুহৰ সমাজৰ মৰমৰ সাগৰ পূৰাবলৈ সৰু সৰুবোৰে মৰম কণিকাহৈ দলে দলে ওলাবলৈ প্ৰয়াস কৰা কথাৰে উঠি অহা চামক অনুপ্ৰেৰণা দিয়াৰ প্ৰয়াস কৰা হৈছে। কাৰণ এই গায়ক গীতিকাৰ নতুন পুৰুষৰ ওপৰত গভীৰ আস্থাশীল। এই যাত্ৰাত যাতে ডাঙৰ সকলে কেণা নলগায় তাৰো প্ৰতি ন-পুৰুষক সজাগ কৰি দিছে।

ব্ৰহ্মপুত্ৰৰ পাৰ দুটি দলঙে লগ লগালে  
চন্দ্ৰৰ বুকুলৈ মানুহ যাবলৈ ওলালে।  
মানুহৰ মনৰ মাজত চেনেহৰ দলঙ গঢ়িবলৈ  
আমি অকণি ওলামেই দলে দলে ওলামেই  
ক'ৰবাত কেনেবাকৈ ডাঙৰ সকল নোলালে।

ডাঙৰ ডাঙৰ সকলৰ পোহৰৰ সমাজখন  
অবিশ্বাসৰ এন্ধাৰে কেতিয়াবা ঢাকিলে  
আমি সৰু সৰুবোৰে জোনাকী পৰুৱা হৈ  
পোহৰ বিলাওঁ বুলি দলে দলে ওলামেই  
ক'ৰবাত কেনেবাকৈ ডাঙৰ সকল নোলালে।

মানুহৰ সমাজৰ মৰমৰ জলধিত  
পৰিণত কৰিবলৈ বহু পানী লাগিলে  
আমি সৰু সৰুবোৰে মৰম কণিকাহৈ  
সাগৰ ওপচাবলৈ দলে দলে ওলামেই  
ক'ৰবাত কেনেবাকৈ ডাঙৰ সকল নোলালে।

কলিকতা, ১৯৭১

# মৌন মোৰ ৰুগীয়া মাই

ড০ ভূপেন হাজৰিকাদেৱে এই গীতটো লিখিছিল গুৱাহাটী মেডিকেল কলেজৰ ৰোগশয্যাত পৰিথকা মুমূৰ্ষু মাতৃৰ শয্যাৰ কাষত বহি । ড০ হাজৰিকাদেৱে মাতৃক অতিশয় ভাল পাইছিল । তেওঁৰ বহু গানত মাকৰ কথা উল্লেখ আছে । যেনে ঃ- 'ৰুগীয়া আয়ে চাগে ৰখি আছে বাঢ়ি লৈ দাইল-ভাত দুয়োৰে আমাৰ' । ১৯৭১ চনৰ ২৬ জুনৰ নিশা তেওঁ এখন ট্ৰাঙ্ককল পালে যে তেওঁৰ মাতৃ গুৱাহাটী মেডিকেল কলেজ হাস্পাতালত । পিছদিনা দোকমোকালিতে 'কেৰাভেল' বিমানেৰে বোম্বাইৰ পৰা উৰি আহি গুৱাহাটী পালে । পেয়িং ৱাৰ্ডৰ ১ নং কোঠাত যিটো কোঠাৰ যিখন বিচনাত সেই একে অসুখতে বিষ্ণুৰাভাকো পৰ দিছিল সেইখন বিচনাতে তেওঁ মুমূৰ্ষু মাতৃৰ শেতা পৰা মুখখন দেখিবলৈ পালে – যিজনী মাতৃৰ পৰা তেওঁ পাইছিল তেওঁৰ সোণালী কণ্ঠ, নম্ৰতা, ধৈৰ্য্যশীলতা আদি মহান গুণ, যিয়ে তেওঁৰ শিল্পী জীৱনটো গঢ়িলে, তেওঁক বিশ্বনাগৰিক হোৱাত অৰিহণা যোগালে । পুত্ৰক কাষতে পাই শয্যাশায়ী মাতৃৰ ওঠৰ মৌন ভাষা আৰু অন্তৰ নিগৰি বৈ অহা চকুলো আৰু পুত্ৰৰ চকুলোৱে দুয়োৰে হিয়া উদং কৰি ভাব বিনিময় কৰিলে । কাৰণ, তেওঁ যে মাকৰ বৰ মইনা । মাক বচাৰ আশা নাই। মৰণৰ ওচৰত বিজ্ঞানেও হাৰ মানিছে ! মাকৰ ইছ'ফেগাছ বা খাদ্যনলীত কেন্সাৰ হৈছে । এই পৃথিৱীত কোনো বস্তুৱেই চিৰস্থায়ী নহয় । জন্মিলে মৃত্যু আৱশ্যাম্ভাৱী । তথাপিও প্ৰিয়জনক হেৰুওৱা বেদনা অসহনীয় । শয্যাশায়ী মাতৃক পৰ দি থাকোঁতে ৩০ জুনৰ দিনা বিচনাৰ কাষত বহি তেওঁ এই গীতটি ৰচে । গীত ৰচনাৰ বিষয়ে তেওঁ কয়,- 'যেতিয়া এটা বিশেষ বিষয়ে মোৰ মনক ভবাই তোলে তেতিয়াই মই লিখি পেলাওঁ' । অৱশেষত তেওঁৰ মাতৃয়ে ইহলীলা সম্বৰণ কৰিলে । মাকক হেৰুৱাই হাজৰিকাদেৱে নিজকে বৰ নিঠৰুৱা নিঠুৰুৱা অনুভৱ কৰিলে । তেওঁৰ সেই ভাৱৰ প্ৰতিফলন হয় 'অ' মোৰ ধৰিত্ৰী আই' গীতটিৰ 'মই হ'লোঁ মাউৰা ল'ৰা মোৰ আই নাই' – কথা খিনিত ।

(উল্লেখযোগ্য যে, এদিন ভোগালী বিহুৰ ওচৰে পাজৰে এই লেখিকাই এই কিতাপখনৰ বিষয়ে ভূপেনদাৰ পৰা পৰামৰ্শ লবলৈ বুলি যাওঁতে তেওঁলৈ বুলি পিঠা-লাৰু দুটামানও হাতত লৈ গৈছিলো । পিঠা-লাৰু খিনি তেওঁক দিয়াত অশীতিপৰ বিশ্বনাগৰিকজন আবেগিক হৈ পৰিছিল । চলচলীয়া চকুৰে তেওঁ কৈছিল,– 'মাইঁত থাকোঁতে এইবোৰ আছিল'। পুনৰ স্বাভাৱিক হৈ ক'লে, "ভালেই হ'ল দিয়া । মই আজি বোম্বাইলৈ যাম । তাত মোৰ বন্ধু-বান্ধৱী সকলে সোধে – বিহু খাই অসমৰ পৰা আহিছে । আমালৈ পিঠা-লাৰু আনিছেনে ?'– এইখিনি আজি মই বোম্বাইলৈ লৈ যাম" । সেইদিনা দুপৰীয়া দুই বজাৰ ফ্লাইটত তেওঁ মুম্বাইলৈ উৰা মাৰিছিল । এই কথাখিনি তেওঁৰ মাতৃপ্ৰেমৰ অন্যতম নিদৰ্শন ।)

মৌন মোৰ ৰুগীয়া মাই মৰণৰ ক্ষণ গণিছে
শয্যাপাশত মোক দেখি আজি , শেতা হাঁহি এটি হাঁহিছে ।

দেহাত মাৰ শকতি নাই, মুখতো নুফুটে ভাষা
বৰ মইনাক কাষতে দেখি, বহু যেন পালে আশা
নীৰৱ অশ্ৰুৰ ভাষাৰেই আজি, কিবা ক'ব খুজিছে –

শান্তিপ্ৰিয়া আছিল মা, শান্তিবিহিনা হ'ল
তাহানিৰ সেই লাৱনী মুখনিৰ, ৰহণ কেনিবা গ'ল ।
মা আৰু মোৰ মাজত কিয়, কাল মৃত্যুৱে নাচিছে –

গৰ্ভদাযিনী, জীৱনদাযিনী মা মোৰ মৰমৰ
তথাপি একোকে কৰিব নোৱাৰোঁ আমি অসহায বৰ
জীৱনে যেন মৰণৰ স'তে শেষ সংগ্ৰাম কৰিছে –

আজি মা যেন মোৰেই শিশু, মযেই নিৰাপত্তা
মাতৃ-পুত্ৰ দুযোৰে যেন হ'ব খোজে একে সত্তা ।
মোৰ বাহুতেই মাই যেন আজি স্নিগ্ধ শান্তি লভিছে —

মৌন নিশা মৌন ক্ষণ, মৌন আৰ্তনাদ
মা মৌন, মৌন মই, মন জগত বিষাদ
আত্মাই যেন পৰমাত্মাত বিলীন হ'ব খুজিছে -

কত প্ৰেযসী আহিল-গ'ল, কত তোষামোদকাৰী
কত শতৰুৱে বন্ধু ৰূপেৰে জোকাৰিলে তৰবাৰী ।
মাৰ দৰে জানো প্ৰাণৰ বন্ধু এই পৃথিৱীত আছে —

মাই সৰুতে শিকোৱা গীত, মযে এফাকি গাওঁ
তাকে শুনি মা নিদ্ৰা গ'লে, মুখনি ভালকে চাওঁ ।
এই জীৱনত মাই মোৰ গীত, শেষবাৰলৈ শুনিছে —

দূৰ-দূৰণিৰ পৰা আহি মই, মাৰ হাতখন পিহিছোঁ
মোৰ চকুলোৰে মাৰ কপালত, মৰমৰ ৰেখা আঁকিছোঁ ।
মাৰ অশ্ৰুৰ আশিষ ধাৰা, মোৰ গালে-মুখে লাগিছে —

দেহাৰ মোহ এৰি মাই যেন, মুক্তিৰ দয়া মাগিছে
মৌন মোৰ ৰুগীয়া মাই , মৰণৰ ক্ষণ গণিছে
শয্যাপাশত মোক দেখি আজি, শেঁতা হাঁহি এটি হাঁহিছে -
তেৱেঁই মোৰ মা ।

ৰচনা ঃ গুৱাহাটী মেডিকেল কলেজ হস্পিতেল ৩১ জুন ১৯৭১ চন

# অৰুণ কিৰণ শিৰৰ ভূষণ

হিমালয়ৰ বুকুৰ উমেৰে আলফুলে লালিত পালিত, প্ৰভাতী সুৰুযে চেনেহৰ চুমা দিয়া, চিৰ সুন্দৰৰ ৰম্যস্থল 'অৰুণাচল'। ইয়াতেই ভাৰতৰ সৰ্ব প্ৰথম সূৰ্যোদয় হয়। অৰুণাচলৰ প্ৰাকৃতিক সৌন্দৰ্য্যাৱলী যেন সুন্দৰৰ খেমালি। দূৰৈৰ শুভ্ৰ বৰফাবৃত নীলা পাহাৰ। প্ৰবল শীত আৰু ধৱল তুষাৰাবৃত পৰ্বতৰ অতি উচ্চ চূড়াবোৰত ঠায়ে ঠায়ে তাপ মান শূন্য ডিগ্ৰী চেলচিয়াচ আৰু তাৰো তললৈ নামে। বিশেষকৈ কামেঙৰ 'টাৱাং' অঞ্চল শুভ্ৰ বৰফৰ চাদৰেৰে আবৰা যাৰ সৌন্দৰ্য্য বৰ্ণনা ভাষাৰে দিব নোৱাৰি। শাৰী শাৰী উচ্চ উচ্চ পাহাৰবোৰ বহু মূল্যবান তৰু-তৃণ-লতিকাৰে চিৰ সেউজৰ সমাহাৰ। পাহাৰবোৰত বিভিন্ন প্ৰজাতিৰ অৰ্কিড, নানা তৰহৰ ফুল-ফল, বনৌষধি উদ্ভিদ, মূল্যবান কাঠৰ উপৰিও নানা তৰহৰ পশু-পক্ষীৰ লীলা ভূমি। সেয়েহে অৰুণাচলক 'ভূ-স্বৰ্গ' বুলিব পাৰি। এই ৰাজ্যৰ মেদিনীৰ গৰ্ভত কয়লা, লিগনাইট, নিমখ, গ্ৰেনাইট, চিলিমিনাইট, এজ্‌বেটচ্‌, বেৰিল, লো, পাইৰাইট, তাম, বালিচন্দা আৰু টিৰাপত পেট্ৰোল পোৱা যায়।

অৰুণাচলৰ কামেং, চিয়াং, সোৱণশিৰি, লোহিত আৰু টিৰাপ পাঁচখন জিলা যেন পঞ্চ ডালত পঞ্চ ফুলৰ থোপা। নানা জনগোষ্ঠী আৰু ধৰ্মৰ বাৰেৰহণীযা কৃষ্টি-সংস্কৃতিৰ মিলন স্থল অৰুণাচল। বছৰটোৰ বেছি ভাগ সময়েই মেঘ আৰু কুঁৱলীৰ ওৰণিৰে আবৃত অৰুণাচলত বৰ্ষাঋতুত প্ৰচুৰ বৰষুণ হয়। অৱশ্যে অন্যান্য ঠাইৰ দৰে অৰুণাচলৰো পূৰ্বৰ পৰিবেশৰ তাৰতম্য ঘটিছে। সম্প্ৰতি গছ-বন কাটি ধ্বংশ হোৱাৰ ফলত ঠায়ে ঠায়ে গৰম পৰিছে। ১৯৭২ চনত এই ৰাজ্যই 'অৰুণাচল' নামে স্ব-শাসিত ৰাজ্য ৰূপে আত্মপ্ৰকাশ কৰে। ইয়াৰ আগলৈকে 'নেফা' নামে কেন্দ্ৰীয় শাসিত ৰাজ্য আছিল। বৃটিচে পাহাৰৰ নামনিত চাৰিখন প্ৰাইমাৰী স্কুল স্থাপন কৰি গৈছিল। ১৯৪৭ চনলৈকে সম্পূৰ্ণ নিৰক্ষৰ ৰাজ্যখনে সম্প্ৰতি শিক্ষা-দীক্ষা সকলো দিশত আগবাঢ়ি বিশ্বৰ আন ঠাইৰ সৈতে সমানে ফেৰ মাৰিব পাৰিছে। অৰুণাচল আৰু অসমৰ সম্বন্ধ সংস্কৃতিৰ এনাজৰীহে। বহু গুণে সমৃদ্ধ অৰুণাচলৰ কথা অলপ কথাৰে কৈ শেষ কৰিব নোৱাৰি। তাহানিৰ শদিয়া নেফাৰ অন্তৰ্গত আছিল। শদিয়াতে ড০ হাজৰিকাদেৱে জন্ম গ্ৰহণ কৰিছিল। সেযেহে অৰুণাচলৰ প্ৰতি হাজৰিকাদেৱৰ আছে বিশেষ আকৰ্ষণ, দুৰ্বলতা, গভীৰ শ্ৰদ্ধা। মহাপুৰুষ শঙ্কৰদেৱৰ দৰে পাহাৰ ভৈয়ামক একতাৰ এনাজৰীৰে বান্ধি এখন বৰ অসমৰ সপোন দেখা ড০ হাজৰিকাদেৱে সোৱণশিৰি জিলাৰ অতি ওখ জ'ৰাম গাওঁত বহি এই গীতটি ৰচে। এই গীতটোৰ হিন্দীৰূপ "অৰুণ কিৰণ শীশ ভূষণ কণ্ঠে হিমকী ধাৰা, প্ৰভাত সূৰ্য্য চুম্বিত দেশ অৰুণাচল হামাৰা।" অতি আনন্দৰ কথা,— এই গীতটো অৰুণাচলত জাতীয় সঙ্গীত ৰূপে গোৱা হয়।

অৰুণ কিৰণ শিৰৰ ভূষণ
গলে হিমৰ ঢল
পূৱাৰ সুৰুযে চুমা খোৱা দেশ
আমাৰ অৰুণাচল।
কামেং, চিয়াং, লোহিত আৰু
টিৰাপ, সোৱনশিৰি
চিৰ জ্যোতিৰ কুসুম ৰূপে
শোভে হিমগিৰি।

পঞ্চ ফুলৰ থোপা সাজি
আনন্দ উচ্ছল
পূৱাৰ সুৰুযে চুমা খোৱা দেশ
আমাৰ অৰুণাচল।

ৰচনা : জিৰো, ২০ জানুৱাৰী, ১৯৭২

# তোমাৰ উশাহ কঁহুৱা কোমল

'আহিনৰ গীতিকবি পাৰ্বতী প্ৰসাদ বৰুৱাৰ দৰে মানৱপ্ৰেমী ড০ ভূপেন হাজৰিকাও 'শৰতৰ গায়ক, গীতিকাৰ'। তেওঁৰ প্ৰিয় ঋতু হ'ল 'শৰৎ' আৰু প্ৰিয় ফুল 'শেৱালী ফুল'। শৰতৰ বৰ্ণনাৰে তেওঁ অনেক গীত ৰচিছে। তাৰোপৰি 'আমাৰ প্ৰতিনিধি', 'গতি,' 'বিন্দু' আদি আলোচনীত শৰৎ সম্পৰ্কীয় অনেক সম্পাদকীয় লেখিছে। মহাপুৰুষ শ্ৰী শ্ৰীশঙ্কৰদেৱে 'ৰাসলীলা'ত শৰৎ কালৰ অপূৰ্ব বৰ্ণনা দিছে। তেৰাৰ শিষ্য ড০ হাজৰিকাদেৱে শৰতৰ মাদকতা, কোমলতা, শীতলতা, শুভ্ৰতাত মোহিত হৈ শৰতক প্ৰেয়সী ৰূপে অঙ্কণ কৰি শৰতৰ অনুভৱৰ মোহনীয় বৰ্ণনাৰে এই গীতটো ৰচিছে। প্ৰেমিকৰ দৃষ্টিত প্ৰিয়াৰ শাৰীৰিক সৌন্দৰ্য্যই হওক বা মনৰ সৌন্দৰ্যই হওক তুলনা বিহীন। এই গীতটিতো শাৰদীয়া চেনেহীৰ ককাল ইমান লাহী। উশাহ কঁহুৱা কোমল আৰু শেৱালী কোমল হাঁহি। ৰুনুক জুনুক শৰতৰ সৰা পাতৰ শব্দ যেন চেনেহীৰ নুপুৰৰ ছন্দ। সৰা পাতত পৰা নিয়ৰবোৰ গালে মুখে সানি শাৰদীয়া চেনেহীয়ে যেন ধেমালিহে কৰে। শৰতৰ আকাশত জিক্‌মিক্ তৰাৰ দিপালী। নীল আকাশত শুভ্ৰ কপাহী মেঘৰ আঁৰে আঁৰে উল্লাহেৰে গীত গাই উৰি যায় জাক জাক শৰালি। যোৰ পাতি উৰি উৰি গীত গাই যোৱা হাঁহৰ যোৰ দেখি অবিবাহিত ডেকা গাভৰু মন চঞ্চল হয়; জুৰীয়া জীৱনৰ সপোন ৰচে – শেৱালী শয্যাত শাৰদীয় চেনেহীৰে সতে শুই শুই যেন আকাশৰ জিক্‌মিক্ তৰালী গণিব। গীতটি হালি জালি নাচি থকা আলফুলীয়া কহুঁৱাৰ বা, শেৱালী, শৰালি, নিয়ৰ, সৰাপাত আদিৰ সুন্দৰ বৰ্ণনাৰে অঙ্কিত এখন শৰতৰ সুন্দৰ ছবি।

তোমাৰ উশাহ কঁহুৱা কোমল
শেৱালি কোমল হাঁহি
হাঁহিয়ে হৃদয ভৰিলে শুনাই
এটি কিবা মিঠা বাঁহী
শাৰদীয়া চেনেহীৰে
ককাল ইমান লাহী।
হঠাৎ আজি গালোঁ মই
মৰম সনা গীত
তাকে শুনি চেনেহীৰে
উখল মাখল চিত
বালিত নাচে আমাক জোকাই
এটি সৰু বালিমাহী।
ৰুণুক জুনুক সৰা পাতত
নিযৰ সৰি পৰে
গালে মুখে নিয়ৰ সানি
ধেমালিখন কৰে
শেৱালিৰে বিচনাতে
আমি দুয়ো শুলোঁ
শুই শুই মেঘৰ আঁৰৰ
শৰালি গণিলোঁ
এহাল হাঁহে আদৰিলে হঠাৎ নামি আহি।

# যুগ যুগ ধৰি এচাম লোকে

যুগে যুগে শ্ৰমিক সকল শোষিত হৈ আহিছে মালিক পক্ষৰ দ্বাৰা। শ্ৰমিক সকলে শ্ৰমানুসাৰে নিজৰ প্ৰাপ্য বেতন নাপায়; অতি নিম্নমানৰ মজুৰিহে পায়। তেওঁলোকে অতি নিম্ন মানদণ্ডৰ জীৱন নিৰ্বাহ কৰে। বেমাৰ আজাৰত উপযুক্ত চিকিৎসা নেপায়। ফলত অকাল মৃত্যু বৰণ কৰে। এই সমস্যাৰ ওৰ পেলাবলৈ ১৭৮৯ চনত ফৰাচী বিপ্লৱ আৰম্ভ হয়। এই বিপ্লৱৰ মূল লক্ষ্য আৰু ধ্বনি হ'ল—স্বাধীনতা, সমতা আৰু ভাতৃত্ববোধ (Liberty, Equality, and Fraternity)। জাৰ্মান অৰ্থনীতিবিদ আৰু সমাজবাদী কাৰ্ল মাৰ্কচ বিশ্বত সাম্যবাদী ভাৱধাৰাৰ প্ৰতিস্থাতা তথা প্ৰবক্তা। তেওঁ কৃষক বনুৱাৰ হকে আজীৱন বিপ্লৱীৰ পথ গ্ৰহণ কৰে। ১৯১৭ চনত লেলিনৰ নেতৃত্বত ৰুচ বিপ্লৱ আৰম্ভ হয়। এই বিপ্লৱত ৰুচ জাৰ নিকোলাচে কৃষক বনুৱাক গুলি কৰি মাৰিবলৈ সৈন্য সকলক আদেশ দিছিল। কিন্তু সৈন্য সকলে কৃষক বনুৱাৰ দলত যোগ দিযাত জাৰৰ পৰাজয় হয়। ভাৰত বৰ্ষৰ পশ্চিম বঙ্গতহে জ্যোতি বসুৱে সমাজ তান্ত্ৰিক চৰকাৰ প্ৰতিষ্ঠা কৰিছে। ভাৰতত কংগ্ৰেছ চৰকাৰে খুটি পুটি বহাত পুঁজিবাদ আৰু সৰ্বহাৰা দুটা শ্ৰেণীৰ সৃষ্টি হ'ল। অসমতো মাজতে আঞ্চলিক দল অগপ আহিল যদিও সীমাহীন দুৰ্নীতি, লুণ্ঠনেৰে ৰাইজৰ আশাত চেঁচা পানী ঢালিলে। অসমতো চাহ বাগিচাৰ বনুৱাকে ধৰি শ্ৰমিকসকল শোষিত। ২০০৫ চনত খোবাং চাহ বাগিচাত বনুৱা সকলে শতকৰা আঠৰ সলনি শতকৰা বিছ ভাগ বোনাছ খোজাত লগে লগে গুলিয়াই তেৰজনক লাচ কৰি দিছিল। এনে অৱস্থাত শ্ৰমিক সকলে এই অসাম্য দূৰ কৰি নিজৰ প্ৰাপ্য অধিকাৰ দাবী কৰিব লাগিব বিপ্লৱৰ দ্বাৰা।

যুগ যুগ ধৰি এচাম লোকে
শোষণ কিমাননো কৰিব ?
নতুন সূৰ্য্যক ক'লা ডাৱৰে
আৰুনো কিমান ঢাকিব ?
সিহঁতে বুধিৰে মুখা পিন্ধি ভুৱানো কিমান দিব ?
সিহঁতৰ মুখাবোৰ খুলি দিয়াৰ
প্ৰতিজ্ঞা কোনেনো কৰিব ? তুমি ! তুমি !! তুমি !!!
সমাজৰ মুষ্টিমেয় শোষকে
বনুৱাক সদায় ঠগিব খোজে
আলাসৰ লাডু বহি খোৱাহঁতে
(যদি) শ্ৰমৰ মৰ্য্যাদা নুবুজে
তেনে নিৰ্ভিক প্ৰতিবাদ কৰিবনো কোনে ? তুমি ! তুমি !! তুমি !!!

কিয় একেখন সমাজৰ দুটি ঘৰ
এটিত এন্ধাৰ আৰু এটিত পোহৰ
এটিত খাদ্য থাকে পাহাৰ সমান
(আৰু) আনটিত ভোকৰ চিঞৰ,
এই অসাম্য দূৰ কৰিবনো কোনে ? — তুমি ! তুমি !! তুমি !!!

ছন পৰা মনবোৰ চহাই লৈ শ্ৰমৰ ফলখিনি সমভাগে লৈ
বহুতৰ মৃত্যুত গৰ্জি উঠা নতুনৰ অঙ্ক সাৱটি লৈ
আজিৰ সাম্যৰ পৃথিৱী গঢ়িবনো কোনে ? তুমি ! তুমি !! তুমি !!!

ইটানগৰ, ১৮ মাৰ্চ, ১৯৭২ চন।

# শঙ্কৰ মাধৱৰ মহা মহা সৃষ্টিৰে

## আগকথা

প্ৰত্যেক জাতিৰে নিজস্ব ভাষা আছে । ভাষা থাকিলেহে সাহিত্য সৃষ্টি সম্ভৱ হয় । অসমীয়া ভাষাৰ জন্মকাল সম্বন্ধে সঠিক তথ্য পোৱা নাযায় । কিন্তু এইটো ঠিক যে অসমীয়া ভাষা প্ৰাচীন ভাৰতীয় আৰ্যমূলীয়া ভাষাৰ পৰাই সৃষ্টি হৈছে । ইয়াৰ সৈতে অতীজৰে পৰা অসমত বসবাস কৰা অনাৰ্য্য গোষ্ঠী যেনে তিব্বত বৰ্মী আৰু অষ্ট্ৰিক ভাষাৰ প্ৰভাৱ পৰিছে । খৃষ্টীয় দশম একাদশ শতিকা মানত অসমীয়া ভাষাই জন্ম লাভ কৰে । আজিৰ অসমীয়া ভাষা কেবা শ বছৰৰ ক্ৰম পৰিণতিৰ ফল । চৰ্য্যাপদ সমূহেই (খৃঃ দশম একাদশ শতিকা) প্ৰথম লিখিত অসমীয়া সাহিত্য বুলি ড°বাণীকান্ত কাকতিয়ে ঠাৱৰ কৰিছে । চতুৰ্দ্দশ শতিকাত বৰাহ ৰজা মহামাণিক্যৰ অনুৰোধত মাধৱ কন্দলিয়ে বাল্মীকিৰ সপ্তকাণ্ড ৰামায়ণ অসমীয়ালৈ অনুবাদ কৰে-- "সপ্তকাণ্ড ৰামায়ণ পদবন্ধে নিবন্ধিলো লম্ভা পৰিহৰি সাৰোদ্ধৃতে" । উল্লেখ যোগ্য যে উত্তৰ ভাৰতীয় প্ৰান্তীয় ভাষাত ৰচা মাধৱ কন্দলীৰ ৰামায়ণেই প্ৰাচীনতম । ইয়াৰ এশ ডেৰশ বছৰ পিছতহে বঙলা, উৰিয়া, হিন্দী আদি ভাষাত ৰামায়ণ অনুদিত হয় । ইয়াৰোপৰি প্ৰাক্ শঙ্কৰী যুগত হেম সৰস্বতী, কবিৰত্ন সৰস্বতী, অনন্ত কন্দলী, ৰুদ্ৰ কন্দলী আদিয়ে কাব্য সাহিত্য ৰচি অসমীয়া সাহিত্যলৈ অমূল্য বৰঙণি আগবঢ়াই থৈ গৈছে । পোন্ধৰ শতিকাৰ শঙ্কৰ মাধৱৰ ৰচনা ৰাজিয়ে অসমীযা সাহিত্যক, অসমীয়া জাতিক বিশ্বত জাকত জিলিকাই থৈ গ'ল । অসমত বাস কৰা বড়ো, ৰাভা, কাৰ্বি, মিচিং আদি নানা জনগোষ্ঠীৰ বাৰেৰহণীয়া কৃষ্টি সংস্কৃতিৰে উজ্জ্বল অসম । তেওঁলোকৰ প্ৰত্যেকৰে নিজস্ব ভাষা আছে । সেই ভাষা সমূহৰ বিভিন্ন শব্দাৱলী যোগহৈ অসমীয়া ভাষাৰ পুষ্টি সাধন হৈছে। নানা কাৰণত মুছলমান সকল অসমলৈ আহি অনেকে অসমতে ৰৈ যায় । যুগ যুগ ধৰি তেওঁলোকে সম্প্ৰীতিৰে অসমত বাস কৰি আছে । আৰবৰ মৰুৰ দেশৰ পৰা আজান ফকীৰ আহি ইছলাম ধৰ্মৰ তত্ত্ব সম্পৰ্কীয় গীত পদ 'জিকিৰ আৰু জাৰি' ৰচি অসমীয়া সাহিত্যলৈ প্ৰভূত বৰঙণি আগবঢ়ায় । পদ্মনাথ গোহাঞি বৰুৱা, বিষ্ণুৰাভা, ৰজনী পামেগাম, আনন্দ চন্দ্ৰ আগৰৱালা, চন্দ্ৰ কুমাৰ আগৰৱালা, ৰজনীকান্ত বৰদলৈ, অম্বিকাগিৰি ৰায়চৌধুৰী, লক্ষ্মীনাথ বেজবৰুৱা, মফিজুদ্দিন আহম্মদ হাজৰিকা আদিয়ে ভাষা জননীৰ চৰণত পুষ্পাঞ্জলী দিলে । মোজাম্মিল, অনিলে ভাষা জননীৰ পূজাৰ বেদীত নিজকে আহুতি দিলে । ইয়াৰোপৰি উপাধ্যায়, ত্ৰিপাঠী, আফাজ, তামিজ, আৰু কৰ্ম্মকাৰ সকলোৱে মিলি অসমীয়া ভাষালৈ শৰাই আগবঢ়ালে । বহু যুগ আগৰে পৰা অসমত বাস কৰা বঙালী লোকেও অসমীয়া ভাষা সংস্কৃতিক সেৱা জনালে । উদাৰ অসমী আয়েও মৰমৰ চুমা দি আপোন পৰ নুগুনি আটাইকে চেনেহী কোলাত আকোঁৱালি ল'লে । চগনলাল জৈনৰ ভাষাত— 'ন বোৱাৰীৰো দেখো প্ৰাণৰ তৃষ্ণা হয় পতি গৃহ আপোন কৰাৰ' । কিন্তু আচৰিত কথা, কিছু লোকে যুগ যুগ ধৰি এই মাটিতে থাকি, ইয়াৰ হাৱা পানী খাইও কোনো দিনে অসমীক মাতৃ বুলি ভবা নাই । অসমী আইক, অসমীয়া ভাষাক ঘৃণাৰ চকুৰে চায়। এইবোৰ দেখি শুনি কি ভাবিব জ্যোতি প্ৰসাদ আগৰৱালাৰ আত্মাই ? ৰবীন্দ্ৰ নাথ ঠাকুৰ, আচাৰ্য্য অন্নদা শঙ্কৰ ৰায়, সুনীতি কুমাৰ চট্টোপধ্যায় আদি বিশ্ব বৰেণ্য কবি সাহিত্যিক সকলে অসমীয়া ভাষাৰ মহান ঐতিহ্যৰ কথা জানে। তেনেহলে এই লোকসকল যি সকলে পিতৃ পুৰুষৰ পৰা পৰিনাতিলৈকে ইয়াৰে বতাহ পানী খাই জীয়াই আছে তেওঁলোকে কিয় অসমী আইক সম্মান কৰিব নেজানে ? এইদৰে ১৯৭২ চনৰ ভাষা আন্দোলনত শ্বহীদৰ তেজেৰে বাট ৰাঙলী হোৱাত ড° ভূপেন হাজৰিকাদেৱে মনৰ ক্ষোভ, দুখ আৰু ঘৃণাত মনৰ আবেগ প্ৰকাশক এই গীতটি ৰচে ।

**শঙ্কৰ মাধৱৰ মহা মহা সৃষ্টিৰে**
**উজ্জ্বল লুইতৰে পাৰ**
**কত জনে শলাগিলে অসমীয়া লিখনী**
**পদ্ম গোহাঞি বৰুৱাৰ**

বড়ো, ৰাভা, মিচিঙৰ ৰূপে ৰসে ভৰপূৰ
জীয়া জীয়া আমাৰ ভাষাৰ ।
লিখাবোৰ কিয় বাৰু পঢ়ি পঢ়ি
চোৱা নাই পামেগাম বিষ্ণুৰাভাৰ ।

আনন্দ, চন্দ্ৰ, ৰজনীকান্ত আৰু
অম্বিকাগিৰিৰ ভাষাৰ
একে ফুলনিতে জানো ফুল
ফুলা নাছিল মফিজ হাজৰিকাৰ ?

আজান ফকীৰ আৰু লক্ষ্মীনাথৰ
একে ধ্যান একেটি আশাৰ ।
মোজাম্মিল, অনিলো হ'ল একে শৰতৰে
দুটি ফুল, একেটি ভাষাৰ ।

উপাধ্যায়, ত্ৰিপাঠী, আফাজ্জ তামিজ
আৰু কৰ্মকাৰ চাহ বাগিচাৰ;
অসমীক আকোৱালি পাতিছে মনৰ কথা,
ভাষা নৱ অসমীয়াৰ ।

বহুতো বঙালী ভাই লুইতৰ পাৰ পাই
হ'ল বান্ধ অসমীয়াৰ,
বুকুখনি উদঙাই ঢালি দিলে অসমে
মৌজোল স্নেহ নিজৰাৰ

ন বোৱাৰীৰো দেখোঁ প্ৰাণৰ তৃষ্ণা হয়
পতিগৃহ আপোন কৰাৰ
বহু যুগ অসমতে থকা কিছু মানুহৰ
দেখোঁ কিয় চাৱনী ঘৃণাৰ ।

দুৰণিৰ পৰা আহি যুগ যুগ ধৰিও
অসমীক মাতৃ নোবোলাৰ
কথা শুনি কিনো ক'ব সুন্দৰ আতমাই
জ্যোতি আগৰৱালাৰ ?

কবিন্দ্ৰ ৰবীন্দ্ৰ আৰু আচাৰ্য্য ৰায়
অন্নদাশঙ্কৰ আৰু সুনীতি কুমা
এওঁলোকে জানে দেখোঁ ঐতিহ্যমহান
আমাৰ মাতৃ ভাষাৰ ।

ৰচনা ঃ শ্বিলং চিভিল হস্পিতেল, ৮-১১-১৯৭২

# মৃত্যু কথা

মানুহৰ ভাব প্ৰকাশৰ মাধ্যম হ'ল ভাষা। প্ৰত্যেক সভ্য জাতিৰে নিজস্ব ভাষা আছে। ভাষাই হ'ল সেই জাতিৰ পৰিচয়। অসমীয়া ভাষাৰ জন্মক্ষণ অতি প্ৰাচীন। ড বাণীকান্ত কাকতিয়ে চৰ্য্যাপদবোৰ (৭০০-১১০০শতিকা) অসমীয়া লিখিত সাহিত্যৰ প্ৰথম নিদৰ্শন বুলি কৈছে, ত্ৰয়োদশ শতিকাত চাওলুং চুকাফাই সৌমাৰ পীঠত ৰাজ্য স্থাপন কৰি অসমীয়া ভাষাকেই ৰাজভাষা ৰূপে ব্যৱহাৰ কৰি থৈ গ'ল। চতুৰ্দ্দশ শতিকাত মাধৱ কন্দলিয়ে ৰাজ পৃষ্ঠপোষকতাত এই ভাষাতে ৰামায়ণ অনূদিত কৰিছিল। উল্লেখযোগ্য যে, ইয়াৰ এশ ডেৰশ বছৰ পাছতহে বাংলা, উৰিয়া, হিন্দী আদি ভাষালৈ ৰামায়ণ অনূদিত হয়। প্ৰাক শঙ্কৰ আৰু শঙ্কৰোত্তৰ কবি সকলে অসমীয়া ভাষাতে সাহিত্য ৰচিছিল। এনেহেন সমৃদ্ধিশালী ভাষাটোৰ ইংৰাজসকল অসমলৈ অহাৰ পিছত কালসন্ধিয়া নামিল। ইংৰাজৰ লগত অহা ঢামাধৰা বঙালীহঁতৰ প্ৰৰোচনাত অসমৰ স্কুল-কাছাৰীত (১৮৩৬ –১৮৭৩) বাংলা ভাষা প্ৰৱৰ্তন হয়। পিছত কলিকতাত পঢ়ি থকা অসমী আইৰ গুণবন্ত পুত্ৰ লক্ষ্মী-পদ্ম-চন্দ্ৰ-হেম-গুণাভিৰাম আৰু আনন্দৰাম ঢেকিয়াল ফুকনৰ অশেষ প্ৰচেষ্টাত অসমীয়া ভাষাই পুনৰ প্ৰাণ পায়। অসমত অসমীয়া ভাষা চলিল যদিও স্কুল কাছাৰীত ইংৰাজী ভাষাই বাহাল থাকিল। পুনৰ অসমীয়া ভাষাক প্ৰশাসনীয় কাম কাজৰ বাবে একক ৰাজভাষা হিচাপে ঘোষণা কৰাৰ দাবীত ১৯৬০ চনত যুৱ ছাত্ৰ সকলৰ উদ্যোগত অসমত আন্দোলন গঢ়ি উঠে। ১৯৫৯ চনৰ সপ্তবিংশ অধিবেশনত অসম সাহিত্য সভাইও এনে এটা প্ৰস্তাৱ লয়। ১৯৬০ চনৰ ২৩ জুনত অসমৰ মুখ্যমন্ত্ৰীয়ে বিধান সভাৰ আগন্তুক অধিবেশনত অসমীয়া ভাষাক ৰাজ্যভাষা ৰূপে স্বীকৃতি দিয়া হ'ব বুলি ঘোষণা কৰে। এই চনৰে চাৰি জুলাইত কটন কলেজৰ চনং হোষ্টেলৰ বাৰান্দাতেই নীৰিহ ছাত্ৰ ৰঞ্জিত বৰপূজাৰী পুলিচৰ গুলিত নিহত হয়। এই বৰ্বৰ ঘটনাৰ উত্তেজনা শাম নৌকাটোতেই পুনৰ ৬ জুলাইৰ দিনা শিলিগুৰি ৰেলষ্টেচনত এদল উন্মত্ত বাংলা ভাষী লোকে সাহিত্যিক, সাংবাদিক, ৰেল কৰ্মচাৰী সূৰ্য্য বৰাক হত্যা কৰে। অৱশেষত ১৯৬২ চনৰ ১০ অক্টোবৰত অসম বিধান সভাত চৰকাৰী ভাষা আইন, ১৯৬০ (Official Language Act XXIII, 1960) উত্থাপিত আৰু গৃহীত হয়। পুনৰ ১৯৭২ চনত শিক্ষাৰ মাধ্যম অসমীয়া হোৱাৰ দাবীত আন্দোলন হয়। এই আন্দোলনত অনিল বৰা, মোজাম্মিল হক, প্ৰমোদ বৰা, বলিন দাস আদি শ্বহীদ হয়। ৰাজ্যজুৰি শোকৰ বন্যা বৈ যায়। নিজৰ ভাষাটোক সংৰক্ষণ কৰাৰ, 'মোৰ' বুলি কোৱাৰ অধিকাৰ জানো নাই অসমীয়াৰ? 'মোৰ আইক ভাল পাওঁ বুলিলে জানো আনৰ আইক ঘিণ কৰাটো বুজাব?' অসমত অসমীয়া ভাষা শিক্ষাৰ মাধ্যম হোৱাৰ কিয় নাই অধিকাৰ? বেংগলত বাংলা, উৰিষ্যাত উৰিয়া, মহাৰাষ্ট্ৰত মাৰাঠী যদি হ'ব পাৰে তেন্তে অসমত কিয় হ'ব নোৱাৰে ৰাজভাষা বা শিক্ষাৰ মাধ্যম অসমীয়া? অৱশ্যে অসম বিভিন্ন জনগোষ্ঠীৰ মিলনভূমি প্ৰতিটো জনগোষ্ঠীৰে আছে নিজস্ব কৃষ্টি, ভাষা-সংস্কৃতি। কিছুমান জনগোষ্ঠীয়ে এই আন্দোলনত নিজস্ব ভাষা কৃষ্টি, সংস্কৃতি লুপ্ত হোৱাৰ আশংকাত জাঙুৰ খাই উঠিল। ইয়াতে সাৰ পানী যোগালে কিছুমান মুখাপিন্ধা ধুৰন্ধৰ সাংবাদিক, বুদ্ধিজীৱি আৰু ৰাজনীতিকে। সংখ্যালঘু সকলকো উচতাই দিয়াত অস্তিত্বহীন হোৱাৰ ভয়ত আৰু চক্ৰান্তকাৰীহঁতৰ ষড়যন্ত্ৰত তুঁহ জুইৰ দৰে উমি উমি জ্বলি থকা সেই সকল লোকেও বিক্ষোভ প্ৰদৰ্শন কৰিলে। ফলত অসমভূমি হৈ পৰে অশান্ত, অগ্নিগৰ্ভা। তেতিয়া মানৱপ্ৰেমী সমাজ সচেতক ড° হাজৰিকাদেৱে ঐতিহ্যমণ্ডিত এইহেন ভাষাটোৰ অসমতে অস্তিত্বৰ সংকট দেখি সচেতন হৈ সেই সকলৰ প্ৰতি আঙুলি টোৱাই সাৱধান কৰি দি এই গীতটি ৰচে।

আজি আই অসমী
মিঠা ওঁঠ দুটি আৰু জিভা কিয় ৰাঙলী তোমাৰ ?
(তাত) শাণিত অস্ত্ৰেৰে ঘপিয়ালে কোনে
বোৱাই শোণিত সাতোবাৰ ?

সাতোটি তেজৰ ধাৰা চিনিছোঁ চিনিছোঁ যেন
জ্বলে তাত মুখ কাৰোবাৰ ——
এটি যেন ৰঞ্জিত, আনটি সূৰ্য্য আৰু
আনটি অনিল বৰাৰ ।

গোলাপ কলিটিৰ দৰে সুকোমল
মোজাম্মিল 'ধন'ৰ দেহাৰ
তেজ সানি কোৰাণত তঁহতে চিএৰ কিয় ?
কি নাম সেইটো ভাষাৰ ?

ৰঙা ৰঙা তেজ সনা দেহা দুটি পৰি ৰ'ল
বলিন আৰু প্ৰমোদ বৰাৰ
তাৰ প্ৰতিবাদ ৰূপে শুনিছিলোঁ শবদ
মহন্ত বাগৰি পৰাৰ ।

সূৰ্য্যৰ পিনে চাই সংগ্ৰাম কৰিবলৈ
অসমৰো আছে অধিকাৰ
তাৰেই প্ৰকাশক উচ্চাত্মিকা বুলি কৰ
লুকুৱাই নিজ ব্যভিচাৰ ।

চিন্তাৰ বাহন মোৰ মাতৃ ভাষা
অস্ত্ৰ নহয ক্ষমতাৰ
মুখা পিন্ধা নীতিবিদ আওপাকে নুবুজাবি
মানে নাই তোৰ বক্তৃতাৰ ।

ভাষাৰ সামন্তবাদ পুৰণিকলীয়া হ'ল,
কিমান আৰু কৰ হুঙ্কাৰ !
মই বৰ ভাবেৰে কত জাল তৰিবি
মিছা সাংবাদিকতাৰ ?

শান্তিপূৰ্ণ এই অসমীযা জাতিটো
ভাল ভাৰতীয় উদাৰ
আভুৱা নাভাৰিবি ভুৱা পণ্ডিত সব
নিজকেই চিকুট এবাৰ ।

ৰচনা ঃ শ্বিলং চিভিল হস্পিতেল, ৮-১১-১৯৭২

# যুক্তি কথা

ভাষা হ'ল প্ৰকাশৰ মাধ্যম। জননী আৰু জন্মভূমিৰ দৰে চিৰ চেনেহী ভাষা জননীকো মানুহে মনে প্ৰাণে ভাল পায় । কিন্তু নিজৰ ভাষাটোৰ অস্তিত্ব অক্ষুণ্ণ ৰাখিবলৈ অসমবাসীয়ে বাৰে বাৰে আন্দোলন কৰিব লগীয়া হয় । ভাষাটোৰ বাবে সূৰ্য্য, ৰঞ্জিত, অনিল মোজাম্মিল আদিয়ে অন্যুকৰ গুলি বুকু পাতি ল'লে। তেনে পৰিস্থিতিত খণ্ডত, ক্ষোভত খৰ্গহস্ত হৈ ড° ভূপেন হাজৰিকাই কয় 'যেতিয়া বঙ্গবন্ধু শ্বেখ মুজিবৰ ৰহমানে 'সোণাৰ বাংলা'ৰ বাবে চিঞৰিছিল তেতিয়া জানো আনৰ ভষাক অপমান কৰা হৈছিল ? ভাৰত বৰ্ষলৈ অজস্ৰ বাৰ অজস্ৰ বিদেশী আহিল । তথাপিও প্ৰত্যেক অঞ্চলতে স্বভাষা সুৰক্ষিত। তেনেহ'লে কিয় অসমীয়াই নিজৰ ভাষাটোক সুৰক্ষা দিবলৈ গ'লে এই হাঁহাকাৰ ? সংখ্যালঘু সকল এই ৰাজ্যলৈ আহি ইয়াতেই জীণ গ'ল। কিন্তু নিজৰ গাৰেই অঙ্গ কিছুমানে চক্ৰান্তকাৰীৰ ষডযন্ত্ৰত স্বভাষা সংস্কৃতি ধ্বংস হব বুলি শংকিত হৈ ৰক্ষণা বেক্ষণ দিয়াৰ চলেৰে বেলেগ হৈ গ'ল । তেতিয়া চক্ৰান্তকাৰী সকলক 'জুই লৈ নেখেলিবি' বুলি শেষ বাৰৰ বাবে সকিয়াই দি ড° হাজৰিকাদেৱে কয় যে তৰ্ক নকৰো মই; শেষ হ'ল তৰ্ক, এই গীত সতৰ্ক কৰাৰ । গতিকে পুনৰ গঠন কৰোঁ বুলি পুনৰ ভাঙোন অনাৰ যাৰ যাৰ চক্ৰান্ত আছে সেই সকলে যাতে অসমলৈ ত্ৰাস পৰিবেশ আনি ধ্বংস যজ্ঞ নচলায় তাৰ বাবে এই গীতেৰে তেওঁ সাৱধান কৰি দিয়ে ।

হেৰ ! দেখুৱাই দেচোন এই মহাভাৰতত
এচিকতা মাটি ক'ৰবাৰ
(য'ত) চিন পৰি থকা নাই বহু ভাষা ভাষীয়ে
বহু বহুবাৰ গছকাৰ ?
তেন্তে কিয় ভাৰতৰ অঞ্চলে অঞ্চলে
সু আসন একোটি ভাষাৰ ?
(তাত) দুৰণিৰ পৰা অহা সংখ্যালঘুৱে লিখে
বুৰঞ্জী জীণ যোৱাৰ ।
পুনৰ গঠন বুলি পুনৰ ভাঙন কৰা
চক্ৰান্ত আছে যাৰ যাৰ
জুই লৈ নেখেলিবি ৰঙা চকু দেখুৱাই
সঁকীয়ালোঁ এয়ে শেষ বাৰ।
বঙ্গবন্ধু শ্বেখ মুজিবৰে যেতিয়া চিঞৰিলে
'সোণাৰ বাংলা'ৰ
তেতিয়া জানো হেৰ' অপমান কৰা হয়
বিশ্বৰ অন্য ভাষাৰ ?
তৰ্ক নকৰোঁ মই , শেষ হ'ল তৰ্ক
এই গীত সতৰ্ক কৰাৰ
নানিবি.অসমলৈ ত্ৰাস পৰিবেশ
ধ্বংস যজ্ঞ জ্বলোৱাৰ ।
বহু কাপুৰুষে ঘেৰি শিৰশ্চেদ কৰিছিল
অহিংস অনিল বৰাৰ !
সৌৱা চা আকাশত জ্বলিছে অনিল, মোজাম্মিল —
ৰূপ ধৰি ধ্ৰুব তাৰকাৰ । ৰচনা : শিলং চিভিল হস্পিতেল, ৮-১১-১৯৭২

# শেষ কথা

অসমীয়া ভাষাটোৱে বহু সংঘাত অতিক্ৰমি আহি আহি আজিৰ অৱস্থা পাইছে। মাধৱ কন্দলী, ৰামসৰস্বতী, শঙ্কৰ-মাধৱৰ হিৰণ্ময়ী অসমীয়া ভাষাটো ১৮৩৬ চনত অসমৰ স্কুল কাছাৰীৰ পৰা অন্তৰ্দ্ধ্যান হ'ল। পুনৰ কলিকতীয়া অসমীয়া ছাত্ৰইঁতৰ তৎপৰতাত ১৮৭৩ চনত জী উঠিল যদিও ভাষাটোৰ সংকট নকমিল । ১৯৬০ চনৰ ভাষা আন্দোলনত কটন কলেজৰ ছাত্ৰ ৰঞ্জিত বৰপূজাৰী আৰু সূৰ্য্য বৰা নিহত হয় । পুনৰ ১৯৭২ চনৰ ৬ জুনত গুৱাহাটী বিশ্ববিদ্যালয়ে 'বিশ্ববিদ্যালয়ৰ অন্তৰ্গত মহাবিদ্যালয় সমূহত সেই চনৰে পৰা অসমীয়া, ইংৰাজী আৰু বাংলা ভাষাত প্ৰশ্নোত্তৰ দিব পৰা বিকল্প ব্যৱস্থা সমূহ অসমীয়া আৰু লগতে ইংৰাজী ভাষাক শিক্ষাৰ মাধ্যম হিচাবে গ্ৰহণ কৰা হয়' বুলি সিদ্ধান্ত লয় । বিশ্ববিদ্যালয়ৰ এই সিদ্ধান্তত ব্ৰহ্মপুত্ৰ উপত্যকাৰ অসমীয়া ছাত্ৰইঁতে 'শিক্ষাৰ মাধ্যম অসমীয়া' হব লাগে আৰু প্ৰশ্নোত্তৰৰ ক্ষেত্ৰত অসমীয়াৰ লগতে ইংৰাজীকো কিছু বছৰৰ বাবে ৰাখিব লাগে বুলি তীব্ৰ প্ৰতিবাদ কৰে । সেই চনৰে ১২ জুনত গুৱাহাটী বিশ্ববিদ্যালয়ে আগৰ প্ৰস্তাৱ নাকচ কৰে আৰু (এক প্ৰকাৰ) ছাত্ৰ সকলৰ দাবীকে মানি লয় । এই কথাত কাছাৰৰ বাংলা ভাষী সকল অসন্তুষ্ট হয় আৰু এই প্ৰস্তাৱৰ বিৰুদ্ধে আন্দোলন গঢ়ি তোলে। অসমত 'শিক্ষাৰ মাধ্যম অসমীয়া' হোৱাৰ দাবীত আন্দোলন হয়। এই আন্দোলনতো অনিল, মোজাম্মিল, বলিন, প্ৰমোদ আদিয়ে বুকুৰ তেজ দিয়ে । সেই চনৰে ৮ চেপ্তেম্বৰত অসম বিধান সভাই প্ৰস্তাৱ গ্ৰহণ কৰে যে 'গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম অসমীয়া হ'ব। লগতে সহায়ক ভাষা হিচাবে ইংৰাজীও থাকিব আৰু ১৯৬০ ৰ ভাষা আইনৰ লগত সঙ্গতি ৰাখি কাছাৰত এখন সুকীয় বিশ্ববিদ্যালয় পাতিবলৈ কেন্দ্ৰক অনুৰোধ কৰা হ'ব ।' এই প্ৰস্তাৱত দুয়োপক্ষই পূৰা সন্তোষ নহলেও এৰা ধৰাৰ মাজেৰে আন্দোলনৰ শাম কাটে । এই কথাত অসমৰ অন্যান্য জনগোষ্ঠীবোৰে তেওঁলোকৰ ওপৰত অসমীয়া ভাষা জাপি দি তেওঁলোকৰ ভাষা-সংস্কৃতি বিনাশ কৰাৰ ষড়জন্ত্ৰ চলিছে বুলি শঙ্কা কৰি তেওঁলোকৰ নিজস্ব ভাষা-সংস্কৃতি পুনৰোদ্ধাৰ আৰু মৰ্য্যাদা প্ৰদানৰ বাবে আন্দোলত নামি পৰে । ফলত অসমৰ শান্তি বিঘ্নিত হয় । পূৰ্বৰ বৰ অসম ভাঙি ডোখৰ ডোখৰ হয়। এই আন্দোলনৰ উদ্দেশ্য হ'ল নিজ ৰাজ্যত নিজৰ ভাষাটোক 'যোগ্য আসনত' বহুৱা; কাৰো ভাষা সংস্কৃতিক অনাদৰ অৱহেলা কৰা নহয় । তেতিয়া কাৰো প্ৰতি বিদ্বেষ আৰু কাৰো প্ৰতি অৱহেলা যে এই আন্দোলনৰ উদ্দেশ্য নহয় তাকে বুজাই কবলৈ আৰু 'ৰান্ধনীক উচতাই মাছৰ জোল খোৱা' ষড়যন্ত্ৰকাৰী সকলক সাৱধান কৰি দিয়াৰ উদ্দেশ্যে ড'হাজৰিকা দেৱে এই গীতটি ৰচে।

অসমীয়া জাতিটোৱে অসমীয়া ক'বলৈ
কাকনো কৰিছে বলাৎকাৰ !

হেৰ !
অসমীয়া ভাষাটিৰ অসমতে নাই জানো
যোগ্যতা পোৱাৰ অধিকাৰ ?
সমগ্ৰ ভাৰতৰ ভাষা দুৰ্নীতিবান
কুচক্ৰী যত কুলাঙ্গাৰ !

(হেৰ) অসম দেশখন তইঁতৰ জানো
পৈতৃক পৰীক্ষাগাৰ ?
আৰু যদি কোনোবাই উচ্চাম্বিকা মন লৈ

অসমীক জোকাৰ এবাৰ
লক্ষ লক্ষ ডেকা গাভৰুৱে
তেজ দিব ৰঙা কলিজাৰ ।
কাৰো প্ৰতি বিদ্বেষ,
কাৰো ভাষা অৱহেলা -
লক্ষ্য নহয় আমাৰ ।
এই গীত নুবুজিলে
        শত গীত লিখি যাম
জগাই লুইতৰে পাৰ ।

জোনাকী যুগৰে পৰা
        সংগ্ৰাম কৰিও
চিন নাই ভাগৰি পৰাৰ
আজিৰ অসমীয়াৰ
        অগনি চৰিছে গাত
দীক্ষাৰে নৱ বাৰতাৰ ।
আজিৰ অসমীয়াই
নৱৰূপ ধৰি ল'লে
        আগ্নেয় মহা জনতাৰ,
        দুৰ্জ্জেয় নৱ চেতনাৰ
        অগ্নেয় মহা জনতাৰ ।

ৰচনা : শ্বিলং চিভিল হস্পিতেল, ৮ ১১-১৯৭২

# শ্বিলঙৰে মনালিচা লিংডো

পোন্ধৰ শতিকাত ইটালীত লিওনার্দো-ডা-ভিন্সিয়ে পৃথিবীৰ বিখ্যাত চিত্ৰ 'মনালিছা' অঙ্কণ কৰে । এই গায়ক, গীতিকাৰৰ কল্পনাত প্ৰকৃতিৰ তুলিকাৰে অঙ্কিত অপৰূপা শ্বিলঙখন যেন 'ভিন্সি'ৰ 'মনালিছা'। গীতটোত শ্বিলঙৰ সুন্দৰী মনালিছা লিংডো নামৰ গাভৰুৰ বেশত শ্বিলংখনকে সম্বোধন কৰা হৈছে। মেঘালয় ৰাজ্য গঠন হোৱা দিনালৈকে 'শ্বিলং' অসমৰ ৰাজধানী আৰু অসমীয়াৰ বুকুৰ আমঠু আছিল। 'খাচী আৰু আমি' আটাইয়ে এখন ঘৰৰ ভাই ভাইৰ দৰে বাস কৰিছিলোঁ। মেঘালয় ৰাজ্য গঠন হোৱাত অসমৰ ৰাজধানী অস্থায়ী ভাৱে দিচপুৰলৈ (গুৱাহাটী) আহিল। ৰাজনৈতিক চক্ৰান্ততেই হওক বা যিকোনো কাৰণতেই হওক, অসমৰ মেপখন টুকুৰা টুকুৰ হ'লেও হৃদয়ৰ আৱেগ-অনুভূতি, প্ৰেম-ভালপোৱা, কলিজাৰ মৰমক টুকুৰা টুকুৰ কৰিব পাৰি জানো ? দুখত ভাগি পৰিছিল ড° হাজৰিকাদেৱ । শ্বি লংখন তেওঁৰ প্ৰাণৰো প্ৰাণৰ ! কৈশোৰ, যৌৱনৰ আৱেগময়ী মধু মুহূৰ্তবোৰৰ, ৰাজনৈতিক জীৱনৰ সাক্ষী এই শ্বিলং ! শ্বিলঙতেই আছিল তেওঁৰ প্ৰথম প্ৰেমৰ পাত্ৰী যাৰ স্মৃতিৰ পাপৰি জীৱনৰ আবেলিলৈকে বুকুৰ মাজত আলফুলে সজাই ৰাখিছে! আনকি দেওবাৰৰ ছুটিৰ দিনা শ্বিলংপিকত কিন্‌কিনিয়া বৰষুণত তিতি তিতি গৰখীয়া বাঁহীৰ সুৰত মতলীয়া হোৱা ( প্ৰথম প্ৰেমৰ শিহৰণ পোৱা) — ক্ৰিছেনথিমাম ফুলৰ দৰে ৰঙা সেই স্মৃতিবোৰ কেনেকৈ পাহৰে ! ৰাজ্যৰ সীমা নিৰ্দ্ধাৰণে হৃদয়ৰ প্ৰাচীৰ হ'ব নোৱাৰে। সেয়েহে দিচপুৰীয়া ডেকাজনে (এজন অসমীয়াৰ হৈ ) লাবানৰ মনালিছাক (শ্বিলঙক) নংপোতেই ছুটিৰ দিনত কাষতে পাবলৈ আৰু পূৰ্বৰ দৰে হিয়াৰ মৰম যাচি গীতাৰৰ হিলি বিলি মিউজিকৰ সুৰে সুৰে দুয়ো দুয়োতে মগন হ'বলৈ ( পুনৰ্মিলন) বিচাৰিছে। কিমান মধুৰ হ'ব মিলনৰ সেই ক্ষণ ! 'A stroke of a guiter can make a nation think and get it angry !' – পলৰ'বছন।

গীতটিৰে ড° হাজৰিকাদেৱে পাহাৰ ভৈয়ামৰ মাজত অঙ্কুৰিত অনৈক্য, অবিশ্বাসৰ শিপা নিৰ্মূল কৰি পুনৰ সমন্বয় সম্প্ৰীতিৰ এনাজৰীৰে এক হোৱাৰ কামনাৰে এই গীতটো ৰচে।

শ্বিলঙৰ মনালিছা লিংডো
তোমাৰ হাতৰ গীটাৰখনিত
হিলিবিলি মিউজিক বজাই যোৱা ।
মনালিছা, মনালিছা, তোমাক স্ৰজিলে কোন লিওনাৰ্ডোই
কেনেকৈ হ'লা তুমি ইমান ধুনীয়া ?
মনত আছেনে
দুয়ো গৰখীয়া শ্বৰাতিৰ সুৰে সুৰে
কিন্ কিন্ বৰষুণে বৰষুণে ভিজা
শ্বিলং পিকত সেই দেওবাৰে পুৱা ?
তুমি আজি লাবানৰ ক'ৰবাত
আৰু ৰাজধানী সলনিৰ পিছত আহি
হলোঁ এতিয়া দিছপুৰীয়া —
ক্ৰিছেনথিমাম যিমানে ৰঙা
মোৰ, তোমাৰ সোঁৱৰণীও সিমানে ৰঙা
মনালিছা, নংপোলৈ— এবাৰ আহাঁনা
আৰু মেয়ো যাম ছুটি পালে নংপোলৈ
মন দিম মন দিম গীটাৰৰ সুৰে সুৰে
অদূৰ মধুৰ কোনোবা ৰাতিপুৱা —

শ্বিলং, ১৯৭২

# হে মোৰ অসমৰ শ্ৰোতা জনতা

জীৱশ্ৰেষ্ঠ মানুহ । মানুহৰ অসাধ্য একো নাই । কিন্তু প্ৰকৃতিৰ হাতত মানুহ অচল । মানুহ প্ৰকৃতিৰ হাতৰ পুতলা । আনহাতে মানুহ প্ৰকৃতিৰ মৰম চেনেহতেই লালিত পালিত । কিন্তু মাতৃ ৰূপা প্ৰকৃতি যেতিয়া নিষ্ঠুৰা হৈ অট্টহাস্য কৰে ! হাতত খড়্গ তুলি লয় ! মানুহ হয় অসহায । ১৯৭৪ চনত বিহাৰ ৰাজ্য খৰাং পীড়িত হ'ল । ছোটনাগপুৰৰ মালভূমি অঞ্চল, হাজাৰিবাগৰ হেজাৰ হেজাৰ সেউজীয়া কঠিয়াতলী খৰাঙে দেই পুৰি ভস্মীভূত কৰিলে। কৃষি প্ৰধান ভাৰত বৰ্ষৰ বিহাৰ ৰাজ্যৰ পথাৰ উছন হ'ল । মাথোঁ এজাক বৰষুণৰ বাবে মন্দিৰ-মছজিদত পূজা-প্ৰাৰ্থনা- দোৱা কৰা হ'ল । পেটৰ ভোকত মুমূৰ্ষু শিশুৰ ক্ৰন্দনত অসহায়া মাতৃৰ দুচকুৰে মাথোঁ চকুলো বাগৰে ! কিয় এনে হ'ল ? প্ৰকৃতিয়ে কিহৰ প্ৰতিশোধ ল'লে ! কি নাই বা নাছিল বিহাৰৰ। ভূগৰ্ভত চুণ শিল, কয়লা, লো, তাম, বক্‌ছাইট, মেঙ্গানিজ, বালিচন্দা, সোণ আদি খনিজ সম্পদে গিজ্‌গিজাই আছে । চিমেণ্ট, তিখা, এলুমিনিয়াম, চেনি, তেল শোধানাগাৰ আদি বৃহৎ বৃহৎ উদ্যোগ উজলি আছে । যি সময়ত পৃথিৱী অজ্ঞান অন্ধকাৰত বুৰ গৈ আছিল তেতিয়া নালন্দা বিশ্ববিদ্যালয়ে জ্ঞানৰ জোৰ লৈ বিশ্বত পোহৰ বিলাইছিল । এই বিহাৰতেই গৌতম বুদ্ধই বুদ্ধত্ব অৰ্থাৎ জ্ঞান লভি মানুহক মুক্তিৰ পথৰ সন্ধান দিছিল। অবিশ্বাস্য হ'লেও সত্য — তাহানিৰ পাতলিপুত্ৰ আৰু আজিৰ এই বিহাৰৰেই পাহাৰিয়া স্বাস্থ্য নিবাস বাঁচিত এমুঠি ভাতৰ অভাৱত পেটৰ ভোকত গৃহস্থই ৰান্ধে পোহনীয়া কুকুৰৰ মাংস । ভাত নহ'লে নেবাচে জীৱন, — সমাজ, সংস্কৃতি। আজি বিদ্যাপতিৰ মিথিলা নগৰীত ৰাধা-কৃষ্ণৰ মধুৰ পদাৱলী মৈথিলীৰ সুৰ নাই। মনৰ দুখত ভোজপুৰী পথাৰত গাঁৱৰ গৰখীয়াই বিৰহা চৈতীৰ গীত নেগায় ! আমাৰ এষাৰ কথা আছে 'আকালৰ ভাত নিদানৰ মাত'। প্ৰকৃতিক আমি বাধা দিব নোৱাৰোঁ সচাঁ । আনৰ দুখৰ পৰত এষাৰ মাত, আকালত এমুঠি ভাত যঁচাটো আমাৰ নৈতিক কৰ্তব্য । নিজৰ গাত চিকুটি চালে গম পোৱা যায় আনৰ দুখৰ কথা । যিহেতু আমি মানুহ, আমাৰ আটাইৰে সুখ-দুখ, অভাৱ-অনুভূতি একে । সেয়েহে মানুহৰ দুখৰ পৰত নাইবা প্ৰাকৃতিক দুৰ্যোগত দুৰ্গত সকলৰ প্ৰতি সহানুভূতিশীলহৈ তেওঁলোকৰ কাষত থিয় হৈ এষাৰ মাত দিয়া আৰু যথাসাধ্যে সহায়ৰ হাত আগবঢ়োৱাটো মানৱ ধৰ্ম্ম ।

খৰাং পীড়িত বিহাৰৰ প্ৰতি অনুকম্পাত ড' ভূপেন হাজৰিকাদেৱে তাৰেই পটভূমিত এই গীতটো ৰচে।

হে মোৰ অসমৰ শ্ৰোতা জনতা
কি মতেনো বুজাম আমি
বিহাৰ ৰাজ্যৰ কোটি কোটি লোকে
দেখিছে এক শ্মশান ভূমি ।

কোনোবা নিষ্ঠুৰ দৈত্যই যেন
প্ৰখৰ ৰ'দৰ উত্তাপ সানি
ছোটনাগপুৰৰ মালভূমিৰ
ভস্ম কৰিলে শত ধাননি ।

ওঠৰ শ ছয় সত্তৰৰ মন্বন্তৰ
আতঙ্ক পুনৰ যেন আহিলে
হাজাৰীবাগৰ হেজাৰ বাগত
কিহে সেউজ কঠিয়া দহিলে ।

যেনিয়ে চকু যায় হিয়া দহি যায়
পালামৌৰ আকাশত মেঘ নাই
হেজাৰ মুমূৰ্ষু শিশুৰ বাবে
অসহায়া মাতৃয়ে অশ্রু পেলায় ।

ৰহিমে কান্দে —— আল্লা মেঘ দিয়া
ৰসিয়াই কান্দে—— প্ৰভু পানী দিয়া
শুকান ধৰিত্ৰীয়ে বুকু ফালি কয়
মোৰ বক্ষতে চিৰ শান্তি লোৱা ।

নালন্দা নিমাত, নিমাত আকাশ
পাতলিপুত্ৰৰ ঐতিহ্য উদাস
মুঙ্গেৰতো মঙ্গল ধ্বনি নাই
চাপ্ৰা আৰাৰ লোক হতাশ ।

তাহানি বুদ্ধই বিহাৰ কৰা
শস্য-শ্যামলা বিহাৰ ভূমি
হ'ল ক্ষুধা, তৃষ্ণাত মৃত্যুমুখী
এক নিৰস নিজান মৰুভূমি ।

হয়তো আজি ৰাঁচীৰ সাধু শুনি
সত্য বুলি কেৱে নলয় মানি
দুটি ভাতৰ অভাৱত গৃহস্থই ৰান্ধে
পোহনীয়া কুকুৰৰ মাংস আনি ।

অনুকম্পা নহয়, পুতৌ নহয়
ই নহয় ৰঙীন প্ৰদৰ্শনী
ই কৰ্তব্য জ্ঞান প্ৰণোদিত
উচ্চাৰিত মানব ধ্বনি ।

বিদ্যাপতিৰ মিথিলা নগৰীৰ
মৈথিলী সুৰ যেন স্তব্ধ হয়
আজি ভোজপুৰী পথাৰত গাঁৱৰ গৰখীয়াই
বিৰহা চৈতীৰ গীত নেগায় ।

ৰচনা ঃ গুৱাহাটী, ছেপ্তেম্বৰ, ১৯৭২

# ঐ নিলাজ পাহাৰ

এই গীতটো অতুল বৰদলৈ পৰিচালিত 'বনৰীয়া ফুল' বোলছবিত জয়ন্ত হাজৰিকাৰ সঙ্গীতত ড" ভূপেন হাজৰিকাদেৱে ৰচনা কৰে । গীতটো ৰচা হৈছিল চিনেমাখনৰ সতে সম্পৃক্ত এটি চৰিত্ৰৰ মনৰ কথাৰে। এজন জনজাতীয় ল'ৰাৰ এজনী জনজাতীয় প্ৰেয়সী আছিল । এদিন ভৈয়ামৰ পৰা তালৈ এটি চৰিত্ৰ আহিল। তেওঁ জিওলজিষ্ট; উদ্দেশ্য পাহাৰৰ বুকুত থকা খনিজ পদাৰ্থ সন্ধান কৰা। সেই ডেকাজনৰ সৈতে জনজাতীয় ল'ৰাজনৰ প্ৰেয়সীৰে সৈতে প্ৰেমৰ সম্পৰ্ক গঢ়ি উঠিল আৰু দুয়ো বিয়াহৈ গুচি গ'ল । তেতিয়া জনজাতীয় ডেকাজনে প্ৰেয়সীক হেৰুৱাই মনৰ দুখত, ক্ষোভত উন্মাদৰ দৰে হৈপাহাৰৰ গালৈ দা এখন দলিয়াই দি পাহাৰক গালি পাৰি পাৰি মনৰ ভাব প্ৰকাশক এই গীতটো গাইছিল। গীতটো প্ৰচাৰ হোৱাৰ পাছত অনেকে 'ভূপেন হাজৰিকাই পাহাৰক গালি পাৰিছে' বুলি অৰ্থ উলিয়াইছিল। এই কথাটোৱে হাজৰিকাদেৱৰ মনত আঘাত নিদিয়াকৈ থকা নাছিল । যিজন মানুহে ওৰেটো জীৱন পাহাৰ ভৈয়ামৰ সম্প্ৰীতিৰ বাবে গীতেৰে, গদ্যৰে চিঞৰি আহিছে তেওঁ আকৌ পাহাৰক গালি পাৰিব কিয় ? পিছত তেওঁ লিখনিৰ জৰিয়তে এই কথাটো স্পষ্ট কৰি দিয়ে।

(এই গীত পাহাৰী ভাইসকলক ইতিকিং কৰি লিখা নহয় । কথাছবিৰ চৰিত্ৰই প্ৰেয়সীক কাষৰ পৰা আঁতৰাই নিয়াত ক্ষোভেৰে কৰা প্ৰকাশহে )

ঐ নিলাজ পাহাৰ !
হাঃ হাঃ হাঃ হাঃ
থুই, হাঁহিবলৈ আহিছ !
ঐ শুকান পাহাৰ, ঐ নিলাজ পাহাৰ
মৰম বিহীন হৈ মৰ্ মৰ্ মৰ্ — লাজতহে মৰ ।
বিচাৰিলি কি পালি তই কি ?

কথা ঃ সপোন দেখিছিলি !
ঝিৰ্ ঝিৰ্ ঝিৰকৈ নিজৰা ব'ব
তোৰ বুকুৰেদি এটি মিঠা নিজৰা ব'ব
মৰমেৰে আকোঁৱালি নিজৰা ব'ব
তাইক পাই তোৰ, বুকুখন ৰসাল হ'ব
একো নেপালি হে !

কথা ঃ ভাঙিল নে তোৰ অহংকাৰ । — ঐ নিলাজ পাহাৰ ।
বিচাৰিলি কি পালি তই কি ?

কথা ঃ বহু ভাবিছিলি
তোৰ বুকুত আছিল, হেনো ৰূপ ৰূপালী
হেনো কলিজা খান্দিলে পায়, সোণ সোণালী
সোণ খান্দি নিব তই ৰূপো হেৰুৱালি
বালিচন্দা মাথোঁ তই বুটলিলি — কি পালি হে !

কথা ঃ ভাঙিল নে তোৰ কামীহাড় ?
ঐ শুকান পাহাৰ ! ঐ নিলাজ পাহাৰ
তাকে লৈ চিঞৰি মৰ্ মৰ্ মৰ্ লাজতেহে মৰ।

ৰচনা ঃ কলিকতা, ১৯৭৩

# কিছুদিন আগতে পুৱতি নিশাতে

শিল্পীসকল স্বাভাৱিকতে কোমল হৃদয়ৰ । সৰ্বসাধাৰণৰ দুখ-দুৰ্দশাই তেওঁলোকৰ বুকুত আঘাত হানে। সেয়েহে, কৈশোৰতেই এদিন সুৰশিল্পী ড° ভূপেন হাজৰিকাদেৱে 'নৰ-কঙ্কালৰ অস্ত্ৰ সাজি সৰ্বহাৰাৰ সৰ্বস্ব পুনৰ ফিৰাই আনিম' বুলি গীতেৰে হুঙ্কাৰ দিছিল । কাৰণ, সৰ্বসাধাৰণৰ মুখৰ হাঁহিয়েই শিল্পীৰ হাঁহি ।

প্ৰায় এশ বছৰীয়া আন্দোলনৰ ফল স্বৰূপে ইংৰাজে দেশীয় শাসকৰ হাতত শাসনৰ ব্যঘজৰী শোধাই দি নিজ দেশলৈ উভতি যায় । ইংৰাজৰ শোষণ নীতি আৰু কঠোৰ শাসনত অতিষ্ঠ ভাৰতীয় জনতাই স্বৰাজ ঘূৰি অহাত স্বস্তিৰ নিশ্বাস কাঢ়িলে । দুৰ্গত জনতাৰ দেশলৈ সুখ শান্তি ঘূৰি আহিব বুলি শুকান জিভাত পানী আহিল। দুৰ্ভাগ্যৰ বিষয়, দেশৰ নেতাসবে ৰাজনীতিত সুচতুৰ ইংৰাজৰ পৰা দেশ শাসন, উন্নতি আৰু দেশ গঢ়াৰ কোনো কৌশল আয়ত্ব নকৰিলে । ইংৰাজৰ কোনো এটা ভাল নীতিকেই আমাৰ নেতাসবে অনুসৰণ নকৰিলে । ফলত, স্বাধীন ভাৰতৰ আৰ্থ-সামাজিক-শিক্ষা-স্বাস্থ্য কোনো এটা দিশৰেই উন্নতি নহ'ল । কৃষি ব্যৱস্থাও তথৈবচ। দেশত উপযুক্ত উদ্যোগীকৰণ নীতি নোহোৱাৰ ফলত নিবনুৱা সমস্যা বাঢ়ি গৈ থাকিল । এফালে পুঁজি পতি আৰু আনহাতে সৰ্বহাৰাৰ হাৰ বাঢ়ি গৈ থাকিল । শ্ৰেণী বৈষম্য, বৰ্ণ বৈষম্য, শোষণ, তোষণ, স্বজন প্ৰীতি আৰু দুৰ্নীতিৰ কেকোঁৰা চেপাত সৰ্বসাধাৰণে চকুৰে সৰিয়হ ফুল দেখিলে । বজাৰত বস্তুৰ জুই ছাই দাম। খাদ্যৰ অভাৱত দুৰ্বল অকণিৰ পঁয়া লাগিল, কুঁকুৰি কণা হৈ চকুৰে নেদেখা হ'ল, অৱশেষত চিঞৰি চিঞৰি মৃত্যুক সাবটিলে । তাৰোপৰি খাদ্যত ভেজাল, ঔষধত ভেজাল দুখীয়া নিচলাৰ জীয়াই থকাৰ উপায় নোহোৱা হ'ল। খোলা বজাৰত কেৰাচিন নাই, চাউলৰ নাটনি, আলু নাই, পিঁয়াজ নাই । অথচ চোৰাং বজাৰৰ মাৰোৱাৰীৰ গুদামত চাৰিগুণ বেছি দামত বস্তুৰ অভাৱ নাই । এচামে ৰাইজৰ ওঁঠ চেপি কোৰোণাৰে কলা ধন চপাই উদৰস্থ কৰিছে । সাত পুৰুষে হাতেৰে কুটা এগচো নুচুৱাকৈ মদে-মঙহে বহি খাব পৰাকৈ ধন মজুত ৰাখিছে । দেশৰ প্ৰতিজন প্ৰধান মন্ত্ৰীয়ে, ৰাজ্যৰ প্ৰতিজন মুখ্য মন্ত্ৰীয়ে জনতাৰ সেৱক ৰূপে শপত গ্ৰহণ কৰে; দুৰ্নীতি নিৰ্মূল কৰিব বুলি, চোৰাং ব্যৱসায়ী নিপাত কৰিব বুলি গৰম বক্তৃতাৰ ফুলজাৰি মাৰে ! নেহেৰুৰ মৃত্যুৰ পিছত দ্বিতীয় প্ৰধান মন্ত্ৰীৰূপে কাৰ্য্যভাৰ গ্ৰহণ কৰা গুলজাৰিলাল নন্দই 'চোৰাং ব্যৱসায়ীক লাইটৰ পোষ্টত আঁৰি ফাঁচি দিব' বুলি হুঙ্কাৰ দিছিল । ইন্দিৰা গান্ধীয়েও 'গৰীবী হটাও' আদি কাৰ্য্যসূচী ললে। কিন্তু, সকলো ফুটুকাৰ ফেন। প্ৰতিশ্ৰুতি প্ৰতিশ্ৰুতিয়েই হৈ ৰ'ল । সেয়েহে ক্ষোভিত বিপ্লৱী গায়ক গীতিকাৰ ডং ভূপেন হাজৰিকাদেৱে কয় যে — 'চোৰাং বাজাৰীৰ সংখ্যা যিমান আছে লাইটৰ খুঁটাও সিমানেই আছে। তেনেহ'লে ক'তা । এজনকতো দিয়া হোৱা নাই লাইটৰ খুঁটাত আঁৰি ফাঁচি ? যদিহে দিব নোৱাৰে তেনেহ'লে কিয় দিয়ে মুখা পিন্ধা এইসব নেতাই মিছা প্ৰতিশ্ৰুতি ?' দেশৰ এইবোৰ জ্বলন্ত সমস্যাকে সমল ৰূপে লৈ জনবন্ধু, দিনবন্ধু শিল্পী শিৰোমণি ড° ভূপেন হাজৰিকাদেৱে ব্যঙ্গাত্মক ভাষাৰে আওপকীয়াকৈ দেশৰ শাসনৰ গাদীত বহা নেতাসকললৈ শৰ নিক্ষেপ কৰি এই গীতটি ৰচে।

(গীতটি ১০ আগষ্ট, ৭৩ ৰ দিনাই অৰ্থাৎ খাদ্যৰ চৰা দামৰ বিৰুদ্ধে পালন কৰা 'অসম বন্ধ'ৰ দিনা লিখা। গুৱাহাটীত ।)

কিছুদিন আগতে পুৱতি নিশাতে
সপোন এটি দেখিছিলোঁ
ৰাজপথে ৰাজপথে বিজুলী খুঁটিত
ওলমা মৃতদেহ দেখিছিলোঁ
সুধিলোঁ ঃ এয়া কাৰ মৃতদেহ ?
ক'লে ঃ ইঁহত চোৰাং বজাৰী,

ঘটিছিল বহু ক'লা ধন,
হৈ ৰাইজৰ মৰণৰ বেপাৰী ।

হঠাৎ ভাগি গ'ল সপোন মোৰ
বিজুলী খুঁটিত দেখোঁ নাই মৃতদেহ !
(বুজোঁ) মোৰেই মূৰৰ বিকৃতি ঘটিছে
দুৰ্নীতি হোৱা নাই শেষ ।

মাতৃয়ে নিচুকনি গাবলৈ পাহৰিলে
অৰ্ধমৃত শিশু দেখি
ভেজাল খাদ্যৰো জুই ছাই দাম,
পনীয়া ঔষধ দিয়ে লেখি

( হেৰ ) দেখিছনে নাই তোৰ ঘৰৰ কাষতে
দুৰ্বল অকণিৰ কামীহাড
নোহোৱা নকৰ কিয কিঞ্চিত দুখ
শত শত নিবনুৱাৰ

(হেৰ) লৈ আহ সকলো দুঃখী জনতাৰ
কাষলে অকণমান সুখ
তেতিয়াহে সন্মান কৰিম
তইঁতৰ বৰ বৰ কথা কোৱা মুখ ।

( চোৰাং) বজাৰীৰ সংখ্যা যিমান
সিমানেই আছে দেখোঁ বিজুলী খুঁটি
সিহঁতক তেনেহ'লে ফাঁচি নিদিয নেকি ?
দিছিল দেখোঁ প্ৰতিশ্ৰুতি ?

ৰচনা : গুৱাহাটী, ১০ আগষ্ট ১৯৭৩ চন

# ঘনে ঘনে কত শিশুক জন্ম দিবা

সন্তান ভগৱানৰ দান নহয় । পিতৃ মাতৃৰ উৰ্বৰা শক্তিৰ ফচলেই হ'ল সন্তান । এগাল শিশুৰ জন্ম দি পৃথিৱীলৈ আনিলেই নহয় । শিশুটিক দিব লাগে মানৱীয় সকলো অধিকাৰ । মৰমৰ তুলাচনীত প্ৰতিটি শিশু পিতৃ মাতৃৰ মানত সমান । কিন্তু ভাৰত এখন দুখীয়া দেশ । ভাৰতৰ আজিও লাখ লাখ লোক দৰিদ্ৰ সীমাৰেখাৰ তলৰ । অলেখৰ নিজা ঘৰ, বস্তি বা মাটি নাই; চহৰৰ ফুটপাথ, ৰেলষ্টেচনৰ প্লেটফৰ্মত শুদা গাৰে মাটিতে জীৱন কটাইছে । কিছুলোকৰ আশ্ৰয় স্থল অকণ আছে যদিও খাবলৈ দুবেলা দুসাজ আৰু পিন্ধিবলৈ এখন কাপোৰ নাই । সন্তান জন্ম দি ভালদৰে খুৱাব পিন্ধাব নোৱাৰিলে, লিখা পঢ়া শিকাই মানুহ কৰিব নোৱাৰিলে সেই সংসাৰখন এদিন বাঁহ তলত পৰিণত হয় । অভাৱ অনাটনত জৰ্জৰিতহে সন্তানে চুৰি ডকাইতিকে আদি কৰি নানা অসৎ কাৰ্যত লিপ্ত হোৱা দেখা যায়; পিতৃ মাতৃৰো টোপনি হৰে । এনে সন্তান সমাজৰ আৰু দেশৰো আৱৰ্জনা। এটি সুস্থ সবল, ধৈৰ্য্যশীল, বিবেকবান সন্তান দেশ আৰু জাতিৰ সম্পদ । আমাৰ এষাৰ কথা আছে 'বহু পুত্ৰী কলিৰ নৰকী' । অধিক সন্তান জন্ম দিয়া পাপ । লৰাই হওক বা ছোৱালীয়েই হওক দুটা বা এটাই যথেষ্ট । বৰ্তমান শিক্ষিত বা জনা বুজা লোকৰ মাজত এই নিয়ম প্ৰচলিত হৈছে যদিও এই কথা মানিবলৈ টান পোৱা অনেক নিৰক্ষৰ লোক আছে । ফলত জনসংখ্যা দ্ৰুত গতিত বৰ্দ্ধিত হৈ এদিন ভাৰতবৰ্ষই পৃথিৱীৰ ভিতৰত সৰ্বাধিক জনসংখ্যাৰ দেশ হ'ব । অসমৰ চৰ অঞ্চলত অলেখ নিৰক্ষৰ মুছলমান লোক আছে । উৎকট গোড়া এই সকল লোকে ধৰ্মৰ ভয়ত 'পৰিয়াল সীমিত কৰণ' কাৰ্য গৰ্হিত বুলি আজিও মানিবলৈ সৈমান হোৱা দেখা নাযায়। হিন্দু, খৃষ্টান, বৌদ্ধ আদি ধৰ্মই পৰিয়াল পৰিকল্পনা আঁচনি গ্ৰহণ কৰি পৰিয়াল সীমিত কৰাৰ পোষকতা কৰে। হজৰত মহম্মদেও আবু চৈয়দ আয়ুবৰ নামত পৰিয়াল পৰিকল্পনা কৰি পৰিয়াল সীমিত কৰণৰ উপদেশ দিছে । আনহাতে অধিক সন্তান জন্মদানে মাতৃ গৰাকীকো দুৰ্বল আৰু ৰুগীয়া কৰে । ফলত, অকাল মৃত্যুক সাবটি লয়। গতিকে এখন সুখী সংসাৰ তথা সুস্থ সমাজৰ অধিকাৰী হ'বলৈ হ'লে প্ৰতি নৱ দম্পতিয়ে পৰিয়াল পৰিকল্পনা আঁচনি গ্ৰহণ কৰি পৰিয়াল সীমিত কৰিব লাগে। দেখিব, এদিন হাঁহিৰে জীৱন উপচি পৰিছে । সেয়ে, জ্ঞানীজনে কয়,'শিয়ালৰ জাক জাক সিংহৰ এটাই ভাল '।

ঘনে ঘনে কত শিশুক
জন্ম দিবা তুমি ? তুমি জন্ম দিবা ?
স্বাৰ্থ বিহীন মৰতলে আনি ।
তুমি যদি নিজে হোৱা
ভঁৰাল কুবেৰ
তোমাৰ মৰম হ'ব
পানী লুইতৰ
এতিয়াই চিন্তি তোমাৰ শিশুক
তাক নকৰা কিয় সুঠাম সবল
তেহে তুমি হাঁহিৰে — ঘৰ উজলাবা ।
বিশ্ব জোৰাই জানো অভাৱৰ ভাৰ
অগণন শিশুক দিবা খোহপাল ?
সেয়ে আগতীয়া পন্থা গ্ৰহণ কৰি
সীমিত নকৰা কিয় সুখী পৰিয়াল
তেহে তুমি প্ৰাণ ভৰি হাঁহিব পাৰিবা
ঘনে ঘনে কত শিশুক জন্ম দিবা ?

কলিকতা : ১৯৭৩ চন ।

# জ্ঞানীজনে কয়

**ঘৰখনেই হ'ল সুখ শান্তিৰ আকৰ** । আবেগক প্ৰাধান্য নিদি এখন পৰিকল্পিত সুখৰ সংসাৰ গঢ়াৰ আহিঁ আমাক আমাৰ শাস্ত্ৰ সমূহেই দেখুৱাইছে । অতীতৃতে সুযোগ্য সন্তান পাবৰ বাবে পুত্ৰ বা পুত্ৰীৰ বাবে বিভিন্ন পৰীক্ষা নিৰীক্ষা কৰি সুযোগ্য পাত্ৰ পাত্ৰী নিৰ্বাচন কৰা নিয়ম আছিল । মেডিকেল চাইন্সেও প্ৰমাণ কৰিছে যে পূৰ্ব্ব পুৰুষৰ 'জীন'ৰ প্ৰভাৱ সন্তানৰ গাত পৰিলক্ষিত হয় । সন্তানৰ জন্ম ভগৱানৰ দান নহয় । পিতৃ মাতৃৰ প্ৰজনন ক্ষমতাৰ বলতহে সন্তান জন্ম প্ৰায় । কুৰি শতিকাৰ প্ৰথমাৰ্দ্ধলৈকে সন্তান জন্ম নিৰোধক কোনো ব্যৱস্থা নাছিল । অতি কম বয়সতে বিবাহ হোৱা পতি পত্নীয়ে জন্মদান ক্ষমতা অটুট থকালৈকে সন্তান জন্ম দিছিল। এহাল পিতৃ-মাতৃয়ে দহ বাৰটাকৈ সন্তান জন্ম দিছিল। দেশত শিক্ষাৰ প্ৰসাৰ নোহোৱা বাবে তেওঁলোকৰ হাতত সৰু পৰিয়াল গঠনৰ কোনো আঁচনিও নাছিল । মাত্ৰ প্ৰকৃতিগত ভাবে সন্তান জন্ম দিছিল ।

সন্তান জন্ম দিয়াটোৱে যথেষ্ট নহয় । ভূমিষ্ঠ হোৱা প্ৰতিটো শিশুৱে পাব লাগে উপযুক্ত আদৰ যত্ন, মৰম স্নেহ, শিক্ষা দীক্ষা, স্ব নিৰাপত্তা, মানৱ অধিকাৰ আৰু জীয়াই থকাৰ প্ৰতিটো মৌলিক আৰু প্ৰায়োজনিক অধিকাৰ। অবাঞ্ছিত শিশু পৰিয়াল আৰু সমাজৰ বোজা স্বৰূপ। তাৰোপৰি সঘনে সন্তান জন্ম দিয়াৰ ফলত মাতৃ গৰাকী ৰক্তহীনতা, পুষ্টি হীনতাত ভোগে । এনে মাতৃ শাৰীৰিক ভাৱে দুৰ্বলহৈ এনিমিয়াকে ধৰি নানা ৰোগত ভোগে। এটা সন্তান জন্ম দিয়াৰ পিছত মাতৃ গৰাকীৰ গৰ্ভটি পুৰঠ নোহোৱাকৈ পুনৰ গৰ্ভধাৰণ কৰিলে সেই সন্তানৰ শাৰীৰিক মানসিক বিকাশ বাধাগ্ৰস্ত হোৱা দেখা যায় । আনকি এনে শিশু বিকলাঙ্গ হোৱাৰো সম্ভাবনাও নোহোৱা নহয়। মুঠতে অধিক সন্তান জন্মদান মাতৃ আৰু শিশু দুয়োৰে বাবে ক্ষতিকাৰকেই নহয় দেশ আৰু জাতিৰ বাবেও ক্ষতিকাৰক। সেয়েহে সৰু পৰিয়ালেই সুখী পৰিয়াল । নৱ দম্পতি সকলে বৈবাহিক জীৱনৰ প্ৰাক্কক্ষণতে, পৰিয়াল পৰিকল্পনা আঁচনি গ্ৰহণ কৰি এখন সুপৰিকল্পিত সুখী সংসাৰ গঢ়াৰ বাবে পৰিয়াল সীমিত কৰা উচিত। হিন্দু, খৃষ্টান, বৌদ্ধ আদি ধৰ্মই পৰিকল্পিত সুখী পৰিয়াল আঁচনিত অনুমোদন জনাইছে । আনকি আবু চৈয়দ আয়ুবৰ নামত হজৰত মহম্মদেও মুছলিম সমাজক পৰিয়াল পৰিকল্পনা কৰাৰ বাবে উপদেশ দিছে । অসমৰ চৰ অঞ্চলত বাসকৰা মুছলমান সকল এতিয়াও বহু সন্তান জন্ম দিয়াৰ পক্ষপাতী। তেওঁলোকে একাধিক পত্নী নিকাহ কৰায় আৰু বহু সন্তান জন্ম দিয়ে ' তেওঁলোকৰ মাজত শিক্ষাৰ প্ৰসাৰণ নোহোৱা বাবে কিছুমান মৌলবাদী মল্লাৰ ফতোৱা অনুসৰি জন্ম নিযন্ত্ৰণ পাপ, ধৰ্ম বিৰুদ্ধ বুলি ভয় কৰে । এওঁলোক শিক্ষিত হ'লেহে দেশৰ জন্ম নিয়ন্ত্ৰণ আঁচনি সফল হ'ব । অন্যথায় আন ধৰ্মৰ লোকৰ জনসংখ্যাতকৈ মুছলিমৰ জন সংখ্যা সৰ্বাধিক হ'ব ।

মহাৰজ ধৃতৰাষ্ট্ৰৰ শত পুত্ৰ আৰু পাণ্ডুৰ পঞ্চ পুত্ৰ আছিল। পাণ্ডৱ সকল আধ্যাত্মিক বলত বলী আৰু কৌৰৱ সকল বাহুবলত বলীয়ান আছিল। কুৰুক্ষেত্ৰৰ যুদ্ধত কৌৰৱ সকল নিপাত হয় আৰু পাণ্ডৱ সকলেহে হস্তিনাপুৰৰ সিংহাসন লাভ কৰিছিল। সেয়েহে জ্ঞানীজনে কয় শিয়ালৰ জাক জাক সিংহৰ এটাই ভাল ।

কথা ঃ জ্ঞানীজনে কয় —

কি কয় ?

গীত ঃ জ্ঞানীজনে কয়— শৃগালৰ জাক জাক
সিংহৰ এটাই ভাল,
হেন জানি ভাবি গুণি – হে নৱ দম্পতী
সীমিত কৰা পৰিয়াল ।

পৰিয়াল পৰিকল্পনা মাথোঁ
গৰ্ভ নিৰোধ আঁচনি নহয়,
ই মাতৃ আৰু শিশুৰ সমানে
স্ব নিৰাপত্তা হে হয় ।

গতিকে জীয়াই —
জ্ঞানীজনে কয়; কি কয় —
জ্ঞানীজনে কয় — শৃগালৰ জাক জাক
সিংহৰ এটাই ভাল
হেন জানি ভাবি গুণি — 'হে নৱ দম্পতি'
সীমিত কৰা পৰিয়াল ।
ধৰালৈ আনিলে প্ৰতি শিশুৱে
মানৱৰ প্ৰাপ্যৰ ল'ব অধিকাৰ
সেই কিঞ্চিত প্ৰাপ্য যদি দিব নোৱাৰা
যিটো শিশু আজি জন্ম দিলাঁ
কথা ঃ কিম্বা কালি দিবা— তাৰ কথা ভাবিবা এবাৰ
যিটো শিশুৰ আজি জন্ম দিলাঁ
সন্মান কৰাঁ তাৰ সত্তা
তাতে দিয়া শাৰীৰিক, মানসিক আৰু
স্ব নিৰাপত্তা
অবাঞ্ছিত যিটো শিশুৰ জন্ম দিয়া
কথা ঃ হয়তো অধিকাৰ আছে
পিছে মিঠা শিশুৰ, পৰিয়াল আঁচনি কৰিলে
তোমাৰ জানো হ'ব কিবা ভাল ।
হিন্দু খৃষ্টান বৌদ্ধৰ
শাস্ত্ৰই দোহাৰে সত্য হেজাৰ
পৰিকল্পিত সন্তানৰ প্ৰতি
প্ৰতি দম্পতিৰ আছে অধিকাৰ ।
আ বু চৈয়দ আয়ুবৰ নামতে
হজৰত মহম্মদে জীৱন কালত
জন্ম নিয়ন্ত্ৰণ কৰাৰ সপক্ষে
উপদেশ দিলে মুছলিম সমাজক
পৰিয়াল— পৰিকল্পনা —
যাক দিলাঁ জন্ম
কথা ঃ কিম্বা কালি দিবা; তাৰ কথা ভাবিবা এবাৰ ।
এই বিশ্বৰ সভাত সুযোগ্য কৰাৰ
যদি কৰাঁ তুমি অঙ্গীকাৰ । সেয়ে জ্ঞানীজনে কয়
কথা ঃ কি কয় ?
জ্ঞানীজনে কয়, শৃগালৰ জাক জাক
সিংহৰ এটাই ভাল
হেন জানি ভাবি গুণি হে' নৱ দম্পতী
সীমিত কৰাঁ পৰিয়াল ।

ৰচনা ঃ কলিকতা, ১৯৭৩

# পেহী অ' পেহা

দেশত সমবায় নীতি প্ৰচলন হোৱাত সমবায়ৰ পৰা ৰাইজৰ উপকাৰৰ বিষয়ে অৱগত কৰাৰ অৰ্থে আৰু সমবায় নীতি সফল কৰাৰ কাৰণে কথা আৰু সুৰেৰে ৰাইজক অৱগত কৰাৰ উদ্দেশ্যে শিল্পী ড° ভূপেন হাজৰিকাদেৱে এই গীতটো ৰচে ।

কথা ঃ মুখেন মাৰিতং জগত নীতিৰে ৰাজ্য চলাব নোৱাৰি
ৰাইজ আৰু ৰজাই মিলি কাম কৰিলেহে দেশখন বচাব পাৰি !!

গীত ঃ পেহী অ' পেহা, এইফালে আহা
ৰংমন ওচমান, ওচৰতে বহা
সেৱাৰ গামোচা কান্ধতে লওঁ
এমুঠি চাউলৰ কাহিনীকে কওঁ ।
স্বাধীনতা ৰাজনীতি সকলো দেখিবা অন্নমুঠিৰ হে তল ।
চাউলৰ অমৃত ৰাইজে নেপালে সৰ্বনীতি হলাহল ।
(আজি) ৰেচনত চাউলৰ কত হাহাকাৰ
মুকলি বজাৰতহে পায় ।
মুকলি বজাৰত জুই ছাই দাম, ধনীয়েহে চাৰিবেলা খায়
তুমি ৰোৱা ধান ঘাম পেলাই, পাব লাগে দাম, শ্ৰমৰ জোখাই
তোমাক শোষণ যিজনে কৰে,নৰকতো নেপায় সেইজনে ঠাই ।
দুখীয়া খেতিয়কে কৰিব বা কি !
য'তে ধন তাতে ধান বেচিছিলে ।
চোৰাং ৰাক্ষসে বহু লাভ লৈ
কোনোবা মুলুক পোৱাইছিলে ।
পেহী অ' পেহা, আমলখি কেহা
মুখা পিন্ধা চোৰবোৰে কৰে আজি বেহা ।
চাউল নাই, ধান নাই, ক'লৈ গ'ল পেহা ?
ৰাইজৰ দিনে দিনে ভাগি যায় দেহা ।
(সেয়ে) তোমাৰ চৰকাৰে ধানৰ ব্যৱসায়
নিজৰ হাতলৈ' আনিছে ।
(যাতে) খেতিয়কে ধানৰ উচিত দাম পায়
এই কথা আজি চিন্তিছে ।
চৰকাৰে ব্যৱসায় লোৱাৰ অৰ্থ, ৰাইজৰ মুঠিতে ব্যৱসায় ।
এই চৰকাৰখন দেখোঁ তুমিয়েই পাতিছিলাঁ
নতুন নীতিৰে গুণ গাই ।
চহৰে নগৰে গাঁৱে তোমাৰেই সমবায়ে
সেই ধান বিতৰণ কৰিব
সুলভ মূল্যত সকলোৱে যাতে দুবেলা দুমুঠি পাৱে খাব ।

**পুৰণি নীতি নিষ্ঠুৰ নীতি**

কৃষকৰ মনঃপুত নাছিল সেয়া
দুখীয়াই ভোকতে, কেঁচা ধান বেচিলেও
দামৰ নিৰিখ পায় বেয়া ।
শতকৰা চাৰে বাৰ, কম টকা দিছিলে
যদি বেচা আঘোণ মাহত ।
চাৰে সাত টকা কম দিছিলে যদি ধান
বেচা তুমি পুহৰ শীতত ।
শতকৰা পাঁচ টকা কম দাম দিছিলে
যদি বেচা ধান মাঘৰ মাহত ।
আঢ়ৈ টকা কম দাম দিছিলে
যদি বেচা ফাগুন মাহত ।
আগৰ এই নীতিবোৰ অসুন্দৰ নীতি
কেঁচা ধানৰ নিদিছিল মূল্য ।
(আজি) কেঁচা ধান বেছিলেও দাম পাবা পেহাদেউ
শুকান ধানৰে তুল্য
সংগ্ৰহ নহ'লে ধান বিতৰণ
কোনে কৰিব বাৰু পাৰে ?
দেশৰ খেতিয়কে ধান নেবেচিলে
সমবায় কেনেকে' তৰে !!
ৰাইজৰ আশাৰে সমবায় পাতিছে
সমবায় বচোৱাহে কথা
শুদ্ধ নীতিৰে ৰাইজে চলালেহে
গুচায় ই ৰাইজৰে বেথা ।
আগৰ নীতি মতে ধানৰ দাম পাৰলে' খেতিয়কে বহুদিন ৰয়
আজিৰ নীতি মতে নগদ মূল্য ততালিকে হাতে হাতে লয় ।
ভিন্ ভিন্ অঞ্চলতে প্ৰয়োজন অনুসৰি
সেয়া চাউল মজুত ৰাখিব
তেতিয়াহে সেই অঞ্চলত
ধানৰ নাটনি দূৰ হ'ব ।
মন যদি কৰা, কথা এটি কওঁ
আৰু এটা বেয়া নীতি চলি আছিল ।
সংগ্ৰহ কৰা ধান কলত খুন্দি
চাউলহে বিতৰণ কৰিছিল ।
(পিছে) নতুন নীতি মতে, ধান লাগে য'ত
তাত মাথোঁ ধান দিয়া হ'ব ।
(আৰু) যি যি অঞ্চলত চাউল লাগে
চাউলহে যোগান ধৰিব ।

চৰকাৰে যদিও ধানৰ পাইকাৰী,
ব্যৱসায় হাতলৈ নিলে
তথাপি ক্ষুদ্ৰ ধান-বেপাৰীৰ বাবে
কিছু কিছু স্বাধীনতা থ'লে ।
তেওঁলোকে বেচা-কিনা কৰিব
সীমা হ'ল ঃ আঢৈ কুইণ্টল,
কিছু কিছু অঞ্চলত বেহা কৰি তৰিব
বাধা বা বিঘিনি নৰ'ল ।
পুৰণি নিয়ম মতে খাদ্য নিগমে
ব্যক্তিক দিছিলে অধিকাৰ,
ধানৰ সংগ্ৰহ ব্যক্তিয়ে কৰিছিলে
ব্যক্তিৰ মহিমা অপাৰ ।
(পিছে) নতুন নীতি মতে, ধানৰ সংগ্ৰহ
মাথোঁ সমবায়েহে কৰিব
এই নতুন নীতি যদি অসফল হয়
লাই পাব শত পুঁজিপতিয়ে
পুনৰ ৰাইজক থিতাতে গিলিব
সিহঁতৰ শোষণ নীতিয়ে ।
ৰাইজৰ সেৱাৰ এই নতুন নীতিক
ধানচোৰে কৰে উপহাস,
ধানচোৰ বাহিনীক ধ্বংস নকৰিলে
ৰাইজে কৰিব উপবাস ।
মুখেন মাৰিতং জগত নীতিৰে
ৰাজ্য চলাব নোৱাৰি
ৰাইজ ৰজাই মিলি কাম কৰিলেহে
দেশখন বচাব পাৰি ।
বিপ্লব চিএৰি কৰিব পাৰি —
(পিছে) নীৰৱেও বিপ্লব হয় !
খেতিয়ক ৰাইজ মোৰ, ভাবি চোৱাঁ কথাটো
গায়ক ভূপেন্দ্ৰই কয় ।

( বিঃ দ্ৰঃ— খেতিয়ক ৰাইজ, এই গীতটো (নামঃ এমুঠি চাউলৰ কাহিনী) আপোনালোকে আবৃত্তি কৰিব পাৰে ৰাজহুৱা সভাত । — গীতিকাৰ )

ৰচনা ঃ বোম্বে ঃ ৬ নৱেম্বৰ, ১৯৭৩ চন ।

# মোৰ জীৱন ৰথ

কেতিয়াবা এনে ভাব হয় আমি যেন কাৰোবাৰ অদৃশ্য হাতৰ নিৰ্দেশিত হৈ নাচিছো। অৰ্থাৎ যি বাটেৰে খোজ লওঁ সেই বাটৰ কেৰ্কুৰিত বাটৰ কেণা লাগি অন্য পথৰে গতি লওঁ বা সেই পথেৰেহে সফল হওঁ। ড° হাজৰিকাদেৱৰ এই গীতটি এটি প্ৰেমৰ গীত । ভাৰতীয় সংস্কৃতিত, আধ্যাত্মিক সাহিত্যৰ পৰশ স্পষ্ট। স্বৰ্গত শান্তি স্থাপন কৰি উভতি আহোঁতে ৰজা দুষ্যন্তৰ মৃগয়া বিলাসৰ চখ ওপজে । সেই সূত্ৰে তেওঁ কণ্ব মুনিৰ আশ্ৰম পায়গৈ। তাতে আশ্ৰম কন্যা শকুন্তলাৰ সৈতে ক্ৰমে প্ৰেম আৰু গন্ধৰ্ব বিবাহ সম্পন্ন হয়। দুষ্যন্ত শকুন্তলাৰ মিলনত যি শৃঙ্গাৰ ৰস অনুভূত হৈছিল আৰু দুষ্যন্তৰ দ্বাৰা পৰিত্যক্ত শকুন্তলাৰ হৃদয়ত যি বিৰহ বা করুণ ৰসৰ সৃষ্টি হৈছিল সেই আটাইবোৰ ৰসেই এই গীতটিত বিদ্যমান । আজিও কোনো বাটৰুৱাই পিয়াহত আঁতুৰ হৈ পথৰ দাঁতিৰ তৰুৰ ছাঁত জিৰায়; কাৰোবাৰ ঘৰত এটুপি পানীৰ বাবে সোমায় । এনেদৰে ফুৰোঁতে কেতিয়াবা কোনো গাভৰুৰ সৈতে বাটৰুৱাৰ প্ৰথমতে চিনাকী আৰু পিছলৈ গভীৰ প্ৰেম হয়। প্ৰেয়সীৰ ওঁঠৰ পৰশে দেহৰ ৰন্ধ্ৰে ৰন্ধ্ৰে শিহৰণ তোলে; প্ৰেমৰ এক অনামী ছন্দৰ হৰিষত বাটৰুৱাৰ মন নাচি উঠে । প্ৰেয়সীৰ সেই মিঠা আশ্ৰয়ত বাটৰুৱাৰ সৰ্বসত্তা ধন্য হয় । কিন্তু বাটৰুৱাইতো গৃহীৰ দৰে সংসাৰ বান্ধোনত আবদ্ধ হব নোৱাৰে। কৰ্তব্যই সোঁৱৰাই দিয়ে বিশ্ব বিজয়ৰ মহান প্ৰয়াসক । তেতিয়া সেই মিলন হয় চিৰ বিৰহ । মহা মিলনৰ সেই মধু স্মৃতিক বিৰহৰ প্ৰতীক ৰূপে বুকুত বান্ধিলৈ বাটৰুৱাই পুনৰ খোঁজ লয় আপোন বাটেৰে নিজ লক্ষ্যৰ পিনে। গীতটি গায়ক গীতিকাৰৰ জীৱন মালিতাৰ সুগন্ধি অন্তৰা । 'মোৰ' সৰ্বনামটিয়ে যাযাবৰী ধৰণৰ সকলো লোকক প্ৰতিনিধিত্ব কৰে । গীতটিত 'কোন ঠাইৰ পৰা আহিলা কোঁৱৰ কোন ঠাই দিলা পাৰ, বা 'হাততে চেৰেন্দা লৈ ওলাল কোঁৱৰ বাহিৰ হৈ', আদি কামৰূপী লোকগীতৰ প্ৰতিধ্বনি শুনা যায়।

কথা ঃ মোৰ জীৱন ৰথ এবাৰ হঠাতে থমকি ৰৈছিল । এনেতে .....

দেহ ৰন্ধ্ৰে ৰন্ধ্ৰে তুলিলে শিহৰণ
তোমাৰ ওঁঠৰ পৰশে
মোৰ ছন্দে ছন্দে উঠে প্ৰেমৰ সুবাস
মন নাচে কিবা হৰষে ।

বিশ্ব বিজয়ী মোৰ
বাটৰুৱা মন
বাটেই আছিলে লগৰী
এজুপি তৰুৰ তলতে এবাৰ
থমকিলে ৰথৰ চকৰি
তাতেই হঠাৎ তোমাৰ বুকুত
মোৰ আনন্দ অশ্ৰু বৰষে ।
সৰ্বসত্তা মোৰ হ'ল ধন্য
তুমিদিলা মিঠা আশ্ৰয়
তোমাৰ উদাৰতাৰ নলওঁ সুযোগ
স্মৃতি মাথোঁ ৰ'ব সঞ্চয়
অঘৰীৰ ঘৰ জানো কাহানিবা হয় ?
আৰু আমাৰ মিলনো দেখোঁ বৈধ নহয়
এই মিলন হওক চিৰ বিৰহ প্ৰতীক
অনন্ত মিলন পিয়াসে ।

কলকাতা, ১৯৭৩

# মোৰ গীতৰ হেজাৰ শ্ৰোতা

ড° ভূপেন হাজৰিকা একেধাৰে গায়ক, গীতিকাৰ, সুৰকাৰ, ফিল্ম নিৰ্মাতা, অভিনেতা, চিত্ৰশিল্পী, নৃত্যশিল্পী, সুকবি, সু গদ্য লিখক, অলোচনী সম্পাদক, দেশ আৰু জাতিৰ ভৱিষ্যতৰ দিগদৰ্শক । প্ৰধানতঃ তেওঁ সুধাকণ্ঠী গায়ক ৰূপে সৰ্বজন সমাদৃত আৰু আন্তৰ্জাতিক খ্যাতি সম্পন্ন । তেওঁ যে গায়ক হ'ব আৰু গীতেই তেওঁৰ জীৱিকা হ'ব এই কথা কেতিয়াও ভবা নাছিল । তেওঁক গায়ক ৰূপে স্বীকৃতি দিলে শ্ৰোতা বন্ধুৱেহে । পাঁচ বছৰ বয়সতে লক্ষ্মীনাথ বেজবৰুৱাই তেওঁৰ গাত মহান শিল্পীৰ গুণ আবিষ্কাৰ কৰে। ইয়াৰ পিছত আবিষ্কাৰ কৰে জ্যোতিপ্ৰসাদ আগৰৱালা আৰু বিষ্ণু ৰাভা গুৰু দুজনে। তেওঁলোক দুয়ো তেওঁক কলিকাতালৈ লৈ যায় আৰু জয়মতী, ইন্দ্ৰমালতী কথাছবিত নাৰী কণ্ঠৰ হৈ গীত ৰেকৰ্ডিং কৰোৱায়। কলিকতাৰ অৰোৰা ফিল্মৰ "Youngest artist of His Master Voice of India Record Sangeet"ত বেটুপাতত তেওঁৰ ফটো ওলায়। গলত সোণৰ মেডেলেৰে 'আমাদের কণিষ্ঠতম শিল্পী ভূপেন হাজৰিকা' —তাত অসমীয়া বঙালী বুলি কোনো জাতিৰ কথা নাছিল, মাথোন কণিষ্ঠতম শিল্পী । এনেদৰে কৈশোৰতেই তেওঁ গোটেই ভাৰত বৰ্ষতেই সুনাম আৰ্জিলে। এই সময়তেই তেওঁ 'কুসুম্বৰ পুত্ৰ' ৰচি আৰু পিতৃদেৱ ৰচিত 'অ' মইনা কেতিয়া আহিলি তই' বনগীতটিত সুৰাৰোপ কৰি গীতিকাৰ আৰু সুৰকাৰ ৰূপে আত্ম প্ৰকাশ কৰে। এইদৰে তেওঁ শিল্পীৰ পৃথিৱীত এধাপ এধাপকৈ উধাই যায় । তেওঁৰ সকলো সৃষ্টি কৰ্ম ৰাইজে আদৰি লয়। তেওঁ প্ৰকৃতিৰ গানো ৰচিছে যদিও মানুহৰ সুখ-দুখ, হাঁহি-কান্দোনেই তেওঁৰ ৰচনাৰ সমল। তেওঁ হ'ল পাৰফৰমিং আৰ্টিষ্ট, ৰাইজৰ সন্মুখত গীত পৰিবেশন কৰে আৰু মৰম বুটলে। তেওঁ যেনেকৈ সমাজৰ প্ৰতি দায়বদ্ধ তেনেদৰে ৰাইজৰ মৰমতো আপ্লুত । তেওঁ ভুল কৰিলে শ্ৰোতা ক্ষুব্ধ হয় আৰু সমলোচনাৰে থকাসৰকা কৰে। সমালোচনাত দহি তেওঁ ছাই নহৈ জুয়ে পোৰা সোণ যেন উজ্বল হয় । কেতিয়াবা সমাজে ভুল পথত খোঁজ দিলে তেওঁও ক্ষুব্ধ হয় আৰু গীতেৰে দিগদৰ্শন কৰোৱায় । শ্ৰোতা জনতা অবিহনে তেওঁৰ যেন সকলো শিল্পকৰ্মই মিছা । তেওঁৰ গীতৰ সভা শ্ৰোতাৰে অলঙ্কৃত। সেয়েহে শ্ৰোতা তেওঁৰ চিৰ নমস্য ।

মোৰ গীতৰ হেজাৰ শ্ৰোতা
তোমাক নমস্কাৰ !
গীতৰ সভাত তুমিয়েইতো
প্ৰধান অলঙ্কাৰ ।

প্ৰয়াস কৰোঁ –৮– তোমাৰ মুখত হাঁহি বিলাবলৈ'
প্ৰয়াস কৰোঁ—— তোমাৰ দুখত সঁচাই কান্দিবলৈ'
তোমাৰ ক্ৰোধত ক্ৰোধান্বিত হৈও গীত ৰচোঁ
ব্যক্তি সমূহৰ হৈ সুৰৰ শৰাই যাচোঁ ।
সেয়ে গীতৰ কুসুমেৰে আজি জীৱন জাতিস্কাৰ ।

ভুল যদি হয় সৃষ্টিত মোৰ, তুমি হোৱা চিন্তিত
সমালোচনাৰ অগনিৰে পুৰি মোকো কৰা উন্নত
শৈশৱতে, এখন দুখন গীতৰ সভাত গাই
মন উজাৰ কৰোঁতেই বুকুত দিলা ঠাই ।

তোমাৰ দেহৰ ওপত উমৰ উদগনি পাই
জীৱনৰে দুপৰীয়াও আছোঁ গীত গায়
গীতৰ সভাত আছিলোঁ মই তোমাৰেই আবিষ্কাৰ । গীতৰ.....

কলিকতা, ১৯৭৩

# আজি বতৰ গাভৰু হ'ল

ফাগুনৰ পছোৱাই প্ৰকৃতিৰ দেহত সিঁচি যায় এক বুজাব নোৱাৰা শিহৰণ। তাতে আকৌ মাজে মাজে হোৱা বৰষুণে প্ৰকৃতিক পাতগাভৰুজনী যেন কৈ সজায়। উলাহত প্ৰকৃতি দেৱী উতলা হয়। নল-খাগৰি, বাঁহ-বেতৰ মূৰ্‌হাই মূৰ তুলি পোখা মেলে। এখোজ দুখোজকৈ বহাগ নামলৈ বসন্ত আহে। ডালে ডালে কুঁহিপাত, কোকিলৰ কুঁহু কুহুঁ সুৱদী মাত, ডালে ডালে কপৌ কেতেকী ফুলে। প্ৰকৃতি গাভৰু হয়। এনেহেন বতৰত প্ৰকৃতিৰ আদৰৰ সন্তান মানুহৰো গাত দোলনি লাগে। যৌৱনমতী গাভৰুৰো দেহ-মন সিৰে সিৰায়, বুকু ধপেধপায়। বোৱতী নৈ হৈ মন বৈ যায় সাগৰ, মহাসাগৰ বিচাৰি। যৌৱনমতীৰ প্ৰতি অঙ্গে অঙ্গে সৌন্দৰ্য্যৰ পয়োভৰ। দপোণত নিজৰ অঙ্গৰ ৰূপ চাই নিজে বিভোল হয়। নিজৰ ছবিটি চাই নিজকে যেন বিশ্বাসেই কৰিব নোৱাৰি। এই ৰূপ এই যৌৱন কাৰ বাবে ? মনে আমনি কৰে, শৰীৰত একুৰা জুই। যৌৱনে গৰকা গাভৰু মনৰ এই অৱস্থাকে গীতিকাৰে কলাত্মক দৃষ্টিভঙ্গীৰে এই গীতটিৰে অতি সুন্দৰকৈ প্ৰকাশ কৰিছে।

আজি বতৰ গাভৰু হ'ল
প্ৰকৃতি নেথাকে শুই
আগেয়ে নেজানো
এতিয়া জানিলোঁ শৰীৰত একুৰা জুই —
গা সিৰে সিৰায়, বুকু ধপেধপায়
মন হ'ল বোৱঁতী নৈ—
পদুমৰ কলিটিৰ তত নাই গাত
ফুলোঁ নে নুফুলোঁকৈ,
চাওঁচোন হাতেৰে চুই ——
আগে নেজানিলোঁ এতিয়া জানিলোঁ
শৰীৰত একুৰা জুই।

লহপহ দেহাতে নিজেই ভোলে গ'লোঁ
মনৰে দাপোণত চাই —
দাম কল পুলি যেন চুবকে নোৱাৰি
চুলে হাত পিছলি যায়
কোনে জানো দিলেহি ৰুই
আগেয়ে নেজানো ——

আকাশত ফুলিলেঁ আকাশী চন্দ্ৰমা
সুৰুয ভোমোৰাই চুমে
মোৰো যে দেহাকে বতাহে চুমিছে
চন্দ্ৰই লাজতে জুমে;
হাঁহিছে তগৰে যুঁই
আগেয়ে নেজানো এতিয়া জানিলোঁ
শৰীৰত একুৰা জুই ——

ৰচনা : এপ্ৰিল, ১৯৭৪

# কাৰোবাৰ দুনয়ন সৰগৰ তৰা যেন লাগে

ইংলিছ চিনেমাবোৰত ভাৰতীয় চিনেমাৰ দৰে গানৰ পয়োভৰ নাই । এই চিনেমাবোৰ কাহিনীৰ সাবলীলতা, দুঃসাহসীকতা আৰু নিখুট অভিনয়েৰে ভৰা। ভাৰতীয় কথাছবি সমূহ গীত আৰু সুৰেৰে সজোৱা। সুৰৰ মোহিনীয়ে মানুহক এনে ভাৱে আকৰ্ষণ কৰে যে কেতিয়াবা এনে হয় মানুহে চিনেমাখনৰ কাহিনী, অভিনয় দক্ষতা বা ৰস একোলৈকে লক্ষ্য নকৰি কেৱল গীতৰ আকৰ্ষণৰ বাবে চিনেমা চাবলৈ যায় । 'পাকিজা, উপকাৰ, চিলচিলা আদি পুৰণি হিন্দী চিনেমাবোৰ আৰু ড০ ভূপেন হাজৰিকাৰ চিনেমাবোৰ এনে ধৰণৰ । গীতবোৰো হাস্য, কৰুণ, ব্যঙ্গ আদি নানা ৰসৰ । নানা ঘাত-প্ৰতিঘাত, কাৰুণ্য আৰু আছুকলেৰে ভৰা আমাৰ জীৱন । আমি সুখ বিচাৰোঁ; আনন্দ বিচাৰোঁ । জীৱন পাত্ৰটো আনন্দৰ অমিয়াৰে পূৰ্ণ কৰিব বিচাৰোঁ । কিন্তু পাওঁ জানো বিচৰা মতে ? জীৱনৰ কোলাহলত বুৰ গৈ আমি অস্থিৰ হৈ পৰোঁ। ইয়াৰ পৰা পলাবলৈ আমি মৰিচিকাৰ সন্ধান কৰোঁ, এধানি অৱকাশ বিচাৰোঁ । হাস্য ৰসে আমাক এই পৰিস্থিতিৰ পৰা উদ্ধাৰ কৰে; ক্ষণিকৰ বাবে হ'লেও জীৱনটোক প্ৰাণৱন্ত কৰি তোলে । এই ৰস পাবলৈ আমি ব্যঙ্গাত্মক গীত গাওঁ নাইবা গীতেৰে চুপতা চুপতি কৰোঁ । আমাৰ বিবাহ অনুষ্ঠানৰ জোৰা নাম বা খিচা গীতবোৰ এনে ধৰণৰ গীত । জোৰানাম বা খিচা গীতেৰে ইপক্ষই সিপক্ষক আক্ৰমণ কৰি জোকা জুকি, ৰং-ধেমালি কৰে। সম্প্ৰতি বিয়ানামৰ সমাদৰ বা পৰিবেশন মহিলা সমাজত ম্লান হোৱা দেখা যায় যদিও এই গীতবোৰে গায়ক আৰু শ্ৰোতা উভয়ৰে প্ৰাণত অনাবিল আনন্দৰ জোৱাৰ তোলে । এই আনন্দৰ বেঙুনি জীৱন ছাহাৰাৰ তপ্ত মৰুৰ মাজৰ নিজৰা স্বৰূপ; যিয়ে মানুহক জীয়াই থাকিবলৈ প্ৰেৰণা যোগায় । ডেকাই গাভৰু আৰু গাভৰুৱে ডেকাক জোকাই আনন্দ লাভ কৰে । জোকোৱা জুকিৰ ছলেৰে গীত গাই ডেকা গাভৰুৱে হৃদয়ৰ গুপুত কামনা-বাসনা, আশা-আকাঙ্ক্ষা আদি নিজ প্ৰাণৰ কথাও প্ৰকাশ কৰে । কল্পনা প্ৰৱণ এই গীতবোৰ কেতিয়াবা কেতিয়াবা বাস্তৱত ফুল হৈ ফুলে । ইয়াৰ সৌৰভে জগত আমোলমোলায় । এই গীতটি কথাছবিখনৰ কাহিনীৰ সতে সংপৃক্ত ।

কাৰোবাৰ দুনয়ন সৰগৰ তৰা যেন লাগে
নেজানো মোৰ কি যে হ'ল
মৰমৰ সাগৰত সাঁতোৰাৰ হেঁপাহত চাগে
কোন দেৱী বাউলী হ'ল ।

জোনৰ কামনাত, জোনাক সৰিলে
ফুলৰ বাসনাত, ভোমোৰা উৰিলে
মিলনৰ বাসনাত বুকু মোৰ হুম হুম কৰে
নেজানো মোৰ কি যে হ'ল ।

কোনোবা ৰূপহীৰ, মৰমী চাৱনি
লাজুকী লতাৰে, লাজ যেন গুৱনী
কলিজাই লগৰী বিচাৰি বিচাৰি ফুৰে
নেজানো কাৰ কিযে হ'ল
ৰাগিনীৰ পৰা জানো গীতিকাৰ পলাব পাৰে
নেজানো মোৰ কি যে হ'ল ।

# চেনেহীৰ ফটা বিহা

ভাৰত স্বাধীন হোৱাৰ সাতাইছ বছৰ পিছতো আমাৰ সমাজৰ আৰ্থ সামাজিক অৱস্থাৰ অকণো উন্নতি নহ'ল । ঔপনিবেশিক ইংৰাজৰ পুঁজিবাদৰ পিছত সৃষ্টি হ'ল দেশীয় পুঁজিবাদৰ । ধনীক শ্ৰেণী ক্ৰমান্বয়ে ধনী হৈ গৈ থাকিল । সৰ্ব সাধাৰণ ৰাইজৰ অৱস্থাই হাড়ে ছালে লাগিল । পঞ্চ বাৰ্ষিক পৰিকল্পনা সমূহ চলি থাকিল যদিও সেইবোৰ কাগজ কলম আৰু ফাইলৰ মাজতে আবদ্ধ হৈ থাকিল । অসমৰ পৰা নিৰ্বাচিত নেতা সবে দিল্লীত গৈ নিজ ৰাজ্যৰ অভাৱ অভিযোগৰ বিষয়ে মুৰ তুলি কোনো দাবী তুলিব নোৱাৰে । তেওঁলোকে মাথোন দিল্লীশ্বৰ সৱৰ তৈল মৰ্দন কৰি নিজ গাদি ৰক্ষাৰ প্ৰচেষ্টাত ব্ৰতী হৈ থাকে। গাঁৱে গাঁৱে মাথোন অভাৱ — এমুঠি ভাত, এখন কাপোৰৰ । চকা পাটিত বহিলেই গাঁৱলৈ এন্ধাৰ নামে;- কেৰাচিনৰ অভাৱত চাকি নজ্বলে। মাৰোৱাৰীৰ এন্ধাৰ গুদামত কেৰাচিন লুকুৱাই থয় । কৃত্ৰিম নাটনিৰ সৃষ্টি হয়, বস্তুৰ জুই ছাই দাম; দুখীয়া জনগণে পইচাৰ অভাৱত কেৰাচিন কিনিব নোৱাৰে । অসমৰ তেল পুং; খাৰুৱা তেল শোধন কৰিবলৈ লৈ যায় বাৰাউনিলৈ। কাৰণ, অসমত ৰিফাইনাৰী নাই । অসমত নিয়োগৰ ব্যৱস্থা নাই; নিয়োগ হয় কলিকতা, বিহাৰত । দিল্লীয়ে কলটো খাই অসমলৈ বাকলিটো দলিয়াই দিয়ে । অসমীয়া ছাত্ৰই 'তেজ দিম তেল নিদিও' বুলি আন্দোলন কৰে। অসমৰ চাহ ; নিলাম কেন্দ্ৰ কলিকতাত । তাতো অসমীয়া ল'ৰাৰ কৰ্ম সংস্থান নাই; সংস্থাপন হয় বঙালীৰ। অসমৰ মৰাপাট যায় কলিকতীয়া মিললৈ। অসমৰ উৎপাদিত ধান, মাহ, মৰাপাট, সৰিয়হ আদি কৃষি সামগ্ৰীৰ নিয়ন্ত্ৰিত বজাৰ নাই । ফলত উৎপাদিত সামগ্ৰী পানীৰ দৰত বিক্ৰী হয় । উৎপাদনৰ খৰচটোও নোলোৱাত কৃষকে মুৰে কপালে হাত দিয়ে । ৰাস্তা ঘাট যাতায়াতৰ অসুবিধাৰ অজুহাতত অসমত কোনো বৃহৎ উদ্যোগ বা ক্ষুদ্ৰ উদ্যোগো নাই । চৰকাৰৰ হাতত ৰাস্তা ঘাট উন্নয়নৰ আঁচনিও নাই । কেৱল মাত্ৰ বৃটিছে নিৰ্মাণ কৰা এম, জি ৰেল লাইনটোৱেহে মুখ্য পথ । ব্ৰহ্মপুত্ৰৰ নদী পথটোও স্তব্ধ হ'ল। অসমৰ হাবিৰ মূল্যবান কাঠ ৰাজ্যৰ বাহিৰলৈ গুচি যায় । দুৰ্নীতি পৰায়ণ অসমৰ নেতা, বিষয়া সকলে ৰাইজৰ মঙ্গলৰ হকে কাম কৰাৰ বিপৰীতে ব্যক্তি স্বাৰ্থৰ হকেহে কাম কৰা দেখা যায় । বজাৰত ভেজাল খাদ্য-বস্তু; ভেজাল ঔষধ, চাউল-দাইলত শিল, গাখীৰত পানী। জনসাধাৰণৰ বিলৈৰ বিপত্তি নাই । অসমৰ কৃষি ব্যৱস্থাত জলসিঞ্চন, বান নিয়ন্ত্ৰণ বা উপযুক্ত সাৰ প্ৰয়োগৰ ব্যৱস্থা নাই । বুঢ়া গৰু হাল আৰু নাঙলেৰে পুৰণি পদ্ধতিৰে খেতি কৰা কৃষকে এফালে বান আনফালে খৰাঙে পিড়িত কৰাত চকুৰে সৰিয়হ ফুল দেখে । এমুঠি ভাতৰ অভাৱত পূৰ্ব পুৰুষৰ মাটিডৰা বন্ধকত থয়। মহাজনে চাতুৰিৰে মাটিডৰা নিজৰ কৰি লয়। উপায়হীন হৈ মাৰোৱাৰী, কাবুলীৰ পৰা ঋণ লয় । এদিন ঘৰৰ ভেটিটোও বিক্ৰী হৈ যায় । সূতাৰ চৰা দামৰ বাবে অসমীয়া শিপিনীয়ে তাঁত এৰে। —এয়াই সত্তৰৰ দশকৰ আমাৰ সমাজ জীৱনৰ ছবি । কিন্তু এইদৰে চলিলেতো নহব। আমি সভ্য জাতি । আমাৰ নিজস্ব ভাষা, কৃষ্টি-সংস্কৃতি আছে । পেটত গামোচা বান্ধি হ'লেও এইবোৰ জীয়াই ৰাখিব লাগিব। আমাৰ সমাজখন বচাব লাগিব । শোষণৰ বিৰুদ্ধে যুঁজিব লাগিব । সমাজৰ দিগ্‌দৰ্শন কৰোৱাব লাগিব। নহ'লে অসমীয়া এটা সভ্য জাতি আছিল বুলি এদিন বুৰঞ্জীত পঢ়িব লাগিব । এইবোৰ ভাবি চিন্তি ড° হাজৰিকাদেৱে ১৯৭৪ চনৰ বিহুৰ সময়ত এই গীতটি ৰচে । তেওঁ কয় —"গীতেৰে সমাজখনৰ কিবা উন্নতি কৰিব পাৰি নেকি?" উল্লেখযোগ্য যে, ড° হাজৰিকাদেৱৰ গুৰু পল ৰ'বছনেও গীতেৰে আমেৰিকাত বৰ্ণ বৈষম্যৰ বিৰুদ্ধে যুঁজ দিছিল । হাজৰিকাদেৱৰ গীতৰ ভাষা আৰু ব্যৱহৃত শব্দবোৰ খাটি অসমীয়া সুবাসেৰে আমোলমোলোৱা ।

[আমাৰ ব'হাগৰ প্ৰকাশত ফ্ৰয়ডো থাকে, মাৰ্ক্সও থাকে । যৌৱনৰ আমনিও থাকে আৰু অন্যাৰ বিৰুদ্ধে, পেটৰ ভাত মুঠিৰ বাবে সংগ্ৰাম কৰাৰ পণো থাকে — । মোৰ চেনেহীৰ ফটাবিহা দেখি মোৰ খং উঠে। বিহুৰ দিনা সেয়েহে সপত খাবৰ মন যায় — বিহুটো বাওকগৈ তঁহতক চাই ল'ম— তঁহত পৰিবি ফান্দত ।]

চেনেহীৰ কটা বিহা —
ফুলে জকেমকে
উৰি যায় বতাহৰ আগত,— বোলোঁ আগত;
নেখাই চাৰি সাজো থাকিব পাৰোঁ মই
ব'হাগৰ বিহুৰে লগত হে'—
শশী মিলন দৈ জালুক গুটি পিপলদৈ
কেৰাচিন নহ'লে চাকিটি নজ্বলে
তথাপি গাত নাই তত ।

ঔবে গছতে মৌবে বাহে ল'লে
মই নবগালোঁ গছত,—— বোলোঁ গছত
গছৰ মৌ নেপাৰি মৌ বিচাৰিলোঁ
চেনেহীৰ মিঠাকে ওঁঠত হে'
জেতুকা বুলীয়া, তাই কুমলীয়া
পকা সুমেথিবা, গোন্ধায় বিৰাজৰা
চাকি খাম ভাতৰে লগত ।

আগলি বাঁহৰে লাহৰি গগনা
বাজিছিল দুৰণিৰ বনত —— বোলোঁ বনত
দুয়োৰে মৰমত, দুয়ো বান্ধে খালোঁ
যোৰাটো বছৰৰ চ'তত হে' ——
ব'হাগ জেঠ, আহাৰ শাওণ, ভাদ আহিন, কাতি আঘোণ
আকৌ আহি পৰিল চ'ত ।

এতিয়া ! টকা নাই সিকা নাই
বিহুবানৰ সূতা নাই
ধানো গ'ল যোৰাটো বানত,—— বোলোঁ বানত
ময়ে চেনেহীয়ে মৰমতে বাচিছোঁ
এনুবা নিৰাশাৰ কালত হে'—
দুখৰে ইলাই দুখৰ বিলাই
ফুলচতি লগাই লৈ বৰ ঘৰ সাজিলোঁ
খেৰ নাইকিয়া চালত ।

কুঁহিয়াৰ পেৰাদি আমাক যি পেৰিছে
চান কড়া ধনৰে বলত—— বোলোঁ বলত
বিহুটো যাওকগে, সিইঁতক চাই ল'ম
খাই ল'লো আজিয়েই শপত হে'—
হেৰি ডাঙৰীয়া, বতৰ ভাৱৰীয়া
টিনপাত টিঙিৰি, জুই পৰে উকৰি
কাইলে পৰিবা কান্দত
বোলোঁ, কাইলে পৰিবা কান্দত ।

ৰচনা : ১৯৭৪, ফেব্ৰুৱাৰী

# মঙ্গলদৈ তোমাৰে নাম

মঙ্গলদৈ,— বৰ্তমান দৰং জিলাৰ সদৰ আৰু মঙ্গলদৈ মহকুমাৰো সদৰ, এখন ঐতিহ্য মণ্ডিত ঠাই । কোঁচ ৰাজকন্যা মঙ্গলা কুঁৱৰীৰ নামেৰে এই ঠাইখনৰ নাম হয় 'মঙ্গলদৈ'। বৈদিক যুগৰ পৰাই আৰ্য্যসকল এই ঠাইতে আছিল । দেৱে ৰং কৰা 'দৌৰাংগ' শব্দৰ পৰাই এই জিলাৰ নাম হয় 'দৰং' । তাহানি হৰিহৰৰ যুদ্ধত শ্ৰীকৃষ্ণই যি ঠাইত 'শিঙা' বজাইছিল— তাৰেই প্ৰতীক ৰূপে আজিও জিলিকি আছে 'হৰিশিঙা'। বৰ্তমানৰ শোণিতপুৰ জিলা আৰু দৰং দুয়ো জিলা মিলি অবিভক্ত 'দৰং জিলা' আছিল । ৰজা আৰিমত্তই ইয়াতেই ৰাজত্ব কৰিছিল । ইয়াৰে প্ৰমাণ স্বৰূপে 'বুঢ়ী নগৰ পুষ্কৰিণী' আজিও বিদ্যমান। সতী বেউলাৰ পিতৃ শাহে ৰজাৰ নগৰ মঙ্গলদৈ অঞ্চলতে আছিল । বৰ্তমানৰ মঙ্গলদৈ এসময়ত কোঁচ ৰাজ্যৰ অন্তৰ্গত আছিল । কোঁচ ৰজা নৰনাৰায়ণৰ দিনত দেৱী কামাখ্যাৰ ভক্ত 'কেন্দু কলাইৰ' ভক্তিত সন্তুষ্ট হৈ দেৱীয়ে দৰ্শন দিছিল । কেন্দুকলাইৰ নামেৰে 'কলাই গাওঁ' হয় । বাৰভূঞাঁ সবেও ইয়াতেই মহিমা দেখুৱাইছিল । কোঁচ ৰজা সকল সাহিত্য-সংস্কৃতি প্ৰেমী আছিল । ৰজা দুৰ্লভ নাৰায়ণৰ পৃষ্ঠপোষকতাত প্ৰাক শঙ্কৰী কবি হৰিবৰ বিপ্ৰই এই ঠাইতেই 'লৱ-কুশৰ যুদ্ধ' কাব্য ৰচে । মহাৰাজ নৰনাৰায়ণৰ সভাসদ আছিল কবি ৰামসৰস্বতী । পূব কোঁচৰাজ্যৰ ৰজা মকৰধ্বজৰ পৃষ্ঠপোষকতাত দামোদৰ দ্বিজই 'শৈল্য পৰ্ব' আৰু সূৰ্য্যখড়ী দৈৱজ্ঞই দৰঙী ৰজা সমুদ্ৰ নাৰায়ণৰ ৰাজ বংশাৱলী 'দৰং ৰাজবংশাৱলী' (খৃঃ ১৭৯৮) ৰচে । সুকবি নাৰায়ণ দেৱৰ (পদ্মা পুৰাণ) শুকন্নানী ওজাপালি বিখ্যাত । ইয়াত হিন্দু মুছমান সকলোৱে মিলি সুকন্নানী গায় । এই অঞ্চলত শাক্ত-বৈষ্ণৱ, হিন্দু-মুছলমান সকলোৱে মিলি জুলি এটি পৰিয়ালৰ দৰে বাস কৰে। আজিৰ টংলা চহৰ- যিখন ঠাই শিল্প সংস্কৃতিত এসময়ত টঙত উঠিছিল সেয়েহে নাম হয় 'টংলা'। ১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধিমতে অসমৰ অন্যান্য ঠাইৰ লগতে মঙ্গলদৈও ইংৰাজৰ অধীনস্থ হয় । বেলচ চাহাব নামৰ কেপ্তেইন এজনে ৰজা কৃষ্ণ নাৰায়ণক পৰাস্ত কৰি মঙ্গলদৈ নিজৰ অধীনলৈ আনে । বিপ্লৱ প্ৰাণ মঙ্গলদৈয়া ৰাইজ । ১৮৯৪ চনৰ ২৮ জানুৱাৰীত সাধাৰণ কৃষক ৰাইজে ইংৰাজৰ বিৰুদ্ধে বিদ্ৰোহ কৰে । বিখ্যাত পথৰুঘাটৰ ৰণত ১৪০ জনে প্ৰাণ দিয়ে আৰু শতাধিক আহত হয়। ১৯৭২ চনৰ 'অসমত শিক্ষাৰ মাধ্যম অসমীয়া' কৰাৰ আন্দোলনত মঙ্গলদৈৰ ফুলকুমলীয়া স্কুলীয়া ছাত্ৰ মোজাম্মিল হকে ভাষা জননীৰ বেদীত প্ৰাণাহুতি দিয়ে । এনেহেন ৰূপে ৰসে গুণে ভৰা পবিত্ৰ ধাম মঙ্গলদৈলৈ প্ৰণিপাত জনাই ড° হাজৰিকাদেৱে মঙ্গলদৈৰ মঙ্গল কামনা কৰিছে। লগতে সদৌ শ্ৰোতা ৰাইজেও মঙ্গল কামনা কৰিছে। এই গীতটি মঙ্গলদৈ অঞ্চলৰ তথা অবিভক্ত দৰং জিলাৰ এখন সংক্ষিপ্ত অথচ পূৰ্ণাঙ্গ বুৰঞ্জী । উল্লেখযোগ্য যে ড° হাজৰিকাদেৱে ১৯৭২ চনৰ শ্বহীদ মোজাম্মিল হকৰ স্মৃতিত এই গীতটি লিখা আৰম্ভ কৰে আৰু ১৯৭৪ চনত মঙ্গলদৈত অনুষ্ঠিত 'অসম সাহিত্য সভা'ৰ অধিবেশনৰ আগ মুহূৰ্তত সম্পূৰ্ণ কৰি সেই অধিবেশনৰ সাংস্কৃতিক সন্ধিয়াত প্ৰথম পৰিবেশন কৰে ।

মঙ্গলদৈ তোমাৰে নাম হওক মঙ্গল তোমাৰ
অতীত ঘাটি চাইলে পাবা ঐতিহ্য অপাৰ ।
কোঁচ ৰজাৰ জীয়ৰী মঙ্গলা যাৰ নাম
সেহি নামে নামকৰণ মঙ্গলদৈ ধাম ।

হৰি হৰৰ যুদ্ধ ভৈলা, হৰিয়ে শিঙা বায়
সেহি স্থানে হৰিশিঙা আজিও শোভা পায় ।
"দৌৰাঙ্গ" দৰং হৈলা দেৱে ৰঙ্গ কৰা
আৰ্য্য আছিল এহি স্থানত বৈদিক যুগৰ পৰা ।

শাহেই ৰজাৰ নগৰ বুলি, যি খান স্থান খ্যাত
সেহি ৰজা সতী বেউলাৰ পিতৃ বুলি জ্ঞাত ।
আৰিমত্ত নৃপতিয়ে এ ৰাজত্ব কৰিলা
বুঢ়ী নগৰ পুষ্কৰিণী প্ৰমাণ ৰূপে ৰৈলা ।
চিলাৰায়ৰ পুত্ৰ পৰিক্ষীত নাৰায়ণ
কোঁচবিহাৰ এৰি দৰঙ্গে পাতিলা শাসন ।
পৰীক্ষিতৰ পুত্ৰ এ বলি নাৰায়ণে পাই
মঙ্গলদৈ বুৰঞ্জীত ৰচে সুৱৰ্ণ অধ্যায় ।
বিশ্ব বিমোহিনী ৰূপৰ, যি দেৱীৰ দৰ্শন লয়
সেহি কেন্দুকলাইৰ জন্ম কলাই গাঁৱত হয় ।
কোঁচ ৰজাৰ পূৰ্বে কোনে ৰাজত্ব কৰিলা
ভূঞা সবেও ইয়াতেহে মহিমা দেখাইলা ।
ৱেলচ চাহাব নামধাৰী এক ইংৰাজ কাপ্তানে
ৰাজা কৃষ্ণনাৰায়ণক ধৰিলা গোপনে ।
ওঠৰ শ ছাব্বিছ চনত, এ ইয়াণ্ডাবু সন্ধি
স্বাধীনতা হৰি নিলা কৰি নানা ফন্দি ।
শঙ্কৰী যুগৰ পূৰ্বে, এ বিপ্ৰ হৰিবৰ
লব-কুশ কাব্য ৰচি ভৈলাহা অমৰ ।
কবি ৰাম সৰস্বতী আৰু দ্বিজ দামোদৰ
জয়ৰাম সূৰ্য্য খড়িৰ মঙগলদৈতে ঘৰ ।
সৰ্ব্বানন্দ ব্যাস কলাইৰ গীতত মেঘ জন্মে
নাৰায়ণ দেউৰ সুকন্নানীক জগতে প্ৰণামে ।
টঙত উঠিলাহা শিল্প টংলাত কৰিছিলা
আজিও কতই চৰ্চা কৰে সুকুমাৰ কলা ।
মঙ্গলদৈয়া ৰাইজে জানে এ বিপ্লৱ কৰিবা
ইংৰাজৰ অত্যাচাৰক খুজিলা খেদিবা ।
ওঠৰশ চৌৰানব্বৈত কৃষক বিদ্ৰোহ ভৈলা
পথৰুঘাটৰ মাটিত কতই প্ৰাণ দিলা ।
শাক্ত বৈষ্ণৱ সবে মিলি এ, মঙ্গলদৈ সজায়
হিন্দু মুছলমানেও মিলি শুকন্নানী গায় ।
এহি সেহি জাতি এ আৰু নানা জাতি
হিয়াই হিয়াই মিলি জুলি কৰিলা বসতি ।
'মঙ্গলদৈ'ৰ কিশোৰ বাচা, ধনটি মোজাম্মিল
মোজাম্মিলৰ ৰক্ত পাই ভাবা জিলমিল ।
শ্বহীদ মোজাম্মিলৰ ৰক্তে ভাবাক বচায়
মোজাম্মিলৰ মঙ্গলদৈ চোন পীঠস্থান হয় ।
কতনো গুণ বখানিম এ মঙ্গলদৈ ধামৰ
শত কোটি প্ৰণাম লোবা গায়ক ভূপেন্দ্ৰৰ ।

মঙ্গলদৈ, ১৯৭৪

# ৰম্ভা মেনকা

হাস্যৰস নৱ ৰসৰ ভিতৰত অন্যতম । হাসৰস অবিহনে কোনো উপন্যাস, নাটক বা সাহিত্য উপভোগ্য নহয় । তেনেহলে গীতত কিয় হাস্য ৰস নাথকিব ? বৃষ্টি বোলছবিৰ এই গীতটোও হাস্য ৰসাত্মক বা কৌতুক প্ৰধান গীত । ল'ৰাই ছোৱালীক জোকোৱা বা চুপতিৰে গীতটি হাস্যৰস প্ৰধান হৈছে । চিনেমাৰ গীতবোৰ সাধাৰণতে চিনেমাৰ কাহিনী আৰু চৰিত্ৰ অনুসৰি লেখা হয় । লৰাই ছোৱালীক জোকাই বা ঠাট্টা কৰি খং উঠাই আনন্দ লভে । এনে দৃশ্য ৰাষ্টাই ঘাটেও সুলভ । এইবোৰ ডেকা বয়সৰ দুষ্টালি বা ধেমালি বুলি ধৰা যায় যদিও ইয়াৰ অন্তৰালত গোপন অভিসন্ধি নিহিত নথকা নহয় আৰু ৰগৰ বা ধেমালিৰ ছলেৰে প্ৰকাশ পায় ।

ৰম্ভা, মেনকা কিম্বা যুথিকা
নামবোৰ নাজানো ভাই
হংস গামিনী ইম্মান ৰমণী
কলিজা ধপে ধপায় ।

তঁহতৰ লাজ কাজ নাই যা !
গাভৰুক জোকাব নাপায় ।
সাইলাথ ৰাম হে আমি যেন ৰাৱণ
কৰিছোঁহি সীতা হৰণ ।
এবাটি গাখীৰত মুখ ধুই আহ গৈ
হনুমান দুয়োজন
এখনি দাপোনত ৰূপ চাই আহগৈ
ইমান সুদৰ্শন —— ।
কাৰ্ত্তিক কাষতে পাইছা হাততে
হেৰালে আৰু নাপায় ।
প্ৰেম প্ৰেম জখলা বগাবলৈ হ'বলা
ৰূপহীৰ মনেই নাযায় !
কাৰ্তিক দুটালৈ চায়
ৰম্ভাই নাকেই কোঁচায় ?

ৰিহাৰে মেৰতে চকুহাল পৰোঁতে
হিয়া মোৰ দহিছে যায়
খং খং চাবনি আৰু যেন শুৱনী
ওঁঠে পিছে মিচিকিয়ায় ।
বিয়া নাম নোগোৰা নাই
এই, মাত দিলে কিনো ক্ষয় যায় ?
গাভৰু ক্ষেমিবা দায় নধৰিবা
ইহঁতৰ মগজু নাই
জ্বলাবাৰি এচাৰি ব্যৱহাৰ নকৰি
দিয়া দেই আমাক বিদায় !

বোলছবি ঃ বৃষ্টি, ১৯৭৪

# সুৰাত মগন ভয়াল ৰাতি

এটা সময় আছিল কৃষক পৰিয়ালত পিতৃ মাতৃৰ স'তে সন্তানে কৈশোৰৰ পৰাই পথাৰলৈ আহ যাহ কৰিছিল, গৰু চৰাইছিল; কৰ্ম-সংস্কৃতিৰ সৈতে পৰিচয় ঘটিছিল। এইদৰে শিকি গৈ তেওঁ সময়ত পথাৰখন চম্ভালিব পাৰিছিল আৰু এদিন এজন ভাল কৃষকত পৰিণত হৈছিল । শিক্ষাৰ প্ৰসাৰ হোৱাত ল'ৰা-ছোৱালীয়ে লিখা-পঢ়া শিকিলে আৰু শিক্ষিত হ'ল। পুথিগত শিক্ষাই ছাত্ৰ-ছাত্ৰীক ডিগ্ৰী প্ৰদান কৰিলে সঁচা; কিন্তু চাকৰি মুখী আৰু কৰ্ম বিমুখ হ'ল । শিক্ষা অনুপাতে কৰ্ম সংস্থানৰ অভাৱত দেশত লাখ লাখ নিবনুৱাৰ সৃষ্টি হ'ল। ইফালে উদ্যোগহীন অসমত খেতি পথাৰ প্ৰতি বছৰে বানে ধুই আৰু খৰাঙে পুৰি খাস্তাং কৰে । বনৰীয়া হাতী আৰু অন্যান্য জন্তুৱেও পথাৰ তহিলং কৰে । তাৰোপৰি জনবিস্ফোৰণৰ লগে লগে কৃষি ভূমিৰ পৰিমাণো কমি আহিছে । বজাৰত বস্তুৰ জুই ছাই দাম ! কি কৰিব যুবক যুৱতীয়ে ? অন্ন বস্ত্ৰৰ হাঁহাকাৰত চকুৰে সৰিয়হ ফুল দেখে । পঞ্চ বাৰ্ষিক পৰিকল্পনাবোৰ ৰঙা ফিতাৰ মেৰপাকত ফাইলৰ ভিতৰতে আবদ্ধ হৈ ৰ'ল । দেশৰ নেতা, শাসকবৰ্গ, ৰাইজৰ প্ৰতিনিধিসকলে মেল মিটিং পাতি বক্তৃতাৰ ফুলজাৰি মাৰে; হেজাৰ প্ৰতিশ্ৰুতি দিয়ে। কাৰ্য্য ক্ষেত্ৰত দেখা যায় এই ৰাজনৈতিক নেতাবোৰে দেশৰ স্বাৰ্থতকৈ দলীয় স্বাৰ্থ আৰু নিজৰ গাদী ৰক্ষা কৰাত হে ব্যস্ত । নেতা- আমোলা পাহাৰ সম দুৰ্নীতিত লিপ্ত হয়; ৰাইজৰ ধন আত্মসাত কৰে । উপায় নেদেখি ডেকা দলে চৰম নিৰাশাত ভুগি ৰাতি দুপৰলৈ চাৰি আলিৰ চ'কত আড্ডা দিয়ে, হাতত মদৰ বটল লয়। কোনোৱে ড্ৰাগচৰ আশ্ৰয় লয় । আজিকালি কোনো কোনোৱে হাতত অস্ত্ৰ তুলি লৈছে । এনেদৰে চলি থাকিলে নতুন প্ৰজন্মৰ কি গতি হ'ব ? সেয়ে আমাৰ শাসক সকলৰ, নেতা সকলৰ নীতি সলাবৰ হ'ল । নহলে যে নেবাচে সমাজ-সংস্কৃতি আৰু দেশৰ প্ৰগতিও অসম্ভৱ হব । এই সম্পৰ্কে ড° ভূপেন হাজৰিকাদেৱে গদ্যৰে কয়,— "নিবনুৱা, নিবনুৱা, নিবনুৱা—চৌপাশে নিবনুৱা । আজিৰ পুৰুষক গালি পাৰে পুৰণি পুৰুষে । —বিধায়ক সকলে গালি পাৰে । সভা পাতে । ভাষণ দিয়ে । সেই শগুণ জাকৰ বিৰুদ্ধে এই প্ৰতিবাদ ।"

সুৰাত মগন ভয়াল ৰাতি
মৌন কোলাহল
মই যেন এক ৰ'দৰ বিলাপ
শব্দৰ সমদল !

চন্দ্ৰ তৰাক থাপ মাৰি আনি
থেকেচি পেলাবৰ হ'ল
সূৰ্যমুখীয়ে সজাব কাহানি
বেথাৰ সমাধি তল ।

নিসৰ্গে পিয়াসী সন্তানবোৰে
নিয়ম নমনা হ'ল
মাতৃৰ চকু ঘন কুঁৱলীৰে
গহুৰ হৈ গ'ল ।

শগুণে সদায় সভাকে পাতে
ভাষণ পৰি ৰ'ল
দিনবোৰ আমাৰ মৃত হৰিণৰ
বেকা শিং যেন হ'ল ।

# অ' বিদেশী বন্ধু ! দুৰ্ভগীয়া

মানুহে সপোন দেখে; হেপাহৰ কাৰেংঘৰ সাজে । সেই কাৰেঙ জিলিকি উঠে সপোন ৰাণী চন্দ্ৰাননীৰ ৰূপ-জেউতিৰে। গীতটিৰ কথা হ'ল—বগা চাহাব এজন চাহ বাগিচালৈ আহিল বাগিচা পৰিচালনা কৰিবৰ বাবে। বাগিচাৰ বিস্তীৰ্ণ সেউজীয়াই তেওঁক মুগ্ধ কৰিলে ! ইমান সেউজীয়া — ইফালে সেউজীয়া, সিফালে সেউজীয়া; যেনিয়ে চায় তেনিয়ে মাথোঁ সেউজীয়া ! সৰগ নে মৰত এয়া ? অপৰূপ প্ৰাকৃতিক সৌন্দৰ্য্যৰাজিৰ মাজত তেওঁ দেখিলে কিছুমান ফুল— লছমী, চম্পা, চামেলী আদি । সিঁহতৰ খিলখিল হাঁহিৰ খলকনি বিশাল সেউজীয়াত প্ৰতিধ্বনিত হয়। প্ৰকৃতি পালিতা এই গাভৰুবোৰে মূৰত টুকুৰি আৰি লহপহীয়া হাতেৰে কেঁচা কোমল পাত চিঙা দৃশ্য কি যে অনুপম ! কৰ্মৰত অৱস্থাতে সিঁহতে ক্লান্তি পাহৰি হাঁহে, নাচে, গায়, চাপৰি বায়। এনেদৰেই ভাগৰ জিৰায় । উৎসৱত ডেকাসবৰ মাদলৰ তালে তালে ওৰে নিশা ঝুমুৰ নাচে । ইহঁতৰ দেহৰ সৌন্দৰ্য্যতকৈও মনৰ সৌন্দৰ্য্য অপাৰ — বগা চাহাবে এই কথাৰ উমান পালে । সেই বাগিচাৰে চামেলী নামৰ মজদুৰ গাভৰু এজনীৰ সৈতে প্ৰেমৰ সম্পৰ্ক গঢ়ি উঠিল । 'চামেলী' শব্দৰ অৰ্থ হ'ল সুগন্ধি ফুল ফুলা এবিধ লতা। সঁচাকৈয়ে চামেলী এপাহ সুগন্ধি ফুল— যাৰ ৰূপ-গুণ আৰু মনৰ সৌন্দৰ্য্য আমোলমোলাই যোৱা। বগা চাহাবে চামেলীক ভাল পাই পেলালে আৰু এদিন বিয়াৰ প্ৰস্তাৱ দিলে । সাধাৰণতে বাগিচাৰ মজদুৰ ছোৱালীৰ লগত চাহাব কিয় কৰ্মচাৰীৰো বিয়া নহয় । কিয়নো বাগিচাবোৰত শ্ৰেণী বৈষম্যৰ মানদণ্ড আৰু চ'ৰা। বগা চাহাবে সেই নিয়ম ভাঙি চামেলীক বিয়া কৰোৱাৰ প্ৰতিশ্ৰুতি দিলে । কিন্তু, বাগিচাৰ সেউজীয়া পাতৰ তলতে ফণা মেলি লুকাই থকা কাল নাগৰূপী কুষ্ঠ ৰোগৰ দংশনত চামেলি এদিন তিল্‌তিলকৈ নিঃশেষ হৈ গ'ল । বগা চাহাবৰ আশাৰ ফুলনিৰ ফুলবোৰ ফুলো ফুলো অৱস্থাতেই হঠাতে মৰহি গ'ল । বগা চাহাবে হেপাহৰ কাৰেংঘৰত খোজ দিবলৈ ভৰি দণ্ডোতেই বালিঘৰৰ দৰে ধুমুহাত উৰি গ'ল । মনৰ দুখত বগা চাহাব স্বদেশলৈ উভতি গ'লগৈ । তেওঁৰ দুখত সুৰ মিলাই ড° ভূপেন হাজৰিকাদেৱে এই গীতটো ৰচে। মানুহ মাত্ৰৰেই আশা-আকাঙক্ষা, আবেগ অনুভূতি একে । যি গীতে এজনৰ অন্তৰৰ ভাব অনুভৱ সকলো মানুহৰ হিয়াতেই সিঁচি দি সহানুভূতি প্ৰৱণ কৰি তোলে সেই গীতেই কালজয়ী গীত ।

অ' বিদেশী বন্ধু ! দুৰ্ভগীয়া !
আজি কিয়নো বন্ধু ! অকলশৰীয়া
প্ৰতিধ্বনি শুনোঁ কান্দোনৰ ।

প্ৰেমৰ সাগৰত জাহাজ মেলি দিলি
নাপালি কোনো বন্দৰ
সৰু চাকনৈয়াতে বন্দী হ'লি
হেৰুৱালি তোৰ লঙ্গৰ—
চিৰ সেউজতে চামেলি দেখিলি
অতি মনো মুগ্ধকৰ
লিৰিকি বিদাৰি সুগন্ধি লওঁতেই
চামেলী হ'ল গৈ পৰ—
অ' বিদেশী বন্ধু...

বোলছবি : চামেলি মেম চাহাব, ১৯৭৫

# অ’ ঠেনুকা কাঁচঘৰ

জন্মিলে মৃত্যু চিৰ শ্বাস্বত । পাৰ্থিৱ সকলো বস্তুৰেই পাতনি আৰু সমাধি আছেই । ‘আমিও যে এদিন মৰিম’ এই কথা ভাবি চমকি উঠোঁ; ভাবিবলৈ ভয় লাগে । কিন্তু, আনাদি কালৰে পৰাই এই পৃথিৱীলৈ অহা আৰু যোৱা পথটো সকলোৰে বাবে একেই । আমি এই পৃথিৱীৰ ক্ষন্তেকীয়া আলহী । আমাৰ মানৱ দেহটোও এটি অতি ঠেনুকা কাঁচঘৰ । আঘাতত ভাঙি গুড়ি হৈ অস্তিত্ব হীন হয় । মৃত্যুৰ পিছত মানৱ আত্মা অসীমত বিলীন হৈ যায়; পৰমাত্মাতাত মিলি যায় বুলি বিশ্বাস কৰা হয় । তেতিয়া ইহলোকত পোৱা দুখ যন্ত্ৰণাই পীড়িত কৰিব নোৱাৰে । তাত চিৰ সুখ চিৰ শান্তি বিৰাজমান বুলি মানুহে বিশ্বাস কৰে । কিন্তু ‘এদিনটো মৰিবই লাগিব’ বুলি জানিও মানুহে কিয় বিষয়-বাসনা-ঐশ্বৰ্য্যৰ প্ৰতি লালায়িত হয় । কিয় জীৱন যুঁজৰ দৌৰত দৌৰি দৌৰি আমি ভাগৰি পৰোঁ । সকলো জানি বুজিও মনক বান্ধি ৰাখিব নোৱাৰো - মন ৰঙীন হয় কিহবাৰ আকৰ্ষণত । জীৱনটোৰে যে অসাৰ,পাৰ্থিৱ,বিষয় বাসনাৰ প্ৰতি লালায়িত হৈ হাবাথুৰি খোৱাটো অৰ্থহীন তাকে বুজাবলৈ পুৰণি কালত কোনোবা বৰাগীয়ে গোৱা ‘হেঁৰ’, পাগলা মন বলিয়া মন ভাই ঐ আহা ৰে কতনা বুজাম মই তোক’ বা ‘ মানব দেহা মাটিৰে ভাণ্ড ভাঙলে হবে খণ্ডৰে খণ্ড, ভাঙলে দেহা জোৰা নিবে না’ আদি দেহ বিচাৰৰ গীতৰ ভাব এই গীতটিত প্ৰতিধ্বনিত হৈছে। ড’ ভূপেন হাজৰিকাদেৱৰ এই গীতটো এটা আধুনিক গীত। গীতটোত ক্ষণভঙ্গুৰ মানৱ জীৱনত অনিবাৰণীয় কামনা বাসনা, জীৱন লালসা আদিয়ে জীৱনটো অস্থিৰ কৰে, সেয়ে মনক সংযত কৰিব লাগে তাক অতি সুন্দৰ ভাবে অভিজাত ভাষাৰে কোৱা হৈছে।

অ’ ঠেনুকা কাঁচঘৰ
তই বান্ধিবি কিমান
মোৰ মন পখী
সীমাৰ পৰিধি টানি ।
সৌ অসীম আকাশ
মোৰেই বাবে বাট চাই আছে — কামনাৰ ৰহণ সানি ।
জানো মৰণ জীৱন একেটি নদীৰ
দুপাৰৰে দুটি ঘাট
শুনো মৰণ হেনো শ্যাম সমান
নিতে বাঁহী বায় তাত
তথাপি কিয় ছবি আঁকি যাওঁ
জীৱন লালসাৰ
তথাপি কিয় মোৰ মানসত
বোৱতী সুঁতিৰ ধাৰ— য’ত জিলমিলিয়া পানী ।
অ’ কাঁচঘৰ মই যে তোৰেই
অতিথি ক্ষণিকৰ
স্থিতিৰ দেশত মন গতি মোৰ
হয় যে ক্ষিপ্ৰতৰ
তইতো নোৱাৰ পখীক বান্ধিব
জীয়া সাগৰৰ পাৰৰ
কাঁচৰ শিকলি আনি ।

বোলছবি : কাঁচঘৰ, ১৯৭৫

# অ' সুৰ খেলিমেলি হ'ল

মানুহ জীয়াই থাকে প্ৰেমেৰেহে । বাধাৰ প্ৰাচীৰ ভাঙি জীৱন পথত বাট বুলিবলৈ, উন্নতিৰ সোপান বগাবলৈ, লক্ষ্যৰ সুউচ্চ পাহাৰ চূড়াত অৱতীৰ্ণ হ'বলৈ উৎসাহ, সাহস আৰু প্ৰেৰণা দিয়ে প্ৰেমে। প্ৰেমৰ বিফলতাই মানুহৰ জীৱনৰ সুৰ খেলিমেলি কৰে; কেনা লগায় । অত্যুদ্দমী দুই এজনৰ বাহিৰে অনেকেই নিৰাশাত ভোগে। ইয়েই সেইজনক কৰ্মপথৰ পৰা বিচ্যুত কৰে । তেওঁৰ জীৱনটো হয়গৈ সৰোবৰতেই মৰুভূমি, ফুল- পখিলা, কাকলি বিহীন বসন্ত । দুখন হৃদয়ৰ পাৰস্পৰিক মৰম স্নেহতে ভালপোৱা গঢ়ি উঠে। বুকু উজাৰি ভালপোৱাজনীৰ (জনৰ) পৰা বিনিময়ত ভালপোৱা পালেহে প্ৰেমে পূৰ্ণতা পায় । এই পূৰ্ণতাই জীৱন যুঁৱীয়া কৰে । যিহেতু প্ৰেমে মিলন বিচাৰে। সেয়ে প্ৰেমিক প্ৰেমিকাই চিৰদিন চিৰকাল একে হৈ যোৱাৰ, যুঁৱীয়া জীৱনৰ কামনা কৰে। এই গীতটিত এজন সংস্কৃতিবান ডেকাই প্ৰেমত হাবু ডুবু খাই, বিফলতাক সাবটিলে কেনেকৈ নিজক অধঃপতনৰ সোঁতত উটুৱাই দিছে তাৰে এখন সুন্দৰ ছবি গায়ক, গীতিকাৰে দাঙি ধৰিছে । কিন্তু পৰ্য্যালোচনা কৰিলে দেখা যায় ড° ভূপেন হাজৰিকাদেৱৰ গীত সমূহৰ ভিতৰত নৈৰাশ্য বা জীৱনৰ বিফলতাৰ গীত অতি তাকৰ ।

অ' সুৰ খেলিমেলি হ'ল
গৰখীয়া কেনি গ'ল ?
অ' গৰখীয়া কেনি গ'ল ?

উদং পথাৰ উদং মনৰ
গৰখীয়া কেনি গ'ল ?
অ' গৰখীয়া কেনি গ'ল ?

উদং কৰা মনৰে মৰম
বুকুতে বাজি ৰ'ল
গৰখীয়া কেনি গ'ল ?
অ' গৰখীয়া কেনি গ'ল ?

ল-ল-ল-ল-ল-ল-লহ্
তিহিটি তিহিটি
তিনিটি আঙুলি লৰা
অ' তিনিটি আঙুলি লৰা

কোনে হৰি নিলে
মোহিনী ডেকাটো
সকলোৰে মন হৰা
অ' সুৰ খেলিমেলি হ'ল
অ' গৰখীয়া কেনি গ'ল ।

উদং সুঁৱীয়া জীৱন যুঁৱীয়া
জীৱন বিফলে যায় ঐ
অ' জীৱন বিফলে যায় ।

ৰচনা : ডিব্ৰুগড়, ১৯৭৫ চন ।

# অসম দেশৰ বাগিচাৰে

দূৰ দিগন্ত বিয়পা বিস্তীৰ্ণ সেউজীয়া; মাজে মাজে উন্নত শিৰে থিয় হৈ আছে শিৰীষ গছ — যেন কোনো নিপুন শিল্পীয়ে সেউজীয়া তুলা পাতত অঁকা মনোমোহা প্ৰাকৃতিক দৃশ্যহে। আঃ ! কি যে চিৰ সুন্দৰৰ ধেমালি ! এয়াই চাহ বাগিচা— অসমৰ প্ৰধান কৃষিজ সম্পদ। সেউজীয়াৰ মাজে মাজে মূৰত টুকুৰি আৰি ৰূপহী গাভৰুজাকে লহপহীয়া হাতেৰে কেচাঁ কোমল পাত চিঙে —এই দৃশ্য অতি মনোৰম। নাকত নাকফুলী, কাণত ঝুমকা, নানা অয়-অলঙ্কাৰ আৰু ৰং বিৰঙৰ শাৰী পিন্ধি সেউজীয়াৰ মাজত প্ৰকৃতি পালিতা গাভৰুৰ হাঁহিৰ খলকনি উঠে —দিগন্তত প্ৰতিধ্বনিত হয়। ঝুমুৰৰ সুৰত গুণগুণায়, নাচোনৰ ভঙ্গীত কথা পাতে উলাহত। ডেকা সকলে মাদল বজায়। মাদলৰ তালে তালে সিহঁতে নাচে গায়; নিজে আনন্দ লভাৰ লগতে ধৰাখনকে সৰগ সজায়। পখিলীৰ দৰে মুকলি মনেৰে উৰি ঘূৰি ফুৰে। দিনজোৰা শ্ৰমৰ ভাগৰ কেনিবা পলায়। এয়াই আচল জীৱন, য'ত দুখৰ আঁচোৰক মচি মচি সুখৰ অনিমাৰ জিলিঙনিত জীৱন তিৰবিৰাই উঠে। ইয়াতেই সিঁহতে মনৰ মানুহ চিনি পায়। ডেকা ডেকেৰীৰ মাজত হিয়া দিয়া নিয়াৰ খেল হয়। নাচি বাগি হাঁহি হাঁহি পাত চিঙা চম্পা, চামেলী, লছমী আদি পূৰ্ণ যৌৱনা ৰূপহী গাভৰুহঁতক দেখিলে অকল ডেকাৰেই নে ? বুঢ়াৰো জিভাৰ পানী সৰসৰকৈ ৴. ৰ। দূৰ্গা পূজা বাগানৰ প্ৰধান উৎসৱ। মজদূৰ সকলে পূজাৰ আগে আগে বোনাছ পায়। ল'ৰা ছোৱালী, ডেকা বুঢ়া সকলোৱে এসাজ নতুন কাপোৰ লয়। চিনেমা প্ৰদৰ্শন, মাদলৰ ছেৱে ছেৱে ঝুমুৰৰ নৃত্য গীতেৰে মুখৰিত বাগিচাবোৰ উলাহত অধীৰ হয়। চম্পা, চামেলীহঁতে বৰ্তমান নিজকে অকল বাগানৰ ছোৱালী বুলিয়েই নেভাবে। সিহঁত অসমীয়া — অসমীয়া বুলি পৰিচয় দি গৌৰৱত ফুলি উঠে। এই চাহ মজদুৰ সকলৰ পূৰ্বপুৰুষ অসমীয়া নাছিল। তেওঁলোকৰ পূৰ্বপুৰুষ আছিল উৰিষ্যা, বঙ্গদেশ, মধ্যপ্ৰধেশৰ ফালৰ। ১৮২৩ চনত ৰবাৰ্ট ব্ৰুচ নামৰ এজন ইংৰাজ সামৰিক বিষযাই অসমৰ হাবি বননিয়ে ঘুৰি ফুৰোঁতে এজন চিংফৌ গামৰ পৰা সেই অঞ্চলত থকা চাহ গছৰ বিষয়ে উমান পায়। ইয়াৰে দহ বছৰ পাছত অৰ্থাৎ ১৮৩৪ চনৰ ২৪ জানুৱাৰীত তেতিয়াৰ গৱৰ্ণৰ জেনেৰেল উইলিয়াম বেন্টিঙ্কে ভাৰতত চাহ খেতিৰ সম্ভাৱনাৰ বিষয়ে অনুসন্ধান কৰিবলৈ এখন 'চাহ কমিটি' (Tea Committee) গঠন কৰি দিয়ে। ইয়াৰে পাছৰ পৰাই পৰ্য্যায় ক্ৰমে অসমত ব্যৱসায়িক ভিত্তিত চাহ বাগিছা পতাৰ পৰিকল্পনা কৰে আৰু বৃহৎ বৃহৎপৰিসৰৰ চাহ বাগিচা পাতে। এই বাগিচাবোৰত কাম কৰিবৰ বাবে এই মজদুৰ লোক সকলক অসমলৈ আমদানি কৰা হৈছিল। কালক্ৰমত এওঁলোকে পূৰ্বৰ নিজা ভাষা সংস্কৃতি কিছু পাহৰিলে কিছু মনত ৰ'ল। বহু বছৰ বাগৰি যোৱাত তেওঁলোকে পুনৰ ঘুৰি যোৱা আশা হেৰুৱাই এই ৰাজ্যৰ ভাষা সংস্কৃতিৰ ওচৰ চাপি অসমকে মাতৃ বুলি সাবটি ল'লে। এতিয়া তেওঁলোকে ঝুমুৰৰ উপৰিও বিহু-হুঁচৰি, বৰগীত- ঘোষাও গায়। তেওঁলোকৰ মাজত বৈ যোৱা ভাষা-সংস্কৃতিখিনিয়ে অসমীয়া ভাষা সংস্কৃতিতো যথেষ্ট অৰিহণা যোগালে। ড০ ভূপেন হাজৰিকাই কয় — 'অসমীয়া সংস্কৃতি বহু ৰঙী সূতাৰে বোৱা এখন গামোচা'— ।

অসম দেশৰ বাগিচাৰে ছোৱালী
ঝুমুৰ টুমুৰ নাচি কৰোঁ ধেমালি
এ' লছমী নহয় মোৰে নাম চামেলী

শিৰীষ তলে ধৰৱ পাহি
পাতা লম্বা পাবি ব'লি
নাকে পিন্ধি নাকফুলী, জোৱান ভুলালি
এ' চম্পা নহয় মোৰে নাম চামেলী

বাৰ মাসেৰ বাৰ ফুল ভাদৰ মাসেৰ কেয়াৰে
কিবা দৰে ছাড়ে গেল অভাগিনী পিয়াৰে

ছোট ছোট ছোকড়ী বৰ বৰ টুকৰী
মৰম সবুজ পাতা তলে ডক্ ডক্
জোৱান বুঢ়াৰ বুক দেখ কৰে লক্ লক্
কি ভাবিস্ ঐ হামাৰ চাহেলী
মন ৰাখ —মোৰ নাম চামেলী ।

এ বাপ দাদ আছিলে কোনোবা মূলুকত
পিছে, আমি বিহু গাব জানো—
এ হাহে হৈ চৰিম গৈ অ' মইনা
তোমাৰেনো পুখুৰীত
পাৰ হৈনো পৰিম গৈ চালত
এ' ঘামে হৈ সোমামগৈ অ' মইনা
তোমাৰেনো শৰীৰত
মাখি হৈ নো চুমা দিম গালত ।

ভাদৰ মাসত ধম্ধমাধম্
কৰম পূজা ধম্ধমাধম্
বাজাও আজি ধম্ধমাধম্
মাদল চাওতালী

কথা ঃ ঐ মুখা পিন্ধা !
তই কোন ছোৱালীৰে ?
আৰে বীৰবলেৰ বেটী,
তই হান্টাৰৱালী
নে পিষ্টলৱালী
আৰে পাগলী ।

ওঁ-হোঁ, পাগলী নহয়—মোৰে নাম চামেলী
বীৰবলেৰ বেটী— মোৰে নাম চামেলী
আসাম দেশত আমি ফুৰোঁ উমলি

চৰ্দাৰ ব'লে কাম কাম
বাবু ব'লে ধৰে আন
চাহেব ব'লে —লিব পিঠেৰ ছাম
অ' বিদেশী শ্যাম
'ফাকি দিয়ে আনিলি আসাম ।'

বোলছবি ঃ চামেলি মেম চাহাব, ১৯৭৫

# আমাৰে ভণ্টী শুব

গছ পুলি এটিৰ গজালি ওলোবাৰ পাছত আমি আশা কৰোঁ — পুলিটো এদিন ডাঙৰ হ'ব, ডালে পাতে জোপোহা হৈ বৰ গছ হ'ব । তাৰ ছাঁত জিৰণি লৈ মানুহে ভাগৰ পলুৱাব । গছজোপা এদিন ফুলিব, ফল ধৰিব; সোৱাদ ভৰা ফলবোৰ খাই মানুহ কিমান উপকৃত হ'ব। সপোনৰ পৰিধি আছে জানো ? সপোনে দিগন্ত অতিক্ৰমি যায় । এই গীতটি এটি শিশু ওমলোৱা গীত । একজনী কণমানি ছোৱালীক কোলাতলৈ তাইক ওমলাওঁতে তাইক লৈ ৰচা ভবিষ্যতৰ ৰঙীন সপোনৰ গীত । মানুহে অলীক সপোন দেখা উচিত নহয় যদিও সপোন দেখিব লাগে । সপোনেহে আশাবোৰ বাস্তৱত ৰূপায়িত কৰে । এদিন পুতলা যেন কণমানিজনী ডাঙৰ হ'ব; লিখা পঢ়া শিকিব, ডাক্তৰণী হ'ব । আৰোগ্য নিকেতন খুলিব, কেবা মহলীয়া ঘৰ সাজিব । পৰিস্কাৰ পৰিপাটি ঘৰটিত শুকুলা খটখটিৰে তাই ওপৰলৈ বগাই যাব । শাৰী শাৰীকৈ ৰোগীৰ বিচনাবোৰ সজোৱা থাকিব। ৰোগীবোৰে ডাক্তৰণী অহালৈ বাট চাই থকিব । তেতিয়া ভণ্টীয়ে ৰোগীৰ ওচৰ আহি পাব । তন্ন তন্নকৈ ৰোগীক পৰীক্ষা কৰি উপযুক্ত দৰৱ জাতি দিব, মুমূৰ্ষু ৰোগীও আৰোগ্য হৈ মিচিকি হাঁহিব-- ভাবিলে কিমান যে ভাল লাগে।

সাধাৰণতে শিশু ওমলোৱা গীতবোৰ 'আমাৰে মইনা শুব এ, বাৰীতে বগৰী ৰুব এ, বাৰীৰে বগৰী পকি সৰিব, আমাৰে মইনা বুটলি খাব ।"— এনে গীতবোৰ তাহানি নিৰক্ষৰ সমাজত ৰচিত হৈছিল । তেতিয়াৰ মানুহৰ আশা আছিল 'পুত্ৰ সন্তান'ৰ ওপৰত । সেয়ে এনে গীতবোৰ বেছি ভাগ ল'ৰা শিশুক লৈয়ে কৰা কল্পনা। সময়ৰ বতাহে মানুহৰ ৰুচিৰ পৰিবৰ্তন সাধিছে । ফলত মানুহৰ আশা আকাঙ্ক্ষাৰো পৰিবৰ্তন আহিছে। সম্প্ৰতি দেশত কন্যা সন্তানৰ ওপৰত গুৰুত্ব আৰোপ কৰা হৈছে । ড০ হাজৰিকাদেৱৰ এই ওমলা গীতটি এটি সময়োপযোগী গীত । আশাৰ সুৰ বাজি উঠা এই গীতটিৰ ভাব অতি ওখ আৰু সংস্কাৰ ধৰ্মী ।

আমাৰে ভণ্টী শুব
সপোনৰ দেশলৈ যাব
শুকুলা ৰঙেৰে মিঠাকৈ সপোনক
দিঠকৰ ৰূপকে দিব ।
আমাৰে ভণ্টি মহিলা হ'ব
আৰোগ্য নিকেতন গঢ়িব
বিজ্ঞানেৰে ৰুগীয়া জনক
সুঠাম তেজাল কৰিব
জীৱন মধুৰ হব ।
শুকুলা চিকুণ বৰকৈ ঘৰটিত
শুকুলা খটে খটি
শাৰী শাৰী আছে শুকুলা শয্যা
ইমান পৰিপাটি
কতনা ৰোগীয়ে বাট চাই আছে
কেতিয়া আহিব আমাৰে ভণ্টি
নিৰাশ ৰোগীকে অমৃত দিবহি
দিবহি দৰৱ জাতি
জীৱন পদুম ফুলিব ।

ৰোলছবি : কাঁচঘৰ, ১৯৭৫

# আশ্বিন মাসে দূর্গা পূজা

বৰষাক বিদায় জনাই এখুজি দুখুজি কৈ ভূমুকি মাৰেহি আহিনে ! আৰু কহুঁৱাৰ চোৱৰেৰে বা দি, নিয়ৰ বিন্দুৰে ভৰি ধুৱাই, শুভ্ৰ শেৱালী সৰা সেউজীয়া দুববিৰ দলিচাৰে, হাতত তৰাৰ চাকি লৈ সখী শৰতক আদৰি আনে ! এই মোহনীয়া আহিনতে অনুষ্ঠিত হয় শাৰদীয় দূৰ্গা পূজা । দূৰ্গা পূজা হিন্দুসকলৰ অতি পবিত্ৰ উৎসৱ । দূৰ্গতি নাশিনী দেৱী দূৰ্গাৰ চৰণ কমলত এপাহ পুষ্পাঞ্জলী দি দুখ-দূৰ্গতি, ধুমুহা-বজ্ৰ, বাত-ব্যাধি বিনাশি সুমঙ্গল বিধান কৰি জীৱন আৰু সমাজত সুখ শান্তি বিৰাজ কৰাৰ অৰ্থে ভক্ত সবে সভক্তিৰে পূজা-অৰ্চনা কৰে । দেৱীৰ কৃপা লাভেই পূজাৰ উদ্দেশ্য যদিও পূজাৰ কেইদিনত হোৱা নাচ-গান আনন্দ-উৎসৱ, ৰং ৰহইচ আদি সাংস্কৃতিক অনুষ্ঠানও পূজাৰ মুখ্য আকৰ্ষণ । উৎসৱৰ এই আনন্দই মানুহক জীৱনী শক্তি প্ৰদান কৰে;— যাৰ ফলত মানুহৰ আয়ুস বৃদ্ধি হয়, বিবেক সজীৱ হয় । উৎসৱে সমাজত ঐক্য, শান্তি, সমন্বয়-সম্প্ৰীতি প্ৰতিষ্ঠা কৰে । দূৰ্গা পূজাই শিশুৰ পৰা বুঢ়ালৈকে প্ৰত্যেকৰে প্ৰাণত বেলেগে বেলেগে খোৰাক যোগায় । বিশেষকৈ দূৰ্গা পূজাই বাগানলৈ আনে ৰঙৰ মেলা ! আমাৰ বিহু উৎসৱৰ দৰে চাহ বাগিচাৰ দূৰ্গা পূজাৰ উৎসৱ যেন ডেকা ডেকেৰীৰহে উৎসৱ— বহু আশাৰ; প্ৰত্যাশাৰ । ডেকাসবৰ ঢাকৰ গুড় গুড়ি, মাদলৰ বাজনাই আকাশ বতাহ কঁপায় । গাভৰুহঁতে ৰঙা হালধীয়া শাৰী পিন্ধি, নাকৰ ন্যোলুক, বাহুত তাবিজ, কাণ ফুলি, মণি-খাৰু, পায়ল আদিৰ গহনাৰ ৰুণঝুন ছন্দৰে ইজনীয়ে সিজনীৰ ককালত ধৰি ঝুমুৰ নাচে । ঝুমুৰৰ তালে তালে ডেকা গাভৰুহঁতে নিজৰ অভিপ্ৰায়, প্ৰাণৰ কথা ইজনে সিজনক অৱগত কৰে । হিয়া দিয়া নিয়াৰ খেল হয়; কাৰোবাৰ প্ৰেমৰ ভেটি মজবুত হয় । কাৰোবাৰ প্ৰেমৰপাকচক্ৰত পৰি আঁতৰি যোৱা প্ৰেমিকাক কোনোবা বিৰহীয়ে এই নাচ গীতৰ মাজতে ঘূৰাই পায় আৰু জীৱনটো ধন্য হয় । এই ঝুমুৰেই হয় গৈ কাৰোবাৰ যুগ্ম জীৱনৰ নঙলা;— বাহিৰে বাহিৰে পলাই গৈ বিবাহ পাশত আবদ্ধ হৈ যুৰীয়া জীৱনৰ পাতনি মেলে । চাহ মজদুৰ সকলৰ এই গীত আৰু নাচৰ জৰিয়তে তেওঁলোকৰ সমাজ-সংস্কৃতি, সুখ-দুখ, আশা- আকাঙ্ক্ষা, আবেগ-অনুভূতিৰ সুন্দৰ পৰিচয় পোৱা যায় । লোক সংস্কৃতিৰ এই অমূল্য সম্পদবোৰ আগতে চাহ বাগান আৰু মজদুৰ সকলৰ মাজতে সীমাবদ্ধ আছিল । সংস্কৃতিৰ সাধক ড০ ভূপেন হাজৰিকাদেৱে এই সম্পদবোৰ উলিয়াই আনি নিজে গাই, আৰু কথাছবিত সংযোগ কৰি জনসমাজত প্ৰচাৰ কৰি সৰ্ব সমাদৃত কৰিলে ।

আশ্বিন মাসে দূৰ্গা পূজা
ঢাকেৰ কেমন গুড় গুড়ি
তাৰেই মাঝে ঝিলমিল কৰে
মোৰ প্ৰাণেৰ সুন্দৰী ।

লাল শাড়ী পিন্ধি নাচে
মাদল ঝুমুৰ বাজানা
নাকে ন্যোলুকবায়ে তাবিজ
ৰুণ জুন বাজে গহনা ।

অইন দিনে দেখি কালা
কাণে কদম ফুল গো
আজি কেন তোমাৰ কালা
বদন মলিন গো ।

একখানি পাণ দিয়ে
আশা দিয়া পলাইলি
ফাঁকি দিয়ে
ওৰে পিয়া কাহে নাহিলি
বৃথা মোৰ নিশি গেল—
জাগায়া ৰাখিলি ।

যখন ফুল কলি ছিল
তখন ভ্রমৰ আইল কেন
এখন নূতন ফুলে মজিল
পুৰাণা পীৰিতি ছাৰে নতুনে মজিল ৰে ।

কথা ঃ এত যদি ছিল মনে
আগে না বলিলি কেনে
মোৰ যৌৱন তোৰ হাথে ৰইল
তুমি তৰু হামি লতা
যাওঁ দেখি কোথা যাবে
হাঁসিৰ চান্দ আকাশে উঠিল ।

আসে পাসে লাখো গাছ
গমকি উঠিল বাঁস
কেওৰা ফুল খোপাই পিন্ধি
নাচ ৰে ঝুমুৰ নাচ
আৰে নাচ ৰে ঝুমুৰ নাচ ।

দুই পইচাৰ পুঠি মাছ
কায়াৰ গোলাৰ তেল ৰে
কোমৰ ধৰি সবাই খেলি
প্রেম পীৰিতিৰ খেল ৰে। ।

বোলছবি ঃ কাঁচঘৰ, ১৯৭৫

# ক খ গ ঘ চ ছ্ জ

আশাবাদ ড০ হাজৰিকাদেৱৰ গীতৰ প্ৰধান সুৰ। ১৮২৩ চনত ৰবাৰ্ট ব্ৰুচে বৰ্তমান অৰুণাচলৰ চিংফৌ গাওঁ এখনত চাহ গছৰ অস্তিত্বৰ উমান পায়। তাৰ দহ বছৰমান পিছৰ পৰাই অসমত ব্যৱসায়িক ভিত্তিত চাহ বাগিচা আৰম্ভ কৰা হয়। এই চাহ বাগিচাৰ বনুৱা সকলৰ জীৱন নিৰ্বাহ প্ৰণালী অতি নিম্ন মানদণ্ডৰ। তেওঁলোকৰ পূৰ্ব পুৰুষ আছিল বঙ্গদেশ, উৰিষ্যা, মধ্য প্ৰদেশৰ ফালৰ। ইংৰাজে অসমত চাহ বাগিচা স্থাপন কৰি বনুৱা হিচাপে এওঁলোকক অসমৰ মাটিলৈ আমদানি কৰিছিল। অধিক শ্ৰমৰ বাবদ অতি সামান্য পাৰিশ্ৰমিকেৰে আভুৱা ভাৰি মালিক পক্ষই অধিক মুনাফা লুটিছিল। এনে কৰাৰ সুবিধা পাইছিল তেওঁলোক অশিক্ষিত হোৱা বাবে। বাগান অঞ্চলত স্কুল কলেজ স্থাপন নকৰাৰ বাবে তেওঁলোকে শিক্ষাৰ পোহৰৰ পৰা বঞ্চিত হৈছিল। ফলত অন্যায়ৰ বিৰুদ্ধে মাত মতাৰ সাহস নাছিল। বাগান অঞ্চলত দুই এখন স্কুল স্থাপনে তেওঁলোকৰ মনলৈ আশাৰ বতৰা কঢ়িয়াই আনিলে। তেওঁলোকৰ চকুত সপোনে পাহি মেলিলে, — তেওঁলোকৰ কচি কচি বাছা (শিশুবোৰে) স্কুলত পঢ়িব; ডাঙৰ মানুহ হ'ব। গাড়ীত উঠিব,— আৰু কত কি যে সপোন। তেওঁলোক শিক্ষকবোৰৰ ওচৰতো যথেষ্ট শ্ৰদ্ধাশীল। শিক্ষক সকলে তেওঁলোকৰ সন্তানক লিখা পঢ়া শিকাই জ্ঞানী কৰিব; আলোকৰ সন্ধান দিব। সুখে বৈ বৈ যাব। এদিন তেওঁলোক জাগি উঠিব অন্যায় অবিচাৰ আৰু শোষণৰ বিৰুদ্ধে। — ৰিক্ত সিক্ত সকলৰ প্ৰতি ড০ হাজৰিকাদেৱ চিৰ সহানুভূতিশীল। এই গীতটিত চাহ জনগোষ্ঠীৰ ভাষা ব্যৱহাৰ কৰাত সোণত সুৱগা চৰিছে। ড০ হাজৰিক'দেৱে নিৰোদ চৌধুৰীৰ কাহিনীৰে আব্দুল মজিদ পৰিচালিত এই কথাছবিখনত সংগীত পৰিচালনা কৰে।

ক খ গ ঘ চ ছ জ ঝ
দুয়ে দুয়ে চাৰি গো
এ দেশেৰে স্কুল পঢ়ি গিয়ানী বনিব গো।

হামাৰ কচি কচি বাছা
স্কুলে পঢ়িব গো
লিখি পঢ়ি বৰ হাৱা
গাড়ীতে চৰিব গো —
আসাম দেশে আসি মোৰা
পাই বহু বহু মৰম গো
কাচা সোণাৰ ডালে ডালে
টাকাৰ কচি পাতা গো।

পাতা তোলা মেহনত কৰা
কলম কৰা ঝুঠা গো
স্কুল পঢ়ি সাহস কৰি জাতিকে জাগাব গো।

অন্ধকাৰেৰ মাজে আজি
চান্দ তাৰা জ্বলে গো
মাষ্টাৰ বাবু ভাল মানুষ
হামাক আলো দিব গো
হামাক গিয়ান দিব গো
হামাক আলো দিব গো।

বোলছবি : চামেলি মেম চাহাব, ১৯৭৫

# চিনাকী মোৰ মনৰ মানুহ

সময় বৰ নিষ্ঠুৰ। সময়ৰ নিষ্ঠুৰতাত এদিন বুকুৰ আপোনজনো পৰ হৈ, অচিনাকী হৈ যায়। মানুহে ভুল কৰে। শত্ৰু কোন মিত্ৰ কোন চিনাক্ত কৰিব নোৱাৰে। ফলত কেতিয়াবা এনে হয় গোপন শত্ৰুজনকো চিনিব নোৱাৰি বন্ধু বুলি আকোঁৱালি লয়। সেই ভুলৰ পৰিণাম স্বৰূপে জীৱন হয় বিষময়; বুকুৰ আপোনজনৰ সৈতে বিচ্ছেদ হ'ব লগীয়া হয় আৰু জীৱনৰ বিয়লিটো চকুলোৰে ভৰি পৰে। কিন্তু মনৰ চিনাকী জনক কোনো দিনেই পাহৰা সম্ভৱ নহয়। কাৰণ, কোনো মানুহৰে প্ৰতি বেয়া ভাব সদায় মনত নৈ নেথাকে। সময়ে ধুই নি ক্ষয় কৰি জেদ ভাবটো শিথিল কৰে। কিন্তু বিচ্ছেদ হ'লেও, সংঘাত হ'লেও খণ্ডটো মনৰ পৰা দমি যোৱাৰ লগে লগে পুনৰ বুকুৰে ধৰ ফৰ কৰে। আনকি বিৰহী বা বিৰহিনীয়ে মৃত্যুৰ পিছতো পুনৰ জনমত প্ৰিয়জনক লগ পোৱাৰ কামনাৰে দুখন হিয়াৰ মাজত সাকোঁ গঢ়াৰ প্ৰয়াস কৰে আৰু এই জীৱনৰ আধৰুৱা হৈ ৰোৱা কথাবোৰ কৈ বুকুৰ বেদনা পাতলোৱাৰ প্ৰয়াস কৰে। 'পৰ জনমৰ শুভ লগনত যদিহে আমাৰ হয় দেখা পূৰাবানে এই জনমৰ মোৰ হিয়াৰ অপূৰ্ণ আশা।' — বুলি মৰ্মান্তিক বেদনাত বলিয়া হৈ পুনৰ্জনমত বিশ্বাস কৰি বিষ্ণু ৰাভাইও গাইছিল। কিছুমান ভুলৰ শুধৰণি পিছলৈও কৰিব পাৰি। কিন্তু এই জীৱনৰ ভুল পৰজনমত শুধৰণি কৰিব পৰা যাব বুলি আশা কৰিব নোৱাৰি। প্ৰিয়জনৰ বিচ্ছেদে যিহেতু জীৱনলৈ দুখৰ বৰষুণ বৰিষণ কৰে সেয়েহে আমি আমাৰ দুখৰ কাৰক ৰিপুবোৰ দমন কৰণৰ বাবে সংযমী হোৱা উচিত।

চিনাকী মোৰ মনৰ মানুহ
তোমাৰ বাবেই জনম লভিছোঁ
তোমাৰ ঘাটৰ বিপৰীতেই
নাওখনি মোৰ বান্ধিছোঁ
তুমি চিনিছানে নাই মই নাজানিলোঁ—
কথাঃ নেজানিলোঁ।

গধূলিটো হ'ল দেখোঁ অতি সেমেকা
জীৱনটো হ'ল কিবা পানী মেটেকা
তুমি দেখিছানে নাই মই নাজানিলোঁ।

মণি বুলি কালসাপ ডিঙিতে পিন্ধিলোঁ
ভুলকেই ফুল বুলি খোপাত গুজিলোঁ
তুমি দেখিছানে নাই মই নাজানিলোঁ।
তুমি আছাঁ সিটো পাৰে ইপাৰে যে মই
দুয়োৰে মাজতে বয় সোঁৱৰণী নৈ
সাকোঁ দেখিছানে নাই
সাকোঁ দেখিছানে নাই
সাকোঁ দেখিছানে নাই —— মই নাজানিলোঁ
চিনাকী—
চিনাকী মোৰ মনৰ মানুহ
তোমাৰ বাবেই জনম লভিছোঁ।

বোলছবি ঃ খোজ, ১৯৭৫

# জিগিজা গিজাঁও অ' গিজাওঁ

সংস্কৃতি জীয়াই থাকে সৰু সৰু মানুহৰ মাজতহে; ৰজা ঘৰত নহয় । মাদলৰ তালে তালে ঝুমুৰৰ সুৰে সুৰে ৰজন জনাই থাকে সেউজীয়া পাতৰ চাহ বাগিচা। ইয়াতেই জিলিকি থাকে সংস্কৃতিৰ মণি মুকুতা । ড০ ভূপেন হাজৰিকাদেৱে অসমৰ ইমূৰৰ পৰা সিমূৰলৈ ভ্ৰমি চুকে কোণে বিচাৰি ফুৰিছিল হেৰাই যাব ধৰা সংস্কৃতিৰ অমূল্য সম্পদবোৰ। তেওঁ আলফুলে সেইবোৰ বুটলি আনি সোণৰ সজাত মইনা চৰাই ৰখাদি সংৰক্ষণ কৰে । তেওঁ অনাদৃত চাহ মজদুৰৰ গীতবোৰ বাহিৰলৈ উলিয়াই আনি সেইবোৰত কিছু আধুনিকতাৰ প্ৰলেপ সানি টিনেমাত সংযোগ কৰি আৰু নিজে কণ্ঠদান কৰি সমাজত প্ৰচাৰৰ ব্যৱস্থা কৰে। বৰ্তমান অসমত অন্যান্য গীতৰ দৰে চাহ বাগিচাৰ গীতো সমানে সমাদৃত । আমাৰ বিয়াগীতত আছে –'আমাৰ আইদেউ দেখিবলৈ অতি বিতোপন, গাৱে ৰঞ্জন মুখে চন্দন কেতেকী বৰণ' । এই গীতটিতো পূৰ্ণ যৌৱনা চামেলীৰ ৰূপ গুণৰ তুলনা নাই। তাই সৰু মানুহৰ ঘৰৰ ছোৱালী । এই সৰু মানুহৰ ঘৰৰ জীয়ৰী বোৱাৰীৰ পিঠি একোচা সুন্দৰ চুলিৰে ঢকা; চুলিৰ সৌন্দৰ্য্যই নাৰীক অপূৰ্ব শুৱনি কৰি তোলে । 'চামেলী' শব্দৰ অৰ্থ হ'ল সুগন্ধি ফুল যুক্ত এবিধ লতা। সঁচাকৈ, চামেলী যেন বহাগত ফুলা এপাহ ফুল । ধুনীয়াকৈ খোপা বান্ধি, খোপাত ফুল গুজি, হাতত চিকমিকিয়া খাৰু পিন্ধি বগীকৈ চামেলী[illegible] ৰাজহংস খোজেৰে যায় । তাইৰ ৰূপৰ শিখা দেখি ডেকা সকলৰ কলিজা ফাটি যায়; জ্বলি পুৰি জহি মৰে। এই গীতটিত চামেলীৰ জৰিয়তে নাৰী জাতিকে অতি ওখ স্থান দিয়া দেখা যায় । যেনে গছৰ ভিতৰত তুলসী আৰু লতাৰ ভিতৰত পাণ শ্ৰেষ্ঠ; তেনেদৰে নাৰীৰ (বাগান অঞ্চলত) ভিতৰত চামেলী শ্ৰেষ্ঠ । গতিকে যি কোনো পুৰুষে (যোগ্যতা হীন) চামেলীৰ ৰূপ গুণত ভোল গৈ চামেলীলৈ হাত মেলা অনুচিত ।

জিগিজা গিজাঁও অ' গিজাওঁ
ছোটো ঘৰেৰ বহু বেটী পিঠে পৰে চুল গো
যৌৱনেৰ আঙ্গিনাই উৰে গেন্দা ফুল গো ।

গাছেৰ মাজে তুলসী পাতেৰ মাজে পাণ
আৰে, নাৰীৰ মাজে চামেলী পুৰুষ সাৱধান ।

দেখ' গৌৰী গৌৰী, খোপা বান্ধে খোপাকৰি
হাতে শাঁখা চুৰি জ্বলকায়
ৰাজহংসি চালে চলি যায় ।

শিশিৰে কি ফুটে ফুল বিনা বাৰিষণে
পিৰিতি কি মজে মন বিনা দৰিশনে
লাল লাল শ্যালুকেৰ ফুল
আ'ৰে ৰাত্ৰি ফুটে লাল গ'
কোন ফুলটা কত মধুৰ গণিতে না -পাৰি গো ।
আৰে পাকিল' ফুটিল' ডালিম লোকে তৰে খায়ৰে
চাল্লা । এই দেশে পণ্ডিত নাই কে কাকে বুঝাইবে ।
ৰাত্ৰি কদম ছালকে, আৰে জীয়া মোৰ ললকে
ভৰ যৌৱন কলসীৰ পানী চলকে
আৰে জীয়া মোৰ ললকে ।

বোলছবি ঃ চামেলি মেম চাহাব, ১৯৭৫

# জিলমিলিয়া কোমল বালি

**সোঁৱৰণী বৰ মিঠা ।** সোণালী অতীতে ৰিঙিযাই মাতে । পাখি লগা মনে দুপাখি মেলি উৰি যায় সুদূৰ অতীতলৈ । মন যায় সোণালী অতীতৰ ৰং দুহাতেৰে সানি ৰঙীন হ'বলৈ । অতীতৰ সৈতে সহবাস কৰিবলৈ । কিন্তু এয়া জানো সম্ভৱ ? আমি হেজাৰ বাৰ বিচাৰিলোঁয়েইবা, কপালখন শিলত থেকেচি দিলোঁৱেইবা অতীতক ঘূৰাই পাম জানো ? কাৰণ সময় নদী উভতি নবয, যিদৰে সৰা ফুলৰ পাহি বুটলি ঠাৰি গুজি থলেও নুফুলে বৰং শুকাইহে যায় । মানুহে ভুল কৰে । ভুলৰ ফুল হুলৰ দৰে কাইটিয়া হয । কাইঁটে বিন্ধি মানুহক ঘূণীয়া কৰে। জীৱনত কৰা কিছু সৰু সৰু ভুলৰ বাবে আমি বহু মূল্যবান কিবা কিবি সম্পদ হেৰুৱাওঁ । যিহৰ বাবে জীৱনত বহু অসুখ অশান্তি ভোগ কৰিবলগীযা হয । মানুহে কল্পনা কৰে, হেপাহৰ বালিঘৰ সাজে । বালিঘৰত মানুহ থাকিব নোৱাৰে । কাৰণ ই ক্ষণস্থায়ী, ভাঙি যায । সেযেহে, কল্পনা সাগৰত উটি বুৰি অপৰিপক্ক চিন্তাধাৰাৰে বালিঘৰ সাজি সাজি হাবাথুৰি খোৱা অৰ্থহীন । বাস্তৱ অভিজ্ঞতা লৈ বাস্তৱক সাৱটি লোঁৱাটোহে সমীচীন ।

জিলমিলিয়া কোমলবালি
তাহানিৰ কথা কিয আজি ক'লি
ওহোঁ,
কথা ঃ ভুল হ'ল নেকি ?
তাহানিৰ কাহিনী কিয শুনালি ৴
অ', বুকুতে মিঠা মিঠা বিহ ঢালিলি
বুকুতে মিঠা মিঠা সুৰ ঢালিলি
(এ পাহৰিছিলোঁ )
জিলমিলিয়া কোমল বালি
তাহানিৰ কাহিনী কিয় শুনালি
বুকুতে মিঠা মিঠা সুৰ ঢালিলি

বালিমাহী বালিমাহী বালিমাহী
তই আজি কব দেখোঁ হাঁহি হাঁহি
উভতি নবয সময় নদী
নুফুলে সৰা পাহি ।

ভৰিতে উলিযালে তেজৰ টোপাল
কাঁটিয়া গছৰ হুলে
সময বালিত কাৰোবাৰ খোজ
মচি দিয়ে সৰু সৰু ভুলে ।

হেপাহেৰে বালিঘৰ সাজিবহে পাৰি
তাত তো এপলকো থাকিব নোৱাৰি
তেনে কিয সাজি সাজি খাইছা হাবাথুৰি ।

বোলছবি ঃ খোজ, ১৯৭৫

# জীৱন ঘড়ীৰ প্ৰতিটো পল

বহু গুণৰ অধিকাৰী ড০ ভূপেন হাজৰিকা জন-সমাজত গায়ক, গীতিকাৰ হিচাবে খ্যাত যদিও তেওঁ এজন ভাল চিত্ৰশিল্পীও । বেনাৰস হিন্দু বিশ্ববিদ্যালয়ত পঢ়ি থকা সময়ত তেওঁ 'উকিল স্কুল অব আৰ্ট'ৰ শিক্ষক ৰণডা উকিলৰ ওচৰত চিত্ৰবিদ্যাৰ প্ৰশিক্ষণ লৈছিল । তাত জাপানী পদ্ধতি, ভাৰতীয় আৰ্টৰ এনাটমি শিক্ষা লাভ কৰিছিল । আমেৰিকাত পঢ়িবলৈ যোৱা ছাত্ৰাৱস্থাত এবাৰ তেওঁ অন্য ছাত্ৰ বন্ধুৰ সৈতে পেৰিচ চাবলৈ গৈছিল । –উ দ্দেশ্য বিখ্যাত চিত্ৰশিল্পী পিকাছোৰ সাক্ষাৎ পোৱা । তেওঁ থকা হোটেলৰ পৰিচাৰক এজনক সুধি পিকাছো সম্বন্ধে জানি লৈ পুৱতি নিশাতে উঠি প্ৰাতঃ ভ্ৰমণ কৰিবলৈ অহা পিকাছোক লগ পাবলৈ বোন্দাপৰ দি আছিল । প্ৰাতঃ ভ্ৰমণ কৰি হোটেললৈ চাহ খাবলৈ অহা পিকাছোক দেখি দৌৰি গৈ নিজৰ পৰিচয় দি কৈছিল 'মই আপোনাৰ গুণমুগ্ধ' । আবেগৰ উষ্ণতাত পিকাছোৰ হাত এখনত কিছুপৰ সজোৰে খামুচি ধৰি আছিল আৰু হুচ অহাত ভাবিছিল– তেওঁৱেই পৃথিৱীৰ আটাইকৈ সৌভাগ্যবান মানুহজন । তেওঁ আশীৰ্বাদ কৰিছিল হাজৰিকাদেৱক– 'ভালে থাকিবা সোণটো' । ইয়াৰোপৰি ছুঁজা, ভেন গখ, পল গগাঁ, আঁৰি মতিচ আদি পৃথিৱীৰ বিখ্যাত চিত্ৰশিল্পী সকল তেওঁৰ আদৰ্শ আছিল । এম এফ হুছেইন আছিল তেওঁৰ ভাল বন্ধু । হাজৰিকাদেৱে গীতেৰে ছবি আঁকে 'জীৱন ঘড়ীৰ প্ৰতিটো পল' এই গীতটিত সুন্দৰ ৰূপকৰ সমন্বয়ত ।

এই গীতটিত Sur realism অৰ, বিখ্যাত চিত্ৰশিল্পী ছালভাদৰ ডালিৰ প্ৰভাৱ পৰা দেখা যায় । ঘড়ী এটি যেন গছৰ ডালত ওলমি টোপা টোপে সৰিব খুজিছে; কিন্তু গোট মাৰিছে । সেই গোট মৰা সময়ক কেইটামান পৰুৱাই আগুৰি ধৰিছে – সোঁৱৰণিৰ ছবি । চেতন মনৰ গভীৰত্বত থুপ খাই থকা ৰূপ কল্পনাক অস্পষ্ট ভাবে তুলি ধৰি মানুহক ভবাই তোলাৰ প্ৰচেষ্টা কৰাই, অৰ্থাৎ বাস্তৱক অতিবাস্তৱলৈ নিয়াই যেন Sur-realismৰ উদ্দেশ্য । ছাৰ ৰিয়েলিষ্ট সকল ৰূপক পন্থী । 'ডালিয়ে অৱচেতন মনৰ চিত্ৰ আঁকিছিল । ময়ো বেছিভাগ গীত ৰচো অৱচেতন মনেৰে । reality তকৈ এধাপ ওপৰত মই গীত লেখি পেলাও তেতিয়া । বাস্তৱৰ পৰা নিয়া শিল বালিৰে গঢ়া এক অতিবাস্তৱতা – ঠিক কল্পনা বুলিব নোৱাৰি ।' – বিশ্ব নাগৰিক ভূপেন হাজৰিকা । তেওঁৰ গীততেই (কবিতা) অসমীয়া কাব্য সাহিত্যত প্ৰবেশ কৰে বাস্তৱবাদে । সেয়েহে তেওঁৰ গীতবোৰ ইমান জনপ্ৰিয় ।

জীৱন ঘড়ীৰ প্ৰতিটো পল
যেন গ'লি গ'লি গ'ল—
নিসঙ্গতাৰ পৰুৱা এটি
মাথোঁ তাতে পৰি ৰ'ল ।
তেজত আজি ৰক্ত কণিকা
কিয় জানো কমি গ'ল
দংশন ৰত বিজাণু এদল
মোৰ হে লগৰী হ'ল ।

বিলম্বিত লয় শূন্যতা ভৰা সুৰ
সোঁৱৰণী সমলয় হাঁহাকাৰেৰে পূৰ
দিনবোৰ যেন সাগৰ পাৰৰ
অঘৰী চৰাই হ'ল
অন্ধকাৰৰ দিগ্বলয়ত
পোহৰ হেৰাই গ'ল ।

বোলছবি ঃ কাঁচঘৰ, ১৯৭৫

# ভৰিৰ তলুৱাৰ পৰা

"Life is not bed of roses." জীৱনৰ পথটো সেন্দুৰীয়া নহয়; কাঁইটিয়া। পদে পদে আছে ঢৌ-ধুমুহা, বিপৰ্য্যয়। ধুমুহাত থৰ থৰ কঁপে জীৱন বৃক্ষ;— ডাল-মূল ভাঙি ছিঙি যায়। আনকি ভৰিৰ তলৰ মাটিখিনিও সৰি পৰোঁ পৰোঁ হয়। তেতিয়া কি কৰিব তেওঁ? দিগ্‌বিদিগ শূন্য হৈ ক'লৈ যাব, কি কৰিব ভাবি চিন্তি উৱাদিহ নেপায়। এনে লোকৰ প্ৰতি সহানুভূতি দেখুওৱা উচিত যদিও সেইটো দেখা নাযায়; বৰং এনেলোকে অবিচাৰ, লাঞ্ছনা গঞ্জনা আৰু পদে পদে অপমান আৰু অপযশহে পায়; তেওঁৰ পূৰ্বৰ সজ গুণবোৰ অদৃশ্য হৈ যায়— যেন নিঃস্ব হোৱাটো পাপহে! পৰিণতিত তেওঁৰ মন ভাঙি পৰে; আত্মনিয়ন্ত্ৰণ হেৰুৱায় আৰু নানা অসজ কাৰ্য্যত লিপ্ত হয়। কোনোৱে ঘৃণা, অৱহেলা, জ্বালা যন্ত্ৰণা সহিব নোৱাৰি আত্মহননৰ পথো বচে। এনে অৱস্থাত তেওঁ আত্মসংযমৰ বলত নৈতিকতাক খামুচি ধৰি, সহিষ্ণু আৰু ধৈৰ্য্যশীল হোৱাহে উচিত। যদি কোনো কাৰণত পৰিয়ালৰ কোনোজনৰ দোষত ঘৰখন ভঙাৰ উপক্ৰম হয়, তেতিয়া গা এৰা নিদি বৰং নিজে আগভাগ লৈ পুনৰ সজোৱাৰ প্ৰচেষ্টাত ব্ৰতী হব লাগে। জীৱন চক্ৰটো কোনফালে ঘূৰে কোনোৱে নেজানে! আনকি যদি বিচনাৰ অভাৱত মুকলি আকাশৰ তলতো বাগৰিব লগীয়া হয়, পূৰ্বে তেওঁ ৰাজকীয় শয্যাত শয়ন কৰিলেও হেলাৰঙে তাকেই কৰিব লাগে। আৰু যদি পোছাকৰ অভাৱ হয় তেতিয়া সময়ে যি ৰঙৰ সাজ পিন্ধায় তাকেই হাঁহি মুখে মেৰিয়াব লাগে। তাৰোপৰি মানুহ সদায় আশাবাদী, ন্যায়বান, দয়াশীল, ক্ষমাশীল হ'ব লাগে। এনে কৰিলে শান্তিয়ে তেওঁৰে সৈতে সহবাস কৰে আৰু তেওঁৰ হৈ যুঁজিব জনতা আৰু দেশে।

ভৰিৰ তলুৱাৰ পৰা যদি ধৰাখন
খহি খহি পৰা যেন লাগে
তিল তিলকৈ যদি নিজৰেই ঘৰখন
কাৰোবাৰ দোষতে ভাগে
পুনৰ গঢ়িবা তুমিহে বান্ধৈ' পুনৰ গঢ়িবা তুমি।
যদি পৰিয়ালে তোমাৰ সঙ্গ এৰে
তুমি অকলশৰীয়া হোৱা
যদি সৎ কাম কৰি কৰি সংসাৰ সজালেও
অপযশ পদে পদে পোৱা
পুনৰ সজাবা তুমি হে বান্ধৈ' পুনৰ সজাবা তুমি।
শান্তিক কৰি লোৱা তোমাৰ গৃহিনী
ধৈৰ্য্য হ'ব লাগে পিতৃ
দয়া হ'ব লাগে মৰমী ভগিনী
ক্ষমা হ'ব লাগে ভাতৃ
আশা হ'ব লাগে তোমাৰ সহোদৰ
সংগ্ৰাম হ'বগৈ মাতৃ।
যদি বিচনাৰ অভাৱত আকাশৰ তলতে
বাগৰি পৰিব লাগে
যদি পোছাকৰ অভাৱত সময়ৰ ৰঙকে
মেৰিয়াই ল'বই লাগে
তাকেই কৰিবা তুমি হাঁহিমুখে, তাকেই কৰিবা তুমি।

ৰচনা : ১৯৮৫, বোলছবি : ধৰ্মকাই, ১৯৭৭

# মই যেন আজীৱন

"জীৱনৰ এই মাজ বয়সত মোৰ ভাব হয়, মই জন্মৰে পৰাই যাযাবৰ । কোনো বিশেষ ঘৰত মোৰ থিতাপি নাই । চিৰ যাযাবৰ উৰণীয়া জীৱন মোৰ কপালত কোনোবাই লিখি দিলে— যাৰ ফলত শয়ন সপোন আৰু জাগৰণত মই এটাই মাথোঁ মন্ত্ৰ জপ কৰিছোঁ— চৰৈৱেতি ! চৰৈৱেতি —।"—(দিহিঙে দিপাঙে, পৃষ্ঠা ১)। বহুমুখী প্ৰতিভাৰ অধিকাৰী ড০ হাজৰিকা । বহু যশ-খ্যাতি আৰু ফুলৰ মালাৰে তেওঁৰ দুহাত উপচি পৰিছে; পদ্মশ্ৰী, 'দাদা চাহেব ফাল্কে' আদি উচ্চ উচ্চ বঁটা পাইছে । তথাপিও তেওঁৰ মন পখী উৰি যায় অতীতলৈ; আত্মোপলব্ধিৰে মন ভৰি পৰে । যাযাবৰী জীৱনত বিশ্বৰ প্ৰান্তৰে প্ৰান্তৰে ৰ'দ-বৃষ্টি, ধুমুহা মূৰৰ ওপৰেদি পাৰ কৰি উৰি উৰি ঘূৰি ফুৰিছে উৰণীয়া মৌৰ দৰে। সাগৰ তীৰৰ পৰা মৰুলৈ, মালভূমিৰ পৰা সমভূমিলৈ বিশ্বৰ প্ৰান্তৰে প্ৰান্তৰে ঘূৰি ফুৰোঁতে বিশ্ব মানৱৰ, সুখ-দুখ, হাঁহি-আৰ্তনাদকে ধৰি নৱ ৰসৰ জুতি ল'লে । জীৱনত তেওঁ বিচৰাটো নেপালে আৰু নিবিচৰাবোৰহে বাৰে বাৰে পালে। উৰণীয়া মৌৰেও কিছুদিনৰ বাবে হ'লেও গছৰ ডালত বাঁহ সাজে । কিন্তু তেওঁৰনো জিৰাবৰ বাবে এধানি ঠাঁই কিয় নহ'ল ? কৰবাত থিতাপি লব খুজিলেও হয় পাহাৰ সম সমালোচনা। বহুতৰ দৰে তেওঁও ভাবিছিল প্ৰাণে বিচৰা জনীৰ সৈতে এখন ঘৰ পাতিব; পত্নী-পুত্ৰৰে সৈতে সুখেৰে থাকিব। কাৰণ, তেওঁও তেজ মঙহেৰে গঢ়া মানুহ ! হৃদয়ত আছে পাৰাপাৰ হীন প্ৰেমৰ সাগৰ; কামনা বাসনা, অনু[illegible]-অনুভূতি ! তেওঁ অতি সুন্দৰী গাভৰু এগৰাকীক ভাল পাইছিল । দুয়ো প্ৰতিশ্ৰুতি বদ্ধ হৈছিল জীৱনে মৰণে দুয়ো দুয়োকে নেৰো বুলি । এদিন ধন ধন বুলি ধনৰ গৰাকীৰে সৈতে প্ৰেয়সী গুচি গ'ল বিয়াৰৈ তেওঁক প্ৰৱঞ্চনা কৰি । আন এগৰাকীয়ে উপযাচি তেওঁক বৰিলে আৰু দুদিনীয়া আলহীৰ দৰে এদিন তায়ো গুচি গ'ল । সপোনৰ কাৰেংঘৰ ধুমুহাত জহি খহি গ'ল । কিন্তু তেওঁ জহি খহি নগ'ল । উৰণীয়া মৌৰ দৰে বিশ্বখন ভ্ৰমি তেওঁ যি মৌ সঞ্চয় কৰিলে সেই মৌ ধৰাত বিলাই দিলে । মানুহৰ মাজত বিলাই দি মানুহৰ ওঁঠত হাঁহিৰ বোল সানি দি তেওঁৰ অশান্ত হৃদয় পৰিতৃপ্ত হ'ল । সেই তৃপ্তিৰ আনন্দত তেওঁ মৰততে সৰগী সুখত বাস কৰিলে; জীৱন জ্যোতিৰ্ময় হ'ল ।

মই যেন আজীৱন উৰণীয়া মৌ
জিৰাবৰ নাই তৰু তৃণ
জিৰণীয়া মৌ দেখি ভাবোঁ একোদিন
মই কিয় ঠিকনা বিহীন ।
কত ৰস চুহিলোঁ অভিজাত কুসুমৰ
বনফুলে যাচিলে ভৰাল ৰসৰ
তিতা ৰসো গোটালোঁ মিঠা বুলি
পিছে, তোমাৰ ৰূপৰ ৰস তুলনা বিহীন ।
মই বাৰু উৰণীয়া মৌৰেই হলোঁ
মোৰ জানো জিৰাবৰ নাই অধিকাৰ ?
জিৰণি লওঁ যদি তোমাৰ তৃণত
নেজানো ক্ষতি কি হয় কাৰোবাৰ ।
এদিন কৈছিলা মোৰ হ'বা শেষ ঠিকনা
সঁচা নকৰিলা সেই কল্পনা
সেয়ে সঞ্চিত মৌ ধৰাত ছটিয়াই
উৰি উৰি হৈ যাম জ্যোতিতে বিলীন ।

কলিকতা, ১৯৭৫

# মাঘত দেখোঁ উৰুকা নহয়

'তুমি' শব্দৰ অৰ্থ ব্যাপক। এই সৰ্বনামটো কেতিয়াবা 'ভগৱানক' আৰু কেতিয়াবা 'অতি আপোন জনক', কেতিয়াবা বয়স আৰু সন্মানত সৰু জনকে ধৰি বিভিন্ন সময়ত বিভিন্ন ধৰণে ব্যৱহৃত হয়। ড০ হাজৰিকাদেৱৰ মতে-"এই 'তুমি' কাৰোবাৰ বাবে মনৰ আপোন মানুহ হ'ব পাৰে, কাৰোবাৰ বাবে ভঁৰালত গোট খোৱা সোণালী লখিমী হ'ব পাৰে আৰু কাৰোবাৰ বাবে মেজিৰ মিঠা উত্তাপ লৈ অগ্নিদেৱতাক সাক্ষী কৰি মনে মনে প্ৰকাশ কৰা আধ্যাত্মিকতা হ'ব পাৰে।" সঁচা, পথাৰৰ লখিমী মুঠিৰ বাবেহে মাঘত উৰুকা হয়। সেইদৰে বহাগত প্ৰকৃতি দেৱীৰ আয়োজনতহে বিহুঢোল বাজে, বৰষাৰ আকাশত মেঘ জমে আৰু শাৰদী পুৱা কঁহুৱা ফুলে। কিন্তু শ্ৰোতা অবিহনে গায়কৰ গীত সুৰীয়া নহয় আৰু মানুহ বিনে প্ৰগতি অসম্ভৱ। প্ৰিয়জন বা প্ৰেয়সী অবিহনে এন্ধাৰ পঁজাত চাকি নজ্বলে। সঙ্গীত প্ৰাণ ড০ হাজৰিকাদেৱৰ মতে গীত অবিহনে যেন তেওঁৰ জীৱনটো অসাৰ। গীতেৰেই তেওঁ সংগ্ৰাম কৰে শোষিত, বঞ্চিত, অৱহেলিত দৰিদ্ৰ নাৰায়ণৰ বাবে। গীতেই তেওঁৰ প্ৰকাশৰ মাধ্যম। গীত বিনে তেওঁ জীৱনত শান্তি নেপায়; বৰং চিৰ শান্তিৰ সলনি মৰণতো ক্লান্তিহে যেন পাব। শেষৰ অন্তৰাত 'গীত'কে তেওঁ তুমি বুলি সম্বোধন কৰিছে।

মাঘত দেখোঁ উৰুকা নহয়
তুমি নহ'লে
ব'হাগ বিহুত বিহু ঢোল নেবাজে
তুমি নহ'লে, —তুমি নহ'লে, তুমি নহ'লে।
শাৰদী পুৱা কহুঁৱা নুফুলে
তুমি নহ'লে
এন্ধাৰ পঁজাত চাকি নজ্বলে
তুমি নহ'লে
প্ৰগতিও দেখোঁ অগতিহে হয়
তুমি নহ'লে
গীত দেখোঁ সুৰীযা নহয়
তুমি নহ'লে। —তুমি নহ'লে, তুমি নহ'লে।
বৰষাৰ আকাশত মেঘ নজমে
তুমি নহ'লে
জীৱন লুইতখনো থমকিহে ৰয়
তুমি নহ'লে
জ্ঞান বিজ্ঞানৰ অৰ্থ নুবুজোঁ
তুমি নহ'লে
পোৱা নোপোৱাৰ সংগ্ৰাম নুবুজোঁ
তুমি নহ'লে। —তুমি নহ'লে, তুমি নহ'লে।
জীৱনতো কোনো শান্তি নেপাম
তুমি নহ'লে
মৰণতো চাগে ক্লান্তি হে পাম
তুমি নহ'লে। —তুমি নহ'লে, তুমি নহ'লে।

কলকাতা, চেপ্তেম্বৰ, ১৯৭৫

# মুক্তিকামী লক্ষ্যজনৰ

"মোৰ কলাশৈলীত মূৰ্ত হওঁক এক মধুৰ বৈশিষ্টৰ মান, সেই গানত জাগক জনৈক সংগ্ৰামী সৈনিকৰ মহাপ্ৰাণ।"— এটি গীতৰ এই অন্তৰাটিৰ মাজেৰে মূৰ্ত হৈ উঠিছে ড০ ভূপেন হাজৰিকাদেৱৰ গীত ৰচনাৰ মহান অভীপ্সা; — গীতেৰে, সুৰেৰে, নিজস্ব কলাশৈলীৰ মাজে ৰে নিজকে এক সংগ্ৰামী সৈনিক ৰূপে কল্পনা কৰাৰ স্বহৃদয়াভিলাস। দেশৰ বহিঃ আক্ৰমণৰ সময়ত তেওঁ চিৰ জাগ্ৰত প্ৰহৰী হৈ শত্ৰুক নিন্দা কৰি, সাৱধানৰ আঙুলি টোৱাই স্বদেশৰ জোৱানক উদগনি দিয়ে। উদাহৰণ স্বৰূপে ১৯৬২ চনত চীনা শত্ৰুক 'নৰ ৰক্তলোলুপ পৰ ৰাজ্যলোলুপ কৰোঁ সাৱধান, হ পশ্চাদগামী' বুলি সাৱধান কৰি দিছিল আৰু মৃত জোৱানৰ আত্মত্যাগৰ প্ৰতি নত শিৰে সশ্ৰদ্ধ প্ৰণাম জনাই গাইছিল 'কত যোৱানৰ মৃত্যু হ'ল', অসমীক প্ৰবোধ দিছিল অন্য এফাকি গীতেৰে– 'সোণৰে অসমী মাতৃ নাকান্দা নাকান্দা কিয় কান্দা অভাগিনীৰ দৰে।' পুনৰ ১৯৬৫ ত পাকিস্থানৰ ভাৰত আক্ৰমণৰ সময়তো 'গঁফুৰ খাঁ আজাদে আজাদী আনিলে আজীৱন কাৰাগাৰ মানি, পাবতহে গজিলি আয়ুব, ভূট্টো ভৰিৰো নেপ্যাৰ পানী' বুলি পাকিস্তানী নেতাক ধিক্কাৰ দিছিল। দেশৰ আভ্যন্তৰীণ অশান্তিৰ সময়তো স্বেচ্চাচাৰী শাসক পক্ষৰ প্ৰতি খৰ্গহস্ত হৈ ক্ষুৰধাৰ ভাষাৰে গীত ৰচি, গাই তেওঁলোকক সাৱধান কৰি দিছিল আৰু অতি উত্তেজক ভাব ভাষাৰে জনতাক আগ বাঢ়ি যাবলৈ সাহস আৰু অনুপ্ৰেৰণা যোগাইছিল। এয়া এজন সঁচা শিল্পীৰ সমাজৰ প্ৰতি, দেশৰ প্ৰতি থকা দায়িত্ববোধ। আমাৰ আলোচ্য এই গীতটিৰ পটভূমি হ'ল– ১৯৭৫ চনৰ ২৫ জুনত তেতিয়াৰ প্ৰধান মন্ত্ৰী ইন্দৰা গান্ধী 'জৰুৰী অৱস্থা' (Imergency) ঘোষণা কৰে। এই অৱস্থাত আম জনতাৰ অধিকাৰ খৰ্ব হয়। ক্ষোভিত জনতাৰ ভিতৰি ভিতৰি তুঁহ জুইৰ দৰে বিপ্লৱৰ অগনি জ্বলিল। জয়প্ৰকাশ নাৰায়ণ, মোৰাৰজী দেশাই, অসমৰ গোলাপ বৰবৰা আদি বিৰোধী নেতাক গ্ৰেপ্তাৰ কৰি জেললৈ প্ৰেৰণ কৰে। তেতিয়া স্বৈৰাচাৰী শাসকৰ (শাসিকা) প্ৰতি হুঙ্কাৰি গায়ক গীতিকাৰ ড০ হাজৰিকাদেৱে এই গীতটি ৰচি গায়। কাৰণ গীত গণ সংযোগৰ উত্তম মাধ্যম। ই শাসক-জনতা আটাইৰে প্ৰাণ চুই যায়। উল্লেখযোগ্য যে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱেও এদিন স্বেচ্চাছাৰী শাসক গোষ্ঠীক হুচিয়াৰ কৰি দিছিল — 'শুন শুন ৰে সুৰ বৈৰী প্ৰমাণা নিশাচৰ নাশ নিদানা' বুলি; জ্যোতিপ্ৰসাদে 'মোৰ গানে জগত পুৰিব, দুষ্কৃত সাৱধান' বুলি আৰু বিষ্ণুৰাভাই ' বিপ্লৱী পথৰে যাত্ৰী আমি সৰ্বহাৰাৰ মুক্তিকামী' বুলি বিপ্লৱী সত্তাৰ পৰিচয় দিছিল। তেওঁলোকৰে প্ৰিয় শিষ্য ড০ হাজৰিকাদেৱেও তেওঁলোকৰ সুৰতে 'ৰামৰে দেশতে থকা ৰাৱণ বধোতে যাই যদি জীৱনটো য'ক' বুলি হুঙ্কাৰি 'ক'লা কাকতি ফৰিং' সদৃশ দুষ্কৃতিকাৰীক নাশিবলৈ, ভণ্ড নেতা, স্বেচ্ছাচাৰী শাসকক প্ৰত্যুত্তৰ দিবলৈ সচেতন নাগৰিকক ওলাই আহিবলৈ উদাত্ত আহ্বান জনাইছিল।

বুলেটতকৈও কলমৰ শক্তি প্ৰখৰ। কলমৰ এটা শব্দই শাসন যন্ত্ৰক থৰহৰি কম্পমান কৰিব পাৰে। এই গীতটিৰে তেওঁ স্বেচ্ছাছাৰী শাসকক (ইন্দিৰা গান্ধী ওৰফে শাসনাধিষ্ঠ দলক) সাৱৱধান কৰি দিছিল এই বুলি — মুক্তি কামী লক্ষ্যজনৰ মৌন প্ৰকাশ দেখিছানে নাই ? কাৰণ, জনতাৰ বল আৰু সাহস অসীম। গণতন্ত্ৰত ৰাইজৰ শকতি অসীম। ৰাইজ খুচী হ'লে শাসকক মূৰৰ ওপৰতো স্থান দিব আৰু ৰাইজ অসন্তুষ্ট হ'লে খেকেচা মাৰি মাটিত পেলাই দিব। তেওঁ সৰ্বসাধাৰণ ৰাইজক এই বুলি প্ৰবোধ দিলে যে, ৰাইজে অত দিনে পোৱা নোপোৱাৰ হিচাব নকৰিলে কোনো কথা নাই। যি হ'বৰ আছিল হ'ল আৰু ! কিন্তু এতিয়া হিচাব কৰাৰ ক্ষণ পালেহি। এতিয়া ৰাইজ একগোট হওঁক আৰু স্বেচ্ছাছাৰী শাসকক প্ৰত্যুত্তৰ দিয়ক। কাৰণ, কালৰাত্ৰিৰ বুকুতেই লুকাই আছে প্ৰভাত। সেই প্ৰভাতী সূৰুযৰ সোণালী ৰশ্মিয়ে জীৱনাকাশ জ্যোতিস্মান কৰে। ৰুদ্ধ দ্বাৰে মুক্ত বায়ুক সদায় ভয় কৰে। ঠিক তেনেদৰে ৰাইজ সিংহৰ দ্বাৰা শৃগালৰূপী শাসক সদা সৰ্বদা ত্ৰস্তমান। গতিকে হে মহান জনতা, আপোনালোক একগোট হৈ বিপ্লৱী পথেৰে আগুৱাওক। কাৰণ, শান্তি যুঁজৰ কোনো ক্ষয় নাই। গীতটি সময় সাপেক্ষ। এই গীতৰ প্ৰাসঙ্গিতা ৰৈ থাকিব যুগে যুগে।

মুক্তিকামী লক্ষ্যজনৰ
মৌন প্ৰকাশ শুনিছানে নাই ?
জীৱন আকাশত নতুন সাহসৰ
পৰিছে জ্যোতি দেখিছানে নাই ?

কিমান পালা নেপালা কিমান
হিচাব নকৰিলা কোনো ক্ষতি নাই
আহিছে সময় গণনাৰো দিন
কৰিবা প্ৰকাশ কোনো ত্ৰাস নাই ।

কালৰাত্ৰিৰ বুকুতে লুকাই
আছেই প্ৰভাত বুজিলানে নাই ?
ৰুদ্ধ দ্বাৰেই মুক্ত বায়ুক
সদা কৰে ভয় বুজিলানে নাই ?

জীৱন সিন্ধুৰ প্ৰতি বিন্দুত
উঠিছে জোৱাৰ ভাঙি পাৰাপাৰ
মহাশূন্যৰ প্ৰতিটো দিশত
শুনিছানে নাই আশাৰ হুঙ্কাৰ ?

যিমান পাৰা হোৱা অগ্ৰগামী
নৰ'বা কিঞ্চিত কোনো লাভ নাই
ধ্বংসকাৰীক পৰাস্ত কৰা
শান্তি যুঁজৰ কোনো ক্ষয় নাই ।

কালৰাত্ৰিৰ বুকুতে লুকাই
আছেই প্ৰভাত বুজিলানে নাই
ৰাইজ সিংহক শৃঙ্খল শৃগালে
সদা কৰে ভয় বুজিলানে নাই ?

কলিকতা, ৯ ছেপ্তেম্বৰ, ১৯৭৫

# ৰাইজ আজি ভাওৰীয়া

সমাজবাদী, চিন্তানায়ক ড০ ভূপেন হাজৰিকাদেৱৰ বহু গীত দেশৰ ৰাজনৈতিক প্ৰেক্ষাপটত ৰচা । ভাৰতবৰ্ষ এখন গণতান্ত্ৰিক ৰাষ্ট্ৰ য'ত ৰাইজৰ দ্বাৰা নিৰ্বাচিত প্ৰতিনিধিয়ে দেশ শাসনত অংশ লয়, বিধান ৰচে। ১৯৭৫ চনৰ ২৫ জুনত তেতিয়াৰ প্ৰধান মন্ত্ৰী ইন্দৰা গান্ধী 'জৰুৰী অৱস্থা' (Imergency) ঘোষণা কৰে । সেই অৱস্থাত ৰাইজৰ বাক্ স্বাধীনতা পৰ্য্যন্ত খৰ্ব হয় । শাসনৰ শীৰ্ষ স্থানত থকা নেতা-নেতৃ, যুৱনেতা সঞ্জয় গান্ধী আদিৰ স্বেচ্ছাচাৰিতাত সৰ্বসাধাৰণ ৰাইজ ক্ষুণ্ণ হয় । সেয়েহে, দেশৰ নাটঘৰত ৰাইজক ভাওৰীয়া হিচাপে লৈ নিজে পৰিচালকৰ আসনত বহা শাসক গোষ্ঠীক ভেঙুচালি কৰি, জনতাৰ পক্ষত থিয় হৈ ৰাইজৰ আদালতে তেওঁলোকক কি যোগ্য ৰায় দিয়ে তাৰ প্ৰতি ৰাইজক আহ্বান জনাই গায়ক গীতিকাৰে এই গীতটি ৰচে । কাৰণ, ৰজাইও কৰিব নোৱাৰা কাম শিল্পীয়ে কৰিব পাৰে । এই গীতৰ প্ৰাসঙ্গিকতা ৰৈ থাকিব যুগে যুগে। কাৰণ এই গীতটি এটা জনহিতৈষী কালজয়ী গীত ।

ভাৰত বৰ্ষত কংগ্ৰেছ, ভাৰতীয় জনতা পাৰ্টী, চি.পি.এম, চি পি.আইকে ধৰি কেবাটাও ৰাষ্ট্ৰীয় পৰ্য্যায়ৰ আৰু প্ৰতি ৰাজ্যতে আঞ্চলিক পৰ্য্যায়ৰ দলো আছে অনেক । এতিয়া আমি আমাৰ অসমৰ কথাকে কওঁ ঃ ভাৰত বৰ্ষ স্বাধীন হোৱাৰে পৰা বৰ্তমানলৈকে ৰাজ্য শাসনৰ সিংহভাগ কাল কংগ্ৰেছেই ৰাজত্ব কৰি আছে । যি দলেই শাসন নকৰক কিয়, কথা হ'ল — জনতাই বিচাৰে মৌলিক অধিকাৰ সমূহ অক্ষুন্ন থকাটো। বহুতো প্ৰতিশ্ৰুতি দি প্ৰতি পাঁচ বছৰৰ মূৰে মূৰে প্ৰতিখন চৰকাৰ আহে আৰু যায় । শাসনৰ গাদীত বহা নিকা আৰু স্বচ্ছ ভাবমূৰ্তিৰ বোলা শাসকেই 'যি লঙ্কালৈ যায় সিয়েই ৰাৱণ হোৱা'ৰ দৰে শাসক, দলৰ নেতা-পালি নেতা, দালাল, ঢামা ধৰাই সীমাহীন দুৰ্নীতি-লুণ্ঠনেৰে, ৰাজ্যৰ ধন-সম্পদ ডিঙিলৈকে গো গ্ৰাসে গিলি গঙাটোপটো যেন হৈ ৰাজ ভড়াল দেওলীয়া কৰে । যি সময়ত আমেৰিকা, ৰাছিয়া, ফ্ৰান্স, জাপান, জাৰ্মানি আদি দেশ সমূহে বিজ্ঞান প্ৰযুক্তিৰ ক্ষেত্ৰত আকাশলঙ্ঘী প্ৰগতিৰে বিশ্বক চমকৃত কৰিছে, সেউজ বিপ্লৱৰ দ্বাৰা পঞ্জাবে অৰ্থনীতিত আমূল পৰিবৰ্তন আনিছে সেই সময়ত আমাৰ অসমৰ দৰিদ্ৰৰ শিশুৱে এমুঠি ভাতৰ অভাৱত ভোকত আৰ্তনাদ কৰিছে, বস্ত্ৰৰ অভাৱত অৱস্থাবান লোকৰ দুৱাৰে দুৱাৰে গৈ এডোখৰ ফটা কাপোৰ মাগিছে; অস্বাস্থ্যকৰ আৱৰ্জনাৰ দমত, নৰ্দমাত খুচি খুচি লেতেৰা পেলনীয়া পলিথিন বিচাৰিছে । প্ৰচণ্ড শীতটো এধানি বস্ত্ৰহীন লোকে চহৰৰ আলি-গলিৰ দাঁতিত, ৰেল ষ্টেচনৰ প্লেটফৰ্মত দুৰ্ঘোৰি টোপনি মাৰিছে । মন্ত্ৰী, এম. এল.এ.ৰ কনভয়ৰ চকা তাৰ কাষেদিয়েই ধূলি উৰুৱাই দৌৰিছে অথচ দেখিও যেন সেই জীৱিত জঁকাবোৰ তেওঁলোকে দেখা নাই । ইন্দিৰা আবাস যোজনাৰ নামত কোটি কোটি টকা মোকলাই দিয়া হৈছে অথচ গৃহহীন গৰীবে গৃহ পোৱা নাই; সেই ধন গ্ৰামোন্নয়ন বিভাগতে হৰলুকী হৈছে । বজাৰত বস্তুৰ জুই ছাই দাম । গেচ চিলিণ্ডাৰ, চাউল, দালি, কেৰাচিন, আলু-পিয়াঁজ নাই । অথচ অধিক দামত ক'লা বজাৰত বস্তুৰ অভাৱ নাই । কৃষি প্ৰধান অসমত কৃষি বিপ্লৱ নাই; বান-খৰাঙে মহতিয়ায় কৃষি পথাৰ । অন্ধ্ৰৰ মাছ-কণী আৰু পঞ্জাৱৰ চাউলেৰে বিত্তবানে সুখৰ এগৰাহ খায় । বাননিয়ন্ত্ৰণৰ স্থায়ী ব্যৱস্থা নাই । পৃথিৱীৰ ভিতৰত বৃহত্তম নদীদ্বীপ মাজুলী ব্ৰহ্মপুত্ৰৰ গৰাখহনীয়াৰ কবলত নিঃশেষ হোৱাৰ উপক্ৰম হৈছে ।

হাবি-বনেৰে ভৰা অসমত সংৰক্ষণৰ অভাৱত দিনে দিনে বনাঞ্চল ধ্বংস হৈ গৈ আছে; বন বিভাগ এটাৰ বৰ্তমানতো বছৰি চোৰাং চিকাৰীৰ দ্বাৰা নিধন হৈছে পৃথিৱী বিখ্যাত অসংখ্য এশিঙিয়া গঁড় । উদ্যোগ হীন অসমত কৰ্মসংস্থানৰ অভাৱত লাখে লাখ নিবনুৱা ঠাহ খাইছে । অফিচ কাছাৰীত যি দুই এটা চাকৰি ওলাইছিল তাকো কম্পিউটাৰে কাঢ়ি ললে । এশজন লোকৰ ভাত এটা কম্পিউটাৰে কাঢ়িলে । নিৰাশাত ভুগি ডেকা শক্তিৰ এচামে সহস্ৰ সংগ্ৰামৰ পথ বাছি ল'লে । যাৰ ফলত প্ৰতি নিয়ত আইৰ বুকু নৰ ৰক্তেৰে ৰাঙলী হৈছে । ৰাইজৰ নিৰ্বাচিত প্ৰতিনিধি সকলে এইবোৰ দেখিও নেদেখা হৈ, শুনিও নুশুনা হৈ কেৱল গাদীখনকে খামুচি ধৰি আছে । তেওঁলোকে ৰাইজক ভাওৰীয়া ৰূপে লৈ নিজে পৰিচালকৰ ভাওত অৱতীৰ্ণ

হৈছে । অৱশ্যে তাৰে মাজত দুই এজন সৎলোক নথকাও নহয় আৰু একেবাৰে কাম নকৰাও নহয় । হ'লেও কি হ'ব? এপাচি শাকত এটা জালুক ! প্ৰায় ছয় শতক জুৰি চলি থকা ৰোগ এটা তৎতকালে উপশম কৰা তেনেই উজু নহয় । সম্প্ৰতি ৰাজ্যত নিবনুৱা যুবক যুবতীৰ মাজত আত্ম সহায়ক গোটৰ জাগৰণ উঠা দেখা গৈছে যদিও ইয়ে ৰাজ্যৰ অৰ্থনীতিত কেনে প্ৰভাৱ পেলায় সেয়া লক্ষ্যনীয় বিষয় । ইয়াৰোপৰি গণতন্ত্ৰৰ নীতি নিয়ম চূৰ্ণ কৰি বংশানুক্ৰমিক ৰাজনীতিৰ ঢৌ এটাও উঠা দেখা গৈছে ।

ভাৰত বৰ্ষৰ কথা নকওঁৱেই বাৰু । আমাৰ নিৰ্বাচিত প্ৰতিনিধিসকল, বিষয়ববীয়া সকল সৰ্বসাধাৰণৰ মাজৰে পৰা ওলাই যোৱা । অসমৰ প্ৰতিটো সমস্যা তেওঁলোকৰ জ্ঞাত । তেনেহ'লে কিয় নিজৰ প্ৰাপ্য অধিকাৰ সাব্যস্ত কৰিবলৈ, উদ্যোগ-প্ৰতিষ্ঠান গঢ়িবলৈ, ৰাস্তা-ঘাত নিৰ্মাণ কৰিবলৈ বা নতুন কিবা এটা কৰিবলৈ, বান-নিবনুৱা সমস্যা সমাধান কৰিবলৈ, বিদেশী বহিস্কাৰ কৰিবলৈ জনতাই আন্দোলন কৰিব লাগে, প্ৰাণ দিব লাগে ? শান্তিৰ বাবে মৌন সমদল উলিয়াব লাগে ? তেওঁলোকৰ দেশপ্ৰেমৰ ৰং কি? এইবোৰকে ভাবি চিন্তানায়ক, জনবন্ধু ড০ হাজৰিকাদেৱে মুখা পিন্ধা নায়কবোৰক চিনি লৈ সেই সবৰ মুখা খুলি, সুস্থ সবল নেতৃত্বৰে ভণ্ডামি, চাতুৰিৰ যোগ্য প্ৰত্যুত্তৰ দি এখন সুন্দৰ অসম গঢ়িবলৈ জনতাক টানি অনুৰোধ জনাইছে ।

ৰাইজ আজি ভাওৰীয়া
দেশেই নাটঘৰ
কোনে কি ভাও ল'বা আহাঁ
সময় যে তাকৰ ।

আখৰা নেলাগে, নেলাগে পোছাক
নঙঠা হৈয়ে আহাঁ,
ভোকাতুৰ পেটতে গামোচা বান্ধি
উন্মাদ হৈয়ে আহাঁ;
তেহে ৰহণ চৰিব নাটৰ
কোনে কি ভাও ল'বা আহা
সময় যে তাকৰ ।

পৰিচালকক সুধিবৰ হ'ল
মুখাৰে কিমান ঠগিবা
টেকনিক ভৰা নাটেৰে কিমান
নাটনিৰ নাট মেলিবা;

সংলাপ নেলাগে মিঠা ভাষাৰ
আৰ্তনাদেৰে কোৱাঁ
দুষ্টজনকে চেতনাৰে যুঁজি
বীৰৰ যোগ্য হোৱা
তেহে ৰহণ চৰিব নাটৰ ।
কোনে কি ভাও ল'বা, আহাঁ
সময় যে তাকৰ ।

কলিকতা এপ্ৰিল ১৯৭৫

# হায়ৰে প্ৰাণেৰ বাচা মোৰ

মাতৃৰ বাবে সন্তান কি সেয়া সকলোৱে জানে। দহ মাহ দহ দিন গৰ্ভত ধাৰণ কৰি অসহনীয় প্ৰসৱ যন্ত্ৰণাৰ অন্তত যেতিয়া সন্তানৰ মুখ দৰ্শন হয় তেতিয়া মাতৃ গৰাকীয়ে পূৰ্বৰ সকলো দুখ কষ্ট পাহৰি যায়; ওঁঠত হাঁহি বিৰিঙে। অপত্য স্নেহত মাতৃ হৃদয় আনন্দত নাচি উঠে। এটি শিশুৰ বাবে মাতৃয়েই সকলো। তেনেদৰে মাতৃৰ বাবেও সন্তানেই সকলো। সন্তানক বুকুত সাৱটি এজনী অসহায়া মাতৃয়ে জীৱন পথত হেলাৰঙে বাট বুলিব পাৰে। সন্তানেই নাৰীৰ মহান শক্তি মাতৃত্বৰ স্বীকৃতি দাতা। ভগৱান শ্ৰীকৃষ্ণই সোণৰ বাঁহী গঢ়াই নিদিয়াত ৰোহ ঘৰত পৰি মাতৃ যশোদাক এই বুলি ককৰ্থনা কৰিছিল — 'কাঠবাঁজী বুলি জগতে হাসয় দেখিয়া সুমৰো হৰি, তোৰ ঘৰে আসি পুত্ৰ উপজিলো ইটো দুখ দূৰ কৰি।' পুত্ৰই হওঁক বা কন্যাই হওঁক মাতৃৰ মানত সকলো সন্তানেই একে। ইয়াতে প্ৰশ্ন হয় — তেনেহ'লে কন্যা ভ্ৰূণ হত্যা কৰা হয় কিয় ? ভাৰত বৰ্ষৰ বিভিন্ন ৰাজ্যত কন্যা সন্তানক জন্মতে হত্যা কৰা হয় কিয় ? ডাষ্টবিনত অবৈধ সন্তান উদ্ধাৰ হয় কিয় ? এইবোৰ প্ৰশ্নৰ উত্তৰত পোনে পোনে মাতৃ গৰাকীকে দোষী সাব্যস্ত কৰা হয়। কিন্তু দকৈ গমি চালে দেখা যায় এই হত্যা কাণ্ডবোৰৰ বাবদ মাতৃ গৰাকীয়েই অকল দোষী নহয়। দোষী পৰ্দাৰ আঁৰত থকা ঘূণে ধৰা সমাজখন। এই মাতৃসকল বাধ্য হয় বৰ্বৰ সমাজৰ অন্ধবিশ্বাস আৰু পৰম্পৰা বৰ্তাই ৰখাৰ বাবেহে। সমাজৰ ৰোষৰ পৰা, লোক অপবাদৰ পৰা নিজক সৰোৱাবৰ বাবেহে বহু অবৈধ সন্তানৰ মাতৃয়ে এনে অপকৰ্মত লিপ্ত হ'ব লগীয়া হয়। অবৈধ বা জাৰজ সন্তান পিতৃ পৰিচয় হীনহে; মাতৃ পৰিচয় হীন নহয়। সামাজিক নিৰাপত্তা থকিলে মাতৃয়ে সেই সন্তানকো বুকুত সাবটি ৰাখিব বিচাৰে। কিন্তু পুৰুষ প্ৰধান সমাজৰ ভয়ত মাতৃয়ে সেই সন্তানক ভূমিষ্ঠ হোৱাৰ পিছতে পৰিত্যাগ কৰে। ফলশ্ৰুতিত সেই মাতৃ গৰাকী আজীৱন দুখত, অশান্তিত ভোগে আৰু গোপনে চকুলো টোকে। ভাৰতীয় মহাকাব্য মহাভাৰতৰ 'কৰ্ণ' এটি এনে সন্তানৰ উদাহৰণ। তেওঁক 'সূতপুত্ৰ' বুলি জগতে হাঁহিছিল। প্ৰকৃততে তেওঁ আছিল কুমাৰী মাতৃ কুন্তী আৰু সূৰ্যৰ সন্তান। মাতৃ কুন্তীয়ে সমাজৰ ভয়ত জন্মৰ পিছতে নৈত উটুৱাই দিছিল। কুন্তীয়ে আনৰ ওচৰত নিজ পৰিচয় গোপন কৰিলেও আঁৰৰ পৰা সদায় কৰ্ণৰ মঙ্গলকে চিন্তা কৰিছিল। অৱশেষত কুৰুক্ষেত্ৰ ৰণত দ্বিতীয় পাণ্ডৱ অৰ্জুন অৰ্থাৎ কণিষ্ঠ ভাতৃৰ হাতত নানা গুণে বিভূষিত বীৰ, 'দাতা কৰ্ণ' নিহত হয়। তেতিয়া কুন্তীয়ে পুত্ৰ অৰ্জুনৰ বীৰত্বৰ গৌৰৱত গৌৰৱান্বিত হোৱাৰ বিপৰীতে কৰ্ণৰ মৃতদেহৰ কাষত বহি হিয়া ধাকুৰি কান্দিছিল। এতেকে দেখা যায় সকলো সন্তানৰ বাবে মাতৃৰ হৃদয় একেই। নাৰী সকল স্বভাৱতে ধৈৰ্য্যশীলা আৰু সহনশীলা। নাৰীয়ে সকলো দুখ যন্ত্ৰণা অকাতৰে সহ্য কৰিলেও সন্তান বিয়োগৰ জ্বালা সহ্য কৰিব নোৱাৰে। সন্তান হাৰা মাতৃৰ দশোদিশ দুৰ্ঘোৰ অন্ধকাৰ; দুচকুৰে বয় মাথোঁ অশ্ৰুধাৰ। এই ছবিখনকে এই গীতটোত অঙ্কণ কৰা হৈছে।

হাঁয়ৰে প্ৰাণেৰ বাচা মোৰ
তুঁই কোলে নাই
যনে দেখি তনে অন্ধকাৰ।

আমাৰ শিশু বুকে নাই
আমাৰ মনে সুখ নাই
পৰাণটা মোৰ কৰে হাঁহাকাৰ।

বোলছবি : চামেলি মেম চাহাব, ১৯৭৫

# হাৱা নাই বাতাস নাই

এটি শিশু যেন ফুলনিত ফুলো ফুলো কৰা এটি গোলাপ কলি। শিশুৰ হাঁহি আৰু কলকলনিয়ে ঘৰ এখনক স্বৰ্গত পৰিণত কৰে। শিশুটি যেন পিতৃ মাতৃৰ হৃদয়ৰ উকা তুলাপাতত সদ্য লিপিবদ্ধ এটি কোমল কবিতা। শিশুটিক বুকুৰ মাজত লৈ পিতৃ মাতৃযে বিচাৰি পায় জীৱনৰ অৰ্থ। পিতৃ মাতৃৰ আশাৰ সপোন ন-সূৰুযৰ ৰেঙনিৰে জিলমিলাই উঠে। শিশুহীন ঘৰ তেনেই নীৰস। সন্তান হীন পিতৃ মাতৃৰ মন সদায় উদাস উদাস। বহু পূণ্যৰ ফলতহে পিতৃ মাতৃযে সন্তানৰ মুখ দেখে। সন্তানকলৈয়ে কত যে সপোন। কত আশা, জল্পনা কল্পনা। সেই সন্তানৰ কিবা কাৰণত মৃত্যু হলে সেই ঘৰখনৰ অৱস্থা কি হব পাৰে — সেয়া বৰ্ণনাতীত। শিশু অৱস্থাত কোলাই বোকাই লোৱা পুতলা স্বৰূপ সন্তানটি পিছলৈ হয়গৈ পিতৃ মাতৃৰ হাতৰ লাখুটি স্বৰূপ, বৃদ্ধাৱস্থাৰ অভিভাৱক। উদাহৰণ স্বৰূপে, ৰামায়ণত অন্ধমুনিৰ পুত্ৰ সিন্ধু মুনি অন্ধ পিতৃ মাতৃৰ বাবে লাখুটি স্বৰূপ আছিল। ৰজা দশৰথৰ শব্দভেদী বাণত পিতৃ-মাতৃলৈ বুলি পানী আনিবলৈ যোৱা সিন্ধু মুনিৰ মৃত্যু হয়। তেতিয়া অন্ধ পিতৃ-মাতৃয়ে সাৰথি বিহীন হৈ জীয়াই থকা অসম্ভৱ বুলি জানি পুত্ৰ শোকত প্ৰাণ ত্যাগ কৰে। মৰাৰ আগ মুহূৰ্তত তেওঁলোকে দশৰথ ৰজাক এই বুলি অভিশাপ দিয়ে— 'ৰজা দশৰথ, আমি যি পুত্ৰ শোকত প্ৰাণ ত্যাগ কৰিলো তুমিও এদিন সেই পুত্ৰ শোকতে প্ৰাণ ত্যাগ কৰিবা।' আৰু এদিন দশৰথ ৰজাইও পুত্ৰ ৰামৰ শোকতে প্ৰাণ ত্যাগ কৰিছিল।

সন্তান বিয়োগৰ শোক মহাশোক। এই শোকৰ বিকল্প নাই, কোনো কালে একোৰে বিনিময়তপাহৰা সম্ভৱ নহয়। বিশেষ কৈ যিজনী মাতৃযে দহ মাহ দহ দিন নিজ গৰ্ভত ধাৰণ কৰি, অসহনীয় প্ৰসৱ বেদনা সহ্য কৰি যি সন্তানক জন্ম দিয়ে, নিজৰ বুকুৰ গাখীৰ খুৱাই ডাঙৰ দীঘল কৰে, সন্তানৰ সুখৰ কাৰণে নিজৰ দুখ অশান্তিকো জলাঞ্জলি দি কেৱল সন্তানটিৰ সুখ আনন্দই নিজৰ সুখ আনন্দ হয় সেই সন্তানৰ মৃত্যু হ'লে সেই গৰাকী মাতৃ জীৱিতাৱস্থাতেই মৃতহৈ এন্ধাৰ সনা দৃচকুৰে মৃত্যুৰ পৰলৈকে বাট চাই বাকী দিন কেইটা কটায়।

হাৱা নাই বাতাস নাই
সব দিশে সুখ নাই
তোমাৰ বিনা কেমনে ৰহিবো
কেমনে সাগৰ হবো পাৰ।

পখীৰ মত আমাৰ যত
উৰি গেলো জীৱন পখীটি
পৰি ৰৈলো আশাঁই আমাৰ
উৰি গেলো প্ৰাণ সোণটি
নৰৈলেক নাহি পাৰাপাৰ।

বোলছবি : চামেলী মেমচাহাব ১৯৭৫

# অ' জীৱনৰ নদীৰে

'মৰম'– তিনিটা আখৰৰ এই কোমল শব্দটোৰ অবিহনে মানুহ জীয়াই থকা অসম্ভৱ। এষাৰি মৰমৰ মাতে জগতখনকে সৰগ সজায়। 'আই ঐ দেহি!'— বুলি হিয়া উজাৰি দিয়া সহানুভূতিকণত মানুহজনৰ দুখ বেদনাক সামৰি যি সহমৰ্মিতা প্ৰকাশ পায় আৰু সেই সহমৰ্মিতাত মানুহজনৰ হিয়াখন শাঁত পৰি যি এক সুখানুভূতি অনুভূত হয়– ফুলৰ মালা, দৌলসম সন্মান আৰু দৌলতৰ পাহাৰেও মানুহক সেই সুখ দিব নোৱাৰে। মৰমে সদায় মৰম বিচাৰে। কৰোবাক মৰম দিলে বিনিময়ত তেওঁৰ পৰাও যদি মৰম পোৱা যায় সেই মৰম হয় ধন্য; চিৰস্থায়ী। যদি কোনোবাই কাৰোবাৰ হিয়া উদঙাই দিয়া মৰম গ্ৰহণ কৰি পিছত সেই মৰমক নেওচা দি প্ৰবঞ্চনা কৰি গুচি যায় তেতিয়া প্ৰবঞ্চিত জনৰ হিয়া ভাঙি চূৰ্ণ বিচূৰ্ণ হৈ যায়! হিয়াখন অতি আলসুৱা,– ঠুনুকা; সামান্য আঘাততে ভাঙে। আমি জীৱন নদীত টুলুঙা নাওখন বাই বাই গৈ থাকোঁতে নানা ঢৌ-খুমুহা-চাকনৈয়া, কুম্ভীৰৰ মুখা মুখী হৈ বঠা মাৰি মাৰি ভাগৰি পৰোঁ। ভাগৰুৱা প্ৰাণে ক্ষন্তেক জিৰণি, আশ্ৰয়ৰ বাবে ঘাটৰ সন্ধান কৰে; যি ঘাটত ৰৈ থাকে এহাল মৰমী চকু, এবুকু মৰম। মৰমে দেহৰ মনৰ সমস্ত ক্লান্তি বিদূৰ কৰি হিয়া শাঁত কৰে। কিন্তু, এই পৃথিৱীত কিবা এটা বিচাৰিলেই পোৱাটো সম্ভৱ জানো? যদি সম্ভৱ হ'লহেতেন তেন্তে পৃথিৱীখনেই হ'লহেতেন আটাইতকৈ সুখৰ ঠাই! দুদিনৰ আলহী হৈ আমি এই পৃথিৱীলৈ আহোঁ। যিখন ঘৰত ওৰেটো জীৱন কটাওঁ সেই ঘৰখনেই আপোন ঘৰ। মায়াৰ জালত বন্দী হৈ সকলো পাহৰি যাওঁ। হিয়াৰ সমস্ত মৰম বাকি দি সেই ঘৰখনকে সুখ দি নিজেও সুখ লভোঁ; —বহু সপোন ৰচোঁ। কিন্তু সেই ঘৰখনৰ পৰাই যদি এদিন বিতাৰিত হবলগীয়া হয় —আইনা ভঙাদি মনটি ভাঙি গুড়ি হয়। বনত জুই লাগিলে দুদিনলৈ থাকে; সকলোৱে দেখে। কিন্তু মনৰ জুই কোনেও নেদেখে। মাথোঁ তুঁহ জুইৰ দৰে দহি দহি এদিন নিঃশেষ হৈ যায়। —কথাবোৰ জুকিয়াই চালে এনেহেন লাগে জীৱনতো যেন এটি সাথঁৰ; —মাথোঁ নিশাৰ সপোন!

অ' জীৱনৰ নদীৰে কতনা মোহনা
কোনটো দিশেনো ঘাট
এ' ক'তেনো পামেগৈ মৰমৰে ভৰা
এষাৰি আপোনে মাতে, মোৰ বান্ধৈ ঐ
চিনাই নিদিয়ানে বাট?

সঁচা সোণৰ মৰম যাচি যাচি পালোঁ
শোকেৰে জীৱনটো জোৰা
কাঁচৰে মোলতে সোণবোৰ বিকিলোঁ
কিনো কপালখন পোৰা,
বেহা হেৰুৱালোঁ ভুৱা বাট বেহালোঁ
চিনাই নিদিয়ানে বাট?

এমন রসের নদীতে সই গো
ডুব দিলাম না;
নদীর কূলে কূলে ঘুরে বেড়াই
পাইনা ঘাটের ঠিকানা—
সইগো ডুব দিলাম না।

আলহী ঘৰটি জিৰণীয়া ঘৰে
দুদিনীয়া ক্ষণিকৰ
সিও যে হয় গৈ আপোনাৰে ঘৰে
ওৰেটি জীৱনৰ
চেনেহ ঢালি ঢালি ল'লোঁ আকোঁৱালি
হিয়াখন পৰি যায় শাঁত—
চিনাই নিদিয়ানে বাট ?

নিত্য ঘাটে স্নান করিতাম
জলের ছায়ায় ঐ রূপ দেখতাম না
জলে নামি নামি নামি ব'লে
পরাণ ভয়ে নামিনা
সইগো ডুব দিলাম না ।

চনকা মনটি বৰ আদৰুৱা
ঠুনুকাই ঠুনুকাই ভাগে
অচিন ভাবৰে নিঠৰুৱা জীৱ
ঘনে ঘনে আউল লাগে
নিশাৰে সপোনটি নুবুজা মায়া যেন
নেপাওঁ দেখোঁ তাৰে আঁত
চিনাই নিদিয়ানে বাট ?

বোলছবি ঃ পলাশৰ ৰং, ১৯৭৬

# কোন চিত্ৰলেখিয়ে এয়া ছবি আঁকে

চিত্ৰলেখা, – ভাৰতীয় সংস্কৃতিত চিত্ৰ বিদ্যাত নিপুনা এজনী মহান কলাকাৰ। মহাভাৰত খ্যাত শোণিতপুৰৰ প্ৰবল প্ৰতাপী ৰজা বাণৰ কন্যা উষাৰ সখী আৰু ৰজা বাণৰ মন্ত্ৰী কুম্ভাণ্ডৰ জীয়াৰী। চিত্ৰলেখাই চিত্ৰবিদ্যাৰ সহাযেৰে তেওঁৰ প্ৰাণৰ সখী উষাক সপোন কোঁৱৰৰ সৈতে মিলন ঘটাইছিল আৰু গন্ধৰ্ব প্ৰথা মতে বিবাহ পাতি দিছিল। সেয়েহে চিত্ৰলেখাক মিলনৰ প্ৰতীক বুলিও কোৱা হয়। সেয়েহে প্ৰায়বোৰ মিলন কাহিনীতে চিত্ৰলেখাৰ চৰিত্ৰটো সংযোজিত হয় আজিৰ কালতো। আকাশ-মহাকাশ, জোন-বেলি-তৰা-নক্ষত্ৰ মণ্ডলী এক প্ৰেম সূত্ৰৰে মালা গাঁথা। চন্দ্ৰমা আৰু সূৰ্য্য, জোনাক আৰু সূৰুজৰ জ্যোতি উপমাৰে গীতৰ নায়ক নায়িকাক ৰিজোৱা এই গীতটিও এটি সুন্দৰ প্ৰেম গীত। গীতটিত প্ৰেম আৰু মিলনৰ সুৰ বাজি উঠিছে।

নায়ক ঃ কোন চিত্ৰলেখিয়ে এয়া ছবি আকে ?
চাওঁ, ছবিতনো কোন ৰাজকোঁৱৰ থাকে ?
( ময়েই থাকিম নিশ্চয় )

নায়িকা ঃ ( ই ঃ বৰ অনিৰুদ্ধ কোঁৱৰ ওলাইছে !)
মোক পাবলৈ তুমি কিয় হাবাথুৰি খোৱাঁ ?
মই গগনৰ চন্দ্ৰ ঢুকিকে নোপোৱাঁ।

নায়ক ঃ তুমি যদি চন্দ্ৰমা মই সূৰ্য্য
অ' চন্দ্ৰবদনী, তুমি কোমল জোনাক
সূৰুযৰ জ্যোতি হৈ চুমিম তোমাক।

নায়িকা ঃ খহনীয়া নৈ চেঙেলীয়া পানী
বৈ মোৰ উটায় পৰাণ

নায়ক ঃ তোমাৰেই নৈতে কৰোঁ শতবাৰ
সুমধুৰ মুক্তি স্নান
মোৰ মন গহনত তুমি আমন্ত্ৰিত

নায়িকা ঃ সেই আবেশতে মোৰ বুকু স্পন্দিত
মন মোৰ হ'ল আল্পনা
কোনেনো তুলিকা বোলায়

নায়ক ঃ তোমাৰ আল্পনা নিমজ স্নিগ্ধ
কামদেৱ পিছলি যায়

গুৱাহাটী, ১৯৭৬ চন।

# গুপুতে গুপুতে কিমান খেলিম

প্ৰেম, হৃদয়ত ওপজা এক সহজাত প্ৰবৃত্তি। সত্তৰৰ দশকলৈকে অসমত ডেকা গাভৰুৱে মুক্ত ভাবে কথা বতৰা পতা, ফুৰা চকা কৰা প্ৰথা নাছিল। চকুৰ চাৱনিতে প্ৰকাশ পাইছিল হৃদয়ৰ ভাষা। ডেকা গাভৰুৱে লুকাই চুৰকৈ প্ৰেম নিবেদন কৰিছিল, কিন্তু প্ৰেম বিবাহ সম্ভৱ নহৈছিল। হয়তো জাতি ভেদ, শ্ৰেণী ভেদ আদি প্ৰথাই হেঙাৰ আছিল। ফলত অনেক অসামাজিক কাৰ্য্য সংঘটিত হৈ ছিল। বিশেষকৈ নাৰী সকল সামাজিক শাস্তিৰ বলি হৈছিল। প্ৰেম অন্ধ। প্ৰেমে নিবিচাৰে ধন ঐশ্বৰ্য্য, ৰূপ সৌন্দৰ্য্য সময় অসময় জয় বা পৰাজয়। কিন্তু আমাৰ ৰক্ষণশীল সমাজখনে প্ৰেমিক প্ৰেমিকাক সেই স্বাধীনতা দিয়া নাই সমাজখন নিকপ কপীয়াকৈ বান্ধি ৰাখিবলৈ হ'লে কিছুমান নীতি নিয়ম বাহাল আছিল। এই সন্দৰ্ভত জ্যোতি প্ৰসাদে কাৰেংঙৰ লিগিৰী নাটকত কাঞ্চনমতীৰ মুখত দিয়া বচন এফাকি লৈ আঙুলিয়াব পাৰি – 'আমাৰ দেশত ছোৱালীয়ে অৱশ্যে যাকে ইচ্ছা তাকে ভাল পাব পাৰে। কিন্তু যাকে ইচ্ছা তাকে বিয়া কৰাব নোৱাৰে। সকলক সুধি চাউল নবহায়।' এই সময়তে মানৱতাবাদী ড° হাজৰিকাদেৱে সমাজৰ নীতি নিয়ম ভঙাটো'ও এটা নতুন নিয়ম।' বুলি কিছু সমাজ সংস্কাৰৰ গীত ৰচে। যিহেতু প্ৰেম যৌনতা বিবাহ আদি জীৱনৰ এৰাব নোৱাৰা অঙ্গ গতিকে এইবোৰক লৈ সমস্যা হোৱা অনুচিত। শালীনতাৰ দোহাই দি লাজৰ ওৰণিৰে মুখ ঢাকিলে কামনা বাসনাবোৰ মম গলাদি গলি গলি শেষ হৈ যাব? সেই কথা সমাজক বুজাবলৈ আৰু প্ৰেমিকাৰ জীৱনবোৰ এৰাসাঁতি বা মৰিশালি নাসাজি তেওঁলোকৰ জীৱনৰ জ্যোতি প্ৰদীপ্ত কৰাৰ আশা তেওঁ এনে কিছু গীত ৰচে।

গুপুতে গুপুতে কিমান খেলিম
আদিম্কালৰ এই খেলা
ছটিয়া ওঁ আৰ্হ আকাশৰ তলত
দুয়ো যাওঁ বণ্ডৱে মেলা।
সমাজ আৰু সংস্কাৰক
দেখুৱা আহা পিয়া
লুকাই থোৱা প্ৰেমাৰ দুখন
সাগৰৰ দৰে হিয়া

যৌবনত জানো পাপ থাকে
প্ৰকাশ জানো বন্ধ থাকে
লহৰক জানো সাগৰে কৰে
কাহানিও অৱহেলা।
তোমাৰ নয়ন যুৰি
তোমাৰ বুকুৰ পাপৰি
প্ৰতি চাৱনি শুৱনি
প্ৰতি পৰশ লাৱনি।

বন্ধ ঘৰৰ খিৰীকি দুৱাৰ
খোলা আজি প্ৰিয়া খোলা
নেলাগে দেখুৱাব আজি শালীনতা শৃঙ্খলা।
মৰমত জানো নিয়ম থাকে, ধুমুহাৰ জানো পৰিধি থাকে
প্ৰভাতক জানো ঢাকিব পাৰি পিন্ধাই লাজৰ মালা।

ক'লকাতা ১৯৭৬

# টিহু হ'ল তোমাৰে নাম

বুৰঞ্জী প্ৰসিদ্ধ অসমৰ বৰ্তমান নলবাৰী জিলাৰ 'টিহু' অঞ্চল। অসম সাহিত্য সভাৰ ৪৩ তম অধিবেশনখন ১৯৭৬ চনত টিহুৰ 'লখিমী পথাৰ'ত অনুষ্ঠিত হয়। পণ্ডিত প্ৰবৰ যজ্ঞেশ্বৰ শৰ্মা এই সাহিত্য সভাৰ সভাপতি আছিল। মহামিলন ক্ষেত্ৰ, দুকুৰি তিনি বছৰীয়া সেই মহান অনুষ্ঠান অসমৰ সুযোগ্য পুত্ৰ, বৰপেটাৰ প্ৰতিনিধি, ভাৰতৰ ৰাষ্ট্ৰপতি ফখৰুদ্দিন আলি আহমেদ, নাট্যকাৰ সাৰদা বৰদলৈ, গল্পকাৰ ৰামদাস, চৈয়দ আব্দুল মালিক, নৱ কান্ত বৰুৱা, ড০ নিৰ্মল প্ৰভা বৰদলৈ, বঙ্গ আৰু অসমৰ কবিতাৰে সেতু ৰচা সুভাষ মুখোপধ্যায় প্ৰমুখ্যে অনেক গুণী-জ্ঞানী, শিল্পী-কবি-সাহিত্যিক, পণ্ডিত, ৰাজনীতিবিদে অলঙ্কৃত কৰে। এই সভাখন হিন্দু-মুছলমান, বড়ো-ৰাভা সমন্বিতে সকলো জাতি-ধৰ্ম-বৰ্ণ নিৰ্বিশেষে এক মহা মিলনৰ তীৰ্থত পৰিণত হয়।

কোঁচৰজা নৰনাৰায়ণে ৰাজ সভাৰ পণ্ডিত সকলক 'হাতী মাৰি ভুৰুকাত ভৰাই' আনিবলৈ আদেশ দিয়াত মহাপুৰুষ শ্ৰীশ্ৰী শঙ্কৰদেৱে মহা ভাগৱতখন ক্ষুদ্ৰ আকাৰত 'গুণমালা' ৰূপে ৰচি ৰজাৰ সন্মুখত ৰাখিছিল। তেৰাৰ শিষ্য ড০ ভূপেন হাজৰিকাদেৱে ইতিহাস প্ৰসিদ্ধ টিহু অঞ্চলৰ সুবহু অথচ সংক্ষিপ্ত বুৰঞ্জী এখন কাব্যাকাৰে ৰচি, কৰযোৰে প্ৰণামি সহস্ৰজনৰ সমুখত পৰিবেশন কৰি শ্ৰোতাৰ লগতে নিজেও ধন্য হয়। সেই গীতটিৰ কিছু বিশ্লেষণ শ্ৰোতা ৰাইজ বা পাঠকৰ উদ্দেশ্যে আগবঢ়োৱা হ'ল। —

কলা গুৰু বিষ্ণুপ্ৰসাদ ৰাভাদেৱে লিখি থৈ গৈছে — বড়ো ভাষাৰ 'ডিহু' শব্দ; 'ডি' মানে পানী আৰু 'হু' মানে বোৱা। ড০ বাণীকান্ত কাকতিয়ে কয় যে — কালক্ৰমত 'ডিহু' শব্দ অপভ্ৰংশ হৈ 'টিহু' হয়। ভূটান পাহাৰৰ নামনিত ভালুক ডঙা নামেৰে এখন বিল আছিল। তাৰে পৰা বৈ আহি শিংৰা নামেৰে কিছুদূৰ বৈ গৈ টিহু নামলৈ ন-খান্দাত মিলিত হয়। টিহু নদীৰ পাৰৰ ঐতিহ্যমণ্ডিত ঠাইখনৰ নামেই হ'ল 'টিহু'। টিহু নদী দেখাত সৰু নদী যদিও ইয়াৰ জলধাৰাৰে পলসুৱা দুয়ো পাৰে মহান কৃষ্টি পৰি আছে। ইয়াৰ দুপাৰ বিস্তীৰ্ণ সেউজীয়া ধাননি পথাৰ আৰু সৰিয়হ ফুলৰ সোণালী বোলেৰে অতি মোহনীয়া হৈ পৰে। ইয়াত প্ৰচুৰ শস্য আৰু ফল-মূল উৎপাদন হয়। এই বাবেই টিহু এসময়ত ব্যৱসায় বাণিজ্যৰ কেন্দ্ৰ আছিল; — প্ৰচুৰ পৰিমাণে ধান, মাহ, সৰিয়হ, নাৰিকল, ফল-মূল আৰু শাক-পাচলি ইয়াৰ পৰা ৰপ্তানি হৈছিল। টিহুৰ উত্তৰত ভূটানৰ পূব অঞ্চল। দক্ষিণে ব্ৰহ্মপুত্ৰ। পূৱত বৰমা, আখৰা আদি ঠাইত নানা জাতি-জনজাতি-ধৰ্মৰ লোকৰ বসতি আৰু পশ্চিমত আছে বজালীৰ কিছু অংশ। টিহুৰ উত্তৰে 'বাস্কা' অঞ্চল। 'বাগ্‌চা' শব্দই ভূটীয়া ভাষাৰ 'দুৱাৰ মুখ' বুজায়। বৰ্তমান বাস্কা 'বি টি এ ডি'ৰ অন্তৰ্ভুক্ত এখন জিলা। চতুৰ্দশ-পঞ্চদশ শতিকাত ভোট আৰু বড়োৰ মাজত ৰণ হয়। সেই ৰণৰ স্মৃতিচিহ্ন ৰূপে সেই ঠাইৰ নাম 'বৰবৰী' হয়।

টিহু অঞ্চলত অনেক মঠ-মন্দিৰ, সত্ৰ-দেৱালয় আছে। ইয়াত শাক্ত আৰু বৈষ্ণৱ উভয়ে মিলিজুলি বাস কৰে। গুৰু মাধৱ দেৱে গন্ধৰ্ব ৰায়ক আজ্ঞা দিয়াত আৰু মনোহৰে শ্ৰী দামোদৰ দেৱৰ আজ্ঞাত 'শিঙৰা সত্ৰ' আৰু মাধৱ কন্দলীৰ তৃতীয়জন পুত্ৰ সন্তদেৱে 'সন্ধেলী গাওঁ' সত্ৰ পাতে। মহাপুৰুষ শ্ৰী শ্ৰী শঙ্কৰদেৱৰ সমসাময়িক বাসুদেৱ চৌধুৰীয়ে সৎসঙ্গী সত্ৰ পাতি তাতে বাসুদেৱ বিগ্ৰহ স্থাপন কৰে। আহোম স্বৰ্গদেউ শিৱসিংহই অতি আনন্দৰে এই কাৰ্যত অগ্ৰহ প্ৰকাশ কৰি সহায় কৰে আৰু মহাৰাজ নৰনাৰায়ণে এই সত্ৰলৈ দুশ পূৰা মাটি দান দিয়ে। এই সত্ৰক ইংৰাজেও নিষ্পেখিৰাজ ধৰ্মোত্তৰ মাটি দান কৰিছিল। সেই সত্ৰত আজিও গুৰু সেৱা কৰা হয়। আহোম ৰজা শিৱসিংহৰ ৰাণী ফুলেশ্বৰী কুঁৱৰীৰ এবাৰ সূতিকা ৰোগ হয়। তেতিয়া টিহুৰ ভৱকান্ত ভটাচাৰ্যই সেই ৰোগ নিৰাময় কৰে। এই কাৰ্যত সন্তুষ্ট হৈ স্বৰ্গদেৱ শিৱসিংহই তেওঁক তামৰ ফলি আৰু মাটি দান কৰে। 'খানাৰ মাজ সত্ৰ'খন পবিত্ৰ দামোদৰী সত্ৰ। এই সত্ৰখনে শ্যামৰায়ৰ বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰি আছে। এই সত্ৰৰ কাঠৰ বিগ্ৰহটি ধাতুৰে (সোণ) গঢ়া বুলি মানে চুৰ কৰি নিছিল। পিছত কাঠৰ বুলি গম পাই হাত এখন ভঙি পেলাই থৈ যায়। সেই বিগ্ৰহটোৱে আজিও সত্ৰখন শোভা কৰি আছে।

টিহু অঞ্চলৰ মথুৰাপুৰ, কঠালমূৰা, পাটিকাৰা আদি গাওঁত শাক্ত ধৰ্মৰ নিদৰ্শন বহু কালী মন্দিৰ আছে। হাৰিভাঙাৰ কামাখ্যাধামত শক্তি পূজা হয়। হেলচাপাৰাৰ বিষহৰিত (মনসা পূজাত) ভক্ত বৃন্দই দেৱীৰ আশীষ লয়। ভদ্ৰকুছি, পৰমাণ খোবা আদি ঠাই শৈৱ ধৰ্মৰ নিদৰ্শন। আহোম ৰজাৰ দিনত টিহু অঞ্চলত খোৱা পানীৰ বাবে বহু পুখুৰী খন্দা হৈছিল। উল্লেখযোগ্য যে, ভাৰতৰ ৰাষ্ট্ৰপতিৰ উপস্থিতিয়ে অলঙ্কৃত কৰা এইখনেই আছিল একমাত্ৰ অসম সাহিত্য সভা।

টিহু সাহিত্য সভাৰ বিষয়ে ড০ ভূপেন হাজৰিকাদেৱে ২৪।২।৭৬ ৰ এটি সম্পাদকীয়ত এনেদৰে লিখিছে—

"সিদিনা টিহুলৈ গৈছিলোঁ। কাৰণঃ অসম সাহিত্য সভা। ৰাষ্ট্ৰপতি আৰু হেলিকাপ্তাৰ চাবলৈ হেনো পাঁচ লাখ মান মানুহ হৈছিল। সেইটো স্বাভাৱিক। কিন্তু হেলিকাপ্তাৰ চাই উঠি যি সকল গ'লগৈ - ঘৰাঘৰি— তেওঁলোক গ'লগৈ। তাৰ পিছত, নিমন্ত্ৰিত অতিথি হৈ গৈছিলোঁ টিহুলৈ। তাত দেখিলোঁ অন্ততঃ তিনিলাখ মানুহ। কামৰূপৰ ঐতিহ্যৰ সৈতে খাপ খুৱাই তেওঁলোকে খোজ পেলাইছিল, হাঁহিছিল, গীত-মাত, কবিতা শুনিছিল আৰু দুইলাখ টকাৰ অসমীয়া সাহিত্যৰ কিতাপ কিনিছিল। কম কথা নহয়। ২ লাখ! তাৰে মাত্ৰ চাৰে তেৰ হাজাৰ টকাৰ কিতাপ আছিল চৰকাৰী। প্ৰকাশন পৰিষদৰ। তাৰ মানে বাকীখিনি কিতাপ কিনিছিল বেচৰকাৰী প্ৰকাশকে ছপোৱা? ই সঁচাকৈয়ে কামৰূপৰ জনসাধাৰণৰ সাহিত্য-প্ৰেমৰ এক সুন্দৰ নিদৰ্শন।

মই কেইবাখনো সাহিত্য সভাৰ অধিবেশন দেখিছোঁ, পিছে টিহুৰ সাহিত্য সভাৰ অধিবেশন অনন্য। অনন্য—সৌন্দৰ্য্যবোধত, অনন্য—সাহিত্য প্ৰেমত আৰু অনন্য —আতিথ্যত।

জয় টিহু।"

(বিঃ দ্ৰঃ —এই লেখাটি সম্পূৰ্ণ ৰূপে গীতটিৰ ওপৰত ভিত্তি কৰি লিখা।)

টিহু হ'ল তোমাৰে নামে, হওক আনন্দ তোমাৰ
লখিমী পথাৰৰ পৰা কৰোঁ নমস্কাৰ হে।

বড়ো ভাষাৰ 'ডিহু' শবদ হে, বিষ্ণু ৰাভাই কোৱা
'ডি' মানে পানী আৰু 'হু' মানে বোৱা হে।
'ডিহু' ক্ৰমে 'টিহু' হ'ল হে, টিহু নদীৰ পাৰে
বাণীকান্ত কাকতিয়ে কয় বাৰে বাৰে হে।

ভূটান গিৰিৰ পাদ দেশত হে, আছিল এখন বিল
তাৰে পৰা ভালুক ডঙা বৈ আহিছিল হে।
শিংৰা নদী নাম ধৰি হে, কিছুদূৰ ব'লে
এহি অঞ্চল ভ্ৰমি ভ্ৰমি ন-খন্দাত মিলিলে হে।
টিহু নদী সৰু নদী হে, এ হ'লে কিনো হ'ল
জলধাৰাৰ পাৰে মহান কৃষ্টি পৰি ৰ'ল হে।
টিহু নদীৰ দুয়ো পাৰে হে, জীৱন দিয়া সাৰ
সোণালী ধান শস্য আৰু আৰু সৰিয়হ অপাৰ হে।

উত্তৰে শোভি আছে হে, এ ভূটান পূৱ ক্ষেত্ৰ
দক্ষিণতে বৈ আছে বাবা ব্ৰহ্মপুত্ৰ হে ।
বৰমা, আখৰা স্থান হে , পূৰ্ব দিশত আছে
পশ্চিমে বজালীৰ কিছু অংশ বিৰাজিছে হে।

টিহু নগৰ কেন্দ্ৰ কৰি হে, মুঠ মৌজা সাতোখান
বাস কৰে জনজাতি নানা জাতিৰ মন হে ।
'বাগ্‌চা' শব্দই ভুটীয়া ভাষাৰ দুৱাৰমুখ বুজায়
উত্তৰে 'বাস্কা' অঞ্চল সেয়ে নাম পায় হে ।
চতুৰ্দ্দশ-পঞ্চদশ শতিকাত হয়, ভোট-বড়োৰ ৰণ
প্ৰমাণ ৰূপে 'বৰবৰী'ৰ হয় নামকৰণ হে !

মঠ-মন্দিৰ-সত্ৰ-দেৱালয় আছে নানা বিশ্বাসৰ
শাক্ত-বৈষ্ণৱ-শৈৱ ভক্তৰ এহি স্থানে ঘৰ হে ।
গন্ধৰ্ব ৰায়ক আজ্ঞা দিলে হে, এহে গুৰু মাধৱদেৱে
মনোহৰে আজ্ঞা পালে এ, শ্ৰীদামোদৰ দেৱৰ
সেয়ে হৈছিল স্থাপনা শিঙৰা সত্ৰৰ হে ।

সন্তদেৱে পাতি দিলা হে, সন্ধেলী গাওঁ সএ
সন্ত মাধৱ কন্দলীৰে তৃতীয়জন পুত্ৰ হে ।
শঙ্কৰদেৱৰ সময়ৰে হে , বাসুদেৱ চৌধুৰী
সৎ সঙ্গী সত্ৰ পাতে গুৰুক প্ৰণাম কৰি হে ।
তেঁৱে কৰে প্ৰতিষ্ঠা হে, তাতে বাসুদেৱ বিগ্ৰহ
আহোম স্বৰ্গদেউৰ পালে সহায় আগ্ৰহ হে ।
দুশ পুৰা মাটি দিলা এ, ৰাজা নৰনাৰায়ণে
শিৱসিংহই মানি ল'লে হৰষিত মনে হে ।
নিম্পিখেৰাজ ধৰ্মোত্তৰ হে, মাটি দিছিলে ইংৰাজে
সেহি সত্ৰত গুৰুসেৱা আজিও বিৰাজে হে ।

ফুলেশ্বৰী কুঁৱৰীৰ হে এদিন সূতিকা ৰোগ হয়
ভৱকান্ত ভটাচাৰ্য্যই কৰে নিৰাময় হে ।
শিৱসিংহ স্বৰ্গদেৱে হে , তুষ্ট হৈ অতি
তামৰ ফলি কৰি দিলা আৰু দিলা মাটি হে ।

খানাৰ মাজ সত্ৰখানি এ, পৱিত্ৰ দামোদৰী
শ্যামৰায়ৰ বৈষ্ণৱ ধৰ্ম আছেই প্ৰচাৰি হে ।
শাক্ত ধৰ্মৰ নিদৰ্শন এ, বহু কালি মন্দিৰত
কঠাল মূৰা, পাটিকৰা, মথুৰাপুৰ গাওঁত হে ।
হাৰিভাঙাৰ কামাখ্যা এ, য'ত শক্তি পূজা হয়
হেলৈচা পাৰাৰ বিষ হৰিত ভক্তই আশীষ লয় ।
স্থানে স্থানে শৈৱ ধৰ্মৰ এ, হে নিদৰ্শন চৌৱা

প্ৰমাণ আছে ভদ্ৰকুচি পৰমাণ খোৱা হে ।
আহোম ৰজাৰ দিনতো এ, বহু পুখুৰী খনাই
টিহু অঞ্চল সজাইছিলা তৃষ্ণা গুচুৱাই ।
টিহু থানাৰ মাজ সত্ৰৰ এ, কাঠৰ বিগ্ৰহ ধৰি
ধাতুৰ গঢ়া বুলি মানে নিলা চুৰ কৰি হে ।
পিছে কাঠৰ বুলি জানিযা এ, হাতখন ভাঙিলা
সেই কাঠৰ বিগ্ৰহ আজিও সত্ৰত শোভা পাইলা হে ।
আৰু কত বুৰঞ্জী হে , টিহুত লুকাই আছে
আজিৰ সভাৰ পণ্ডিত সবে উদ্ধাৰিব পাছে হে ।

দুই কুৰি তিনি বছৰ হ'ল আজি সাহিত্য সভাৰ
তাতে আহি ধন্য হয ভূপেন্দ্ৰ গীতিকাৰ হে ।
নীৰৱ সাধক পণ্ডিত প্ৰবৰ এ, শ্ৰী শৰ্ম্মা যজ্ঞেশ্বৰে
আজি, অসমীয়া সাহিত্যৰ দিগ্‌দৰ্শন কৰে হে ।
সাৰদা বৰদলৈ আজি হে আমাৰ পূজ্য নাট্যকাৰ
ৰাম দাসে গুৰি ধৰে গল্প লিখোঁতাৰ ।
আজি মালিক বহে, কবি বহে হে, নৱ পদ্মভূষণ
নিৰ্ম্মল প্ৰভাই হাঁহি আছে শুৱাই সভাখন ।
(আকৌ), মালিক বহে, নৱ বহে এ আৰু বহে নিৰ্মল প্ৰভা
হিন্দু মুছলমান বহে, বহে বড়ো ৰাভা হে ।
সুভাষ মুখোপধ্যায় আজি হে আমাৰ মাজত আছে
বঙ্গ অসমৰে সেতু কৰিতাৰে ৰচে হে ।

অসমৰে যোগ্য পুত্ৰ এ শ্ৰী ফকৰুদ্দিনে
টিহু নগৰ নামিলেহি এক চক্ৰ বিমানে হে ।
বৰপেটাৰ প্ৰতিনিধি এ, শ্ৰী ফকৰুদ্দিন নাম
ৰাষ্ট্ৰপতি হৈয়ো কৰে টিহুকে প্ৰণাম হে ।

টিহু, দুই ফেব্ৰুৱাৰী, ১৯৭৬

# ঢাক্ ঢাক্ ঢাক্ ঢাক্

'গীতম্ বাদ্যম্ নৃত্যম্ ত্রয়ম্ সঙ্গীতমুচ্যতে' । অর্থাৎ গীত, বাদ্য আৰু নৃত্য — এই তিনিও বিধ কলাৰ সঙ্গত অৱস্থাই হ'ল সঙ্গীত । গীতৰ অধীন বাদ্য আৰু বাদ্যৰ অধীন নৃত্য । সঙ্গীত ভাল নোপোৱা মানুহ নাই । মানুহে সুখতো গীত গায় আৰু দুখতো গীত গায় । কিন্তু বাস্তৱ ক্ষেত্রত দেখা যায় মানুহে আনন্দতহে গীত গায়, নাচে । ভাৰতীয় আধ্যাত্মিক দৰ্শনত 'কৰ্মই ধৰ্ম' বুলি কৰ্মক আগস্থান দিয়া হৈছে । শ্ৰমিক সকলে পেটৰ ভাত মুঠিৰ বাবে শ্ৰম কৰে । শ্ৰমদানৰ যি শাৰীৰিক পৰিশ্ৰম তাত মানুহ ভাগৰুৱা হয় সঁচা, কিন্তু এই ক্লান্তিয়ে মানুহক দুখী নকৰে; বৰং আনন্দহে দিয়ে । সেয়ে শ্ৰমিক-বনুৱা, কৃষকসকলে আজৰি সময়খিনি গীত-বাদ্য-নৃত্যৰ যোগেৰে আনন্দ ফুৰ্তি কৰি কটায় । এই আনন্দই তেওঁলোকক দীৰ্ঘায়ু কৰে; চকুত জীয়াই থকাৰ সপোনে জিলমিল কৰে । আনহাতে, সংস্কৃতি জীয়াই থাকে সৰু মানুহৰ মাজতহে । শ্ৰমিক সকল সংস্কৃতি প্ৰেমী, উৎসৱ প্ৰিয় । চাহ বাগিচাৰ শ্ৰমিক সকলে ভাদ মাহত কৰম পূজা কৰে । ঝুমুৰ নাচে । আহিনত দূৰ্গা পূজা কৰে । এই উৎসৱ সমূহত তেওঁলোকে গীত নৃত্যৰ মাজেৰে আনন্দৰ প্ৰাচুৰ্য্য লভে । কিন্তু, নৃত্য-গীত-বাজনা কেৱল আনন্দ বিনোদনৰ মাধ্যমেই নহয়; ই সমাজ পৰিৱৰ্তনৰ, বিপ্লৱৰো অস্ত্ৰ ।

ভাৰতৰ স্বাধীনতা আন্দোলনতো জনতাৰ অন্তৰত দেশপ্ৰেমৰ ভাব জাগ্ৰত কৰিবলৈ, জনজাগৰণ আনিবলৈ আৰু আন্দোলন তীব্ৰতৰ কৰিবলৈ অলেখ দেশ প্ৰেমৰ গীত ৰচিত হৈছিল । সেইবোৰ ভলন্টিয়াৰ সকলে গাৱে গাঁৱে ঘূৰি ঘূৰি গাই জনসাধাৰণৰ মাজত দেশ প্ৰেমৰ বীজ সিঁচি দিছিল । জ্যোতিপ্ৰসাদৰ 'বিশ্ব বিজয় ন জোৱান', 'জননীৰ সন্তান জাগা', ৰাভাৰ 'অ' অসমীয়া ডেকা দল, আজি তোৰ তেজাল বদন মলিন কিয় হ'ল' ইত্যাদি তাৰ উদাহৰণ । নৃত্য গীতৰ মাজেৰেই সূচনা হয় বিপ্লৱৰ— সমাজ পৰিবৰ্তনৰ, পুৰণিক ভাঙি সৃষ্টি কৰিবলৈ নতুনৰ; – শোষণকাৰীক উফৰোৱাৰ, স্বেচ্ছাচাৰী শাসকক এশিকনি দিয়াৰ, মুখা পিন্ধা ভণ্ড শাসকৰ মুখা খোলাৰ । ১৯১৭ চনত ৰাছিয়াৰ শ্ৰমিক আৰু কৃষক সকলে মাৰ্ক্স আৰু এঞ্জেলচৰ দ্বাৰা অনুপ্ৰাণিত হৈ স্বেচ্ছাচাৰী জাৰ নিকোলাচৰ বিৰুদ্ধে বিপ্লৱ কৰে । ফলত, ৰাছিয়াত সমাজতন্ত্ৰ প্ৰতিস্থা হয় । ইয়াৰ পিছত চীনতো সমাজতন্ত্ৰ প্ৰতিস্থা হয় । অসমতো তেল, কয়লা আদি উদ্যোগ সমূহ আৰু প্ৰধানকৈ চাহ বাগিচা সমূহত লাখ লাখ শ্ৰমিক আছে; খাটিখোৱা দিন হাজিৰা কৰা শ্ৰমিক, মজদুৰ, দুখীয়া কৃষক আছে । এওঁলোকৰ জীৱন নিৰ্বাহৰ মানদণ্ড তেনেই পুতৌ লগা । শিক্ষা-দীক্ষা হীনতাৰ বাবে তেওঁলোকে তেওঁলোকৰ প্ৰতি চলি থকা অন্যায়, শোষণ, দমনৰ প্ৰতিবাদী ভাষা নেজানে । সেয়েহে গায়ক, গীতিকাৰ ড° হাজৰিকাদেৱে তেওঁলোকক নিজৰ অস্তিত্বৰ প্ৰতি সজাগ কৰি দি প্ৰাপ্যৰ দাবীত পুঁজিপতি, মালিক, শাসক, নেতাৰ বিৰুদ্ধে বি প্লৱ কৰিবলৈ এই গীটিৰে উদগনি দিয়ে । তেওঁ কয় যে, ঢাক্ কেৱল বাদ্যযন্ত্ৰই নহয়; ই হ'ল নিষ্পেষিত, দৰিদ্ৰ জনতাৰ প্ৰতিবাদ সাব্যস্ত কৰণৰ এক শানিত অস্ত্ৰ ; সমাজ পৰিবৰ্তনৰ আহিলা । প্ৰতিজন নিপীড়িত শোষিতৰ হৃদয় গহ্বৰত গুপ্ত হৈ আছে উদ্গীৰণময়ী জ্বালামুখী । গতিকে, নিজৰ হিম্মত হেৰুৱাই মুখৰ ভাষা, বুকুৰ আশা বন্ধকত থৈ কংকালসাৰ হৈ আৰু কিমান দিন এনেদৰে তোমালোক জীয়াই থাকিবা ? তোমালোকে পালৰ ভেড়া নহৈ তেজাল ঘোঁৰা হোঁৱা । তেজাল ঘোঁৰাৰ চিঞৰৰ মাৰি এখন নতুন সমাজ গঢ়াৰ পণ কৰা ।

ঢাক হ'ল শোষকৰ বস্ত্ৰ কাঢ়ি নাঙঠ কৰা অস্ত্ৰ । এই অস্ত্ৰেৰেই যুগ যুগ ধৰি 'আকাশ পৰশা ক'লা শিলবোৰ' চূৰ্ণ কৰি নতুন সমাজ গঢ়িব লাগিব । শোষিতই নিজ হাতেৰে শুকান মাটি খান্দি সৰু সৰু শিলেৰে সেন্দুৰী আলি বান্ধিব লাগিব আৰু সেই আলিয়েদি যুগৰ সভ্যতা আগবাঢ়িব । শোষণকাৰীৰ বিৰুদ্ধে, অত্যাচাৰীৰ বিৰুদ্ধে, দমনকাৰীৰ বিৰুদ্ধে, শ্ৰমিক, দৰিদ্ৰলোকে ভোগা নিৰ্য্যাতনৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ মানুহক অনুপ্ৰাণিত কৰা হাজৰিকাদেৱৰ বিদ্ৰোহী গীতবোৰ বুলেটতকৈও শক্তিশালী ।

ঢাক্ ঢাক্ ঢাক্ ঢাক্
ঢাক্ ঢাক্ ঢাক্ ঢাক্ ঢাকেই বজালি ।
লাখ লাখ লাখ লাখ
তহঁত থাকিও একো নেপালি ।

খাটি খোৱা তহঁতবোৰক দোস্ত কৰি লৈ
কুবুদ্ধিৰে দৈত্যবোৰে তেজ শুহি লয় ।
যুগে যুগে ঠগ্ খাযো নুবুজা হ'লি
(আৰে) ঢাক্ ঢাক্ ঢাক্ ঢাক্
খালী ঢাকেই বজালি ।

মুখৰ ভাষা বুকুৰ আশা বন্ধকত থলি
সেই বাবে কেঁচা যৌৱন নিশা বেচিলি
(আৰে) ঢাক হিম্মত বিলাক হেৰুৱাই ক'লৈ পলালি
ঢাক্ ঢাক্ ঢাক্ ঢাক্
ঢাক্ ঢাক্ খালি ঢাকেই বজালি ।

ভেড়াৰ পালৰ দৰে আজি বাচি কিয় আছ ?
এন্ধাৰ এন্ধাৰ গলিৰ মাজত ক্ষণ গণিছ
আজি ভেড়া নহৈ তেজাল ঘোঁৰা কিয় নহ'লি
(আৰে) ঢাক্ ঢাক্ ঢাক ঢাক্
ঢাক্ ঢাক্ খালী ঢাকেই বজালি ।

জন অৰণ্য ধোদ জঘন্য, পুঁজিপতি ধন্য
বনুৱা পণ্য গণ্য মান্য সমাজো অনন্য ।
এই মুখা পিন্ধা বৰ মানুহক প্ৰণাম কৰিলি;
নাই নাই, নাই নাই, নাই ভয়
তোৰ ইজ্জত মাৰিলি ।

ঢাক্‌তো মাথোঁ বাজনা নহয়
ঢাক্ তঁহতৰ অস্ত্ৰ ।
শোষকহঁতক নাঙঠ কৰ
কাঢ়ি সিঁহতৰ বস্ত্ৰ ।
(এক) নতুন সমাজ গঢ়িবলৈ পণ কৰিলি ।

কথা ঃ কৰিলিনে নাই ?
(চিত্ৰৰ) কৰিলোঁ ।
(তেনে) জাগ্ জাগ্ জাগ্ জাগ্
তেজাল ঘোঁৰাৰ চিত্ৰৰ মাৰিলি
এক নতুন সমাজ গঢ়িবলৈ পণ কৰিলি ।

ৰচনা ঃ কলিকতা, ১৯৭৭

# ধম্‌ধমাধম্ ধম্‌ধমাধম্

মানুহ মাত্ৰেই এক ঈশ্বৰ, আল্লা বা গদৰ সন্তান । ভগবানে জাতি, ধৰ্ম বা বৰ্ণৰে বিভাজন কৰি মানুহক পৃথিৱীলৈ পঠোৱা নাই । জাত-পাত কৰ্ম অনুসাৰেহে; জন্মগত ভাবে যে নহয়, – গীতাৰ চতুৰ্থ অধ্যায়ৰ তেৰ নম্বৰ শ্লোকটোত তাৰ উল্লেখ এনেদৰে আছে — 'চাদুৰ্ব্বাণ্যাং ময়া সৃষ্টং গুণ কৰ্ম্ম বিভাগশঃ । তস্য কৰ্ত্তাৰমপি মাং বিদ্ধ্য কৰ্ত্তাৰমব্যয়ম্।।' ( মোৰ দ্বাৰা গুণ আৰু কৰ্ম্মৰ বিভাগ অনুসাৰে চৰ্তুবৰ্ণ সৃষ্ট হৈছে । ইয়াৰ ময়েই সৃষ্টিকাৰক হ'লেও মোক অব্যয় অকৰ্তা বুলি জানিবা )। সম্প্ৰতি ধনী-দুখীয়া, উচ্চ-নীচ, জাত-পাতৰ ভেদা ভেদত সমাজখন ঘুগুলা উঠিল। ধনেই ধৰ্মৰ মূল হ'ল । দুৰ্বলীৰ ওপৰত বলীৰ আধিপত্য আৰু খাটিখোৱা লোক প্ৰতিপত্তিশালীৰ বশীভূত হ'ব লগীয়া হৈছে । কিন্তু, প্ৰত্যেক মানুহৰে বুকুত আছে এবুকু আশা, উচ্চাকাঙক্ষা। ভাল খাবলৈ, ভাল পিন্ধিবলৈ, মূৰ তুলি আকাশ চাবলৈ প্ৰত্যেকেই বাঞ্ছা কৰে ! সকলো মানুহে একেখন আকাশৰ তলতে থাকি, একে বায়ু সেৱন কৰিছে, একে পানী খাইছে । সকলো মানুহৰ তেজত হিমোগ্লোবিন বা লোহিত কণিকা আছে বাবে তেজৰ বৰণ ৰঙা । গতিকে মানুহৰ মাজত ভেদাভেদ অৰ্থহীন । চাহ বাগানত সেউজীয়া সোণ উৎপাদিত হয় । সেউজীয়া ৰঙে 'আশাবাদ'ক সূচায় । বাগানৰ মজদুৰ লোকৰ দিলতো প্ৰেমৰ বীজ অঙ্কুৰিত হয় । কেতিয়াবা বাগানৰ সুন্দৰী গাভৰুৰ ৰূপ মাধুৰীত বিয়াকুল হৈ মালিক পক্ষ বা বিষয়া শ্ৰেণীৰ লোক প্ৰেম সাগৰত বুৰ যায় । কিন্তু, এয়া চিৰাচৰিত ভদ্ৰ সমাজৰ অলক্ষিতেহে হয় । আপোন কৰি লোৱাৰ ছল কৰি আজলী সুন্দৰীৰ ৰূপ যৌৱন, বুকুৰ মাধুৰী শুহি খাই সন্তীয়া ভেমৰ ফিতাহি মাৰি প্ৰবঞ্চনা কৰি এৰি থৈ গুচি যায় ! আজিৰ নতুন মানুহে কয়,– মানুহৰ মাজত সৰু-বৰ, ধনী-দুখীয়া, উচ্চ-নীচ ভেদা ভেদৰ স্থান নাই । বৈষম্যই সমাজত বিষবাষ্প বিয়পায় । এই অসমত যিমান মানুহ আছে এক মাতৃৰ সন্তান;— ভাই ভাই । গতিকে আমি আটাইয়ে মিলি পুৰণি পৃথিৱীৰ ক'লীয়া ৰং আঁতৰাই ধম্‌ধমাধম্ মাদলৰ তালে তালে নতুন ৰঙেৰে সমাজখন সুন্দৰকৈ সজাওঁ আহাঁ ।

ধম্‌ধমাধম ধম্‌ধমাধম্
জীৱন মাদল বাজে
আজি নতুন নতুন মনৰ মানুহ
নতুন ভাবে সাজে !

গিজিতা গিজাওঁ গিজিতা গিজাওঁ
ৰঙা জবা ফুল
ছুটো বড়ো গৰীব নাই
নাই জাতি কূল ।

ওপৰ মহল নীচৰ মহল কোনো বিভেদ নাই
এই আসামত যিমান আছোঁ সবে ভাই ভাই ।

চাহ বাগানত সবুজ সবুজ সোণা পৰি ৰয়
মনৰ মানুহৰো দিলত প্ৰেমৰ খেতি হয় ।

আচমান এক এক দুনিয়া সবৰ খুনেই লাল
সবে মিলি দুনিয়াটোকে সজাই দিয়া ভাল ।

বোলছবি : নিয়তি, ১৯৭৮

# পদ্মাৰ ধুমুহাই উৰুৱাই নিছিলে

ব্ৰহ্মপুত্ৰৰ পাৰ দুটি নানা জাতি উপজাতিৰ মহা সমন্বয়ৰ পীঠস্থান। যুগে যুগে পৃথিৱীৰ বিভিন্ন ঠাইৰ পৰা এই দেশলৈ প্ৰব্ৰজন ঘটিছে আৰু বৰ্তমানো ঘটিয়েই আছে। মোগল, পাঠান, আৰ্য্য, নিগ্ৰোয়ড, মঙ্গোলীয়, অষ্ট্ৰিক, চাওতাল, ওৰাং, মুণ্ডা আদি জাতি উপজাতিৰ সমন্বয় ক্ষেত্ৰ এই অসম ভূমি। সময়ে সময়ে পদ্মা নদীৰ ভয়াবহ প্ৰাকৃতিক, অৰ্থনৈতিক, সামজিক, ৰাজনৈতিক ধুমুহাত কত হিন্দু, কত মুছলমান, বৌদ্ধ, চাকমা, হাজংক উটুৱাই আনি ব্ৰহ্মপুত্ৰৰ পাৰ পোৱালেহি। এদিন মনৰ দুখত পদ্মাৰ পাৰৰ পৰা অহা হাৰাধনে গাইছিল— 'পদ্মার তুফান উড়াইয়া নিল আমার সুখের ঘর, উজান ঠেইলা আইলাম আমি লোহিত্যরে চর।' সেই সুৰটিতেই ড০ হাজৰিকাদেৱেও বিনালে– 'পদ্মাৰ ধুমুহাই উৰুৱাই নিছিলে হে' আমাৰ সোণৰ ঘৰে-বাৰী, এ' উজনি পানীতে সাঁতুৰি পালোঁহি বৰ লুইতৰ চাপৰি।' –ইয়াৰ কাৰণ হ'ল প্ৰব্ৰজন। ৰবিন্দ্ৰ নাথৰ 'ভাৰত তীৰ্থ' কবিতাত এনেদৰে কৈছে— 'আমি নেজানো, দুৰ্বাৰ স্ৰোতে মানুহক ক'লৈ লৈ যায়। আমি সেয়ে দিব লাগিব। ল'ব লাগিব। মিলাব লাগিব। মিলিব লাগিব। জীণ যাব লাগিব।' অৰ্থাৎ ভাৰতীয় মহাসমন্বয়ৰ বাটত আগবাঢ়িব লাগিব। অসম নানা জাতি-জনজাতি-ধৰ্ম-সম্প্ৰদায়ৰ মিলন ভূমি। এইটো সত্য যে অসমত আজিলৈকে সাম্প্ৰদায়িক সংঘৰ্ষ হোৱা নাই। এই ভূখণ্ডলৈ বাগদাদৰ পৰা আজান ফকীৰ আহিল, দিল্লীৰ দিলবৰ আৰু দোচাই আহিল, আহোম, বাৰভূঞা সকল, গুজৰাটৰ মাৰোৱাৰী, পঞ্জাবী আহিল। থলুৱা কিৰাত পুত্ৰ বিষ্ণু ৰাভা আৰু কণৌজৰ ব্ৰাহ্মণ সম্প্ৰদায়ৰ ফণি শৰ্মা লগ হ'ল– অসমীয়া ভাষা-সংস্কৃতিক নতুন ৰূপ দিলে। জ্যোতি প্ৰসাদে নিজকে অসমীয়া বুলি দেহে মনে অসমীয়া জাতিৰ হকে খাটি সগৌৰৱে ক'লে — 'মই অসমীয়া শৰাইঘাটৰ চোকা তৰোৱাল লওঁ লাচিতৰ। সাম্য মৈত্ৰীৰ মযে ৰণুৱা, চাহ বাগিচাৰ ময়ে বনুৱা, ন-অসমীয়া মৈমনচিঙিয়া, থলুৱা নেপালী, নৃত্য কুশলী মণিপুৰী মই।' মানুহৰ মনৰ ভাব বিনিময়ৰ মাধ্যমটো হ'ল ভাষা। ইখন দেশৰ মানুহে সিখন দেশৰ ভাষা বুজি নাপায়। কিন্তু মৰমৰ ভাষাৰ আখৰ নাই। মৰমৰ ভাষা হৃদয়েহে বুজে। সেয়ে ইজনৰ দুখ-দুৰ্গতিৰ সময়ত সিজনে কাষত থিয় হৈ এষাৰ মাত দিয়াটো, দুৰ্যোগৰ সময়ত ইখন দেশে সিখন দেশক সহায় কৰাটো মানৱতাৰ কথা।

কিন্তু, আজি অসমত কৃষিভূমি হ্ৰাস পাইছে, বনাঞ্চল সমূহতো বেদখল হৈছে। আনকি গো-চৰণীয়া পথাৰ এখনো নাইকিয়া হ'ল;— সকলো ভগনীযাৰে পূৰ। এনেদৰে চলিব লাগিলে দেশৰ সন্তানসকলে খাদ্য-বস্ত্ৰ-বাসস্থান আৰু কৰ্ম সংস্থানৰ অভাৱ ভোগ কৰিব লাগিব। আৰু বিদেশীয়ে এদিন স্বদেশীক দেশৰ পৰা বিতাড়ণৰ ব্যৱস্থা হয়তো ল'ব। এইবোৰ কাৰণতে সময়ে সময়ে ব্ৰহ্মপুত্ৰ বক্সিমান হয়। গতিকে সময় থাকোঁতেই যদি সমুচিত ব্যৱস্থা লোৱা নহয় ইয়াৰ শাস্তি ভোগ কৰিব লাগিব নিদোষী নৱ প্ৰজন্মই।

এই গীতটো হাজৰিকাদেৱে ৰচিছিল ১৯৬০ চনৰ ভাষা আন্দোলনৰ সময়ত, বঞ্জিত বৰপূজাৰী-সূৰ্য বৰাক কটাৰ পিছত অসমীয়া বঙালীৰ মাজত বিৰোধৰ শাম কটাই শান্তি ঘূৰাই অনাৰ উদ্দেশ্যে আৰু হেমাঙ্গ বিশ্বাসৰ সহযোগত সঙ্গীতালেখ্য আকাৰে যুগুতাই জয়ন্ত হাজৰিকা, খগেন মহন্ত, দিপালী বৰঠাকুৰ আদিৰ সৈতে গোটেই অসমতে গাই ফুৰিছিল। দলটোত খাচী, নগা আদি ছাত্ৰও আছিল। হাজৰিকাদেৱে উঃ পূঃৰ তেৰটা ভাষাত গীত গাইছিল। সেই সংগীতালেখ্য খনকে ১৯৬১ চনৰ ১৬ এপ্ৰিলত 'হাৰাধন-ৰংমনৰ কথা' নামেৰে 'এপিক থিয়েটাৰ' এখন অসমীয়া বিহু আৰু ভাটিয়ালীৰ সুৰৰ সংমিশ্ৰণত ৰঙ্গী ষ্টেডিয়াম, পশ্চিম বঙ্গ, গণনাট্য সংঘ উৎসৱত পৰিবেশন কৰিছিল। সংগীত পৰিচালনা কৰিছিল হেমাঙ্গ বিশ্বাসে আৰু নৃত্য পৰিচালনা কৰিছিল ভূপেন হাজৰিকাৰ পত্নী প্ৰিয়ম হাজৰিকাই। পিছত গীতটি পলাশৰ বং বোলছবিত দিয়ে।

পদ্মাৰ ধুমুহাই উৰুৱাই নিছিলে
হে' আমাৰ সোণৰ ঘৰে-বাৰী
এ' উজনি পানীতে সাঁতুৰি পালোঁহি

বৰ লুইতৰ চাপৰি ।  
আকৌ বান্ধিম ঘৰ আকৌ গামেই গীত  
আপোন হাতে অসম গঢ়িম শাঁত কৰিমে চিত ।

মনৰে বননিত সমনীয়া, চেনেহৰে নিজৰা  
পানীকেহে এটুপি পিওঁ  
পোৰাকৈ ভেটিতে অ' চেনাই  
তুমিনো ঘৰে বান্ধা  
আমি টঙাল তুলায়ে দিওঁ ।

ভাষা নুবুজিও যুগে যুগে আহে  
মানুহে মানুহৰ পিনে  
মৰমৰ ভাষাৰে আখৰ নাইকিয়া  
এ' বুজিব খুজিলেই চিনে ।

পীৰিতি পীৰিতি পীৰিতি  
            পীৰিতি মিঠা চুৰা দৈ  
পীৰিতি পীৰিতি পীৰিতি  
            পীৰিতি বোৰা বোৰতী নৈ  
পীৰিতি পীৰিতি পীৰিতি  
            পীৰিতি ওৰে জীৱন থাকিব বৈ ।

তুমিয়ে ময়ে দেশখন গঢ়োঁতে  
যদিহে কেঁচা ঘাম সৰে  
দুয়োৰে ঘামৰে মিলনে দেখিবা  
বুৰঞ্জী ৰচনা কৰে ।

গংগা, পদ্মা, কৃষ্ণা, গোদাবৰী  
ব্ৰহ্মপুত্ৰ, কাবেৰী  
সবে মিলি ভাৰত মহাসাগৰলৈ যায়  
ৰঙতে বাগৰি বাগৰি  
গংগা, পদ্মা, কৃষ্ণা, সোৱণশিৰি  
ব্ৰহ্মপুত্ৰ, কাবেৰী  
সবে মিলি ভাৰত মহাসাগৰলৈ যায়  
ৰঙতে বাগৰি বাগৰি ।

পীৰিতি পীৰিতি পীৰিতি  
            পীৰিতি মিঠা চুৰা দৈ  
পীৰিতি পীৰিতি পীৰিতি  
            বোৰা বোৰতী নৈ  
পীৰিতি পীৰিতি পীৰিতি  
            ওৰে জীৱন থাকিব বৈ ।

বোলছবি : পলাশৰ ৰং, ১৯৭৬

# পলাশৰে ৰঙ কোনেনো সানিলে

পলাশ ফুল যৌৱনৰ প্ৰতীক; প্ৰেমৰ প্ৰতীক । বসন্তৰ সেউজীয়া বননিত বিশেষকৈ ফাগুন-চ'তত পলাশৰ ৰঙা ৰঙে আকাশ ৰাঙলী কৰে । আকাশত জুই জ্বলে । ডেকা গাভৰুৰ মনো ৰাঙলী হয় পলাশৰ দৰে। যৌৱনৰ বলিয়া বানত উটি ভাহি ফুৰে। কমোৱা তুলা হৈ মন উৰি যায় বুকুৰে বিচৰা জনৰ কাষলৈ; — মৰম দিবলৈ, মৰম লবলৈ । কাৰণ প্ৰেম ভালপোৱা গুপুতে নেথাকে । ডেকো বা গাভৰুৰ চকুৰ চাৱনিত সেই কথা ধৰা পৰে । মনত যিমান কথা থাকে কবলৈ প্ৰিয়জনক কৈ কৈ শেষ কৰিব নোৱাৰি । সাত দিন সাত ৰাতি কলেও ওৰ নপৰে । প্ৰেমে বিচাৰে মিলন । মিলন নহ'লে প্ৰেম স্থায়ী নহয় । কিন্তু বিচৰাটো পোৱাটো ইমান উজু নহয় । বাধাৰ প্ৰাচীৰ ৰূপে থিয় হৈ আছে সমাজ । কেতিয়াবা কেতিয়াবা জাতি কূল, গৰীব-ধনী, উচ্চ-নীচ, বংশ মৰ্য্যদা, পৰিয়ালৰ আশা আকাঙ্ক্ষা, আভিজাত্যৰ ভেম আদিয়েও বাধাৰ প্ৰাচীৰ হৈ থিয় হয় । এই বাধাৰ দুকূল ভাঙি সমাজ নৈ সাঁতুৰি পাৰ হোৱাটো তেনেই উজু নহয় । হিয়াৰ প্ৰতি হিয়াৰ যি আকৰ্ষণ, অৰ্থাৎ প্ৰকৃত প্ৰেম আৰু মানুহৰ প্ৰতি মানুহৰ মৰমৰ দ্বাৰা এই দানৱী বিভেদবোৰো এদিন পৰাজিত হ'বই হ'ব ।

পলাশৰে ৰং কোনেনো সানিলে
এই মিঠা সেউজ বননিত
আৰু তোমাৰ কোমল চাৱনিত
জীৱনৰে ৰং পলাশে সানিলে
কোমল কোমল ঘাঁহনিত
আৰু তোমাৰ বুকুখনিত—

যৌৱনৰে এই বলিয়া বানত
তুমিযে ময়ে সাঁতোৰোঁ আহা
মৰমৰে এই এনাজৰীৰে
দুয়ো দুয়োকে বান্ধোঁ আহা

বান্ধ ভাগি গ'লে হেৰাব সৰগ
ধুমুহা আহিব ধৰণীত ।

মনে ভবা কথাটি নাথাকে গুপুত
আৰু কথা থাকিল বহুত

নোকোৱা কথাষাৰি
নোকোৱাকৈ থাকিলেও
ধৰা পৰে তোমাৰ চকুত
নীলা আকাশত আজি আউজি লৈ
হালিছে জালিছে পলাশৰে ফুল

ফুলতো নহয় এয়া মৰমৰে জুই
নেমানে মৰমে কোনো জাতি কূল
দানৱী বিভেদক মানৱী চেনেহে
কৰিব এদিন পৰাজিত ।

বোলছবি : পলাশৰে ৰঙ, ১৯৭৬

# ভূপেন মামাৰ গীতে মাতে

অসমীয়া ভাষাত শিশু সাহিত্যৰ মূল বিচাৰি গ'লে ৰামসৰস্বতীৰ 'ভীম চৰিত', শ্ৰীধৰ কন্দলীৰ 'কাণ খোৱা' আদিকে পোৱা যায় । ইয়াৰ আগতে শিশু সাহিত্য ৰচিত হৈছিল নে নাই তাৰ লিখিত প্ৰমাণ পোৱা নাযায় । আধুনিক অসমীয়া শিশু সাহিত্যৰ জন্ম হয় 'অৰুণোদই'ৰ পাতত । ইয়াৰ পাছত জোনাকী যুগৰ পৰা আজিলৈকে দেশ-বিদেশৰ বিভিন্ন সাধু, ভ্ৰমণ কাহিনী, মহৎ লোকৰ জীৱনী, বিজ্ঞানৰ নানা আবিষ্কাৰকে ধৰি অনেক শিশু সাহিত্যৰ জন্ম হৈছে । কিন্তু সেইবোৰৰ বেছি ভাগ প্ৰথম আখৰৰ সৈতে চিনাকী হোৱা শিশুৰ বাবে নহয়; কিশোৰে পঢ়িব পৰাহে । ইংৰাজীত ৰং বিৰঙৰ চিত্ৰ বিচিত্ৰ, ছবি আৰু পদ্যৰে (Rhyms) শিশুই আখৰৰ সৈতে চিনাকী হোৱাৰ সুবিধা থকা অলেখ কিতাপ আছে । অসমীয়া ভাষাত এনে পুথি তাকৰ । সম্প্ৰতি সৰ্বশিক্ষা মিছনৰ দ্বাৰা কণ কণ মইনাহঁতক নাচি বাগি-গাই শিক্ষা দানৰ ব্যৱস্থা কৰা হৈছে । শিশুৰ মানসিক বিকাশৰ উৎকৰ্ষ সাধনৰ উদ্দেশ্যে সত্তৰৰ দশকতে ড০ ভূপেন হাজৰিকাদেৱে ৰং বিৰঙৰ ছবি, গীত আৰু সুৰেৰে নাচি বাগি গাব পৰাকৈ এই পুথিখন ৰচনা কৰে । এই পুথিখনতো যুক্তাক্ষৰৰ সমাহাৰ ঘটাত প্ৰথম আখৰৰ সৈতে চিনাকী হোৱা অকণিযে নিজে পঢ়া সম্ভৱ নহয় । সেয়ে শিক্ষক শিক্ষয়ত্ৰী বা অভিভাৱকে গীতেৰে সুৰেৰে নাচি বাগি গাই শিকালে শিশু সকল উপকৃত হ'ব । গীতটিৰ প্ৰথম চৰণতে শিশুক নিজ ৰাজ্য 'অসম'ৰ সৈতে পৰিচয় কৰাই দি পিছলৈ অসমৰ জয় আৰু ভাৰতৰো জয় কামনা কৰি শিশু মনত দেশ প্ৰেমৰ ভাব জাগ্ৰত কৰাৰ প্ৰয়াস কৰা দেখা যায় । ইয়াৰ পিছত অসমৰ নানা ঠাই আৰু সেই ঠাইৰ বিশেষত্বৰ সৈতে শিশুক পৰিচয় কৰাই দিয়া হয় । ইয়াৰ উপৰিও বুৰঞ্জীৰ জ্ঞান, আমাৰ খাদ্য সম্ভাৰ, ফল-মূল, ফুল, শাক পাচলি, সাজ পোছাক, কৃষক আৰু কৃষি, অস্ত্ৰ, যান বাহন, জীৱ-জন্তু-চৰাই কীট-পতঙ্গ, প্ৰাথমিক চিকিৎসাৰ জ্ঞান, প্ৰাচীন স্থাপত্য ভাস্কৰ্য্য, নানা খেল ধেমালি, সংস্কৃতি আৰু সংস্কৃতিৰ গুৰিয়াল সকল, বনাঞ্চল, কৰ্ম সংস্কৃতিৰ প্ৰেৰণা, জোন তৰা, ৰামধেনু, মহাকাশ, এৰোপ্লেন, দুঃসাহসিকতাৰ প্ৰেৰণা আৰু জীৱন আৰু জগত সম্পৰ্কে সমান্য জ্ঞানৰ আভাস দিয়া হৈছে যাতে শিশুৰ মানসিক বিকাশৰ ক্ষেত্ৰত সহায়ক হয় । সংখ্যা গণনাৰ ক্ষেত্ৰতো শূন্যৰ পৰা দহলৈ নানা ৰস লগা কথাৰে মনোগ্ৰাহীকৈ বৰ্ণনা কৰা হৈছে আৰু শূন্যৰ বিশালতাৰ কথা সুন্দৰকৈ বুজাই দিয়া হৈছে । ড০ ভূপেন হাজৰিকা এসময়ত শিক্ষক আছিল । তেওঁ ক্ৰমে বি বৰুৱা কলেজ আৰু গুৱাহাটী বিশ্ববিদ্যালযত অধ্যাপনা কৰিছিল । তেওঁ শিশু মনৰ পৰিপূৰক হোৱাকৈ কেবাটাও শিশুগীত ৰচিছে । শিক্ষাৰ প্ৰসাৰৰ হকে তেওঁ লিখি উলিয়ালে কাব্য ধৰ্মী এই গীতি কবিতাৰ পুথিখন । এই পুথিখনৰ বাবে ১৯৭৮ চনত হাজৰিকাদেৱে ৰাষ্ট্ৰপতিৰ পুৰস্কাৰ লাভ কৰে। পুথিখনৰ দ্বাৰা শিশুসকল উপকৃত হ'লে ৰচকৰ মহান প্ৰয়াস সাৰ্থক হ'ব ।

অ' হ'ল অসমৰ প্ৰথম আখৰ
অসমৰ অকণি অসমতে ঘৰ ।
আ-ই বোলে আহ্ আহ্ আহ্ মটৰ গাড়ী
তোৰ পেটত উঠি মই যাওঁ নলবাৰী ।
হ্ৰস্ব-ইয়ে ভাল পায় ইলিহি মাছ
বিলাহী টেঙা খাই ঘূৰি ঘূৰি নাচ ।
দীৰ্ঘ-ঈ-ৰ দেখোন টিকনি দীঘল ডাঙৰ
নেদেখা ঈশ্বৰৰ ক'ত বা ঘৰ ।
হ্ৰস্ব-উ-ৰে বোলে উলখিনিৰ কি ৰং ভাই
অ' মা অ' মা ছুৰেটোৰ নাই ।
দীৰ্ঘ-ঊ-ক তেজপুৰলৈ মাতিছে উষাই

চিত্ৰলেখী নাচি আছে লিচু খাই খাই ।
ঋ-ৰ কথা নক'বা বৰ হাঁহি উঠে
ঋষিয়ে বা চাইকেলত উঠে নে নুঠে ?
এ-যায় নাজিৰালৈ এৰোপ্লেনত উঠি
ৰঙা নীলা বেলুনৰ কিমান ফূৰ্তি
ঐ-নামৰ চৰায়ে ঐনিতম গায়
বৈ বৈ বান্দৰে গীতাৰ বজায় ।
ও থাকে ওৰাঙৰ ওচৰে ওচৰে
ওখ ওখ গছৰ পৰা ৰস গোল্লা সৰে ।
ঔ-ৰে বোলে কণ পিতৌ ভৰিত দুখ পালি
ঔ টেঙাৰ বল খেলি লেঙেৰা হ'লি ।
ক-ই বোলে কণ বাপু কম কল খাবি
কল খাই বাকলিটো বাদুলিক দিবি ।
খ-ই কয় খগেনটো ইমান খকুৱা
খাই খাই খাই খাই হ'ব পেটুৱা ।
গ-হ'ল গৰখীয়া গৰু চৰাই
গধূলি গান গাই বগৰি চোবাই ।
ঘ-ই কয় ঘৰটোত ঘড়ী এটা আছে
পিছে, ভিতৰত এন্দুৰ এটাই বিহু নাচিছে ।
ঙ-ই কয় ডাঙৰীয়া খংটো কমাওক
বেঙৰ পোৱালিক বেঙেনা খুৱাওক ।
চ-ই বোলে চৰ খাই বাঘটো পলাল
হাফ পেন্ট খুলি গৈ টিকাটো ওলাল ।
ছ-ই কয় ছাগলীয়ে কি যে নাখায়
ছজনী ছোৱালীয়ে জিলাপী খুৱায় ।
জ-ই বোলে জয় আই অসমৰ জয়
অসমৰ জয় হ'লে ভাৰতৰো জয় ।
ঝ-ই বোলে ঝন ঝন তৰোৱাল এৰি
ঝক ঝক চলাওঁ সৰু ৰেল গাড়ী ।
ঞ-ই কয় বৰ ভাল ওচমান মিঞা
আমাকো তিঁয়হৰ কলি এটা দিয়া ।
ট-হ'ল তগৰ ইমান ধুনীয়া
কেৰ্কেটুৱাই তাতে উঠি পিন্ধিছে জাঙিয়া ।
ঠ-ই বোলে জেঠীটোৰ ঠিকনাটো কি ?
ঠিক ঠিক্ ঠিক্ বুলি কিয় মাতে সি ।
ড-হেনো ডালিম গছ বতাহত হালে
পকি থকা ডালিম এটা ডালিমীয়ে খালে ।
ঢ-পৰে ঢলি ঢলি মিছাকৈয়ে ভাই

ভণ্টিয়ে পানী ঢালে জোকাই জোকাই ।
ণ-টোৰ বৰ ভেম, কাৰণ একো নাই
ৰণ কৰি কৰি সি সময় কটায় ।
ত-যায় তলে তলে তলাতল ঘৰ
অ' তপন আহচোন লেমটো ধৰ ।
থ- থ থৈ দে তোৰ বাহাদুৰি
লুইতখন পাৰ হচোন সাঁতুৰি সাঁতুৰি ।
দ-ই বোলে দমৰাই অমৰা খায়
দেৱেনে দমৰাক আখৰ শিকায় ।
ধ-ই বোলে ধনী মানুহ ধনৰ বলিয়া
ধাননিত কান্দিছে দুখীয়া কেঁচুৱা ।
ন-ই কয় নয়না আহ্‌চোন বাৰু
নাৰিকলৰ লাডু দিও আৰু দিও খাৰু ।
প-হ'ল পগলা পিং পং খেলে
পেণ্ডত উঠি নাচি যায় বলটোৰ ফালে ।
ফ-ই কয় ফণী মামা থিয়েটাৰ কৰ
মানুহ একেজাতি চিৰাজৰ ঘৰ ।
ব-ই ব্ৰজনাথ শৰ্মাই বোলে
ইংৰাজক খে দিছিল যাত্ৰাৰ বলে ।
ভ-ই বোলে ভালকৈ গা ভূপেন মামা
ভাল গান নাগালে নকৰোঁ যে ক্ষমা ।
ম-ই বোলে মুছলমান হিন্দুও একে
গান্ধীয়ে কৈছিল বাৰে বাৰে তাকে ।
য-ই কয় যতৰত সূতা কাটি যাওক
দুখীয়া মানুহেও চোলা এটা পাওঁক ।
ৰ-ই বোলে ৰঙ ৰং কিনিবা নো কোনে ?
মোনা ভঁৰাই আনিছোঁ কিনা মোনে মোনে
ল-হ'ল লাও আৰু বেঙেনা খা
বছৰে বছৰে বাঢ়ি বাঢ়ি যা ।
ৱ-হ'ল শেৱালি ইমান ফুলিছে
বুজিছোঁ বুজিছোঁ পূজা আহিছে ।
শ-হ'ল শাক আৰু পাচলিৰ বাৰী
ভণ্টিয়ে খন্তিৰে থাকে খুচৰি ।
ষ-হ'ল ষাড় গৰু, খণ্ডত বহি ললে
আঁতৰাব নোৱাৰোঁ পুলিচ নহ'লে ।
স-ই কয় সৰু সৰু তিল পিঠা ভাজোঁ
হ-ই বোলে হয় হয়, নহয় নকওঁ
আমাৰ ঘৰ হ'ল হয়বৰ গাওঁ ।

ক্ষ-ই বোলে লক্ষ্য তেজপুৰ মোৰ
জ্যোতি-বিষ্ণুৰ গীতে মাতে ভৰপূৰ ।
ড়-ই ক'লে গডটোৱে বেঁকাকৈ চালে
কাজিৰঙা নচলে গঁড নহ'লে ।
ঢ়-হ'ল বাঢনী চোতাল সাৰোঁ
জাবৰ সাৰি লৈ শেৱালি এৰোঁ ।
য়-ই কয় কিযে দাম এই সময়ৰ
বৰ বেগে গুচি যায় সময়ৰ শৰ ।
ৎ-হ'ল হঠাৎ বৈ গ'ল বেল
ল'ৰাহঁতে পাৰিছে পকা পকা বেল ।
ং- থাকে কলঙৰ দলং তলত
জুৰমনে জপংকৈ ধৰিলে জালত ।
ঃ-অঃ অঃ নেকান্দিবি ৰহ
আখৰৰ চকলেট খাই খাই লঃ ।
ঁ—চন্দ্ৰবিন্দুটো থাকে আকাশৰ গাত
তৰাটো উমলিছে জোনৰ কোলাত ।

০-হ'ল ৰসগোল্লা গোল গোল ভাই
শূন্যৰ দৰে বলী আৰু একো নাই ।
১ মানে মোৰ মা এজনী মা
যাৰ দৰে ভাল মা আৰু নাই যা ।
২-মানে মোৰ মাথোঁ দুখন ভৰি
বাইদেৱে পিন্ধালে মোজা এযুৰি ।
৩ তিনি মানে মই আৰু মা-দেউতা
এই তিনিজনে মিলি পঢ়ো নেওঁতা ।
৪-চাৰি হ'ল চাৰিটা দুষ্ট কুকুৰ
চাৰিটাই নাচিছে বজাই নেপুৰ ।
৫- পাঁচ মানে ৰাজা, হিয়া, আৰা, টট, মা
পাঁচটা সন্দেশ পাঁচজনে খা ।
৬- ছয়ে কয় ছয়টা ভাটৌৱে নাচে
মেকুৰীয়ে তাকে দেখি গীত গাইছে ।
৭- সাত মানে ৰামধেনুৰ সাতোটা ৰং
সাতোটা শিয়ালৰ উঠিছে খং ।
৮- মানে আঠটা কুকুৰা পোৱালি
মৰমতে সাৱটিলে আজলী ছোৱালী ।
৯- ন মানে এক দুই তিনি চাৰি পাঁচ
ছয় সাত আঠ আৰু নটা মাছ ।
১০-দহ মানে এক দুই তিনি চাৰি পাঁচ
ছয় সাত আঠ ন দহখন বাছ ।

ৰচনা ঃ ১৭ জানুৱাৰী, ১৯৭৬

# মহিলা মহিলা

পুৰুষ আৰু নাৰী প্ৰকৃতিদেৱীৰ দুটি সন্তান । আমাৰ সামাজিক অনুষ্ঠান বিবাহ আদিত গীতেৰে পুৰুষে নাৰীক আৰু নাৰীযে পুৰুষক জোকোৱা জুকি কৰি ফুৰ্তি তামচা কৰা দেখা যায । এনে গীতক যোৰা নাম বা 'খিচা গীত' বোলা হয । এই গীতটিও সেই প্ৰকাৰৰে বুলিব পাৰি । অতীজৰে পৰা পুৰুষ সকলে নাৰীক 'মগজ হীন', যিমানে লাও ডাঙৰ নহওক পাতৰ তল' আদি তাচ্ছিল্যৰে নাৰীৰ স্থান যে পুৰুষৰ তলত তাৰেই ইংগিত দি আহিছে। নাৰী জানো সঁচাকৈয়ে মগজ হীন ? নাৰীযে যেন আ-অলঙ্কাৰ, সুন্দৰ সাজ পোছাকেৰে সাজে কাছে পুৰুষক ভূলাবলৈহে ৷ আকৌ নাৰীযে যিমানে চলনা নকৰক কিয পুৰুষৰ অটল মনক হেনো কোনোমতে টলাব নোৱাৰে ৷ আৰু পুৰুষ জাতিটো পৃথিৱীত নহলে হেনো মহিলা থাকিব কাৰে । ইযাৰ বিপৰীতে নাৰী জাতিটো পৃথিৱীত নহলে পুৰুষ থাকিব কাৰে ? এনে ধৰণৰ চুপতা চুপতি আজিৰ নহয যুগ যুগান্তৰৰ পৰাই চলি আহিছে । জগত পতি শ্ৰীকৃষ্ণইও ৰাধাৰ সৈতে এনে ধেমালিকেই কৰিছিল । এনে ফুৰ্তিযে নাৰী পুৰুষ দুযোকো দুযোৰে ওচৰ চপায । কাৰণ ইটো অবিহনে সিটো অসম্পুৰ্ণ । আনন্দ ফুৰ্তিযে মানুহৰ আয়ুস বঢায। এই গীতটি এটি ধেমালি গীত ।

মহিলা মহিলা ক'লৈনো আহিলা
গছকত মাৰিলা বন,
মহিলা মহিলা কিযে ভূল কৰিলা
পুৰুষৰ নুবুজা মন ।

গল চাই গহনা গাটো চাযে চোলা
মূৰ চাই সেওঁতা ফালা
পিচে, মূৰৰে ভিতৰত যি কনি মগজু
তাৰে উমান জানো পালা ।

লাও বায পোহাৰী, জিকা বায পোহাৰী
জিকাৰে মূৰৰে ফুল
তোমাৰে তুলনাত পোহাৰীও সুন্দৰী
নিবিচাৰে জাতি কূল ।
কিমাননো পানীৰে মাছ তুমি মহিলা
বাৰুকৈযে জনা আছে
মাখিৰ মূৰে কাটি জয় ঢোল বজালে
পুৰুষে যে নানাচে ।
হে বতাহী ৰথেৰে বেগেৰে নাযাবা
বাটত ধূলি পৰি ৰ'ল
হেজাৰ হওঁক মহিলা পাহৰি নেযাবা
মহিলা পুৰুষৰ তল ।
হাতীৰে দাঁতকে চিকুটি ছিণ্ডিব
খুজিলেই জানো পাৰে,
পুৰুষ জাতিটো পৃথিৱীত নহ'লে মহিলা থাকিব কাৰে ।

বোলছবি : নিয়তি ১৯৭৬

# যুৱতী অনামিকা গোস্বামী

বৈদিক যুগত কৰ্মানুসাৰে চতুবৰ্ণৰ সৃষ্টি হৈছিল । ব্ৰাহ্মণ সকল আছিল উচ্চ স্থানত । কাৰণ তেওঁলোকে পূজা-পাতল, যাগ-যজ্ঞ আদিৰ স'তে জড়িত আছিল । কালক্ৰমত ব্ৰহ্মণসকলৰ উত্তৰ পুৰুষ সকলে বংশগত ভাৱে নিজকে ব্ৰাহ্মণ বুলি পৰিচয় দিবলৈ ধৰিলে । সেই সম্প্ৰদায়ৰ লোকসকলেই আজিও নিজকে ব্ৰাহ্মণ (বামুণ) সাজি উচ্চ শ্ৰেণীৰ আসন দখল কৰি আছে । তেওঁলোকৰ অনুকৰণতে অন্য সম্প্ৰদায়ৰ (কলিতা, কায়স্থ, কোঁচ, বড়ো, ৰাভা ইত্যাদিকে ধৰি) লোক সকলেও নিজ নিজ জাতিক সংৰক্ষণ কৰে আৰু ইটো জাতৰ লোকৰ সৈতে সিটো জাতৰ লোকৰ বিয়া বাৰু, সম্পৰ্ক সামাজিক ভাৱে নিসিদ্ধ কৰা হয় । কুৰি শতিকাৰ প্ৰথমাৰ্ধলৈকে এই পৰম্পৰাই বাহাল আছিল । কাৰণ তেতিয়ালৈকে বাল্য বিবাহৰ প্ৰচলন আছিল ।

সমাজৰ শাসন কঠোৰ আছিল । ডেকা গাভৰুৰ মাজত প্ৰেম- প্ৰণয় এক সামাজিক অপৰাধ আছিল । ডেকা গাভৰুৰ খেয়াল খুচি মতে অন্য জাতৰ ডেকা গাভৰুৰ সৈতে 'বিবাহ' অসম্ভৱ আছিল; জাত-পাতৰ কঠা বিচাৰ আছিল ।

যৌবনৰ অন্য নাম প্ৰেম । প্ৰেম হীন যৌৱনৰ মাদকতাই নাথাকে । ডেকা গাভৰুৱে বিচাৰে বুকুৱে বিচৰাজনৰ সান্নিধ্য প্ৰেম অন্ধ । প্ৰেমে জাত পাত, ৰূপ সৌন্দর্য্য, ধন-ঐশ্বৰ্য্য, সময়-অসময়, জয়-পৰাজয় নিবিচাৰে । বিচাৰে এখন খাটি হৃদয় । ৰক্ষণশীল সমাজৰ জাত পাতৰ বিচাৰত অনেক ডেকা-গাভৰুৰ জীৱন পদুম কলিতে মৰহিছে, অনেকৰ জীৱন আউসীৰ অন্ধকাৰে ঢাকিছে । এই গীতটিৰ নায়িকা ক্ৰমে অনামিকা গোস্বামী উচ্চ জাতৰ আৰু নায়ক প্ৰশান্ত দাস নিম্ন জাতৰ । দুয়ো দুয়োৰে মৰমত বান্ধ খাইছে, জীৱনে মৰণে এক হওঁ বুলি শপত খাইছে । কিন্তু সিঁহতৰ মিলনত প্ৰতিবন্ধক ৰূপে থিয় দিছে সমাজখন । সমাজে অনুমতি নিদিয়ে । আজি একৈচ শতিকাত সমাজৰ বান্ধোন বহু পৰিমাণে শিথিল হৈছে । কিন্তু, এয়া কুৰি শতিকাৰ সত্তৰৰ দশকৰ কাহিনী । প্ৰশান্ত অনামিকা দুয়ো সাহসী মনৰ আৰু উচ্চাকাঙ্ক্ষী । ড০ ভূপেন হাজৰিকাৰ 'সমাজৰ নীতি নিয়ম ভঙাটোও নতুন নিয়ম' নীতিত বিশ্বাসী । সেয়েহে দুয়ো কাকো নজনাই পলাই গৈ কামাখ্যা ধামত দুয়ো দুয়েকে মালা পিন্ধাই, হোমাগ্নিক সাক্ষী কৰি যুগ্ম জীৱনক আকোৱালী ল'লে । সম্প্ৰতি কামাখ্যা ধামৰ বিবাহ অবৈধ নহয়, চৰকাৰে স্বীকৃতি দিছে । কিন্তু, কথা হ'ল ১৯৫৭ চনৰ বিবাহ প্ৰাধিকৰণ আইন অনুসৰি ছোৱালীৰ বিয়াৰ বয়স ওঠৰ বছৰ আৰু ল'ৰাৰ বিয়াৰ বয়স একৈচ বছৰ । ২০০৩ চনত আইন অনুসৰি বিবাহৰ পঞ্জীয়ন বাধ্যতা মূলক কৰা হয় । এই সকলো কথা ঠিকে ঠাকে থাকিলে প্ৰশান্ত অনামিকাৰ এই বিবাহত দোষ নাই, বৈধ বুলি স্বীকৃতি দিয়া হ'ল । যিহেতু গীতটি বিবাহৰ গীত সেয়ে বিয়া গীতৰ সুৰৰ 'ৰাম' শব্দটো ব্যৱহাৰ কৰা হৈছে । বিবাহ সম্পন্ন হোৱাৰ পিছত দুয়ো সমাজ সংস্কাৰক ড০ ভূপেন হাজৰিকাৰ ওচৰলৈ আশীৰ্বাদ বিচাৰি অহাত আনন্দিত হৈ তেওঁ প্ৰেৰণাদায়ক ভাষাৰে কলে ঃ এইটো আনবিক যুগ, জেট যুগ, মহাশূন্যত উপগ্ৰহ ৰাখি গণ-সংযোগ কৰোৱাৰ যুগ । গীতটো আজিৰ সময়ত লিখা হ'লে তেওঁ আকৌ কলেহেঁতেন বিজ্ঞানে বহুদূৰ আগুৱাই গ'ল । মানুহে চন্দ্ৰত বসতি কৰাৰ সপোন দেখিছে, মঙ্গল গ্ৰহত জীৱৰ অস্তিত্বৰ সন্ধান কৰি আছে । ভাৰতীয় বংশোদ্ভৱাই মহাকাশত ছমাহ কটাই ঘূৰি আহিছে; চাৰিবাৰকৈ মহাকাশত খোজ কাঢ়িছে । এনে স্থলত ঠেক গণ্ডীৰ ভিতৰত আবদ্ধ হৈ সামন্ত যুগীয় নীতি নিয়ম, অন্ধ বিশ্বাসক সাৱটি থাকিলে হ'বনে ? মনৰ পথাৰ বহল কৰা । প্ৰেমৰ ৰসেৰে বসাল কৰা আৰু মানৱতাৰ কঠিয়া সিচাঁ । সেই ৰামো নাই সেই অযোধ্যাও নাই । আজিৰ বামুণৰ গাত বৈদিক যুগৰ ব্ৰাহ্মণৰ ব্ৰহ্মজ্ঞানো নাই । আছে যদিও সীমিত সংখ্যাক । আজিৰ মানুহৰ মাথোন এটাই জাতি 'মানুহ' আৰু গুণ হ'ব লাগে 'মানৱতা' । তেওঁ সমাজৰ সীমাৰ পৰিধি ভঙা নৱ দম্পতী হালক নতুনৰ জ্যোতিৰে জ্যোতিস্মান হৈ সুখী জীৱন যাপন কৰিবলৈ আশীষ নিৰ্মালিৰে দুহাত উপচাই দিয়ে।

যুৱতী অনামিকা গোস্বামী
আৰু যুৱক যুৱক প্ৰশান্ত দাসে
বিযাত হেনো কিছু বাধা পালে
ৰাম, বাধা পালে
সেযে কাকো নজনাই কামাখ্যা ধামত
দুযো দুযোকে আজি মালা পিন্ধালে
ৰাম, মালা পিন্ধালে ।
আজি দুযোৰে উজ্বল মুখ
আজি দুযোৰে অতীৱ সুখ ।

কথা ঃ সিদিনা দুযো আশীৰ্বাদ বিচাৰি অহাত মই ক'লোঁ—

"মহাশূন্যত উপগ্ৰহ" ৰাখি
এইযা গণ-সংযোগ কৰোৱাৰ যুগ
আৰু আণৱিক শক্তিক দানৱৰ পৰা আনি
মানৱৰ সেৱাত লগোৱাৰ যুগ
এইযা প্ৰশান্ত আৰু অনামিকাৰ
জাতি-কূল নেওচা হোমাগ্নিৰ যুগ ।

এইযা জনাৰ যুগ, এইযা বুজাৰ যুগ
এইয়া জেট যুগ, আণৱিক যুগ
এইযা সীমাৰ পৰিধি ভঙাৰ যুগ ।

মনৰ পথাৰ বহল কৰি
প্ৰেমৰ ৰসেৰে ৰসাল কৰি
এইযা মানৱতা কঠিযা সিঁচাৰ যুগ ।

এই শতিকাৰ যত নৱ প্ৰযাসৰ
ফুল ফুলাব আনাগত শতিকাই
এৰৈছু শতিকাৰ প্ৰথম পুৱাৰ জিলিকনি
চাবলৈ আছোঁ বাট চাই ।

ঊনবিংশ শতিকাৰ ধ্যান ধাৰণা
বিংশ শতিকাত শোভা নেপায
একবিংশ শতিকা আহিবলৈ
তিনি দশকো যে নাই ।

হে অনামিকা, হে প্ৰশান্ত দাস ।
দুযো পাবা নৱ নৱ জ্যোতিৰ আভাস
আশীষে ভৰা হওক দুয়োৰে আকাশ ।

ৰচনা ঃ কলিকতা, ১৯৭৬

# সুন্দৰী চাওঁ কিনো কল্পনা

বৈদিক যুগত আৰু তাৰ কিছুকাল পিছলৈকে সমাজত নাৰীৰ স্থান উচ্চ আছিল । কাল ক্ৰমত ক্ৰমান্বয়ে নাৰীৰ সেই স্থান অৱনমিত হয় । পুৰুষ প্ৰধান সমাজে সকলো অধিকাৰ নিজৰ হাতৰ মুঠিত ৰাখি নাৰীক অৱদমিত কৰিলে । সেয়ে, আজিও পুৰুষ জাতিটোৱে নিজকে উচ্চ বুলি অহঙ্কাৰ কৰে আৰু নাৰীক সদায় পদানত কৰি ৰাখিব বিচাৰে । এই ভাব আজিৰ প্ৰজন্মৰ মাজতো শিপাই আছে । আজিৰ এখন ঘৰৰ এহাল পিতৃ-মাতৃৰ এহাল পুত্ৰ-কন্যা থাকিলে, কিবা কাৰণত ঘৰত এসাজ ভাত ৰান্ধিব লগা হ'লে ল'ৰাজনে কয়,– 'ছোৱালীহে ভাত ৰান্ধে । তাইহে ভাত ৰান্ধিব' । লাগিলে লৰাজন শুই বহিয়েই থাকক । পুৰুষে নিজকে সদায়ে ওপৰত ৰাখিব বিচাৰে – গুণৰ ক্ষেত্ৰতো কথাই নাই, আনকি ৰূপ সৌন্দৰ্য্যৰ ক্ষেত্ৰতো । এই গীতটিতো ডেকাজনে প্ৰেয়সীৰ আগত নিজৰ ৰূপ সৌন্দৰ্য্য বখানি প্ৰেয়সীক তেওঁৰ ছবি আঁকিবলৈ কৈছে আৰু প্ৰেয়সীয়ে ভেকাহি মাৰি উঠিছে । প্ৰেমৰ ক্ষেত্ৰত চুপতা চুপতি, ঠাট্টা মস্কৰা, ডেঙুচালি থকিবই । ইয়াৰ মাজেৰেই ইজনে সিজনৰ মন পাবলৈ আসে পায় । আচলতে পৰস্পৰৰ প্ৰতি মৰম আৰু আকৰ্ষণ থকা বাবেই এইবোৰ হয় । এইবোৰে দুখন হৃদয়ক আৰু বেছি কাষ চপাই আনে আৰু এদিন দুয়ো দুয়োৰে হৈ সুখে সন্তোষে ৰয় ।

সুন্দৰী চাওঁ কিনো কল্পনা
সুন্দৰী আকাঁ কিনো আল্পনা
মই কল্পনা জল্পনা আল্পনা চাল্পনা
যিহকে আঁকো মোৰ পৰিকল্পনা
কিয় কম কোৱা না ?
'মোকে না আঁকা কিয়— মোৰ ৰূপ জানো
দ্বাৰকাৰ অনিৰুদ্ধ যেন নহয় বাৰু ?

দাপোণত মুখ চাই আহিলেই ভাল
আৰু চিত্ৰলেখা ময়ো নহওঁ কাৰো
বুজিছানে নাই কোৱা না ?

বাৰু চিত্ৰলেখা, তুমি নহয় কাৰো
উষাও কাৰো নোহোৱা বাৰু
পিছে ঢুকি পাব নোৱাৰা বিধৰ মই
আকাশৰ মিঠা মিঠা চন্দ্ৰমা ।

যদি চন্দ্ৰমা তুমি হোৱা ময়ো সূৰ্য্য
আঁকিম চন্দ্ৰমাতে মৰমী চুমা ।

অ' সুৰুয বদন কিয় ইমান প্ৰতাপ
সহিম কেনেকৈ বাৰু মিঠা উত্তাপ
খহনীয়া নৈ চেঙেলীয়া পানী
বৈ মোৰ উটায় পৰাণ
তোমাৰেই নৈতে কৰোঁ শতবাৰ
সুশীতল মুক্তি স্নান ।

বোলছবি : নিয়তি, ১৯৭৬

# অ' নতুন মনৰ তৰুণ তৰুণী

'শৈশৱ পাৰ হ'ল, কিশোৰ হ'লোঁ; কৈশোৰ পাৰ হ'ল যুৱক হ'লোঁ।' – জীৱনৰ আটাইতকৈ গুৰুত্ব পূৰ্ণ কাল হ'ল শৈশৱ আৰু যৌৱনৰ মাজৰ বয়ঃসন্ধিৰ কালছোৱা । এইখিনি সময় হ'ল চাওঁ বুলি চাব নোৱাৰা, নেচাও বুলিও পিছলৈ ঘূৰি চোঁৱা, কওঁ বুলি লওঁতে ওঁঠ যুৰি কঁপি উঠা, সাঁচি ৰখা কথা বোৰ মনতে ৰৈ যোৱাৰ সময় । যৌৱন জোৱাৰত নাওমেলি প্ৰথম মৰমক সঁহাৰি দিয়াৰ সময়; প্ৰেম ভালপোৱাক জীপ দিয়াৰ সময়। জীৱনৰ প্ৰথম তৰীত কাৰোবাক প্ৰথম যাত্ৰী ৰূপে বহুওৱাৰ প্ৰতিশ্ৰুতি দিয়াৰ সময় আৰু লাজুকী লতাৰ দৰে কাৰোবাৰ পৰশত মৰহি যোৱাৰ সময়। এহাতে এৰি অহা শৈশৱ, কৈশোৰৰ মৰম আলসুৱা আজলী, চঞ্চলা চপলা মন আনহাতে জীৱন বসন্তৰ প্ৰথম পৰশত সজাল সাহসী বুকুৰ মহাসাগৰ সিঁচি সাত মাণিকৰ ধন অনাৰ মন; মেঘৰ বুকু ফালি বিজুলী ফুলকোঁবৰক পোৱাৰ মন । যৌৱন কাল হ'ল জীৱনৰ লাইখুটা পুতাৰ সময়, নকৈ বোকা কৰা পথাৰখনত কঠিয়া ৰুই সেউজ কৰাৰ বতৰ । জনা-নজনা, অভিজ্ঞতা-অনভিজ্ঞতাৰ পানচৈত টুলুং ভুটুংকৈ গৈ গৈ প্ৰেমৰ বিশাল সাগৰত সাঁতোৰাৰ সময় । হৃদযত ওপজে মিলনৰ তীব্ৰ বাসনা । হেঙাৰ হ'ল সমাজখন,— জাতি ভেদ, শ্ৰেণী ভেদ নীতিযে প্ৰেমিক প্ৰেমিকা সকলক দিছে মানসিক অন্তৰ্দণ্ড, জৰ্জৰিত হৈছে তীব্ৰ যাতনাত । হেজাৰ হেজাৰ বছৰ ধৰি সমাজত চলি আহিছে শ্ৰেণী সংঘৰ্ষ–শাসক-শোষিতৰ, ধনী-দুখীয়াৰ, পোৱা নোপোৱাৰ । গায়ক গীতিকাৰ ড০ ভূপেন হাজৰিকা দেৱে যুৱক যুৱতী সকলক অনুপ্ৰেৰণাৰ বাণীৰে কয় যে— তোমালোক নতুন কবিতা, নতুন গীতি কবিতা । ইয়াত সুৰ হ'ল গৌণ আৰু চিন্তাহে মুখ্য। আমাৰ এই সমাজতে আশাৰ সংগীতক কবৰ দিব খোজা ঔৰংজেব আজিও আছে, মানৱ প্ৰেমৰ সংগীতক শিৰত তুলি সন্মান যচা মহামতি আকবৰো আছে আজিও আৰু আছে সুৰৰ বৈৰী নাশি নাশি সমাজ শিল্পী শঙ্কৰদেউ । মহাত্মা গান্ধীৰ ৰামৰাজ্যৰ সপোনক লণ্ড ভণ্ড কৰা মুখা পিন্ধা ৰাৱণো আছে । সমাজখন কুটি কুটি খোৱা ঔৰংজেব আৰু মুখা পিন্ধা ৰাৱণ সকলৰ বিকৃত ছন্দ বন্ধ কৰি এখন সুন্দৰ সুস্থিৰ ৰাজ্য গঢিবলৈ আৰু সুন্দৰ ভাৱে পৰিচালিত কৰিবলৈ চিন্তা নায়কৰ প্ৰয়োজন । সেই চিন্তা নায়ক ওলাব লাগিব বসন্তৰ কুঁহিপাত স্বৰূপ এই সূৰ্য্যসম তৰুণ তৰুণী সকলৰ মাজৰ পৰাই ।

ইতিমধ্যে দুৰ্বাৰ সাহসী সূৰ্য্যসম ডেকা গাভৰু সকল পৃথিৱী উত্তপ্ত কৰি, ধমনী উত্তপ্ত কৰি ধূলি উৰুৱাই আহি আছে । হে তৰুণ তৰুণীসকল, তোমালোকে নিজ হাতে কৰি যোৱা এই সমাজ সলনি । এয়াই সময় মনৰ পথাৰ বহল কৰি প্ৰেমৰ ৰসেৰে ৰসাল কৰি মানৱতা কঠিয়া সিঁচাৰ ।

অ' নতুন মনৰ তৰুণ তৰুণী
বুজিছোঁ তোমাৰ চকুৰ চাৱনি
সমুখা সমুখি দুয়ো
কিবা প্ৰকাশ কৰাৰ মন
বুকুৰে খুজিলেও মুখৰে নুফুটে
কটোৱা নীৰৱ ক্ষণ ।

কথা ঃ মৌন সময়, মৌন মুহূৰ্ত, ভাল লগা হৈ যায় মৰম
মৰম হৈ যায় ভালপোৱা ।
জনা নজনা, অভিজ্ঞতা-অনভিজ্ঞতা, মিলি মিলি মিলি হয়
মৰমৰ বিশাল সাগৰ ।
কৈশোৰ আৰু যৌৱনৰ মাজত

ঘনে কঁপে আজি সাঁকোখন
তাতে থিয় হৈ দুয়ো বাহু মেলি দিছা
সাগৰ সিঁচিবৰ মন ।
চকুৰ পতাত লাজ আছে
আছে মিলনৰ বাসনা
সমাজৰ ভেদাভেদ নীতি দেখি
পাইছাঁ তীব্ৰ যাতনা ।

কথা ঃ হে' মোৰ প্ৰভাত সূয্য সম তৰুণ তৰুণী
ধৰি হেজাৰ বছৰ শ্ৰেণী সংঘৰ্ষ
শাসক-শোষিতৰ, ধনী-দুখীয়াৰ, পোৱা-নোপোৱাৰ
তুমি নতুন মানুহ, তোমালোক নতুন কবিতা
নতুন গীতিকবিতা।
সুৰ হ'ল তাত গৌণ, চিন্তাহে মুখ্য
আশাৰ সংগীতক কবৰ দিব খোজা
ঔৰংজেব আজিও আছে এই সমাজতে
মানব প্ৰেমৰ সংগীতক শিৰত তুলি সন্মান যচা
মহামতি আকবৰ আজিও আছে, এই সমাজতে
সমাজ শিল্পী শঙ্কৰদেউ আজিও আছে
সুৰৰ বৈৰী নাশি নাশি

মোহন দাসৰ ৰামৰাজ্যৰ শত শত স্বপ্ন
কৰিলে লণ্ড ভণ্ড
তুমি দেখিছা মইযো দেখিছোঁ
সেই মুখা পিন্ধা ৰাৱণৰ
বিকৃত ছন্দ কৰা বন্ধ
ৰক্ত ৰঙা সাহস লৈ অগণন সূৰ্য্য পুত্ৰৰ
চোৱা আগমণ ।
উত্তপ্ত ধৰণী, উত্তপ্ত ধমনী
পুৱাব ৰজনী
প্ৰজ্বলিত কৰা প্ৰজ্বলিত কৰা
সমতাৰ অগনি
হে' তৰুণ তৰুণী ।

অ' সূৰ্য্যসম তৰুণ তৰুণী
বুজিছোঁ তোমাৰ চকুৰ চাৱনি
সেয়ে, নিৰ্ভয়ে কৰি যোৱা
নিজ হাতেৰে
এই সমাজক সলনি ।

বোলছবি : বনহংস, ১৯৭৭

# অকোৱা পকোৱা বাট

যুগ যুগৰ পৰাই সমাজত চলি আছে শ্ৰেণী ভেদ প্ৰথা । মহাভাৰতৰ যুগত মহা পৰাক্ৰমী বীৰ কৰ্ণক সূতপুত্ৰ বুলি ঘিণাই দ্ৰৌপদীয়ে স্বামী বৰণ নকৰিলে আৰু বহু গুণৰ অধিকাৰী হৈও ৰাজ বংশৰ কৌৰৱ সকলৰ লগত সম আসন নাপালে । ৰাজ শাসন কালত আৰু বৃটিচৰ দিনতো বিষয়া-আমোলা, ৰায়চৌধুৰী, মৌজাদাৰ আদিতকৈ একে সমাজত বাস কৰা সাধাৰণ প্ৰজাৰ স্থান বহু তলত আছিল আৰু সাধাৰণ প্ৰজাৰ তেজ সিঁহতে শুহি শুহি খাইছিল । সম্প্ৰতি স্কুল পৰ্য্যায়ৰ পৰাই এই শ্ৰেণীভেদ প্ৰথা গঢ় দিয়া হৈছে । বৰ্তমান চৰকাৰী স্কুল মানে একপ্ৰকাৰ গৰীবৰে স্কুল; বিশেষকৈ চহৰ অঞ্চলত। আজি কালি অৰ্থবান লোকৰ সন্তান সকলক অভিজাত ইংলিছ স্কুলত পঢ়ায়। এই সন্তানবোৰে পঢ়ি শুনি এদিন বিষয়া বা ডাঙৰ নেতা হ'ব; দেশৰ ৰাজ দণ্ড হাতত তুলি ল'ব। সৰুৰে পৰা তেওঁলোকে যি শিক্ষাৰে শিক্ষিত হ'ল সময়ত পাৰিবনে ধনী দুখীয়াক সম ভাবে চাব ? আনবো যে পেটৰ ভোক আছে জীযাই থকাৰ অধিকাৰ আছে তাক তেওঁলোকে উপলব্ধি কৰিব নোৱাৰিব। নিজক শকত কৰিবলৈ লোকৰ ভাগৰ পৰা কাঢ়ি অনাৰ প্ৰচেষ্টাত ৰত হ'ব। গতিকে শিক্ষা ব্যৱস্থা এনে হ'ব লাগে যাতে সৰুৰে পৰাই ল'ৰা ছোৱালীৰ মনত শ্ৰেণী বৈষম্য সৃষ্টি নহয়; সাম্যভাব আৰু মানৱতাবোধৰ বীজ অঙ্কুৰিত হয় । গীটিত অকোৱা পকো ৱা শব্দৰে জীৱনৰ বাট, সমাজৰ বাটক সূচাইছে । পাহাৰীয়া অৰ্থাৎ উচ্চ আৰু নিম্ন দুটি শ্ৰেণীকে বুজোৱা হৈছে ।

অকোৱা পকোৱা বাট,—এই পাহাৰীয়া
ঝক্ ঝক্ চলিছে যেন কেৰেলুৱা
অকোঁৱা পকোঁৱা বাটতো 'পাতাচিয়া'
ঝক্ ঝক্ চলিছে যেন কেৰেলুৱা ।

ঝিক্ ঝিক্ ঝিক্ ঝিক্ ঝক্ ঝক্ ঝক্ ঝক্
'পাতাচিয়া' লকোখন চলি থক্ থক্
দুটা কল খালাঁ, আমালৈ নথলাঁ
আৰু এটা খালাঁ, আমাক নিদিলাঁ ।
ভগাই ভগাই খালে আঁটি আঁটি যায়
লুকাই খালে ফ্ৰেণ্ড, ঢুকাইহে যায় ।

শকত ল'ৰা ঃ আই এম ন'ট ছেলফিশ্ব, লুক এট মাই বডি
শুকাই মৰিম ফ্ৰেণ্ড, কম খাওঁ যদি
ঘৰ পাম যেতিয়া, মম্মি ক'ব তেতিয়া
'আই ঐ দেহি ! সোণ হ'লি আধা পেটিয়া ।

খোৱাই খায় নোখোৱাৰ নাই
এই কথা ভাল কথা নহ'ব যে ভাই ।
খাদ্যৰ ভঁৰাল উদং নকৰিবা
আনৰ উদৰ আছে পাহৰি নেযাবা ।
দুজনৰ আসনক একজনে নল'বা
পিছত দেখিবা তুমি এখনো নাপাবা ।

হ'ম হ'ম চুইট হ'ম
লৈ যোৱা পাহাৰীয়া ৰেল
কেৰেলুৱা ৰেল তুমি নকৰিবা ফেল — হ'ম হ'ম চুইট হ'ম । বোলছবি ঃ বনহংস, ১৯৭৭

# আগলি বাঁহৰে লাহৰি গগনা

পৰাধীনতাই মানুহক কোঙা কৰে। পঙ্গু হয় মানুহৰ মানসিক বিকাশ, চিন্তা শক্তি, জাতিৰ উন্নতি আৰু প্ৰগতি যৌৱনে কাকো পৰোৱা নকৰে— সাহসেৰে প্ৰতিবাদ কৰি বুকু ফিন্দাই আগবাঢ়ি যায়;— প্ৰয়োজনত বুকুপাতি দিবলৈও কুণ্ঠাবোধ নকৰে। তেওঁলোকে পৰাধীনতাৰ শৃংখল ভাঙি ছিঙি ওলাই আহে মুক্ত আকাশৰ তললৈ, মুক্ত বায়ু ল'বলৈ,—সমাজত সুন্দৰৰ নব-দিগন্তৰ জ্যোতি বিলাবলৈ। তেওঁলোকে নিজৰ শক্তি, সামৰ্থ আৰু যুক্তিৰে প্ৰাপ্য অধিকাৰ সাব্যস্ত কৰে। জনতাৰ মুখত হাঁহিৰ বেঙুনি ওলায়। নব-পুৰুষ অৰ্থাৎ তৰুণ তৰুণী সকলৰ ওচৰত ড০ ভূপেন হাজৰিকাদেৱ যথেষ্ট আশাবাদী। তেওঁ কয় যে সমাজৰ বৰ নামঘৰৰ লাইখুটা পুতোঁতা তৰুণ তৰুণী সকলহে। তেওঁলোকেই হ'ল আওপুৰণি নীতি নিয়ম ভাঙি, জাত পাত আদি সমাজৰ ক'লা এলাজুবোৰ বিনাশি নীৰস পৃথিৱীক জীপাল কৰোঁতা। তেওঁলোকেই উচ্চ-নীচ, ধনী-দুখীয়াৰ বৈষম্যৰ বিষাক্ত বিজাণুবোৰ বিনাশি সমাজত সমতাৰ, ঐক্যৰ ৰহণ সানি সমাজ ৰঙীণ কৰোঁতা। তেওঁলোক যেন আজি হিলদল ভাঙি ওলাই আহিছে—এখন সুন্দৰ, সমন্বয়ৰ, শান্তিৰ সমাজ সজাবলৈ। সমাজখন যেন তেওঁলোকে সজালে পৰালে। আজি যেন মুকলি আকাশ মুকলি বতাহ। প্ৰেমে ভৰা ডেকা গাভৰু হাল যেন দুটি দেহৰ দুটি মানুহ একেটি মাথোন হিয়া, বুকুত মৰমৰ সাগৰ—আৰু সমুখৰ বাট সেন্দুৰীয়া।

গীতটিৰে ডেকা শক্তিক সাহসেৰে আগবাঢি আহিবলৈ অনুপ্ৰেৰণা, উৎসাহ দিয়া হৈছে।

আগলি বাঁহৰে লাহৰী গগনা
বাজি উঠিল কিয় ?
আগলি কলৰে এখিলানো পাত
কঁপি উঠিল কিয় ? মুকুতিৰ উৰুলি শুনি।

অহঙ্কাৰী ৰজাৰ নগৰী কঙ্কাল হ'ল কিয় ?
বন্দীশালৰ শিকলিবোৰ ছিগি পৰিল কিয় ?
মুকুতিৰ উৰুলি শুনি।

ৰাজ কাৰেঙৰ ৰঙা চকু নেওচি আহিল কোন ?
ডেকা বৰুৱাহে এইজন, মোৰেই কেঁচা সোণ
বজ্ৰ কঠোৰ ৰাজনীতিক নেওচি ওলাল কোন ?
ৰূপহী ৰাজকুঁৱৰী মোৰ আকাশৰে জোন।

মৰম বৰ নামঘৰৰে বৰ খুটা পুতিলোঁ
আওপুৰণি নীতি নিয়ম আমিয়ে ভাঙিলোঁ
নীৰস জীপাল কৰা ৰৰদৈচিলা আমি
বিচাৰৰে তুলাচনীৰ বিচাৰকো আমি
শক্তিকাৰে এলাজুকে সাৰোঁ পুছোঁ আমি
সমতাৰে ৰহণ সানি নিকা কৰোঁ আমি।

মুকলি আকাশ মুকলি উশাহ
আমি দুয়ো আজি যেন, মুকলি প্ৰকাশ
দুটি দেহৰ দুটি মানুহ একেটি মাথোন হিয়া
সমুখতে বাট আমাৰ মৰম সেন্দুৰীয়া।

বোলছবি : ৰুমুৰসে, ১৯৭৭

# কাৰ ঘৰৰ লখিমী

কি বিচিত্ৰ এই পৃথিৱী ! কাৰোবাৰ ঘৰলৈ লখিমী উভতি আহিছে আকৌ কোনোৱে নিজৰ ঘৰ সজাই পৰাই বাটলৈ চাই আছে লখিমী আহিব আহিব বুলি ! কাৰোবাৰ ঘৰ মেট মৰা ক'লা ধনেৰে উপচি পৰিছে আৰু অভাৱ অনাটনত জুৰুলি জুপুৰি কাৰোবাৰ এন্ধাৰ পঁজাত নোপোৱাৰ বেদনাত চকুলো সৰিছে ! কোনোৱে প্ৰাসাদোপম অট্টালিকা সাজি বিদ্যা আলয় পাতিছে। ধনীৰ আলসুৱা দুলালহঁতে খেলি খেলি তাতে বিদ্যা শিক্ষা গ্ৰহণ কৰিছে; আন হাতে কাৰোবাৰ পঢ়াশালিৰ বেৰ-ছাল খহি জহি উৰঁলি গৈছে। দুখীয়াৰ সন্তানে তাতেই বিয়োগ অঙ্ক শিকিছে ! কাৰোবাৰ সোণৰ সঁজাত ঈশ্বৰ বন্দী হোৱাদি হৈছে। আকৌ দুখীয়াই জ্বলোৱা শলিতা গছি বতাহত কঁপি উঠিছে ! আজিৰ সমাজত যিয়ে দুৰ্নীতি, ভ্ৰষ্টাচাৰ, ভণ্ডামিৰে ক'লা ধনৰ বলত প্ৰতিপত্তিশালী হৈছে – সিয়ে গামোচা-শৰাইৰে সন্মান পাইছে; জননেতা হৈছে। আৰু যিসকলে এনে কাম কৰিব পৰা নাই সততাক খামুচি আছে তেওঁলোক অধঃপতিত হৈ ধূলিৰ লগত মিহলি হৈ আছে ! এনে অৱস্থাত আমি সাধাৰণ প্ৰজাই কিবা কৰিব পাৰোঁ বুলি আশা কৰিব পাৰো নে ? মাজে মাজে ভাব হয় আমি যেন সত্তাহীন। সেয়ে বনহংসৰ দৰে ডেউকা কোবাই উৰি ফুৰোঁ পৃথিৱীৰ চাৰিও কোণে—সুমেৰুৰ পৰা কুমেৰুলৈ নিজ সত্তা, মুক্ত বায়ু – খাদ্য, শান্তি আৰু নিৰাপত্তাৰ সন্ধানত। আমাক নালাগে হিংসা, নালাগে ধ্বংস; আমি বিচাৰোঁ ঘৰৰ লখিমী ঘৰলৈ উভতি আহক আৰু বিচাৰোঁ মুক্ত আকাশ, মুক্ত বায়ু আৰু শান্তিৰ কিছু অংশ। গীতটিত শ্ৰেণী সংগ্ৰামৰ ছবি ফুটি উঠিছে।

কাৰ ঘৰৰ লখিমী ঘৰলৈ উভতিছে
কাৰ ঘৰ সজাই পৰাই কোনে বাট চাইছে !
কাৰ ঘৰত মেট মৰা ক'লা ধন বিৰাজিছে
কাৰো ঘৰত অভাৱে জীৱন জোকাৰিছে।
কাৰো ঘৰত নোপোৱাৰ চকুলো সৰিছে।
কোনোবাই কাৰেং সাজি বিদ্যা আলয় পাতিছে
অভিজাতৰ দুলাল সবে ৰঙৰ খেলা কৰিছে।
কাৰোবাৰ পঢ়াশালিৰ জঁকা ভাগি পৰিছে
দুখীয়াৰ ছৱালে তাতে বিয়োগ অঙ্ক শিকিছে।
কাৰোবাৰ সোণৰ সজাত ঈশ্বৰ বন্দী হৈছে
দুখীয়াৰ থাপনাতে শলিতা কঁপিছে।
আমি যেন একোটি বনহংসে
উৰি উৰি বিচাৰিছোঁ নিজ সত্তা
খাদ্য, শান্তি আৰু নিৰাপত্তা;
উৰিছোঁ উত্তৰ দক্ষিণ কোণে
উৰি উৰি আহোঁ ছাইবেৰিয়ালৈ
উৰি উৰি আহোঁ আমি ত্ৰিবৃত্তলৈ
উৰি উৰি আহোঁ প্ৰাগজ্যোতিষলৈ।
আমি যেন একোটি বনহংসে
আমিতো বিচৰা নাই কাৰো ধ্বংস
বিচাৰিছোঁ কিছু শান্তিৰ অংশ —
বনহংসে ! বনহংসে !! বনহংসে !!!

বোলছবি ঃ বনহংসে, ১৯৭৭

# জীৱন জোৰা খ্যাতিয়ে যদি

নাম, যশ, খ্যাতি বা স্বীকৃতি এদিনতে হোৱা বা হাতমেলি ঢুকি পোৱা বস্তু নহয় । ই হ'ল জীৱন জোৰা সাধনাৰ ফল । নাম-যশ-খ্যাতিয়ে মানুহক উচ্চ আসনত প্ৰতিস্থিত কৰে । উচ্চ আকাঙক্ষা প্ৰতিজন মানুহৰে আছে, কিছুমানৰ প্ৰকাশ্যে আৰু কিছুমানৰ গুপ্ত ভাবে। আমাৰ সমাজত এনে কিছু লোকো আছে যি সকলে অতি নিম্ন খাপৰ পৰা উন্নতি কৰি গৈ গৈ এটা সময়ত উন্নতিৰ শিখৰত উপনীত হয়, খ্যাতিমন্ত হয়। সততিয়া খ্যাতি বা ক্ষমতা বা মৰ্যদাৰ বলত উন্মাদ হৈ তেওঁলোকে নানা অসজ কাৰ্য্যত লিপ্ত হৈ পিছলৈ ঘূৰি চোঁৱাৰ অৱকাশ নেপায । ফলত এটা সময়ত তললৈ সৰি পৰে । কিছুৰে আকৌ তেওঁৰ হকে যি সকলে বহু ত্যাগ কৰিছিল, সাহস আৰু প্ৰেৰণা যোগাইছিল পূৰ্বৰ সেই সকলো কথা পাহৰি যায়। আনকি তল খাপৰ পিতৃ-মাতৃ, বংশ-পৰিযালক তেওঁৰ সম পৰ্য্যাযৰ লোকৰ সমুখত পৰিচয কৰাই দিবলৈকে লজ্জাবোধ কৰে । অনেকে বহু ধনৰ লালসাত নৈতিকতা হেৰুৱায় । নানা অপৰাধ কৰিও নিজকে বৰ মানুহ সজাই দপদপাই ফুৰে, পাহৰি যায পূৰ্বে কাৰোবাক (প্ৰেযসীক) দিয়া প্ৰতিশ্ৰুতি, বুজিবলৈ অপাৰগ হয হিয়া ভঙা থন থন শব্দ। খ্যাতি আৰু ধনৰ বলত অন্ধ হৈ মানুহে যদি মনৰ বেহা কৰে, মানৱতাহীন হয়, মানুহৰ পৰা আঁতৰি যায় তেনেহ'লে সেই খ্যাতি আৰু ব্যৱসাযৰ প্ৰযোজন কি ? অনেকে বহু বছৰ ধৰি প্ৰেয়সীৰ লগত হলিগলি কৰি পিছলৈ দুখীয়া 'বাগদত্তা'ক পৰিত্যাগ কৰি যৌতুকৰ লোভত ধনীৰ দুলালীক বিয়া কৰায়। বৰ্তমান যৌতুকৰ বাবেই হত্যা কৰা হৈছে অনেক নিৰপৰাধী নাৰীক। আনহাতে বহু প্ৰেমিকাই প্ৰেমিকক 'কথা দি' পিছত প্ৰতিশ্ৰুতি ভঙ্গ কৰি বিলাসী জীৱন যাপনৰ অৰ্থে ধনী দৰালৈ বিয়া হৈ যায। এনে সংসাৰত দুটি শৰীৰ একে হ'লেও প্ৰাণটো নভৰে, পতি-পত্নীয়ে মাথোঁ মুখা পিন্ধি অভিনয কৰি সংসাৰ চলাই যায় । হিয়াৰ মিলনতকৈ এওঁলোকে প্ৰাসাদোপম শীত-তাপ নিযন্ত্ৰিত অট্টালিকা, বিলাসী গাড়ী, নাইট ক্লাব আদি লৈয়ে সুখী । এনেলোকে বোকাত নামি পদুম চিঙিবলৈ ঘিণ কৰে, সম্ভ্ৰম হেৰাব, ৰং চঙীযা প্লাষ্টিকৰ ফুলত কিছু আঁতৰ সানি কোঠালি সজায়। মাটিৰ মানুহৰ সঁচা জীৱন, বোকাৰ পদুমৰ সঁচা সুবাস তেওঁলোকে পছন্দ নকৰে । কিন্তু প্ৰেম স্বৰ্গীয়, আৰু বোকাৰ পদুমও সুপবিত্ৰ। ড০ হাজৰিকাদেৱে কয যে হাতে ঢুকি নোপোৱা সৰগী পাৰিজাতৰ কোনো প্ৰয়োজন নাই। সৰগৰ ফুল সৰগতে থাওঁক। যিহেতু আমি মাটিৰ মানুহ সেয়েহে বোকাৰ পদুম, মাটিৰ জীৱন আৰু মানুহৰ সঁচা মৰম লৈ ধন্য হোৱা উচিত ।

জীৱন জোৰা খ্যাতিয়ে যদি জীৱনটোকে খায়
বহু ধনৰ লোভে যদি মানুহ পাহৰায়
মানুহ যদি মানুহৰে হয় অন্তৰায়
তেনে, দূৰতে থক খ্যাতি আৰু মিছা ব্যৱসায় ।
ধনৰ বাবেই মনৰ যদি বেহা বেপাৰ হয়
যৌতুকক সঙ্গী বুলি আঁকোৱালি লয়
তেনে, দুটি শৰীৰ একে হ'লেও প্ৰাণটো নভৰে
মুখা পিন্ধি দুয়ো থাকে দুয়োকে ভুলাই
সেয়ে, দূৰতে থক খ্যাতি আৰু মিছা ব্যৱসায় ।
প্ৰেম হেনো স্বৰ্গীয় মৰততে নাই
বোকাকে ভাল পালে হেনো সম্ভ্ৰম হেৰায়
তেনে, সৰগৰে পাৰিজাত সৰগতে থাওক
ধন্য হ'ম মই বোকাৰ এপাহ পদুমকে পায়
সেয়ে, দূৰতে থক খ্যাতি আৰু মিছা ব্যৱসায় । কলিকতা, ৪ জানুৱাৰী ১৯৭৭

# জোনাকী পৰুৱাৰ পোহৰে পোহৰে

সমাজখন সুন্দৰ কৰাৰ প্ৰতিজন লোকৰে আছে গুৰু দায়িত্ব । গভীৰ এন্ধাৰ নিশা ক্ষুদ্ৰ জোনাকী পৰুৱা এটিয়ে নিজৰ শৰীৰত থকা 'লুচিফেৰিণ'ৰ সহায়ত পোহৰ তৈয়াৰ কৰি নিজেও উৰি ফুৰে আৰু জগতকো বাট দেখুৱায়। জাৰ্মানিকে আদি কৰি পৃথিৱীৰ বহু উন্নত দেশে বায়ুকলৰ সহায়ত কেৱল বতাহৰ পৰা বিজুলী উৎপাদন কৰিছে । সেয়ে সেই দেশবোৰ ইন্দাষ্ট্ৰী প্ৰধান হ'লেও তাত বিজুলী নাটনিৰ সমস্যা নাই । সম্প্ৰতি ভাৰত বৰ্ষৰ অলেখ গাওঁ আজিও অন্ধকাৰত পতিত হৈ আছে । ভাৰত বৰ্ষৰ অন্তৰ্গত উত্তৰ পূৰ্বাঞ্চল নদী প্ৰধান ঠাই যদিও পাহাৰে ভৈয়ামে অনেক লোকে আজিও আদিম গুহা বাসীৰ দৰে জীৱন নিৰ্বাহ কৰি আছে ;— দেখা নাই বিজুলী বাতিৰ মুখ, পোৱা নাই আধুনিক সভ্যতাৰ পোহৰ । যি সময়ত ভাৰত বৰ্ষই গণিত, সাহিত্য, বিজ্ঞান জ্যোতিষ চৰ্চা কৰি পৃথিৱীত জ্ঞানৰ বন্তি প্ৰোজ্বলিত কৰিছিল সেই সময়ত আজিৰ উন্নত দেশবোৰ অজ্ঞান অন্ধকাৰত ডুব গৈ আছিল । সময়ে সকলো সলাই দিলে ! সেই দেশবোৰৰ নাগৰিকে এতিয়া মাথোঁ জানে কৰ্ম সংস্কৃতিৰ কথা, এটি সচ্ছল, উন্নত জীৱনৰ কথা; দেশ আৰু দহৰ উন্নতি আৰু সমন্বয়- সম্প্ৰীতিৰ কথা । কিছু বছৰ আগলৈকে ক'লা বগাৰ মাজত বৈষম্য আছিল যদিও সম্প্ৰতি সেইবোৰ আঁতৰিছে । আমাৰ ইয়াৰ দৰে ভেজাল খাদ্য, দুৰ্নীতি, ক'লা বজাৰ, সামাজিক বৈষম্য আদি প্ৰায়বোৰতে নাই । আমাৰ সমাজ আজিও জাত পাতৰ বিচাৰ, শ্ৰেণী বৈষম্য, পুঁজিবাদ আৰু আনহাতে দাৰিদ্ৰতাৰ অন্ধকাৰেৰে অন্ধকাৰ। বিৰাট বৈপৰিত্বৰ মাজত মুক্ত বতাহৰ অভাৱত শ্বাসৰুদ্ধ হোৱাৰ পৰিবেশ। উচ্চ জাতৰ লোকৰ ওচৰত নিম্নজাতৰ লোক অৱহেলিত আৰু নিম্নজাতৰ লোক সকল উচ্চজাতৰ লোকৰ ওচৰত নত হোৱা প্ৰথা অবিৰত। পুঁজিপতি সকলে দৰিদ্ৰ সকলক সদায় শোষণ কৰি আহিছে । ফলত শোষিত সকলে মূৰ তুলি ওপৰলৈ চাব নোৱাৰে ! কিন্তু এসাজ সুখৰ ভাত, এখন ভাল কাপোৰ আৰু এটি সুন্দৰ জীৱন যাপনৰ হাবিয়াস কাৰনো নাই ? ভাগ্যক ধিয়াই থাকি, পুৱা-গধূলি ধূপ-চাকি জ্বলাই ভগৱানক প্ৰাৰ্থনা কৰিলেই ভগৱানৰ কৃপাত জীৱন বা সমাজ সুন্দৰ নহয় । সমাজখন সুন্দৰ কৰিব লাগিব আমি নিজে, হাতে কামে। প্ৰতিভা বৰুৱা আৰু দিগন্তই ইয়াকে বিচাৰিছিল । দুয়ো দুয়োকে মনে প্ৰাণে ভাল পাইছিল । দুয়োৰে মাজত প্ৰাচীৰ হৈ থিয় হ'ল সমাজখন । সেই বাধাৰ প্ৰাচীৰ চূৰ্ণ কৰি সমাজখন পোহৰাবলৈ, সমাজত সাম্যৰ শিখা উজলাই প্ৰেমৰ বন্তি জ্বলাবলৈ অতি সাৱধানতাৰে জোনাকী পৰুৱাৰ দৰে এখুজি দুখুজি কৈ দুয়ো আগবাঢ়িল । এদিন দুয়ো সাধনাত সফল হ'ল,— দুয়ো দুয়োকো সাবটি ল'লে । গীত গাই শ্ৰোতাক আনন্দ দিয়াৰ লগতে ৰগৰ কৰি শ্ৰোতাক হঁহুওৱা ড০ ভূপেন হাজৰিকাৰ গীতৰ এটি প্ৰধান বৈশিষ্ট । এই গীতটিবো শেষত তেওঁ ৰগৰৰ সৃষ্টি কৰি শ্ৰোতাৰ প্ৰাণত হাঁহিৰ ফুলজাৰি উৰুৱাইছে । কাহাৰ্‌ৱা তালৰ এই গীতটি হাজৰিকাদেৱে ভাস্কৰ দাসৰ সৈতে যুটিয়া ভাৱে গাইছে ।

জোনাকী পৰুৱাৰ পোহৰে পোহৰে
প্ৰতিভা বৰুৱাই অকলে আওৱাই
এখুজি দুখুজি লাজুকী খোজেৰে
        হৰিণীৰ লেখিয়া থমকি কিয় ৰয় ?
সিফালৰ পৰা সৌ দিগন্ত ওলালে
প্ৰতিভাক আবেগত সাৱটি ধৰিলে
        লাজতে মৰহি যায় ।
প্ৰতিভা বৰুৱাই আমালৈতো নেচায়
বন্ধু বোলা যাওঁ কি হ'ব গীতাৰ বজায় ?
জোনাকী পৰুৱাৰ পোহৰে পোহৰে
        দিগন্ত প্ৰতিভা বস্তুতে আওৱায় ।

কলিকতা, ১৯৭৭

# জোনাই যেন জোনাকত গা ধুইছিল

ড০ হাজৰিকাদেৱৰ কিছুমান গীত বহু-ধৰ্মী। এই গীতবোৰৰ সুৰৰ ওৰণিখন গুচাই দিলে গীতটি হৈ পৰে এটি সুন্দৰ কথা কবিতা, যাক কবিতা হিচাবে আবৃত্তি কৰিও অন্য এক স্বাদ ল'ব পাৰি। আনহাতে গীতটোৰ চৰণবোৰ গদ্যৰ দৰে সজালে গদ্যৰ সুবাসো পোৱা যায়। এই গীতটো চৈধ্য মাত্ৰাৰ পদ ছন্দৰ গুচৰ চপা। মাত্ৰ প্ৰথম স্তৱকৰ শেষত এটি চৰণ অকলশৰীয়া। প্ৰতি চৰণৰ অন্তিম বৰ্ণৰ মিল আছে। কোনো চৰণৰ অক্ষৰ মাত্ৰা কম বা বেছি যদিও তাক সুৰেৰে টানি টুনি, ঠিক ঠাক কৰি লোৱা হৈছে। গীতৰ কথা ভাগ সুন্দৰ উপমাৰে স্পষ্ট। পাৰ্থিৱ জগতেই হওক বা নৈসৰ্গিক জগতেই হওক প্ৰত্যেক বস্তুৰেই নিজস্ব প্ৰকৃতি আছে। স্বকীয় বৈশিষ্টৰে, নিজস্ব প্ৰকৃতিৰে জীয়াই থকা আৰু বিকশিত হোৱাটোৱেই প্ৰত্যেক বস্তুৰ কাম্য আৰু আনন্দ। জোনটোৱে জোনাকেৰে পৃথিৱী পোহৰায়। পূৰ্ণ জোনটো এদিন দুদিনকৈ গৈ গৈ এদিন অস্তিত্বহীন হয় ক'লীয়া বোকা মাটিৰ বৰণ লয়। পুনৰ এদিন দুদিন কৈ আহি আহি এদিন পূৰ্ণতা প্ৰাপ্ত হয়। জোনৰ গাত থকা ক'লা দাগবোৰক চন্দ্ৰ কলঙ্ক বোলে। এই দাগবোৰৰ বিষয়ে বিভিন্ন দেশত বিভিন্ন সাধু আছে, বিভিন্ন মতামতো আছে। বৈজ্ঞানিক সকলেও নানা বাখ্যা দিছে। সেইদৰে পদুম বোকাত জন্মে। পদুমৰ বাবে বোকাই উত্তম ঠাই। কাৰ বাবে, কিয় ফুলে—বাখ্যা নিষ্প্ৰয়োজন। ফুলৰ ফুলাতেই শান্তি। চিনেমাখনৰ নায়িকা সন্তানহীনা জোনাই এটি সন্তানৰ আশাত পৰ পুৰুষৰ লগত পলাই গৈ কলঙ্কৰ বোকা গাত লিপি ললে, পদুম কলি যেন সন্তান এটি লাভ কৰিলে। সন্তানটিৰ পিতৃ পৰিচয় কি প্ৰশ্নৰ উত্তৰ নিষ্প্ৰয়োজন। মাথোঁ তাই নাৰী। তাই বিচাৰে মাতৃত্ব। কাৰণ মাতৃত্বই নাৰীৰ গৌৰব। সন্তানৰ মুখলৈ চাই নাৰীয়ে সুখ আৰু আনন্দ লাভ কৰে।

জোনাই যেন জোনাকত গা ধুইছিল
নৈৰ যেন সোঁতে তাইক উটুৱাই নিছিল
খৰস্ৰোতা নৈত তাই গা এৰিছিল
অচিনাকী বলুকাত লাগি ৰৈছিল
বোকাৰ পুতলা যেন তাই হৈছিল—
ক'ৰবাৰ এখনি উজনীয়া নাও পাই
পুনু যেন লাহে লাহে উভতিল তাই
নিজ সাজযোৰ হেৰুৱাই পেলাই
বোকাৰ কলঙ্ক গাত সানি ল'লে তাই
নঙঠা দেহা ঢকা বস্ত্ৰ নেপাই
বোকাকে লিপি ল'লে দেহাটি লুকাই।
হঠাৎ কিবা এটি দেখা যেন তাইৰ ভাব হয়
উগুল থুগুল কৰি থমকি যে ৰয়
কাষলৈ গৈ দেখে বোকাত আছে ফুলি
নীৰৱে অকলে এটি পদুমৰ কলি
আলফুলকৈ তাই চিঙি ল'লে ফুল
শান্তিময়ী ব'লে তাইৰ বুৰাই দুকূল।
তাকে লৈ আগবাঢ়ি বিচাৰে পৰিচয়
পদুম কলিটি পাছে নিমাত হৈ ৰয়
তাই ভাবে ফুলে শান্তি ফুলাত হে পায়
সেয়ে, পৰিচয় পত্ৰৰ কোনো প্ৰয়োজন নাই।

কলিকতা ১৯৬৬, বোলছবি : [illegible]

# নিজক দেখি আজি কালি

সময়ৰ টিকনি সদায় আগফালে উৰে । পাখি লগা কাড়ৰ দৰে উৰি যায় সময় । ইখন কোলাৰ পৰা সিখন কোলা বগোৰা, চিএগুৰি চিএগুৰি কান্দি জেদ ধৰি নোখোৱা হোৱা, সমনীয়াৰ সৈতে লৰি ধাপৰি পখিলা ধৰি ফুৰা, পুতলাৰে দৰা কইনা খেলা সেই দিনবোৰ কলৈ গুচি গ'ল ! – সদ্য গাভৰুজনীয়ে নিজকে আইনাৰ সমুখত নিজকে চিনি নোপোৱাৰ দৰে অপ্ৰতিভ হৈ পৰে । সকলোৱে তাইক ডাঙৰ হোৱা বুলি ধৰি লয়। কিন্তু, তাইৰ মনটোৱে এতিয়াও যে শৈশৱতেই বিচৰণ কৰে ! তাইৰ সম বয়সৰ ল'ৰাবোৰ দেখাত তাইতকৈ সৰু হৈয়ে আছে । সিঁহতক সকলোৱে সৰু ল'ৰা বুলিয়েই ধৰে । তাই লহপহ কৈ বাঢ়ি আহিছে । দেহৰ গঠনো আগতকৈ বহু পৰিবৰ্তন হৈছে । গাৰ ৰং উজ্বল হৈ পৰিছে; মুখ মণ্ডল, চকু যুৰি সদ্য প্ৰস্ফুটিত কমলৰ দৰে লগা হৈছে । যৌবনৰ প্ৰথমজাক বৰষুণত সিক্ত তাইৰ কোমল দেহত প্ৰথম বহাগৰ সৌন্দৰ্য্য সমাহাৰৰ পয়োভৰ ঘটিছে । সেয়েহে দাপোণত মুখ চাই তাইৰ নিজকে অচিনাকী অচিনাকী লাগে । আকৌ কোনো সময়ত দাপোনত মুখ চাই চাই নিজেই আপোন পাহৰা হয়; পৃথিৱীৰ শ্ৰেষ্ঠসুন্দৰী জনী তাইহে যেন লাগে তাইৰ। আজিকালি তাই পুতলাৰে কইনা দৰা নেখেলে। পুতলাবোৰ যেন একো একোটা মানৱ প্ৰতিনিধিহে – এনেহেন লাগে । আকৌ কিছুমান মুখে আজিকালি তাইলৈ বেলেগ চাৱনি নিক্ষেপ কৰে । সেই চাৱনিয়ে তাইক জোকায় । সেই চাৱনিবোৰৰ মানেবোৰো তাই নুবুজা নহয় । ছিঃ ! নিজকে লাজ লাজ লাগি যায় । কিয় এনে হয় ? কিন্তু সৌ সিদিনাৰ দৰে আজিও তাইৰ নিজকে সৰু যেনেই লাগে ! লুকা-ভুৰি, দৰা কইনা খেলি, পখিলা ধৰি ফুৰিবৰ মন যায় ! – জীৱনবোধৰ এক নুবুজা সাৰ্থৰে তাইক বিব্ৰত কৰে ।

মানুহৰ জীৱনৰ চাৰিটা স্তৰৰ প্ৰথমটো হ'ল শৈশৱ । তাৰ পিছত ক্ৰমান্বয়ে কৈশোৰ, যৌৱন আৰু বৃদ্ধ কাল । কিন্তু ছোৱালীৰ ক্ষেত্ৰত ইয়াৰ ব্যতিক্ৰম দেখা যায় । শৈশৱ অতিক্ৰমি কৈশোৰলৈ ভৰি দাঙোতেই ছোৱালী কন্যাকাল প্ৰাপ্ত হয় । সেয়েহে ছোৱালীৰ ক্ষেত্ৰত কৈশোৰ যৌৱন একাকাৰ হৈ যায় । শৈশৱ অতিক্ৰমি কৈশোৰত ভৰি দিয়া সদ্য যৌৱনা এজনী গাভৰুৰ সাৰ্থৰ ভৰা মনৰ অৱস্থা এই গীতটিৰে সুন্দৰ ভাৱে অঙ্কিত হৈছে । বিষয় বস্তুৰ গভীৰতাত প্ৰবেশ কৰি গভীৰ অনুভূতিৰ পৰিচয় দিয়া ড০ হাজৰিকাদেৱৰ গীতৰ অন্যতম বৈশিষ্ট । গীতটিত এজনী সদ্যযৌৱনা গাভৰুৰ মানসিক দ্বিধা, দ্বন্দ্ব প্ৰকাশত গীতিকাৰ কৃতকাৰ্য হৈছে।

নিজক দেখি আজি কালি বেলেগ ভাব জাগে
দাপোণ খনিৰ মই জনীক সপোন সপোন লাগে ।

সিদিনালৈকে আছিলোঁ দেখোন পুতুলা ঘৰ সাজি
পুতুলাৰে কইনা-দৰা নেখেলোঁ যে আজি
পুতুলাবোৰ মানুহ মানুহ লগা হ'ল যে কিয়
মৰম চাৱনিয়ে মোক জোকায় কিয়
চাৱনিবো মানেবোৰো বুজা যেন লাগে ।

সোণ পুৱতীৰ সোণ আঙুলিৰ পৰশ লাগি যায়
সেই পৰশৰ মিঠা উমত দেহা দহি যায়
বৰষাই এজামুৰি দি সকিয়ায়
মই হেনো যুৱতী হ'লো শৈশৱ আৰু নাই
কিয় যেন আজিকালি লাজ লাজ লাগে ।

বোলছবি : বনহংস, ১৯৭৭

# ভাবিছিলা এবুকু ভৰাই

১৯৭৭ চনত শিল্পী জয়ন্ত হাজৰিকাই অকাল মৃত্যু সাবটি লয়। কণিষ্ঠ ভাতৃৰ বিয়োগত ড০ হাজৰিকাদেৱ শোকাভিভূত হয়। জয়ন্তৰ শূন্যতাত অশ্রু সিক্ত নয়নেৰে তেওঁ 'নন্দন তত্ত্বৰ কৰ্মী সকল' কিতাপত এনেদৰে লিখিছে— "সি গ'ল গৈ—। আমাৰ ঘৰ শূন্য— । পৰি আছে সেই গীতাৰখন মই এমেৰিকাৰ পৰা আনি দিয়া —তেতিয়া সি আঠ বছৰীয়া ল'ৰা । পৰি আছে সেই ডোব্ৰাটো — ১৯৫৬ চনত ৰাছিয়াৰ ইউক্ৰেনৰ পৰা আনি দিয়া — । পৰি আছে আৰু এটি ডোব্ৰা, ১৯৬৭ চনত তাছখণ্ডৰ পৰা আনি দিয়া । তাৰ যাদুকৰী আঙুলিৰ পৰশ ইহঁতে আৰু নাপায় । ....... ১৯৭৩ আৰু ৭৪ চনত জাৰ্মানিলৈ মই তাক লৈ গৈছিলোঁ। তাৰ পৰা অনা ইলেক্‌ট্ৰিক অৰ্গেণটোও আজি মৌন হৈ আমাৰ নিজৰা পাৰৰ ঘৰত পৰি আছে —আৰু অকলশৰে বহি আছে গাভৰু বিধৱা মনীষা —। আৰু 'আকাশৰ তৰা হৈ থকা দেউতা আকাশৰ কোনখিনিত আছে' বুলি সোধা তাৰ চাৰে ছয় বছৰীয়া মৰমৰ পুতেক ৰাজা—।       এইবাৰ আমাৰ ঘৰৰ দূৰ্গা পূজা – অভিনৱ । দশমীত গোসানী বিদায় দিয়া শৰতত আমি ষষ্ঠীৰ দিনাই 'ৰাণা'ক বিদায় দিব লগীয়া হ'ল । সহস্ৰ লোকৰ মাজত নৱগ্ৰহ শ্মশানত আমাৰ অকণমান মৰমৰ ৰাজাক মই কোলাতলৈ আমাৰ ৰাণাৰ মুখাগ্নি কৰিবলৈ কব লগীয়া হৈছিল। ক'লোঁ –- 'বাবা ৰাজা তই ধূপ এডাল জ্বলাই দে না । সি ক'লে,— কিয় বৰ্তা (বৰদেউতা) ? মই মৌন। — আপুনি কি কব তেতিয়া ? মোৰ চকুপানী লুকুৱাই কলো,—'দে না ভাই এডাল জ্বলাই ? সি ক'লে,— বেলুন দিব লাগিব কিন্তু বৰ্তা — মই ক'লোঁ —- বহুত বেলুন দিম দে, বহুত । – সি ধূপ জ্বলালে – তাকো আমি চাব লগীয়া হ'ল। চিতা জ্বলিল ।"– 'নতুন আশা বোৰ, হেঁপাহৰ ঘৰৰ মায়া এৰি শূন্য কৰি থৈ ন-পথেৰে জ্যোতিৰ পথী বিচাৰি বিচাৰি গুচি গ'ল ।

১৯৬৭ চনত ড০ ভূপেন হাজৰিকাৰ 'চিকমিক বিজুলী' কথাছবিৰ জয়ন্ত হাজৰিকা সহ সঙ্গীত পৰিচালক আছিল। তেওঁ ককায়েক ভূপেন হাজৰিকাদেৱৰ নিৰ্দেশত দোস্ত হবিবুৰ ৰহমানৰ সৈতে বহি সেই নিশাই 'মৃত্যু সাৱটি' গীতটোৰ সুৰ দিলে। তেওঁৰ মৃত্যুত অশ্রু বিগলিত ড০ হাজৰিকাই কয়, 'মইতো নাজানিছিলোঁ যে 'মৃত্যু সাৱটি' গীতটো তাৰ ইমান সোণকালে ফলিয়াব ? . দোস্ত হবিবুৰ ৰহমানৰ গাতো সেই গীতটো ফলিয়াব ?..... জনা হ'লে ময়েই গালোঁহেতেঁন । আমি থাকি গ'লো আশাৰ বৃক্ষ কই' - সোঁহাত স্বৰূপ ভাতৃ 'ৰাণা'ৰ আকস্মিক বিয়োগত ড০ হাজৰিকাদেৱৰ দশোদিশ শূন্য হ'ল । স্তব্ধ হ'ল আকাশ- বতাহ, - গন্ধহীন হ'ল ফুল - গীতৰ সুৰ যেন নোহোৱা হ'ল। জয়ন্ত হাজৰিকাৰ মৃত্যুত তেওঁৰ প্ৰাণৰো প্ৰাণৰ 'প্ৰগতি শিল্পী সংঘ'ই পতা 'সোঁৱৰণ' অনুষ্ঠানত শোক সন্তপ্ত ড০ হাজৰিকাদেৱে এই গীতটো ৰচে আৰু গায় আৰু পিছত 'বনহংস' চিনেমাত দিয়ে ।

ভাবিছিলা এবুকু ভৰাই ঘৰৰ মায়া পাবা
সেই মায়াৰে কোমল কোলাত ক্ষণিক জিৰাবা ।

ঘৰ আছে মায়া নাই , সংগীহীনৰ সংগী নাই
ফুলৰ যেন সুগন্ধি নাই, প্ৰদীপ আছে জেউতি নাই
কাৰনো মৰম আকোঁৱালি ল'বা ? সঁহাৰি নেপাবা ।
শ্ৰান্ত বতৰ ক্লান্ত বায়ু, সুৰও বন্দী হ'ল
আশাৰ তৰী, নিৰাশাৰ বালিত লাগি ৰ'ল ।
সকলো আছে কিবা নাই, জীৱন আছে ৰস নাই
প্ৰভাত আছে সূৰ্য্য নাই, শূন্যতে একো যে নাই
কি বিচাৰি ক'লৈ গুচি যাবা ? সঁহাৰি নেপাবা । ভাবিছিলা .

চলচ্চিত্ৰ ঃ বনহংস, ১৯৭৭

# মোৰ মন বাঘ যদি আজি

**শিশুৱে** মাকক ভাল পায়— এইটো স্বভাৱ সিদ্ধ। তেনেকৈ দেশপ্ৰেমো মানুহৰ শিৰাই শিৰাই বৈ থাকে । ৰাজনীতি কৰিলে বা বুদ্ধিজীৱি, সাংবাদিক, সৈনিক হ'লেহে যে দেশ প্ৰেমিক হয় এনে নহয়; চকুত পৰাকৈ নহলেও প্ৰত্যেক মানুহে কিবা নহয় কিবা অৱদান আগবঢ়ায় দেশৰ বাবে। প্ৰবাসত থকা জনেও স্বদেশক ভাল পায় । দেশক ভাল পায় ড০ ভূপেন হাজৰিকাইও । দেশৰ (বিশেষকৈ অসম, উত্তৰ পূৰ্বাঞ্চলৰ) দুৰ্দিনত তেওঁৰ বুকু হমেহমায় পুত্ৰ হৈ মাতৃৰ বাবে একো কৰিব নোৱাৰাৰ বাবে ! মাতৃক অভয় বাণী শুনায় গীতেৰে শত্ৰুৰ ভয়ত অভাগীনিৰ দৰে নেকান্দিবলৈ ! কাৰণ গীতেই তেওঁৰ অস্ত্ৰ আৰু তেওঁ সৈনিক শিল্পী । গীতেৰে দেশৰ সৈনিকসকলক উদগনি দিয়ে যি মুহূৰ্তলৈকে দেশৰ সীমান্তত শেষ শত্ৰু দৈত্যটিৰ মৰণ নহয় তেতিয়ালৈকে ৰণ ক্লান্ত নহবলৈ । ১৯৬৮ চনতে তেওঁ গীতেৰে ৰাইজক সচেতন কৰি দি কৈছিল যে অসমীয়াই যদি সংগ্ৰাম নকৰে তেন্তে এদিন অসমতে ভগনীয়া হ'ব । ১৯৮০ চনত্ৰে অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দেলনত নতুন পুৰুষক সাহস দি গাইছে 'আকৌ যদি যাব লাগে শৰাইঘাট লৈ লুইতপাৰৰ ডেকা বন্ধু নেথাকিবা বৈ'— বুলি । সেই আন্দোলনৰে প্ৰায় হেজাৰ শ্বহীদক সশ্ৰদ্ধ প্ৰণাম জনাই কৃতজ্ঞতাৰে গাইছে— 'তেজ দিলোঁ প্ৰাণ দিলোঁ ত্যাগ দিলোঁ ডেকা বন্ধু পুনু আহিবা, আহি যুঁজিবা, যুঁজি জিকিবাই ডেকা বন্ধু ।' অসমৰ প্ৰতিটো সংকটৰ মুহূৰ্তত তেওঁ আগুৱাই আহে আৰু এখন বিভেদহীন, প্ৰগতিশীল, সুস্থ, সাম্যৰ সুন্দৰ সমাজ গঢ়ি মানুহে মানুহৰ মৰমত জীয়াই থকাৰ বাবে প্ৰেৰণা দি ওৰেটো জীৱন গীত গাই আহিছে । তেওঁৰ আন এটি মহৎ কাম হ'ল, অসম তথা উত্তৰ পূৰ্বাঞ্চলৰ নানা জাতি জনজাতিৰ কালৰ বুকুত হেৰাই যাব ধৰা লোক সংস্কৃতিৰ মণি মুকুতাবোৰ বুটলি আনি ন সাঁচত গঢ়ি পিটি সুন্দৰ কৰি অসমী আইৰ ডিঙিত পিন্ধাই দিছে । ইমানখিনি কৰাৰ পাছতো কোনো দুৰ্বল মুহূৰ্তত হয়তো তেওঁৰ বুকুখন ধৰফৰাই উঠে 'মোৰ দেশৰ বাবে মই কি কৰিলোঁ' বুলি । তেনে এটি ক্ষণতে সৃষ্টি হ'ল এই গীতটিৰ । তেওঁ কয়, 'মাজে মাজে লাজ লাগে— মোৰ দেশ মাতৃকাৰ বাবে মই একোকে কৰিব নোৱাৰিলোঁ । তেনে এটি ক্ষণত ওলোৱা কেইটিমান কথা —'

মোৰ মন বাঘ যদি আজি চৰাই এটি হয়
আৰু ক'ৰবাৰ চিলনীয়ে খেদি খেদি কয়
তোৰ সাহৰ দেখোন কোনো চিন চাব নাই
মই ক'ম কি ?

মোৰ মাটিডৰা যদি আজি চন পৰি যায়
আৰু আয়ে যদি কান্দি কান্দি মোক আহি কয়
সেউজ ৰঙ মোক বাৰু কিয় নিদিলি
মই ক'ম কি ?

মোৰ বুকুখন যদি আজি পাল হৈ যায়
ধুমুহাই যদি তাকে সঘনে কোবাই
মই জানো মুখখন হাতেৰে ঢাকি
চিঞৰিম আকাশ কঁপাই ?
মোৰ দেশখন যদি আজি আই হৈ যায়
আৰু আয়ে যদি কান্দি কান্দি বাৰে বাৰে কয়
তই বাৰু মোৰ বাবে কি কৰিলি, —— মই ক'ম কি ?

কলিকতা, ১৯৮৮

# মৎস্য কুৰ্ম্ম নৰসিংহ বামণ পৰশুৰাম

অসমীয়া সমাজ নামধৰ্ম প্ৰধান । অসমীয়া সমাজত শুভ দিনৰ আগমনত কৃতজ্ঞতাৰে ভগৱানক সুঁৱৰি বা বিপদ-আপদ, বেমাৰ-আজাৰত পৰিত্ৰাণ বিচাৰি তুলসীৰ তলত, নাইবা থাপনাৰ আগত ধূপ-ধুনা, বন্তি জ্বলাই শৰাই এখন আগবঢ়াই ঘোষা পদ গাই ভগৱানৰ চৰণত প্ৰাৰ্থনা জনোৱা হয় । এই গীতটি মাধৱদেৱৰ শ্ৰেষ্ঠ কীৰ্তি 'নামঘোষা'ৰ দ্বিতীয় স্তৱকৰ ভগৱানৰ দশ অৱতাৰৰ বৰ্ণনাৰে আৰম্ভ কৰা হৈছে । ঈশ্বৰৰ কৃপা অবিহনে আমাৰ কোনো কাৰ্য্য সিদ্ধি নহয় । বিশ্বাসে মিলয় হৰি । এই গীত দুটাত তেনে ভাব প্ৰকটিত হৈছে । প্ৰথম গীতটি ভগৱানৰ কৃপাতেই হেৰুওৱা লখিমী উভতি আহিছে আৰু মৰহা পাপৰি পুনৰ ফুলি উঠিছে আৰু দ্বিতীয় গীতটোত সোণটি যেন মাটিৰ চাকিৰ শলিতা, দুখীয়া পিতৃৰ পঁজা উজ্জলাইছে, পিতৃ মাতৃৰ চকুলো মচি দিছে । কিন্তু তেওঁলোকৰ খালি হাত; জন্মদিনত দিবলৈ একো নাই । মাথোঁ মায়াৰ কুঁৱলীয়ে বাট ঢাকিছে । সেয়েহে সন্তানটিক ভালে কুশলে ৰাখিবলৈ ভগৱানৰ চৰণত প্ৰাৰ্থনা জনাইছে ।

(১)

"মৎস্য কুৰ্ম্ম নৰসিংহ বামণ পৰশুৰাম
হলিৰাম বৰাহ শ্ৰীৰাম ।
বুদ্ধ কল্কি নামে দশ আকৃতি ধৰিছা কৃষ্ণ
তযু পাৱে কৰোঁহো প্ৰণাম ।।"

মোৰে উদং ঘৰখনিৰ নঙলা খুলিছে
লখিমী উভতি আহি
নিজ হাতে সাৰিছেহি মোৰে বাৰী চোতালখনি
অ' ফুলালে মৰহা পাহি ।

এন্ধাৰকৈ আকাশত আকৌ যেন দেখিছোঁ
মৰমী জোনাকৰে ঢল
হেৰুওৱা লখিমীক হাততেপাই যেন
সংসাৰ শুৱনি হ'ল ।

(২)

মৎস্য কুৰ্ম্ম
অ' তযু পদে কৰোঁহো প্ৰণাম ।।

মোৰ সোণ যেন কুশলে থাকে
জন্মদিনতো দিবলৈ একো নাই
নোচোৱে যেন মোক পাপে ।।

দুখীয়াৰ পঁজাৰে মাটিৰে চাকিৰে
সোণ মোৰ শলিতাগছি
শুদাকৈ জীৱনত সোণ মোৰে আহি
চকুপানী দিলে মচি
মায়াৰে কুঁৱলীত নেদেখোঁ বাট
দিয়া যেন আশীৰ্বাদ ।।

কলিকতা, [illegible] [illegible]

# শ্যামকানু সত্যৰ মৰণ নাই

মানুহ আৰু জীৱ-জন্তুৰ মাজত পাৰ্থক্য এয়ে যে মানুহৰ 'বিবেক' আছে। সেয়েহে মানুহ সংযমশীল; – ভাল বেয়া ন্যায় অন্যায় বিচাৰ কৰিবলৈ সক্ষম। সেই বাবেই মানুহ জীৱ শ্ৰেষ্ঠ। আজিৰ সভ্য মানুহৰ মাজত মাজে সময়ে এই গুণৰ অপব্যৱহাৰ হোৱা দেখা যায়। নিজৰ হেৰোৱা অধিকাৰৰ দাবীত প্ৰাপ্য অধিকাৰ বিচাৰি অহিংস আন্দোলন কৰাটো যুক্তি সঙ্গত। অন্যথায় কাপুৰুষালিৰ দোষে চোৱে। নিজৰ ঘৰখন, মাটিখিনি, দেশখন, ভাষাটোক ৰক্ষা কৰা প্ৰত্যেক মানুহৰেই পবিত্ৰ কৰ্ত্তব্য। এই কৰ্তব্য কৰিবলৈ নিজৰ 'হক' বিচাৰি যাওঁতেই ফাঁচী কাঠত ওলমিছিল মণিৰাম, পিয়লিয়ে। পুলিচৰ গুলি বুকু পাতি লয় কনকলতা, ভোগেশ্বৰী, মদন ৰাউতা, ৰঞ্জিত বৰপূজাৰী, অনিল বৰা, মোজাম্মিল হক, খৰ্গেশ্বৰ তালুকদাৰ আৰু সহস্ৰ শ্বহীদ আৰু চীনা আক্ৰমণত নিহত জোৱানে। এই নিধন পৰ্ববোৰে কোনো মাতৃৰ বুকু শুদা কৰিলে, কোনোৰ শিৰৰ সিন্দূৰ মচিলে, হেৰাই গ'ল থুনুক থানাক মাতৰ কোনো শিশুৰ মুখৰ 'দেউতা' শব্দ, ভাতৃ হীন হ'ল কোনোবা ভগ্নী-ভাতৃ। অসমত দুই তিনি দশক জুৰি কেবাটাও উগ্ৰবাদী সংগঠনে হত্যা লীলা চলাই আছে। এই উগ্ৰপন্থী গোট সমূহৰ আলমতে অনেক দুষ্কৃতিকাৰীয়েও নিৰ্বিচাৰে হত্যা, লুণ্ঠন ধৰ্ষণ, বলাৎকাৰ চলাই গৈছে। শান্তি ৰক্ষাৰ শপত খোৱা অনেক পুলিচ কৰ্মী আৰু সৈনিকৰো উগ্ৰপন্থীৰ বোমা-বন্দুকত জীৱন নাটৰ সমাপ্তি ঘটিছে। কোনোৱে মৰিছে দেশৰ বাবে; কোনো মৰিছে চৰকাৰী বেচৰকাৰী সন্ত্ৰাসত। যিয়েই নহওক, মাতৃৰ মানত সকলো সন্তান একে।

এই গীতটি চিনেমাখনিৰ কাহিনীৰ সৈতে সম্পৃক্ত। স্ত্ৰীৰ বাবে স্বামীৰ চৰণ পূত পূণ্যৰ ঠাই। কিন্তু সেই পত্নীয়ে এটি সন্তানৰ আশাত পৰ পুৰুষৰ লগত পলাই যায়। পুনৰ পলাই যোৱা পত্নীক ঘূৰাই পাই হোজা স্বামীয়ে নিজ ঘৰ সজাবলৈ পাই সুখী হৈছে। কিন্তু যিজন জনা বুজা লোকে সংযমহীন হৈ অবলা নাৰীক পলুৱাই নি অসামাজিক কাৰ্য্য সংঘটিত কৰিলে, মানুহৰ ৰূপত বন্য পশু হ'লে শোভা নেপায়। সত্যক গাপ দি ৰাখিব নোৱাৰি এদিন নহয় এদিন প্ৰকাশ হ'বই। এই গীতটো 'শ্যামকানু দূৰ হৈ নাযাবা' লোকগীতটোৰ আলমত ৰচা।

শ্যামকানু সত্যৰ মৰণ নাই
সাধিলে হেৰোৱা বস্তু, হাততে যে পায়।

(ঐ ৰাম) স্ত্ৰীৰ বাবে স্বামীৰ চৰণ পূত পূণ্য ঠাই
মাতৃৰ বুকু ভৰে যেবে পুত্ৰই বোলে 'আই'।

(ঐ ৰাম) বন্য জন্তু শান্ত নহয়, সংযম হেৰায়
মানুহ ৰূপে বন্য হ'লে শোভা যে নেপায়।

অগ্নিযুগৰ ফিৰিঙতি তই
গ'লিগৈ অগনি জ্বলাই
কালিৰ শিশুৰ বাবে তোৰেই আজিক
সঁপিলি শোণিত বোৱাই।
ভবিষ্য পুৰুষৰ বিপ্লৱী মন
জোকাৰি জোকাৰি যায়
শোষণকাৰীৰ গুলি লঙ্ঘিয়াই
শ্বহীদ আজি আগুৱায়।

ৰচনা : ২৭, [illegible]/১৯৭৭। বোলছবি : কনজুই

# অ' অভিমানী বন্ধু

জীৱন এক কলা — সুখ দুখ, হাঁহি অশ্রুৰ বৰণীয়া ৰেখাৰে কেনভাচ অকা । মানুহৰ হিয়াই হিয়াই ৰৈ আছে প্ৰেম-ভালপোৱা, কামনা-বাসনাৰ নৈ, যিবোৰৰ অবিহনে জীৱন হৈ ৰয় আধৰুৱা । মানুহে সমাজাকাৰে বসবাস কৰি অহাৰ পৰাই সমাজখন সুচাৰু ৰূপে পৰিচালনা কৰিবলৈ কিছুমান বিধি বিধান প্ৰণয়ন কৰা হৈছে। এই বিধি বিধান সমূহ অমান্য কৰিবলৈ গ'লে কিছুমান সামাজিক শাস্তি, কদৰ্থনা, লাঞ্ছনা-গঞ্জনা সহিব লগীয়া হয়; অপদস্থ হ'ব লাগে । বন্য পশুৱে যি খুচি তাকে কৰে । কাৰণ সিহঁতৰ সংযম নাই । মানুহ জীৱ শ্ৰেষ্ঠ এই কাৰণেই যে মানুহৰ বিবেক আছে, সংযমী । সংযম এক মহান ত্যাগ যিয়ে আনৰ, সমাজৰ বাবে ভবায় । আমাৰ সমাজে প্ৰয়োজন বোধে পুৰুষক বহু বিবাহৰ সুযোগ দিছে । কিন্তু নাৰীক সেই সুযোগ দিয়া নাই । সেয়েহে নাৰীয়ে প্ৰেমৰ দহনত দহিলেও, কামানলত জ্বলিলেও পৰ পুৰুষৰ সান্নিধ্য লভাটো অবৈধ ।

অসম তথা ভাৰতবৰ্ষ কলাৰ দেশ । ইয়াত নৃত্য-গীত, নাট ভাওনা, থিয়েটাৰ-চাৰ্কাচ আদি কলাৰ জৰিয়তে মানুহক আনন্দ প্ৰদান কৰা হয় । শিল্পী সকলে অকল যে শ্ৰোতা দৰ্শককহে আনন্দ দিয়ে এনে নহয় ইয়াৰ দ্বাৰা তেওঁলোকেও লাভ কৰে এটা ৰসময়ী জীৱন । অস্থায়ী প্ৰেক্ষাগৃহে প্ৰেক্ষাগৃহে থিয়েটাৰ চাৰ্কাচ প্ৰদৰ্শন কৰি ফুৰোঁতে অনেক সময়ত তেওঁলোকে অনেকৰ সান্নিধ্যলৈ আহে, নিকট আপোন হৈ পৰে । কিন্তু এদিন এই অঘৰী জীৱন এৰিব লগীয়া হয় । তেতিয়া নিষ্ঠুৰ বিদায়ৰ বেলিকা তেওঁলোকৰ বুকু ভাঙি চুৰমাৰ হয়। তেনে এটি পৰিবেশতে গোৱা হয় এই গীতটি । ভাবৰ গভীৰতা, অলপ কথাৰেই বিশালৰ সন্ধান দিব পৰা হাজৰিকাদেৱৰ গীতৰ অন্যতম বৈশিষ্ট । গীতটিৰ শেষৰ অন্তৰাটিয়ে আন এটা কথাৰ ইংগিত দিয়ে। আমি অভিনেতা বা কলা-কুশলী হিচাবে দুদিনৰ বাবে এই পৃথিৱীৰ অস্থায়ী পেক্ষাগৃহলৈ আহোঁ । 'অভিনয় শেষ হ'লে, আয়ু বেলি মাৰ গ'লে' পুনৰ উভতি যাওঁগৈ । এইদৰে এটা প্ৰেক্ষাগৃহ সামৰি আন এটা প্ৰেক্ষাগৃহত অভিনয় কৰোঁ — পুনৰ উভতোঁ । চাৰ্কাচৰ শিল্পীৰ দৰেই মানৱ আত্মাইও ইটোৰ পিছত সিটো মানৱ দেহত জনম লয় । নিৰ্দ্দিষ্ট সময়ৰ অন্তত পুনৰ উভতি যায়গৈ। কাৰণ, মানৱ জীৱন ক্ষণ ভঙ্গুৰ যদিও আত্মা অবিনশ্বৰ। এনেদৰে অহা-যোৱা এক চক্ৰগতিৰে আত্মাই ঘূৰি থাকে বুলি জন্মান্তৰবাদত বিশ্বাসী সকলে বিশ্বাস কৰে।

অ' অভিমানী বন্ধু
ভূল নুবুজিবা — নাপাহৰিবা
পাহৰি নাযাবা ।
সংযমহীনা বুলি দুষিছিলা
তুমিয়ে চাগে শুদ্ধ
পৰ পুৰুষত অধিকাৰ নাই
সেয়ে মোৰ পথ বন্ধ ।
সেয়ে বিদায় মাগিলোঁ,
হাৰও মানিলোঁ
কৰি নিয়তিৰে যুদ্ধ ।

তথাপি তৰিলোঁ তোমাৰ সভাত
লুকাই খেলিলোঁ খেলা
অঘৰী জীৱন হয়তো নাপাম
শূন্যতে মোৰ মেলা ।

ৰোলছবি : অং-ৰূপা, ১৯৭৮

# অ' তুমি জোন নে সোণ

নীলিম সলিল ৰাশিক অজস্ৰ লহৰে চুমা দিয়া পাৰাপাৰহীন সাগৰ । নিশা জোনৰ জোনালীৰে সাগৰখন হৈ যায় মায়াময়। জোনৰ জোনাক সৰি জিলিমিলিয়া হৈ পৰে সাগৰৰ পাৰৰ বালি । ফিৰ ফিৰিয়া সাগৰীয় বতাহ জাকে দেহ মন পখালি জুৰ পেলায় । — এনেহেন সাগৰ তীৰত বহি আছে দুটি ডেকা-গাভৰু, - দুটি দেহা, একেটি মন, দুয়ো দুয়োতে মগন । সেই মাযাময় ক্ষণত প্ৰেমিকৰ দৃষ্টিত জোন হৈ জ্বলিছে, সোণ হৈ জিলিকিছে, শিখাৰ দৰে উজ্বল হৈ পৰিছে প্ৰিয়াৰ ৰূপৰ জ্যোতি । প্ৰিযাৰ ৰূপৰ, মনৰ সৌন্দৰ্য্য কিমান সুন্দৰ প্ৰেমিকৰ কল্পনাৰ সীমা নাই — দিগন্ত অতিক্ৰমি যায । দুচকুত দুয়োৰে মৰমৰ অপৰূপ প্ৰকাশ। দুখন হিয়াৰ এই গভীৰ ভালপোৱা, নিবিড় সান্নিধ্য দেখি সাগৰেও যেন ভাষা হেৰুৱায় । প্ৰেয়সীৰ সঁচা মৰম, প্ৰেম আলিঙ্গনত প্ৰেমিকৰ জীৱন লালসা বঢ়ি যায– জীয়াই থাকিবৰ মন। মিলন অবিহনে প্ৰেম জানো সাৰ্থক হয় ? প্ৰেমে বিচাৰে চিৰকাল দুয়ো এক হৈ ৰোৱা। সেয়ে প্ৰেমিকে সন্দিহান প্ৰিয়াক দিলে মিলনৰ পূৰ্ণ আশ্বাস । প্ৰিয়াৰ সুগন্ধি সনা কেশৰ ইমান মিঠা আৱেশ । প্ৰিযতমৰ বুকুখনো ইমান উদাৰ । আকাশৰ দৰে । সেই আকাশ যেন আকাশ নহয় — এখন বিশাল তুলাপাত, য'ত লিপিবদ্ধ হৈ আছে দুয়োৰে প্ৰেমৰ ইতিহাস । অনেকৰ মতে প্ৰেম স্বৰ্গীয়; মিলনৰ কোনো মানে নাই কিন্তু জীৱন কামনা বাসনা শূন্য নহয । ড০ ভূপেন হাজৰিকাদেৱৰ গান কেৱল কল্পনা বিলাস নহয়, তেওঁৰ অনেক গীত বাস্তৱ জীৱন আৰু দৈহিক প্ৰেমৰ সুগন্ধিৰে সুবাসিত ।

অ' তুমি জোন নে সোণ নে শিখা
অ' মোৰ এটি নাম যৌবনৰ তৃষা ।

কথা ঃ সাগৰৰ পাৰ ।

অ' অ' সাগৰৰ পাৰে পাৰে বা —
নিশা তুমি মই বহি আছোঁ তাত
তুমি হ'লা লাহৰী, সাগৰৰে লহৰী
সৌৱা চোৱাঁ, আজলিবোৰ
কিয় হয় বাউলী
আমি একে হোৱা দেখি
লহৰ লেখি লেখি
সাগৰে যে হেৰুৱালে ভাষা ।
অ' আজি জোনাকৰে জিলমিলিয়া নিশা
মোৰো বঢ়ালাঁ যে জীৱন লালসা ।
দুচকুতে মৰমৰে আভাস
চেনেহৰে অপৰূপ প্ৰকাশ
নকৰিবা ভয় নাই সংশয়
আছে মাথোঁ মিলনৰে আশা
সুগন্ধী সনা কেশ, কি মিঠা আৱেশ
তোমাৰ বুকুখন আকাশ যেন এখন
সেই আকাশৰে গাত বিশাল তুলাপাত
প্ৰেমেৰে তাত ইতিহাস লিখাঁ ।

ৰচনা ঃ কলিকতা, ১৯৭৮

# অ' মালতী কথা এটি

তাঁতশালখন অসমীয়া সংস্কৃতিৰ অপৰিহাৰ্য্য অঙ্গ । অসমৰ কুটিৰ শিল্পৰ ভিতৰত অন্যতম তাঁতশালে আৰ্থ সামাজিক দিশত প্ৰভূত বৰঙনি আগবঢ়াইছে । অসমীয়া শিপিনীয়ে তাঁতশালত সপোন ৰচে । তাহানি অসমৰ ৰমণী সকলে তেওঁলোকৰ বীৰ স্বামীসকলক ৰাতিতে সূতা কাটি কবচ কপোৰ বৈ যুদ্ধলৈ পঠিয়াইছিল। সেই কবচ কাপোৰ গাত মেৰিয়াই স্বামীয়ে যুদ্ধত জয়ী হৈ আহিছিল । আহোম স্বৰ্গদেউ সকলৰ দিনতে অসমৰ বয়ন শিল্পৰ যথেষ্ট উন্নতি হয় । মহাপুৰুষ শঙ্কৰদেৱে বৰপেটাৰ তাঁতীকুছিৰ গোপাল তাঁতী প্ৰমুখ্যে তাঁতীসকলৰ সহযোগত শ্ৰীকৃষ্ণৰ লীলা মালা সম্বলিত ছকুৰি হাত দীঘল আৰু তিনিকুৰি হাত পুতলৰ আটক ধুনীয়া বৃন্দাবনী বস্ত্ৰখন বৈ উলিয়াইছিল। এনে উদাহৰণ পৃথিৱীতে বিৰল ' মহাত্মা গান্ধীয়ে অসমীয়া শিপিনীয়ে তাঁতৰ শালত সপোন ৰচা চানেকী দেখি চমকৃত হৈছিল । অসমীয়া গাভৰুৱে কটনা কাটি নিজৰ লগতে পৰিয়ালটিও পোহপাল দিব পাৰে । তাঁতশাল সংযোগী ব্যৱসায়িক দিশ এটিও আছে । তাঁতশাল সজা মিস্ত্ৰী, বোৱন সামগ্ৰীৰ দোকান আদিৰেও অনেক লোক সংস্থাপিত হৈছে । ইয়াৰ উপৰিও কিছু লোকে ঘৰে ঘৰে গৈ সূতা বিক্ৰী কৰে । এই সূতাৰ বেপাৰীবোৰে ভিন্ন মানৰ আৰু বিভিন্ন ৰঙৰ সূতা লৈ ঘৰে ঘৰে গৈ বিক্ৰী কৰে গৈ । বোৱনীবোৰে নিজৰ পছন্দ অনুসৰি ঘৰতে সূতা কিনে । এনেদৰে সূতা বিক্ৰী কৰোঁতে কেতিয়াবা বেপাৰী ডেকা আৰু শিপিনী গাভৰুৰ মনৰ মিলন হয় আৰু বিয়া হয় । বিয়াৰ কথা শুনি গাভৰুৰ মনৰ ছবি কেনেকুৱা হ'ল গীতটিত সুন্দৰকৈ প্ৰকাশ পাইছে । পিছে আন আন গাভৰুৰ দৰে এইজনী গাভৰুৰো চকুত বিয়াহৈ চহৰত বিলাসী জীৱন যাপন কৰাৰ সপোন আছিল ' কিন্তু ব্যৱসায়ী ডেকাজনে চাকৰি বিচাৰি চহৰলৈ নেযায়। দুয়ো হেনো গাৱঁতে সৰগ পাতিব। আজি গাৱঁৰ লোক চহৰ মুখী হোৱা দিনত এনে গীত নিতান্তই প্ৰেৰণাদায়ক।

অ' মালতী কথা এটি
কওঁ শুনা কাণ পাতি
মোৰ হেনো বিয়া হ'ব এইটো বহাগতে ।
মোৰ বুকুখনি ধৰফৰায় — নতুন উলাহতে ।

সেই যে বাৰ, দেখিছিলোঁ সূতা বেচাজন
যোৱা বেলি বিহুতে মোৰ
হৰি নিছিল মন
মোৰ বিনে মৰিম বুলি
ক'লেহি থিতাতে ।
মোৰ বুকুখনি ধপেধপায় —— অজান ভয়তে ।

বেইৰে তলতে ঐ ৰাম—— নোৱাব ধুৱাব
ঐ ৰাম — ভাবিলে গা সিৰে সিৰায় ।
হোমৰে অগনি ঐ ৰাম
দীঘলকৈ ওৰণি ঐৰাম
ভাবিলে মন ধপেধপায় ।
ভাবিছিলোঁ বিয়া পাতি থাকিম চহৰতে
চাকৰি বিচাৰি নেযাওঁ বুলি ক'লৈ ।
দুয়ো হেনো সৰগ পাতিম আমাৰ গাঁৱতে ।

# এই ধুনীয়া গধূলি লগন

নিৰিবিলি জোনাক গলা ধুনীয়া গধূলিৰ সেই ক্ষণ অতি অনুপম ! এনে ক্ষণত প্ৰেমিক প্ৰেমিকাই দুয়ো দুয়োকে নিচেই কাষতে পালে সেই ক্ষণ হৈ যায় মায়াময়, অতি মোহময় । আনকি কেতিয়াবা সমাজৰ নীতি-নিয়মও ভাঙি যায় অজানিতে । কিন্তু প্ৰেম নো কি ? যিয়ে বাধা নেমানে, ধন-ঐশ্বৰ্য্য, ৰূপ-সৌন্দৰ্য্য, সময়-অসময়, বয়স একোকে নিবিচাৰে, একোকে নিচিনে ? মাথোঁ কটাৰীয়ে বুকু ভেদাৰ দৰে শণ শণকৈ বুকুত হানে । যিহৰ পৰিণতিত ট্ৰয় নগৰ, স্বৰ্ণ লঙ্কা ধ্বংসে হৈছিল । যিহৰ প্ৰবল আকৰ্ষণত জন্তি-পানেই যুতিৰ জীৱন শলিতা নিৰ্বাপিত হৈছিল । যিহৰ তাড়নাত মানুহে অবৈধ মিলনত লিপ্ত হয় ? যৌৱনত প্ৰেমিক বা প্ৰিয়া অবিহনে জীৱন এন্ধাৰ এন্ধাৰ হয় । প্ৰেমিক বা প্ৰিয়াৰ পৰা পোৱা মৰম এন্ধাৰ পৃথিবীত যেন এচমকা বিজুলীৰ পোহৰ – যিয়ে জীৱন জিলিকাই তোলে । সেয়েহে হৃদয়ৰ আহ্বানত পাপক ভয় নকৰি, সমাজৰ নীতি নিয়ম ভাঙিও প্ৰেমিক প্ৰেমিকাই গোপনে, অবৈধ ভাবে মিলিত হয় । ড০ হাজৰিকাদেৱৰ কেবাটাও গীতত সমাজৰ আঁৰত ঘটা অবৈধ, দৈহিক প্ৰেমৰ বৰ্ণনা পোৱা যায় । কিন্তু এইবোৰো তেজ মঙহৰ মানুহৰ মাজতেই ঘটা ঘটনা। সেয়েহে প্ৰেমৰ দুৰ্বাৰ শক্তিৰ বিষয়ে গবেষণা কৰি আৰু প্ৰেমজনিত এই কথাবোৰ এন্ধাৰত ৰাখি সমাজখন গেলি নিঃশেষ হবলৈ নিদি মানৱতাবাদীজনে কলাৰ মাধ্যমেৰে, অমিয়া সুৰেৰে সজাই পৰাই জন সমাজত বিলাই দিছে যাতে ইয়াৰ দ্বাৰা জীৱনৰ কোনো ক্ষতি নহয় ।

কথা : জানকী,
: কি ?
: কিয় সংযমহীন আচৰণ ?
: কিয় ?
এই ধুনীয়া গধূলি লগন
সংযমহীন আচৰণ
সমাজৰ আঁৰতে নিয়ম ভাঙি
কিয় দুয়ো দুয়োতে মগন ?
কথা : কিয় বাৰু ? – প্ৰেমনো কি ?
প্ৰেম যেন বহুতৰ কটাৰীৰ খেল
শাণিত কটাৰী চলে
শণ্ শণ্ শবদে বুকু ভেদিলে
বাধা দিব কোন কৌশলে ?
কথা : কিয় এই আকৰ্ষণ ?
জীৱন এন্ধাৰ জগত এন্ধাৰ
তুমিতো বিজুলিৰ চাকি
তোমাৰ জ্যোতি যদি বুকুতে হেৰাই
দিলাই বা অকমাণ ফাকি
অঘৰী জীৱন অকলশৰীয়া
পাপ যদি হয় হওক জগৰীয়া
কম্পিত বুকুৰ আকলুৱা
দুটি বাহু মৰম বলিয়া ।
কথা : দিয়া মিঠা আলিঙ্গন ।

বোলছবি : মনপ্ৰজাপতি, ১৯৭৮

# কপিলী কপিলী ৰাংঢালী ছোৱালী

প্ৰাচীন কালৰে পৰা নদীক নাৰীৰ ৰূপত কল্পনা কৰি অহা হৈছে। নাৰীক শক্তিৰূপা দুৰ্গা, লক্ষ্মী, সৰস্বতীৰ ৰূপত কল্পনা কৰা হৈছে। যি গ্ৰন্থত পৰম শক্তিক স্ত্ৰীৰূপৰ মাজেৰে প্ৰকাশ কৰা হয় বহল অৰ্থত তাকেই শাক্ত সাহিত্য বোলা হয়। এই গীতটিকো শাক্ত সাহিত্যৰে অঙ্গ বুলিব পাৰি। এই গীতটিত কপিলা নদীক চঞ্চলা-চপলা, ৰাংঢালী, মৰম লগা ৰূপহী গাভৰু একজনীৰ ৰূপত কল্পনা কৰা হৈছে। খৰস্ৰোতা কপিলী নদীৰ মহিমা বুজা টান; বাৰিষা যৌবনোন্মাদিনী হৈ উটুৱাই নিয়ে পথাৰৰ ধান, মানুহ, জীৱ-জন্তু। মানুহৰ অভিশাপ স্বৰূপ হৈ পৰা এই কপিলীয়েই হ'ল এদিন শক্তিৰ উৎস; মানুহৰ ত্ৰাণ। কপিলীৰ বুকুত নিহিত শক্তিৰ সন্ধান পাই কঁকালত টঙালি বান্ধি ওলাল বিজ্ঞানীৰ দল কপিলীক বান্ধিবলৈ। বিজ্ঞানী, ইঞ্জিনীয়াৰ ডেকা সবে কপিলীৰ লগতে উমৰাংচু নদীকো বান্ধিলে। এই প্ৰকল্প গঢ়োতে দিনে নিশাই হাবি-বন কাটি কাটি কাম কৰা কেবাজনো শ্ৰমিক আৰু ডেকা ইঞ্জিনীয়াৰ নৈৰ সোঁতত উটিগৈ মৃত্যু মুখত পৰে। তেওঁলোকৰ মৃত্যুক নেওচা শ্ৰমৰ ফলত ৰাইজৰ আশাৰ ঘৰত বন্তি জ্বলিল। কপিলীৰ দেহত লুকাই থকা হেজাৰ সূৰ্য্যৰ জ্যোতিয়ে দশোদিশ আলোকিত কৰাৰ লগতে আৰ্থ সামাজিক দিশতো ন-দিগন্তৰ সূচনা কৰে। যুগ সচেতন গায়ক গীতিকাৰ ড০ হাজৰিকা দেৱে কপিলী ৰূপী নাৰী শক্তিৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰি গোৱা এই গীতটিত প্ৰতিগৰাকী নাৰীৰ বক্ষত আৱিস্কাৰ কৰিছে অপৰিসীম শক্তি। আজি চৌদিশে যৌতুককে ধৰি নানা কাৰণত বোৱাৰী হত্যা, ধৰ্ষণ, বলাৎকাৰ আদি নাৰী নিৰ্য্যাতন চলিছে। গীতটিৰ অন্তৰ্নিহিত ভাবাৰ্থ হ'ল কপিলীত বান্ধ বান্ধি উচিত ব্যৱস্থা লোৱাৰ দৰে নাৰী শক্তিকো হেয় নকৰি উচিত মৰ্যাদা প্ৰদান কৰি নাৰী পুৰুষ দুয়ো সম গতিৰে খোজ আগবঢ়ালেহে সমাজখন সুখ শান্তিৰ উজ্জ্বল জ্যোতিৰে জ্যোতিস্মান হব।

কপিলী কপিলী, ৰাংঢালী ছোৱালী
মহিমা বুজাকে টান
কপিলী তই হৈ বাউলী
বাৰিষাত মাৰিলি ধান।
কপিলী কপিলী, গাভৰু ছোৱালী
চঞ্চলা নাই তোৰ মান
কপিলী কপিলী, দেহাৰ ভাঁজে ভাঁজে
মিঠা যৌৱনৰ গান।
কপিলী কপিলী তইতো নাজান
তোৰ গাত কিমান শকতি
তইতো নাজান তোতেই লুকাই আছে
হেজাৰ সূৰ্য্যৰে জ্যোতি।
(সেয়ে) বিজ্ঞানী ডেকাটি সাজি কাচি ওলালে
লগত ওলালে হেজাৰ
মৃত্যুক নেওচি শ্ৰমিকো ওলালে
সাবটি তোৰ দুয়ো পাৰ।
কপিলী কপিলী পাগলী ছোৱালী
মানুহক কৰিবি ত্ৰাণ
উমৰাংচু জনীও তোৰেই লগ লাগি – হ'ব চিৰ জ্যোতিস্মান।

নেপকোৰ ডাক বঙলা, ১০ জুলাই ১৯৭৮

# কাকিনী তামোলৰ শুৱনিকৈ পাণ

অসমীয়া সংস্কৃতিত তামোল পাণৰ অৱদান অপৰিসীম । ই অসমৰ আৰ্থিক দিশতো প্ৰভূত বৰঙণি আগবঢ়াইছে । আমাৰ সকলো শুভ কাৰ্য্যৰ আৰম্ভণিতে তামোল-পাণযোৰ আগবঢ়োৱা হয় । আলহী অতিথি আহিলেও প্ৰথম তামোল পাণৰ বটা খন আগবঢ়াই অভ্যৰ্থনা জনোৱা হয় । তামোল হেনো পূৰ্বতে স্বৰ্গত আছিল । নাৰদে গুহ্যৰ মাজত লুকুৱাই মৰতলৈ আনিছিল । সেয়েহে তামোলৰ আন এটা নাম 'গুৱা' । তামোল-পাণৰ নামেৰে নানা ঠাই নামকৰণ কৰা হৈছে । যেনে — গুৱাহাটী, পাণবজাৰ, তামোলপুৰ, পাণবাৰী, তামোলবাৰী ইত্যাদি । তামোল পাণে প্ৰাকৃতিক শোভা বৰ্দ্ধন কৰে । যেনে– 'আগ ফাল শুৱনি কাকিনী তামোল ঐ, পাছফাল শুৱনি পাণ, বৰ ঘৰশুৱনি গাভৰু ছোৱালী উলিয়াই দিবলৈ টান' । সচাঁ, গাভৰু ছোৱালী ঘৰৰ শুৱনি । ছোৱালীহীন ঘৰ উকা উকা । ছোৱালীৰ হাঁহিয়ে ঘৰখন উজ্বল কৰে । সত্তৰৰ দশকৰ শেষলৈকে অসমৰ বিশেষকৈ গাওঁ অঞ্চলৰ ছোৱালী আজিৰ দৰে মুকলি মনেৰে অকলে ফুৰা চকা কৰা নাছিল । তাঁত বাত বৈ দিনটোৰ অৱসাদ আঁতৰাবলৈকে চঞ্চল গাভৰুবোৰে অকণমান পদূলি মুখলৈকে ওলাইছিল । গৰু গাই চপাই মেলি ডেকাবোৰেও গাঁৱৰ আলিবাটেৰে টহল দিছিল আৰু চাৰি আলি, তিনি আলিৰ চ'কত আড্ডা দিছিল । এনেটি পৰত লাজ লাজ ভাবৰ এটি হাঁহিৰ বিনিময়ে মনৰ বতৰা দিছিল । তামোল পাণ প্ৰেম পিৰীতি বৰ্দ্ধক । ই দুখন হৃদয়ৰ বিনিময়ৰো মাধ্যম ৰূপে কাম কৰে । গাভৰুৰ হাতৰ ৰাগি লগা থুৰীয়া তামোলখন খাই ডেকাৰ গা ৰাইজাই কৰে । বুকু ৰমেৰমায় হিয়া চমেচমায় আৰু সেই চাৱনিটি – যি চাৱনিৰে বিজুলী খেলি হাতৰ টিপতে চেনেহ সনা তামোলখন দিয়ে সেই চাৱনিত ডেকাৰ বুকুৰ পোৰণি বাঢ়ি যায় । এপলক নেদেখিলে ৰব নোৱাৰে । এনেদৰে ডেকা গাভৰুৰ মাজত প্ৰেমৰ সম্পৰ্ক গঢ়ি উঠে ।

এই গীতটি সময়ৰ দলিল বুলি কব পাৰি । গীতটিৰ মাজেৰে সেই সময়ৰ সমাজ সংস্কৃতিৰ আভাস পোৱা যায় । সময়ৰ পৰিবৰ্তনৰ লগে লগে প্ৰেম পীৰিতিৰ ৰঙো সলনি হৈছে । কাহাৰ্‌বা তালৰ এই গীতটি ভাস্কৰ দাসৰ সৈতে গোৱা ।

কাকিনী তামোলৰ শুৱনিকৈ পাণ
পদূলি মুখত বৈ আছাঁ মাইজান
তুমি হাঁহি দিলা, আমি হাঁহি দিলোঁ
সেই হাঁহিৰ খলকনিত
এজাক শৰালি হাঁহ উৰি গ'লগৈ ।

তামোল সজোৱা, চেনেহ মিহলাই
আজি কিনো খাওঁ, বুজা দেখোঁ নাই ।
তুমি খাবা এখন, আমি খাম এখন
সেই মিঠা সোৱাদতে
গুণা ফুলৰ ৰিহাখনি উৰি গ'লগৈ

কিনো তামোল দিলা মাইজান
গাতে ধৰিলে, দেখোঁ মাইজান
বুকু ৰমেৰমায় হিয়া চমেচমায়
সেই তপত চাৱনিতে
আমাৰ বুকুৰ পোৰণি বাঢ়ি গ'লগৈ ।

বাঁহী কলিকতা, জুলাই, ১৯৭৮

# কিনো কপাল সাধি

আমাৰ সমাজত ঘৰৰ গৃহিনীজনীক 'লখিমী' জ্ঞান কৰা হয় । লক্ষ্মীদেৱীৰ কৃপাত ঘৰখনত ধনে জনে উপচি পৰে, শ্ৰী বৃদ্ধি হয়। বিয়া হৈ আহি এজনী নাৰীয়ে ঘৰখন দুহাতেৰে সাবটি লৈ আটোমটোকাৰিকৈ সজায় । ন বোৱাৰী গৰাকীৰ সজ আচৰণ আৰু মিঠা বচনে ঘৰৰ সকলোৰে মন মুহি নিয়ে, হিয়া শাত পেলায়। ঘৰখনৰ সকলো দায়িত্ব বোৱাৰীজনীয়ে অকাতৰে মূৰ পাতি লয় । চৰায়ে ডেউকাৰে ঢাকি পোৱালি ডাঙৰ কৰাৰ দৰে গৃহিনীজনীয়েও স্বামীৰ সকলো দুখ, সমস্যা আঁচলেৰে ঢাকি ৰাখি স্বামীক উপশম দিয়ে । সুখতো দুখৰ পৰতো পুৰুষৰ একমাত্ৰ সঙ্গী হ'ল পত্নী । গৃহিনী গৰাকীয়ে বৈ কাটি পৰিয়ালৰ লোকক পিন্ধায় । ধান বানি, বিধে বিধে জুতি লগাকৈ সুস্বাদু সুখাদ্য ৰান্ধি বাঢ়ি খুৱাই পৰিয়ালৰ আটাইৰে সুস্বাস্থ্য অটুত ৰাখে । ঘৰখনৰ জেউতি বাঢ়ে । হাঁহিৰে ঘৰ ভৰি পৰে । ওচৰ চুবুৰীয়া, জ্ঞাতি-কুটুম্বৰ সৈতে গৃহিনীজনীয়েই সৌহাৰ্দ্য বজাই ৰাখে । ঘৰখন চম্ভালাৰ উপৰিও গৃহিনীয়ে গৰু গাই চোৱা চিতা, ৰোৱা, দাৱা, মৰণা মৰা আদি পথাৰৰ কামতো স্বামীক সহায় কৰে । আজিকালি শিক্ষিত পতিৰ সুযোগ্যা পত্নী সকলে লিখা মেলা আদি কাৰ্য্যত বা ব্যৱসায়িক কাম কাজত হাত আগবঢ়াই পতিক নানা ভাৱে সহায় কৰে । সুশীলা পত্নীৰ সজ্জ পৰামৰ্শই পুৰুষক জীৱন যুঁজত সাহসেৰে যুঁজিবলৈ, যুঁজি জিকিবলৈ সাহস আৰু অনুপ্ৰেৰণা যোগায় । অধাৰ্ঙ্গীনিয়ে দুখৰ পৰত মাতৃৰ ভূমিকা লৈ সান্ত্বনা দি মৰমেৰে হাত বুলাই দুখ নিবাৰণ কৰে, ভগ্নী ৰূপে সোঁহাত স্বৰূপহৈ স্নেহেৰে দুখ পাতলায় । দিন ৰাতিৰ ছবিছ ঘণ্টাই পুৰুষে ঘৰৰ গৃহিনী গাৰকীৰ সান্নিধ্য লাভ কৰে । শয়ানে সপোনে ঘৈণীজনীয়েই সঙ্গ দিয়ে । এনেহেন লখিমী ঘৈণীজনী যদি হঠাতে নাইকিয়া হয়, সৰলতাৰ সুযোগ লৈ মুখা পিন্ধা কোনো দুষ্টলোকে ফুচুলাই পলুৱাই লৈ যায় তেতিয়া কৃত্ৰিমতাৰ ছাঁটোকে নেদেখা সেই হোজা লোকজনৰ চকুপানীযেই সঙ্গী হয় । অন্যান্য দুখ পা হৰিব পাৰিলেও প্ৰিয়তমা পত্নী বিচ্ছেদৰ দুখ জীৱনত পাহৰা সম্ভৱ নহয়, ঘৰৰ লখিমীজনীৰ অভাৱত ঘৰখনৰ কি অৱস্থা হ'ব পাৰে সেয়া নিশ্চয় সকলোৰে অনুমেয় ।

কিনো কপাল সাধি আহিলি বান্ধৈ ঐ
ঘৰ মৰিশালি হ'ল,
আপোন হাতেৰে ফুলনি পাতিলি
থিতাতে মৰহি গ'ল ।

আকাশৰ মনেৰে জোনক সাবটিলি
জোনৰ নুবুজিলি ছল
জোনও লুকালে জোনাকও সৰিলে
সৰিছে চকুলোৰ ধল ।

গৰু গাই মাউৰা পাৰও মাউৰা
তাঁতৰ শাল নিমাওমাও হ'ল
পুখুৰীৰ পাৰটো উকা উকা লাগে
সোঁৱৰণী পৰি ৰ'ল ।
মনৰে দাপোণৰ মনৰ মানুহজনী
কিয় নাইকিয়া হ'ল
মায়াময় পৃথিৱীৰ আগৰে থাপনা
ছেদেলী ভেদেলী হ'ল ।

বোলছবি ঃ নলবাৰী, ১৯৭৮

# কি বিচাৰি ওৰে জীৱন

নাৰী মাতৃ, ভগ্নী, দুহিতা, পত্নী — এই চাৰি ৰূপে উপবিষ্টা । নাৰী লক্ষ্মী, সৰস্বতী, দুৰ্গা — সৰ্বজন পূজিতা । নাৰীয়েই বসুন্ধৰা ।পৃথিৱীত প্ৰথমটো খোঁজতেই মানুহৰ চিনাকী হয় নাৰীৰ সৈতে,– নাৰীৰ দ্বাৰাই লালিত পালিত হয় আৰু মৃত্যুলৈকে ওৰে জীৱন নাৰীৰ সঙ্গতে কটায় । নাৰী বিহীন পৃথিৱী এখন অসম্ভৱ । তেনেহ'লে নাৰী পণ্য হ'ল কিয় ? কোনে সজালে নাৰীক বেশ্যা— পুৰুষৰ ভোগৰ সামগ্ৰী ? যিখন সমাজে নাৰীক বেশ্যাৰ স্বীকৃতি দিলে সেই বেশ্যাৰ লগত সম্পৰ্কিত পুৰুষবোৰ বেশ্যা কিয় নহয় ? তেওঁওতো অপকৰ্মত লিপ্ত ? পুৰুষৰ কামনাৰ বলীহৈ নাৰীজনী হ'ল — কলঙ্কিতা । নাৰী বলাৎকাৰ, ধৰ্ষণ কৰিলেও পুৰুষ সদায়ে ধোৱা তুলসীৰ পাত । নাৰী হয় গৰ্হিতা, কলঙ্কিতা, সমাজ বৰ্জিতা । সমাজৰ এনে বৈষম্য পূৰ্ণ নীতিৰ পূৰ্ণ সুযোগ লৈছে এচাম দুৰ্নীতি পৰায়ণ, চৰিত্ৰহীন, অসৎ লোকে । এনেলোকে নিৰ্বিচাৰে চলাই নিছে নাৰী ব্যৱসায়ৰ দৰে অতি লাভজনক অথচ মূলধন বিহীন, শ্ৰম বিহীন ব্যৱসায় পন্থা । সম্প্ৰতি এচাম অসৎ চৰিত্ৰৰ নাৰীয়েও এই ব্যৱসায়ত সেই দলৰ লগত হাত উজান দিয়াৰ কথা বাতৰি কাকতৰ পাতত চকু ফুৰালেই পোৱা যায় । যিয়েই নহওক, সকলো কৰ্মৰে পৰিণতি আছে । অধিক লোভত পৰি কৰা এনে পাপৰ পৰিণাম মানুহে মৃত্যুৰ পাছত নহয়; এই পৃথিৱীতে ভোগ কৰে । আমাৰ আলোচ্য গীতটিৰ প্ৰথম স্তৱকত তাৰেই আভাস পোৱা যায়।

পৃথিৱীখন অকল অসৎ লোকৰে নিবাস নহয় । ধৰিত্ৰীয়ে বুকুৰ উমেৰে অলেখ সৎ, মহৎ ব্যক্তিবো জন্ম দিছে । এওঁলোকে কলঙ্কিতা বুলি সমাজে দলিয়াই পেলোৱা অসহায়া নাৰীকো বোকাৰ পদুম বুলি বুটলি আনি ধুই পখালি কলুষ কালিমা মচি নিজৰ ভনী ৰূপে সাবটি লয় বা নিজৰ কন্যাৰ আসন দিয়ে । তাত তেজৰ সম্পৰ্ক, জাতি বা ধৰ্মৰ কথা নাথাকে । এনেলোকে নিজৰ জীৱন বিপন্ন কৰি হ'লেও 'কামুক সবৰ ভোগৰ বলি' সেই নাৰীক ৰক্ষণা বেক্ষণ দিয়ে । নাৰীও মানুহ । দুৰ্গত জনক ৰক্ষা কৰা আৰু ৰক্ষণা বেক্ষণ দিয়া মানুহৰ পবিত্ৰ কৰ্তব্য আৰু ধৰ্ম । ইয়াত নাৰী বা পুৰুষৰ কথা নাথাকে । এনেলোক দেৱ তুল্য— সমাজৰ পূজ্য ।

কি বিচাৰি ওৰে জীৱন কেনি আগুৱালোঁ
বহু সুতৰ মোহত পৰি মূলও হেৰুৱালোঁ ।
যাবৰ পৰত হাঁহি হাঁহি এন্ধাৰলৈ গ'লোঁ
অতি লোভত পৰি আজি পাপত বন্দী হ'লোঁ ।

মানুহকে মানুহ বেচি বেহা পাতিছিলোঁ
আনৰ সুখক কাঢ়ি আনি ৰঙ চাইছিলোঁ ।
যি বোকাৰ পদুমতে কলঙ্ক সানিলোঁ
ধুই পখালি সাৱটিবি তোকেই সপি দিলোঁ ।

আনে সপি দিয়া জন যেন পদুমৰে কলি
কলঙ্কিতা নাৰী হ'লেও ললোঁ ভনী বুলি ।
বোকাৰ পৰা পদুমকে মূৰত ললোঁ তুলি
পণ কৰিলোঁ ওৰে জীৱন ৰক্ষা কৰিম বুলি ।
ভোগৰ সমল নহব তই কামুক সবৰ বলি
নিৰ্ভয়ে মই আগচিম, জীৱন গ'লেও জ্বলি ।

বোলছবি : বনজুই, ১৯৭৮

# কি যে তোমাৰ সঙ্গ

প্ৰেম হয় প্ৰথম দৃষ্টিতেই । তাৰ পিছত ক্ৰমে দৃষ্টি বিনিময়– চাই চাই হেপাহ নপলোঁৱা, লুকাই চুৰকৈ হ'লেও লগ ধৰা– মানে অহা যোৱা, পত্ৰ বিনিময়, এছ এম এছ কৰা, সৰু সুৰা কাজিয়া, ভুল বুজা বুজি আদিৰ মাজেৰে গৈ গৈ প্ৰেমে পূৰ্ণতা পায় । দিনে ৰাতি কাষতে পালেও, কথা পাতি থাকিলেও প্ৰেমিক প্ৰেমিকাৰ হেপাহ নপলায় । জীৱনটো ৰসেৰে পূৰ্ণ হয় । কিন্তু জীৱনৰ ৰস যিমান তৃষ্ণাও বাঢ়ি যায় সিমানেই । জুইৰ ওচৰত থকা ঘিউ গলিবই । কাষত থকা প্ৰেয়সীৰ প্ৰতি অঙ্গৰ সৌন্দৰ্য্যৰ জুয়ে জ্বলাই প্ৰেমিকক কামোত্তেজিত কৰে । এই মাত্ৰ যেন ভোমোৰা এটি হৈ ফুলৰ আটাইখিনি মৌ চুহি খাই শেষ কৰি পেলাব ! সেয়েহে সমাগত এই মধুক্ষণৰ পূৰ্ণ সুযোগ লবই লাগিব নহলে যে জীৱনৰ এই বাসনা অপূৰ্ণ হৈ ৰ'ব । ইয়াকে কৰিবলৈ হ'লে সমাজৰ নীতি নিয়ম ভাঙিব লাগিব আৰু নিয়ম ভঙাটোও এটা নতুন নিয়ম হব। সেয়েহে গীতটিত প্ৰেমিক ৰূপী গীতিকাৰে কেৱল কথা বতৰাৰেই সামৰণি মাৰি তেওঁক নিসঙ্গ কৰি এৰি থৈ গুচি নগৈ নিশাটো তেওঁৰে সৈতে কটাবলৈ প্ৰিয়াক কাতৰ অনুৰোধ কৰিছে । কিন্তু বিবাহ নামৰ সামাজিক স্বীকৃতি অবিহনে ডেকা গাভৰুৰ মাজত যৌন সম্ভোগ অবৈধ, পাপ। বিদেশৰ বা লাগি আমাৰ দেশৰ ডেকা গাভৰুৰ মাজতো এনে প্ৰৱণতা গঢ়ি উঠা দেখা যায় । যৌন জীৱন (Sex) অবিহনে মানৱ জীৱন অসম্পূৰ্ণ যদিও আমি সংযমী হ'বই লাগিব যিহেতু মানুহ সংযমশীল। গীত সাহিত্যৰেই অঙ্গ । সাহিত্যই মানৱ জীৱনক প্ৰতিনিধিত্ব কৰে। সেয়েহে পৃথিৱীৰ সকলো দেশৰ সাহিত্যতে যৌনতাক স্থান দিয়া হৈছে । কিন্তু এনে প্ৰৱণতাই আমাৰ সোণসেৰীয়া সমাজ-সংস্কৃতি আৰু আধ্যাত্মিকতাত আঘাত হানে। সেয়েহে ড০ হাজৰিকাদেৱে সুৰৰ মৌ সনা এনে গীত ৰচে।

কি যে তোমাৰ সঙ্গ প্ৰিয়া
মিঠা তোমাৰ সঙ্গ
তোমাৰ অঙ্গ জলন্ত জুই
মই যে পতঙ্গ ।

জীৱনৰ ৰস যিমান
তৃষ্ণাও বাঢে সিমান
এই নিশা লোগে মোক কথাৰ প্ৰসঙ্গ ।

মনে মনে অহা যোৱা
তাৰে নাম ভাল পোৱা
আকাশে বজালে শুনা
মিঠা জল-তৰঙ্গ ।

সমাজৰ নীতি নিয়ম
ভঙাটোও নতুন নিয়ম
আজি নিশা নেযাবা সোণ
কৰি মোক নিঃসঙ্গ ।
তোমাৰ অঙ্গ জ্বলন্ত জুই
মই যে পতঙ্গ
কি যে তোমাৰ অঙ্গ প্ৰিয়া
মিঠা তোমাৰ সঙ্গ ।

কলিকতা, ২৭ফেব্ৰুৱাৰী, ১৯৭৮

# কুলিটোৱে বাৰে বাৰে কান্দে

'বিহু বিহীন অসমীয়া জাতিৰ কথা যেনেকৈ ভাবিব নোৱাৰি, মঘাই ওজা বিহীন অসমীয়া গ্ৰাম্য সংস্কৃতিৰ শকতিৰ কথাও ভাবিব নোৱাৰি' । — ড০ ভূপেন হাজৰিকা । ১৯১৬ চনত যোৰহাট জিলাৰ হাতীগড় মৌজাৰ নাওশলীয়া গাওঁত পিতৃ বোপাটি বৰুৱা আৰু মাতৃ কুটুলী বৰুৱাৰ গৰ্ভত মঘাই ওজা বা মঘাই ঢুলীয়াৰ জন্ম হয়। সৰু কালতে পিতৃহাৰা হোৱাত আৰ্থিক দুৰবস্থাৰ হেতু তেওঁ পঢ়া-শুনা কৰিব নোৱাৰিলে। পিছত তেওঁ ওচৰৰে চেনীজান চাহ বাগিচাত কিছুদিন কাম কৰে । তাতেই ডিম্বেশ্বৰ গগৈ নামৰ ঢুলীয়া এজনৰ পৰা ঢোল বাবলৈ শিকে। প্ৰথমতে তেওঁ বিবাহ আদি অনুষ্ঠানত ঢোল বজাইছিল; পিছলৈ বিহু ঢোলত হাত পাকৈত হয়। হেমাঙ্গ বিশ্বাসৰ উদ্যোগত ভাৰতীয় গণ নাট্য সংঘৰ কেবাখনো অধিবেশনত 'ঢোলৰ যাদুকৰী শক্তি'ৰে দৰ্শকৰ মন মুহি তেওঁ খ্যাতি অৰ্জন কৰে । অসমৰ বাইজে তেওঁক 'ওজা' উপাধিৰে বিভূষিত কৰে । তেওঁ 'লোক শিল্পী' বা কৃষক শিল্পী ৰূপে খ্যাতি অৰ্জন কৰে । এইজনা গণ শিল্পীৰ ১৯৭৮ চনৰ ১৫ মাৰ্চত কেন্সাৰ ৰোগত আক্ৰান্ত হৈ দেহাৱসান হয় । তেওঁ গণ নাট্য সংঘৰ অধীনত কলকাতা, বোম্বাই আদিত ঢোল বজাই জনতাৰ বিপুল সঁহাৰি লাভ কৰে । তেওঁ আছিল হোজা গাৱঁলীয়া, আপোন ভোলা স্বভাবৰ । তেওঁৰ ঢোলৰ চাপৰত বৰষুণ পৰিছিল; বিভিন্ন চৰাই চিৰিকতি আৰু জন্তুৰ মাত ঢোলেৰে দিব পাৰিছিল । তেওঁৰ ঢোলৰ বোলত মূৰৰ ঘাম মাটিত পেলোৱা অসমৰ পথাৰৰ কৃষকৰ কলিজাৰ ছন্দ বিৰিঙি উঠিছিল । তেওঁৰ ঢোলৰ চাপৰে সমাজ সলোৱাৰ গৰ্জন কৰিছিল । ঢোল বাওতে নিজে গীত ৰচি গাই সমাজক ব্যঙ্গ কৰি সমাজৰ দোষ ক্ৰুটিবোৰ খুচৰি দেখুৱাইছিল । তেওঁৰ মন অদম্য বলেৰে বলীয়ান আছিল । কেন্সাৰ ৰোগে কুটি কুটি খাওতেও মনৰ বলেৰে সাহসী আছিল । তেওঁৰ বাসনাৰ কথা ড০ হাজৰিকাদেৱে সোধাত তেওঁ ক'লে,- — 'ঢোলৰ স্কুল এটা খুলি ডেকা ল'ৰা কিছুমানক ঢোল শিকাই যোৱাৰ মন আছে ; আজিকালি ল'ৰামখাৰ সাধনা নাই, বুইছে ।' তেওঁৰ মৃত্যুত শিল্পী ড০ হাজৰিকাদেৱ মৃতপ্ৰায় হয়, তেওঁ কয় — 'মঘাই ওজাৰ দৰে ওজা নোলায় আৰু, আমি হিয়া ভুকুৱাই চিঞৰিলেও নাপাও আৰু —। যিমানেই ঢোলৰ ওজা নোলাওক ! মঘাই ওজাৰ শ্ব'মেনশ্বিপ থকা পাৰফৰমিং আৰ্টিষ্ট ভাৰতেতে বিৰল ।' তেওঁৰ মৃত্যুত শোকাভিভূত ড০ হাজৰিকাদেৱে এই গীতটো ৰচে — ।

কুলিটোৱে বাৰে বাৰে কান্দে ——
তাঁত-শালত শিপিনী থৰ লাগে ——
ঘনেপতি ৰাঁচ নচলে ——
দোৰপতি মাকো থমকে
মাধৈমালতী ফুলিও নুফুলে
ঢেঁকী থমকিৰয় ——
মঘাই ওজা নাই ——
গোনা ম'হৰ যুঁজ শেষ হয় ——
গগনাৰ মাতেৰে কোনোৱাই উচুপে ——
ঢোলত চাপৰ নপৰে ——
মঘাই ওজা নাই ——

বিণ্ডা বিণ্ডা মন —— গধুৰ গধুৰ
এইবাৰ বিহুতলী যেন নহয়
সিমান মধুৰ —— মঘাই নাই ——

ৰচনা : ১৯৭৮

# ঘৰ ঘৰ বুলি খাওঁ হাবাথুৰি

ভাৰত বৰ্ষৰ প্ৰতিখন নগৰ, মহানগৰতেই পদপথ, ৰেলষ্টেচনৰ প্লেটফৰ্ম, দোকান ঘৰৰ বাৰাণ্ডাত আৰু গাওঁৰ গছৰ তলত অসংখ্য লোক অনাহাৰে, অৰ্ধাহাৰে, অৰ্দ্ধ নাঙঠৈহে শুই পৰি আছে। এই দৃশ্য দৃষ্টিগোচৰ নোহোৱা লোক নাই বুলিলেই হয়। অসমতো এই দৃশ্য সুলভ। এওঁলোকৰ ঘৰ নাই। এওঁলোকৰ চকুত এটি ঘৰৰ সপোনো নাই। সপোন দেখাৰ সামৰ্থ্যও নাই। তেন্তে কিয় ? কিহৰ বাবে এই সকল লোক জীয়াই আছে? কিহৰ আশাত ? এই মানুহবোৰৰ দেশৰ এখন চৰকাৰ আছে; – কি আঁচনি লৈছে চৰকাৰে এওঁলোকৰ বাবে ? এওঁলোকৰ হৈ জাগ্ৰত হোৱা দেখা নাযায় মানৱতাবাদী সংগঠনবোৰকো। বাৰিষা অসমৰ গাওঁ অঞ্চলৰ কিছুলোকৰ মনত মহাত্ৰাসৰ সৃষ্টি হয়, – বান আহিল মানে যেন কাল আহিল। পথাৰৰ কঠিয়া, ভঁৰালৰ ধান, গৰু-ম'হ আৰু কতজনক উটুৱাই লৈ যায়। উদ্ধাৰকাৰীৰ দল আগবাঢ়ি আহে সময়ত; চৰকাৰ, এন, জি, ও বোৰে সাহায্য দিয়ে। বানটো পাৰ হ'লে সকলো ফুটুকাৰ ফেন। স্থায়ী সমাধানৰ আঁচনি নাই। এফালে বান আনফালে খৰাঙে তহিলং কৰে অসমৰ কৃষি পথাৰ। গাৱঁৰ খাটি খোৱা লোক চহৰলৈ গতি কৰে পেটৰ ভাত মুঠিৰ বাবে। চহৰৰ চ'ৰা মূল্যৰ মাটি কিনি ঘৰ সজাৰ তেওঁলোকৰ সামৰ্থ্য নাই। পো-পোৱালি দুটি লৈ ইখনৰ পিছত সিখন ছালিয়া সলায়। ল'ৰা ছোৱালী দুটি ডাঙৰ হয়। টকাৰ অভাৱত পঢ়া শুনা এৰে; নিবনুৱাৰ তালিকা দীঘল হয়। তেওঁলোকৰ ঘৰৰ সপোন বালিঘৰ হৈ ভাঙি যায়। গাঁৱকে সম্প্ৰসাৰণৰ দিহা হোৱা হ'লে ঠাইতে ভগনীয়া হৈ এই মানুহবোৰ চহৰলৈ ধাপলি নেমেলিলেহেঁতেন ! এওঁলোকৰ বুকুৰ মাজতো উকমুকায় সাহিত্য-সংস্কৃতি, সুন্দৰৰ সাধনাই ! বহু আশা আছে তেওঁলোকৰো; আশাই মানুহক জীয়াই ৰাখে। সেয়েহে জীৱনৰ ধুমুহাত ক্ষত-বিক্ষত হৈও, তপ্ত মৰুৰ দহনত দহি দহিও জীয়াই থকাৰ, জীৱনটো সাৰ্থক কৰাৰ সপোন দেখে।

ঘৰ ঘৰ বুলি খাওঁ হাবাথুৰি
আঁচনি কম্পমান
তথাপি কিয় কৰি আছোঁ মই
বালিঘৰ নিৰ্মাণ।

শূন্য শূন্য এই জীৱন
নাই নাই মান অভিমান
নাই স্নেহ নাই মান
তথাপি কিয় জীয়াই থকাৰ
সদা শুনো আহ্বান

নিৰাশ সাগৰ মৌন আকাশ
তৰঙ্গও নিষ্প্ৰাণ
তথাপি যেন দিগন্ত শুনো নতুনৰ কলতান।

অনন্ত মৰু তপ্ত চিন্তা
মৰিচীকা থান বান
তথাপি তাতেই দেখিছোঁ ৰিণিকি
জীৱন জ্যোতিষ্মান
সেয়েহে কিজানি কৰি আছোঁ মই
বালিঘৰ নিৰ্মাণ।

কলকাতা, ৫ ফেব্ৰুৱাৰী, ১৯৭৮

# ঘুমতি যাওৰে জীউ মোৰ সোণটি

গীতটিৰ দুৱাৰ দলিত থিয় হওঁতেই আমাৰ মনলৈ আহে শ্ৰীধৰ কন্দলীৰ 'ঘুমতি যায়োৰে ওৰে কানাই' মাতৃ যশোদাই শিশু শ্ৰীকৃষ্ণক বহু যত্ন কৰি শুৱাবলৈ গোৱা যুগজয়ী নিচুকনি গীতটো।

পৃথিৱীৰ সকলো মাতৃয়েই শিশুক টোপনি নিগাবলৈ নিচুকনি গীত গায় । এই গীতটিৰো স্থায়ী ভাগ শিশু এটিক শুৱাবলৈ গোৱা নিচুকনি গীতেৰেই আৰম্ভ হৈছে । শিশুৱে বনৰীয়া জীৱ-জন্তু দেখিলে ভয় খায়। শিয়ালৰ হোৱা হোৱা মাত শুনিলে শিশুই ভয়তে উচপ খাই উঠে । সেয়েহে সাংসাৰিক কৰ্ম ব্যস্ততাত শিশুটিক টোপনি নিয়াবলৈ অধিক সময় ব্যয় কৰিব নোৱাৰা মাতৃয়ে চঞ্চল দুষ্ট শিশুটিক ভয় খুৱাই টোপনি নিয়াবলৈ শিয়ালীকে অস্ত্ৰ হিচাবে বাচি লয় । পিতৃ মাতৃৰ মানত শিশুটি বুকুৰ কলিজা, জীউ, জোন, সোণ, নয়নৰ মণি । এটি শিশুৰ আগমনে ঘৰখন পোহৰাই তোলে, পিতৃ-মাতৃৰ মনলৈ সুখ আহে, শান্তি আহে, আনন্দ আহে। প্ৰভাতী সূৰুযৰ সোণালী কিৰণে ধৰাখন জিলিকাই তোলাৰ দৰে শিশুটিক পাই সংসাৰখনো আনন্দৰ ৰেঙনিৰে জিলিকি উঠে । এহাল দুখীয়া পিত মাতৃয়ে তেওঁলোকৰ মানতপাৰ্থিব সম্পদতকৈও মূল্যবান শিশুটিক পাই কেনেদৰে আনন্দিত হৈছে, সুখানুভৱ কৰিছে তাক এই গীতটিৰে সুন্দৰ ভাৱে অঙ্কণ কৰা হৈছে। গীতটিৰ মাজভাগত পুনৰ জনমৰ কথা ভবা হৈছে । হিন্দু ধৰ্মকে আদি কৰি কোনো কোনো ধৰ্মই জন্মান্তৰ বাদত বিশ্বাস কৰে । বিশ্বাস কৰা হয় যে মানৱ দেহ বিনাশশীল যদিও আত্মা অবিনশ্বৰ। সেয়েহে মহাপুৰুষ সকলে, যোগী সাধক সকলে 'মুক্তি' বিচাৰিছিল । মৃত্যুৰ পিছত তেওঁলোকৰ আত্মাই যাতে পাপ-তাপেৰে পূৰ্ণ হৈ সংসাৰলৈ বাৰে বাৰে ঘূৰি নাহে, তেওঁলোকৰ আত্মাই যাতে পৰমাত্মাৰ সৈতে বিলীন হৈ যায় ইয়াকে কামনা কৰিছিল । বিজ্ঞানে পুনৰ জনম বিশ্বাস নকৰে । কিন্তু হিন্দু ধৰ্ম যে পুনৰ জনমত বিশ্বাসী তাৰ দেখাৰ উদাহৰণ ৰামায়ণ, মহাভাৰত আৰু পুৰাণ সমূহত আছে । ড০ হাজৰিকাদেৱৰ জীৱনত এই কথা বিশ্বাস কৰিছিল তেওঁৰ আইতাকে। সেই কথা তেওঁৰ অনুলিখিত জীৱনী 'মই এটি যাযাবৰ' আৰু 'দিহিঙে দিপাঙে'ত বিতংকৈ লিখিছে । তেওঁৰ মোমায়েক কটন কলেজৰ ছাত্ৰ অনাথ বন্ধু ভাল গায়ক, তবলা আৰু চেতাৰ বাদক আছিল । তেওঁৰ মৃত্যু হৈছিল ১৩ বছৰত । হাজৰিকাদেৱৰ জন্মৰ দিনা নিশা তেওঁৰ আইতাকে (মাকৰ ফালৰ) সপোন দেখিছিল— 'তেওঁৰ অনাথে শান্তিৰ গৰ্ভত আকৌ এই পৃথিৱীত জন্ম গ্ৰহণ কৰিছে । সেই তেতিয়াৰে পৰা আইতাই মোক ভূপেন বুলি নেমাতি অ[illegible] বুলি মাতিবলৈ লৈছিল ।'–( দিহিঙে দিপাঙে , পৃষ্ঠা ২) । এই গীতটিৰো 'সোণে যেন সুধিছে বুজাবৰ ভাষা যে নাই' আৰু 'সোণনো কোনবা কাৰ এনাজৰী সমিধান একো যে নাই', 'মৰম কৰা জননো কোন', 'পুনৰ জনমটোনো কি' আদি কথাই পুনৰজনমৰেই ইংগিত দিয়ে । কিন্তু, পূৰ্ব জনমত যেয়ে যিয়েই নাথাকক পৃথিৱীলৈ আহিব খোজা জনক বাধা দিব নাপায । অহা জন আহিবই । ই জোন বেলিৰ দৰেই সত্য । সেয়েহে গায়ক গীতিকাৰেও জনমৰ সাৰ্থকক ভাঙিব নোৱাৰি বুলি কৈছে ।

ঘমটি যাওৰে মোৰে সোণ জীউটি
শিয়ালী নাহিবি ৰাতি
তোৰে কাণ কাটি লগাম তেলৰ চাকি
শিয়ালী নাহিবি ৰাতি ।

সোণ হালে জালে আগলি বতাহে
লফা হালে জালে পাতে
আমাৰে সোণটি হালিছে জালিছে
দুখীয়াৰ ভগা পঁজাতে ।

এন্ধাৰ জীৱনক উজ্বলাই তুলিলি
ক'ৰে দেৱ শিশু তই
এচেৰেঙা পোহৰ পুৱাৰে সুৰুযৰ
পোহৰ হৈ উঠিছোঁ মই ।

সোণে যেন সুধিছে কাৰ বা চেনেহৰ
চিনাকী পৰশন পাই
মৰম কৰাজনে কিয়বা কৰিছে
বুজাবৰ ভাষা যে নাই ।

কোনোবাই মনতে আজি যেন সুধিছে
সোণৰ নীলাভ চকু চাই
সোণনো কোনবা কাৰ এনাজৰী
সমিধান একো যে নাই ।

সোণ যেন সুধিছে অকণি মনেৰে
মৰম কৰাজননো কোন
বুকুৰে উমেৰে আশাৰ চাৰনিৰে
কিয়বা বুলিছে সোণ ?

মৰম কৰাজনে সঘনাই ভাবিছে
পুনৰ জনমটোনো কি
বিনা অনুমতিত ঘৰলৈ সোমালে
বচাম চেনেহ ঢালি দি ।

জনমৰ সাঁথৰক ভাঙিব নোৱাৰোঁ
নিজৰো ক্ষমতা নাই
সেই বুলি জানো জনম লোৱা জনক
অহাত বাধা দিব পায় ?

ৰেঙ্গুজালিত আছে নতুন সপোন
হেঙুল কিৰণ ভাঁহে
চন্দ্ৰই ভাবিছে তেওঁৰহে সপোন
সূৰ্য্যই মাথোন হাঁহে ।

বোলছবি ঃ কমপুৰ, ১৯৭৮

# চেনাই মোৰ ঐ

শ্ৰীময়ী অসমীৰ দেহৰ তিল্ তিল্ সৌন্দৰ্য্যৰে গঢ়া ফুলৰ সৌন্দৰ্য্যকো ম্লান কৰিব পৰা ৰূপে অপৰূপা, গুণে অনুপমা অসম দুহিতা । ৰোৱনী, দাৱনী, তাঁতৰ পাটৰ শিপিনী, কামে কাজে কাজী সুগৃহিণী । ভাৰত বৰ্ষৰ অন্য ৰাজ্যৰ তুলনাত অসমীয়া গাভৰুৰ মূল্যও মহঙা । সেয়ে ডেকাবোৰবো মন উচপিচ কৰে সৰ্ব সুলক্ষণী, কৃশাঙ্গী গাভৰুক জীৱন সঙ্গীনী ৰূপে পাবলৈ । আজিৰ গাভৰুবোৰ লিখা পঢ়া শিকি সুশিক্ষিত হ'ল । অনেকে কৰ্তব্যৰ তাগিদাত ঘৰৰ বাহিৰলৈ ওলাইছে; স্বাবলম্বী হ'ল । কিন্তু, কিছু বছৰ আগলৈকে অৰ্থাৎ সত্তৰৰ দশকলৈকে ছোৱালীৰ আনুষ্ঠানিক শিক্ষাৰ ওপৰত বিশেষ গুৰুত্ব দিয়া হোৱা নাছিল । আনুষ্ঠানিক শিক্ষা নহলেও তেওঁলোক নৈতিক, আধ্যাত্মিক আৰু সামাজিক শিক্ষাৰে পুষ্ট একোটা সৎ সাহসী, বলিষ্ঠ মনৰ অধিকাৰিণী আছিল । ভাৰতৰ অন্য ৰাজ্য যেনে — পঞ্জাৱ, হাৰিয়ানা, দিল্লী আদি ৰাজ্যৰ বিয়া যৌতুক প্ৰধান আছিল। আনকি যৌতুকৰ পয়োভৰত কন্যা সন্তানক জন্মৰ আগতে বা পিছতে হত্যা কৰা হৈছিল । সেই সময়তো অসমত ছোৱালীৰ স্থান যথেষ্ট উন্নত মানৰ আছিল । দৰাঘৰে তামোল-পাণৰ শৰাই সমজুৱালৈ আগবঢ়াই সমাজৰ জেওঁা ভাঙি দৰাঘৰে পিন্ধোৱা বস্ত্ৰ-অলঙ্কাৰ সহিতে ছোৱালী বিয়া কৰাই আনি সসম্মানে ঘৰ সুমুৱাইছিলহি । সময়ৰ পৰিবৰ্তনত এই নিয়মৰ কিছু হেৰফেৰ হলেও আজিও এই নিয়মেই অৱধাৰিত হৈ আছে। ইয়াৰ আভাস পোৱা যায় — 'হাঁচতি হাঁচতি কৰ ডেকাটি; হাঁচতি, গামোচা পাবি তই মনটি নেপাৱ বা মোকে নেপাৱ'— আদি কথাৰে। কাৰণ চেঙেলীয়া ডেকাবোৰে গাভৰুৰ মন পাবলৈ চেলু বিচাৰি ফুৰে । গাভৰুৱেও যিকোনো মানৰ ল'ৰাক পছন্দ নকৰে । এনেবোৰ কথাই অসমত ছোৱালী যে বোজা স্বৰূপ নাছিল আৰু সমাজত ছোৱালীৰ মান যে নিম্ন নাছিল তাৰেই সাক্ষ্য বহন কৰে । ৰক্ষণশীল সেই সমাজখনত কৰ্তব্যৰ তাগিদাত ছোৱালী পথাৰলৈ ওলাইছিল । ডেকা গাভৰুৱে মুকলিমুৰীয়াকৈ লগ পোৱাৰ স্থান আছিল 'বিহুতলী' আৰু মনৰ ভাব প্ৰকাশৰ মাধ্যম আছিল 'বিহুগীত'। তথাপিতো সমাজৰ আইন আছিল কঢ়া — ডেকা গাভৰুৰ মাজত হলি গলি নিষিদ্ধ । আবিয়ৈ ডেকা গাভৰুৰ মাজত শাৰিৰীক স্পৰ্শ অপৰাধ; ল'ৰাই ছোৱালীৰ হাতত ধৰিলে সেই ছোৱালী যেনেকুৱাই বা যি মানৰেই নহওক পাণি গ্ৰহণ কৰিব লাগিব — এনেকুৱা বাধ্যতামূলক প্ৰথা আছিল। এই কথাৰ প্ৰমাণ এই ফাকি গীতত পোৱা যায় — 'আলহীৰ দৰে খাবি চাউল সিজা মোৰে গাত নিদিবি হাত'। — এই কথা যৌৱনোচ্ছল গাভৰুৰ সংযমী মনৰো পৰিচায়ক । তাৰোপৰি 'আমাকে পাবলৈ গঙ্গা স্নান কৰগৈ, বিধাতাৰ ধৰগৈ ভৰি বা বাওনাই চন্দ্ৰক নাপাবি একা ।' আদি কথা নাৰীৰ গৰ্বী মনৰ পৰিচায়ক বুলি সমালোচনা কৰিলেও এই কথাই প্ৰমাণ কৰে গাভৰুৰ স্বনিয়ন্ত্ৰিত মনৰ কথা । কাৰণ যৌৱনৰ বাটটো পিছল । সেয়ে এই বয়সত নিজক সুপৰিচালিত কৰিব পৰাও এটা যোগ্যতাৰ কথা ।

সাধাৰণতে চিনেমাৰ গীতবোৰ চিনেমাৰ কাহিনীৰ অংশ বুলিব পাৰি । গীতেৰে কাহিনী ভাগ আগবঢ়াই নিয়া হয় । নায়ক নায়িকাৰ মিলন বিৰহ আদি গীতৰ মাজেৰেই ফুটাই তোলা হয় । সেয়েহে কোনো কোনোৱে কথাছবিৰ গীতবোৰ কেৱল কথাছবিৰ কাহিনীৰ বাবে সৃষ্ট; ক্ষন্তেকীয়া আমোদ দানেই ইয়াৰ উদ্দেশ্য আৰু বিশেষ বৈশিষ্ট নাই বুলিয়েই কয় । কিন্তু ড০ ভূপেন হাজৰিকাৰ গীতৰ ক্ষেত্ৰত এই কথা কিমান প্ৰযোজ্য মন্তব্য দিয়া টান । তেওঁৰ চিনেমাৰ গীতবোৰ ধেমেলীয়াই হওঁক, বা ল'ৰাই ছোৱালীক জোকোৱা গীতেই হওঁক — তাত সামাজিক মূল্যবোধ বা মানৱতাবাদৰ অবক্ষয় দেখা নাযায় ।

চেনাই মোৰ ঐ
গাভৰু কালতে এজনী আছিলোঁ
ফুলক নুবুলিলোঁ ফুল ।

থুৰিয়া তামোলে কোচে নধৰিছিল
খোপাই নধৰিছিল ফুল ।

নৱমী ঐ,
তেল পৰি পিছলা ভৰি দিব নোৱাৰা
বড়াজানৰ তেলীয়া সাঁকো ।
দিনটো নেদেখি থাকিব নোৱাৰোঁ
ৰাতি কেনে কৰি থাকোঁ ?

হাঁচতি হাঁচতি কৰ ডেকাটি
হাঁচতি ৰাখিছোঁ বৈ ডেকাটি
হাঁচতি পাবি তই মোকে নেপাব
গামোচা পাবি তই মনটি নেপাব
অ' ভটিয়াই যাবিগৈ কলবাৰি পাবিগৈ
চপাই নাকাটিবি পাত,
আলহীৰ নিচিনা খাবি চাউল সিজা
মোৰে গাত নিদিবি হাত ।

গাভৰু ঐ,
তেলৰে বাটিতে তেলে মর্লাওলে
গাতে মর্লাওলে ঘাম
পদূলি মুখতে সুন্দৰি মাৰিবি
দুয়ো একে লগে যাম ।

মোকে লাগে লাগে কৰ ডেকাটি
তোলৈ যাবৰে নাই মনটি
চকু কেৰাইকৈ নেচাবি ডেকা
ৰাওনাই চন্দ্ৰক নেপাবি একা,
অ' আমাকে পাবলৈ
গংগা স্নান কৰগৈ
বিধাতাৰ ধৰগৈ ভৰি
হাতত নধৰিবি হাতযোৰ কৰিছোঁ
লাজতে যামগৈ মৰি ।

বোলছবি : মনপ্ৰজাপতি, ১৯৭৮

# তুমি বিয়াৰ নিশাৰ শয়ন পাটীৰ

বিয়াৰ পিছত দৰা কইনাৰ যুগ্ম জীৱনৰ প্ৰথম নিশাটোক ফুলশয্যাৰ নিশা বোলা হয় আৰু নৱ দম্পতীয়ে প্ৰথম শয়ন কৰা বিচনাখনক ফুলশয্যা বোলে। ফুলশয্যাৰ বিশেষত্ব এয়ে যে এই শয্যাখন নানা ৰঙীয়া আৰু সুগন্ধি যুক্ত ফুলেৰে আটক ধুনীয়াকৈ সজোৱা হয় । প্ৰকৃতিৰ সঁচা, সুগন্ধি যুক্ত, ৰং বিৰঙৰ ফুল পৰশি দৰা কইনাই এটি সুন্দৰ যুৰীয়া জীৱন এখন সুন্দৰ, সুখৰ সংসাৰৰ শুভাৰম্ভ কৰে । সাধাৰণতে পুৱা ফুলা বেছি ভাগ ফুলেই সন্ধিয়ালৈ মৰহে । ৰজনীগন্ধা নিশা ফুলে । ৰজনীগন্ধাৰ সুবাসে দশোদিশ আমোলমলায় । সেয়েহে, ফুলশয্যা সজোৱাত ৰজনীগন্ধাই ব্যৱহাৰ কৰা হয় । কিন্তু প্ৰত্যেকবস্তুৰে স্বকীয়তা আছে, আঁচনি আছে, আছে আশা, কামনা-বাসনা । ফুলপাহৰো আছিল ! সেয়েহে মালীয়ে চিঙাৰ পিছত ফুলপাহৰ বুকুখনে হাঁহাকাৰ কৰি উঠে ! যিপাহ ফুল পৰশি নৱ দম্পতীয়ে যুগ্ম জীৱনৰ শুভাৰম্ভ কৰিলে সেই আদৰৰ ফুলপাহ পিছদিনা পুৱালৈ মৰহি যায় । অনাদৃত মৰহা ফুলপাহ ৰাতিপুৱা জাবৰ-যোঁথৰ ৰূপে সাৰি-পুছি পেলোৱা হয়; কি যে বেদনাদায়ক ! ড০ ভূপেন হাজৰিকাদেৱে ৰজনী গন্ধা ফুলপাহক এজনী বিবাহিতা নাৰীৰ লগত তুলনা কৰিছে । বিবাহৰ আগলৈকে এজনী গাভৰু ৰূপ যৌৱন আৰু সতীত্বৰ গৌৰৱেৰে গৰ্বিতা । এজনী গাভৰুক কিমানে যে পাবলৈ আশা নকৰে ! গাভৰু এজনী কিমান ডেকাৰ আকৰ্ষণৰ কেন্দ্ৰবিন্দু হ'ব পাৰে তাতেই গাভৰু মনৰ সাৰ্থকতা ! আনহাতে নাৰীৰ সতীত্বই অমূল্য সম্পদ । ফুলশয্যাৰ নিশাৰ পাছত গাভৰুজনীৰ সেই গৰ্ব খৰ্ব হয় । সংসাৰ গহন বনৰ যিমানেই গভীৰলৈ আগবাঢ়া হয় দিনক দিনে যেন তেওঁৰ ৰূপ যৌৱন মলঙিবলৈ ধৰে । আমাৰ সমাজত বিবাহিতা নাৰীৰ (পুনৰ বিবাহৰ ক্ষেত্ৰত) আদৰ নাই । প্ৰয়োজন বোধেও এনে নাৰীৰ দ্বিতীয় এজনে পাণি গ্ৰহণ নকৰে । সেয়েহে তেনে নাৰীৰ প্ৰতি অৱজ্ঞা সূচক মন্তব্য বৰষি কোৱা হয় যে তেওঁ ফুলশয্যাৰ নিশাৰ পিছৰ পুৱাৰ এপাহ মৰহা ৰজনী গন্ধা; গতিকে তেওঁৰ নিজকলৈ কৰা দৰ্প বৃথা । সাধাৰণতে পতি পত্নীৰ মাজত সংঘাত হ'লে পতিয়ে পত্নীক দমন কৰিবলৈ এনে ব্যঙ্গাত্মক বাক্যবাণ প্ৰয়োগ কৰে।

তুমি বিয়াৰ নিশাৰ
শয়ন পাটীৰ এপাহি ৰজনী গন্ধা
তোমাৰ মূল্য এনিশাৰ —
পিছৰ দিনা সূৰ্য উঠাৰ
পিছৰ বাহী শয্যাত
তুমি মূল্য বিহীন ভাৰ —
তুমি ফুলিছিলা আশাৰে বহুত
আঁচনিকে লৈ
গন্ধবিহীন কোঠাতে তুমি সুৰভি বিলাবলৈ
পিছে, মালীয়ে তোমাক ছিঙাৰ পিছত
কিয় কৰা হাহাকাৰ — ।
ফুলশয্যা পাতগাভৰুৱে তোমাৰেই সজালে
কইনা দৰাই কত আলফুলে
তোমাকেই পৰশিলে
পিছে, পুৱাতেই তোমাক সাৰি পুচি দেখোঁ
নিবিচাৰে এটিবাৰ —
এপাহি ৰজনী গন্ধা তোমাৰ মূল্য এনিশাৰ —

ৰচনা ঃ কলকাতা, ১ আষাঢ়, ১৯৭৮

# বনজুই বনতহে জ্বলে

ৰজা মহাৰজাৰ দিনত 'ভাট' নামৰ এক শ্ৰেণীৰ বৰাগী আছিল । এওঁলোকে ৰজাঘৰে প্ৰজাঘৰে নানা কাহিনী মূলক গীত গাই বতৰা দি ফুৰিছিল ঠিক 'নাৰদ'ৰ দৰে । মহাপুৰুষ শঙ্কৰদেৱৰ ৰচনাত এই 'ভাট'ৰ কথা পোৱা যায় । তাহানি অসমত বৰাগী সকলে আৰু বঙ্গদেশত 'বাউল' সকলে মানুহৰ সুখ দুখৰ কথা, দেশৰ দুৰ্দিন, সুদিনৰ কাহিনী, ভৱিষ্যতৰ কথা দেশে দেশে বীণ বাই গাই ফুৰিছিল । লক্ষ্মীনাথ বেজবৰুৱাৰ 'বীণ বৰাগী' কবিতাত এই কথাৰ সুন্দৰ আভাস পোৱা যায় । এই কবিতাটিৰ মোখনিত বেজবৰুৱাদেৱে লিখিছে - – 'পুৰণি পৃথিবী নকৈ চাই লওঁ হে বীণ এবাৰি মাত ।' বীন বৰাগীৰ গীতৰ দৰে এই গীতটিয়েও আমাৰ অতীতৰ, দ্বিতীয় মহাযুদ্ধৰ, বিয়াল্লিচৰ আন্দোলনৰ সময়ৰ সমাজ, সংস্কৃতিৰ আভাস দিয়ে ।

১৯৩৯ চনৰ ১ চেপ্তেম্বৰত দ্বিতীয় মহাসমৰ বা বিশ্বযুদ্ধ আৰম্ভ হয় । এই মহাসমৰত একত্ৰিত শক্তি নামেৰে ইটালি, জাৰ্মানি আৰু জাপান এফালে আৰু আনহাতে মিত্ৰ শক্তি নামেৰে ইংলাণ্ড, আমেৰিকা, ছোভিয়েত ৰাছিয়া, ফ্ৰান্স আৰু পোল্যাণ্ডে যুদ্ধ কৰে । সেই সময়ত ইংলাণ্ড আছিল সূৰ্য ডুব নোযোৱা দেশ । গতিকে সমগ্ৰ পৃথিৱীতে বিশ্বযুদ্ধৰ ৰণ শিঙা বাজি উঠিল । জাৰ্মানিত হিটলাৰৰ নাজী বাহিনীৰ দ্বাৰা ইহুদী নিধন পৰ্ব চলে । ইফালে ভাৰতত মহাত্মা গান্ধীয়েও ইংৰাজৰ বিপক্ষে অহিংস আন্দোলন আৰম্ভ কৰে । আকৌ বঙ্গৰ নেতা সুভাষ চন্দ্ৰ বসুৱে 'অহিংসা অস্ত্ৰৰে ইংৰাজক খেদিব পৰা নাযায় বুলি' 'আজাদ হিন্দ ফৌজ' গঠন কৰি হিংসাৰ আশ্ৰয় লয় । তেওঁ গোপনে জাৰ্মানিলৈ পলাই যায় । অসমৰ আকাশত জাপানৰ চিকচিকিয়া বিমান উৰে । গাওঁ-ভূঁই, চহৰ-নগৰ ভয়ত পেপুৱা লাগে – কোন মুহূৰ্তত জাপানীয়ে বোমা পেলায় ঠিকনা নাই । ঠায়ে ঠায়ে ডাঙৰ ডাঙৰ গাঁত খন্দা হয়,— বোমা বাৰুদৰ পৰা সুৰক্ষা পাবলৈ । কিন্তু সুভাস বসু জাৰ্মানিলৈ যোৱা শুনি জনতাৰ মুখত অলপ পানী আহিল, – জাপানীয়ে আৰু আমাক নামাৰে এই ভাবি । সম্পূৰ্ণ যুদ্ধৰ পৰিবেশ । "জাপানী আহিল । তাৰ পাছত আমেৰিকানো আহিল । সোণাৰাম হাইস্কুলৰ পথাৰত এটি এয়াৰক্ৰাফ্‌ট গান বহিল । বাঁহ এডালৰ দাম ১৫.০০ টকা হ'ল । চাউলৰ দাম সেৰে ৫.০০ টকা হ'ল ।.. ছুলমাৰ্চন হলটো সৈন্যৰে ভৰা ।' – এই এটি যাযাবৰ ।

১৯৪১-৪২ ত কটন কলেজ সম্পূৰ্ণ বন্ধ হৈ গ'ল । পঢ়া শুনা শিক্ষা দীক্ষাৰ পৰিবেশ নাই ঠিক ১৯৮১-৮২ ৰ অসমৰ বিদেশী বিতাড়ণ আন্দোলনৰ দৰে । ব্ৰেক আউত হৈছে । নামঘৰত তুলা বাহ নেবাজে, শঙ্কৰ মাধৱৰ ভাওনাৰ আখৰা থলী শূন্য । ইফালে যুদ্ধ সিফালে কৰেংগে য়া মৰেংগে' । দুই মতৰ যুঁজত বিৰিণাৰ মৰণ হোৱাৰ দৰে মাজতে জনগণে 'ত্ৰাহি মধুসূদন' সোঁৱৰে । বৃটিছৰ পক্ষ লোৱা অসমীয়া পুলিচইতে বৃটিচৰ বলত বলীয়ান হৈ নিজৰ মানুহৰ মাজতে জোৰ জুলুম চলায়, হাঁহ-কুকুৰা, নাৰীৰ লাও কোমোৰা কাঢ়ি নিয়ে, নাৰী ধৰ্ষণ কৰে, যাকে তাকে ধৰি নিয়ে । ডেকা আন্দোলনকাৰী সকল ঘৰ এৰি, গাওঁ এৰি পলাই ফুৰে' সেই সময়ৰে বৰ পদুমণি গাওঁৰ এহাল দম্পতিৰ কথা । খেতি বাতি কৰি দুয়ো মনৰ সুখেৰে আছিল । তেওঁলোকৰ সতি সন্ততি নাই । বিশ্বযুদ্ধত অজস্ৰ লোক মৰিলেও তাৰ পিছত তাৰে তিনিগুণ শিশুৰ জন্ম হয় । কিন্তু তেওঁলোকৰ কোলালৈ এটি সন্তান নাহিল । আগলৈ বা পাছলৈ চাবলৈও কোনো নাই । পো পোৱালি এটা নাথাকিলে সংসাৰ খনেই যেন মিছা । কাৰ মুখলৈনো চাই মনৰ দুখ পাতলাব । এই দুখৰ কথা কাৰ আগত কব, কোনেনো পতিয়াব ! এদিন গাৱৰে স্কুলৰ শিক্ষক এজনে মাইকীজনী গৰ্ভৱতী হ'ব পৰাকৈ ঔষধ দিব পাৰিব বুলি শুনি হোজা মানুহজন তেওঁৰ ওচৰ চাপিল । মাষ্টৰে তেওঁক আশ্বাস দিলে । যেনে কথা তেনে কাম; দ্ৰুত গতিত চিকিৎসা চলিল । এদেও দুদেও লোটা নিয়াৰ ছলে । সুন্দৰী গাভৰু মাইকীজনীক দেখি মাষ্টৰে লোভ সম্বৰণ কৰিব নোৱাৰিলে । গিৰিয়েকৰ অজ্ঞাতে তাইক ফুচলাই পলুৱাই লৈ গ'ল । সেয়েহে, লখিমী ঘৈণীৰ বিৰহত মনৰ দুখত তেওঁ চকুপানীৰে বাট নেদেখা হ'ল । এই গীতটিৰে গায়ক গীতিকাৰে চিনেমাখনৰ কাহিনী আৰু অধিক স্পষ্ট কপত দাঙি ধৰিছে ।

গীতটি কামৰূপী লোকগীতৰ সুৰত বন্ধা । গীতটি দ্বিতীয় বিশ্বযুদ্ধৰ সময়ৰ ৰাজনৈতিক সামাজিক, পাৰিবাৰিক সমস্যাৰ এখন সুন্দৰ দলিল ।

বনজুই বনতহে জ্বলে দেখা পোৱা যায়
মনৰ জুই মনত জ্বলে দেখাতো নাপায় হে ।

হিটলাৰৰ জোতাৰ শবদ হে গিৰিপ গাৰাপ চলে
ইহুদী নিধন পৰ্ব সহস্ৰ মৰিলে হে' ।

বিংশ শতাব্দীৰ সিদিনা চতুৰ্থ দশক
বিশ্বজুৰি মহাসমৰে পৃথিৱী জ্বলাওক হে'।

ভাৰতৰে গান্ধী বাপু হে আৰু ফৰণ্টিয়াৰ গান্ধী
ইংৰাজকে ওফৰাব নকৰে যে সন্ধি হে'।

হিংসা আৰু অহিংসা হে' দুটি অস্ত্ৰ আছে
হিংসা এৰি গান্ধী বাপুই অহিংসা বাচিছে হে' ।

বিশ্ব যুদ্ধত জনগণৰ হে' নিধন হয় দুগুণ
তাৰ পাছে শিশুৰ জনম হয় তিনিগুণ হে' ।

বৰ পদুমণি গাৱৰ হে' এক দম্পতিৰে কথা
সন্তানহীন দেখি বুকুত লাগিছে যে বেথা হে' ।

বিশ্ব যুদ্ধৰ অশান্ত বায়ু আমাৰ অসমতো বয়
নেতাজীৰ মুক্তি যোদ্ধা কহিমাতে ৰয় হে' ।

বৰ পদুমণি গাৱঁত হে' ইংৰাজৰ পুলিচে
অত্যাচাৰী হৈ হাঁহ কুকুৰা কাটিছে হে' ।

জাপান দেশৰ যুদ্ধৰ বিমান হে' অসমত উৰিছে
চহৰ-নগৰ মহাকাশত এন্ধাৰত বুৰিছে হে' ।

স্কুল কলেজ বন্ধ কৰি হে' হাচপাতাল পাতিছে
বিশ্ব যুদ্ধৰ সঙ্গে সঙ্গে মুক্তি ৰণ চলিছে হে' ।

শঙ্কৰ-মাধৱৰ ভাওনাৰ শুদা আখৰা থলী
দবা নাই, নামঘৰৰো চাকি নুঠে জ্বলি হে' ।

কঠিয়া পাৰিছে দুয়ো হে' আৰু ভুঁই কইছে
লখিমী পথাৰৰ ধান আঘোণত কাটিছে হে' ।

সোণালী আঘোণ মাহ হে' বছৰে আহিছে
মনৰ শুদা পথাৰ দেখি অন্তৰ দহিছে হে' ।

যোগানধৰি : বনজুই, ১৯৭৮

# শাৰদী ৰাণী তোমাৰ হেনো নাম

ঋতুৰাণী শৰৎ । কবি গীতিকাৰ সকল শৰৎ বৰ্ণনাত পঞ্চমুখ । পৌৰাণিক সাহিত্য, সংস্কৃত কাব্য সাহিত্য, নাট্য সাহিত্যৰ দিনৰে পৰা আজিলৈকে অলেখ কবি সাহিত্যিকে শৰতৰ সৌন্দৰ্য্যৰাশিৰ বন্দনা কৰি আহিছে । মহাপুৰুষ শঙ্কৰদেৱেও তেওঁৰ সৃষ্টিত উপমা বিহীন শৰতৰ সৌন্দৰ্য্যাৱলীৰ অনুপম বৰ্ণনা দিছে । ৰোমাণ্টিক ভাবাপন্ন এই গীতটিৰ কবি গীতিকাৰ ড০ ভূপেন হাজৰিকাৰ কল্পনা তুলিকাত শৰৎ কাল যেন এজনী সদ্যস্নাতা ৰূপহী ! বৰষাৰ মুষলধাৰ বৰষুণে ফাগুনৰ ধূলি ধূসৰিত ধৰিত্ৰীক ধুই নিকা কৰে। ইফালে লুইতৰ বানেও গাওঁ-ভূঁই-পথাৰ অৱগাহন কৰোৱাই চিকচিকিয়া কৰে। বাৰিষাই মেলানি মাগোঁতেই শেৱালি কোমল হাঁহিটি মাৰি এখোজ দুখোজকৈ লয়লাসে শৰতৰ পদূলিত ভুমুকি মাৰেহি সদ্যস্নাতা ৰূপহী শাৰদী ৰাণীয়ে। থৰ লগা বিলখনিৰ দাপোণত মুখ চাই তেওঁ যেন সাজিছে কাচিছে ' কুঁৱলী সূতাৰে বোৱা আকাশী নীলা লাহী ৰিহাখনিৰে তেওঁ ওৰণি টানি আহিছে । তেওঁ অহাৰ বাবেই কপাহ বগা মেঘবোৰ উলাহতে উৰি উৰি ইফালে সিফালে অহা যোৱা কৰিবলৈ ধৰিছে । তেঁৱেই সেউজী ঘাঁহৰ পাতবোৰ হিমানী সানি ৰূপোৱালী কৰিলে, দুবৰি বনৰ পাতৰ আগত নিয়ৰ মুকুতা তেঁৱেই সিঁচি দিলে ' তেওঁ অহাৰ বাবেই ৰ'দৰ সোণালী ৰূপালী পখিলী জাকে নাচি নাচি ৰামধেনুৰ ৰং ছটিয়াই ধৰিত্ৰী জিলমিলালে, জাক জাক শৰালিৰ সুৰদী গানেৰে আকাশ বতাহ মুখৰিত কৰিলে । ইমানবোৰ ৰূপৰ সম্ভাৰ লৈ আহি প্ৰকৃতিদেৱীলৈ প্ৰীতি উপহাৰ যাচিলে শাৰদী ৰাণীয়ে।

প্ৰকৃতি প্ৰীতি, সৌন্দৰ্য্য স্পৃহা ৰোমাণ্টিক গীতি কবি সকলৰ অন্যতম লক্ষণ । গীতটি শুনিলে চকু মুদিয়েই শৰৎ কালৰ আটক ধুনীয়া কলা সৌন্দৰ্য্যৰ তৃপ্তি লাভ কৰিব পাৰি । শৰৎ কাল ড০ হাজৰিকাদেৱৰ প্ৰিয় ঋতু । সেয়েহে তেওঁ 'তুমি মোৰ নিচেই আপোন আৰু পুৱতি নিশাৰ সপোন' বুলি হৃদয়ৰ ভাৱ ৰাশি প্ৰকাশ কৰিছে । কিয়নো পুৱতি নিশাৰ সপোন ফলিয়ায় বুলি এটা বিশ্বাস আছে, শৰৎ কালকো হাততে পায়। শৰতক তেওঁ ইমান ভাল পায় — সেয়েহে আবেগতে কৈ উঠে –"শৰৎ কালটোক মই যদি প্ৰেয়সী কৰি লৈ মোৰ বুকুৰ ৰাণী কৰি লওঁ — ।"

শাৰদী ৰাণী
তোমাৰ হেনো নাম
তুমি মোৰ নিচেই আপোন
সদ্যস্নাতা ৰূপহী মোৰ
পুৱতি নিশাৰ সপোন ।
শুভ্ৰ নীলা ওৰণিখনি
কুঁৱলী সূতাৰে বোৱা
পাতল ৰিহাখনি ।
থৰ লগা বিলখনি
তোমাৰ শুৱনি দাপোন ।
কপাহ মেঘৰ অহা যোৱা
সেউজী ঘাঁহৰ হিমানী
সোণালী ৰ'দ, শৰালিৰে জাক
তুমিয়েই আনিলা কিজানি
শেৱালি কোমল হাঁহিটি মাৰি
ৰুৱাহি সাজোন কাচোন ।

কলিকতা, ১০ আগষ্ট, ১৯৭৮

# আজি ব্ৰহ্মপুত্ৰ হ'ল

বনত জুই লাগিলে দেখা পোৱা যায়। কিন্তু, মনৰ জুই দেখা নাযায় – উমি উমি এদিন ভমকৈ জ্বলে হঠাৎ উদ্‌গীৰিত আগ্নেয়গিৰিৰ দৰে। ব্ৰহ্মপুত্ৰ বহ্নিমান হয় কিয় ? এই প্ৰশ্নৰ উত্তৰ বিচাৰি আমি পাওঁ — দিল্লীৰ দ্বাৰা পদে পদে লাঞ্ছিত, বঞ্চিত, শোষিত অসম। কি নাই অসমৰ? অসম কৃষিজ, খনিজ, বনজ সম্পদেৰে চহকী। অসমত উৎপাদিত চাহ-মৰাপাট, ৰিফাইনাৰী আদি উদ্যোগ অসমতে স্থাপন নকৰি কেন্দ্ৰই চক্ৰান্তৰে বাহিৰলৈ লৈ যায় আৰু নুন্যমানৰ ৰয়েল্টিহে দিয়ে অসমক। শিল্প-বাণিজ্য, উদ্যোগ, ৰাস্তা-ঘাট, শিক্ষা আদি সকলোতে অসম পিছ পৰা। ৰাস্তা-ঘাট, উদ্যোগ, অবিহনে ৰাজ্যৰ অৰ্থনৈতিক সচ্ছলতা অসম্ভৱ। বৃটিছে যি এটা এম, জি ৰেল পথ নিৰ্মাণ কৰিছিল তাৰ বাহিৰে বৰ্হিজগতৰ লগত অসমৰ যোগাযোগৰ ব্যৱস্থা নাই। ইফালে ভূতৰ ওপৰত দানহ পৰাদি এই ভূ-খণ্ডৰ চাৰিও ফালৰ খোলা সীমাইদি বিদেশী সোমাই আহি ৰাজনৈতিক ছত্ৰছায়াতে জীপ লৈ গোজেই গছ হৈ বৰঘৰৰ মজিয়াত পীৰা পাৰি বহি অসমীয়াৰ মুখৰ ভাত মুঠিও কাঢ়িলে। ভাৰতৰ প্ৰথম প্ৰধান মন্ত্ৰী জবাহৰ লাল নেহৰুৱে 'Discovery of India' লিখি গোটেই ভাৰত বৰ্ষকে 'Discover' কৰিলে। তাত 'অসম' বাদেই; মহাভাৰত খ্যাত 'প্ৰাগজ্যোতিষপুৰে'ও ঠাই নাপালে। ৰাষ্ট্ৰীয় সঙ্গীততো ভাৰতৰ প্ৰতি ৰাজ্যৰ নদ নদী, পৰ্বত পাহাৰে ঠাই পালে; তাত ব্ৰহ্মপুত্ৰই ঠাই নাপালে! বান সমস্যা, নিবনুৱা সমস্যা, গৰাখহনীয়া, বহিৰাগত সমস্যা আদি এশ এবুৰি সমস্যাত জৰ্জৰিত হৈ নোপোৱাৰ হাঁহাকাৰ, হেৰোৱাৰ বেদনাৰ পুঞ্জীভূত ক্ষোভ বহ্নি আগ্নেয়গিৰিসম হৈ উদ্‌গীৰণ হয়। স্বনিৰাপত্তাৰ প্ৰতি সজাগ হৈ ১৯৭৯ চনৰ ৪ জুনত 'বিদেশী বহিস্কাৰ'ৰ দাবীত তেতিয়াৰ ছাত্ৰনেতা শ্ৰী প্ৰফুল্ল কুমাৰ মহন্ত আৰু 'গণ সংগ্ৰাম পৰিষদ'ৰ নেতৃত্বত পাহাৰে-ভৈয়ামে আবাল-বৃদ্ধ-বনিতাই নাহ্য আৰু অহিংসে আন্দোলনত জপিয়াই পৰে। তাকে দেখি পৃথিৱীও কম্পমান হ'ল। তেতিয়াই অসম প্ৰাণ ড০ ভূপেন হাজৰিকাইও গুমৰি উঠিল এই গীতেৰে —

আজি, ব্ৰহ্মপুত্ৰ হ'ল বহ্নিমান !
মনৰ দিগন্তত ধোঁৱা উৰে,
আকাশত পপীয়া তৰা ঘূৰে
পদে পদে কৰে কাক অপমান ?
আজি ব্ৰহ্মপুত্ৰ হ'ল বহ্নিমান !

এই বহ্নি নহয় শ্যামলী বনৰ
এই বহ্নি ক্ৰোধান্বিত লক্ষ জনৰ
পুঞ্জীভূত নোপোৱাৰ বেদনা আগ্নেয়গিৰি সমান। আজি ব্ৰহ্মপুত্ৰ....
সৌৱা সমদলৰ পদধ্বনি
আবাল-বৃদ্ধ-বনিতাৰ
স্ব-নিৰাপত্তা লক্ষ্য আৰু আনকো জীয়াই ৰখাৰ
সহস্ৰ জনৰ সাহস দেখি — পৃথিৱী কম্পমান। আজি .....
শুনো বজ্ৰ নিনাদৰ প্ৰতিধ্বনি
ভৈয়ামে পৰ্বতে বাজে
সংগ্ৰামী সূৰ্য্য প্ৰকাশ
বলিষ্ঠ সংগ্ৰাম মাজে;
প্ৰচণ্ড অবহেলা এইবাৰ নাশিবই –এ জীৱনকো কৰি বলিদান।

ৰচনা : কলিকতা, ১৯৭৯

# এই বিহুৰে উৰুকাৰ নিশা

বিহু আদি উৎসৱ অনুষ্ঠানে মানুহৰ মনত ৰঙৰ বোল সানে । কিন্তু যাৰ প্ৰিয়জন দূৰত থাকে বা নোহোৱা হয় তেনেলোকৰ বাবে আশংকা আৰু দুখৰ কাৰকহে হয় । বিহু আৰু বহাগ অসমীয়াৰ যৌৱন জীৱনৰ প্ৰতীক । বিহু আৰু বিহুতলীতে ডেকা গাভৰুৰ মাজত হিয়াৰ বিনিময় হয়; দুয়ো এক হোৱাৰ পণ লয় । কিন্তু ধন নহ'লে মন গ'লেও সংসাৰ পাতিব নোৱাৰি ! সেয়ে, ডেকাজন ওলাই গ'ল চহৰলৈ চাকৰি বিচাৰি । ইফালে ডেকাৰ পৰা চিঠি পত্ৰ এখনো অহা নাই, চাকৰি হ'লনে তাৰো খবৰ নাই,— গাভৰু মনত শংকা কিজানি চহৰৰ ৰূপহী পাই তাইক পাহৰিয়েই গ'ল ! বৰ্তমান যুগত চৰকাৰী চাকৰিয়েই নাই । সেয়ে ডেকাজনে স্থিৰ কৰিলে ব্যৱসায় বা অইন উপায়েৰে নিজেও স্বাবলম্বী হব আৰু আন নিবনুৱাকো আদৰ্শ দেখুৱাব । তেওঁ গাভৰুক পাহৰা নাই মাথোন সমাজখনহে শুধৰাব । সেয়ে তেওঁ প্ৰেয়সীকে চিঠি এখন পঠাবলৈ অনুৰোধ কৰিছে— চিঠিৰ আখৰৰ উমতে প্ৰেয়সীৰ মৰমৰ উম পাব । প্ৰকৃত প্ৰেমৰ মৰণ নাই আৰু কৰ্তব্য নিষ্ঠাই উন্নতিৰ মূল ।

এই বিহুৰে উৰুকা নিশা
মোৰ কলিজা পৰিছে ক'লা
চিঠি দিমে বুলি চিঠিও নিদিলা
তুমি পৰদেশী হ'লা ।

যোৱাটো বিহুতে কথা যে দিছিলা
হ'বা মোৰ মনৰে দৰা,
পথেকৰ পাছতে গুচি যে গ'লা গৈ
মনটো হ'ল মোৰ মৰা
তুমি কিয় যে দূৰলৈ গ'লা ?

চাকৰি বিচাৰি চহৰলে গ'লা
চাকৰি পালা নে নাই ?
আমালৈ হ'বলা পাহৰি গ'লাগৈ
চহৰৰ ৰূপহী পাই ।

(এই কথাখিনি ১৯৯২ চনত সংযোজন কৰিছে)—

কি কথা কৰ তই অ' মোৰ লাহৰী
তোক মই পাহৰা নাই
তোৰে মান ৰূপহী বিচাৰি দেখিলো
কোনো ভাৰতত নাই
কথা এটা কওঁ শুন মোৰ লাহৰী
তোক মই পাহৰা নাই
গুপুতে গুপুতে ক'লো
চাকৰি নোপোৱা সমাজখন শুধৰাম
মৰণ পণকে ল'লো ।

মোৰে শপত এখনি চিঠি
দিবাচোন অহাটো ডাকত
তোমাক নেপালেও তোমাক লগ পাম
চিঠিৰে আখৰৰ উমত —— তুমি কিয় যে নিলিখা হ'লা ?

ৰচনা ঃ কলিকতা; ২৩ ফেব্ৰুৱাৰী ১৯৭৯

(২)

(গাঁৱৰ গাভৰুৰে বিনায় — এই বিহুৰে উৰুকাৰ নিশা । যোৱা বছৰতে ডেকা ওলাই গ'ল চিঠি দিম বুলি । আজিও চিঠি নাহিল দেখোন । সি পাহৰি গ'ল নেকি তইক — কোনোবা ৰূপহীক দেখি ? নাই নাই -ডেকাই চাকৰি বিচাৰি ফুৰিছে চাগে' । কোন বা ভয়াবহ বেল্ডুত সি সোমাইছে — সমূহৰ বাবে ? কোনে জানে ? আহৰি ক'ত ? )

গাভৰু ঃ এই বিহুৰে উৰুকা নিশা
মোৰ কপৌফুল পৰিলে ঢলি
চিঠি দিম বুলিও চিঠিও নিদিলি
তই পৰদেশী হ'লি । অ' তই পৰদেশী হ'লি

ডেকা ঃ তোৰ বুকুৰে কান্দোন সপোনত শুনো সোণ
নিঠুৰ নগৰত বহি
চিঠি লিখিবলৈ পোৱা নাই আহৰি
মন মোৰ গৈছে দহি ।

গাভৰু ঃ যোৱাটো উৰুকাত কথা দিছিলি
হ'বি মোৰ মনৰে দৰা,
পথেকৰ পাছতে গুচিয়ে গ'লিগৈ
মন মোৰ হ'ল যে মৰা ।

ডেকা ঃ চাকৰি বিচাৰি নগৰখন ঘুৰিলোঁ
চাকৰি আমালৈ নাই,
উৰণীয়া লোকেহে চাকৰি পায় চোন
ফুৰিছোঁ লাথি-চৰ খাই ।

গাভৰু ঃ চাকৰি বিচাৰি চহৰলৈ গ'লি
চাকৰি পালিনে নাই,
আমালৈ হ'বলা পাহৰি গ'লিগৈ
চহৰৰ ৰূপহী পাই ।

ডেকা ঃ কি কথা কব তই শুন মোৰ লাহৰী
তোক মই পাহৰা নাই,
তোৰে মান ৰূপহী বিচাৰি দেখিলোঁ
কোনো ভাৰতুতে নাই ।
কথা এটি কওঁ শুন মোৰ লাহৰী
গুপুতে গুপুতে ক'লোঁ,
চাকৰি নোপোৱা সমাজখন শুধৰাম
মৰণ পণকে ল'লোঁ ।

গাভৰু ঃ মোৰে শপত তই এখনি চিঠি
দিবিচোন অহাটো ডাকত
তোক নেপালেও তোকে লগে পামে
চিঠিৰে আখৰৰ উমত; অ' চিঠিৰে আখৰৰ উমত ।

(বিঃ দ্রঃ এই একেটা গীতকে দুটা কেছেটত দুই ধৰণে বাণীবদ্ধ কৰা হৈছে । কেছেটত বাণীবদ্ধ কৰা দুয়োটা ৰূপকে ইয়াত সন্নিবিষ্ট কৰা হ'ল ।)

# গৌৰীপুৰীয়া গাভৰু দেখিলোঁ

**গৌৰীপুৰ;** —অসমৰ ধুবুৰী জিলাৰ (অবিভক্ত গোৱালপাৰা) এখন ঐতিহ্য মণ্ডিত চহৰ। অসমৰ অবিভক্ত গোৱালপাৰা জিলা অবিভক্ত বাংলাৰ ৰংপুৰৰ অন্তৰ্গত আছিল। ৰাজনৈতিক পৰিবৰ্তনৰ ফলত ১৮৭৪ চনত গোৱালপাৰাক অসমৰ লগত সংলগ্ন কৰা হয়। সেয়েহে, গৌৰীপুৰ অঞ্চলৰ ভাষা-সংস্কৃতিত এতিয়াও বঙ্গৰ প্ৰভাৱ বিদ্যমান। কেইই দশকমান আগলৈকে এই অঞ্চলটো হাবি জঙ্ঘলেৰে ভৰা আছিল। এই হাবিবোৰ অন্যান্য জীৱ-জন্তুৰ উপৰিও বিশেষকৈ হাতীৰ বিচৰণ স্থলী আছিল। ১৮৫০ চনৰ পৰা এই অঞ্চলটো জমিদাৰ সকলে শাসন কৰে। প্ৰমথেশ বৰুৱা, প্ৰতিমা পাণ্ডে বৰুৱা, হস্তী বিশেষজ্ঞা পাৰ্বতী বৰুৱা আদি এই ৰাজপৰিয়ালৰে সুযোগ্য সন্তান। এই ৰাজপৰিয়ালৰ তত্বাৱধানতে এই অঞ্চলত আছিল হাতীৰ মহল। তাৰ বাবে নানা ঠাইৰ লোক আনি যোগ্যতাৰ ভিত্তিত ফান্দি আৰু হাতীৰ মাউত ৰূপে নিয়োগ কৰা হৈছিল। সেই সংস্কৃতিৰে এখন সুন্দৰ চিত্ৰ ড০ ভূপেন হাজৰিকাদেৱৰ এই গীতটিত, সুৰত সুন্দৰ ভাবে অংকিত হৈছে। তাৰোপৰি, ভাৰতত যোগ্যতা অনুসৰি বিবাহৰ পাত্ৰ পাত্ৰী নিৰ্বাচন কৰা প্ৰথা ৰামায়ণ, মহাভাৰতৰ দিনৰে পৰাই চলি আহিছে। ৰামে 'হৰধনু' ভঙি সীতাক আৰু অৰ্জুনে 'লক্ষ্য ভেদ' কৰি দ্ৰৌপদীক লাভ কৰিছিল। সেই পৰম্পৰানুসৰি এই গীতটিতো শিৱসাগৰৰ ডেকা মাউতজনে মহলৰ কাষত থকা গৌৰীপুৰীয়া গাভৰুজনীক গদাধৰ নৈ সাঁতুৰি পাৰ হৈ আৰু বিহু গাই, অশেষ কষ্ট কৰি তাইৰ মন মুহি তাইক লাভ কৰে আৰু মহলদাৰৰ মাননিলৈ তাইক দিখৌ পাৰলৈ লৈ যায়। গীতটিৰ জৰিয়তে গায়ক গীতিকাৰে গোৱালপৰীয়া লোকগীত আৰু বিহুগীতৰ সংমিশ্ৰণত উজনি আৰু নামনি অসমৰ সাংস্কৃতিক সমন্বয়ৰ প্ৰয়াস কৰা দেখা যায়। তাৰোপৰি অসমীয়া সমাজত নাৰী কিমান আদৰণীয় আৰু সন্মানীয় তাৰ সুন্দৰ আভাসো গীতটিয়ে দিয়ে।

গৌৰীপুৰীয়া গাভৰু দেখিলোঁ
হাতী ধৰিবলৈ গৈ
হাতীও ধৰিলোঁ তাইকো মুহিলোঁ
সাঁতুৰি গদাধৰ নৈ। হে গৌৰীপুৰীয়া.....
মহলৰ কাষতে নৈৰ পাৰতে
আছিলে অকলে বৈ হে।
গোৱালপাৰাৰ হাতী মহল, মাউত নানা স্থানৰ
তাৰেই মাজত মাথোন মই, শিৱসাগৰৰ গাঁৱৰ
সেয়ে, গভীৰ হাবিত গাইছিলোঁ, বিহু ব'হাগৰ।

কথা : কি গাইছিলোঁ ! 'পৰ্বতে পৰ্বতে বগাব পাৰোঁ মই
লতানো বগাবলৈ টান,
যুৰীয়া হাতীকো বলাব পাৰোঁ মই
তোমাকনো বলাবলৈ টান।'
গাভৰুৰ বলালোঁ মন, লতাও বগালোঁ
বিহু গায়েই অচিন সুন্দৰীৰ চিত হৰি নিলোঁ
কষ্ট কৰিলে বস্তু মিলিব কথাটি শিকিলোঁ।
তেজক পানী কৰি কৰি হস্তিনী ধৰিলোঁ
ধৰাৰ পিছত মহলদাৰৰ মাননি লভিলোঁ
সেয়ে কইনাকে দেখুৱামগৈ দিখৌ নৈৰে পাৰ। গৌৰীপুৰ, ১৯৭১

# ব'হাগৰে প্ৰথম পুৱা

অসমীয়া সমাজত কন্যা সন্তান পুষ্পিতা হ'লে তোলনি বিয়া, জাননী বা জাপা থোৱা প্ৰথা আছে। কুৰি শতিকাৰ চতুৰ্থ দশকমানলৈকে উচ্চ বৰ্ণ হিন্দু সমাজত ছোৱালী পুষ্পিতা (প্ৰথম ৰজস্বলা) হোৱাৰ আগতেই আগবিয়া পতা হৈছিল। পুষ্পিতা হোৱাত ছোৱালী জনীক চন্দ্ৰ-সূৰ্য্য, গৰু-গাই বা পুৰুষৰ মুখ নেদেখাকৈ এন্ধাৰ কোঠাত অনাহাৰে ৰাখি চতুৰ্থ বা সপ্তম দিনা (ঠাই বিশেষে) তোলনী বিয়া বা শান্তি বিয়া পাতে। এই অনুষ্ঠানত কেৱল মহিলা সকলেহে অংশ গ্ৰহণ কৰে। এই অনুষ্ঠান পতাৰ অৰ্থ এয়ে যে ছোৱালীজনী বিবাহোপযোগ্যা হ'ল। গতিকে পাছ বিয়া পাতি শশুৰ পৰিয়ালে তাইক নিবৰ হ'ল। তাইৰ সংসাৰ চম্ভালিবৰ হ'ল; সন্তান জন্মদানৰ বাবে সক্ষম হ'ল – তাকে সমাজক অৱগত কৰোৱা হ'ল। কালক্ৰমত বাল্যবিবাহ উঠি গ'ল; কিন্তু এই লোক অনুষ্ঠানটো পৰম্পৰা অনুসৰি আজিও বৰ্তি আছে আৰু জাতি জনজাতি সকলোলৈকে ই সম্প্ৰসাৰিত হৈছে। অতি কম বয়সত বিয়া হোৱা ছোৱালীৰ শাৰীৰিক, মানসিক, বৌদ্ধিক বিকাশ নহয়। নিজৰ অনভিজ্ঞতা, অজ্ঞতা বা বিদ্যা-বুদ্ধিহীনতাৰ বাবে এওঁলোক নিজেও এজনী সুগৃহিণী হোৱাত ব্যৰ্থ হয় আৰু সন্তানকো সুপথৰ নিৰ্দেশনা দিয়াত অসফল হয়। ফলত সমাজৰ, দেশৰ অপূৰণীয় ক্ষতি হয়। কম বয়সত বিয়া হোৱা ছোৱালীৰ ৰোগাগ্ৰস্তহৈ সোণকালে স্বাস্থ্য ভাগে; ফলত কম বয়সতে অকাল পৌঢ়তাক সাবটি লয়। সেয়েহে ছোৱালী বিদ্যা বুদ্ধি অৰ্জন কৰি পৈণত বয়সত বিয়া হোৱাহে উচিত। তাকে বুজাবলৈ ড০ হাজৰিকাদেৱে এই গীতটি ৰচে। কাৰণ, আজিৰ দিনত ল'ৰা ছোৱালীৰ মাজত পাৰ্থক্য নাই। সমাজখন সুচাৰুৰূপে পৰিচালিত কৰা আৰু প্ৰগতিৰ পথেৰে আগুৱাই নিয়াত নাৰী-পুৰুষ দুয়োৰে দায়িত্ব আৰু অৱদান সমান।

ব'হাগৰে প্ৰথম পুৱা
নকৈ গাভৰু হোৱা
এপাহি কপৌফুলে
কাণে কাণে ভোমোৰাক যেন ক'লে
এ মই ফুলিলোঁ হে
মোৰ পাত গাভৰুৰ মন
কুমলীয়া মই একোকে নাজানো নুশুহিবা মধুকণ।
যৌৱনা আন ফুলৰ ফালে
সিঁহত আগতে ফুলিলে
কৃষ্ণচূড়াৰ মৌ চুহা না
এজাৰেও বুকু উদঙালে
ফুলি আছে, দেখা নাই জানো ধুনীয়া ফুলনিখন ?
বিহুৱা ঢোলৰ লগতে সৌৱা
নাচনীৰ দেহাৰ লাহ চোৱা
ব'হাগত বলিয়া হোৱা
পাত গাভৰুৰ লাজ চোঁৱা
পাত গাভৰুৰ লেখিয়া মই
এপাহি কপৌফুল হে মই — মোক নকৰা আমনিখন
কুমলীয়া মই একোকে নেজানো নুশুহিবা মধুকণ।

কলিকতা, ২ মাৰ্চ, ১৯৭৯

# অ' বান্ধ, সিপাৰৰ বান্ধ

হিন্দু দৰ্শন জন্মান্তৰবাদত বিশ্বাসী । জীৱনৰ বিয়লি বেলিকা শাৰীৰিক শক্তি হ্ৰাস পোৱাৰ লগে লগে মানুহৰ জীৱনলৈ নামি আহে দুখৰ কাল ধুমুহা । তেতিয়া জীৱনটোৱে অসাৰ বা এটা বোজা যেন হৈ পৰে। এই পৰিস্থিতিৰ পৰা পৰিত্ৰাণ বিচাৰি মানুহে ভগৱানৰ ওচৰত কাতৰ প্ৰাৰ্থনা কৰে 'হে প্ৰভু মোক পাৰ কৰা' । মানৱ দেহ ক্ষণ ভঙ্গুৰ; কিন্তু আত্মা অবিনশ্বৰ । ইহ জগতৰ কৰ্মফলানুসাৰে মৃত্যুৰ পিছত আত্মাই অন্য দেহত জীৱন ধাৰণ কৰে । পুনৰ তেওঁ সংসাৰৰ টৌ-ধুমুহাত জুৰুলি-জুপুৰি হৈ জীৱন কাল সমাপি ইপাৰৰ মায়া মোহ ত্যাগি সিপুৰীলৈ যায় । কিন্তু অবিনাশী আত্মাই পুনৰ নব দেহ ধাৰণ কৰি এই সংসাৰলৈ আহে আৰু নিৰ্ধাৰিত সময়ৰ অন্তত উভতি যায়গৈ। এই 'অহা আৰু যোৱা' —চক্ৰাকাৰ গতিৰেই চলি আছে এই জগত । গীতটিত 'শিমলুৰ নাও' মানৱ দেহ, 'পচা কাঠ' ঘূণীয়া বা দুৰ্বল দেহা, আৰু 'বঠা ভগা' জীৱনৰ সহায় হীনতা, অসহায় অৱস্থাৰ প্ৰতীক ।

নাৱৰীয়া ১ ঃ অ' বান্ধ, সিপাৰৰ বান্ধ, শুনা.....
এন্ধাৰ ইটো পাৰ
কাল ধুমুহাই ঢাকে আকাশ
কৰাচোন সিপাৰ
কৰাচোন সিপাৰ ।
নাৱৰীয়া ২ ঃ মেঘ বৰষুণ নেওচি মই
তোমাক কৰিম পাৰ
পিছে, সিপাৰ এৰি কিহৰ আশাত
মানি ল'লা হাৰ......
নাৱৰীয়া ১ ঃ বঠা ভাগে কাঠো পচা
শিমলুৰে নাও
জীৱনৰে সোঁত নেজানো
আৰু পানীৰ ভাও ।
নাৱৰীয়া ২ ঃ ইপাৰে আনিলোঁ বাৰু
এৰি সিটো পাৰ
এৰা পাৰ সুঁৱৰি যদি
কৰা হাঁহাকাৰ
নাৱৰীয়া ১ ঃ নেলাগে নেলাগে মোক
মায়া ইপাৰৰ
বিছাৰিছোঁ মোহময়ী
কায়া সিপাৰৰ ।
মোক কৰাচোন পাৰ....
নাৱৰীয়া ২ ঃ সিপাৰ পালে ইপাৰ লাগে
অনন্ত পিয়াস
ইপাৰ সিপাৰ অহা যোৱা
চক্ৰ অভিলাস ।

# অপৰূপা অপৰূপা তুমি মুক্ত

সম্প্ৰতি সমগ্ৰ বিশ্ব জুৰি নাৰী জাগৰণৰ জোৱাৰ উঠিছে। নাৰীয়ে পুৰুষৰ সমানে সম অধিকাৰৰ দাবীত আন্দোলন কৰিছে। অকল ভাৰততেই নহয়— ইংল্যাণ্ড, আমেৰিকা, জাৰ্মানি আদি পশ্চিমৰ উন্নত দেশৰ মহিলাবোৰেও বহু আন্দোলনৰ ফলতহে ভোটাধিকাৰ লাভ কৰিব পাৰিছে। ভাৰতত বেদ উপনিষদ, ৰামায়ণ, মহাভাৰত আনকি বৌদ্ধ যুগতো নাৰীৰ স্থান উচ্চ আছিল। তেনেহলে মাতৃৰূপা, ভগ্নীৰূপা, দেৱী ৰূপা নাৰীৰ মাজত নাৰী মুক্তিৰ ভাব উদয় হ'ল কিয় ? কিয় আন্দোলন কৰিবলগীয়া হ'ল নাৰীয়ে ?— এই প্ৰশ্নৰ উত্তৰ বিচাৰি গৈ আমি দেখিবলৈ পাওঁ— ইতিহাসৰ পাতে পাতে লিখা আছে পুৰুষ প্ৰধান সমাজৰ দ্বাৰা নাৰী নিৰ্য্যাতনৰ কৰুণ কাহিনী। সীতা, দ্ৰৌপদীৰ দিনৰে পৰা যুগে যুগে নাৰীসকল লাঞ্ছিতা, বঞ্চিতা, অৱহেলিতা, নিৰ্য্যাতিতা। কিন্তু, আদিম মানৱৰ মাজত নাৰী পুৰুষৰ মাজত পাৰ্থক্য নাছিল। খাদ্যৰ সন্ধানত উভয়ে একেলগে মুকলি মনেৰে ঘুৰি ফুৰিছিল, চিকাৰ কৰিছিল। বৈদিক যুগতো নাৰীৰ স্থান উচ্চ আছিল। নাৰীয়ে পুৰুষৰ সমানে শিক্ষা গ্ৰহণ কৰিব পাৰিছিল আৰু ৰাজনৈতিক, সামাজিক আৰু প্ৰশাসনিক কাৰ্য্যত পুৰুষৰ সমানে গুৰুত্ব পূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল। বেদত সূৰ্য্যা, সাৱিত্ৰী, লোপা, য়মী, অপালা, আত্ৰেয়ী আদি বিদুষী নাৰীয়ে লিখা ৪২২ টা মন্ত্ৰৰ উল্লেখ আছে। নাৰী যে পুৰুষৰ ব্যক্তিগত সম্পতি নাছিল তাক মহাভাৰতৰ বন পৰ্বত থকা এই কথাষাৰিত উল্লেখ পোৱা যায় — "অনাবৃতা কামাচাৰ বিৰহিনাঃ স্বতন্ত্ৰাঃ"। অতীতত নাৰী আজিতকৈ বহু গুণে স্বাধীন আছিল;— নাৰী আছিল সৰ্বগম্যা, স্বৈৰিণী। বাৰাঙ্গানাইও সমাজত উচ্চ স্থান লাভ কৰিছিল। শূদ্ৰকৰ মৃচ্ছকটিক নাটকৰ নায়িকা 'বসন্তসেনা'ই ইয়াৰ উৎকৃষ্ট উদাহৰণ। মনুস্মৃতিৰ (৩ - ৫৬) শ্লোকত পোৱা যায়— 'যত্ৰ নাৰ্য্যস্তু পূজ্যন্তে ৰমন্তে তত্ৰ দেৱতাঃ। যত্ৰৈ তাস্তন পূজ্যন্তে সৰ্বাস্তভজাফলাঃক্ৰিয়া।' অৰ্থাৎ যি ঠাইত নাৰীৰ পূজা হয়, সেই ঠাইত দেৱতাই বাস কৰে। য'ত নাৰীৰ অনাদৰ বা অপমান হয় সেই ঠাইত সকলো ধৰ্ম কৰ্ম নিস্ফল হয়।' কিন্তু স্মৃতিকাৰ মনুৰ ৰচনাতেই বহু নাৰী বিৰোধী শ্লোকো আছে। নাৰী অবিহনে যে পুৰুষ অসম্পূৰ্ণ সেই কথা ৰামায়ণত বৰ্ণিত এই কাহিনীৰ পৰাই বুজা যায় — এবাৰ শ্ৰী ৰামচন্দ্ৰই অগস্ত্য মুনিক দৰ্শন কৰিবলৈ অকলশৰে গৈছিল। তেতিয়া মুনিয়ে কুটীৰৰ ভিতৰৰ পৰাই 'অপূৰ্ণক দৰ্শন নিদিও' বুলি কলে আৰু শ্ৰীৰামচন্দ্ৰই বিফল মনোৰথ হৈ ঘূৰি আহিল। নাৰী পুৰুষ যে পৰম্পৰে পৰম্পৰৰ সমান আছিল ইয়াৰ প্ৰমাণ হৰগৌৰী, সীতাৰাম, ৰাধাকৃষ্ণ আদি প্ৰচলিত শব্দবোৰ। ভাৰত বৰ্ষত নাৰীৰ জীৱনলৈ বিপৰ্য্যয় নামি আহে বিশেষকৈ মোগল যুগত। বাৰে বাৰে হোৱা বিদেশীৰ আক্ৰমৰ ফলত বিশেষকৈ ক্ষতিগ্ৰস্ত হ'ল নাৰী সমাজ। নাৰী সকল ধৰ্ষণ, বলাৎকাৰ আৰু নানা অত্যাচাৰৰ বলী হ'ল। সেয়ে নাৰীক ৰক্ষণাবেক্ষণ দিবলৈ গৈ অৱশেষত পুৰুষে নাৰীৰ ওপৰত আধিপত্য বিস্তাৰ কৰিলে। আত্মৰক্ষা কৰিবলৈ গৈ দূৰ্গা, লক্ষ্মী, সৰস্বতী ৰূপা নাৰী হৈ পৰিল ঘৰৰ চাৰি বেৰৰ মাজত আবদ্ধ; বেতনহীন দাসী, সন্তান জন্মদাতৃ আৰু লালন পালন কৰ্ত্ত যন্ত্ৰ আৰু কামুক পুৰুষৰ ভোগৰ সামগ্ৰী। নাৰীৰ আহিল মুখৰ ওপৰত পৰ্দা; ওৰণি। কিন্তু উত্তৰ পূৰ্বাঞ্চলৰ সমাজখন জনজাতি অধ্যুষিত হোৱা বাবে ভাৰতবৰ্ষৰ অন্যান্য ঠাইৰ তুলনাত এই ছবিখন বহু পৰিমাণে ম্লান। মেঘালয়ৰ খাছীয়া সমাজ নাৰী প্ৰধান। এনে সমাজ ব্যৱস্থা পৃথিৱীতে বিৰল।

নাৰী পুৰুষৰ সমমৰ্য্যদাৰ বিষয়টো প্ৰথম আলোচিত হয় ইংল্যাণ্ডৰ দাৰ্শনিক জন লকৰ 'Second treatise of Government, 1689' নামৰ গ্ৰন্থত। ইয়াৰ পিছত ক্ৰমে ইংল্যাণ্ডৰ মেৰী উৱলষ্টোন ক্ৰাফ্‌ট (১৭৯২), এলিজাবেথ কেডিষ্টেনটোন (১৮৪৮) আৰু ইবছেনে 'A Dolls House' নামৰ নাটকৰ যোগেদি নাৰী মুক্তিৰ বাবে প্ৰতিবাদ জনায়। ১৮৬৮ চনত শ্ৰমিক শ্ৰেণীৰ প্ৰথম আন্তৰ্জাতিক সংগঠনত নাৰীৰ অধিকাৰৰ প্ৰশ্নত নীতি প্ৰণয়ন কৰা হৈছিল। ট্ৰেড ইউনিয়নত নাৰী সভ্যৰ অন্তৰ্ভূক্তি আৰু নাৰী পুৰুষৰ সমান অধিকাৰৰ দাবী ঘোষণা আৰু ১৮৭১ চনত ফৰাচী বিপ্লৱত শ্ৰমজীৱি নাৰীৰ বীৰত্ব পূৰ্ণ অংশগ্ৰহণো এক উল্লেখযোগ্য [illegible]। ১৮৮৯ চনত পেৰী (ফ্ৰান্স) চহৰত অনুষ্ঠিত প্ৰথম আন্তৰ্জাতিক শ্ৰমিক সম্মিলনত নাৰী

পুৰুষৰ সম অধিকাৰৰ দাবী পুনৰ উত্থাপিত হৈছিল। ১৯১০ চনৰ ৮ মাৰ্চত দ্বিতীয় আন্তৰ্জাতিক সমাজ তান্ত্ৰিক নাৰী সন্মিলন ডেনমাৰ্কৰ কোপেনহেগেনত অনুষ্ঠিত হৈছিল। এনেদৰে আজিলৈকে সম অধিকাৰৰ দাবীত আন্দোলন হৈ আহিছে।

ভাৰত বৰ্ষত উইলিয়াম বেন্টিঙ্কৰ দিনত ৰাজা ৰামমোহন ৰায়, ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰৰ প্ৰচেষ্টাত বাল্য বিবাহ, সতীদাহ প্ৰথা, পুৰুষৰ বহুবিবাহ প্ৰথা ৰোধ কৰা হয় আৰু বিধবা বিবাহ প্ৰথা প্ৰচলন হয়। মহাত্মা গান্ধী, স্বামী বিবেকানন্দ আদিয়েও নাৰী শিক্ষা আৰু নাৰী মুক্তিৰ বাবে প্ৰচেষ্টা চলায়। অসমত গুণাভিৰাম বৰুৱাৰ উদ্যোগত নাৰী মুক্তি আন্দোলন আৰম্ভ হয় আৰু আনন্দৰাম ঢেকীয়াল ফুকন, চন্দ্ৰপ্ৰভা শইকীয়ানীয়ে এই আন্দোলনৰ গুৰি ধৰি আগুৱাই নিয়াত অসমীয়া নাৰীয়ে আজিৰ অৱস্থা পাইছে। ভাৰতীয় সংবিধানে নাৰী পুৰুষক সমান অধিকাৰ দিছে যদিও নাৰীয়ে আজিও সেই অধিকাৰৰ সুফল ভোগ কৰিব পৰা নাই। সম্প্ৰতি সংসদত নাৰীৰ বাবে ৩৩ শতাংশ আসন সংৰক্ষণৰ বিল উত্থাপিত হৈছে। গুৰুত্বপূৰ্ণ কথা হ'ল, নাৰীয়ে পুৰুষৰ সমানে আগবাঢ়ি যাবলৈ হ'লে সৰ্বস্তৰৰ নাৰী শিক্ষিত হ'ব লাগিব। বৰ্তমান ভাৰতৰ ৰাষ্ট্ৰ প্ৰধানজনী নাৰী। ভাৰতৰ প্ৰাক্তন প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীও নাৰী আছিল। অৰোপৰি জয়ললিতা, উমাভাৰতী, অম্বিকাচোনী, সুষমা স্বৰাজ, চোনিয়া গান্ধী আদিয়ে ৰাজনীতিত আৰু কিৰণ বেদীকে ধৰি অনেক মহিলাই উচ্চ পদবী দখল কৰিছে যদিও ইয়াৰ দ্বাৰা এইটো নুবুজায় যে ভাৰতৰ সকলো নাৰীয়েই উচ্চ শিক্ষিত বা স্বাৱলম্বী। শিক্ষা আৰু স্বাৱলম্বনেৰেহে নাৰীয়ে নিজ অধিকাৰ সাব্যস্ত কৰিব পাৰিব; পুৰুষৰ সমানে খোজত খোজ মিলাব পাৰিব। স্বামী বিবেকানন্দই কৈছিল — "ভাৰতৰূপী গৰুড় পক্ষীৰ দুখন ডেউকা হ'ল নাৰী আৰু পুৰুষ"। গতিকে এখন শক্তিশালী ভাৰত গঢ়িবলৈ হ'লে দুয়োখন ডেউকাই সমান বলবান হ'ব লাগিব। নাৰী মুক্তি আন্দোলনৰ প্ৰতি সহাৰি জনাই আৰু উদগণি দি ড০ ভূপেন হাজৰিকাদেৱেও এই গীতটি ৰচে।

অপৰূপা অপৰূপা
অসীমৰ নীল নভত
তুমি এক বিন্দু অনন্ত
অপৰূপা —
তুমি মুক্ত, তুমি মুক্ত
অনুভৱ জানো কৰা নাই।

মকৰা জালৰ ভাঙিলা সজা
পাতলালা তুমি দুখৰ বোজা
পলাতকা হৈ এতিয়া কিয়নো
বিহঙ্গ হ'ব খোজা
মাটিৰ মধু জানো দেখা নাই

তোমাৰ হাতৰ মুঠিতে আছে
তোমাৰ জীৱন ৰথ
ভাঙিব পাৰা গঢ়িব পাৰা
তোমাৰেই নিজা পথ
তোমাৰ মুক্তি হেৰোৱা নাই।
অপৰূপা অপৰূপা ...

ৰোলছবি ঃ অপৰূপা, ১৯৮০

# আই সৰস্বতী অ' ৰংফুল বকুলী

বিহুগীতবোৰ সাধাৰণতে চহা প্ৰাণৰ মূৰ্ত প্ৰকাশ। এই গীতবোৰ কোনে, কেতিয়া ৰচিছিল তাৰ কোনো লিখিত প্ৰমাণ নাই । বিহুগীতবোৰ কৃষিৰ লগত সম্পৰ্কিত । সম্ভৱতঃ আহোম যুগতে নিৰক্ষৰ লোকৰ মাজত এই গীতবোৰ সৃষ্টি হ'ল আৰু মুখে মুখে মুখ বাগৰি আহি, বছৰৰ পাছত বছৰ বাগৰি সেইবোৰ জনতাৰ মাজত অতি প্ৰিয়ভাজন হৈ আহিছে। সম্প্ৰতি এই গীতৰ পৰিসৰ কৃষি আৰু কৃষক বাইজৰ মাজতে সীমাবদ্ধ নাথকি সময়ৰ সোঁতত ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক আদি বিভিন্ন দিশ আকোঁৱালি নানা বিষয় বস্তুৰে সমৃদ্ধ হৈ এক বিশাল, মহান সামাজিক সত্তা ৰূপে ৰূপ পৰিগ্ৰহ কৰিছে। ইয়াৰে দুটামান উদাহৰণ হ'ল — আহোম যুগত "স্বৰ্গদেউ ওলালে বাটচৰাৰ মুখলৈ দুলীয়াই পাতিলে দোলা"। তাৰ পিছত ক্ৰমান্বয়ে ইংৰাজৰ দিনত 'কোম্পানীৰ জাহাজ গুমেগুমায় ঐ', অসমত চাহ বাগিচা স্থাপন হোৱাত 'তিতা তিতা ফুল যোৰহাটৰ গোলাপ ফুল, চেনিমাৰা বাগিচাৰ চিঠি', প্ৰেমিকাক এজনী লখিমী বোৱাৰী ৰূপে কল্পনা কৰি 'চৰকাৰী চাকৰি নালাগে লাহৰি, নালাগে তলপৰ ধন, ঘৰতে থাকিবা বন বাৰি কৰিবা পঢ়িবা ভাগৱত ৰামায়ণ', চাকৰি সন্ধানী নিবনুৱা ডেকাৰ কথাৰে 'মইনাজান মইনাজান গুৱাহাটী ঘূৰিলোঁ, দুলিয়াজান ফুৰিলোঁ, ডিগবৈতো চাকৰি নাই; তেলৰ গেচ কোম্পানী বেলৰে কোম্পানী, তাতোচোন মিঠা মাত নাই', আৰু অসমৰ নানা বিপ্লৱী সংগঠন আৰু সেনাৰ অত্যাচাৰত জুৰুলা হোৱা নীৰিহ জনগণৰ কথাৰে — 'মৌচুমী ভনী জানানে তুমি, দেশৰ কথা শুনি ওলায় চকুপানী । এফালে ঐ সেনানী এফালে ঐ বিপ্লৱী; মাজত জনগণে টোকেনো চকুপানী' । আনকি আজিৰ বিজ্ঞান প্ৰযুক্তিৰ যুগত ডেকা গাভৰুৱে জোনৰ দেশত ঘৰ সাজি সুখৰ সংসাৰ গঢ়াৰ সপোনৰ কথাও বিহুগীতৰ মাজেৰে সুন্দৰ ভাবে পৰিস্ফুৰণ হৈছে – 'তুমি আৰু মই ঘৰ সাজিমে; তাত জোন থকিব, তাত তৰা থাকিব, তাতে আমাৰ মইনাই উমলি থাকিব' ইত্যাদি ।

আমাৰ আলোচ্য বিহুগীতটিৰ কথাও সচৰাচৰ প্ৰচলিত ডেকা গাভৰুৰ প্ৰেমৰ কথাতকৈ কিছু ব্যতিক্ৰম । কিন্তু ইও এক সামাজিক সমস্যাই । এজনী পাত গাভৰু আৰু এজন বয়সোৰ্দ্ধ পুৰুষৰ প্ৰেম কাহিনী। প্ৰেমৰ ক্ষেত্ৰত বয়সৰ পাৰ্থক্যও অন্তৰায় হয় । যৌৱনে যৌৱনকহে বিচাৰে । অনেকৰে ধাৰণা – গাভৰু সকল স্বভাৱতে চঞ্চলা-চপলা, অবলা, সবলা; সুন্দৰ সাজপোছাক, আ-অলঙ্কাৰ, বেঙ্ক বেলেঞ্চ (আজি কালি) আদি পোৱাৰ আশা দেখিলে অন্য একো নুগুণি সততে সিজনৰ প্ৰতি আকৃষ্ট হয় । গীতটিয়ে তেনে ইংগিতকে বহন কৰিছে। কিন্তু নাৰীৰো বুকুৰ ভিতৰত এটা মন আছে। সেয়ে নাৰীৰ অতি আদৰৰ 'গামখাৰু আনিলেও তোৰ দৰে বুঢ়াটোক কাহানিও নোবোলোঁ পৈ' বুলি সেই প্ৰস্তাৱ একেবাৰে নাকচ কৰিছে। সাধাৰণতে অতি দুখীয়া পৰিয়ালৰ, লহপহীয়া, সুন্দৰী গাভৰুবোৰলৈহে এনে প্ৰস্তাৱ অহা দেখা যায় । ইফালে সেই পুৰুষজন গাভৰুৰ ৰূপ যৌৱনৰ জুই দেখি এক প্ৰকাৰ বলিয়া হৈ পৰিছে। কিন্তু গাভৰুৰ তেওঁক নাকচ কৰাৰো কাৰণ আছে। বয়সৰ পাৰ্থক্যৰ লগে লগে মানুহৰ মানসিকতা, ৰুচি, আৰু দৃষ্টিভঙ্গীৰো পৰিবৰ্তন হয়। তাৰোপৰি আবেগ, অনুৰাগ আৰু যৌনতাৰো (Sex) কথা আছে। যৌন সন্তুষ্টি বা অসন্তুষ্টিয়ে সংসাৰ যাত্ৰাত গভীৰ প্ৰভাৱ পেলায় । গীতটিত এনে কথাৰো ইংগিত আছে। জীৱন লগৰীজন কৰ্তব্য নিষ্ঠ, সৎ, সাহসী, গুণী পুৰুষ হোৱাটো নাৰীয়ে কামনা কৰে । এই সকলোবোৰ গুণ সমৃদ্ধ হ'লে বয়সোৰ্দ্ধ হ'লেও নাৰীয়ে নিজৰ ভিতৰতে কম্প্ৰমাইজ কৰি সেইজনকে স্বামী বুলি গ্ৰহণ কৰে । গীতৰ শেষত এনে ইংগিতো পোৱা গৈছে ।

বিহুগীতবোৰ সাধাৰণতে গাওঁতা, নাচোতা সকলে নিজৰ ইষ্ট দেৱতা বা দেৱীক স্মৰণ কৰি আৰম্ভ কৰে । এই গীতটিতো গীত বাদ্যৰ অধিষ্ঠাত্ৰী দেৱী আই সৰস্বতীলৈ বগা ছাগলী এজনী মানি, মাহ প্ৰসাদ আগবঢ়াই আৰম্ভ কৰাত বিহুগীতৰ ধৰ্ম অক্ষুণ্ণ আছে ।

**পাত গাভৰু :** আই সৰস্বতী অ'
বংফুল বকুলী !
তোমালৈ মানি যাও কি !

**মাজ বয়সীয়া পুৰুষ :** বোলো কি ?

**পাত গাভৰু :** তোমালৈ মানি যাও শুকুলা ছাগলী
মাহে পৰমানে দি — মিলনদৈ, শশীমিলনদৈ
শশীমিলনদৈ বাখৰ কলিদৈ
বাখৰ কলিদৈ আৰু মঙ্গলদৈ
জালুকে পোৰা দি পোৰে ।

**পাত গাভৰু :** যাহ্, এইডাল নাহিবি, যাহ্ দূৰতে থাকিবি
মোৰ পিনে নেচাবি একা
যাহ্ কোবেনো গেন্ধেলা, গেন্ধেলানে ফেদেলা
একে ভুকুত কঁকাল হ'ব বেঁকা

**পুৰুষ :** অ' পিৰিতি কি বস্তু চিনিব নোৱাৰি
কোনজন ঈশ্বৰৰ মায়া
তুমি নকৰিলে কৰোঁতা নাই মোক
ভাটী বয়সতে বিয়া ।

**পাতগাভৰু :** পাণ বৰিয়ালৰ পাণ ঐ নানিবি
নানিবি গোৱালৰ দৈ
গামখাৰু আনিলেও তোৰ দৰে বুঢ়াটোক
কাহানিও নোবোলোঁ পৈ

**পুৰুষ :** মইনাজান মইনাজান বিয়া যদি নকৰ
মইনাজান মইনাজান পলুৱাই নিম তোক
মইনাজান মইনাজান নেলাগে ঐ হোমৰে জুই
মইনাজান মইনাজান তোৰ দৰে নাচনীক
মইনাজান মইনাজান পলুৱাই নিনিলে
মইনাজান মইনাজান মৰিমে ঐ ৰবলা হৈ

**পাতগাভৰু :** কি কলি কি কলি মোক নিবি পলুৱাই
তোৰ তেনে সাহস কেৰা আছে
পলুৱাই নিলেহে পুৰুষ বুলি ভাবিম ঐ
লবি যাম তোৰ পাছে পাছে

**পুৰুষ :** বাজগড়ৰ হাবিতে মাটি মই পোৱা নাই
মোৰ নামে ওলাইছে পটা
তোমাকে পলুৱাই নিবই যে লাগিব
নহ'লে জীৱনটো বৃথা
মিলনদৈ শশীমিলনদৈ
শশীমিলনদৈ বাখৰ কলিদৈ
বাখৰ কলিদৈ আৰু মঙ্গলদৈ
নহ'লে জীৱনটো বৃথা ।

বোৱাৰী : অপৰূপা, ১৯৮০

# আকৌ যদি যাব লাগে শৰাইঘাটলৈ

'ময়ে অসমীয়া শৰাইঘাটৰ, চোকা তৰোৱাল লওঁ লাচিতৰ'– বুলি স্বদেশ প্ৰেমত উদ্বুদ্ধ হৈ লাচিতক অনুসৰণ কৰি এদিন জ্যোতিপ্ৰসাদেও হাতত কলম তুলি লৈছিল। কোৱা হয়, তৰোৱালতকৈও কলম শক্তিশালী। স্বদেশ প্ৰেমৰ জ্বলন্ত উদাহৰণ লাচিত বৰফুকন। শত্ৰু পক্ষক জিনিবলৈ ৰাতিৰ ভিতৰতে গড় মৰা কাম শেষ কৰিব খোজা লাচিতে কামত গফিলতি কৰা মোমায়েকক 'দেশতকৈ মোমাই ডাঙৰ নহয়' বুলি একে ঘাপে দুছেও কৰিছিল। প্ৰবল জ্বৰত ভুগি ভুগিও ব্ৰহ্মপুত্ৰত নাওত উঠি যুঁজিছিল সৈন্যসকলৰ মনোবল বৰ্দ্ধনৰ বাবে। এই দেশপ্ৰেমৰ জবাব নাই। যুগে যুগে আই অসমী নানা সংঘাত, ঘাত-প্ৰতিঘাতৰ সন্মুখীন হৈ জুৰুলা হৈছে আৰু আইৰ সুসন্তান সবেও বুকুৰ ৰক্ত দি হ'লেও আইৰ চকুলো মচি দিছে। এই ক্ষেত্ৰত অসম মাতৃৰ সুযোগ্য সন্তান ড০ ভূপেন হাজৰিকাদেৱৰ নামও উল্লেখনীয়। ১৯৬২ চনৰ চীনা আক্ৰমণৰ ধ্বংস লীলা দেখি বুকুৰ হমহমনিত তেওঁৰ চকুত টোপনি নাই। সেয়ে 'ৰণ ক্লান্ত নহওঁ, ৰণ ক্লান্ত নহওঁ' সেই মুহূৰ্তলৈ 'যি মুহূৰ্ততে মোৰ সীমান্ততে শেষ শত্ৰু দৈত্যটিৰ নহয় মৰণ' বুলি গীতেৰে হুঙ্কাৰি উঠিছিল ভাৰতীয় সৈন্যদলৰ মনোবল বৃদ্ধিৰ বাবে। অসমী আইকো প্ৰবোধ দিলে 'পুত্ৰ আছে কন্যা আছে ৰাত্ৰি দিনে চিন্তে সবে' তেওঁৰেই বাবে। গতিকে 'কিয় কান্দা অভাগিনীৰ দৰে' বুলি নাকান্দিবলৈ। কালৰ কুটিল গতি। সময়ে সময়ে হৈ যোৱা বহিঃ আক্ৰমণ, গৃহ কন্দল আদিৰ উপৰিও বহিঃ প্ৰব্ৰজনকাৰী সকল আহি গোজেই গছ হৈ আইৰ ভোকৰ ভাত মুঠিও কাঢ়ি লোৱাত, অৱশেষত অসমীয়াই ঘৰতে আলহী হব লগীয়া হোৱাৰ উমান পাই তেওঁ গীতেৰে অসমীয়াক উদগালে 'আজিৰ অসমীয়াই সংগ্ৰাম নকৰিলে অসমতে ভগনীয়া হ'ব' বুলি সংগ্ৰাম কৰিবলৈ। ১৯৭৯ চনত আৰম্ভ হ'ল ছবছৰীয়া ঐতিহাসিক 'অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলন' তেতিয়াৰ ছাত্ৰনেতা সকল আৰু গণ সংগ্ৰাম পৰিষদৰ নেতৃত্বত। 'তৰিলে দেশ মৰিলে স্বৰ্গ' বুলি আবাল-বৃদ্ধ-বনিতা সকলো আন্দোলনত জপিয়াই পৰিল। আন্দোলন দমাবলৈ শাসক বাহিনীয়ে নীৰিহ জনতাৰ মাজত পুলিচ, সেনা মেলি দিলে। ফলত, নীৰিহ জনতাই সেনাৰ অবৰ্ণনীয় অত্যাচাৰ, দুখ-যাতনা ভোগাৰ উপৰিও বলাৎকাৰ, ধৰ্ষণ হ'ল, সহস্ৰজন শ্বহীদ হ'ল। সেই চনৰে সাত এপ্ৰিলত ঔপনিবেশিক ভাৰত যন্ত্ৰৰ শোষণ-শাসনৰ কবলৰ পৰা অসমক উদ্ধাৰ কৰাৰ অৰ্থে "স্বাধীন অসম'ৰ দাবীত 'সংযুক্ত মুক্তি বাহিনী অসম' নামেৰে আন এটা সশস্ত্ৰ সংগ্ৰামী দলে আত্ম প্ৰকাশ কৰে। তেতিয়া দেশ মাতৃকাৰ স্বাৰ্থত ওলাই অহা জনতা আৰু দলবোৰলৈ 'শৰাইঘাট' নামৰ কেছেটৰ যোগেৰে তেওঁ এই গীতটি গাই আটাইকে অনুপ্ৰেৰণা দিয়ে, সাহস যোগায় আৰু শুভেচ্ছা জ্ঞাপন কৰে।

কথা : আকৌ যদি যাব লাগে শৰাইঘাটলৈ —লুইতপাৰৰ ডেকা বন্ধু—নেথাকিবা বৈ –নেথাকিবা বৈ—

গীত : আকৌ যদি যাব লাগে শৰাইঘাট লৈ
লুইতপাৰৰ ডেকা বন্ধু —নেথাকিবা বৈ
নেথাকিবা বৈ——।
ধৌকি বাথৌ বৰ লুইতৰ কোবাল সোঁতে পায়
ঠগ প্ৰতাৰক সকলোকে নিয়ক উটুৱাই
সাহসী পাহোৱাল ডেকা—— শঙ্কা কিহলৈ ?
শঙ্কা কিহলৈ ——?
দিশে দিশে চুকে কোণে দানৱতাৰ গান
সবলতা, মানৱতা আজি ম্ৰিয়মান
শোকাতুৰা আইৰ চকুলো —চাবা কেনেকৈ ?
চাবা কেনেকৈ —— ? লুইত পাৰৰ ডেকা বন্ধুনেথাকিবা বৈ

কেছেট : শৰাইঘাট, ১৯৮০

# আৰক্ষী বাহিনীৰে কুশাসন ৰক্ষা

১৯৪৭ চনত ভাৰত বৰ্ষ স্বাধীন হ'ল যদিওঁ অসমীয়াই সেই স্বাধীনতাৰ প্ৰকৃত সোৱাদ নেপালে। কেন্দ্ৰৰ মাহীআইৰ দৃষ্টিভঙ্গী আৰু শোষণনীতি আৰু অসমৰ জনপ্ৰতিনিধি সকলৰ অন্তঃসাৰশূণ্য দেশপ্ৰেমৰ ফলত নানা সমস্যাত অসমীয়া জুৰুলা হ'ল। ১৯৭৯ চনৰ ২৮ মাৰ্চত মঙ্গলদৈ সমষ্টিৰ সাংসদ হীৰালাল পাটোৱাৰীৰ মৃত্যু হয়। সেই সমষ্টিটোত উপ নিৰ্বাচন পাতিবলৈ ২৭ এপ্ৰিলত ভোটাৰ তালিকা সংশোধনী জাননী জাৰি কৰা হয়। কেৱল মঙ্গলদৈ সমষ্টিতে প্ৰায় ৪৫ হেজাৰ অবৈধ বিদেশী নাগৰিক আছে বুলি সংশোধনীত ধৰা পৰে। সেই চনৰে ২৭ জুনত 'সদৌ অসম ছাত্ৰ সন্থা'ৰ নেতৃবৃন্দৰ উদ্যোগত গুৱাহাটী বিশ্ববিদ্যালয় চৌহদত 'বহিৰাগত সমস্যা'ৰ সমাধানক লৈ এখন সভা অনুষ্ঠিত হয়। সেই সভাত অসম জাতীয়তাবাদী দলে 'বহিৰাগত সমস্যা' সমাধান নোহোৱা পৰ্য্যন্ত অসমত লোক পিয়ল আৰু নিৰ্বাচন বন্ধ কৰিবলৈ দাবী জনায়। তেতিয়া 'আছু'ৰে' 'বিদেশী বহিষ্কাৰ'ক মুখ্য দাবী ৰূপে লৈ ১৯৭৯ চনৰ ৬ আৰু ৭ চেপ্তেম্বৰত শ্ৰেণী বৰ্জন আৰু অফিচ কাছাৰীৰ সন্মুখত ধৰ্ণা কাৰ্য্যসূচীৰে এক অহিংস আন্দোলনৰ সূচনা কৰে। অন্যহাতে, মুখ্য নিৰ্বাচন আয়ুক্তই ভোটাৰ তালিকা সংশোধনীত কিছু অনিয়ম হোৱা যেন ভাবি সংশোধনী প্ৰক্ৰিয়া স্থগিত ৰাখিলে আৰু ১৯৭৮ চনৰ ভোটাৰ তালিকানুসৰি নিৰ্বাচন পাতিবলৈ নিৰ্দেশ দিয়ে। এনে জনবিৰোধী নিৰ্দেশত অতিষ্ঠ হৈ আৰু অসমবাসীৰ 'বিদেশী বহিষ্কাৰ'ৰ দাবীত ভোটাৰ তালিকাৰ পৰা বিদেশী নাগৰিকৰ নাম কৰ্তন নকৰাকৈ অসমত নিৰ্বাচন বন্ধ কৰিবলৈ আছু আৰু ৰাইজৰ সংগঠন 'গণসংগ্ৰাম পৰিষদে' সিদ্ধান্ত লয়। এই আন্দোলনত কৰ্মচাৰী পৰিষদ, নানা মহিলা সংগঠনৰ লগতে আবাল-বৃদ্ধ-বনিতা সকলোৱে ৰাজপথলৈ ওলাই আহি সক্ৰিয় অংশ গ্ৰহণ কৰে। বিশ্বৰ চকু থৰ হয়। এই প্ৰবল জনমতক আওকাণ কৰি শাসক বাহিনীয়ে আন্দোলন দমনৰ বাবে নীৰিহ জনতাৰ ওপৰত ভাৰতীয় সেনা আৰু পুলিচ বাহিনীক মেলি দিয়ে। বৰপেটা সমষ্টিত মনোনয়ন পত্ৰ দাখিল কৰিবলৈ যোৱা প্ৰাৰ্থী আবেদা বেগমক বাধা প্ৰদান কৰিবলৈ যোৱা জনতাৰ ওপৰত সেনা আৰু পুলিচে কৰা অত্যাচাৰৰ ফলত ১৯৮০ চনৰ ১০ ডিচেম্বৰত ভবানীপুৰত তেজাল ডেকা খৰ্গেশ্বৰ তালুকদাৰ নিহত হয়। এওঁ অসম আন্দোলনৰ প্ৰথম শ্বহীদ। ইয়াৰ পিছত বহুতো ৰক্তক্ষয়ী ভাতৃঘাটী ঘটনা সংঘটিত হ'ল। সমবেত জনতাক ছত্ৰভঙ্গ দিয়াবলৈ লাঠি চালনা, কন্দুৱা গেচ আৰু বন্দুক বাৰুদো ব্যৱহৃত হ'ল। পুৰুষ সকলে পলাই নিশা জাৱণি, বাঁহনি, খাবৈত আশ্ৰয় ললে। বহু নাৰী ধৰ্ষিতা হ'ল সেনাৰ হাতত, বহুজন পঙ্গু হ'ল, 'কত পিতৃপুত্ৰ হাৰা হ'ল, কত মাতৃৰ বুকু শুদা হ'ল, কত সেন্দুৰ কাৰ মচা গ'ল, কাৰ বাসনা অপূৰ্ণ ৰ'ল,' কত শিশু জাৱণিত, বাঁহনিত ভূমিষ্ঠ হ'ল। অসমীয়া ছাত্ৰৰ বহুমূলীয়া শিক্ষা বৰ্ষ এটা অবাৰতে নষ্ট হ'ল। ঠায়ে ঠায়ে আই-মাতৃ-ভগ্নীসবে গলৰ হাৰ, হাতৰ খাৰু, কাণৰ কেৰু খুলি আন্দোলনৰ নেতৃবৰ্গৰ হাতত দান দিলে আন্দোলন পৰিচালনাত আংশিক সহায়ৰ বাবে। তেতিয়া স্বদেশ, স্বজাতিৰ দুৰ্দিনত ওৰেটো জীৱন মাত মাতি অহা ড০ ভূপেন হাজৰিকাদেৱে এই গীতটো লিখিছিল শাসকবাহিনীয়ে নীৰিহ জনতাৰ ওপৰত চলোৱা স্বেচ্ছাচাৰী, বৰ্বৰ, দমন নীতিৰ বিৰুদ্ধে।

এইকথা সত্য যে, পুলিচ বাহিনীৰ দমন নীতিৰ দ্বাৰা কুশাসন কিছুদিনহে ৰক্ষা কৰিব পাৰি; কিন্তু নতুন পুৰুষৰ নোপোৱাৰ বেদনাক ভবিৰে মোহাৰি নিঃশেষ কৰিব নোৱাৰি। তেওঁ ইয়াকো কয় যে চৰকাৰে ৰাইজৰ ধনেৰে সেনা-আৰক্ষীক গোহপালদি ৰাইজকে অত্যাচাৰ কৰিবলৈ পঠোৱাতকৈ ৰাইজৰ শত্ৰু তেজালকাৰী, খাদ্য মজুতকাৰী সকলক শাস্তি নিদিয়েনো কিয়? চৰকাৰক অসৎ মন্ত্ৰণা দি দেশত কন্দল লগোৱা মুখাপিন্ধা অসভ্য বুদ্ধিজীৱিহঁতক নধৰে কিয়? আৰু যি সকল সাহিত্যিকে পুৰস্কাৰৰ আশাত ভুৱা তথ্যৰে কিতাপ লিখি জনসাধাৰণক বিপথে পৰিচালিত কৰিলে সিঁহতক শাস্তি নিদিয়েনো কিয়? তেওঁ চৰকাৰলৈ আঙুলি টোৱাই কয় যে চৰকাৰে ডেকা শক্তিৰ ক্ৰোধৰ কাৰণ কহিয়াই চাই ধৈৰ্য্যৰে সমাধানৰ পথ বচক যাতে এটোপাল ৰক্তও অবাৰত নবয়। উল্লেখযোগ্য যে এই ছবছৰীয়া আন্দোলনত প্ৰায় হেজাৰজন শ্বহীদ হয়।

আৰক্ষী বাহিনীৰে কু-শাসন ৰক্ষা
কিছু দিনহে কৰিব পাৰি ।
নৱ নৱ পুৰুষৰ নোপোৱাৰ প্ৰকাশক
ভৰিৰে মোহাৰিব নোৱাৰি ।
আজিৰ সমস্যাই ভৰাই তুলিবই
আজিৰ শিক্ষাৰ্থীক
(তাকে) শাস্তিৰে প্ৰকাশিলে, নপঠাবি কুশাসক
পাশৱিক বাহিনীক ।
নধৰেনো কিয় মুখা শিক্ষা
অসভ্য বুদ্ধিজীৱিহঁতক
(আৰু) অ-পাঠ্য পাঠ্য পুথি
লিখা যত আছে মিছা বচকক ।

কথা ঃ বুজিছোঁ পুহিছু ৰাইজৰ ধনেৰেই পাশৱিক বাহিনীক ?
(পিছে) নপঠাৰ কিয়, মৰিমূৰ কৰিবলৈ খাদ্য মজুতকাৰীক ?

জন্ম ল'লে আজি যিটি শিশুৱে
সিও যে কালিৰ প্ৰতীক
একুৰি বছৰীয়া আজিৰ ডেকা
কাইলৈ হ'ব নাগৰিক ।

এই সংঘাতী শতিকাই কৰিবই কৰিব
সংগ্ৰাম চিএৰি চিএৰি
(সেয়ে) পুৰণি চিন্তাৰ পাশৱিকতাৰে
নিদিবি মিছা মথাউৰি ।
আজিৰ যুৱকৰ তেজাল যৌৱনে
এতিয়াই আঁচনি কৰিব
অনাগত একৈছ শতিকাত সিয়ে গৈ
নতুন বাস্তৱ হ'ব ।

একবিংশ শতিকাই অলপতে জ্বলাব
নতুন সৃষ্টিৰ চাকি
বিংশ শতিকা পাৰ হৈ যাবলৈ
আঢ়ৈ দশক হে বাকী
আজি যৌৱনৰ ক্ৰোধৰ কাৰণ
ধৈৰ্য্যৰে বঁচিয়াৰ পাৰি
(সেয়ে) এটোপাল ৰক্তও অবাৰত নোবোৱাবি
পাশৱিক, কামোৰ মাৰি ।
সাৱধান দুষ্কৃতিকাৰী !
ওলোটা পাকেৰে, চলাব নোৱাৰি
জীৱন সময় ঘড়ী ।

ৰচনা ঃ ১৯৮০

# কাজিৰঙা কাজিৰঙা ভয়াবহ নহয়

হিমালয়ৰ আশীষধন্যা প্ৰকৃতিৰ চেনেহৰ জীয়ৰী শ্যামলী আই অসমী। পৰ্বত-পাহাৰ, নৈ-বিল, হাবি-বননি, পশু-পক্ষী, চৰাই-চিৰিকতি আৰু জোন-তৰাৰ বুটাবচা সেউজীয়া ৰিহাখনি ৰূপত ৰহণ চৰা। কেৱাখনো অভয়াৰণ্য আৰু কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যান অসমীৰ বুকুৰ অমূল্য সম্পদ। কাজিৰঙা নানা তৰহৰ জীৱ-জন্তু আৰু সুৰদী সুৰীয়া চৰাইৰ আবাস ভূমি যদিও বিশেষকৈ এক খড়্গৰ গঁড়ৰ বাবে পৃথিৱী বিখ্যাত। বিশ্বৰ ঈৰ্ষাৰ সমল কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যান অসমৰ নগাওঁ, কাৰ্বি আংলং আৰু বিশেষকৈ গোলাঘাট জিলাত অৱস্থিত। কাজিৰঙাৰ মাটি কালি ৪৩০ বৰ্গ কিলোমিটাৰ। ১৯০৮ চনত এই অভয়াৰণ্যক সংৰক্ষিত বনাঞ্চল ৰূপে ঘোষণা কৰা হয়। ১৯১৬ চনত কাজিৰঙাক 'Game Sanctuary' হিচাপে, ১৯৫০ চনত বন্যপ্ৰাণী অভয়াৰণ্য হিচাপে আৰু ১৯৭৪ চনৰ ১ জানুৱাৰীত ৰাষ্ট্ৰীয় উদ্যান ৰূপে স্বীকৃতি দিয়া হয়। উত্তৰ প্ৰান্তত মহাবাহু ব্ৰহ্মপুত্ৰ আৰু ইয়াৰ উপনৈ ডিফলুৱে স্নেহালিঙ্গন কৰি সুজলধাৰাৰে কাজিৰঙাক সেউজ-সতেজ কৰি ৰাখিছে। সেয়ে গীতিকাৰে 'সীমাৰ লুইত আৰু ডিফলু আপোন' বুলি কৈছে। তেনেদৰে কহঁৰা, বাগৰি, কুঠৰী আদিও কাজিৰঙাৰে অঙ্গ বা উল্লেখযোগ্য অঞ্চল। উল্লেখযোগ্য যে ১৯৬৯ চনতে কাজিৰঙাৰ নৈসৰ্গিক সৌন্দৰ্য্যাৱলীত বিমুগ্ধ হৈ এই সৌন্দৰ্য্যৰাশি নিবিড় ভাবে উপভোগ কৰাৰ অৰ্থে স্থায়ী ভাবে বসতি কৰিম বুলি যাযাবৰী শিল্পী ভূপেন হাজৰিকাই কাজিৰঙাৰ সমীপৰ বাগৰিৰ ওচৰৰ কুঠৰীত এটা সৰু পঁজা সাজি তাতে কিছুদিন বাস কৰিছিল। ইয়াতেই সৃষ্টি হৈছিল কেবাটাও সেউজীয়া গানৰ। এই গীতটিতো 'আপোন মৰমী কুঠৰী' বুলি উল্লেখ কৰিছে।

মানৱ সমাজলৈ অৰণ্যৰ অৱদান অপৰিসীম। মানুহক জীয়াই থকাৰ সকলো উপাদান অৰণ্যই প্ৰদান কৰিছে। অকল সেয়ে নহয়, যি সময়ত পৃথিৱীয়ে অজ্ঞান এন্ধাৰত বুৰ গৈ আছিল সেই সময়ত ভাৰত বৰ্ষতেই সৰ্ব প্ৰথম জ্ঞানৰ বন্তি প্ৰোজ্জ্বলিত হৈছিল। অটব্য অৰণ্যৰ মাজত ঋষি-মুনিসকলে ফলাহাৰ আৰু স্ফটিক স্বচ্ছ ঝৰ্ণাৰ জলাহাৰ গ্ৰহণ কৰি যুগ যুগ ধৰি তপস্যাত ব্ৰতী হৈছিল। এই প্ৰজ্ঞা সাধনাৰ বলত, এদিন তেওঁলোকে জ্ঞানৰ জ্যোতিৰে জ্যোতিষ্মান হৈ সেই জ্যোতিৰে পৃথিৱী জ্যোতিষ্মান কৰাত ভাৰত ধন্য হ'ল। কাজিৰঙাত এশিঙিয়া গঁড়, নানা প্ৰজাতিৰ হৰিণ, বাঘ, ভালুক হাতী, ম'হ, হলৌ বান্দৰ আৰু নানা ধৰণৰ চৰাই, অজগৰ আদি নানা তৰহৰ সাপে মুকলি মনেৰে মনৰ আনন্দত বিচৰণ কৰে। কিন্তু সভ্যতাৰ উচ্চ শিখৰত আৰোহণ কৰা জীৱ শ্ৰেষ্ঠ মানুহে আজি প্ৰাণৰ সংশয়ত সুখেৰে এমুঠি খাব পৰা নাই, মনৰ শান্তিত এঘুমতি মাৰিব পৰা নাই। মানুহ হৈ পৰিছে নিৰাপত্তাহীন। ৰাতিপুৱা কৰ্মস্থলীলৈ ওলাই যোৱা জন সন্ধিয়া সুস্থ ভাবে ঘৰ পাবহি নে নাই দুশ্চিন্তাৰ কাৰণ হৈ পৰিছে! সমাজ আকাশ ভাতৃঘাটী সংঘৰ্ষকে ধৰি হিংসা-হত্যা, তেজৰ ফাকুৰে ৰাঙলী আৰু বোমা-বাৰুদৰ ক'লা ডাৱৰেৰে আচ্ছন্ন। কাজিৰঙাত হিংস্ৰ জীৱ-জন্তুৰে মিলিজুলি বসবাস কৰাটোলৈ লক্ষ্য কৰি গায়ক গীতিকাৰ ড০ ভূপেন হাজৰিকাদেৱে মনৰ আক্ষেপতে কৈছে যে,– বনাপ্ৰাণীৰ জগতখনত পৰিলক্ষিত হোৱা এই সমিলমিলৰ মনোভাব জীৱ শ্ৰেষ্ঠই কেতিয়াকৈ যে শিকিব। সেয়েহে, মানৱতাবাদী শিল্পীজনে কাজিৰঙা অভয়াৰণ্যতকৈ পৃথিৱীৰ জনঅৰণ্য অধিক ভয়াবহ বুলি বিৰক্তিবোধ প্ৰকাশ কৰিছে।

এই গীতটি গৌৰী বৰ্মণ পৰিচালিত 'অৰুণ' নামৰ শিশু বোলছবিখনত সংযোগ কৰা হৈছে। প্ৰকৃতি, জীৱ-জন্তু, চৰাই-চিৰিকতিয়ে শিশুৰ কোমল প্ৰাণত গভীৰ ভাবে ৰেখাপাত কৰে। গীতৰ মাধ্যমেৰে যি কোনো বিষয়েই শিশুৰ কোমল প্ৰাণত সাঁচ বহুওৱাটো তেনেই উজু। আজিৰ বনাঞ্চলত ধ্বংস যজ্ঞ চলাৰ দিনত গীতটিয়ে শিশু প্ৰাণত অৰণ্য প্ৰেম সিঁচি দিব পাৰিব আৰু শিশু সকলে অৰণ্য বিষয়ক জ্ঞান লাভ কৰি উপকৃত হ'ব বুলি আশা কৰিব পাৰি। শিশু সকলে কাজিৰঙাত হাতীৰ পিঠিত উঠি জীৱ জন্তু চাই বিমল আনন্দ লাভ কৰে। সেই অনাবিল অনন্দজ্যোতিৰ চিত্ৰ গীতটিৰ পৰিশেষত শিশু কণ্ঠত ধ্বনিত হোৱা কথাখিনিৰ মাজেৰে পৰিস্ফুট হৈছে। কাজিৰঙাক লৈ সৰহ গীত ৰচিত হোৱা নাই। এচাম দুষ্কৃতিকাৰীয়ে বিৰল প্ৰজাতিৰ এক খড়্গৰ গঁড় গোপনে নিধন কৰি গঁড়ৰ অস্তিত্বৰ প্ৰতি ভাবুকিৰ সৃষ্টি কৰিছে। সম্প্ৰতি বনাঞ্চলত ধ্বংস

# কি মায়াৰ জৰীৰে বান্ধিলা

জীৱনটো যেন এটা সাগৰ। মাজে মাজে এনে কিছুমান ভাবেৰে মনটো আক্ৰান্ত হয় যে এই পৃথিৱীত জীয়াই থকাটো যেন অৰ্থহীন। কিয়নো, মানুহ সামাজিক জীৱ। জীয়াই থাকিবলৈ মানুহক লাগে এখন সুস্থ, সুন্দৰ সমাজ; মানুহৰ প্ৰতি মানুহৰ পাৰস্পৰিক শ্ৰদ্ধা, আন্তৰিকতা, সহযোগিতা, মৰম-স্নেহ-ভালপোৱা যাক কোৱা হয় সঁচা মানৱতা। আজিৰ সমাজত সঁচা মানুহ বিচাৰি পোৱা টান। সমাজখন মুখা পিন্ধা ভণ্ড শাসক, ভণ্ড নেতা, ভণ্ড সন্ত-সাধু, ভণ্ড সমাজসেৱক দুৰ্নীতি পৰায়ণ লাভখোৰ ব্যৱসায়ী, চোৰাং ব্যৱসায়ী, ক'লা বেপাৰীৰে ভৰা। আজিৰ সমাজত অপহৰণ, নাৰী ধৰ্ষণ, বলাৎকাৰ আদিৰ উপৰিও বাটে-ঘাটে বা ধাননি পথাৰত মৃতদেহ পৰি থকা দৃশ্য সুলভ। মানুহে মানুহক অপহৰণ কৰি নি হত্যাকৰিছে বা অঙ্গ-প্ৰত্যঙ্গ বিক্ৰী কৰি কোটি পতি হৈছে। অনেকে (পুৰুষ বা নাৰী) ছোৱালী ফুচুলাই নি বেশ্যাবৃত্তিত নিয়োগ কৰি ধন লুটিছে। আজি ডাঙৰ সৰুৰ মাজত মান সন্মানৰ আঁৰ বেৰ নোহোৱা হ'ল। মানুহে মানুহক নিচিনা হ'ল। কাকো ক'তো বিশ্বাস কৰিব নোৱাৰি। অৰ্থৰ লালসাত, ক্ষমতাৰ লোভত, পদবীৰ লোভত, যশস্যাৰ লোভত মানুহক হত্যা কৰিবলৈও মানুহে কুণ্ঠাবোধ নকৰা হ'ল। আপোনজনকো যেন বিশ্বাস কৰিব নোৱাৰি;— ফেটীগোম হৈ বুকুতে যেন খোঁট মাৰিব। সমাজখনত ন্যায়, নীতি, ধৰম বোলা কথা নোহোৱা হ'ল। ভায়ে ভায়ে দ্বন্দ-হাই, কটা-মৰা চলিছে। এই অশান্তিৰ সুৰুঙা লৈ বহিৰাগতই ঘৰে ঘৰে বৰপীৰা পাৰি লৈছে আৰু দেশৰ সম্পদ, ৰাজভঁৰাল হোৱাহোৱে লুটিছে। তথাপি দেশৰ চিন্তাবিদ, বৰমুৰীয়া সকল আৰু সচেতন নাগৰিকৰ গাত চেতনা নাই। কিন্তু সমাজখন এনেদৰে উবলিবলৈ দিয়া উচিত জানো ? ভঙাটো সহজ, গঢ়াহে টান। সেয়ে সুস্থ মগজুৰ কিছু মানৱতাবাদীয়ে সমাজখন সুন্দৰকৈ গঢ়িবলৈ আগবাঢ়ি আহে। কিন্তু বাৰে বাৰে অহা বাধা, সংঘাত, ঘাত-প্ৰতিঘাতৰ আঘাতৰ ফলত সফলতাৰ মুখ দেখাটো সহজ নহয়;— মাথোঁ মৰুভূমিত মৰিচিকা খেদি খেদিহে হাবু ডুবু খাবলগীয়া হয়। বিৰক্তিত অতিষ্ঠ হৈ মূৰে কপালে হাত দি তেওঁলোকে ভাবে—এই সংসাৰত জীয়াই আছো কিয় ? মাথোন এই পৃথিৱীৰ মায়াৰ জৰীৰে বান্ধ খাই ইপাৰো হব নোৱাৰো সিপাৰো হব নোৱাৰো মাজ সাগৰত পৰিহে কৰকৰাই মৰিছোঁ।

কি মায়াৰ জৰীৰে বান্ধিলা গোঁসাই ঐ
হেৰালে চেতনা গাৰ
মৰিচিকা খেদি ভাগৰি পৰিছোঁ
একোৰে পোৱা নাই পাৰ।

সমাজখন ভুৱাৰে ভৰি গ'ল
মানুহে মানুহক নিচিনা হ'ল
ঘৰ ঘৰ মজিয়াত ফেটী গোম সোমালে
সঁচা মানৱতা কেনিবা লুকালে
মৰণেও ল'লে আৰ। কি মায়াৰ জৰীৰে ....

সুনীতিৰ আসনত অনীতি বহিছে
ধৰমৰ খুটিও সঘনে লৰিছে
চিনাকী আলহীয়ে গিৰিহঁত সাজিছে
ঘৰৰে ধন বিত হেলাৰঙে লুটিছে
কোনেও পোৱা নাই সাৰ। কি মায়াৰ...

ৰচনা ঃ ১৯৮০

# বহাগ মাথোঁ এটি ঋতু নহয়

'বহাগ' যৌৱনৰ প্ৰতীক — বতৰৰ, মানুহৰ ! বহাগতে বসন্তকালীন উৎসৱ বা ঋতু উৎসৱ পতা হয় আৰু এই উৎসৱৰ পাৰম্পৰীন মুখ্য উদ্দেশ্য হ'ল প্ৰজনন যাদু সম্পাদন । অতীতত মানুহে বিশ্বাস কৰিছিল যে যৌনমূলক নৃত্য গীতৰ মাধ্যমেৰেহে আই বসুমতীৰ প্ৰজনন শক্তি বৃদ্ধি কৰিব পাৰি যি শক্তি অবিহনে আই বসুমতীয়ে প্ৰচুৰ পৰিমাণে শস্য উৎপাদন কৰিব নোৱাৰে । শস্য আৰু সন্তানৰ মাজত বিশেষ পাৰ্থক্য নাই । আদিম মানৱৰ দৃষ্টিত যি প্ৰক্ৰিয়াৰ জৰিয়তে মাতৃ সন্তান সম্ভৱা হয় সেই প্ৰক্ৰিয়াৰ দ্বাৰাই আই ধৰিত্ৰীও শস্য সম্ভৱা হয় — এই বিশ্বাসৰ আধাৰতে প্ৰায় বিলাক ঋতুকালীন উৎসৱ উদ্ভৱ আৰু বিকাশ সম্ভৱ হৈ উঠিছে । অসম তথা উত্তৰ পূৰ্বাঞ্চলৰ জনসাধাৰণৰ বাবে বহাগ বহু আশাৰ, বহু কামনাৰ, বহু হেঁপাহৰ । বহাগক লৈয়ে কতৰে কত যে সপোন ! বহাগতেই আৰম্ভ হয় এটি নতুন বছৰ । ফাগুনৰ পছোৱা বতাহৰ হাতিৰ আবাহনত বসন্ত আহে ধৰাৰ বুকুলৈ । চিপ্ চিপ্ বৰষুণত গছে গছে কুঁহিপাত, ডালে ডালে পল্লৱিত মুকুল মুঞ্জৰি উঠে । ফুলে ফুলে ভোমোৰাৰ গুঞ্জন, কুঁহু কুঁহু কাকলিৰ কুঁজন ধৰাত যেন সৰগী মেলা বহে । চ'তৰ উখৰ ধূলি ধূসৰ ধৰণীত বিম্‌ঝিম্ বৰষুণৰ পানী পৰি ওলোৱা মহমহীয়া গোন্ধে মনত পুলক জগায়। প্ৰকৃতিৰ এনেহেন মনোমোহা আয়োজনত মানুহৰো দেহ মন বাইজাই কৰে । নাচো নাচো লাগে; কমোৱা তুলা হৈ মন উৰা মাৰে । সম্ভৱতঃ, এনেদৰেই বতৰৰ আহ্বানত অসমৰ জাতীয় উৎসৱ 'বিহু'ৰ আৰম্ভণি হৈছিল ।

বিহু বলীয়া, আন্তঃৰাষ্ট্ৰীয় খ্যাতি সম্পন্ন শিল্পী ড০ ভূপেন হাজৰিকাই কয় যে বহাগ মানে এটি ঋতু, এটি মাহ, বা বিহুতলী, বিহুগীত, মাকো বা কুলিৰ মিঠা মাত নহয় । বহাগৰ আছে গভীৰ অৰ্থ । বছৰৰ তিনিটা বিহুৰ মাজত বহাগ বিহুকেই শ্ৰেষ্ঠ আসন দিয়া হৈছে । পুৰণিক ভাঙি নতুনৰ সৃষ্টিৰ বাবে হিলদল ভাঙি বৰদৈচিলাজনী উৰি আহে অসমীৰ বুকুলৈ । তাৰোপৰি বহাগৰ ন বৰষুণৰ গুণ গুণ গানে গানে বৰলুইতখনি আৰু ইয়াৰ উপনৈ, সুঁতি, জান-জুৰি, নিজৰা উথলি পাতগাভৰুজনী যেন হৈ পৰে । বৰষুণৰ পানীয়ে ডাল পাতৰ ধূলি মাকতি ধুই পখালি চিকচিকিয়া কৰে । বৰষুণত সিক্ত মাটি উৰ্বৰা হয় । মাটিৰ তলত শুই থকা বীজে উকমুকায় গজালি মেলিবলৈ ! কৃষি প্ৰধান অসমীয়া সমাজৰ কৃষকৰ চকুৰ পতাত আশাই সজাল ধৰে;- — সৃষ্টিৰ বাসনা জাগে । সৃষ্টিৰ বাসনাই সিচে কৰ্মানুপ্ৰেৰণা । আশা ভৰা দুচকুত সমাগত বছৰটোৰ সুখ সমৃদ্ধিৰ ৰেঙনিয়ে জিলমিলায় । সৃষ্টিৰ অনন্দতে নাচে গায়; উৎসৱ পাতে — কৃষি উৎসৱ 'বিহু' । বহাগ বিহুক শ্ৰেষ্ঠ আসন দিয়া হৈছে এই কাৰণেই যে আঘোণৰ লখিমীক কাতিৰ উদং ভঁড়াল ভৰাবলৈ কাতিত কাতি বিহু (অন্তৰালত লক্ষ্মীপূজা) আৰু উৎপাদিত ন ধানেৰে মাঘত ভোগৰ উৎসৱ পাতি আনন্দ উপভোগ কৰিবলৈ ভোগালী বিহু পতা হয় । ধান থাকিলেহে থাকে মান । পেটৰ ভাত মুঠি যোগাৰ হলেহে জীয়াই থকাৰ যুঁজত যুঁজিবলৈ, যুঁজি জিকিবলৈ সাহস গোটাব পাৰি । চ'ত মাহ পৰিলেই অসমীয়া শিপিনীৰ গাত তৰণি নোহোৱা হয় । ভমকা ফুলীয়া হাতে বোৱা বিহুৱান প্ৰিয়জন আৰু আত্মীয় স্বজনলৈ প্ৰেৰণ কৰা হয় । অসমীয়া জীয়ৰী বোৱাৰীৰ শৈল্প নৈপুণ্যতাৰ অন্যতম নিদৰ্শন 'বিহুৱান' । তাঁতখন বৈয়েই অসমীয়া শিপিনীয়ে পেটৰ ভাতমুঠি মোকলোৱাৰ উপৰিও ঘৰখন আৰ্থিক ভাৱে সচ্ছল কৰে । শিপিনীৰ সৃষ্টি কৰ্মৰ এই উৎসাহৰ মূলতেই হ'ল বহাগ । সেয়েহে বহাগক অসমীয়া জাতিৰ আয়ুস ৰেখা, জনজীৱনৰ সাহ আৰু সৃষ্টি দলিল বুলি কোৱা হৈছে।

বহাগত প্ৰকৃতিয়ে ন সাজেৰে সালংকৃতা ৰূপহী গাভৰুজনী হৈ পৰে । নৈসৰ্গিক জগতৰ এই মহা আনন্দৰ মহা আয়োজনত মানুহৰো মন বাইজাই কৰে ! ডেকা গাভৰুৰ প্ৰাণত প্ৰেমৰ জোৱাৰ আহে । প্ৰেমে বিচাৰে মিলন আৰু মিলনত থাকে সৃষ্টিৰ বাসনা । বুকুৰে বিচৰাজনী আপোন কৰি কাষতে পাবলৈ মন যায়। বহাগৰ বতৰ বিবাহৰ বতৰ । নৱ জীৱনৰ পাতনি মেলা প্ৰতিহাল দম্পতিয়ে সংসাৰলৈ আহে একোটি দেৱ শিশু স্বৰূপ নতুন মানৱ প্ৰতিনিধি । অকল এয়ে নহয় বহাগত মাছ-কাছ, কীট-পতঙ্গৰো প্ৰজনন হয় । প্ৰাচীন কালত যেতিয়া পৃথিৱীত কাগজ-চিয়াহীৰ আৱিষ্কাৰ হোৱা নাছিল সেই সময়তে আমাৰ জ্ঞান অন্বেষণৰ উৎসে

ধৰ্মীয় শাস্ত্ৰসমূহ সাঁচী নামৰ এবিধ গছৰ বাকলিত লিপিবদ্ধ হৈছিল। আমাৰ মহাপুৰুষ সকলে লিখা সাঁচিপত্ৰীয়া পুথিসমূহ আজিও সত্ৰসমূহত সংৰক্ষিত হৈ আছে। প্ৰকৃতিৰ সৌন্দৰ্য্যৰাশিৰ এই মহা পয়োভৰত কবি-সাহিত্যিক-শিল্পীৰো প্ৰাণত সৃষ্টিৰ বাসনাৰ আকুতি জাগে। নতুন নতুন সৃষ্টি কৰ্মত আৰু সাধনাত ব্ৰতী হয়। সম্প্ৰতি আমাৰ বিহু উৎসৱ সমূহৰ স্মৰণিকাৰ নামত অলেখ বিহু আলোচনী ছপোৱা হয়। আমাৰ অজ্ঞান এন্ধাৰ বিদুৰ কৰি জ্ঞান অন্বেষণৰ আৰু প্ৰজ্ঞা সাধনাৰ দিশত ই এটা শুভ দিশ। সেয়েহে বহাগক সূৰ্য্যৰ জ্যোতিত পোৱা এখনি সৃষ্টি দলিল আৰু সাঁচিপত্ৰীয়া পুথিৰ পাত বুলি কোৱা হৈছে।

সাপে মোট সলোৱাৰ দৰে পুৰণি বছৰটোৰেও বাগৰ সলাই এটি নতুন বছৰ আদৰি লয়। বহাগৰ পুৱা ঘৰ দুৱাৰ মচি-কাছি নিকা কৰি, চৰু- হাৰি ধুই পখালি, মাহ হালধিৰে গা পা ধুলে মনৰ কলুষ, কালিমা কপটতা অন্তৰ্ধ্যান হৈ মন শুচিতা, পবিত্ৰতা আৰু নতুনৰ জ্যোতিৰে উজ্জ্বল হয়। আনকি পোহনীয়া জীৱ-জন্তু বিশেষকৈ গৰুক লাওঁ বেঙেনা খুৱাই নৈত গা ধুৱাই মঙ্গল কামনা কৰি বিচনীৰ বা দি নতুন পঘাৰে বন্ধা হয়। মানুহেও নৱ বস্ত্ৰ 'বিহুৱান' লৈ জাতি-ধৰ্ম-বৰ্ণ নিৰ্বিশেষে সমদলে বিহুৰ পতাকাৰ তলত একগোট হৈ একতাৰ পণ লয়; গাঁৱৰ নামঘৰত ঘোষা-কীৰ্ত্তন, হৰিনাম গাই সদৌটি বাইজে 'বছৰটো কুশলে যাওঁক' বুলি পৰমেশ্বৰৰ ওচৰত আশীষ মাগি আঠু লয়। অসমীয়া সমাজ নানা জাতি উপজাতিৰ বৰণীয়া সংস্কৃতিৰ সমাহাৰ। বিহু উৎসৱৰ সাংস্কৃতিক অনুষ্ঠানত এই সকলো জাতি-জনজাতিয়ে একেখন মঞ্চতে নিজ নিজ সাংস্কৃতিক অনুষ্ঠান পৰিবেশন কৰি আনন্দত আপ্লুত হয়। এই আনন্দই জীৱনী শক্তি বঢ়ায়, বিভেদ বিনাশি ঐক্য সম্প্ৰীতি অটুত ৰাখে আৰু ভ্ৰাতৃত্ববোধ জগায়। মুঠতে, আমাৰ জন জীৱনত আৰু অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত বহাগ আৰু বহাগ বিহুৰ অৱদান অপৰিসীম।

বহাগ মাথোঁ এটি ঋতু নহয়
বহাগ নহয় এটি মাহ
অসমীয়া জাতিৰ ই আয়ুস ৰেখা
জন জীৱনৰ ই সাহ।
বহাগ মাথোঁ বিহুতলী নহয়
নহয় ই নিশা ফুলা ফুল
বহাগেই আনি দিয়ে সমদল গতি
নেওচি জাতি কুল
ই প্ৰভেদক কৰেহি নাশ।
বহাগ মাথোঁ এটি মাকোঁ নহয়
নহয় ই কুলিৰে মাত
বহাগ এটি নৱ নৱ চিন্তাৰ
সাঁচিপাত পুথিৰে পাত
ই উজলায় জীৱন আকাশ।
বহাগ মাথোঁ বিহুগীত নহয়
ইনাই বিনাই গোৱা
বহাগ এখনি সৃষ্টি দলিল- সূৰ্য জ্যোতিত পোৱা
বহাগেই এন্ধাৰৰ ত্ৰাস।
বহাগত জাতিয়ে স্নান কৰে — মলিয়ন বস্ত্ৰ সলায়
সংগ্ৰামী জীৱনতো ৰণ প্ৰেৰণা — দিয়ে ৰবদৈচিলায়
ওফৰায় দুখ নাগপাশ।

ৰচনা ঃ কলকাতা; ১৯৮০

# মহাবাহু ব্ৰহ্মপুত্ৰ মহামিলনৰ তীৰ্থ

১৯৭৯ চনত আৰম্ভ হোৱা অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনৰ জুয়ে সমগ্ৰ অসম জ্বলি ধৰিলে। শ্বহীদ হ'ল খৰ্গেশ্বৰ তালুকদাৰ আৰু কত শত জন। সেই শ্বাসৰুদ্ধ পৰিস্থিতিত উদ্বিগ্ন হ'ল স্বদেশ, স্বজাতি প্ৰেমী ড০ ভূপেন হাজৰিকাও। এই পৰিস্থিতিৰ মূল কাৰক 'বিদেশী'ক চিনি উলিয়াবলৈ হলে 'অসমৰ প্ৰকৃত অসমীয়া'নো কোন তাকো জানি লব লাগিব। কাৰণ, অসমীয়া জাতিটো একে দিনাই বা এটা গোষ্ঠীৰ দ্বাৰা গঠিত হোৱা নাই। অতি প্ৰাচীন কালৰে পৰাই এই ভূখণ্ডলৈ প্ৰব্ৰজনৰ সোঁত বৈয়েই আছে অবিৰত ভাৱে। ইফালে, অসমৰ একাধিক জনগোষ্ঠিয়ে চিঞৰিছে – 'আমি ভূমিপুত্ৰ'; Divide Assam fifty fifty. 'আমাক স্বায়ত্ত শাসন লাগে'– ইত্যাদি ইত্যাদি। সেয়ে, সমন্বয়ৰ প্ৰতীক মহাবাহু ব্ৰহ্মপুত্ৰৰ দুপাৰৰ মহান ঐতিহ্যৰ কথা সুঁৱৰি অসমীয়া জাতি গঠন প্ৰক্ৰিয়া সম্পৰ্কে সৰ্ব সাধাৰণৰ জ্ঞাতাৰ্থে ড০ হাজৰিকাদেৱে এই গীতটো ৰচনা কৰে। ৰৰ অসমৰ খনিকৰ মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ সুদুৰ কান্যকুব্জ বা কনৌজৰ পৰা অহা বাৰভূঞাঁৰ (কায়স্থ) সন্তান। তেনেদৰে জিকিৰ ৰচক আজান ফকীৰ আহিছিল সুদুৰ আৰবৰ মৰুৰ পৰা। অসমৰ আপুৰুগীয়া হস্তীবিদ্যাৰ্ণৱ পুথিত চিত্ৰাঙ্কন কৰিছিল দিল্লীৰ পৰা দিলোৱাৰ, দোচায়ে আহি। নৱম শিখ গুৰু তেগ্‌বাহাদুৰে পঞ্জাবৰ পৰা আহিলে ইয়াতে শিখ ধৰ্ম্ম প্ৰচাৰ কৰিছিল। শৰাইঘাটৰ বীৰ লাচিত ব্ৰহ্মদেশৰ ফালৰ পৰা অহা আহোমৰ সন্তান। মাটিৰ কৃষ্টিক জীয়াই তোলা বিষ্ণুৰাভা মহাভাৰত খ্যাত কিৰাট পুত্ৰ আৰু কুচক্ৰান্তকাৰীৰ প্ৰচেষ্টাক ব্যৰ্থ কৰি অসমৰ সাহিত্য সংস্কৃতিত জ্যোতিৰ প্ৰপাত বোৱাঁৰা জ্যোতিপ্ৰসাদ আগৰৱালা ৰাজস্থানৰ পৰা অহা মাৰোৱাৰীৰ বংশধৰ। ইয়াৰ পিছতো বাংলাদেশকে ধৰি চুবুৰীয়া দেশবোৰৰ পৰা বিদেশী আহি ইয়াতে থিতাপি ল'লে। অসমী আইয়ে নিজৰ বুলি সবাকে সাৱটি ল'লে। এইদৰে সৰু সৰু জান-জুৰি, নৈ-উপনৈ সকলো মহাবাহু ব্ৰহ্মপুত্ৰৰ সৈতে মিলি সমদলে গৈ সাগৰ মহাসাগৰত মিলি যোৱাৰ দৰে হেজাৰ হেজাৰ বছৰ জুৰি হোৱা প্ৰব্ৰজনৰ ফলত নানা জাতি উপজাতি, জনজাতিৰ এক মহা সমন্বয়তহে আজিৰ এই মহা অসমীয়া জাতিটো সম্ভৱ হৈছে।

কথা ঃ স্বকীয় ৰূপলৈ ব'হাগনো আহে ক'লৈ ? ব্ৰহ্মপুত্ৰৰ দুয়োপাৰলৈ নহয় জানো ?
এই ব্ৰহ্মপুত্ৰৰ মহান ঐতিহ্যই বা কি ?

মহাবাহু ব্ৰহ্মপুত্ৰ মহামিলনৰ তীৰ্থ
কত যুগ ধৰি আহিছে প্ৰকাশি সমন্বয়ৰ অৰ্ঘ্য।
সুদুৰ কান্যকুব্জৰে পৰা বাৰভূঞা আহিছিলে
সেই বংশতে শঙ্কৰদেউ ইয়াতে জনমিলে।
মৰুৰ দেশৰে আজান ফকীৰে মধুৰ জিকিৰ ৰচিলে
দিল্লীৰ দিলোৱাৰে আহি হস্তী-পুথি আঁকিলে
পঞ্চ-নদীৰ তেগ বাহাদুৰে ধৰমৰ সেতু গঢ়িলে
সমন্বয়ৰ দেখুৱালে কত প্ৰকাশ স্বতঃস্ফূৰ্ত।
দূৰৈৰ লাচিতে শৰাইঘাটতে শতৰু আগচিলে
জাতি-ধৰ্ম্ম-ভাষা সবাকে স্বদেশ প্ৰেমেৰে বান্ধিলে
কিৰাট পুত্ৰ বিষ্ণু ৰাভাই মাটিৰ কৃষ্টি জীয়ালে
সমন্বয়ৰ দেখুৱালে কত প্ৰকাশ স্বতঃস্ফূৰ্ত।
পদ্মানদী...... পদ্মানদীৰ ধুমুহাত পৰি কত শত জন আহিলে
লুইতৰ দুয়োপাৰে কতনা অতিথি আদৰিলে
কিছু লব লাগে কিছু দিব লাগে জীণ যাবলে' হ'লে
মিলিব লাগে মিলাব লাগে ৰবীন্দ্ৰ নাথেও ক'লে
অগ্ৰৱাল জ্যোতিয়ে ইয়াতে জ্যোতিৰ প্ৰপাত বোৱালে
অজীণ পাতকী সকৰ চক্ৰ জ্যোতিয়ে কৰি ব্যৰ্থ।

গুৱাহাটী, ১৯৮০

# ৰঙীন ৰঙীন এই জীৱন

জীৱন দুদিনীয়া। হঠাতে কোন দিনা জীৱন ঘড়ীৰ কাটা দুডাল স্তব্ধ হৈ যায় তাৰ ঠিকনা নাই। কিন্তু তাকে ভাবি চিন্তি নিৰাশহৈ ভোগ বিলাস বাদ দি সন্যাসীৰ দৰে জীৱন যাপন কৰা উচিত জানো ? জীৱন পাত্ৰটো মদিৰাৰ আমেজেৰে পূৰ্ণ কৰি ভবিষ্যতৰ কথা চিন্তা নকৰি আজিৰ ভাবনাত নিজকে উটুৱাই দিবলৈ অৰ্থাৎ সময় থাকোঁতেই জীৱনটো উপভোগ কৰিবলৈ এদিন ওমৰ খৈয়ামেও কৈছিল – 'ধৰা প্ৰিয়তম প্ৰাণৰ পিয়লা জীৱন মদিৰা ভৰাই দিয়া। অতীত ভবিষ্যত সুখ দুখ ভোগ আজিৰ ভাবনাত উটাই দিয়া। আজিয়েই দিয়া কাইলৈ কিয় ?' (অনুবাদ–যতীন দুৱৰা)। ড০ ভূপেন হাজৰিকাৰ এই গীতটোত ওমৰ খৈয়ামৰ ভাবৰ সাদৃশ্য দেখা যায়। তেওঁ নিজেই কৈছে যে, তেজ মঙহৰ মানুহ কামনা বাসনাহীন নহয়। এই গীতটিৰ দ্বিতীয় অন্তৰাটিয়ে এই কথাৰেই ইংগিত দিয়ে। সেয়েহে সময় আৰু সুযোগ হাতত পাওঁতেই মানুহে জীৱনটো উপভোগ কৰা উচিত। জীৱন নাটত ন বিধ ৰসৰ সমাবেশ আছে। সেই আটাইবোৰ ৰস পাণ কৰিব পাৰিলেহে জীৱন তৃপ্ত হয়। জৈবিক তৃপ্তি বা ইন্দ্ৰিয়াশক্তি উপভোগ অবিহনে মানুহৰ জীৱন তৃপ্ত নহয়। কিন্তু উন্মাদ কামনা বাসনাৰ লেলিহান শিখাই জীৱনক, সমাজক ভস্মীভূত কৰে। এইবোৰ কাৰণতে ভাৰতত অতীতৰ পৰাই গণিকালয়ৰ ব্যৱস্থা আছে। এই গণিকালয়বোৰে সমাজ প্ৰদূষিত কৰে যদিও অন্যাৰ্থত প্ৰদূষণ প্ৰতিৰোধকাৰীও। বিদেশত 'ফ্ৰি চেক্‌চ'ৰ ব্যৱস্থা আছে যদিও ভাৰতীয় সমাজ ব্যৱস্থাই ইয়াক সহজে মানি লব বুলি আশা কৰিব নোৱাৰি। সেয়েহে এই সমস্যাৰ সমাধান কল্পে আৰু সমাজৰ কল্যাণৰ উপায় স্বৰূপে মানুহে সমাজ পাতি বাস কৰাৰে পৰা 'বিবাহ' নামৰ এক বন্ধনৰ জৰিয়তে মানুহক যৌন সম্ভোগৰ স্বীকৃতি দিয়া হৈছে। ভাৰতীয় আধ্যাত্মিক দৰ্শনে সংযম আৰু ত্যাগকহে প্ৰতিপালন কৰে; ভোগ সৰ্বস্ব নহয়। ৰিপু দমন কৰি যোগ সাধনাৰ বলত নিজৰ অভীষ্ট সিদ্ধ যোগী সন্যাসী সকলেই ইয়াৰ উৎকৃষ্ট উদাহৰণ।

ৰঙীণ ৰঙীণ এই জীৱন
মিঠা মিঠা প্ৰতিটো ক্ষণ
অ' বাৰে বাৰে বিচাৰিছে আলিঙ্গন।

জীৱন দুদিনীয়া হেৰাই যাব খোজে
কামনাৰে প্ৰাণ সংকেত বাজে
মাদকতা ভৰা এই ধূনীয়া লগন
এৰি দিয়া দেহ প্ৰাণ মন।
অ' বাৰে বাৰে বিচাৰিছে আলিঙ্গন।

কি হ'ব আদৰ্শেৰে
কিনো হ'ব ত্যাগেৰে
কি হ'ব আজিৰ কথা ভাবি
আজিৰ এই কথা, আজিয়েই ভাবা
নহ'লে ক্ষণ হেৰুৱাবা
এই ক্ষণ নাহে উভতি।

ৰূপৰ জোৱাৰেৰে উটাই দিয়া না
প্ৰেমৰ ধুমুহাৰে উৰাই দিয়া না
লালসা ভৰা এই মোহময়ী ক্ষণ
সজোৱা ৰূপৰে গোহৰ।

বোম্বে, ১৯৮০

# ৰং ৰং নানা ৰং কিনিবলৈ যাওঁ

শিশু হ'ল ফুল কলি । ফুল কলি ফুলি ফুলনিখন সৰগত পৰিণত কৰে আৰু সুবাসেৰে জগতখন আমোলমোলায় । আমাৰ ধৰাখনো ৰঙীন। শাৰী শাৰী সেউজীয়া পাহাৰ, ৰংচঙীয়া পাখিলগা চৰাই, হালধীয়া সৰিয়হ ফুলনি ভৰা চালে চকুৰোৰা । সেই ৰংবোৰে আমাৰ জীৱনৰ দুখ বেদনা নাশি আনন্দৰ বতৰ ছটিয়ায় । শিশুই ৰংচঙীয়া সাজ পোছাক, ফুল, পখিলা, বেলুন, পুতলা আদি ভাল পায় । শিশু মন পবিত্ৰ । হিংসা কপটতা, দুখ-বেদনা, হাই-কাজিয়াই শিশু মনত আঘাত দিয়ে। ৰং ধেমালি, হাঁহি ফুৰ্ত্তিয়ে শিশুৰ মানসিক উৎকৰ্ষ বৃদ্ধি কৰে । বনৰীয়া চৰাই এটি ধৰি আনি সোণৰ সজাত ৰাখি, সুস্বাদু আহাৰ খাবলৈ দিলেও সুকণ্ঠা পালে উৰি গুচি যায় । ঠিক তেনেদৰে বদ্ধ পৰিবেশেও শিশুৰ মানসিক বিকাশত প্ৰতিবন্ধকতাৰ সৃষ্টি কৰে; বিবেক পঙ্গু হয় । বহল পৰিবেশে শিশুৰ মানসিক বিকাশ ঘটায়। বৰ্তমান আমাৰ সমাজৰ পৰিসৰ দিনে দিনে সঙ্কুচিত হৈ আহিছে । বিভেদে এনেদৰে গা কৰি উঠিছে — প্ৰতিখন গাওঁ, প্ৰতিটো চুবুৰীয়ে যেন একোখন ৰাষ্ট্ৰত পৰিণত হব এনেহেন হৈছে। প্ৰতিটো গোষ্ঠী, ধৰ্ম, সম্প্ৰদায়ে নিজৰ ভাষা সংস্কৃতি সংৰক্ষণৰ নামত ইটো সম্প্ৰদায়ে সিটোৰ ওপৰত অবদমনৰ দোষ জাপি দি আন্দোলন, হাই- কাজিয়া, ভাতৃঘাতী সংঘৰ্ষত লিপ্ত হৈছে। এনে পৰিস্থিতিত শিশুৰ মানসিক বিকাশ বাধা গ্ৰস্ত হয়। মুক্ত বায়ুয়ে মানুহক সঞ্জীৱনী মন্ত্ৰ প্ৰদান কৰে । মৌমাখিয়ে নানা ফুলৰ পৰা মৌ আহৰণ কৰি মৌজোল তৈয়াৰ কৰি মানুহৰ হিত সাধাৰ দৰে শিশু সকলেও ডাঙৰ হৈ এখন বহল পৃথিৱীত বিচৰণ কৰি, নানা জ্ঞান আহৰণ কৰি এটি বহল মন লৈ বিভেদৰ ক'লা আঁচবোৰ মচি সমাজখন সুন্দৰ কৰিব পাৰে আৰু সেই সুন্দৰতা, হাঁহি পৃথিৱীত বিলাই দি পৃথিৱীখনো সুন্দৰ কৰি বিশ্ববাসীক আনন্দিত কৰা উচিত। এই শিশু গীতটিৰে ড০ হাজৰিকাদেৱে শিশু সকলৈ শিক্ষা মূলক এই বাণীকেই প্ৰেৰণ কৰিছে ।

ৰং ৰং নানা ৰং — কিনিবলৈ যাওঁ
ৰংবোৰ অভিমুখে আমি আগুৱাওঁ
য'তে যি ৰং পাওঁ কোঁচত ভৰাওঁ
সেই ৰং পৃথিৱীত আমি ছটিয়াওঁ ।
শাৰী শাৰী পাহাৰৰে সেউজ ৰং চোৱা
গঙা চিলনীৰ পাখি — কেনে মোহনীয়া
সৰিয়হ ফুলনি চোৱা — মিঠা হালধীয়া
আমাৰ এই যাত্ৰা চোৱা — নানা ৰহণীয়া
(আমি) ৰঙৰ পৃথিৱীখনি হাতত যে পাওঁ
সেই ৰং পৃথিৱীলৈ' পুনু ছটিয়াওঁ ।

সজাৰ চৰাইজাক চোৱা — মুকলি যে হ'ল
বিশাল আকাশলৈ চোৱা, — পাখি মেলি মেলি গ'ল
সেইদৰে সৰু সৰু সীমা আমি ভাঙি গৈ
মুকলি বতাহলৈ যাওঁ বহল মনবোৰ লৈ

পৃথিৱীৰ পৰা আমি ৰঙকে গোটাওঁ
সেই ৰং পৃথিৱীলৈ পুনু ছটিয়াওঁ
ৰঙেৰে ৰঙৰ গীত হাঁহি হাঁহি গাওঁ
সেই গীত পৃথিৱীলৈ পুনু ছটিয়াওঁ ।

বোলছবি ঃ অৰুণ, ১৯৮০

# লুইতপৰীয়া ডেকা বন্ধু

যুগে যুগে অসম ভূখণ্ডলৈ প্রব্রজনৰ সোঁত বৈ আছে। আমাৰ পূৰ্বপুৰুষ সকলৰ অদূৰদৰ্শীতা, অকৰ্মণ্যতা আৰু উদাৰতাৰ সুযোগ লৈ বিদেশীয়ে গোজেই গছ হৈ অসমত খুটি পুতি বহিছে। ফলত উত্তৰ পুৰুষ সকল আজি অস্তিত্বৰ সংকটত ভূগিব লগীয়া হৈছে। সেয়ে, ভোটাৰ তালিকা সংশোধন কৰি, অবৈধ নাগৰিকক চিনাক্তকৰণ কৰি বিদেশীক বহিষ্কৰণৰ দাবীত ১৯৭৯ চনত 'অসম আন্দোলন' আৰম্ভ হয়। সদৌ অসম ছাত্ৰ সন্থাৰ নেতৃত্বত আৰু গণ সংগ্রাম পৰিষদৰ আহ্বানত কৰ্মচাৰী পৰিষদ, নানা মহিলা সংগঠনকে ধৰি আবাল-বৃদ্ধ-বনিতা এই আন্দোলনত জপিয়াই পৰে। ১৯৮০ চনৰ এপ্রিলত প্রধানমন্ত্রী ইন্দিৰা গান্ধীৰ সম্মতি ক্ৰমে তেতিয়াৰ গৃহমন্ত্ৰী জাইল সিং আৰু অসমৰ ৰাজ্যপাল লালন প্রসাদ সিঙে বিদেশী চিনাক্তকৰণৰ বাবে ১৯৬৬ চনক ভিত্তি বৰ্ষ কৰি চুক্তি এখন কৰাৰ প্ৰস্তাৱ দিয়ে। এই প্ৰস্তাৱত আন্দোলনকাৰী পক্ষ সন্মত নহ'ল আৰু 'কৰিম কিম্বা মৰিম', 'তৰিলে দেশ মৰিলে স্বৰ্গ' বুলি পূৰ্ণোদ্যমে আন্দোলন চলায়েই থাকিল। ডেকা শক্তিৰ স্বদেশপ্ৰেম আৰু এই অহিংস আন্দোলন দেখি পৃথিৱী শিয়ৰি উঠিল। গণশক্তিৰ প্ৰতীক লুইতখনেও যেন উগ্ৰমূৰ্তি ধাৰণ কৰি ফেনে ফোটোকাৰে উথলি উঠি ডেকা শক্তিক সঁহাৰি জনালে। আন্দোলন দমনৰ বাবে পুলিচ মিলিটাৰিয়ে অত্যাচাৰ চলালে নিৰীহ লোকৰ ওপৰত। অলেখজন পঙ্গু হ'ল, শ্বহীদ হ'ল, নাৰীৰ শ্লীলতা হানি হ'ল আৰু কত যে কি হ'ল। তেতিয়া কৰ্তব্যৰ খাতিৰত বোম্বাইত থকা ড০ হাজৰিকাদেৱে বাতৰি কাকতত পঢ়িবলৈ পালে ছাত্ৰনেতা আৰু ৰাইজৰ ওপৰত চলোৱা পুলিচ মিলিটাৰিৰ অত্যাচাৰৰ নিকৰুণ কাহিনী আৰু বিপৰীতে ডেকা শক্তিৰ জাতিটো জীয়াই ৰখাৰ পণৰ কথা। তেতিয়া লুইতপৰীয়া ডেকা শক্তিৰ দেশপ্ৰেম আৰু সাহসৰ প্ৰতি সন্মান জনাই, ধন্যবাদ জ্ঞাপন কৰি আৰু উৎসাহ দি এইচ্ এম ভি ষ্টুডিঅ'তে বহি তেওঁ এই গীতটো ৰচে আৰু ৰেকৰ্ডিং কৰে।

লুইত পৰীয়া ডেকা বন্ধু
তোমাৰ তুলনা নাই
জীয়াই থকাৰ যুঁজত নামিছা
মৃত্যু শপতে খাই।
পুৰণি পুৰুষে হাত সাৱটি
বহুতো হেৰুৱালে
উদাৰতাক শত্ৰুৱে
দুৰ্বলতা বুলি ল'লে।
আজি বজ্ৰৰ দৰে গৰ্জন কৰি
শত্ৰুক ওফৰায়।
তোমাৰ পৱিত্ৰ সাহত কলঙ্ক
সানোতা যিসৱ আছে
(চোঁৱা) এটি এটিকৈ লাজতে সিঁহতে
নিজৰ সমাধি ৰচে
লুইতেও আজি ফেনে ফোটোকাৰে
তীব্ৰ বেগেৰে ব'লে
তোমাৰ সাহৰ জোৰ দেখি
নত শিৰে প্ৰণামিলে
পৃথিৱীয়ে আজি তোমাৰ পিনে
ভিৰি মেলি মেলি চায়।

এইচ্,এম,ভি ষ্টুডিঅ',২১ এপ্ৰিল,১৯৮০

# শেষ সকিয়নী

অসমীয়া সমাজত যেতিয়া কোনো দুৰ্য্যোগ আহি উপস্থিত হয় তেতিয়াই শত্ৰু পক্ষলৈ হুঙ্কাৰি আৰু স্বজাতিৰ দুখৰ সমভাগী হৈ সান্ত্বনাৰ বাণীলৈ নিচেই কাষতে ঘপককৈ উপস্থিত হয়হি বিশ্ববৰেণ্য শিল্পী ড০ ভূপেন হাজৰিকা আৰু আশু সমাধানৰ পাশুপাত অস্ত্ৰপাত মাৰে গীতেৰে। ১৯৭২ চনত 'অসমৰ ভাষা আন্দোলন'ত চৰকাৰ আৰু শত্ৰু পক্ষক গীতেৰে হুঙ্কাৰি তেওঁ কৈছিল— 'তৰ্ক নকৰোঁ মই, শেষ হ'ল তৰ্ক, এই গীত সতৰ্ক কৰাৰ, নানিবি অসমলৈ ত্ৰাস পৰিবেশ ধ্বংস যজ্ঞ জ্বলোৱাৰ।' লুইতপৰীয়া সকল বঙালী বিদ্বেষী বা অন্যান্য উপভাষা বিদ্বেষী বুলি কোনো কোনোৰ ধাৰণা হোৱাত ভুল ভাঙি দি গাইছিল— 'কাৰো প্ৰতি বিদ্বেষ কাৰো প্ৰতি অৱহেলা লক্ষ্য নহয় আমাৰ, এই গীত নুবুজিলে শত গীত লিখি যাম জগাই লুইতৰে পাৰ।' পুনৰ নিজৰ 'অস্তিত্বৰ সংকট' দেখি ১৯৭৯ চনত লুইত পৰীয়া দলে অহিংস আন্দোলন আৰম্ভ কৰিলে। আন্দোলন দমাবলৈ গাঁৱে-চহৰে পুলিচমিলিটাৰিয়ে পিয়াপি দিলে। বাইজৰ পানীত হাঁহ নচৰা বিলৈ বিপত্তি হ'ল। তেতিয়া জনবন্ধু ড০ হাজৰিকাদেৱ ভুটুংকৈ বোম্বাইৰ পৰা উৰি আহি অসম পালেহি আৰু স্বজাতি, জ্ঞাতি-ভাই-বন্ধুৰ কাষত বহি দুখৰ সমভাগী হ'ল। অসমৰ ইতিহাসত কালৰেখা আঁকি ১৯৮০ চনৰ ১০ ডিচেম্বৰ তাৰিখে সংশোধনহীন ভোটাৰ তালিকাৰে ৰাজ আসনত বহিব খোজা আবেদাই নিৰ্বাচনৰ প্ৰাৰ্থী ৰূপে মনোনয়ন পত্ৰ দাখিল কৰিবলৈ যোৱাত, বাধা প্ৰদান কৰিবলৈ যোৱা তেজাল ডেকা খৰ্গেশ্বৰ তালুকদাৰক ভবানীপুৰত পুলিচ মিলিটাৰিয়ে নৃসংশ ভাবে হত্যা কৰে। এই হত্যাৰ বাৰ্তাৰ শুনি অসমীয়াৰ গাত কালিকা চৰিল। প্ৰতিবাদত নিজৰ জীৱনক নেওচি আবাল-বৃদ্ধ-বনিতাৰ জনসমুদ্ৰ ৰাজপথলৈ ওলাই আহিল। আকাশ বতাহ নিনাদিত হ'ল 'আহ ঐ আহ, ওলাই আহ। খেদ ঐ খেদ বিদেশীক খেদ' বজ্ৰ ধ্বনিৰে। হাতত জোৰ লৈ জ্যোতি প্ৰসাদে শিকাই যোৱা 'লুইতৰ পাৰৰে আমি ডেকা ল'ৰা মৰিবলৈ ভয় নাই' গাঁই পোহৰ সন্ধানী সকল ওলাই আহিল। জ্যোতিপ্ৰসাদৰ 'জননীৰ সন্তান জাগা, জাগা শক্তিমান, জাগা মাতৃ প্ৰাণ' গাই চেতনাহীনজনকো জগাই তুলিলে। এই অহিংস আন্দোলন দমাবলৈ শাসক বাহিনীও বজ্ৰ কঠোৰ হ'ল;— সেনা পুলিচ মেলি দিলে নিৰীহ জনতাৰ ওপৰত। জনসমুদ্ৰক ছত্ৰভঙ্গ দিয়াবলৈ লাঠি চালনা হ'ল, কন্দুৱা গেচ ব্যৱহাৰ কৰা হ'ল। বন্ধ হ'ল, হৰতাল হ'ল; সান্ধ্য আইন জাৰি কৰিলে। সেনাৰ গুলিত দুলিয়াজানৰ অজিত নেওগ, নগেন ডেকা, কুমুদ গগৈ আৰু বাগানপাৰাৰ দিলীপ হুজুৰীবো মৃত্যু হ'ল। তথাপিও মৃত্যুলৈ ভয় নাই। জীৱনটো দিও স্বদেশ, স্বজাতিক ৰক্ষা কৰাটো বীৰৰ কাম। জীয়াই থাকিনো কি লাভ যদিহে নিজৰ ঘৰতে আলতী হ'বলগীয়া হয়? স্বদেশ প্ৰেমৰ উজ্বল তাৰকা বীৰ লাচিতেও এদিন দেশৰ কামত গফিলতি কৰা নিজ মোমায়েকক একে ঘাপে দুছেও কৰি নৰিয়া গাৰে সৈন্য সকলক উদ্দ্যেশি কৈছিল—'সৈনাসকল, মোক ভৰা লুইতত নাওত উটুৱাই দিয়া।' আৰু শৰাইঘাটৰ ৰণত বিদেশীৰ আক্ৰমণৰ পৰা নিজ দেশক ৰক্ষা কৰিছিল। কাৰণ দেশ থাকিলেহে বাচিব জীৱন; বাচিব যশ, মান। গতিকে যি কোনো মূল্যৰ বিনিময়ত বহিৰাগতৰ কবলৰ পৰা অসম মাতৃক ৰক্ষা কৰিবই লাগিব। সেই সময়তে ড০ হাজৰিকাদেৱে আন্দোলনকাৰী সকলৰ প্ৰতি দিয়া উদগনি মূলক এই গীতটি গালে 'মৃত্যু পণেৰে উলিয়াব লাগিবই জীয়াই থকাৰ এটি বাট; এই সংগ্ৰামেই হওক অসমৰ অস্তিত্ব ৰক্ষাৰ শেষ সংগ্ৰাম। এয়াই শেষ শৰাইঘাট।' গীতটোত 'শৰাইঘাট'ক প্ৰতীক হিচাপে লোৱা হৈছে।

১৯৮৫ চনৰ পোন্ধৰ আগষ্টত কেন্দ্ৰ আৰু আন্দোলনকাৰী নেতৃত্বৰ মাজত পোন্ধৰ দফীয়া দাবীৰে 'অসম চুক্তি' স্বাক্ষৰিত হ'ল। দুখৰ বিষয়,— ছবছৰীয়া এই আন্দোলত প্ৰায় হেজাৰজন শ্বহীদৰ বুকুৰ তেজেৰে অসমৰ মাটি সিক্ত হ'ল; হেজাৰজন পঙ্গু হ'ল। আন্দোলনকাৰী নেতৃত্বই একেবাৰে দুবাৰ শাসনৰ গাদী দখল কৰিলে। তাৰ পিছত কংগ্ৰেছ চৰকাৰো দুবাৰ শাসনৰ গাদীলৈ আহিল। কিন্তু সহস্ৰ শ্বহীদৰ তেজৰ বিনিময়ত কোনো এখন চৰকাৰেও এজনো বহিৰাগতক বহিস্কাৰ কৰা নজীৰ নাই; বৰং আহিয়েই আছে।

সিদিনা —— আঠ নভেম্বৰ উনৈছ শ বাসত্তৰত লিখিছিলোঁ ——

তৰ্ক নকৰো মই, শেষ হ'ল তৰ্ক
এই গীত সতৰ্ক কৰাৰ
নানিবি অসমলৈ ত্ৰাস পৰিবেশ
ধ্বংসে যজ্ঞ জ্বলোৱাৰ।

* * * * * *

কাৰো প্ৰতি বিদ্বেষ, কাৰো ভাষা অৱহেলা
লক্ষ্য নহয় আমাৰ
এই গীত নুবুজিলে শত গীত লিখি যাম
জগাই লুইতৰে পাৰ।

* * * * * *

আজি লিখিছোঁ ——

উনাশী আশীত লুইতপৰীয়া দলে
সহস্ৰ কণ্ঠেৰে ক'লে
অহিংস নীতিৰেই কৰিম সংগ্ৰাম
যাওক গৈ জীৱনটো গ'লে।
খৰ্গেশ্বৰৰ কোমল বুকুত
শোষণ শাণিত অস্ত্ৰ
তেজাল ডেকাৰ তেজ বেগেৰে বলে
দেহত শুকুলা বস্ত্ৰ !

(এই) সংবাদ শুনিয়েই অসমবাসীৰ
কালিকা চৰিল যেন গাত
অগণন ৰাইজে সমদল সজালে
জীৱনটো কৰিও পাত।
দুলিয়াজানত গ'ল অজিত নেওগ
নগেন ডেকা আৰু কুমুদ গগৈ
বাগান পাৰাৰ দিলীপ হুজুৰিও
বীৰদৰ্পে গুচি গ'লগৈ।

আৰু কত শত জনে, মৰণক নেওচি
নিতে নৱ কৰিছেহি পণ
পোহৰ সন্ধানী অগ্নি শিখাত
উজ্জলিছে জন অগণন।
মৃত্যু পণেৰেই, উলিয়াব লাগিবই
জীয়াই থকাৰ এটি বাট
এই সংগ্ৰাম শেষ সংগ্ৰাম
এয়েই শেষ শৰাইঘাট !

ভবাজান, যোৰহাট; ১৯-৫-১৯৮০

# সেন্দুৰ সেন্দুৰ প্ৰভাতী সুৰুয

মাতৃ আৰু মাতৃভূমিৰ মহানতাত বিমুগ্ধ হৈ এদিন মহামুনি বাল্মীকিৰ ওঁঠেৰে স্বতঃস্ফুৰ্ত ভাবে এটি শ্লোক নিগৰি আহিছিল — 'জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী' । এই শ্লোকটি লক্ষ্মণৰ প্ৰশ্নৰ উত্তৰত ৰামৰ ওঁঠত দিয়া হৈছিল । এটি শিশুৰ বাবে মাতৃ গৰাকীয়েই সকলো । সন্তানৰ বাবে মাতৃৰ যি ত্যাগ, স্নেহ, দয়া, ক্ষমা তাৰ তুলনা নাই । জন্মভূমিৰ সৈতেও পৃথিৱীৰ কোনো ঠাইৰে তুলনা নহয় । জনমভূমিৰ আকাশ, বায়ু, পানী, সকলো আপোন; যিয়ে আমাক মানুহ ৰূপে গঢ়ি তুলিছে । সেয়েহে এদিন কবি নলিনী বালা দেৱীয়ে কৈ উঠিছিল,– 'তোমাৰ ই ধূলি বালি, তোমাৰ আকাশ, বায়ু আই মোৰ সৰগৰ বাস' বুলি । প্ৰকৃতিৰ জীয়ৰী জনমভূমি আই অসমীৰ ৰূপৰ তুলনা নাই । পুবাৰ ৰঙা সুৰুযটি যেন আইৰ কপালৰ ফোঁট। সেন্দুৰ ৰঙা প্ৰভাতী সুৰুযৰ বাগুলী আভাৰ জিলিমিলিয়ে উদাস মনবোৰ সতেজ কৰি হাত বাউলি মাতে প্ৰগতিৰ পথেৰে আগুৱাই যাবলৈ । তেনেদৰে অস্ত বেলিটিয়ে প্ৰবাসীজনৰ বিদায় বেলিকালৈ মনত পেলাই চকু জুৰি সেমেকাই তোলে। আকৌ সন্ধ্যা জোনাকে ধৰাখন জিলমিলালে দুৰণিৰ প্ৰেয়সীৰ লবনু কোমল মুখনিলৈ মনত পৰে ! বিহুৰ সময়ত ডেকা গাভৰুৱে বিহু মৰাৰ ছলেৰে যচা মৰম চেনেহ, আৰু এদিন দুয়ো এক হ'বলৈ লোৱা প্ৰতিশ্ৰুতি--এইবোৰ মনত পৰিলে মনটো অনুৰাগেৰে ভৰি পৰে ! তাৰোপৰি জনমভূমিৰ শাওঁণৰ কজলা মেঘ, ৰিমঝিম্ বৰষুণ, গীতেৰে মুখৰ শৰালিৰ জাক, ৰিব্ ৰিব্ বতাহত টোখেলা ধাননি, উষাৰ সোণোৱালী ৰ'দ অতিকৈ মোহনীয় ! সাধাৰণতে, যি সকলে শিক্ষা, চাকৰি বা জীৱিকাৰ সন্ধানত প্ৰবাসত আছেগৈ, অৰ্থ -সুখ- সম্পদে তেওঁলোকৰ দুহাত উপচি পৰিছে । তথাপি এই সুখৰ মাজতো জন্মভূমিৰ স্মৃতিয়ে তেওঁলোকক আমনি কৰে। জনমভূমিয়ে মৰমেৰে হাত বাউলি মাতে নিজৰ কোলালৈ । তেতিয়া তেওঁলোকৰ মন উৰণীয়া পখীহৈ দুপাখি মেলি উৰা মাৰে জনমভূমিলৈ । মাতৃ কোলাত জিৰণি লৈ এটি শিশুৱে ভয়-সংকট ৰহিত হৈ নিশ্চিন্তে টোপনি যোৱাৰ দৰে প্ৰবাসী সকলেও নিজ ঠাইত আহি সেই সুখানুভূতিৰ তৃপ্তিত আপ্লুত হয় ।

সম্প্ৰতি অসমৰ গাওঁৰ পূৰ্বৰ সৌন্দৰ্য্যাৱলীৰ সেই সম্মোহিনী চিত্ৰখন আজি ম্লান । ইয়াৰ কাৰণ সমূহ হ'ল – খৰাং বা বানপানীৰ সমস্যা, অৰ্থ সংকট, বাট-পথ-বিজুলী বাতিৰ সমস্যা, নিবনুৱা সমস্যা, বহিৰাগত সমস্যা, গোষ্ঠী সংঘৰ্ষ, বন্ধ আৰু আন্দোলনৰ নানা কাৰ্য্যসূচী । আজিৰ মানুহৰ লাইফ ষ্টাইল সলনি হৈছে । গাওঁৰ শিক্ষিত চামে জীৱিকাৰ সন্ধানত গাওঁ এৰিছে । আৰ্থিক ভাবে স্বচ্ছলহৈ তেওঁলোকে দেশ বিদেশৰ নানা ঠাইত নিগাজী ভাবে বসবাস কৰিবলৈ লোৱাত পুনৰ উভতি আহি গাঁৱৰ উন্নতিৰ কথা ভাবিবলৈ অৱকাশ নেপায় । যিখন ভাৰত বৰ্ষৰ আশী শতাংশই গাওঁবাসী, সেই দেশৰ চৰকাৰে গাওঁ উন্নয়নৰ বিষয়ে বিশেষ চিন্তা চৰ্চা কৰা দেখা নাযায় । তাৰোপৰি উগ্ৰ পন্থী সংগঠনবোৰে গাওঁকে ঘাটি হিচাবে লোৱাত পুলিচ সেনাৰ নিৰ্য্যাতনত গাওঁবোৰ জৰ্জৰিত হৈছে; অনেক জীয়াৰী-বোৱাৰী সেনাৰ দ্বাৰা ধৰ্ষিতা হৈছে আৰু অলেখ কৰ্মঠ পুৰুষেও শাৰিৰীক নিৰ্য্যাতন ভূগি এক প্ৰকাৰ পঙ্গু হৈ কৰ্ম ক্ষমতা হেৰুৱাইছে ! সেয়েহে তাহানিৰ সেন্দুৰীয়া গাঁৱৰ জকাটোৱে আজি মৃত্যুৰ মুখলৈ বাট চাই থকা যেন লাগে ! চৰকাৰে গাওঁ উন্নয়নৰ বিশেষ ব্যৱস্থা ললে গাঁৱৰ ৰাইজৰ আত্মবিশ্বাস ঘূৰি আহিব আৰু তেওঁলোকেও উৎসাহিতহৈ আগবাঢ়ি আহি প্ৰাণ ঢালি শ্ৰমদান কৰিলে গাঁৱৰ হেৰোৱা শৌৰ্য্য পুনৰ ফিৰি আহি গাওঁ ঠন ধৰি উঠিব আৰু গাৱঁতে সৰগী সুখ মিলিব ।

(১)

সেন্দুৰ সেন্দুৰ প্ৰভাতী সুৰুয
মোৰ গালে মুখে পৰিছে
পাহৰণিৰ কুঁৱলী ফালি
সোঁৱৰণি যেন আহিছে

মনত পৰিছে যেন অস্ত বেলিৰ
বিদায় সনা চাৱনি
লগে লগে যেন দেখিছোঁ পুনৰ
লৱনু কোমল মুখনি ।
মন পথাৰৰ সেউজ শইচত
মলয়াৰ মৃদু নাচোন
মনত পৰিছে যেন ডেকা গাভৰুৰ
চেনেহী সাজোন কাছোন
মৰমী গাঁৱৰ সোঁণালী ৰ'দ
শাওঁণৰ কজলা মেঘ
ৰিম্‌ঝিম্ বৰষাও পৰিছে মনত
শৰালিৰ নাই লেখ
সেইয়া মাথোঁ মোৰ গাওঁ নহয়
সেইয়া মোৰ মৰমী আই
ঘৰমুখী পখী আহিছোঁ উভতি
পাবলৈ কোলাতে ঠাঁই ।

(২)

সেন্দুৰ সেন্দুৰ প্ৰভাতী সুৰুয
মোৰ গালে মুখে পৰিছে
পাহৰণিৰ কুঁৱলী ফালি
সোঁৱৰণি যেন আহিছে ।
মনত পৰিছে যেন অস্ত বেলিৰ
বিদায় সনা চাৱনি
লগে লগে যেন দেখিছোঁ পুনৰ
লৱণু কোমল মুখনি
মন পথাৰৰ সেউজ শইচত
মলয়াৰ মৃদু নাচোন
মনত পৰিছে যেন ডেকা গাভৰুৰ
চেনেহী সাজোন কাচোন
গাওঁ ধুনীয়া সেউজ সুৰীয়া
ৰূপৰ মহিমা নাই
*পিছে মন লাগে আৰু শ্ৰম লাগে*
সজাবলৈ এই ঠাঁই ।
গাওঁলৈ কত মানুহ আহে
আহি মৰহি যায়
সেইহে গাঁৱৰ জকাটো থাকে
মৃত্যুৰ মুখলৈ চাই ।

বোলছবি : অপৰূপা, ১৯৮০

# তেজ দিলাঁ প্ৰাণ দিলাঁ

জন্মিলে মৃত্যু চিৰ শাশ্বত । কিন্তু যিসকল লোক দেশৰ বাবে, দহৰ বাবে নিজৰ জীৱন যৌৱন জলাঞ্জলি দি মৃত্যুক আকোৱালি লয় তেওঁলোক হয় মৃত্যুঞ্জয়ী । আৰু যি সকলে কেৱল নিজৰ বাবে, নিজৰ সুখৰ বাবে ওৰেটো জীৱন পাত কৰি মৃত্যু বৰণ কৰে তেওঁলোক মৃত্যুক্ষণতেই নিঃশেষ হৈ যায় । মৃত্যুৰ পাছত কেৰে তেওঁলোকক মনত নাৰাখে; দুদিনতে সকলোৰে মনৰ পৰা মচ খায় । ইয়াৰ বিপৰীতে যি সকলে দেশৰ বাবে, দহৰ বাবে প্ৰাণ দিয়ে সেই মহাত্মা সকল হয় মৰিও অমৰ । জনতাই তেওঁলোকক চিৰদিন বিচাৰে। ১৯৭৯ চনত আৰম্ভ হোৱা ছবছৰীয়া 'বিদেশী বহিষ্কাৰ' আন্দোলনত পুলিচ, সেনা আৰু অজ্ঞাত তৃতীয় শক্তিৰ নিৰ্যাতনত অসমীয়া ৰাইজৰ বিলৈ পানীত হাঁহ নচৰা হ'ল । ১৯৮০ চনৰ ১০ এপ্ৰিলত অবৈধ ভোটাৰ তালিকা সংশোধন নকৰাকৈ বৰপেটা সমষ্টিত মনোনয়ন পত্ৰ দাখিল কৰিবলৈ যোৱা আৱেদা বেগমক বাধা প্ৰদান কৰিবলৈ যোৱা নিৰীহ ৰাইজৰ ওপৰত সেনা- পুলিচ জপিয়াই পৰে আৰু ভবানীপুৰত তেজাল ডেকা খৰ্গেশ্বৰ তালুকদাৰ নিহত হয় । ছবছৰীয়া আন্দোলনৰ খৰ্গেশ্বৰ তালুকদাৰেই হ'ল প্ৰথম শ্বহীদ । তেওঁৰ মৃত্যুত অসম জুৰি শোকৰ বন্যা বৈ গ'ল । খৰ্গেশ্বৰ অমৰ হ'ল । গাৱেঁ গাঁৱে, চুবুৰীয়ে চুবুৰীয়ে খৰ্গেশ্বৰৰ আত্মাৰ সদ্‌গতিৰ বাবে সৰ্ব ধৰ্ম প্ৰাৰ্থনা কৰা হ'ল পৰমেশ্বৰৰ ওচৰত; তেতিয়া জাতি ধৰ্মৰ কথা নাই — খৰ্গেশ্বৰ প্ৰতি ঘৰ অসমীয়াৰে সন্তান । তেতিয়া ডেকা শক্তিৰ ওপৰত বিশেষ আস্থা ৰখা ড০ ভূপেন হাজৰিকাদেৱে সেই মহান আত্মাৰ প্ৰতি শ্ৰদ্ধা জনাই এই গীতটো ৰচে । গীতটিৰ বিষয়ে তেওঁ কয়,– 'জনৈক ডেকা বন্ধুৰ প্ৰতি— যি, লুইতৰ পাৰত তেজ দিয়ে, লুইতৰ পাৰৰ ঘৰখনত, কিঞ্চিত স্বীকৃতি পাবলৈ —' । খৰ্গেশ্বৰৰ মৃত্যুত ৰাইজ ভয়াৰ্ত নহ'ল; বৰং দুগুণ উছাহেৰে ককালত টঙালি বান্ধি শিশুৰ পৰা নবৈ বছৰীয়া বৃদ্ধ-বৃদ্ধালৈকে হিলদল ভাঙি সমদলে ওলাই আহিল জনমভূমিৰ সুৰক্ষাৰ বাবে । নিজৰ জীৱন যৌৱন বিসৰ্জন দি দেশৰ ভৱিষ্যত সুৰক্ষিত কৰা মহান ত্যাগৰ প্ৰতীক সেই মহান আত্মা শ্বহীদ সকলক আজিও প্ৰতিজন অসমীয়াই শ্ৰদ্ধাৰে সোঁৱৰে— হে শ্বহীদ ! তুমি আমাৰ মাজলৈ আকৌ আহা, আহি দেশৰ বাবে যুঁজিবা আৰু যুঁজি জিকিবা । বিষয় বস্তুৰ গভীৰতা আৰু সুৰৰ গাম্ভীৰ্য্যতাৰে দাদৰ গানৰ এই গীতটিয়ে শ্ৰোতাক ভবাই তোলে ।

তেজ দিলাঁ, প্ৰাণ দিলাঁ
ত্যাগ দিলাঁ ডেকা বন্ধু
পুনু আহিবা, আহি যুঁজিবা
যুঁজি জিকিবাই ডেকা বন্ধু ।

বেলি উঠিব জোন থাকিব
আশা ৰশ্মিৰ ৰেখা জ্বলিব
তোমাৰেই গুণ গান
পুনু শুনিবাই ডেকা বন্ধু ।

সৌৱা সমদল, ভাঙে হিলদল
সমবোল, কোলাহল
ৰক্তিম উজ্বল ।
লুইত থাকিব, পণ থাকিব
গণ তৰণীও নিতে চলিব,
সমূহৰ 'কালি'ৰ বাবে
'আজি'ক দিলাঁ বন্ধু ।

ৰচনা : কলিকতা, ১৯৮১

# অসমী আইৰে লালিতা পালিতা

যুগ যুগ ধৰি অসম ভূ-খণ্ডলৈ প্ৰব্ৰজনৰ সোঁত বৈ আছে অবিৰত ভাবে আৰু প্ৰব্ৰজিত সকলো জাতি গোষ্ঠীৰ সমন্বয়ত গঢ়ি উঠা জাতিটোৱেই হ'ল বৃহত্তৰ অসমীয়া জাতি । এটা মতবাদ মতে – 'আহোম' শব্দৰ পৰাই 'অসম' নাম হোৱা বুলি জনা যায় । আহোম ৰাজ্যৰ পাতনি মেলা স্বৰ্গদেউ চুকাফা আহিছিল ব্ৰহ্মদেশৰ (ম্যানমাৰ) মাওলুং ৰাজ্যৰ পৰা । তেওঁ মঙ্গোলীয় গোষ্ঠীৰ । বৰ অসমৰ খনিকৰ মহাপুৰুষ শঙ্কৰদেৱ আৰু মলণ্ডিৱ ধৰা অসমীয়া সংস্কৃতিক বৰ ঘৰৰ বৰপীৰাত বহুওৱা জ্যোতিপ্ৰসাদ আগৰৱালা উত্তৰ ভাৰতৰ আৰ্যমূলীয় সন্তান । জিকিৰ ৰচক আজানফকীৰ আহিছিল সুদুৰ বাগদাদৰ পৰা । অসমৰ কিৰাট পুত্ৰ বিষ্ণুপ্ৰসাদ ৰাভাৰ জন্ম হৈছিল বাংলা দেশৰ ঢাকাত আৰু গণশিল্পী হেমাঙ্গ বিশ্বাসৰ জন্ম হৈছিল বাংলা দেশৰ শ্ৰীহট্ট জিলাত । ভাৰতৰ প্ৰধান মন্ত্ৰী মনমোহন সিং আৰু বি.জে.পি. নেতা লালকৃষ্ণ আদৱানিৰ জন্ম হৈছিল পাকিস্থানত আৰু পাকিস্থানৰ ৰাষ্ট্ৰপতি পাৰভেজ মুছাৰফৰ জন্ম হৈছিল দিল্লীত । ১৯৪৭ চনত দেশ বিভাজনৰ ফলত মুছাৰফ পাকিস্থানী হ'ল আৰু মনমোহন সিং, আদৱানি ভাৰতীয় হ'ল । তেনেদৰে বাংলা দেশত (পূৰ্ববঙ্গ) জন্মিলেও হেমাঙ্গ বিশ্বাস আৰু বিষ্ণুপ্ৰসাদ ৰাভা অসমীয়া । চাহ মজদুৰ সকল আহিল মধ্যপ্ৰদেশ, উৰিষ্যাৰ পৰা । প্ৰব্ৰজিত এই আৰ্য্য মূলীয়, মঙ্গোলীয়, আৰু খিলঞ্জীয়া অসুৰ, দানৱ, কিৰাত আদি জনজাতি, গোষ্ঠী, সম্প্ৰদায়ৰ মহাসমন্বয়ত এটা মহাজাতি 'অসমীয়া জাতি' গঠন হ'ল আৰু ইয়াত বসবাস কৰা প্ৰত্যেক জনগোষ্ঠীৰে সংমিশ্ৰিত ভাষাটো হ'ল 'অসমীয়া ভাষা' । সংস্কৃতৰ তৎসম, তৎভৱ শব্দকে ধৰি উৰ্দু, পাৰ্চী, হিন্দী, দ্ৰাবিড় মূলীয় শব্দ, আৰু উত্তৰ পূৰ্বাঞ্চলৰ বড়ো, টাই, খাচী, নগা, অৰুণাচলী জনজাতিৰ নানা ভাষাৰ শব্দৰ সংমিশ্ৰণত অসমীয়া ভাষাটো গঢ় লৈ উঠিছে । সেয়েহে, এই ভাষাটো ইমান শুৱলা ।

কিন্তু, লুইতৰ পানী সাগৰলৈ বৈ থকাৰ দৰে অবিৰত ভাবে প্ৰব্ৰজনৰ সোঁতও অসমলৈ যে চিৰ কাললৈ বৈ থাকিব সেইটো নহয় । প্ৰত্যেক ৰাষ্ট্ৰৰে নিজা পৰিসীমা আছে । সেয়ে, এখন দেশৰ পৰা অইন এখন দেশলৈ যাবলৈ হ'লে 'সোমাব খোজা' দেশখনৰ প্ৰবেশৰ অনুমতিৰ প্ৰয়োজন । ইয়াৰ অন্যথায় প্ৰবেশ কৰা লোকজন হয় অবৈধ অনুপ্ৰবেশকাৰী । ১৯৭১ চনত পাক-বাংলাদেশৰ যুদ্ধত ভাৰত চৰকাৰৰ অনুমতি সাপেক্ষে অলেখ শৰণাৰ্থী অসমত প্ৰবেশ কৰিছিল । কিন্তু দেশৰ পৰিস্থিতি শাম কটাতো তেওঁলোক উভতি যোৱাৰ নজিৰ নাই । তাৰ পিছতো বাংলা দেশৰ দুৰ্বল আৰ্থৰ্গাথনিৰ বাবে পেটৰ ভাত মুঠিৰ বাবেই অসমৰ খোলা সীমাই দি অহৰহ বাংলা দেশীৰ অনুপ্ৰবেশ হৈয়ে আছে । তাৰোপৰি চুবুৰীয়া ৰাষ্ট্ৰ ভূটান, নেপাল, ম্যানমাৰ আদিৰ পৰাও প্ৰব্ৰজন হৈ আছে । সেয়ে এই ভূখণ্ডত জনবিস্ফোৰণ হোৱাৰ ফলত ভূমি সংকটকে ধৰি, অলেখ সমস্যাৰ উপৰিও অৰ্থনীতিত প্ৰচণ্ড হেঁচা পৰিছে । এই অবৈধ অনুপ্ৰবেশকাৰী সকলক বহিষ্কাৰ কৰাৰ বিপৰীতে ভোটাৰ সৃষ্টি কৰি ভোট বেংক হিচাবে লৈ ৰাজনীতিক সকল ক্ষুদ্ৰ স্বাৰ্থত লিপ্ত হ'ল । ইতিমধ্যে এই কথাত সচেতন হৈ সমাজ সচেতক ড০ ভূপেন হাজৰিকাদেৱে ১৯৬৮ চনতে 'আমি অসমীয়া নহওঁ দুখীয়া' গীতেৰে ৰাইজক সকিয়াই দিছিল । সেয়ে, ১৯৭৯ চনত অসমৰ ছাত্ৰ সংগঠন 'সদৌ অসম ছাত্ৰ সন্থা'ই আন্দোনৰ কাৰ্য্যসূচী আৰম্ভ কৰে ১৯৫১ চনৰ ভোটাৰ তালিকানুসৰি অসমৰ ভোটাৰ তালিকা সংশোধন কৰি বিদেশীক বহিষ্কাৰ কৰি অসমক মুক্ত কৰাৰ দাবীত । এই আন্দোলন আছিল অহিংস; কিন্তু পুলিচ মিলিটাৰি আৰু দুষ্কৃতিকাৰীৰ দ্বাৰা অনেক হিংসাত্মক ঘটনা ঘটিল । নিহত হ'ল খৰ্গেশ্বৰ তালুকদাৰকে ধৰি অনেক জন; পঙ্গু হ'ল অলেখ ! কিছু দুষ্কৃতিকাৰীয়ে অপপ্ৰচাৰ চলালে এই গণ আন্দোলন বঙালী বিৰোধী বুলি । উল্লেখ্য যে, এই আন্দোলনৰ প্ৰভাৱ ব্ৰহ্মপুত্ৰ উপত্যকাতেহে আছিল; বৰাক উপত্যকাৰ বঙালী প্ৰধান অঞ্চলত ইয়াৰ ছাঁই পৰা নাছিল । এই আন্দোলনৰ এটি কলঙ্কিত অধ্যায় হ'ল নেলীৰ নৃশংস গণহত্যা । অতীজৰ পৰাই অসমৰ মাটি-পানী-বায়ু সেৱন কৰি, অসমীয়া সমাজ সংস্কৃতিত জীণ গৈ, অসমীয়া সমাজ সংস্কৃতিক সেৱা কৰা অনেক বঙালী লোক আছে । কিছু দুস্কৃতিকাৰীয়ে তেওঁলোকক ভীতি প্ৰদৰ্শন কৰাত

অনেকে ত্ৰস্তমান হৈ কিংকৰ্তব্য বিমূঢ় হৈ মূক হৈ পৰিল । তাৰে ভিতৰত সুকণ্ঠী গায়িকা ভনী ঘোষও অন্যতম। তেওঁ মহা সমন্বয়ৰ প্ৰতীক ড০ ভূপেন হাজৰিকাৰ আগত মনৰ দুখৰ কথা বিবৰি ক'লে। তেওঁতো বিদেশী নহয়; অসমী আইৰ তোলনীয়া জী । আইৰ মুখৰ টোপ খাই, এই দেশৰ বতাহ পানী খাই, এই দেশকে মাতৃভূমি বুলি দেশ সেৱা, সমাজ সেৱা, সংস্কৃতিৰ পূজাৰ বাবে গীতকে মাধ্যম হিচাবে বাচি লৈছে । তেওঁৰ দৰে লোকে কোনো কালে অসমীৰ দ্ৰোহ আচৰণ নকৰে আৰু ভৱিষ্যতেও নকৰিব। সেয়েহে তেওঁৰ মনৰ কথাৰে তেওঁৰ হৈ এটি গীত লিখিবলৈ ড০ হাজৰিকাদেৱক অনুৰোধ জনালে । সেই মৰ্মে ড০ হাজৰিকাৰ কাপত আৰু সুৰৰ নিজৰাৰে সৃষ্টি হ'ল দাদ্ৰা তালৰ এই গীতটি। গীতটিত কণ্ঠদান কৰিবলৈ লৈ আৰম্ভণিতে অসমৰ ৰাইজক সম্বোধি লতা মঙ্গেশকাৰে এনেদৰে কয়– " অসম কে ভাই বহনো কো হম মাৰাঠী বহনো কো নমস্কাৰ । ভূপেনদা কী ইন আঠ ৰচনা মে সে ছঃ গানো হম তীন বহনো নে গায়া হ্যায় । পহলা গান মে প্ৰস্তুত কৰ ৰহী হুঁ, 'অসমী আইলৈ যাচোঁ প্ৰণাম' । হমে বিশ্বাস হ্যায় কী আপ ইসে স্বীকাৰ কৰেংগে ।"

কথা ঃ অসমত এনে কন্যা বহুতো আছে যাৰ মাতৃভাষা হয়তো অসমীয়া নহয় । অথচ ইয়াতে জনমলৈ অসমী আইৰ কোলাতে লালিতা পালিতা হৈছে, জীণ গৈছে । তেনে এগৰাকী কন্যাই অসমী আইক মনৰ কথাৰে সকীয়াই দিছে এই বুলি —

অসমী আইৰে লালিতা পালিতা
মই তোলনীয়া জী
অসমীৰ সম্মান সদায়ে ৰাখিমে
আৰুনো কও মই কি ?

অসমীৰ মাতৰাৰ আজীৱন শুনিলোঁ
অসমীৰ মাতৰাৰ আজীৱন শিকিলো
বিহু সুৰ বিনন্দীয়া
বৰগীত জিকিৰক তামোল দি মানিলোঁ
বাটিলোঁ মুগাৰ বটিয়া
বৰ লুইত পাৰৰে শীতলকৈ নাদৰে
মিঠা পানী টুপি পি
অসমীৰ সম্মান সদায়ে ৰাখিমে আৰুনো কওঁ মই কি ?
পৃথিৱীখনে যি বোলকে বোলক
অচিন পখীৰে নলওঁ মই লগ
অসমী আয়ে মোক তুলিছে তালিছে
কেনেকৈ হওঁ মই পৰ
চেনেহক নেওঁচা দি ।
পদুলিৰ কেতেকীৰ সুবাসত আমোলমোল
বতাহ খাই গাভৰু হ'লোঁ
অসমীৰ বতাহক বিয়েৰে নভৰাওঁ
এইষাৰ কথাকে দিলোঁ
উদাৰ চিতিয়া অসমী আইৰে
মৰমৰ শপতে দি । অসমীৰ সম্মান ....

# ডিফু হ'ল তোমাৰে নাম

অসমৰ দক্ষিণ মধ্য অঞ্চলত অৱস্থিত 'কাৰবি আংলং' এখন স্বায়ত্ব শাসিত পাৰ্বত্য জিলা। জিলাখনৰ অধিকাংশই পাহাৰীয়া আৰু বনাঞ্চলেৰে ভৰা। এই জিলাখনৰ মুঠ মাটিকালি ১০, ৪৩৪ বৰ্গ কি.মি. আৰু ৪৯২২.০১৯ কি.মি. বনাঞ্চল। ১৯৫১ চনত এই অঞ্চলক সামৰি 'সংযুক্ত মিকিৰ পাহাৰ আৰু উত্তৰ কাছাৰ পাহাৰ জিলা' গঠন কৰা হয়। ১৯৭০ চনত এই জিলাখনক দুভাগত বিভক্ত কৰি মিকিৰ পাহাৰ জিলা আৰু উত্তৰ কাছাৰ পাহাৰ জিলা গঠন কৰা হয়। ১৯৭৬ চনৰ ১৪ অক্টোবৰত মিকিৰ পাহাৰ জিলাক 'কাৰ্বি আংলং জিলা' নামেৰে নামকৰণ কৰা হয়। ইয়াত কাৰ্বি জনজাতীয় লোকৰ উপৰিও অন্যান্য জনজাতীয় আৰু অজনজাতীয় লোকেও বাস কৰে। ছেমছিঙ সিঙ হ'ল কাৰ্বি আংলঙৰ খনিকৰ। 'ডিফু' কাৰ্বি আংলং জিলা, ডিফু মহকুমা আৰু স্বায়ত্ব শাসিত পৰিষদৰ সদৰ। 'ডিফু' এটা সংসদীয় সমষ্টিও। ই এখন পাহাৰীয়া স্বাস্থ্য নিবাস আৰু পৰ্য্যটকৰ আকৰ্ষণ স্থলী। ১৯৮২ চনত সুসাহিত্যিক সীতানাথ ব্ৰহ্ম চৌধুৰীৰ সভাপত্বিত ডিফু চহৰৰ 'লাংহিনা নগৰত' 'অসম সাহিত্য সভা'ৰ ৪৮ তম অধিবেশন অনুষ্ঠিত হয়। সেই সভাৰ সাংস্কৃতিক সন্ধিয়াৰ মহান অনুষ্ঠানত গাবলৈ ড০ ভূপেন হাজৰিকাদেৱে 'ডিফু' চহৰ আৰু কাৰ্বি আংলং জিলাৰ মহান ঐতিহ্যৰ গুণানুকীৰ্তন কৰি প্ৰশস্তি সূচক এই গীতিটি ৰচি পৰিবেশন কৰে। সংস্কৃত নাটত ৰজা আৰু দেৱতাৰ প্ৰশস্তি সূচক গীত গাই ফুৰা 'ভাট' নামৰ এটি চৰিত্ৰ পোৱা যায়। মহাপুৰুষ শঙ্কৰদেৱৰ অঙ্কীয়া নাটত নাট ভটিমা, দেৱ ভটিমা আৰু ৰাজ ভটিমা নামৰ তিনি প্ৰকাৰ ভটিমা আছে। তেৰাৰ শিষ্য মাধৱদেৱৰ সৃষ্টিত 'জয় গুৰু শঙ্কৰ, সৰ্ব গুণাকৰ' 'গুৰু ভটিমা' বুলি আৰু এবিধ ভটিমাৰ সৃষ্টি হ'ল। মহাপুৰুষ দুজনাৰ পদানুসৰণকাৰী ড০ ভূপেন হাজৰিকাৰ কাপত আন এবিধ ভটিমাৰ জন্ম হ'ল; সেয়া হ'ল 'স্থল ভটিমা'। তেওঁ যি ঠাইলৈ গীত গাবলৈ যায় সেই বিশেষ ঠাইখন আৰু সেই অনুষ্ঠানক সশ্ৰদ্ধ প্ৰণিপাত জনাই, সেই ঠাইখন আৰু সেই ঠাইৰ মানুহৰ গুণাণুকীৰ্তন কৰি গীত গোৱাটো তেওঁৰ ধৰ্ম। আমাৰ আলোচ্য গীতটিও তেনে এটি গীত।

কাৰ্বি আংলং জিলাৰ মূল ভাষা হ'ল 'কাৰ্বি ভাষা'। 'কাৰ্বি' মানে 'পাহাৰ' আৰু 'আংলং' মানে 'মানুহ' অৰ্থাৎ পাহাৰত বাস কৰা মানুহ। 'কা' শব্দৰ অৰ্থ হ'ল পোহৰ আৰু 'বি' মানে মানুহ। কাৰ্বি জাতিৰ আদৰ্শ হ'ল 'কৰ্মই ধৰ্ম'। কাৰ্বি সকলে দেৱতাৰ পূজাত শৰাই আগবঢ়ায়। সেই প্ৰথাক 'থেকাৰকিবি' বোলে। কালক্ৰমত সেই শব্দৰ 'থে' আৰু 'কি' বৰ্ণ লুপ্ত হৈ 'কাৰ্বি' হোৱা বুলি এটা মতবাদ আছে। কাৰ্বি ভাষা অতি সমৃদ্ধিশালী ভাষা। ১৯৬৬ চনৰ ২৭ মাৰ্চত কাৰ্বি সাহিত্য সভা 'কাৰ্বি লামমেত আমেই' গঠন হয়। ১৯৭৩ চনৰ ১৮ মাৰ্চত ডিফু চহৰত ধনীৰাম ৰংপিৰ সভাপতিত্বত প্ৰথম পূৰ্ণাঙ্গ অধিবেশন অনুষ্ঠিত হয়। এই সভাই 'কাৰ্বি লামকুৰু' নামেৰে এখন ব্যাকৰণ পুথি ছপা কৰে। অন্যান্য জনগোষ্ঠীয় সাহিত্যৰ দৰে কাৰ্বি ভাষাও গল্প, উপন্যাস, কবিতা আদি সৃষ্টি ধৰ্মী সাহিত্যৰ উপৰিও সাধুকথা, লোকগীত, ফকৰা যোজনা, আৰু অনুবাদ সাহিত্যৰে সমৃদ্ধ। 'হাইমু' বংলং তেৰাঙৰ সংগ্ৰহিত এখন গীতি সাহিত্য সংকলন। তেওঁৰ সংগ্ৰহিত আৰু প্ৰকাশিত আন কেইখন গীতি সাহিত্যৰ সংকলন হ'ল —'ৰুকাছেন', আদামাছাৰ, স্বেৰ হংথম, কাৰ্বি চ'ৰংজে, আৰণ আতেং, ৰংলীণ, ছাৰ আলাম আদি। 'ৰোমীৰ' ছামছিং হাঞ্চেৰ দ্বাৰা সংগ্ৰহিত কাব্য পুথি। সুপ্ৰসিদ্ধ সাহিত্যিক বং বৰং তেৰাঙে ১৯৭৪ চনত প্ৰথম 'কাৰবি-ইংৰাজী-অসমীয়া অভিধান' 'কাৰ্বি লামতাছাম' লিখি উলিয়ায়। ১৯৮১ চনত তেওঁৰ ৰচিত 'ৰংমিলিৰ হাঁহি' প্ৰকাশ পায়। ১৯৮৯ চনত তেওঁ পদ্মশ্ৰী, প্ৰকাশন পৰিষদৰ বঁটা (১৯৮২) আৰু বিষ্ণুৰাভা বঁটা (১৯৮২) পায়। ২০০৯ চনত তেওঁ অসম সাহিত্য সভাৰ সভাপতি নিৰ্বাচিত হয়। ইয়াৰোপৰি ডাঃ জয়ন্ত ৰংপি, লংকাম টেৰণ, ছামছিং হাঞ্চে, অৰুণ তেৰণ, জয়সিং তেৰাং আদিয়ে কাৰ্বি সাহিত্যৰ উপৰিও অসমীয়া সাহিত্যলৈও যথেষ্ট অৰিহনা আগবঢ়াইছে। হিন্দু সকলৰ মৃতকৰ সদ্‌গতিৰ অৰ্থে কৰা শ্ৰাদ্ধ, পিণ্ড দানৰ দৰে 'চমাংকান' কাৰ্বি সকলৰ মৃতকৰ শ্ৰাদ্ধাৰ্থে অনুষ্ঠিত কৰা

পবিত্ৰ অনুষ্ঠান । তেওঁলোকে জন্মান্তৰ, পুনৰ জন্ম আৰু মৃত্যুৰ পিছতো জীৱন থকাতো বিশ্বাস কৰে। সেয়েহে এই উৎসৱ পতা হয় । চমাংকান উৎসৱত চমাংকান নাচ নচা হয় । এই উৎসৱতে কাৰ্বি সমাজৰ ডেকা গাভৰুৱে পৰস্পৰে পৰস্পৰক চিনি পোৱাৰ সুযোগ পায় । ডেকা গাভৰুৰ মাজত গীত মাত নাচ হয়; ঢোলৰ ছেৱে ছেৱে নাচি নাচি আত্মহাৰা হয় । এই উৎসৱৰ লগত কাৰ্বি সকলৰ ধৰ্মৰ বিশ্বাস জড়িত হৈ আছে। এনেহেন ভাষা-সাহিত্য-সংস্কৃতি আৰু প্ৰাকৃতিক সম্পদেৰে সমৃদ্ধিশালী কাৰ্বি আংলঙৰ মঙ্গল কামনা কৰি শিল্পী ভূপেন হাজৰিকাৰ লগতে লুইত পৰীয়া ৰাইজেও নমস্কাৰ যাচিছে ।

ডিফু হ'ল তোমাৰ নাম হওঁক মঙ্গল তোমাৰ
লুইতপৰীয়া ভাই ভনীৰ লোৱাঁ নমস্কাৰ হে !

শুৱলা কাৰ্বি ভাষাত হে' কাৰবি মানে পাহাৰ
আৰ্লেং মানে মানুহ আৰু স্বজাতি আমাৰ হে '

'কা' অৰ্থে পোহৰ আৰু 'বি' মানে কৰ্ম
কাৰবি জাতিৰ আদৰ্শ হ'ল কৰ্ম মানে ধৰ্ম হে ।

দেৱতাৰ পূজা-বেদীত হে' শৰাই আগবঢ়ায়
সেহি প্ৰথাক 'থেকাৰ কিবি' বুলি জনা যায় হে !

কালক্ৰমত এহি শব্দৰ হে 'থে' লুপ্ত হয়
'কি' শব্দ লুপ্ত হৈ কাৰ্বি মাথোঁ ৰয় হে ।
উনৈছ শ একাৱন্ন চনত হে নিজেই শাসন কৰা
জিলা পৃথক কৰা এহি সত্তৰ চনৰ পৰা হে !

কথা ঃ ছয়সত্তৰৰ অক্টোবৰৰ চৈধ্য দিন গৈলা
জিলাৰ নাম কাৰ্বি আংলং ভৈলা ।
এনে দিনত ছেমচন সিঙৰ ভৈলা আবিৰ্ভাব
জাতিৰ খনিকৰ হৈ বিস্তাৰে প্ৰভাৱ ।
চমাংকান উৎসৱত নাচ চমাংকান হয়
ডেকা গাভৰুৱে মিলি ধৰিত্ৰী কঁপায় ।

ৰং বং তেৰাং আৰু ৰংপি কতজনে
আমাক বুকুত সাৱটি সপোন ৰহণ সানে
ভাইটি ছামছিঙৰ হে হাইমু কাহিনী
লুইতপৰীয়া সহস্ৰই আজি পালে চিনি হে ।

ৰংবঙে সোঁৱৰাই হে কাৰবিৰে দান
ৰংমিলিৰ হাঁহি হৈলা চিৰ জোতিস্মান হে
আজি লাংহিনা নগৰ হে ভৈলা জাতিস্কাৰ
গীতিকাৰ ভূপেন্দ্ৰই যাচে নমস্কাৰ হে ।

ৰচনা ঃ ডিফু, ১৯৮২

# মনত আছেনে ?

এই গীতটো লতা মঙ্গেশকাৰে গাবৰ কাৰণে ৰচা হৈছিল। নিজৰ ভাষা, সংস্কৃতি, নিজৰ সমাজখনক বিশ্বৰ সমুখত প্ৰদৰ্শন কৰাই হাজৰিকাদেৱৰ লক্ষ্য আছিল । লতা মঙ্গেশকাৰ হ'ল সমগ্ৰ বিশ্বকে সংযোগ কৰিব পৰা এটা মাধ্যম। সেয়ে, অসমীয়া সমাজ জীৱনক প্ৰতিনিধিত্ব কৰা গীতহে হাজৰিকাদেৱে লতাৰ দ্বাৰা গোৱাইছিল। আজিৰ দৰে অতীজতে অসমীয়া ডেকা গাভৰুৱে মিলা মিচা কৰাৰ সুযোগ নাছিল । সমাজৰ বান্ধোন আছিল কট্‌কটীয়া । সৰুতে একেলগে খেলা ধূলা কৰি, সাঁতুৰি নাদুৰি ডাঙৰ দীঘল হোৱা ডেকা গাভৰুৰ মাজতো যৌৱনত এখন কটকঁটিয়া সামাজিক বেৰ আছিল যাক অতিক্ৰম কৰাটো সহজ সাধ্য নাছিল। ডেকা গাভৰুৱে একেলগে মিলামিচা কৰা, হিয়াৰ বিনিময় কৰাৰ সুযোগ পোৱা একমাত্ৰ অনুষ্ঠানটো আছিল অসমীয়াৰ বাপতি সাহোন স্বৰূপ জাতীয় উৎসৱ 'বিহু' । অৱশ্যে এই প্ৰথা উজনি অসমতহে প্ৰধানকৈ পৰিলক্ষিত হোৱা দেখা যায় । দৰিকা, দিচাঙে পানী বাঢ়ি অহা কথাই উজনি অসমৰ কথাকেই সূচায় । নামনি অসমত বিহুক 'দোমাহী' হিচাবেহে পালন কৰা হৈছিল । সত্তৰৰ দশকলৈকে নামনি অসমত ডেকা গাভৰুৱে একেলগে বিহু মৰাৰ নজিৰ নাই । কিন্তু সংস্কৃতিৰ পৰিধি নাই । ই দেশৰ সীমা অতিক্ৰম কৰি বিশ্বক সামৰি লয় । শিক্ষাৰ প্ৰসাৰে মানুহৰ মনৰ দিগন্ত সম্প্ৰসাৰিত কৰাত ডেকা গাভৰুৰ মাজৰ সামাজিক বেৰখনো শিথিল হ'ল । আজি শদিয়াৰ পৰা ধুবুৰীলৈকে, উত্তৰ পূৰ্বাঞ্চলৰ অন্যান্য ঠাইতো আনকি পৃথিৱীৰ য'তে য'তে অসমীয়া মানুহ আছে তাতেই বিহু উৎসৱ উদ্‌যাপিত হয়; বিহু নাচ নাচে । আনকি অসমৰ বাহিৰৰ শিকাৰুৱেও বিহু নৃত্যৰ কৰ্মশালাত প্ৰশিক্ষণ লৈছে । গীতটিৰ 'থুৰিয়াই কটা তামোলখন' অসমীয়া গাভৰুৰ শৈল্পিক নৈপুণ্যতাৰ পৰিচায়ক । ৰাগী লগা তামোলখন প্ৰেম পীৰিতি বাহক । বিগত বিহুৰ বতৰতে দুয়ো একে হ'ম বুলি কথা দিয়া ডেকাজনৰ এই বিহুলৈ দেখাদেখি নোহোৱাত যুৱতীজনী দুশ্চিন্তাত পৰা আৰু তেওঁৰ অবিহনে জীয়াই থকাৰ হেপাহ নথকা আদি কথাই সৰলা গাভৰুৰ হিয়াত ফুলা প্ৰেমৰ গভীৰতা আৰু মনৰ দৃঢ়তাৰ ইংগিত দিয়ে।

মনত আছেনে ? দৰিকা দিচাঙে পানী বাঢ়ি গ'লে
মযো বৰ এজনী হলোঁ
তোৰে সতে সাঁতুৰি থাকোঁতে
বাইদেউৰ কতনা শপনি খালোঁ ।
মনত আছেনে, বোলোঁ আছেনে মনত ?
ৰাতিৰে ৰাতিটো সপোন দেখিছিলোঁ
মনতে পাতি তোক দৰা
কুক্‌ৰাৰ ডাকতে তোকে যে কলোঁ গৈ
সপোনটো প্ৰথমৰ পৰা — মনত আছেনে, বোলোঁ..... ?
থুৰিয়াই থুৰিয়াই তামোল কাটিছিলোঁ
মাজতে ভৰাইছিলোঁ লং
তোলৈ আহিম বুলি কাপোৰ থুই দিছিলোঁ
মনত লগাইছিলোঁ ৰং — বোলোঁ আছেনে মনত ?
গাওঁখন এৰি তই ক'লৈনো গ'লিগৈ
সমিধান নিদিয়া হ'লি
তোক এই বিহুতে ৰবিব নেপালে
কৈছিলোঁ মৰিমে বুলি — মনত আছেনে..

কলিকতা, ৫ ফেব্ৰুৱাৰী, ১৯৮২

# মেঘে গিৰ্ গিৰ্ কৰে

অসমৰ আৰ্থ-সামাজিক গাঁথনিটো কৃষি ভিত্তিক। পৃথিৱীয়ে বিজ্ঞান প্ৰযুক্তিৰ প্ৰগতিৰ সোপান বগালেও অসমৰ কৃষি কাৰ্য্য আজিও আওপুৰণি পদ্ধতিৰে চলি আছে; জলসিঞ্চন বা জল সংৰক্ষণৰ ব্যৱস্থাও নাই। সেয়েহে কৃষকসকল বতৰৰ ওপৰত নিৰ্ভৰশীল। খৰালি হাল বাই বন বাত গুচাই গুকুৰাবলৈ দিয়া মাটিডৰা উপযুক্ত সময়ত বৰষুণ নেপালে চিৰাল ফাট মেলে; বীজৰ গজালি ওলোৱা আৰু বৰ্দ্ধনত অসুবিধাৰ সৃষ্টি হয়। কপালত হাতদি উপায়হীন কৃষকে আকাশলৈ চায় –'এজাক বৰষুণ হোৱা হ'লে!' কাৰণ মাটিডৰাই একমাত্ৰ জীৱনধাৰণৰ স্থল। ধান নহ'লে বছৰটো কি খাই তৰিব! নিগমে মৰিব। সাৰ কিনিবলৈ, বীজ কিনিবলৈ টকা নাই। মহাজনৰ ওচৰত হাত পাতে। মহাজনৰ ঋণ পৰিশোধ কৰিব নোৱাৰে। চলে বলে কৌশলে মহাজনে মাটিডৰা আত্মসাৎ কৰে। পথৰ ভিখাৰী হয় হোজা কৃষক! চৰকাৰে কৃষকৰ বাবে অনুদান আগবঢ়োৱা বুলি কাকতে পত্ৰই পোৱা যায়। সেই ধন ক'লৈ যায় কৃষকে উবাদিহ নেপায়; চান কঢ়া বিভাগীয় মন্ত্ৰী, এম. এল. এ. বিষয়া, ঠিকাদাৰ, দালালৰ উদৰহে শকত হয়। সেয়েহে, এই চৰকাৰী-বেচৰকাৰী শোষণৰ উচ্ছেদ কৰণৰ অৰ্থে এটা 'কৃষক বিপ্লৱ'ৰ প্ৰয়োজন। কাৰণ, বিপ্লৱেহে পৰিবৰ্তন আনে। তাৰ বাবে কৃষক সকল সংগঠিত হৈ জাগি উঠিব লাগিব। সাহস আৰু সংযমেৰে প্ৰাপ্য কাঢ়ি আনিব লাগিব। জ্যোতিপ্ৰসাদ আৰু বিষ্ণু ৰাভাইও ইয়াকে চিঞৰি গৈছে। অৱশেষত, বহু ঘাম আৰু বহু তেজৰ বিনিময়ত কৃষক সকল সফল হ'ল – কাচিখনত শাণ দিয়া কথাই বিপ্লৱৰ কথা আৰু সফলতাকে বুজায়। গীতটিত 'মেঘে গিৰ্ গিৰ্ কৰে' এটি বিপ্লৱৰ পাতনি, 'বা লাগি আগলতি কলাপাত লৰে' আশাৰ সঞ্চাৰ হোৱা, 'এজাক যেন বৰষুণ আহোঁ আহোঁ কৰে' নিষ্পেষিত কৃষকৰ মুখত পানী অহা আদি প্ৰতীক আৰু চিত্ৰ ধৰ্মীতাৰে গীতৰ ব্যঞ্জনা সুন্দৰ। দুখীয়া, হোজা কৃষকৰ প্ৰাণৰ কথাৰে গীতটিৰ ভাষা অতি সহজ সৰল। অসমীয়া গ্ৰাম্য জীৱনক প্ৰতিনিধিত্ব কৰা গীতটিৰ প্ৰথমশাৰী 'মেঘে গিৰ্ গিৰ্ কৰে' পঞ্জাবৰ ভাংৰা আৰু 'এজাক যেন বৰষুণ আহোঁ আহোঁ কৰে' ভোজপুৰী লোকগীত আৰু অসমীয়া লোকগীতৰ সুৰেৰে সুবাসিত।

মেঘে গিৰ্ গিৰ্ কৰে
(আহা) হিৰ্ হিৰ্ মেঘে কৰে
বা লাগি আগলতি কলাপাত লৰে!
এজাক যেন বৰষুণ
আহোঁ আহোঁ কৰে।

বহু দিনে চন পৰা,
মোৰ গাঁৱৰ মাটি ডৰা
চহ কৰি সেউজ কৰিম,
আনন্দে নধৰে।

ধান নিদিওঁ, ঋণও নলওঁ
সুদ নিদিওঁ আৰু
মহাজনৰ নিঠুৰ বুধি
সহোঁ কেলেইৰ বাৰু?
বহুতো যে ঘাম সৰালোঁ
তেজো বুকুৰ বহু দিলোঁ
কাচিখনত শাণ দিলোঁ
সাহস ভৰি পৰে।

ডিব্ৰুগড়, ১৯৮২

# সদা হাঁহি মুখ

লৱণ যুক্ত খাদ্যহে সোৱাদ হয় । সেয়েহে সকলো সুখাদ্যতে নিমখৰ প্ৰয়োজন। শিল্পী সকলকো এই বিধ বস্তুৰ লগত ৰিজাব পাৰি । মানুহৰ সুখ-দুখ, বিপদ-সংকট সকলোতে শিল্পীৰ প্ৰয়োজন অনিবাৰ্য্য । তেওঁলোক কল্পনা বিলাসী । কল্পনাৰ লগত বাস্তৱৰ সমন্বয় সাধি পাৰ্থিৱ জগতৰ ঘাত-প্ৰতিঘাত, হাঁহি-চকুলোৰ পৰা সমল লৈ ন ন সৃষ্টি কৰি সৃষ্টিৰ ৰসেৰে জগতত আনন্দৰ ৰস বোৱায় । আকাশ, মাটি, পানী, বায়ু, জোন -বেলি- তৰা সকলো তেওঁলোকৰ চিন্তাৰ পৰিসৰত আৱদ্ধ । কাৰণ, তেওঁলোক শিল্পী – সাধাৰণ মানুহতকৈ তেওঁলোকৰ চিন্তাধাৰা উৰ্দ্ধত বাবে সকলো কথাতে তেওঁলোকৰ প্ৰয়োজন। সেয়েহে বিজ্ঞাপন কোম্পানী সমূহেও নিজৰ ব্যৱসায়ৰ লাভালাভলৈ চাই তেওঁলোকৰ সহায় সহযোগিতা বিচাৰে । 'বানৰ বয়' নামৰ বিড়ি কোম্পানী এটিয়ে তেওঁলোকৰ কোম্পানীৰ বিজ্ঞাপনৰ বাবে গীত এটি ৰচিবলৈ আৰু গাবলৈ অনুৰোধ কৰাত খ্যাতনামা শিল্পী ড০ ভূপেন হাজৰিকাদেৱে এই গীতটি ৰচি গায় ।

ধূমপান স্বাস্থ্যৰ বাবে ক্ষতিকাৰক । ই মানুহৰ মাজত হত্যাকাৰী ৰূপে থিয় দিছে । কেন্সাৰকে ধৰি অনেক মাৰাত্মক ৰোগৰ কাৰণ ধূমপানেই । ধপাত সেৱন বা ধূম পানৰ ফলত প্ৰতি বছৰে কিমান লোকৰ মৃত্যু হয় তাৰ সঠিক হিচাব দিয়া টান । বিশ্বৰ ভিতৰত ভাৰততে অধিক সংখ্যক লোকৰ ধপাত সেৱনৰ ফলত মৃত্যু ঘটিছে আৰু ভাৰতৰ ভিতৰত অসমত এই সংখ্যা সৰ্বাধিক । এনেদৰে চলিলে ২০২০ চনৰ ভিতৰত বিশ্বত অকল ধূমপান জনিত কাৰণতে ১০ নিযুত লোকৰ মৃত্যু হব বুলি আশঙ্কা কৰা হৈছে । এইবোৰলৈ লক্ষ্য ৰাখি কেন্দ্ৰীয় স্বাস্থ্য মন্ত্ৰণালয়ে 'Cigarettes and other Tobacco Products (prohibition of advertisement and regularation of Trade and Commerce, Production, Supply and distribution), Act. 2003 জাৰি কৰিছিল । মহাত্মাগান্ধীয়েও ধূম পানৰ বিৰোধিতা কৰিছিল । সেয়েহে তেওঁৰ জন্মজয়ন্তীৰ লগত সংগতি ৰাখি ২০০৮ চনৰ ২ অক্টোবৰত সমগ্ৰ দেশতে ৰাজহুৱা স্থানত ধূম-পান নিবাৰণ আইন প্ৰণয়ন কৰা হৈছে । ৰাইজৰ পূৰ্ণ সহযোগিতাত হে এই আইন কাৰ্য্যকৰী কৰাত সফল হব।

সদা হাঁহি মুখ
নাই কোনো দুখ
হাতত বানৰ বয় বিড়ি,
আধা শতিকাকে ধৰি
অসম মুখক কৰি
চলি আছে এই বিড়ি
চি. জে. পেটেলৰ বিড়ি,
বানৰ বয় বিড়ি
ভাল লাগে এই বিড়ি ।
সুদুৰ গুজৰাটৰ
নিপানী ধপাতৰ
ধুনীয়া সোৱাদে ভৰা
বচা বচা পাত
কেন্দুৰেই পাত
তাৰেই তৈয়াৰ কৰা ।

জিৰণিৰ বেলা
চকু ৰাখি খোলা
সপোন দেখিব পাৰি,
হালোৱা বনুৱাৰ
ধনী দুখীয়াৰ
অতি প্ৰিয় এই বিড়ি
চি. জে. পেটেলৰ
বানৰ বয় বিড়ি ।

অসম দেশৰে
ভৈয়ামে-পাহাৰে
এই বিড়ি মধু সমান
প্ৰথম টান
বা শেষৰেই টান
সুখময় প্ৰতিটো টান ।
কৰ্মৰ বেলা
বা জিৰণিৰ বেলা
নিৰ্ভৰ কৰিব পাৰি
বাবু অফিচাৰ
বা গৰখীয়াৰ
অতি প্ৰিয় এই বিড়ি
চি. জে. পেটেলৰ বিড়ি
বানৰ বয় বিড়ি
ভাল লাগে এই বিড়ি
অতি প্ৰিয় এই বিড়ি
বানৰ বয় বিড়ি

ৰচনা ঃ কলিকতা, জানুৱাৰী, ১৯৮২

# প্ৰথম মৰমে যদি সহাঁৰি নেপায়

প্ৰেম স্বৰ্গীয় বস্তু। পৃথিবীৰ প্ৰতিজন মানুহৰ হিয়াত প্ৰথম প্ৰেমৰ শিহৰণৰ অভিজ্ঞতা আছে। জীৱনৰ শেষ পৰ্য্যায়লৈকে ইয়াৰ চাপ মচ নাখায়; কলিজাত সজীৱ হৈ থাকে। প্ৰেম ইচ্ছাকৃত ভাবে কৰা নাযায়। ই হয় অজানিতে; কেতিয়া হ'ল, কিয় হ'ল, কেনেকৈ হ'ল তাৰ উত্তৰ হয়তো কাৰো হাতত মজুত নাথাকে। কিন্তু এপাত তাল অকলে নবজাৰ দৰে এখন হিয়াত ওপজা প্ৰেমানুৰাগৰ দ্বাৰা প্ৰেম নহয়। দুখন হিয়াৰ পৰস্পৰ আকৰ্ষণ আৰু মিলনেই হ'ল প্ৰেম। অন্যথায় ভালপোৱা মৰহি যায়। মানুহৰ জীৱনৰ চাৰিটা স্তৰ হ'ল — শৈশৱ, কৈশোৰ, যৌৱন আৰু বৃদ্ধ কাল। শৈশৱ, কৈশোৰ পাৰ হ'লেই আহে যৌৱন। যৌৱন কাল হ'ল জীৱনৰ সোণালী কাল। যৌৱন কাল হ'ল প্ৰেমৰ বতৰ; প্ৰতিশ্ৰুতিৰ বতৰ, ৰঙীণ সপোন দেখাৰ বতৰ, জীৱনটো প্ৰেমৰ ৰঙে ৰসে চপ্‌চপীয়া হোৱাৰ বতৰ। যৌৱন হ'ল হিয়া দিয়া নিয়াৰ বতৰ; সীমাৰ পৰিধি ভাঙি সাহসেৰে আগুৱাই যোৱাৰ বতৰ। কিন্তু প্ৰেম মানে কামনা নহয়। ই হ'ল (কাৰোবাক) হিয়াৰ বেদীত বহুৱাইলৈ কৰা গভীৰ সাধনা। এই সাধনাৰ শুভাৰম্ভ হয় প্ৰথম চাৰি চক্ষুৰ মিলনত; কৈশোৰ আৰু যৌৱনৰ সঙ্গম স্থলত বা প্ৰাক্ যৌৱনত। প্ৰেমৰ এনাজৰীয়ে দুখন হিয়াক এক কৰে। কাৰণ প্ৰেমে সদায় মিলন বিচাৰে। অবুজ হিয়াই সদায়ে কামনা কৰে দুয়ো দুয়োকে চিৰকাল কাষতে পোৱাৰ। হৃদয়ে বিচৰাজনীক (বা জনক) কাষতে পালেহে আজীৱন সুখী হোৱা যায়। অন্যথায় জীৱনটো হয়গৈ বাহতল। সাধাৰণতে, প্ৰথম প্ৰেম অপৈণত বয়সতে হয় যাৰ ভাল বেয়া বিচাৰ বিবেচনা কৰাৰ শক্তি সামৰ্থ নাথাকে। সেয়েহে প্ৰথম প্ৰেম খুব কমেইহে সফল হোৱা দেখা যায়। এই গীতটি ড০ ভূপেন হাজৰিকাদেৱে সৰু ভায়েক সুগায়ক সমৰ হাজৰিকাৰ বাবে লিখি সুৰ দিছিল।

প্ৰথম মৰমে যদি সহাঁৰি নেপায়
ভালপোৱা কিয় জানো মৰহি যায় ?
এখন হিঁয়া আৰু এখন হিঁয়াই
মিলিলেহে মৰমে পূৰ্ণতা পায়।

যৌৱন প্ৰভাতী মেলাতে
তোমাক দেখিছিলোঁ হঠাতে
প্ৰথম চাৱনিতে কি যে হ'ল
তুমি জানো গমকে পোৱা নাই ?

শৈশৱ গৈ কৈশোৰ আহিল
কৈশোৰ গৈ যৌৱন আহিল
যৌৱনে আমনি নকৰা হ'লে
নাচালোঁহেতেন তোমাৰ ফালে ।

ই নহয় নহয় মাথোঁ কামনা
তুমি মোৰ জীৱনৰ সাধনা
আজীৱন তুমি মই সুখী হ'ম
তুমি জানো গমকে পোৱা নাই

ৰচনা : ১৯৮৩

# শুনা শুনা হে পাতি কাণ

গছ-বন আৰু মানুহৰ (জীৱৰ) অবিচ্ছেদ্য সম্পৰ্ক। দুয়ো দুয়োৰে পৰিপূৰক। জীয়াই থকাৰ উপাদানবোৰ আমি গছ-বনৰ পৰাই আহৰণ কৰোঁ। অতীজতে ঋষি মুনি সবে যুগ যুগ ধৰি গভীৰ অৰণ্যত তপস্যা কৰি মহাজ্ঞান লভি বিশ্বক জ্ঞানৰ জ্যোতিৰে আলোকিত কৰিলে। জগতপতি শ্ৰীকৃষ্ণই বনে বনে বনফল খাই গৰু চৰাইছিল আৰু বনমালা পিন্ধিছিল। যমুনাৰ পাৰৰ কদম বৃক্ষ ডালি আছিল তেওঁ লীলা খেলাৰ অন্যতম সতীৰ্থ। মহাৰাজ অশোকে আলিবাটৰ দুয়ো কাষে বৃক্ষ ৰোপণ কৰিছিল প্ৰজাৰ হিতৰ বাবে। গছে এৰি দিয়া অম্লজান (অক্‌চিজেন) শ্বসন কৰি আমি জীয়াই আছোঁ। আনহাতে, আমি নিশ্বাসত এৰি দিয়া কাৰ্বন-ডাই-অক্‌চাইড গছে শুহি লৈ বায়ুমণ্ডল পৰিশুদ্ধ কৰি মানুহৰ মহান উপকাৰ সাধিছে। সূৰ্য্যৰ ৰশ্মি আৰু বতাহৰ পৰা পাতত থকা ক্লোৰোফিলৰ সহায়ত গছে নিজৰ খাদ্য তৈয়াৰ কৰে আৰু পাতেৰে শ্বাস প্ৰশ্বাস লয়। মানুহ আৰু সকলো ঘাঁহ খোৱা প্ৰাণীয়েই গছ বনৰ ওপৰত নিৰ্ভৰশীল। গছ বন আৰু উদ্ভিদৰ পৰাই আমি শ্বেতসাৰ (কাৰ্বহাইড্ৰেট), ভিটামিন, প্ৰোটিন, মিনাৰেল, আইৰন, ফেট্‌ আৰু পানী পাওঁ যিহৰ দ্বাৰাই আমি জীৱন ধাৰণ কৰোঁ। তাৰোপৰি আমাৰ জীৱন ত্ৰাণকাৰী ঔষধবোৰ উদ্ভিদৰ পৰাই তৈয়াৰ হয়। নিম, তুলসী আদি গছে বায়ু প্ৰদুষণ, শব্দ প্ৰদুষণ ৰোধ কৰে। আমাৰ আপুৰুগীয়া শাস্ত্ৰসমূহ সাঁচিপাতত (সাঁচিগছৰ বাকলি) লিখা হৈছিল। বাহগছৰ পৰা কাগজ তৈয়াৰ কৰা হয়। গছ বনৰ শিপাই মাটিক খামুচি ধৰি ভূমিস্খলনৰ পৰা ৰক্ষা কৰে। গছ বন অবিহনে জলবায়ু পৰিবৰ্তন হ'ব, বতাহৰ চাপ বাঢ়িব, নৈ বাম হ'ব, মাটি অনুৰ্বৰ হ'ব আৰু সূৰ্য্যৰ ভায়োলেট ৰশ্মিৰ দ্বাৰা ছালৰ ৰোগকে ধৰি নানা ৰোগত আক্ৰান্ত হৈ মানুহ মৃত্যু মুখত পৰিব। জধে মধে বনাঞ্চল ধ্বংস কৰাৰ ফলত পৃথিৱীৰ আটাইতকৈ বেছি বৰষুণ হোৱা ঠাই চেৰাপুঞ্জি আৰু মৌচিনৰামে পূৰ্বৰ ৰেকৰ্ড ভঙ্গ কৰিছে আৰু শীতাৰ্ত মেঘালয়ৰো জলবায়ু পৰিবৰ্তন হৈছে। আনকি, উত্তৰ পূৰ্বাঞ্চলৰ বনাঞ্চল ধ্বংসৰ কুপ্ৰভাৱ পৃথিৱীৰ অন্যান্য ঠাইৰ জলবায়ুতো পৰিছে। যি সময়ত পৃথিৱীৰ অন্যান্য দেশে মৰুভূমিকো সেউজীয়া কৰাৰ আচনি হাতত লৈছে তেনে সময়তে দুষ্কৃতিকাৰীৰ দ্বাৰা অসমৰ সেউজীয়া বনাঞ্চলৰ ধ্বংস যজ্ঞ চলিছে। উল্লেখযোগ্য যে, ১৯৮৩ চনত অসমৰ বন বিভাগে সেউজ সংগ্ৰামক পূৰ্ণ ৰূপ দিয়াৰ অৰ্থে 'সেউজীয়া বনৰ সুৰীয়া কাহিনী' নামেৰে এটি সুৰৰ অভিযান কৰে। ড০ হাজৰিকাদেৱৰ সংগীত পৰিচালনাত এখন লংপ্লেয়িং ৰেকৰ্ড, এখন কেছেট আৰু এখন পুস্তিকা প্ৰকাশ কৰে। এই কাৰ্য্যসূচীৰ বাবে গীত লিখে যুটিয়া ভাবে ড০ নিৰ্মল প্ৰভা বৰদলৈ আৰু এই গীতিকাৰে নিজে। এই গীতটি তাৰেই অন্তৰ্গত।

শুনা শুনা হে' শুনা পাতি কাণ
বিজ্ঞান সম্মত বনভূমিৰ অৱদান।

দূৰৈৰ বনভূমিত সৌ, সূৰুয ভৈলা দৃষ্ট
সূৰুযৰ জ্যোতিৰে বন ভৈলা পৰিপুষ্ট।

বন এক কাৰখানা জ্যোতি প্ৰপাতৰ
অম্লজান বাষ্প সৃষ্টি কৰে নিৰন্তৰ।
প্ৰকৃতিৰ পৰা বনে অ' কৰে আহৰণ
বৈজ্ঞানিক উপাদান কৰি মন্থন।

তেনে ভাবে তৰু তৃণে ৰজে শ্বেতসাৰ
সেহি খাদ্যত পায় জীৱে জীৱনৰ আহাৰ।
বনভূমি সেৱাৰ থলী হে মানৱ কল্যাণৰ
বন সংৰক্ষণ হওক চিন্তা সমাজৰ।

ৰচনা : ১৯৮৩

# এই ভিজা ভিজা ৰাতি

আহাৰ, শাওঁণ মাহত প্ৰকৃতিয়ে উচুপে। গোমা আকাশ আৰু চিপ্‌চিপিয়া বৰষুণে পৃথিৱীখন সেমেকাই তোলাৰ দৰে মনও সেমেকে, উদাস উদাস লাগে যেতিয়া দুখৰ স্মৃতিবোৰ উৰি আহি মনত জুমুৰি দি ধৰে। জীৱনটো যেন কেৱল দুখ আৰু দুখ; সুখৰ ৰেঙনি নাই। জীৱনত ৰং-ধেমালি, হাঁহিতকৈ বেদনা, যাতনাৰ সমাহাৰ হে অধিক। জীৱন মানে ৰং ৰহইছ, হাঁহি বা আনন্দ নহয়। জীৱন মানে চং নহয়; –হাঁহি মাতি, বন্ধুৱালি কৰি আনক আমোদ দিয়াৰ লগতে নিজেও আমোদ লোৱা হয়। জীৱনৰ অন্য নাম সংগ্ৰাম। প্ৰতিটো ক্ষণ যেন একোখন ভয়াল ৰণ। আকৌ জীৱনৰ পথটো কাঁইটিয়া। সেয়ে এই সংগ্ৰামত যুঁজিবলৈ, যুঁজি জিকিবলৈ বাটৰ কাঁইট কাটি কাটি চাফা কৰি সুন্দৰ বাট উলিয়াব লাগিব। অভিজ্ঞতা অবিহনে কোনো কামতে সফলতা লাভ কৰিব নোৱাৰি। সেয়েহে ঠেকি ঠেকি শিকি শিকি অভিজ্ঞতা অৰ্জন কৰিব লাগিব। দুখৰ বিষৰ বাটি পান কৰিব লাগিব, হজম কৰিব লাগিব। মানুহে ফুলহে বিচাৰে, কিন্তু বোটলে প্ৰচণ্ড ভুল যি হিচাপতে হয় ঘাটি। মানুহে সদায় ভাললৈহে হাত মেলে। গোলাপ ফুললৈ বুলি হাত মেলোতে কাঁইটে আচোঁৰে। ৰক্ত ক্ষৰণ হয় আৰু বিষ উপলব্ধি হয়। এয়া স্বাভাৱিক কথা। কাৰণ অভিজ্ঞতা অবিহনে মানুহে ভাল বেয়া বিচাৰ কৰিব নোৱাৰে। ঠেকি ঠেকি, শিকি শিকি হে বুজে কোনটো ফুল কোনটো ভুল। মন উদাস উদাস হ'লে, দুখেৰে আচ্ছন্ন হ'লে বেৰৰ সুৰুঙাৰে মজিয়ালৈ সোমাই অহা সূৰ্যৰ ৰশ্মিৰ দৰে দুখৰ স্মৃতিবোৰ উৰি আহি মন বাউল কৰে। সেই দুখবোৰ মালা গাঁথি চকুলো টুকি নিশা কটোৱা হয়। গীতটিত প্ৰকাশ পাইছে গীতিকাৰৰ গভীৰ জীৱন দৰ্শন। গীতটিত গীতিকাৰৰ জীৱনৰ বাস্তৱ অভিজ্ঞতা আৰু জানি বা অজানিতে হৈ যোৱা ভুলৰ পৰিণাম আৰু তাৰ বাবে হোৱা অনুশোচনা আদি সুন্দৰ ৰূপে প্ৰকাশ পাইছে।

এই ভিজা ভিজা ৰাতি
এই জীৱন জোখা ৰাতি
নিজ হাতে জুখিম বুলি
ল'লোঁ দুখৰ মালা গাঁথি।

জীৱন মানে ৰং নহয়
জীৱন মানে চং নহয়
সংগ্ৰামৰে কাঁইটিয়া
বাট ল'লোঁ কাটি কাটি।

প্ৰতিটো ক্ষণ
ভয়াল ৰণ,
নিজ মনেই ল'লোঁ মাতি
ঠেকি ঠেকি
শিকি শিকি
কৰিলোঁ পান, বিষৰ বাটি।

বিচাৰিছিলোঁ জীৱন ফুল
বুটলিলোঁ প্ৰচণ্ড ভুল
যি, হিচাপতে হ'ল ঘাটি।

ৰচনা ঃ ১৯৮৪ চন

# কুঁৱলী, কি ৰগৰ কৰিলি

সময় পখিলী উৰি যায় দুপাখি মেলি । সময়ে সলায় সমাজৰ সাজ । পয়ালগা বৰ্তমানলৈ আঙুলিয়াই সোণালী অতীতে উপলুঙা কৰে ! এই বৰ্তমান য'ত সপোন হৈ যায় ধূৱলি কুঁৱলী । অন্ধবিশ্বাস, কুসংস্কাৰৰ অক্টোপাছী হাতোৰাৰ কবলত বন্দী আমি— চকু থাকিও নেদেখা, জানিও নেজানা যেন একোটি অশৰীৰী আত্মা । সৰ্বসত্তা যেন গলি গলি নিঃশেষ হৈ গৈছে — অথচ একোকে কৰিব পৰা নাই । কিন্তু, সমাজৰ ৰূপান্তৰ অনিবাৰ্য্য । কাৰণ ৰূপান্তৰ অবিহনে বিঘ্নিত হয় প্ৰগতি — শান্তি । আজিৰ পৃথিবী দোপত দোপে প্ৰগতিৰ জখলাত ধাবমান । প্ৰতিদিনে বিজ্ঞান জগতত নতুন নতুন চমকপ্ৰদ আৱিষ্কাৰ হৈছে । অথচ আমাৰ সমাজখন আজিও পিছ পৰি আছে । সমাজৰ ৰূপান্তৰ হ'বই লাগিব — সময়ে কয় । তেতিয়াহে বিৰিঙিব নিচলা, মুমূৰ্ষু জনৰ ওঁঠত হাঁহি ।

ড০ ভূপেন হাজৰিকা এজন আধুনিক গীতিকবি । আধুনিক কবিতাৰ সকলো লক্ষণ তেওঁৰ কবিতাত (গীতত ) স্পষ্ট । গীতটিত 'কুঁৱলী'ক ৰূপান্তৰৰ প্ৰতীক হিচাবে ব্যৱহাৰ কৰা হৈছে ।

কুঁৱলী
কুঁৱলী
কি ৰগৰ কৰিলি ?
অতীতৰ কাৰোবাৰ
নূপুৰ শুনিলি ।

পাহৰণি কুঁৱলী
নিৰৱ সিপাৰে
পৰি আছোঁ
একাধিক শতাব্দী ধৰি,
পৰি আছোঁ ।
ধূঁৱলী কুঁৱলী
কি সপোন ভাঙিলি
অতীতৰ কাৰোবাৰ
নূপুৰ শুনিলি ।

অন্ধ যুগৰ মকবাৰ পুৰণি জালৰ
বন্দিনী মই
অদেখা অজানা অশৰীৰী
পৰি আছোঁ
উচুপিছোঁ
পৰি আছোঁ ।
বৰ্তমান তই তৃষ্ণাৰ্ত
অতীতক হঠাতে
কিয় তই জগালি ।

কলিকতা, ১৯৮৪ চন

# কোন এই ললনা

সময় কালৈকো বৈ নেথাকে । 'আজি' শব্দটো অহা কালি অতীত হৈ যায় । অতীতৰ ভালখিনিয়ে সদায়ে আমাক অনুপ্ৰেৰণা দিয়ে । সময়ৰ গতিৰ লগে লগে সমাজেও বৰণ সলায় । গতানুগতিকতাই প্ৰগতি স্তব্ধ কৰে । সেয়েহে সমাজৰ ৰূপান্তৰ অনিবাৰ্য । কাৰণ সোণালী অতীতে ৰিঙিয়াই মাতে আৰু সমাজৰ ৰূপান্তৰৰ জৰিয়তে প্ৰগতিৰ চিৰিয়েদি আৰোহণ কৰিবলৈ অনুপ্ৰেৰণা বৰষে ।

আধুনিক কবিতাৰ দুৰ্বোধ্যতা সম্পৰ্কে সৰ্বজন বিদিত । ড০ ভূপেন হাজৰিকা এজন আধুনিক গীতিকবি । গীতটিত 'ললনা' শব্দটো ৰূপান্তৰৰ প্ৰতীক হিচাবে ব্যৱহৃত হৈছে ।

কোন এই ললনা
মাথোঁ কৰে ছলনা
ধৰা দেখোঁ দিয়া নাই
দিয়া নাই
দিয়া নাই ।
তাই অতীতৰ কোনো ছায়া
নে বৰ্তমানৰ কায়া
নে অনাগত ভৱিষ্যৎ
সাঁথৰ ভৰা মায়া
বুজা নাই
বুজা নাই
বুজা নাই ।
অতীতৰ কুঁৱলী
তাই আহে ফালি ফালি
চিনাকি চিনাকি লাগে
স্মৃতি দেখোঁ নেজাগে;
শুনি তাইৰ নিশ্বাস
মই পাওঁ আশ্বাস
অতীতৰ হাত বাউলি
হয় কিয় বিশ্বাস ?
তাই উৰি ঘূৰি যোৱা সুৰ
নে ৰূপান্তৰৰ ৰূপ
নে আদি অনাদি প্ৰশ্নৰ
নিৰুত্তৰ স্বৰূপ
বুজা নাই
বুজা নাই ।

কলিকতা ঃ ১৯৮৪ চন ।

# জুয়ে পোৰা তিৰাশীৰ নিৰ্বাচনীৰ বতৰ

প্ৰবল জনমতকো নেওচি, অসমৰ ইতিহাসত কালিমা সানি অসংশোধিত ভোটাৰ তালিকাৰে অনুষ্ঠিত হ'ল 'জুয়ে পোৰা তিৰাশী'ৰ নিৰ্বাচন। প্ৰত্যক্ষ আৰু পৰোক্ষ ভাবে মুক্ত হত্যা আৰু গুপ্ত হত্যা চলিল; দেশ গঢ়াৰ পণ লোৱা অলেখ তেজাল ডেকাৰ জীৱন বন্তি অকালতে নুমাই গ'ল। কাৰণ, আজিৰ বিদেশী ভোট লাভৰ স্বাৰ্থত ৰাজনীতিৰ শান্তিজলেৰে পৰিশুদ্ধ হৈ কাইলৈ স্বদেশী হ'ব। তেওঁলোকৰ বংশ বৃদ্ধি হ'ব। স্বদেশী আৰু ন-স্বদেশী মিলি হোৱা জনবিস্ফোৰণৰ ফলত খাদ্য, বাসস্থান, কৰ্মসংস্থানৰ সংকট হ'ব। হয়তো এদিন সিঁহতেই শাসনৰ গাদীত বহি পূৰ্বৰ স্বদেশীক বহিস্কাৰ কৰাৰ আইন বলবৎ কৰিব নতুবা বৃহত্তম বাংলা গঢ়াৰ সপোন দেখা সকলৰ একাণপতীয়া প্ৰচেষ্টাত অসম ৰাজ্য বাংলাদেশৰ সৈতে চামিল হব। হয়তো 'অসম' নামৰ শব্দটো এদিন ইতিহাসৰ পাত খুচৰি বিচাৰি উলিয়াব লাগিব। সেয়েহে তৰুণ শক্তিৰ নেতৃত্বত ১৯৭৯ চনতে আৰম্ভ হোৱা 'বিদেশী বহিস্কাৰ' আন্দোলনে ১৯৮৩ ত উদ্‌গিৰীত আগ্নেয়গিৰিৰ ৰূপ ধাৰণ কৰিলে। ব্ৰহ্মপুত্ৰ বহ্নিমান হ'ল। ৰাষ্ট্ৰীয় ৰাজনৈতিক দল সমূহৰ বাহিৰে ছাত্ৰনেতা আৰু গণসংগ্ৰাম পৰিষদৰ নেতৃত্বত জাতি-ধৰ্ম-সম্প্ৰদায় নিৰ্বিশেষে অসমবাসী ৰাইজ ৰাজপথলৈ ওলাই আহিল। বিপৰীতে, শাসক বাহিনীও ক্ষান্ত নেথাকি দমন নীতি প্ৰয়োগ কৰাত পুলিচ-সেনা আন্দোলনকাৰী সকলৰ ওপৰত জপিয়াই পৰিল। নিৰ্বিচাৰে হত্যা কৰা হ'ল অগণন জনক। শ্বহীদৰ তেজেৰে অসমৰ মাটি ৰাঙলী হ'ল। পঙ্গু হ'ল অলেখ। এই সুযোগতে অন্যান্য অনেক দুস্কৃতিকাৰীয়েও নিজ অভিপ্ৰায় চৰিতাৰ্থ কৰিলে। কত ভগ্নী, মাতৃ ধৰ্ষিতা হ'ল। কতজন নিখোজ হ'ল। তেনে নিখোজ হোৱা ডেকা এজনৰ পৰিয়ালত তাৰ অবিহনে যি শূন্যতা আৰু শোকাকুল পৰিস্থিতিৰ উদ্ভৱ হ'ল সেই নিকৰুণ কাহিনীৰ চিত্ৰ এখন এজন ককায়েকৰ মনৰ কথাৰে ড০ ভূপেন হাজৰিকাদেৱে শব্দৰে, সুৰেৰে এনে মৰ্মস্পৰ্শী ভাবে সজাইছে যে যি কোনো অনুভূতি সম্পন্ন লোকৰে বুকু ভাঙে।

নিজৰ ভেটিতেই বিদেশী হ'ব নোখোজা, জীৱনটো দি হ'লেও মাটিখিনি ৰক্ষা কৰাৰ পণলৈ ওলোৱা, সকলো ক্ষেত্ৰতে আগৰণুৱা, তেজস্বী কলেজীয়া ল'ৰাটো ওলাই গৈছিল হেজাৰজনৰ আগত। কিন্তু সি আৰু দুনাই উভতি নাহিল। কোনোৱে নাজানিলে তাৰ কি হ'ল, সন্তেদো দিব নোৱাৰিলে কেৱে — সি ক'লৈ গ'ল। সি নোহোৱাত ওচৰ-চুবুৰীয়া, গাওঁবাসীৰ মনতো শোকৰ জুই জ্বলিছে। কাৰণ, তাৰ মনত আপোন পৰ নাছিল; যি কোনো লোকৰে বিপদ আপদত সহায় কৰিবলৈ জপিয়াই পৰিছিল সি। বলে বিক্ৰমে, দেখনে শুৱনে তাৰ সমান দ্বিতীয়জন নাই। তাৰ পঢ়া কোঠালিটো নিতাল হৈ পৰি আছে মণিপোলিৰ দৰে। ভনীয়েকে নিতৌ পঢ়া টেবুলত লেম্প জ্বলাই থয় ককায়েক আহিব, পঢ়িব বুলি। পুত্ৰ শোকত মাতৃয়ে অন্ন-জল-শয়ন ত্যাগ কৰিলে, লগৰ বন্ধু বান্ধৱীয়ে, ছাত্ৰসকলে বাছত জুমি জুমি চায় জানোচা সি আহিছেই। হাতত লেম্পটো লৈ বুঢ়া পিতাকে ষ্টেচনত ৰেলগাড়ী অহালৈ বৈ থাকে 'কিজানি এইখন ৰেলত সি আহিছেই'। নাই। তাৰ দেখা দেখি নাই। অচিন যাত্ৰীৰে ঠাহ খাই আছে প্লেটফৰ্ম অথচ ঘৰৰ ল'ৰাটো নাই! — গ'ল ক'লৈ সি? কি হ'ল তাৰ? কোনে দিব তাৰ সঠিক সংবাদ? জানেনে কোনোবাই তাৰ খবৰ??

গীতটিত 'অচিন যাত্ৰী ঠাহ খাই থকা' কথাই অসমত বিদেশীয়ে গিজগিজাই থকাকে বুজাইছে। শেষত হাজৰিকাদেৱে এই বুলি হুংকাৰ দিয়ে যে— সংবিধানৰ বাধ্য বাধকতাৰ পৰিৱেশত অসমত হেজাৰজনৰ তেজৰ নদী বৈ গ'ল। তিৰাশীৰ এই হত্যা যেন পুনৰ নহয়। আৰু যদি হয় তেনেহলে ভাৰত মুলুকতেই মহা প্ৰলয় হ'ব। আৰু বিচ্ছেদকামী সকলকো জ্বলোৱা হ'ব আৰু দিয়া হ'ব কবৰ। — গীতটি অসম আন্দোলনৰ বক্তাক্ত পৰিৱেশ আৰু সন্ত্ৰজনক হেৰোৱাৰ এখন হৃদয় বিদাৰক চিত্ৰ, ড০ হাজৰিকাদেৱৰ গভীৰ অনুভূতি আৰু স্বদেশ-স্বজাতি প্ৰেমৰ স্বাক্ষৰ।

**কথা ঃ** বিংশ শতাব্দীৰ অসমৰ ১৯৮৩ চনটো অতীৱ ভয়াবহ বুলি ইতিহাসত চিহ্নিত হৈ ৰ'ব। ই

যেন পুনৰ নহয় । সেই জুয়ে পোৰা তিৰাশীৰ দিনবোৰ যেন আকৌ উভতি নাহে ।

জুয়ে পোৰা তিৰাশীৰ নিৰ্বাচনী বছৰ
মোৰ ভাইটি নোহোৱা হ'ল নেপালোঁ খবৰ —
তই জাননে খবৰ – তই জাননে খবৰ ?
জিলাৰ দহো গাঁৱত তোৰ সমকক্ষ নাই
তোক হেৰুৱাই আমাৰ গঞাই ক্ৰোধতে বিনায়
মৰিশালি হ'ল পাঠ্য পুথি থোৱা ঘৰ
আহিম বুলি নাহিল দেখোঁ জাননে খবৰ
আৰু জান যদি কোনোবাই তাক দিবিনে খবৰ
তাক দিবিনে খবৰ ? – তাক দিবিনে খবৰ ??
জানো তাৰ পণ আছিল দেশখন গঢ়িব
অহা দিনৰ সুন্দৰ জীৱন অসমবাসীক দিব
চিঞৰে সি নিজৰ মাটিত হ'ব কিয় পৰ ।
মোৰ ভাইটি নোহোৱা হ'ল জাননে খবৰ —
তাৰ জাননে খবৰ ? তাৰ জাননে খবৰ ??
এদিন দেখোন চৌপাশে দৈত্য দানৱ আহি
লুইত পাৰত গুলীযালে বহুতো গ'ল ভাহি
লগত আছিল ৰংপি পেগু, গগৈ, বসুমাতাৰি,
ৰহিম, কুৰ্মী, যোচেফ আছিল ছেত্ৰী, তেৱাৰী
হৰবক্স আছিল শিষ্য গুৰু টেগবাহাদুৰৰ
সবাকে দানৱে নিলে জাননে খবৰ –
তই জাননে খবৰ ? তই জাননে খবৰ ??
তই জাননে খবৰ ???
আইযে দেখোন ভাতৰ পাতৰ কাষলে' নেযায়
ছাত্ৰহঁতে দিনে নিশাই বাছত জুমি চায়
ভনীয়ে নিতে ভাইটিৰ ঘৰত বন্তি জ্বলায়
বুঢ়া পিতাই ইস্টেচনত ৰেলগাড়ীবোৰ চায়
অচিন যাত্ৰী ঠাঁহ খাই থাকে ভাইটিটোহে নাই
দেশখনে বিচৰা মোৰ ভাইটিটোহে নাই
ঠিকনা তাৰ নোহোৱা হ'ল শুদা হ'ল ঘৰ
মোৰ ভাইটি নোহোৱা হ'ল জাননে খবৰ ? তাৰ জাননে খবৰ – ??
সংবিধানৰ বাধ্য বাধকতাৰ পৰিবেশত
হেজাৰ জনৰ ৰক্তনদী ব'লে অসমত
তিৰাশীৰ হত্যা যেন পুনৰ নহয়
যদি হয় ভাৰততো, হব যে প্ৰলয়
বিভেদকামীক দিব চিতা আৰু যে কবৰ
অ' ভাইটিক দেখ যদি দিবিনে খবৰ – তাক দিবিনে খবৰ ?

মুম্বাই, ১৯৮৪, ২০ ডিচেম্বৰ

# তোমাৰ দেখোঁ নাম পত্ৰলেখা

সসময়, দুঃসময় বা জীৱনৰ বিপৰ্য্যয় কোনোটোতে শিল্পী থমকি নৰয় । জাতীয় চেতনাৰে উদ্বুদ্ধ গণ শিল্পী ড০ ভূপেন হাজৰিকাদেৱে ১৯৭৯ চনৰ পৰা ১৯৮৬ লৈকে অসম আন্দোলনৰ এই কালছোৱাত আন্দোলন বিষয়ক আৰু শ্বহীদক সন্মান জনাই বহু গীত লিখিছে, গাই ফুৰিছে আৰু ৰেকৰ্ডিং কৰিছে, চিনেমাত সংগীত পৰিচালনা কৰিছে । প্ৰাণৰ তাগিদাত মনে বিচৰা ধৰণে সকলো কৰিছে । তথাপি যেন তেওঁৰ মন ৰিঙা ৰিঙা, শান্তি নাই । নিজান পৰত, মন গহনত লুকাই থকা কাৰোবাৰ মুখৰ ছবিয়ে আমনি কৰে । কাৰণ, জীৱন এখন প্ৰেমৰ নৈ, হাঁহি-কান্দি, ঘাত-প্ৰতিঘাত, সংঘাতৰ মাজেৰে যায় মাথোঁ বৈ । ড০ হাজৰিকা এজন দুৰন্ত প্ৰেমিক । তেওঁ নিজৰ ব্যক্তিগত জীৱন জীৱন দৰ্শন আৰু প্ৰেমকলৈ অনেক গীত ৰচিছে । ইয়াৰোপৰি তেওঁৰ অনুলিখিত আত্মজীৱনী 'মই এটি যাযাবৰ' নামৰ গ্ৰন্থত তেওঁ জীৱন আৰু প্ৰেম সম্বন্ধে শ্ৰোতা জনতাৰ সংশয় দূৰীকৰণাৰ্থে অকপটে বিতংকৈ লিখিছে । আমাৰ আলোচ্য গীতটোও কাৰোবাৰ স্মৃতিয়ে তেওঁৰ হৃদয় বীণৰ তাৰ কিডালিত ৰিণিজিনি ঝংকাৰ তোলা সেই ঝংকাৰময় সাৰ্বজনীন অনুভূতিক যুগমীয়া কৰণৰ অৰ্থে আৰু তাৰ ৰসৰ ভাগ শ্ৰোতাকো উপহাৰ দিয়াৰ অৰ্থে তেওঁ এই গীতটো ৰচে ।

সাগৰৰ ঢৌ সাগৰতে মাৰ যোৱাৰ দৰে আমাৰ জীৱনৰ কিছুমান গুপুত কথা আনৰ আগত প্ৰকাশ কৰা নাযায় । প্ৰকাশ পালেও সঁহাৰি পোৱাৰ বিপৰীতে বিৰূপ প্ৰতিক্ৰিয়াহে হয় আৰু সমালোচনা, কৰ্কথনাৰ সন্মুখীন হ'ব লগীয়া হয় । ফলত গোপন মনৰ বেথা, গুপুত কথা গুপুতে মৰহি যায় । সেই ভাৱৰাশি প্ৰকাশ কৰিব পাৰে কেৱল সৃষ্টিশীল লোকে – গীতেৰে [illegible], ছবিৰে, কবিতাৰে, সুন্দৰ লিখনিৰে । জীৱন ৰহাগৰ প্ৰথম পুৰাতেই হাজৰিকাদেৱে অতি সুন্দৰী গাভৰু এজনীৰ প্ৰেমত পৰিছিল । সেই কথাৰ আভাস তেওঁৰ 'মোৰ মৰমে মৰম বিচাৰি যায়', 'আকাশী গঙ্গা বিচৰা নাই, শৈশৱতে ধেমালিতে' আদি গীতৰ পৰাই পোৱা যায় । ওৰেটো জীৱন সেই প্ৰেমৰ পাত্ৰীৰে সৈতে কটাম বুলি তেওঁ স্থিৰ কৰিছিল । কিন্তু জাত পাতৰ কাল ধুমুহাই এদিন তেওঁৰ সপোনৰ সেই কাবে [illegible] উৰুৱাদি উৰুৱাই লৈ গ'ল । সংযমী হাজৰিকাদেৱে জীৱনৰ ওপৰত প্ৰতিশোধ নলৈ পুনৰ ধৈৰ্য [illegible]সেৰে জীৱন বাটেৰে খোজ কাঢ়ি আগুৱাবলৈ ধৰিলে । সুদৰ্শন চেহেৰাৰ শিল্পীজনৰ কাষলৈ অজস্ৰ [illegible] উৰি আহিল আৰু দুনাই উৰি গুচি গ'ল । অৱশেষত, এজনীয়ে লতাহে তেওঁৰ জীৱন তৰুত মেৰিয়াই ধৰিলে । দুয়োৰে সমানুপাতিক চপচপীয়া প্ৰেমৰ ৰসত বুৰি দুয়ো এক হ'ল । শয়নে সপোনে, সুখে দুখে একেলগে জীৱন কটাবলৈ ল'লে । বিধিৰ বিধান অখণ্ডনীয় । এদিন কাল ধুমুহাই তেওঁকো আজুৰি আঁতৰাই নিলে । দুয়োৰে মাজত বিচ্ছেদ হ'ল । পত্নী বিচ্ছেদ অসহনীয় । কাৰণ পত্নীৰ মান বন্ধু নাই । সেয়ে, মাজে সময়ে দুয়োৰে লগ হৈছিল সুদূৰ আমেৰিকাত আৰু বন্ধু ভাবে দুয়ো দুয়োৰে মনৰ ভাব বিনিময় কৰি অন্তৰ শীতলাইছিল । এনেদৰে সাক্ষাত হোৱাৰ তেওঁৰ এটা দায়িত্বও আছে, যিহেতু তেওঁৰ একমাত্ৰ পুত্ৰ 'তেজ'ও মাকৰ লগতেই থাকে । ইতিমধ্যে তেওঁ অতি ব্যস্ত হৈ পৰিল সংগীত, চিনেমা আদি সৃষ্টিশীল কামত; পত্নী-পুত্ৰৰ খবৰ লবলৈকে আহৰি নোহোৱা হ'ল । কিন্তু নিৰিবিলি পৰত অকণ মান আহৰি পালেই মনে আমনি কৰে, পত্নী-পুত্ৰলৈ মনত পৰে । তেতিয়াই চিঠি পত্ৰও এখন নিলিখাৰ অভিযোগ তুলি পত্নীলৈ অভিমানৰ সুৰত এই গীতটি ৰচে । কিন্তু পিছ মুহূৰ্ততে আকৌ অভিমান ত্যাগ কৰি নিজকে সংশোধন কৰি তেওঁ ভাবে 'তেওঁ আনক দোষাৰোপ কৰি ভাল কাম কৰা নাই । কাৰণ তেওঁওতো বহু দিন চিঠি পত্ৰ লিখা নাই । সেই অভিমানতে বোধহয় পত্নীয়েও লিখিবলৈ এৰিলে । দোষ তেওঁৰেই । কিন্তু মনত সন্দেহ, কিজানিবা তেওঁৰ মৰমবোৰ গুপুতে আন কাৰোবালৈ সাঁচিছে । যদি সেয়াই হয় তাত তেওঁৰ ভাগ ক'ত ? ওলোটা পালটা, নানানটা চিন্তাই তেওঁৰ মগজুত খেলিমেলি লগালে । ইতিমধ্যে বহুদিন ধৰি তেওঁও লিখিবলৈ আহৰি পোৱা নাই । অৱশ্যে সেই দোষৰ বাবে তেওঁও ক্ষমাৰ যোগ্য নহয় । যদি পত্নীয়ে তেওঁৰ

ঠিকনা বিচাৰে তেনেহলে তেওঁ কি ঠিকনা দিব? তেওঁৰ প্ৰথমখন চিনেমা 'এৰা বাটৰ সুৰ'ত পত্নী প্ৰিয়ম হাজৰিকাই নৃত্য কৰিছিল। গতিকে, তেওঁৰ পুৰণি চিনেমা, নাট, গীত, কবিতাত বিচাৰি লৈই হ'ব। হয়তো সেইবোৰ কথাকে মনত পেলাবলৈ কোৱা হৈছে। আৰু যদি পত্নীয়ে তেওঁৰ কথা সোধে তেওঁ নীৰবে ৰব। কাৰণ পত্নী গুচি যোৱাৰ পিছত তেওঁ কাকো চপাই লোৱা নাই, নতুন সংসাৰো পতা নাই। তেওঁ অতি ব্যস্ত হৈ পৰিল সৃষ্টিশীল কামত। ইখনৰ পিছত সিখন চিনেমা উলিয়ালে। গীত ৰচিলে, সুৰ দিলে, কণ্ঠ নিগৰাই সহস্ৰজনক আনন্দ দিলে। শোষিত, নিৰ্যাতিতাৰ হকে গীতেৰে যুঁজিলে। এইবোৰৰ মাজতেই নিজৰ মৰুময় জীৱনটো সৰোবৰৰ জলেৰে শীতল হয়। এই ব্যস্ততা পূৰ্ণ জীৱনত কাৰোবাক চপাই ল'লেও হয়তো তেওঁকো সময় দিব নোৱাৰিব। আকৌ এবাৰ জীৱনটো আহুকাল, কোলাহলেৰে পূৰ্ণ হব। সেয়েহে দুখৰ চাহাৰাময় জীৱনটোত বেদুইনৰ (ছাহাৰা মৰুভূমিৰ ঘৰবাৰী নোহোৱা যাযাবৰী জাতি) দৰে মাথোঁ ঘূৰি ফুৰিছে সঞ্চিত মৌ ধৰাত চতিয়াই। এই গীতটো গায়ক, গীতিকাৰৰ জীৱন আৰু অতীত ৰোমান্থনৰ গীত।

তোমাৰ নাম দেখোঁ পত্ৰলেখা
পত্ৰ তুমি নিলিখা হ'লা!
হয়তো মোৰ পুৰণা ঠিকনা
তোমাৰ মনত নাই।

হয়তো তুমি তোমাৰ মৰমবোৰ
থৈছা সাঁচি কাৰোবালৈ গুপুতে বুকুতে
তাত মোৰ ভাগেই নাই,
কিম্বা মোৰ পুৰণা ঠিকনা
তোমাৰ মনত নাই।

বহু ঋতু পাৰ হৈ গ'ল
মোৰো মনৰ পত্ৰ বহু লিখা যে নহ'ল
মোৰ ক্ষমাও যে নাই,
হয়তো সেয়ে তোমাৰ অভিমানৰ
পৰিধিও নাই।

মোৰ চিত্ৰ নাট গীত কবিতাত
বিচাৰিলে পাবা চাগৈ পুৰণা ঠিকনা
তুমি বিচৰাহে নাই;
কিম্বা তোমাৰ ঠিকনা বিচৰাৰ
অৱকাশ নাই।

পত্ৰলেখা যদি তুমি
মোৰ ঠিকনা সোধা
সমিধানত মৌনতাহে পাবা
কাৰণ মই এক জিৰণি বিহীন
বেদুইন হ'লোঁ জীৱন ছাহাৰাত
ঠিকনা মোৰ নাই।

ৰচনা: ১৯৮৪, মেই

# মোক এনে এখন সৰগ দিয়া

'সৰগ' হ'ল কল্পনাৰ বস্তু;– য'ত চিৰ কাল চিৰ সুখ, চিৰ শান্তি, কোকিলৰ কূজন, ফুলৰ হাঁহি, চিৰ বসন্ত বিৰাজমান; গন্ধৰ্বৰ গীত-বাদ্য, বিদ্যাধৰী, অপ্সৰীৰ নৃত্যৰে মুখৰিত। ভাৰতীয় আধ্যাত্মিক শাস্ত্ৰ সমূহত সৰগৰ বৰ্ণনা পোৱা যায়। দেৱৰাজ ইন্দ্ৰ স্বৰ্গৰ ৰজা আছিল আৰু দেৱ-দেৱী সকলেহে সৰগত বাস কৰিছিল। তেনে সুখময়, শান্তিময় সৰগ কোনেনো নিবিচাৰে ? কিন্তু সৰগ প্ৰাপ্তি ইহ জনমত নহয়। বহু পুণ্যৰ ফলতহে কেৱল মাথোন জ্যেষ্ঠ পাণ্ডৱ যুধিষ্ঠিৰে সৌশৰীৰে সৰগলৈ যোৱাৰ উদাহৰণ আছে।

ড০ হাজৰিকাদেৱে তেনে এখন সৰগ বিচাৰিছে যিখন এই পৃথিৱীত জিলিকি পৰে। তেওঁৰ 'মই এটি যাযাবৰ' শীৰ্ষক গীতটিৰে তেওঁ কৈছে যে, তেওঁ এটি যাযাবৰৰ দৰে বিশ্বৰ দিহিঙে দিপাঙে লৰৰি ফুৰি মাথোন মানুহৰ মাজত দুখ -শোক আৰু অসমতা দেখা পাইছিল। সেয়া আছিল বিশ্ব মানৱৰ মাজত অসাম্যতাৰ জৰীপ। সেই দিগ্বিজয়ত সফল হৈ 'মানুহে নিজৰ অকণমান স্বাৰ্থ ত্যাগ কৰি আনৰ বাবে কিয় একো নাভাবে' তাৰ বিপক্ষে এক প্ৰকাৰ গীতেৰে বিদ্ৰোহ কৰিছিল। সেই একে উদ্দেশ্যেৰে তেওঁ সময়ৰ অগ্ৰগতিত পক্ষীৰাজ ঘোঁৰাত উঠি এক সুন্দৰৰ নতুন দিগন্তৰ সন্ধানত ধাবিত হৈছিল। এনেদৰে বিশ্বৰ পাহাৰে-ভৈয়ামে, মৰু-প্ৰান্তৰে বেদুইন হৈ ঘূৰি ফুৰোঁতে কেতিয়াবা তেওঁৰ অৱসাদো নহা নহয়। সেয়েহে এদিন প্ৰিয়া পত্ৰলেখাৰ উদ্দেশ্যে আপচোচেৰে গাইছিল – বেদুইন হ'লোঁ জীৱন চাহাৰাত, – ঠিকনা মোৰ নাই' বুলি। সংসাৰ মৰু প্ৰান্তৰত প্ৰচণ্ড বেলিৰ তাপ আৰু তপ্ত বালিৰ মাজেৰে বেদুইন হৈ বাট বুলোঁতে তৃষ্ণাত তেওঁৰ অণ্ঠ-কণ্ঠ শুকাই গছৰ ছাঁত জিৰাবলৈ পালে শান্তি পোৱা হ'ল। তেওঁ শ্যামলী বন আৰু নীলা সৰসীৰ অৰ্থ বুজি পালে আৰু চকুলোঁ মচিলে। সেয়েহে তওঁ এখন বেচিছ বিচাৰিলে। উল্লেখযোগ্য যে এই শ্যামলী বন আৰু নীলা সৰসী হ'ল তেওঁ কল্পনাৰ হৰিণী নয়না 'অসম'। তেওঁ বিশ্ব মানৱৰ মাজৰ পৰাই ভেদাভেদ দূৰ হোৱাটো কামনা কৰে। তাতো কৈ তেওঁৰ প্ৰাণৰ 'অসম'ক সুখ-শান্তি, সমন্বয়-সম্প্ৰীতিৰে ভৰা এখন সৰগৰ ৰূপত কল্পনা কৰে। তাৰেই আহ্বানত তেওঁ এই গীতটি ৰচে।

মোক এনে এখন সৰগ দিয়া
যি ধৰাত জিলিকি পৰে,
এনে এটি পৰিবেশ দিয়াঁ
হিয়া শাঁত পৰে।
প্ৰচণ্ড বেলিৰ তাপ থকা
সন্মুখত অনন্ত পথ
এজুপি আশাৰ বৃক্ষৰ ছাঁত
ক্ষনিক জিৰাও মোৰ ৰথ
যাতে জীৱন ভৰে ৰসেৰে।
বেদুইন জীৱনৰ মৰু-প্ৰান্তৰ
কণ্ঠ আজি তৃষ্ণাৰ্ত
শ্যামলী বন নীলা সৰসীত
পাইছোঁ বুজি যেন অৰ্থ – আজি কিয় অশ্ৰু সৰে ?
মোক এনে এখন বেচিছ দিয়াঁ
যি স্তব্ধ পৰাণ জুৰ কৰে
এনে এটি পৰিবেশ দিয়াঁ – হিয়া য'ত শাঁত পৰে।

ৰচনা ঃ কলিকতা ১৯৮৪ চন

# লুইতপৰীয়া তেজাল ডেকা

লুইতৰ পাৰ – য'ত দেশৰ বাবে, দহৰ বাবে আত্মবলিদান দি যি সকলে দেশ সেৱা কৰি গ'ল যুগে যুগে, বুৰঞ্জীয়ে লিপিবদ্ধ কৰিছে সেই সহস্ৰ শ্বহীদৰ ৰাঙলী তেজেৰে লিখা সোণালী কাহিনী – সেই মহাত্মা সকলৰ বৰ্ণিল কাহিনীৰে সোণালী অসমৰ ইতিহাস। লাচিতৰ দিনৰে পৰা আজিলৈকে দেশৰ বাবে, জাতিৰ বাবে, গোষ্ঠীৰ বাবে, ভাষাৰ বাবে যি সকল উচ্ছ্বল, তেজাল ডেকা-গাভৰুৱে প্ৰাণাহুতি দিলে- তেওঁলোকে বুকুত অসীম সাহস, বাহুত অসীম বল লৈ আগুৱাই গৈছিল চকুৰ পতাত ভাঁহি থকা অলেখ স্বপ্ন পূৰ্ণ কৰিবলৈ! কিন্তু কালৰ নিষ্ঠুৰতাত সপোনবোৰ পূৰ্ণ নহ'ল। সেয়ে তেওঁলোক হৈ ৰ'ল হেজাৰৰ আৰ্তনাদ, প্ৰকাশৰ আগ্নেয়গিৰি, আশাৰ প্ৰেৰণা, সমাজৰ নাৱিকৰ কালসাগৰত এগছি প্ৰদীপ। এই গীতটি চিনেমাৰ গীত যদিও গীতটি শ্বহীদ হোৱা তেজাল ডেকা-গাভৰু সকলৰ প্ৰতি শোকাঞ্জলী আৰু প্ৰশংসা মুখৰ বাণী।

লুইতপৰীয়া তেজাল ডেকা
তুমি আজি অমৰ হ'লা
তুমি আজি শ্বহীদ হ'লা।
যি শ্বহীদ বেদী
তুমি নিজ হাতেৰে
কালি মাথোঁ সাজিছিলা
সেই বেদীতেই মৃতদেহ হৈ
তুমি আজি জাহ গ'লা।
তুমি আজি শ্বহীদ হ'লা।
শৰীৰ তোমাৰ আজি শব্দ বিহীন
জ্যোতিত বিলীন হ'লা
পিচে, প্ৰকাশৰ যেন
আগ্নেয়গিৰী হৈ আৰ্তনাদ হ'লা
আৰ্তনাদ হ'লা
তুমি আজি অমৰ হ'লা।
লুইতপাৰৰে সবাৰে শান্তিৰ
বাবেই সংগ্ৰামী হ'লা
প্ৰতাৰণাৰ স্বীকাৰ হৈ
আজি যেন গুচি গ'লা।
সমাজৰ নাৱিকৰ কালসাগৰত
তুমি যেন প্ৰদীপ হ'লা
আজি তুমি শ্বহীদ হ'লা।
আছিল কিমান তোমাৰ আঁচনি
অপূৰ্ণ দেখি গ'লা
অপূৰ্ণতাক পূৰ্ণ কৰিবলে'
হেজাৰক প্ৰেৰণা দিলা।
তুমি আজি শ্বহীদ হ'লা।

বোলছবি : সংকল্প, ১৯৮৪ চন।

# শকুন্তলাৰ পতিগৃহ যাত্ৰাত

ৰৰঘৰ গুৱনী জীয়ৰী ছোৱালীক উলিয়াই দিয়াৰ ক্ষণ কি যে সকৰুণ ! সংস্কৃতত এষাৰ কথা আছে 'কাব্যেষু নাটকংৰম্যং তত্ৰ ৰম্যা শকুন্তলা । তত্ৰাপি চতুৰ্থোঅঙ্কঃ যত্ৰয়াতি শকুন্তলা ।।' কোনো পণ্ডিতে আকৌ চতুৰ্থাঙ্কতকৈও পঞ্চম অঙ্কটোহে বেছি মনোগ্ৰাহী বুলি কয় । যেনেঃ শকুন্তলাচতুৰ্থোঙ্কাঃ সৰ্বোৎকৃষ্ট ইতি প্ৰথা । ন ন সৰ্বসংমতা যস্মাৎ পঞ্চমোস্তিততোধিকঃ ।।' এই অঙ্কত শকুন্তলাৰ পতিগৃহ যাত্ৰা, শচীতীৰ্থত আঙুঠি হেৰোৱাৰ বিবৰণ, ৰজা দুষ্যন্তৰ দ্বাৰা শকুন্তলাক প্ৰত্যাখ্যান কৰাৰ বিবৰণ আছে । এই গীতটিও পঞ্চম অঙ্কৰেই অন্তৰ্গত । প্ৰতি পিতৃ মাতৃৰ বাবে এই ক্ষণ অতি নিকৰুণ । শকুন্তলাৰ (তোলনীয়া জী হ'লেও) বিদায় বেলাতো পিতৃ কাশ্যপ মুনিৰ হৃদয় বিৰহ বেদনাত ভাগি পৰিছে । সখী সৰবো চকু উখহিছে চকুলো মচোঁতে। এদিন 'শকুন্ত' চৰাইয়ে দুপাখিৰে নিৰাপত্তা দিয়া নিৰাশ্ৰয়া শিশু কন্যাটি আশ্ৰমতে লৰি-ঢাপৰি, খেলি মিলি পূৰ্ণ যৌৱনা হ'ল । ঋষিৰ অজ্ঞাতে আশ্ৰমতে এদিন ৰজা দুষ্যন্তৰ সৈতে গন্ধৰ্ব বিবাহ সম্পন্ন হ'ল ! পুৰুষ আৰু নাৰী দুয়ো দুয়োৰে সম্পূৰক । তৰু অবিহনে লতাৰ জীৱন বৃথা । পতি অবিহনে নাৰী শ্ৰীহীন হয় । বস্ত্ৰই-অলঙ্কাৰে, শাখাই সিন্দুৰে স্বামীৰ সৈতে আজীৱন অতিবাহিত কৰা জনীয়েই ভাগ্যৱতী নাৰী । পিতৃৰ বুকু শোকত ঠন্ ঠন্‌কৈ ভাগিলেও জীয়ৰীক পতিগৃহলৈ পঠাবই লাগিব – তাইৰ সুখৰ বাবে, ভৱিষ্যতৰ বাবে, জীৱনটো ৰঙীন আৰু আনন্দময় কৰাৰ বাবে । ই বিধিৰ বিধান । সেয়েহে, অন্যান্য পিতৃৰ দৰে সচেতন হৈ চকুলো সামৰি ঋষি কাশ্যপেও শকুন্তলাক আশীৰ্বাদ বৰিষণ কৰিছে আৰু নিৰাপদে যাতে পতিগৃহত উপস্থিত হয়গৈ তাকে কামনা কৰিছে । এই কথা শকুন্তলাকো বুজাই দি নিজ হাতে চকুলো মচি দিছে । কাৰণ, চকুলোৱে ঢাকি ধৰিলে পথ দেখা নাপাব যে ! গায়ক, গীতিকাৰ হিচাবে ড০ হাজৰিকাৰ গীতত দেখা যায় গভীৰ অনুভূতি । তেওঁ যি ভাবৰেই হওক বা যি বিষয়বস্তুৰেই গীত নিলিখক কিয় বিষয় বস্তুৰ গভীৰতাত সোমাই পৰে। সেয়েহে তেওঁৰ গীত ইমান জনপ্ৰিয় । এজন কন্যা দাতা পিতৃৰ হৃদয়ৰ গভীৰ অনুভূতি এই গীতটিত পূৰা মাত্ৰাই প্ৰতিফলিত হৈছে । গীতটি ভ্ৰাম্যমান থিয়েটাৰ 'ইন্দ্ৰধনু থিয়েটাৰ'ৰ 'শকুন্তলা' নাটকৰ বাবে লিখা আৰু সুৰ দিয়া ।

শকুন্তলাৰ পতিগৃহ যাত্ৰাত  
প্ৰতি নেত্ৰ অশ্ৰু সিক্ত মৃগই বিনায়  
    যায় যায় পতিগৃহে শকুন্তলা আই  
পিতৃদেৱৰ কন্যা বিৰহ  
    চিত্ত ভাগি পৰে  
সখী সবৰ সুখৰ আকাশ  
    এন্ধাৰে আৱৰে  
তপোবনৰ মনোবনত  
    আশাৰ কুসুম নাই ।  
লতাৰ জীৱন আম্ৰ-তৰুৰ সঙ্গ বিনে বৃথা  
নাৰীৰ ভাগ্য স্বামীৰ সঙ্গ চিৰ দিনৰ প্ৰথা  
    গৈ থাকা আই, তোমাৰ পথত  
    পিছলৈ নেচাঁই ।  
তোমাৰ বাটৰ ধূলি যেন পদুম পৰাগ হয়  
নিৰাপদে যোৱা মোৰ আই পতি গৃহলৈ  
অশ্ৰু মচা, নহলে যে —পথ দেখা নেপায় ।

গুৱাহাটী: জুলাই, ১৯৮৪

# শিশু শকুন্তলাৰ উচুপনি

ঋষি বিশ্বামিত্ৰৰ ঔৰষত আৰু স্বৰ্গৰ অপ্সৰী মেনকাৰ গৰ্ভত 'শকুন্তলা'ৰ জন্ম হয়। জন্মৰ পিছতে কন্যাটিক বনৰ মাজত এৰি থৈ মেনকা সৰগলৈ উৰি যায়। সেই দিব্য শিশুটিক 'শকুন্ত' চৰাই অৰ্থাৎ শগুণে পাখিৰে ঢাকি ধৰি নিৰাপত্তা দি জীৱন ৰক্ষা কৰিছিল। সেয়েহে, কন্যাটিৰ নাম ৰখা হ'ল 'শকুন্তলা'। কাশ্যপ ঋষিয়ে বনৰ মাজত কন্যাটিক পাই আলফুলে লৈ আহি আশ্ৰমত ৰাখিলে। শকুন্তলাক পাই আশ্ৰমখনিত উলাহে আনন্দই নধৰা হ'ল। আশ্ৰমখনিয়েই উৎসৱত পৰিণত হ'ল। শঙ্খ-ঘণ্টা-ৰৰকাঁহ বাজিল, উৰুলিৰ ধ্বনিৰে আকাশ বতাহ মুখৰিত হ'ল। তৃতীয়াৰ জোনৰ দৰে একলা দুকলাকৈ শকুন্তলা লহপহকৈ বাঢ়ি আহিল। বন পশু-পক্ষী আৰু মৃগ শিশুসৱ শকুন্তলাৰ খেলৰ লগৰী হ'ল। ৰূপহী শকুন্তলা যেন ৰূপে উৎপলা, বনৰ শুভলক্ষ্মী। শৈশৱ গৈ কৈশোৰ পাৰ হ'ল; নৱ মল্লিকাৰ কোমল কলিটি ধীৰে ধীৰে প্ৰস্ফুটিত হোৱাৰ দৰে শকুন্তলাও পূৰ্ণ যৌৱনা হ'ল। সখীসৱৰ সহিতে মালিনী নৈত স্নান কৰিবলৈ ওলাল।

এই গীতটি ড০ ভূপেন হাজৰিকাদেৱে ইন্দ্ৰেশ্বৰ বুজৰবৰুৱাৰ পৰিচালনা আৰু এম. চালেহ উদ্দিন চৌধুৰীয়ে নাট্যৰূপ দিয়া ভ্ৰাম্যমান থিয়েটাৰ 'ইন্দ্ৰধনু থিয়েটাৰ'ৰ 'শকুন্তলা' নাটকৰ বাবে লিখিছিল আৰু সুৰ দিছিল।

শিশু শকুন্তলাৰ উচুপনি
কাশ্যপ ঋষিৰ আশ্ৰমখনি
(আজি) জ্যোতিষ্মান হ'ল
মেনকাই কন্যা শকুন্তলাক
মৰতত সমৰ্পি গ'ল।
উমলি আহোঁগৈ ব'লা, অ' বাছা শকুন্তলা!

শংখ বজোৱা দিয়া উৰুলি
আনন্দে নধৰে হিয়া
প্ৰকৃতি কোলাত ধেমালি মগন
শিশুটি আলফুলীয়া
উমলি আহোঁগৈ ব'লা, অ' বাছা শকুন্তলা।

বনানী পালিতা শকুন্তলাৰ
সঙ্গী বন পশু-পক্ষী
মৃগ শিশু সঙ্গে নিতে বাঢ়ি যায়
বনানীৰ তাই শুভলক্ষ্মী
জিলিকে ৰূপ উৎপলা
ৰূপহী শকুন্তলা!

নৱ মল্লিকাৰ কোমল কলিটি
ধীৰে প্ৰস্ফুটিত হ'ল
কৈশোৰ পাৰ হৈ শকুন্তলাও
পূৰ্ণ যৌৱনা হ'ল
মালিনী নৈত স্নান কৰোঁগৈ ব'লা, অ' আই শকুন্তলা!

গুৱাহাটী, জুলাই, ১৯৮৪

# শ্বহীদ প্ৰণামো তোমাক

সমাজ শিল্পী ড০ ভূপেন হাজৰিকাদেৱে এই গীতটো লিখিছিল ১৯৮৪ চনৰ ২০ ডিচেম্বৰত কৰ্তব্যৰ খাতিৰত মুম্বাইৰ পৰা কলিকতালৈ আহি থাকোঁতে ২৭৪ নং ফ্লাইটত। দেশৰ বাবে প্ৰাণাহুতি দিয়া সকলেই হ'ল 'শ্বহীদ'। ১৯৭৯ৰ পৰা ১৯৮৫ লৈকে চলি থকা এই ছবছৰীয়া 'বিদেশী বহিষ্কাৰ' আন্দোলনত ৮৫৫ জন শ্বহীদ হোৱা বুলি জনা যায় যদিও এই সংখ্যা হেজাৰৰ কম নহয়। অনেকৰ নাম শ্বহীদৰ তালিকা ভুক্ত নোহোৱাত তেওঁলোক চিৰ দিনৰ বাবে কালৰ বুকুত হেৰাই যোৱাৰ উপক্ৰম হৈছে। সেই সকলো শ্বহীদৰ প্ৰতি সন্মান জনাই তেওঁলোকৰ ত্যাগ আৰু দেশপ্ৰেমৰ প্ৰতি শ্ৰদ্ধাত নত হৈ ড০ হাজৰিকাদেৱে এই গীতটি ৰচে।

জাতিৰ সংকটাবস্থাত যুগে যুগে নতুন পুৰুষে যুঁজ দি আহিছে, জীৱন উচৰ্গা কৰিছে। তেওঁলোকে সূৰ্যৰ দৰে অসমলৈ নতুন প্ৰভাত আনিবলৈ ধুমুহাৰ দৰে অন্যায়ৰ বিপক্ষে যুঁজিছে, ৰবৈচিলা হৈ নকৈ সজাইছে। তেওঁলোক হ'ল অনাগত সংগ্ৰামী সৈনিকৰ অস্ত্ৰ; পিতৃ-মাতৃৰ গৌৰৱ, ন্যায়ৰ গাণ্ডীৱধাৰী অৰ্জুন যাক দেখিলে পলাতক যত দুষ্কৃতিকাৰী, দানৱৰ প্ৰতীক কৌৰৱ। নিজক উচৰ্গা কৰি শ্বহীদ সকলে লুইতপৰীয়াক অধিক উত্তেজিত কৰিলে। গীতিকাৰে কয়, যি সকলে দেশক বচাবলৈ গৈ নিজক ত্যাগ কৰিলে সেই শ্বহীদৰ দিনত জন্ম লাভ কৰাটো যেন আমাৰ সৌভাগ্য। আৰু আমি জীয়াই থাকিলোঁ অথচ আমাৰ বাবে তেওঁলোকে প্ৰাণাহুতি দিলে এয়া আমাৰ দুৰ্ভাগ্য। বিশ্ব চক্ৰ গতিত লৰৰিও তেওঁলোকে মাতৃক আগুৰিলে। তেওঁ কয় যে শ্বহীদৰ ত্যাগ আৰু তেজক যিয়ে (অপশক্তিয়ে) অপবাদ দিব খোজে দেশে প্ৰতিবাদ কৰি সেই সকলক উপযুক্ত শাস্তি দিব। দুখৰ বিষয়, অসমত শ্বহীদৰ আদৰ নাই। শত-সহস্ৰ শ্বহীদৰ তেজৰ বিনিময়ত কৰা এই আন্দোলনৰ মূল উদ্দেশ্য আছিল 'বিদেশী বহিষ্কাৰ' কৰণ যদিও এজনো বিদেশীক বহিষ্কাৰ কৰা নহ'ল। আনকি ঐতিহাসিক 'অসম চুক্তি'ৰ বাইছ বছৰ পিছতো অসম বাংলাদেশ সীমান্তৰ তাৰ কাঁটাৰ বেৰখনেই সম্পূৰ্ণ নহ'ল। এয়া শ্বহীদৰ বাবে চৰম অৱজ্ঞা আৰু অপমান। অসমৰ দেশসেৱক, ৰাজনৈতিক নেতাসকলৰ প্ৰাণত দলীয় প্ৰেমহে আছে দেশপ্ৰেম নাই; থকাহেঁতেন অসমৰ প্ৰতিটো সংকটৰ মুহূৰ্ততে যুঁজ দি ভৱিষ্যতৰ কাণ্ডাৰী সূৰ্য্যসম অগণন তেজোদীপ্ত যুৱকে অকালতে প্ৰাণাহুতি দিব নালাগিলেহেঁতেন।

কথা ঃ এটি জাতিক জীয়াই ৰখাৰ সংগ্ৰামত যি সকলে তেজেৰে ইতিহাস লিখিলে তেওঁলোকলৈ মোৰ সশ্ৰদ্ধ প্ৰণাম ঃ 'শ্বহীদ প্ৰণামো তোমাক'

শ্বহীদ প্ৰণামো তোমাক
শ্বহীদ প্ৰণামো তোমাক
লুইতৰ পাৰৰে তুমি ডেকা ল'ৰা
তুমিয়েতো বুকু পাতি দিলা
ভাৰতীৰ নুমলী জীক বচাবলৈ'
তুমিয়েতো মৃত্যু বৰিলা।
শ্বহীদ প্ৰণামো তোমাক, শ্বহীদ প্ৰণামো তোমাক।

বিংশ শতিকাৰ অষ্টম দশকৰ
নতুন পুৰুষ অগণন
জাতিৰ স্বকীয়তা ৰাখিবলৈ'
অহিংসাৰে কৰা ৰণ
তুমিয়েতো দানৱীয় শক্তিক কিছু
যুক্তিৰ মৰ্ম শিকালা

ভাৰতীৰ নুমলী জীক বচাবলে'
তুমিয়েতো মৃত্যু বৰিলা । শ্বহীদ প্ৰণামো .....
তুমি শ্বহীদ হ'লা , তুমি সূৰ্য্য হ'লা
যি অসমলে' প্ৰভাত আনিব
তুমি শ্বহীদ হ'লা, তুমি ধুমুহা হ'লা
যি বৰদৈচিলা হৈ ৰ'ব
তুমি অনাগত সংগ্ৰামী সৈন্যৰ
আচনিৰ অস্ত্ৰ হ'লা ।
ভাৰতীৰ নুমলী জীক বচাবলে'
তুমিয়েতো মৃত্যু বৰিলা । শ্বহীদ প্ৰণামো ......
তুমি প্ৰতি মাতৃৰ, প্ৰতি ভগিনীৰ
প্ৰতি পিতৃৰে গৌৰব
তুমি ন্যায়ৰ গাণ্ডীৱধাৰী অৰ্জুন
পলাতক যত কৌৰব ।
লুইতৰ বহমান পানীক তেজেৰে
অধিক বলীয়ান কৰিলা
ভাৰতীৰ নুমলী জীক বচাবলে'
তুমিয়েতো মৃত্যু বৰিলা । শ্বহীদ প্ৰণামো ........
সৌভাগ্য আমাৰ
          আমাৰ জীৱনত
          তুমিয়ে জনম লভিলা
দুৰ্ভাগ্য আমাৰ
          আমাক জীয়াবলে'
          অকালতে মৃত্যু বৰিলা ।
বিশ্বগতিৰ চক্ৰত লৰৰিও
          মাতৃক আগুৰিলা
ভাৰতীৰ নুমলী জীক বচাবলে'
          তুমিয়েতো মৃত্যু বৰিলা । শ্বহীদ প্ৰণামো.......
শ্বহীদৰ ত্যাগ আৰু ৰঙা ৰক্তক
যেয়ে দিব খোজে অপবাদ
আগ্নেয় মন্ত্ৰ উচ্চাৰি তাৰ
দেশে দিব নিতে প্ৰতিবাদ
কব ঃ কুসুম কোমল চিত্তলোকত
মানৱ তন্ত্ৰ থাপিলা
ভাৰতীৰ নুমলী জীক বচাবলে'
          তুমিয়েতো মৃত্যু বৰিলা ।
শ্বহীদ প্ৰণামো তোমাক, শ্বহীদ প্ৰণামো তোমাক ।

ৰচনা ঃ ১৯৮৪, ২০ ডিচেম্বৰ

# সেউজীয়া বননিৰ বন ব'ৰাগী

সেউজীয়া বন-বননি আৰু মানুহ তথা জীৱ-জগতৰ মাজত গভীৰ সম্বন্ধ আছে। আমাৰ খাদ্য সম্ভাৰৰ অধিকাংশই সেউজীয়া বননিৰ পৰা আহৰণ কৰা। বনৰ ফল-মূল খাইয়েই আমাৰ পূৰ্ব পুৰুষ সকলে জীৱন নিৰ্বাহ কৰিছিল। আমাৰ অত্যাৱশ্যকীয় নিত্য ব্যৱহাৰ্য আচবাব পত্ৰ আৰু ঘৰ সজাৰ উপাদান কাঠ, বাহ, বেত আদি গছ বনৰ পৰাই পাওঁ। সেউজীয়া বননিতে অমূল্য জন্তু গঁড়, হৰিণ, হাতী, বাঘ, ভালুক আদি অনেক জীৱ-জন্তু আৰু সুৱদী সুৰীয়া, বিনন্দীয়া চৰাই বাস কৰি মিঠা গীত গাই পৃথিৱীত ৰূপত ৰহণ চৰাইছে। জগতপতি শ্ৰীকৃষ্ণই বনে বনে বনমালা পিন্ধি বনমা'লী নাম লৈ কদম গছত উঠি বাঁহৰ বাঁহী বজাইছিল। সাঁচি গছৰ বাকলিৰ সাঁচি পাতত মহা পুৰুষদ্বয়ে অমূল্য শাস্ত্ৰ সমূহ লিপিবদ্ধ কৰিছিল। গছ বনে মানৱ জীৱনৰ ওপৰত গভীৰ প্ৰভাৱ বিস্তাৰ কৰি আছে। গছে এৰি দিয়া অক্‌চিজেন গ্ৰহণ কৰি মানুহ জীয়াই আছে। আনহাতে মানুহৰ নিশ্বাসত এৰি দিয়া কাৰ্বণ-ডাই-অক্‌চাইড শুহি লৈ মানৱ জাতিৰ মহান উপকাৰ সাধিছে। কিন্তু আজি মানুহৰ নিষ্ঠুৰতাত গছ বনবোৰ ধ্বংস হোৱাৰ উপক্ৰম হৈছে। গছ-বন নোহোৱা হ'লে পৃথিৱী উত্তপ্ত হ'ব। সূৰ্যৰ বেগুনীয়া ৰশ্মিৰ প্ৰভাৱত মানুহ নানা কঠিন ৰোগত আক্ৰান্ত হব। জলবায়ু পৰিৱৰ্তন হব। পাহাৰৰ ভূমিস্খলন হব। পৃথিৱীত মানুহ আৰু পশু-পক্ষী জীয়াই থকা অসম্ভৱ হৈ পৰিব। সেয়েহে সেউজীয়া বননি ধ্বংশ নকৰি পুনৰ ৰুই, সেইবোৰ সংৰক্ষণ কৰি এখন সেউজীয়া পৃথিৱী গঢ়াৰ বাবে ড০ ভূপেন হাজৰিকাদেৱে আহ্বান জনাইছে। গীতটিত 'সেউজীয়া বননিৰ বন ব'ৰাগী' কথাৰে গায়ক গীতিকাৰে 'সেউজী দেশ অসম আৰু নিজক' ৰিজাই শান্ত সেউজীয়া প্ৰকৃতিৰ পূৰ্বৰ অসমখন পুনৰ ঘূৰাই পাবলৈ কামনা কৰিছে।

সেউজীয়া বননিৰ বন ব'ৰাগী
বনে বনে ফুৰিছিলোঁ
বন ঘোষা গাই।
বগাকৈ বগলীয়ে
বগা বগা পাখিৰে
বিচিছিল বগা বগা চোঁৱৰ বুলাই।
বনে বনে ফুৰিছিলো বন ঘোষা গাই।

গৈছিলোঁ বনৰীয়া
বাটে বীণ বাই
বস্ত্ৰৰ বনগুটি গুচাই গুচাই
বনমালা পিন্ধি
বনমালী ৰূপ লৈ
উঠিছিলোঁ কদমত বংশী বজাই। বনে বনে ..........

আজি মুকলি বতাহৰ
আহ-যাহ নাই
বননিত বন নাই নাই চৰাই
সাঁচিপতীয়া বন বিনন্দিয়া
পঁজাৰ কাষতে আজি দিবানে সজাই
আকৌ ফুৰিম মই বন ঘোষা গাই।

গুৱাহাটী ঃ ১৯৮৪ চন।

# অ’ ভাৰতৰে পঁজা ঘৰত

‘গোটেই জীৱন বিচাৰিলেও অনেক দিৱস ৰাতি, অসম দেশৰ দৰে নেপাওঁ ইমান ৰসাল মাটি’ আৰু ‘জন্ম ললোঁ ইয়াতেই ইয়াতেই মৰোঁ’ গীতটি ড০ ভূপেন হাজৰিকাদেৱৰ স্বদেশ প্ৰেমৰ জ্বলন্ত উদাহৰণ। সেই একেই সুৰ বহল অৰ্থত প্ৰতিধ্বনিত হৈছে এই গীতটিত । অসম ভূমিত জন্ম গ্ৰহণ কৰা শিল্পী জনাৰ উত্তৰ পূৰ্বাঞ্চলেই কৰ্মস্থলী আৰু বিচৰণ স্থলী আছিল । সময়ৰ আহ্বানত সেই ক্ষেত্ৰখন সম্প্ৰসাৰিত হ’ল । বিশ্বৰ দিহিঙে দিপাঙে ঘূৰি পাকি ফুৰা শিল্পীজন কিছুকাল কলিকতাত স্থায়ী ভাবে আছিল । সম্প্ৰতি মুম্বাইত কৰ্মক্ষেত্ৰ হোৱা হেতুকে তেওঁ মুম্বাইতে আছে । কিন্তু তেওঁ য’তেই নাথাকক তেওঁৰ প্ৰাণটো অসমতে থকা বুলিহে কয়। অসম ৰাষ্ট্ৰ নহয়; ভাৰতৰ অঙ্গ ৰাজ্যহে । আমি ভাৰত ৰাষ্ট্ৰৰ মানুহ । দেশৰ উন্নতি, সুখ-শান্তি, প্ৰগতিয়ে জনতাৰ মনত আনন্দ দিয়ে । দেশৰ নাগৰিক হিচাবে সেই আনন্দ, সেই সুখত শিল্পী সকলো সুখী হয় । সেয়েহে গায়ক গীতিকাৰ ড০ ভূপেন হাজৰিকাদেৱে এই গীতটিৰে সমগ্ৰ ভাৰতবৰ্ষতে সুখৰ বাঁহী বাজি উঠাৰ কামনা কৰিছে।

অ’ ভাৰতৰে পঁজা ঘৰত
নৈৰ পাৰত
সোণ পথাৰত
বাজক সুখৰ বাঁহী
বাজক সুখৰ বাঁহী ।

পঞ্চনদী গোদাবৰী
মহানদী আৰু কাবেৰীৰ
সোঁতত উঠক ভাঁহি
পৃথিৱী ঘূৰি
বহু ফুৰি,
এই ভাৰতৰ চৰণ চুমিম
জনম জনম আহি ।

দূৰৈৰ আজান
বাউলৰ গান
মিঠা কলতান
মৃদু তাল মান
বাজক আকাশ ছানি,
কঁহুৱা বনৰ
কোমল মনৰ
লুইতপাৰৰে বগলীৰে
বগা পাখিত লাগি ।

বোলছবি ঃ মা, ১৯৮৬

# অ' মোৰ ধৰিত্ৰী আই

'ধৰিত্ৰী'য়েই হ'ল পৃথিৱী, মাটি। মাটি হ'ল মাতৃ। মাতৃয়ে সন্তানক নিজ গৰ্ভত ধাৰণ কৰি, জনম দি, বুকুৰ আহাৰ খুৱাই, বুকুৰ মৰমেৰে ডাঙৰ দীঘল কৰে। ঠিক তেনেদৰে মাটিয়েও ধৰাতলৰ সকলো ভাৰ অনায়াসে বহন কৰি, অশেষ কষ্ট সহি নিজৰ দেহত উৎপাদিত খাদ্য খুৱাই জীৱ জগতক জীয়াই ৰাখিছে। কৃষি কাৰ্যৰ মূল উপাদান হ'ল মাটি। সেয়েহে কৃষক আৰু মাটিৰ মাজত আছে আত্মিক সম্পৰ্ক। আমাৰ দেশৰ কৃষক সকল দুখীয়া। তেওঁলোকে আওপুৰণি কৃষি পদ্ধতিৰে মূৰৰ ঘাম মাটিত পেলাই খেতি কৰে। তাকো ঋণৰ সূদৰ বাবদ ধান মুঠি মহাজনে কাঢ়ি নিয়ে। কেতিয়াবা আকৌ সূত দিব নোৱাৰাত চতুৰ মহাজনে মাটিডৰাকে কাঢ়ি লয়। তেতিয়া অসহায় কৃষকে কপালত চপৰিয়ায় কান্দে। বুকুৰ আপোন মাটিডোখৰকে পৰি পৰি সেৱা কৰে তেওঁক নেৰিবলৈ। কাৰণ, মাটিত গজা সোণ মুঠিৰে কৃষক পৰিয়াল জীয়াই থাকে। সেয়েহে কৃষকৰ বাবে মাটিডৰা মাতৃ, লক্ষ্মী, উপাস্য দেৱী। মাটিহীনজন মাউৰা সন্তানৰ দৰে; অনাথ, অসহায়। গীতটিত 'মই হ'লো মাউৰা ল'ৰা মোৰ আই নাই' কথাৰে গায়ক, গীতিকাৰে নিজৰো মাতৃহীনতাৰ কথা মনত পৰি আবেগিক হৈ এটি মাউৰা সন্তানৰ মনৰ ব্যথা প্ৰকাশ কৰিছে। সেয়ে সন্তান আৰু মাতৃ স্বৰূপ কৃষক আৰু মাটিৰ মাজত যাতে তৃতীয় শক্তি অন্তৰায় হৈ কৃষকৰ দুখৰ কাৰণ হ'ব নোৱাৰে তাৰেই কামনাৰে এই গীতটি ৰচা আৰু গোৱা হৈছে।

অ' মোৰ ধৰিত্ৰী আই
চৰণতে দিবা ঠাই
খেতিয়কৰ নিস্তাৰ নাই
মাটি বিনে অসহায়
দয়া কৰা দয়াশীলা আই।

ৰ'দ বৰষুণ কাতি কৰি
ঘাম পেলাই চহ কৰি
তোমাৰ বুকুত সোণ চপাও
আনে নিয়ে কাঢ়ি
ধৰিত্ৰী আই মোৰ, আমাক তুমি নেৰিবা
তোমাৰ চৰণ বিনে আই আমি নিৰুপায়।

মাটিকে সাৰটি ধৰি, মাটিকে সাৰথি কৰি
মাটিৰ বুকুত সোণ চালো জিৰণি পাহৰি।
মই হ'লোঁ মাউৰা ল'ৰা
মোৰ আই নাই
কাৰৌ কৰোঁ ধৰিত্ৰী মোৰ
তুমি হ'বা আই।

মাটি আৰু খেতিয়কৰ
সমন্ধ আছে যুগ যুগৰ
কৃষক মাটিৰ মিলনত
দিয়ে অন্তৰায়।

ৰচনা : ১৯৮৬, বোলছবি : প্ৰতিশোধ

# আকাশ বিশাল সাগৰ বিশাল

আকাশ বিশাল, সাগৰ বিশাল– তাতোকৈ বিশাল মাতৃ হৃদয় । অকল মানুহৰেই নহয় পশু-পক্ষীৰো মাতৃৰ স্নেহ মায়া চিৰ মধুময় । ধনীয়েই হওক বা দুখীয়াই হওক মাতৃৰ মায়া-মমতা একেই । মাথো ভিন ভিন ৰূপে নিস্বাৰ্থ ভাবে মৰম-স্নেহ যাচে । প্ৰত্যেক নাৰীয়ে মাতৃ হ'বলৈ বাঞ্ছা কৰে । মাতৃত্ব নাৰীৰ অমূল্য সম্পদ। নিঃসন্তান নাৰীৰ জীৱন অপূৰ্ণ হৈ ৰয় । পৃথিৱীৰ সমস্ত বিলাস-বৈভৱ, সুখ-আন্দত মজি থাকিলেও এক ধৰণৰ দুখবোধে তেওঁৰ মনলৈ অশান্তি বোৱায় । আকৌ কোনো দৰিদ্ৰ মাতৃয়ে সন্তানক ভালদৰে খুৱাব পিন্ধাব নোৱাৰে; মনৰ বেজাৰতে তেওঁ গোপনে চকুলো সৰায় । সংকটৰ বেলা নিজৰ জীৱনৰ সংশয়কো নেওচি মাতৃয়ে সন্তানক ৰক্ষা কৰে । দুখীয়া মাতৃয়ে খুজি মাগি আনি হ'লেও, নিজে নেখাইও সন্তানক খুৱায় । তাতেই মাতৃৰ আনন্দ । কথাতে কয় বোলে— মাতৃ অবিহনে ভোজনৰ ছাৰখাৰ ! সেয়ে মাউৰা সন্তানে ওৰে জীৱন চকুলো টোকে । বহুতে বিকল্প মাতৃ পাতি লয় এধানি মৰম স্নেহৰ জোনাকত জুৰ লোৱাৰ আশাত। মাতৃয়ে সন্তানৰ বাবে যিমান খিনি কৰে তাৰ বিকল্প নাই । কিন্তু কিছুমান অকৃতজ্ঞ সন্তানে ডাঙৰ হোৱাৰ পিছত মাতৃ গৰাকীয়ে তেওঁৰ বাবে কৰা দুখ কষ্ট, ত্যাগ সকলো পাহৰি যায় বা ফু মাৰি উৰুৱাই দিয়ে। মাতৃয়ে সন্তানক জন্ম দি, লালন-পালন কৰি, নিজৰ ভাগৰ খুৱাই ওৰেটো জীৱন সন্তানৰ বাবে নিজকে ত্যাগ কৰে । যি সন্তানে মাতৃৰ ত্যাগৰ স্বীকৃতি নিদিয়ে তেনে সন্তানে জীৱন মৰুত শান্তি সিন্ধু হেৰুৱায় ।

আকাশ বিশাল সাগৰ বিশাল
তাতোকৈ বিশাল মাতৃ হৃদয়
পশু-পক্ষী বা নৰ নাৰীৰ
মাতৃৰ স্নেহ মায়া চিৰ মধুময় ।

মাতৃৰ প্ৰতি ধনী দুখীয়াৰ
মায়া মমতা একেটাই
মাথোন ভিন্ন ৰূপে স্নেহ প্ৰকাশে
হৈ নিঃস্বাৰ্থ সদায় ।

মাতৃ যদি সন্তানহীনা হয়
জীৱন পূৰ্ণ নহয়
ধৰাৰ স্বৰ্ণ হীৰা মণি মৰকত
মাটিৰ চপৰাহে হয় ।

কোনো সন্তানৰ দৰিদ্ৰ মাতৃয়ে
গোপনে চকুলো সৰায়;
ৰক্ষা কৰাৰ সংগ্ৰামত
কলিজাৰো শোণিত বোৱায় ।

যি মাতৃয়ে আপোন সন্তানৰ
কিছু স্বীকৃতি নেপায়
তেনে সন্তানে জীৱন মৰুত
শান্তি সিন্ধু হেৰুৱায় ।

বোলছবি ঃ মা, ১৯৮৬

# আমাৰে মইনা শুইছে

শিশুটি হ'ল মাতৃৰ সপোন। শিশুটিক শুৱাই থবলৈ মাতৃয়ে নিচুকনি গীত গায়। আচলতে গীতটো আছিল— 'আমাৰে মইনা শুব এ, বাৰীতে বগৰী ৰূব এ, বাৰীৰে বগৰী পকি সৰিব, আমাৰে মইনাই বুটলি খাব।' গীতটোত মাতৃৰ আশা আকাঙ্ক্ষা, সপোনৰ ৰেঙনি দেখা যায়। কিন্তু আলোচ্য এই গীতটোৰ কথা ভাগ আওপকীয়া। বাৰীৰে বগৰী পকি সৰা নাই, তৰু তৃণ ধুমুহাই ভাঙিছে। গীতটোত মানৱ জীৱনৰ সংঘাত, টৌ-ধুমুহা, চাকনৈয়াত সপোনৰ কাৰেং বিধ্বস্ত হোৱাৰ উমান পোৱা যায়। পোনাটিক বুকুৰ মাজতলৈ মাতৃগৰাকী কল্পনাৰ পক্ষীঘোঁৰাত উঠি উৰি যায় দূৰ দিগন্তলৈ। জীৱনৰ ধুমুহাত থৰ থৰ কঁপা মাতৃয়ে সচকিত হয় — কিজানিবা বুকুৰ পোনাটিৰ কিবা অনৰ্থ হয়। কাৰণ শিশুটিয়েই মাতৃৰ সকলো। শিশুটিক বুকুৰ মাজত সাৱটিলে মাতৃয়ে বিচাৰি পায় জীৱনৰ অৰ্থ, — জীয়াই থকাৰ হেপাহ হয়। কেও কিছু নোহোৱা এগৰাকী মাতৃয়েও শিশুটিক কোঁচতলৈ জীৱন বাটত বাট বুলিবলৈ সাহস পায়; অনায়াসে জীৱনৰ খলা-বমা কাইটিয়া পথেৰে খোজ কাঢ়ি যাব পাৰে। মাতৃয়ে সন্তানৰ জৰিয়তে নিজৰ অপূৰ্ণ বাসনা, আশা আকাঙ্ক্ষা পূৰ্ণ কৰাৰ সপোন দেখে। সেয়ে শিশুটি মাতৃৰ বাবে ধন, সোণ, জোন, হীৰা, মণি, মুকুতা, ঐশ্বৰ্য্য, সম্পদ সকলো। সেয়ে, অজান আশংকাত মাতৃৰ বুকু কঁপি উঠে— শিশুটিৰ কিবা অপায়- অমঙ্গল, অনৰ্থ হয় বুলি। এই গীতটোত এজনী দুখুনী মাতৃয়ে ভগবানৰ চৰণত কাকুতি কৰিছে— তেওঁৰ বাবে শিশুটিয়েই সকলো। গতিকে শিশুটিক তেওঁলৈ দান কৰি ভগবানে যি ফেৰা কৰুণা কৰিলে প্ৰকাশৰ ভাষা নাই— ভগবানে তাক যেন চকুৰ আগৰ পৰা কাঢ়ি নিনিয়ে।

অকল মাতৃৰ ক্ষেত্ৰতে নহয় — কেতিয়াবা অভাগীয়া পিতৃৰ ক্ষেত্ৰতো এনেকুৱা হোৱা দেখা যায়।

আমাৰে মইনা শুইছে
বাৰীতে বগৰী ৰুইছে
বাৰীৰে বগৰী পকি সৰা নাই
তৰু তৃণ ধুমুহাই ভাঙিছে।

নেলাগে মোক সোণৰ চপৰা
লুভীয়াই নিব তাক হৰি
দুখীয়াক যি ফেৰা কৰিলা কৰুণা
তাকে যেন নিনিয়া কাঢ়ি।

বোলছবি : মা, ১৯৮৬ চন

# কঁহুৱা কোমল উশাহ মোৰ

এই গীতটিত অনুভূত হয় হিয়া মন ৰোমাঞ্চিত কৰা প্ৰেমৰ কোমল মিঠা অনুভূতি ।প্ৰেমে দুটি মানুহক সংযোগ কৰে; দুটি মন এটি হয় ।প্ৰেমে পূৰ্ণতা পাবলৈ আজীৱন দুয়ো এক হ'বলৈ হলে মিলন আৱশ্যম্ভাৱী ।কিন্তু প্ৰেমৰ বাটটো কাইটীয়া ।সেয়ে গীতটিত মিলনৰ কিছু নিৰাশা আৰু কিছু আশাৰ ৰেঙণি দেখা যায় ।

কঁহুৱা কোমল উশাহ মোৰ
বন্ধ হ'ব খুজিছে,
বন্ধ আকাশ গলি গলিহে
বন্দিনী ৰূপে আহিছে ।

উশাহ কিহৰ
মিঠা মৰমৰ
আকাশ কিহৰ
মিঠা প্ৰণয়ৰ
বাখ্যা কৰাৰ চেষ্টা মিঠা
পিছে এটি প্ৰাণৰ দুটি প্ৰণয়ৰ
সংগম আৰু মিঠা
উন্মুক্ত আকাশ গলি গলি যেন
আলিঙ্গন হৈ পৰিছে

যুগ যুগান্তৰ মিলন বাসনাই
মিঠা আমনি কৰিছে
কিছু আশা কিছু নিৰাশা
প্ৰকাশ বিহীন হৈ পৰিছে ।

কলিকতা ঃ ১৯৮৬ চন ।

# জন্মদিন জন্মদিন শুভ জন্মদিন

প্ৰথম চকু মেলিয়েই মানুহে যি দিনটোত পৃথিৱীৰ পোহৰ দেখিবলৈ পায় সেই দিনটো নিতান্তই পবিত্ৰ দিন। সেয়ে মহৎলোক সকলৰ জন্মদিন পৃথিৱীয়ে পালন কৰে। পিতৃ-মাতৃয়ে দেৱ শিশু সদৃশ এটি শিশুক এই দিনটোত লাভ কৰে। ভগবানে আশীষ স্বৰূপে তেওঁলোকৰ মাজলৈ এটি শিশু পঠিয়াই দিয়া বাবে কৃতজ্ঞতাৰে তেওঁক সুঁৱৰি আৰু ধন্যবাদ জনাই চৰণত একাঞ্জলি পুষ্পাঞ্জলী অৰ্পণ কৰি প্ৰাৰ্থনা কৰে তেওঁলোকৰ সন্তানটিৰ কুশল মঙ্গল কামনা কৰি। আশাৰ কলি শিশুটি ডাঙৰ হৈ পঢ়া শুনা কৰি ডাঙৰ মানুহহৈ যাতে পিতৃ-মাতৃ তথা বংশৰ নাম উজ্বল কৰি দেশৰ আৰু দহৰ উপকাৰ সাধিব পাৰে সেই কামনাৰে ভগৱানৰ আশীষ বিচাৰে। জন্মদিনত উপস্থিত থকা অভ্যাগত সকলেও এই আশীষকে বৰ্ষণ কৰে। অসমীয়া সমাজত সাধাৰণতে থাপনাত ধূপ চাকি জ্বলাই শৰাই এখন আগবঢ়াই নাম কীৰ্ত্তন কৰি জন্ম উৎসৱ পালন কৰা হয়। আজি কালি চহৰ নগৰত এই পবিত্ৰ দিনটোত বঙলুৱা প্ৰভাৱ পৰিছে আৰু সেই প্ৰভাৱ গাওঁ অঞ্চললৈকে বিয়পি পৰিছে। ৰং চঙীয়া বেলুনেৰে সজ্জিত কোঠাত জ্বলোৱা মম ফুৰাই, কেক কাটি 'Happy Birth Day' শুভেচ্ছা ধ্বনিৰে হাত চাপৰি মাৰি এই উৎসৱ পালন কৰা দেখা যায়। শিশুৱে এই উৎসৱটিত যথেষ্ট উৎফুল্লিত হয়। শিশুসকল স্বাভাবিকতে আত্মকেন্দ্ৰিক, সেয়ে নিজৰ জন্মদিনত অতি আনন্দিত হয়। উৎসৱৰ আনন্দই মানুহৰ জীৱনী শক্তি বঢ়ায়। উৎসৱে ঐক্য সম্প্ৰীতি অটুট ৰাখে। কিন্তু উৎসৱে যাতে সমাজত কুপ্ৰভাৱ নেপেলায় তাৰ প্ৰতিও দৃষ্টি ৰাখিব লাগে। জন্মদিনৰ উপহাৰ হ'ব লাগে শুভাশীষ। কিন্তু আজিকালি জন্মোৎসৱ উপহাৰ প্ৰধান হোৱা দেখা যায়। শিশুটিয়েও আঙুলিৰ মূৰত দিন গণি বাট চাই থাকে জন্মদিনটো অহালৈ . কেতিয়াবা এনেও দেখা যায় সামৰ্থহীন পিতৃ-মাতৃয়ে মাহ প্ৰসাদ এমুঠি আগবঢ়াই ভগৱানৰ চৰণত প্ৰাৰ্থনা কৰে, শিশুটিয়ে মনে মনে বন্ধু বান্ধৱক নিমন্ত্ৰণ জনাই থৈ আহে। তেতিয়া পিতৃ মাতৃ যথেষ্ট অসুবিধাত পৰে। কেতিয়াবা এনে দৃশ্যও দেখা যায় নিমন্ত্ৰিত সকল অহালৈ চাই শিশুটি দুৱাৰ মুখতে ৰৈ থাকে আৰু কি উপহাৰ আনিছে এক প্ৰকাৰ হাতৰ পৰাই থাপ মাৰি লৈ যায়। আকৌ কোনো শিশুৱে তেওঁক দিয়া উপহাৰটো পছন্দ নহলে দাতাৰ সমুখতে অৱহেলাৰে দলিয়াই দিয়ে। সৰু হ'লেও এয়া বেয়া অভ্যাস . এনে বদ অভ্যাসে শিশুৰ মনত বস্তুবাদী মন এটাৰ জন্ম দিয়ে যিটো সমাজৰ বাবে অত্যন্ত ক্ষতিকাৰক। সেয়ে অভিভাৱক সকলে সচেতনহৈ এনে বদ অভ্যাসক কলিতে বিনাশ কৰি শিশুটিক ভৱিষ্যতে এজন সৎ, উপযুক্ত নাগৰিক ৰূপে গঢ় দিয়াৰ চেষ্টাত ব্ৰতী হ'ব লাগে যিহেতু শৈশৱ কালটোৱেই জীৱনৰ বুনিয়াদ গঢ়াৰ উত্তম সময়।

জন্মদিন জন্মদিন শুভ জন্মদিন
প্ৰতিদিন হয় যেন ৰঙীন ৰঙীন

জোনে পঢ়া শুনা কৰি
উঠি ৰেল গাড়ীত
জোনে যাব
মানুহৰ উপকাৰ কৰি
পুতলায়ো নাচে আজি
তাক্ ধিনা ধিন্ ধিন

লহৰা লহৰি আঙুলি বুলায়
সময়ৰ বাঁহীটি সুৰ দি যায়
শুভ আশীষেৰে যেন বাঢ়ে প্ৰতিদিন
প্ৰতি ক্ষণ হয় যেন ৰঙীন ৰঙীন।

বোলছবি : মা, ১৯৮৬ চন।

# জয় জয় অসমীৰ নতুন পুৰুষ

১৯৭১ চনৰ ২৫ ডিচেম্বৰত পূৱ পাকিস্থানে 'বাংলা দেশ' নামেৰে এখন স্বাধীন ৰাষ্ট্ৰ ৰূপে স্বীকৃত হয়। সেইনতুন ৰাষ্ট্ৰখনৰ জন্ম ক্ষণত নথৈ আনন্দিত হৈ ৰাষ্ট্ৰখনক শুভেচ্ছা জনাই আৰু সন্মান প্ৰদৰ্শন কৰি আন্তঃৰাষ্ট্ৰীয় খ্যাতি সম্পন্ন শিল্পী ড° ভূপেন হাজৰিকাদেৱে 'জয় জয় নৱজাত বাংলাদেশ' গীতটি ৰচি বিশ্বত পৰিবেশন কৰিছিল। হেজাৰ শ্বহীদৰ তেজৰ বিনিময়ত ছবছৰীয়া 'অসমৰ বহিৰাগত বহিষ্কাৰ আন্দোলন'ৰ ১৯৮৫ চনৰ ১৪ আগষ্টৰ নিশা বাৰ বজাত অসম আন্দোলনৰ নেতৃবৃন্দই ঐতিহাসিক 'অসম চুক্তি'ত চহী কৰি এটা নতুন যুগৰ সূচনা কৰিলে। তেতিয়া সেই একে আনন্দ আৰু একে ভাবতে অসমীৰ নতুন পুৰুষৰ বিজয় গৌৰৱত উৎফুল্লিতহৈ ড° হাজৰিকাদেৱে এই গীতটি ৰচে। ড° হাজৰিকা সদায় নতুন পুৰুষৰ ওপৰত আশাবাদী। প্ৰতি নিয়ত অগণন উজ্জ্বল ডেকা সুপুৰুষ আৰু আশা ভৰা দৃষ্টিৰ গাভৰুৰ মুখ তেওঁৰ মানস পটত জিলিকি উঠে। ইতিমধ্যে অনাগত দিনৰ এই সমস্যাবোৰৰ বিষয়ে ষাঠিৰ দশকতে তেওঁ 'আমি অসমীয়া, নহওঁ দুখীয়া', 'বৰদৈচিলা নে সৰুদৈচিলা নে অসমৰ আকাশত বৰ বৰ চিলা' আদি কেবাটাও গীতেৰে অসমীয়াক সজাগ আৰু সচেতন কৰি দি কৈছিল যে 'আজিৰ অসমীয়াই সংগ্ৰাম নকৰিলে অসমতে ভগনীয়া হ'ব'। কাৰণ, পুৰণি পুৰুষে হাত সাৱটি বহুতো হেৰুৱালেওঁ বাকী থকাখিনিতো হেৰুৱাব নোৱাৰি! সেয়েহে নতুন পুৰুষে প্ৰয়োজন বোধে সংগ্ৰাম কৰি হাতে কামে নৱৰূপ দিব লাগিব। তাৰ বাবে তেওঁ নতুন মনৰ তৰুণ তৰুণী সকলক গীতেৰে উৎসাহ, উদ্দীপনা আৰু অনুপ্ৰেৰণা যোগাই আহিছে। বহু শ্ৰম, বহু তেজ, বহু শ্বহীদৰ বিনিময়ত ৰাজধানী দিল্লীত তেতিয়াৰ প্ৰধান মন্ত্ৰী ৰাজীৱ গান্ধীৰে সৈতে বহি ঐতিহাসিক 'অসম চুক্তি'ত চহী কৰে। এই চুক্তিত অসমবাসী আনন্দত আত্মহাৰা হ'ল; অসমখনেই উৎসৱত পৰিণত হ'ল। বহু প্ৰত্যাশাৰ অন্তত এটি ইতিবাচক সুৰে হাজৰিকাদেৱৰো হিয়াত তোলপাৰ লগালে। জয়ৰ আনন্দতে, অসমৰ নতুন পুৰুষক সম্ভাষণ জনাই তেওঁ এই গীতটো ৰচে। চুক্তিৰ পিছত আন্দোলনৰ নেতৃবৃন্দই নিৰ্বাচনত জয়ী হৈ ৰাজ্য শাসনৰ বাঘজৰী হাতত তুলি ল'লে। তেতিয়াও গীতেৰে তেওঁ ন-শাসক সকলক দিগ্‌দৰ্শন কৰালে -- যুগ যুগৰ বঞ্চনাৰ চকুলো মচি নানা জাতি, ধৰ্ম, ভাষাৰ বৈধ নাগৰিকৰ প্ৰতি সমভাবেৰে শোষণ বিহীন শাসনেৰে ৰাজ্যৰ আৰ্থ সামাজিক গাঁথনিটো সবল কৰিব লাগিব। কৰ্মই ধৰ্ম মন্ত্ৰেৰে ডেকা শক্তিয়ে আগন্তুক একবিংশ শতিকাক প্ৰগতিৰ পথেৰে আগুৱাই নি শান্তি-সমন্বয়েৰে লুইতৰ পাৰ উজ্জ্বল কৰি শঙ্কৰ-আজান, জ্যোতি-বিষ্ণুৰ সপোনক দিঠকত ৰূপ দিব লাগিব।

দুখৰ বিষয়, আজি 'অসম চুক্তি'ৰ ছব্বিশ বছৰ পাৰ হ'ল 'অসম আন্দোলন'ৰ প্ৰথম আৰু প্ৰধান দাবী 'বিদেশী বহিষ্কাৰ'ৰ এজনো বিদেশী চিনাক্ত কৰণ বা বহিষ্কাৰ কৰা নহ'ল। বৰং প্ৰতিদিনে নতুন কৈ প্ৰব্ৰজন হৈয়েই আছে। শাসনৰ বাঘজৰী হাতত লৈ আন্দোলনকাৰী অগপ দলে আচল কথাত গা এৰা দিলে। বি, জে, পি, কংগ্ৰেছ দলেও ইফালে সিফালে বোকা ছটিয়াই কোনোমতে গাদীখন ৰক্ষা কৰিলে। বাকী দলবোৰেও ৰাজ্যৰ স্বাৰ্থতকৈ দলীয় স্বাৰ্থতে মত্ত হৈ আওকণীয়া মনোভাব লৈ আছে। আনকি আজি অত বছৰে সীমান্তৰ তাঁৰ কাঁটাৰ বেৰখনো সম্পূৰ্ণ নহ'ল। কেৱল মাথোঁ 'আছু'বৈহে সৰৱ হৈ ৰণশিঙা বজাই আছে। কিন্তু ৰাইজ ছাত্ৰ সন্থাৰ মততে একমত হৈ আছে। অনিশ্চিত অসমৰ ভবিষ্যতক লৈ সচেতন নাগৰিকৰ চিন্তনীয় বিষয় হৈ পৰিছে।

জয় জয় অসমীৰ নতুন পুৰুষ
জয় জয় শ্বহীদ বাহিনী
পঁচাশীত লিখিলা ত্যাগেৰে তোমাৰ
মুক্তিৰ কাহিনী।
মহাভাৰতৰ মহা অঙ্গ

অসমী আই আমাৰ
কত সন্তানৰ শোণিত ঢালে
নোপোৱা তুলনা তুমি তাৰ ।

বহ্নিমান এই ব্ৰহ্মপুত্ৰ
নৈ উপনৈ আৰু
পাহাৰ ভৈয়ামৰ মচালাঁ চকুপানী
পঁচাশীত লিখিলাঁ সাহেৰে তোমাৰ
মুক্তিৰ কাহিনী ।

জাতি-ধৰ্ম-ভাষা নিৰ্বিশেষে
বৈধ শত নাগৰিক
শোষণ বিহীন মহামন্ত্ৰে ৰচা
আঁচনি আৰ্থ-সামাজিক ।

জনগণে একতাৰে পাতে সভাসদ
ৰাজ সভাত বিৰাজিলে ছাত্ৰ পৰিষদ !
উচ্চাৰি উদাৰ বাণী
পঁচাসীত লিখিলাঁ সাহেৰে তোমাৰ
মুক্তিৰ কাহিনী ।

সংকীৰ্ণতাৰ বিপৰীতে
জীৱন বুৰঞ্জী পঢ়া
শঙ্কৰ-আজান, জ্যোতি-বিষ্ণুৰ
সপোন দিঠক কৰা

শতাব্দী একবিংশ আহে
প্ৰগতিক তীব্ৰ কৰাঁ
'কৰ্মই ধৰ্ম' কৰি হুঙ্কাৰ
লুইত পাৰ পোহৰ কৰাঁ ।

অসমী আইক মোৰ
সজাই তোলাঁ
কৰি শান্তি সমন্বয়া বাণী
পঁচাশীত লিখিলাঁ তেজেৰে তোমাৰ
মুক্তিৰ কাহিনী ।

ৰচনা: ১৯৮৬

# নিশাৰ এন্ধাৰ পোহৰালে কোনে

দিন আৰু ৰাতি -- দুই বিপৰীত সত্য যদিও ইটোৰ অবিহনে সিটো অপৰিপূৰ্ণ । দিনৰ ভাগৰুৱা দেহাটো নিশাই আলফুলে নিজৰ নিজৰ কোলাত সাৱটি লৈ পিছৰ দিনৰ কাৰণে কৰ্মক্ষম কৰি তোলে; আয়ুস বঢ়ায়। নিশাটো জীৱ জগতৰ প্ৰয়োজনীয় যদিও নিশাৰ এন্ধাৰবোৰ কাৰো বাবেই কাম্য নহয় কেৱল নিশাচৰ প্ৰাণী, চোৰ- ডকাইত আৰু দুস্কৃতিকাৰীৰ বাহিৰে। হয়তো প্ৰকৃতিদেৱীয়েও নিবিচাৰে পৃথিৱীখন নিশা এন্ধাৰ কৰি ৰখাটো। সেয়েহে, সূৰ্যৰ প্ৰত্যাবৰ্তনৰ পিছতেই আকাশৰ এচুকত জোনটোৱে মিচিকি হাঁহি মাৰে আৰু ৰূপালী মিঠা জোনালীৰে ধৰাখন ময়াময় কৰি তোলে ।

সৃষ্টিৰ আধাৰ নাৰী। সেয়েহে, নাৰীক প্ৰকৃতি বুলিও কোৱা হয়। সন্তান জন্মদান নাৰীৰ প্ৰকৃতিজ ক্ষমতা। ই নাৰী জীৱনৰ সাৰ্থকতা তথা সফলতা । যি নাৰীৰ কোলালৈ শিশু নাহে তেওঁলোকৰ জীৱন নিশাৰ এন্ধাৰৰ দৰে দুখেৰে আচ্ছন্ন। কিন্তু কেতিয়াবা এনেও হয়, পতি বা পত্নীৰ শাৰীৰিক ত্ৰুটি বিচ্যুতি বা অইন কোনো কাৰণতে প্ৰজনন ক্ষমতাহীন হোৱা এনে দুৰ্ভগীয়া নাৰীয়েও চিকিৎসাৰ বলত বা অইন কোনো কাৰণতে সন্তান সম্ভৱা হয় আৰু এটি দেৱশিশু যেন সন্তানে তেওঁৰ কোলা পূৰ কৰে । তেতিয়া পূৰ্ণিমাৰ জোনাকৰ জ্যোতিয়ে জগতখন জিলিকাই তোলাৰ দৰে সেই পিতৃ-মাতৃৰ জীৱন জ্যোতিস্মান হৈ পৰে । পাৰাপাৰ হীন সুখ আৰু আনন্দৰে উপচি পৰে তেওঁলোকৰ জীৱন। অৱশ্যে, সন্তান জন্ম নিদিয়াকৈও তোলনীয় সন্তান লৈও অনেক নাৰীয়েও মাতৃ হোৱা দেখা যায় আৰু সেই সন্তানটিক পাই তেওঁলোকেও একেই সুখানুভূতি আৰু আনন্দ মন্থন কৰে। কৃষ্ণ-যশোদাই ইয়াৰ নিদৰ্শন। তাৰোপৰি, আজি বিজ্ঞানে প্ৰগতিৰ চূড়াত আৰোহন কৰাৰ কালত প্ৰজনন ক্ষমতা হীন পিতৃ মাতৃয়েও টেষ্ট টিউবৰ সহায়ত আনৰ গৰ্ভ ভাৰালৈ লৈও পিতৃ মাতৃ হোৱা দেখা যায়। সন্তান লাভৰ যি বিমল আনন্দৰ জ্যোতি তাৰ দ্বাৰা তেওঁলোকেও জ্যোতিস্মান হয়।

নিশাৰ এন্ধাৰ পোহৰালে কোনে
দূৰ আকাশৰ ৰূপালী জোনে
উদং কোলা মোৰ পূৰালেহি কোনে
দূৰ আকাশৰ মৰমী জোনে ।

অপূৰ্ণ মোৰ বাঞ্ছাবোৰ
জ্যোতিৰে ভৰি গ'ল
মোৰ হাঁহাকাৰ বুজিবনো কোনে ?
দূৰ আকাশৰ মৰমী জোনে ।

বোলছবি : মা, ১৯৮৬ চন

# ভাবিছিলাঁ তুমি

জীৱন এটা সাগৰ — অৰ্থ ভঙা টান । মানুহে হাঁহিব খুজিও হাঁহিব নোৱাৰে; হাঁহিৰ আঁচলতে থাকে কান্দোন । মানুহে হাত মেলিলেই বিচৰাটো নেপায় । কেতিয়াবা পোৱা-নোপোৱাৰ দোমোজাত পৰি ৰয় । কেতিয়াবা পাইও হেৰুৱায় । তেতিয়া দুখ - শোকত ভাঙি পৰি, ইনাই - বিনাই কান্দি - কাতি থাকি বা মানসিক ভাৰ সাম্য বজাই ৰাখিব নোৱাৰি আত্মহননৰ পথ ৰচা অনুচিত । সেই স্মৃতি গোপনে বুকুৰ মাজত সাঁচি ৰাখিব লাগে। স্মৃতি ৰোমন্থনে ক্ষন্তেকৰ বাবে হ'লেও অতীতক ঘূৰাই দিয়ে আৰু সেমেকা দুচকুত অশ্ৰুমণি বিৰিঙি উঠে । অপ্ৰত্যাশিত ভাৱে বুকুলৈ বেদনা আহে । বেদনাৰ জোৱাৰে মান অভিমান ভাঙি ছিঙি উটুৱাই নিয়ে । সেয়ে অভিমানখিনিৰ প্ৰকাশ নঘটাই অভিনয়েৰে লুকুৱাই থব লাগে । কিছুমান ঘটনা হঠাতে ঘটি যায় যাক নেমানো বুলিও নমনাকৈ থাকিব নোৱাৰি । আমি নিৰুপায় হওঁ । প্ৰতিদিনে কত ঘটনা ঘটে যিহত আমি আহত হওঁ । কিন্তু সময়ৰ এটা মহৎ গুণ আছে । সময়ে আঘাতৰ ঘাঁ শুকুৱায় । মাথোঁ ধৈৰ্য্য আৰু সংযমৰ প্ৰয়োজন। এই গীতটি শিল্পী ড° ভূপেন হাজৰিকাদেৱৰ গভীৰ জীৱনবোধ ।

ভাবিছিলাঁ তুমি হাত মেলিলেই
বিশাল আকাশ পাবা;
হয়তো তুমি পোৱা নোপোৱাৰ
দোমোজাত পৰি ৰ'বা ।

পায়ো হেৰুৱাৰ অনুভূতি খিনি
কলিজাত সাঁচি থ'বা
সোঁৱৰণী মোৰ যিকণ পালা
তাকেই সাৱটি ল'বা ।
সেই সোঁৱৰণী বুকুতেই তুমি
গোপনে সাঁচি থ'বা ।

তৰু-তৃণে হাঁহি নাচিছিলে কত
সেউজ সাজেৰে সাজি
তৰু-তৃণে জানো সলাব বাগৰ
নগ্ন ডালেৰে আজি
শুকান নদীৰ শুনি হাহাকাৰ
ডাবৰে উঠিব গাজি
সেমেকা চকুত অশ্ৰু নমাব
অতীতৰ সুৰ বাজি ।
সেই সুৰ ধ্বনি, মৌনতাৰেই
বুকুতেই সাঁচি থ'বা ।

জীৱন এটি সাগৰ মাথোঁ
অৰ্থ ভঙাহে টান
হাঁহিব খুজিলেই কিহবাই যেন
ত্ৰাসতে কঁপায় প্ৰাণ ।

কতনো অ-প্ৰত্যাশিত
বেদনাৰ আহে বান
বানৰ জোৱাৰে ছিণ্ডি-ভাঙি নিয়ে
যত মান অভি মান
অভিমানখিনি অভিনয়েৰেই
লুকুৱাই তুমি থ'বা ।

মানা নে নেমানা কিছু কথা যেন
হঠাতেই ঘটি যায়
নেমানো বুলিও নোৱাৰা থাকিব
তুমি যেন নিৰুপায়
প্ৰতিদিনে কত ঘটনা ঘটে
অচিন আঘাত পায় ।

সময়ৰ এটি গুণ আছে
ই আঘাত শুকুৱায়
ধৈৰ্য্যখিনি নিৰ্ভিক ভাবেই
বুকুতে পুহি থ'বা ।

ৰচনা : কলিকতা, ১৯৮৬ চন ।

# ময়ূৰী ময়ূৰী

নৱ ৰসৰ ভিতৰত আদি ৰস বা প্ৰেমেই শ্ৰেষ্ঠ — যি হিয়াই হিয়াই বৈ আছে । প্ৰেমৰ বাটটো পিছল। উন্মত্ত প্ৰেমে ভৰি পিছলায় । সেয়ে আগলৈ পিছলৈ চাই ভাবি-গুণি সংযত ভাৱে প্ৰেমৰ বাটত খোজ দিব লাগে। প্ৰেমৰ মিঠা অনুভূতিৰে ভৰা অথচ উপদেশ মূলক এই গীতটি এটি সুন্দৰ গীত ।

নায়ক ঃ ময়ূৰী, ময়ূৰী
নায়িকা ঃ সুদৰ্শন, সুদৰ্শন
নায়ক ঃ মন ময়ূৰী
তুমি যেন মোৰ বন ময়ূৰী
তুমি যেন মোৰ মন ময়ূৰী
মই আলফুল ডাৱৰ
তুমি যেন চঞ্চলা বনৰ নিজৰা
পৰশিছা মোৰ প্ৰেমৰ সাগৰ ।
নায়িকা ঃ সুদৰ্শন, সুদৰ্শন
কাবৌ কৰোঁ, হাতজোৰ কৰি,
উন্মত্ত প্ৰেমেৰে মন নিনিবা হৰি
ভয় লাগে কেতিয়াবা কাহানিৰ ভুলে
যদি আছে সগোপনে পিছলা ভৰি
মই বাট হেৰুওৱা এক মন ময়ূৰী ।
নায়ক ঃ ময়ূৰী, ময়ূৰী
কত জনম ঘূৰি খাই হাবাথুৰি
তোমাকেই যেন ফুৰিছোঁ বিচাৰি
এই পূণ্য ক্ষণত দিছাহি ধৰা
মোক শূন্য শূন্য মন পূৰ্ণ কৰি
মই বিচাৰি ফুৰা মোৰ মন ময়ূৰী ।
নায়িকা ঃ কিযে কৰোঁ, কি যে নকৰোঁ
আগবাঢোঁ নে নাবাঢোঁ;
শঙ্কা নে কিবা লাজ
প্ৰভাততে হয় কি সাজ ।
নায়িকা ঃ কথা — অনুকম্পা নে প্ৰশ্ৰয়
নে সংশয়হীন আশ্ৰয় ?
তুমি বৰবাৰে জুই ৰূপ ধৰি
কম্পিতা ময়ূৰীক বলিয়া কৰি
হৰি নিলা মোৰ মন-প্ৰাণ,
সুদৰ্শন অ' সুদৰ্শন ।

নায়ক : ময়ূৰী, ময়ূৰী
নায়িকা : ৰিম্‌ঝিম ৰিম্‌ঝিম্ নাচিছে
প্ৰেমৰে বৰষা বৰষিছে –
নায়ক : ডাবৰে ডাবৰে আজি ডঙ্কা বাজে
মন ময়ূৰী হিয়াতেই ৰাজে ।
নায়ক : ময়ূৰী
নায়িকা : সুদৰ্শন
নায়ক : ময়ূৰী
নায়িকা : সুদৰ্শন
নায়ক : ময়ূৰী
নায়িকা : সুদৰ্শন

গুৱাহাটী : ১৯৮৬ চন ।

# মোক জঙ্গলী জঙ্গলী দুনিয়াই কয়

সংস্কৃত 'জংগল' শব্দৰ সমাৰ্থক হিন্দী শব্দ 'জংগল' আৰু সমাৰ্থক অসমীয়া শব্দ 'জঙ্ঘল' যাৰ অৰ্থ হ'ল— হাবি, অৰণ্য । জংঘলত বাস কৰা সকলক 'জঙ্ঘলী' বোলা হয় । এই গীতটিত 'জংগ্লী' শব্দ বিশেষ অৰ্থ প্ৰকাশক হিচাবে ব্যৱহৃত হৈছে । ভাৰত বৰ্ষৰ অন্য ঠাইত অসমক (উত্তৰ পূবক) 'জঙ্গল' আৰু ইয়াৰ অধিবাসীক 'জঙ্গলী' বুলি অৱহেলাৰ চকুৰে চায় । ইয়াৰ অনেক প্ৰমাণ আছে । ড° ভূপেন হাজৰিকাদেৱে বহু ক্ষেত্ৰত নিজেও এই কথাৰ প্ৰমাণ পাইছে । কিন্তু, অসম কোনটো দিশত পিছ পৰা ? হীন ? অসমীয়াৰ গাত কি এনে গুণ নাই যাৰ বাবে ভাৰতে 'জংগ্লী' বুলি হাঁহে ? ভাৰতৰ ৰাষ্ট্ৰীয় ভাষা হিন্দী বুলিয়েই ধৰা হৈছে (যদিও দাক্ষিণাত্যই মানি লোৱা নাই) । সেয়েহে, গীতটিত জংগ্লী, দুনিয়া, হাৱা আদি উপযুক্ত শব্দ ব্যৱহাৰ কৰি সেই শব্দ ব্যৱহাৰ কৰোতা সকলক এই গীতটিৰে প্ৰত্যুত্তৰ দিবলৈ প্ৰয়াস কৰা হৈছে ।

প্ৰকৃতিৰ ৰম্য ভূমি অসম । পৰ্বতে-পাহাৰে, হাবি-বননিয়ে, নৈ-বিলে, পশু-পক্ষী, তৰু-তৃণ-লতিকাই, ফুলে-ফলে, নাতিশীতোষ্ণ জলবায়ু, সুজলা, সুফলা, ভাষা সুৱদী সুৰীয়া, ৰূপে গুণে মনোহৰা । অসম প্ৰাকৃতিক সম্পদতো চহকী । মাৰ্জিত ব্যৱহাৰেৰে সুৰুচি সম্পন্ন, উদাৰ চিতিয়া, সৰল মনা, সুশীল অসমীয়া । অতীজৰে পৰা এই ভূ খণ্ড শিক্ষা-সংস্কৃতিত আগবঢ়া । ইয়াৰ প্ৰমাণ সাঁচি পতীয়া পুথিবোৰ, ধৰ্ম গ্ৰন্থ সমূহ আৰু আমাৰ মহাপুৰুষ সকল । সেয়েহে ইয়াৰ প্ৰাকৃতিক সৌন্দৰ্য, বাৰে ৰহণীয়া সংস্কৃতি, প্ৰাচুৰ্য আৰু গুণত মুগ্ধ হৈ অতীজৰে পৰা এই ঠাইলৈ যুগ যুগৰ পৰাই প্ৰব্ৰজন হৈ আহিছে আৰু আজিও অব্যাহত আছে । ইয়াক প্ৰতিহত কৰিবলৈ অসমীয়া তৰুণ তৰুণীয়ে যুগে যুগে প্ৰাণ দিছে । বুৰঞ্জীৰ পৃষ্ঠা লুটিয়ালে দেখা যায়, অতীজতে অসম ভাৰতৰ অন্তৰ্গত নাছিল । ইয়াণ্ডাবু সন্ধিয়েহে ভাৰতৰ সৈতে উত্তৰ-পূবক চামিল কৰে। ভাৰত স্বাধীন হোৱাত অসম (উত্তৰ পূৰ্বাঞ্চল) ভাৰত ৰাষ্ট্ৰৰ অন্তৰ্ভুক্ত হয় । কিন্তু ৰামায়ণ, মহাভাৰতৰ দিনৰে পৰাই পাকিস্থান, বাংলাদেশকে ধৰি এই উপমহাদেশখন সাংস্কৃতিক ঐক্যৰে এক আছিল । হিন্দু ধৰ্মৰ শ্ৰেষ্ঠ পুৰুষ শ্ৰীকৃষ্ণই কুণ্ডিল ৰাজকুমাৰী ৰুক্মিনীক বিয়া কৰাই প্ৰধান মহিষী পাতিছিল। তেওঁৰেই নাতি অনিৰুদ্ধ কৌৰৱৰ সতে শোণিতপুৰৰ বাণৰ জীয়াৰী উষাৰ বিয়া হৈছিল । এইখন বিয়াক কেন্দ্ৰ কৰিয়েই 'হৰিহৰৰ যুদ্ধ' হৈছিল । দ্বিতীয় পাণ্ডৱ ভীমে উত্তৰ পূবৰ হিড়িম্বাক বিয়া কৰাইছিল। তেওঁৰেই পুত্ৰ ঘটোৎকচ । তৃতীয় পাণ্ডৱ অৰ্জুণে মণিপুৰৰ চিত্ৰাঙ্গদাক বিয়া কৰাইছিল। তেওঁৰ পুত্ৰ হ'ল বভ্ৰুবাহন। কনৌজৰ ৰজা হৰ্ষবৰ্ধন আৰু কামৰূপৰ ৰজা কুমাৰ ভাস্কৰ বৰ্মাৰ মাজত প্ৰগাঢ় মিত্ৰতা আছিল। মোগল সম্ৰাট ঔৰংজেবৰ পুত্ৰ আজমতৰাই, আহোম ৰাজ কুঁৱৰী নাংচেন গাভৰু ওৰফে ৰমণী গাভৰুক বিয়া দিয়ে। বিদেশী পৰিব্ৰাজক হিউৱেন চাং, ফাহিয়ান আদিয়ে তেওঁলোকৰ ভ্ৰমণ কাহিনীত অসমৰ বিষয়ে সুন্দৰ টোকা লিখি থৈ গৈছে । ইংৰাজৰ ৰাজত্ব কালতো ভাৰত বৰ্ষৰ বিভিন্ন ৰাজ্যৰ পৰা অহা লোকে অসমৰ বেহা বাণিজ্য, চাহ বাগান, চাকৰি বাকৰি অধিগ্ৰহণ কৰি অসমীয়াক শোষণ কৰি জঁকাটো উলিয়ালে। সংসদত অসমৰ সাংসদে গৈ গমগমাইছে । তেনেস্থলত অসমীয়া জঙ্গলী হ'ল কিয় ? ই নিশ্চয় তেওঁলোকৰ অসমৰ বিষয়ে 'জ্ঞান শূন্যতা'ৰ কাৰণ । মহাত্মা গান্ধীয়েও তেওঁৰ 'হিন্দ স্বৰাজ' কিতাপত অসমক জঙ্গলী জাতি বুলি লিখিছিল ছাৰ জন গষ্টে লিখা বিবৰণ পঢ়ি । পিছত যেতিয়া তেওঁ অসমলৈ আহিল সংস্কৃতি পূৰ্ণ অসমীয়াক দেখি তেওঁৰ সেই ভুল ভাঙিল আৰু নিজৰ ভুলৰ বাবে তেওঁ ক্ষমা খোজে । যিখন ঠাইক ভাৰতীয় সকলে জঙ্ঘল বুলি অৱহেলা কৰে সেই ঠাইখন অতি পৱিত্ৰ । সেই ঠাইখনৰ আকাশ ধোৱা বৰণীয়া ক'লা আকাশৰ বিপৰীতে জিকমিক তৰাখচিত নীলা আকাশ, মুক্ত বায়ু আৰু মানুহবো খোলা প্ৰাণ আৰু চিত উদাৰ। ইয়াত মুখা পিন্ধা নকল জীৱন নাই; আছে মৰম স্নেহ, ৰঙেৰে ভৰা জীৱন আৰু সঁচা মানৱতা। চহৰৰ লোহা আৰু কংক্ৰিটেৰে আবৰা অতি উচ্চ অট্টালিকাবাসীসকল যেন একোটা পাথৰ । তেওঁলোকৰ হিয়া পাষাণ, মাটিৰ মানুহক চিনি নেপায় । নিজকে ভদ্ৰলোক (সম্ভ্ৰান্ত) সাজি আত্ম অহঙ্কাৰত উফন্দি উঠা এওঁলোক

জন অৰণ্যৰ একো একোটা পশু । জঙ্ঘলৰ পশুবোৰেও পৰস্পৰে মিলাপ্ৰীতিৰে বাস কৰে; মানুহক প্ৰেমৰ মন্ত্ৰ শিকায় । আমাৰ অৰণ্যৰ হাতীও বিশ্বাসী । বনৰ উন্মত্ত হাতীকো ধৰি আনি বশ কৰি পোহনীয়া কৰা হয়। পোহনীয়া হাতী মানুহৰ বন্ধু হয় আৰু মানুহৰ প্ৰাণ ৰক্ষা কৰে । ভদ্ৰতাৰ মুখা পিন্ধা চহৰৰ উচ্চ অট্টালিকাবাসীৰ দৰে বিশ্বাস ঘাতকতা, ঘৃণা, শোষণ নকৰে । অন্য এক অৰ্থত, ড° হাজৰিকাদেৱৰ নিজৰো কোনো স্থায়ী ঠিকনা নাই, পত্নী-পুত্ৰ লগত নাই, থাকিও সংসাৰ নাই। সেয়েহে কোনো কোনোৱে (ঈৰ্শাপৰায়ণ ?) তেওঁকো জঙ্ঘলী বুলি উপহাস কৰে ! সেয়েহে নিজৰ জীৱনটোকে প্ৰতীক হিচাবে লৈ অসমৰ অৱস্থা বুজাবলৈ চেষ্টা কৰা যেনও লাগে ।

আনে যিয়েই নকওঁক, জঙ্ঘল হ'লেও 'অসম' প্ৰতি অসমীয়াৰ বাবে অতি পবিত্ৰ। জনম জনমৰ সাধনাৰ বলতেহে আমি ইয়াত জনম লভিছোঁ। অম্বিকাগিৰিয়ে কোৱাৰ দৰে আমাৰ এই জঙ্ঘল (অসম ভূমি) 'অতি উচ্চ, অতি উন্নত, অতি সুন্দৰ ঠাই' । এই জঙ্ঘলৰ উন্নতি আৰু প্ৰগতিৰ বাবে আমি প্ৰতিজন অসমীয়া দায়বদ্ধ। জয় আই অসম ।

মোক জঙ্গলী জঙ্গলী দুনিয়াই কয়
জংঘলেই মোৰ ঘৰ
মুক্ত হাবা মোৰ বন্ধু
নকল জীৱন মোৰ পৰ ।

খোলা আকাশ, খোলা বতাহ
খোলা খোলা মোৰ প্ৰাণ
জংঘলতেই শ্ৰম কৰি যাওঁ
গাই নিতে মুকুতিৰ গান
মোৰ জংঘল পবিত্ৰ বৰ
জংঘলেই মোৰ ঘৰ ।
চহৰৰ উচ্চ অট্টালিকাৰ
তুমি নাগৰিক অহংকাৰী
এই সব পকাঘৰ ঘৰটো নহয়
ই ভদ্ৰলোকৰ বস্তী বাড়ি
তাত হৃদয় হয় পাথৰ
জংঘলেই মোৰ ঘৰ ।
চহৰ বন্য জন অৰণ্য
মানৱ হৈ যায় যন্ত্ৰ,
জংঘলী যত জানোৱাৰে
প্ৰেমৰ দিব পাৰে মন্ত্ৰ
ই তুলনাত জংঘল সুন্দৰ
উন্মত্ত হস্তীক ধৰি আনি
কৰিব পাৰোঁ বশীকৰণ
আমাৰ হস্তী বন্ধু হ'লে
ই ৰক্ষা কৰে বন্ধুৰ জীৱন
ই নহয় অবিশ্বাসী নৰ
জংঘলেই মোৰ ঘৰ ।

ৰচনা : ১৯৮৬

# ৰিণিকি ৰিণিকি শুনিছোঁ দুৰণিত

শিল্পী সকল স্বাভাৱিকতে বিপ্লৱী ভাবাপন্ন। তেওঁলোকে নিজৰ শিল্পকলাৰ মাজেৰে সমাজত বিপ্লৱৰ সূচনা কৰে । সমাজৰ ৰূপান্তৰৰ পথ ৰচে। সমাজ পৰিবৰ্তনৰ বাবে শিল্পী পল ৰ'ছনে গীতেৰে, আৰু জ্যোতি-বিষ্ণুৱে বিপ্লৱ কৰিছিল গীতেৰে, নাটেৰে, গদ্যেৰে । নিজৰ দেশৰ, নিজৰ সমাজখনৰ দুৰৱস্থা দেখি ড° ভূপেন হাজৰিকাদেৱ ব্যথিত । কাৰণ, আমাৰ সমাজখন জাতি-ভেদ, শ্ৰেণী বৈষম্য, শোষণ, অন্ধবিশ্বাস, কুসংস্কাৰেৰে ভৰা । ইতিমধ্যে তেওঁ ৰিণিকি ৰিণিকি শুনিবলৈ পাইছে — দুৰ দুৰণিত (চীন, ৰাছিয়া আদিত) সমাজবাদ প্ৰতিষ্ঠা হৈছে । নৱ প্ৰভাতৰ ন-সূৰুযৰ ৰেঙনিয়ে সমাজ তিৰবিৰাইছে। দুখৰ বিষয়, আজিও (এই গীত লিখাৰ পৰালৈকে) আমাৰ সমাজত সমাজ সলনিৰ বিপ্লৱৰ সূচনা নহ'ল । হায় ! সমাজখন যেন আচৰিত ধৰণে অৰ্ধমৃতৰ দৰে মৌন। কিন্তু, সমাজৰ পৰিবৰ্তন অৱধাৰিত কাৰণ, সমাজৰ ৰূপান্তৰ অবিহনে প্ৰগতি অসম্ভৱ । সেয়ে, সেই সমাজখন পাবৰ বাবে নিশাৰ এন্ধাৰে এন্ধাৰে ঘুৰি গীতিকাৰে অকলে অকলে প্ৰভাত খেদি ফুৰিছে ! অৰ্থাৎ সমাজ সলনি কৰিবলৈ গীতেৰে বিপ্লৱৰ গুৰি ধৰিছে । অৱশেষত, তেওঁৰ ধৈৰ্য্যৰ বান্ধ খুলি যোৱাৰ উপক্ৰম হৈছে । কাৰণ, সময় গৈ গৈ বেলি অস্ত যোৱাৰ উপক্ৰম হৈছে সেয়ে, আক্ষেপতে তেওঁ কৈছে – 'সূৰুয'ৰ মৃত্যুৰেই হ'ল নেকি ? তেনেহলে ইমান পলম কৰে কিয় ? ইফালে দেখোন 'সূৰুয' উদয়ৰ ইংগিতো পোৱা গৈছে। কাৰণ, প্ৰভাতী পখীয়ে গীত গাইছে । প্ৰভাতী পখীয়ে পুৰ্বতি নিশাতে স্তোত্ৰ গায় এটি নতুন প্ৰভাত আদৰিবলৈ, নৱ প্ৰভাতৰ সোণালী বেলিৰ পোহৰত পৃথিৱী জিলমিলাবলৈ । গতিকে প্ৰভাত অনিবাৰ্য্য । গীতটিত 'সূৰুয'ক নতুন সমাজৰ (সাম্যবাদ) প্ৰতীক হিচাবে ব্যৱহাৰ কৰা হৈছে ।

ৰিণিকি ৰিণিকি
শুনিছোঁ দুৰণিত
প্ৰভাতী পখীয়ে গীত গায়,
প্ৰভাতী পখীয়ে কিয় গায় ?
মৌন নিশা দেখোঁ, চৌপাশে আছে,
সূৰুযৰ দেখা দেখি নাই
প্ৰভাতী পখীয়ে গীত গায়
প্ৰভাতী পখীয়ে কিয় গায় ?

অস্ত বেলিৰ সীমা পাৰ হৈ হৈ
বাট বুলি অকলে অকলে
খেদিছোঁ প্ৰভাত এন্ধাৰে এন্ধাৰে,
অবিহনে প্ৰভাত সূৰুয নহ'লে
থাকিম কিমান বাট চাই ?
মৃত্যু সাবটি ল'লাই নেকি,
পলম কৰা কিয় সূৰ্য্য ?
এন্ধাৰ বাটত দিয়াহি জ্যোতি
মোৰ আৰু নাই যে ধৈৰ্য্য
তোমাৰ সঁহাৰি কিয় নাই ?
প্ৰভাতী পখীয়ে গীত গায়

কলিকতা : ১৯৮৬ চন

# জীৱন সিন্ধু বহু বিন্দুৰে হয়

**'সিন্ধু'** প্ৰাচীন ভাৰতৰ এখন ডাঙৰ নদী । আৰ্য্য সকলে মধ্য এচিয়াৰ পৰা আহি পোনতে সিন্ধু উপত্যকাৰ সাৰুৱা ভূমিতে বসতি কৰিছিল। 'সিন্ধু'ৰ পৰাই কালক্ৰমত 'হিন্দু' আৰু 'হিন্দুস্থান' হয় । বৰ্তমান ই পাকিস্থানৰ অন্তৰ্গত। বিশাল জলৰাশিৰে সিন্ধু নদীখন এদিনতে সৃষ্টি হোৱা নাই । বিন্দু বিন্দু পানীৰ টোপালৰ সমষ্টিয়েই হ'ল সিন্ধু নদী। তেনেদৰে পল-অনুপল, সপ্তাহ-মাহ-বছৰৰ সমষ্টিয়েই হ'ল জীৱন সিন্ধু। হেৰোৱা সময় উভতি নাহে। সেয়েহে, জীৱনৰ সেই বিন্দু বিন্দু সময়বোৰ অবাবত পাৰ নকৰি যাতে কৰ্মেৰে পূৰ্ণ হয় তাকে সমাজ সচেতন শিল্পী ড° ভূপেন হাদৰিকাদেৱে এই গীতটিৰে সকিয়াই দিয়ে ।

যুগে যুগে এটাৰ পিছত এটাকৈ অসম ভূখণ্ডত হোৱা বহিঁ আক্ৰমণ, গৃহ কন্দল, বিপ্লৱ বা অশান্তিৰ মূল কাৰক হ'ল অসমীয়াৰ এলেহুৱা স্বভাৱ । অভাৱহীন অসমত ঠাইতে উৎপাদিত খাদ্য খাই আৰু হাত মেলিলেই পোৱা বস্তুৰে অসমীয়াই নাকত তেল দি শুই থাঁকোতে এপদ এপদকৈ সকলো হেৰুৱালে । তাৰোপৰি, অসম ভূখণ্ডৰ অৰ্ন্তগত চুবুৰীয়া সৰু সৰু ৰাজ্যবোৰৰ মাজত থকা হিংসা হিংসি, খাম-খেয়ালিৰ বাবে এবাৰ এবাৰকৈ তিনিবাৰ মান অসমলৈ আহি অবৰ্ণনীয় অত্যাচাৰতো কৰিলেই দেশখন থান বান কৰি সকলো লুটি লৈ গ'ল । মানক খেদাৰ চলেৰে আহিল ঔপনিবেশবাদী ইংৰাজ সকল আৰু খুটি পুতি বহিল । ইংৰাজে কানি খুৱাই অসমীয়াক এলেহুৱা কৰিলে । ইংৰাজেই প্ৰব্ৰজন ঘটালে চাহ জনগোষ্ঠী, বঙালীকে ধৰি আৰু নানা জনৰ। ভাৰত স্বাধীন হোৱাত ইংৰাজে নিজ দেশলৈ উৰা মাৰিলে; কিন্তু তেওঁলোকে আমদানি কৰা লোকসকল ইয়াতে ৰৈ গ'ল। ইংৰাজৰ আমোলতে অসমো (উত্তৰ পূৰ্বাঞ্চল) ভাৰতৰ মেপত চামিল হ'ল । কিন্তু স্বাধীনতাৰ পিছতো অসমৰ আৰ্থ-সামাজিক-শিক্ষা, যাতায়ত কোনো এটা দিশৰেই উন্নতি নহ'ল । ঔপনিবেশবাদী ভাৰত ৰাষ্ট্ৰৰ শোষণ বঞ্চনাত অসমীয়াৰ জকাটো ওলাল । ইফালে বহিৰাগতৰ ভিৰত অসমীয়াৰ ঠেং মেলিবৰ ঠাই নোহোৱা হ'ল। তেতিয়া চিন্তা নায়ক, জাতিপ্ৰেমী হাজৰিকাদেৱে 'আমি অসমীয়া নহওঁ দুখীয়া' গীতেৰে অসমৰ সাম্ভাব্য পৰিস্থিতিৰ বিষয়ে জাতিক সকিযাই দিলে । ১৯৭৯ চনত জাগি উঠিল ছাত্ৰ পৰিষদৰ সহিতে গণ পৰিষদ। দুয়োটা সংগঠনৰ নেতৃত্বত 'আম জনতা' জাগিল। আৰম্ভ হ'ল ৰক্তক্ষয়ী ছবছৰীয়া অসমৰ 'বিদেশী বহিষ্কাৰ আন্দোলন'। ধন-জন-ৰক্তৰ বিস্তৰ ক্ষতিৰ অন্তত ১৯৮৫ ত 'অসম চুক্তি' কৰি আন্দোলনৰ নেতৃবৃন্দই ৰাইজৰ প্ৰবল সহাঁৰিত ৰাজদণ্ড হাতত তুলি ল'লে । কিন্তু ৰাজনীতিত অপৰিপক্কতাৰ হেতু তেওঁলোকে ৰাজ্যক দিগ্‌দৰ্শন কৰোৱাত ব্যৰ্থ হ'ল । তাৰোপৰি, স্বজন তোষণ, স্বাৰ্থপৰতাৰ হেতুকে তেওঁলোক ডিঙিলৈকে ডুবিল। আৰ্থ-সামাজিক কোনোটোতে উন্নতি নোহোৱাত আৰু কৰ্মসংস্থানহীনতাত হতাশাগ্ৰস্ত হ'ল তৰুণ তৰুণী সকল। এনে পৰিস্থিতিৰ ৰূপান্তৰৰ বাবে সশস্ত্ৰ বিপ্লৱেই শ্ৰেয় বুলি এচামে হাতত অস্ত্ৰ তুলি ল'লে । ইফালে অগপৰ নেতৃত্বই প্ৰতিটো জনগোষ্ঠীৰ নেতাৰ মাজত ক্ষমতাৰ ভাগ বিতৰণ নকৰাৰ অভিমানত প্ৰতিটো জনগোষ্ঠীৰে মনত অসন্তোষে পোখা মেলিলে। ৰাজ্যত বিশৃঙ্খলা, খাম-খেয়ালি, ভাতৃঘাতী সংঘৰ্ষ, বন্দুক বাৰুদৰ ধোঁৱা, তেজৰ কৰালে শ্বাসৰুদ্ধ কৰিলে। বড়ো সকলৰ বাবে 'বড়ো লেণ্ড', কোঁচ ৰাজবংশীয়ে 'কমতা পুৰ', কাৰ্বি আংলঙে 'স্বায়ত্ব শাসিত পৰিষদ', মিৰিয়ে 'মিচিং স্বায়ত্ব পৰিষদ' বিচাৰিলে । কোনো কোনোক দিলেও। তথাপিতো শান্তি নাই; বৰং অশান্তিৰ পোখাটোৱে ডাল পাতহে মেলিলে। ইয়াৰোপৰি টাই-আহোম, মটক, মৰাণ, ৰাভা হাজং, চাহ জনজাতি, চুতীয়া আদিয়ে জনজাতিকৰণৰ বাবে আন্দোলন চলাই আছে । কিন্তু জাতি সম্প্ৰদায়ক সংৰক্ষণ কৰি, সাংবিধানৰ সুবিধা ভোগ কৰিলে বা কেইখনমান উৎসৱ, মেলা পাতিলেই জাতিটোৰ উন্নতি হ'বনে? সুবিধা লাভে মানুহৰ উন্নতি নাসাধে; বৰং অধ্যাৱসায়, প্ৰজ্ঞা সাধনা, বিবেকৰ বিকাশ, প্ৰগতিৰ অন্তৰায়হে হয়। সুবিধা লাভে মানুহৰ তেজস্বীতাক নিষ্ক্ৰিয় কৰি এলেহুৱা সজায়; কৰ্ম সংস্কৃতি বিনাশ কৰে। তেতিয়া মানুহ স্বাৰ্থপৰ আৰু চৰিত্ৰহীন হয়। তেতিয়াই সৃষ্টি হয় স্বজন তোষণ, শোষণ বঞ্চনাৰ। সৃষ্টি হয় অৰাজকতাৰ;— ফাট

মেলে সমাজত । আৰম্ভ হয় ৰক্তক্ষয়ী সংঘৰ্ষ । কিন্তু সমাজক এৰি কোনো বাদ নহয় । সমাজবাদ প্ৰতিষ্ঠা হ'বলৈ হ'লে কৰ্ম সংস্কৃতিৰ পূজা কৰিব লাগিব । পৃথিৱীৰ উন্নত দেশ সমূহ যেনে ইংল্যাণ্ড, আমেৰিকা, ৰাচিয়া, জাপান, জাৰ্মানি আদি দেশ সমূহে জাতি, সম্প্ৰদায় বা গোষ্ঠীক সংৰক্ষণ নকৰাকৈয়ে উন্নতিৰ শিখৰত আৰোহণ কৰিছে কেৱল কৰ্ম সংস্কৃতিৰে । সেয়ে ড° হাজৰিকাদেৱে কয় জীৱন সিন্ধু বহু বিন্দুৰে হয় । সেই বিন্দু কৰ্মেৰে পূৰ্ণ হ'ব লাগিব । সমাজ গঢ়াত অগভীৰ পৰিকল্পনা আৰু অলস চিন্তাই কোনো কাম নিদিয়ে ।

আগকথা ঃ আজিৰ সমাজ গঢ়োঁতে অগভীৰ পৰিকল্পনা আৰু অলস চিন্তাই কোনো কাম নিদিয়ে । জীৱন সিন্ধু বহু বিন্দুৰে হয় । কিন্তু সেই বিন্দু কৰ্মেৰে পূৰ্ণ হ'ব লাগিব ।

জীৱন সিন্ধু বহু বিন্দুৰে হয়
যদি কৰ্মেৰে হয় বিন্দু পূৰ্ণ
অলস চিন্তা আৰু অগভীৰ আঁচনিয়ে
জয়ৰ বাসনা কৰে চূৰ্ণ ।

অসমবাসীৰ এমুঠি মানুহ
তাতে যদি হয় নানান প্ৰভেদ
সামূহিক মঙ্গল হয় মৰিমূৰ
উমি উমি থাকে যদি
ক্ৰোধ আৰু জে'দ
সকলোৰে শান্তিৰে কৰা আলচ
ৰিক্ত মনক কৰা পূৰ্ণ ।

সমাজক এৰি কোনো বাদ নহয়
সমাজবাদ আজিৰ লক্ষ্য
জীৱন বোধহীন ব্যক্তিৰ বাবে
পৰিধি মাথোঁ হয় নিজ কক্ষ
স্বাৰ্থপৰ যান্ত্ৰিক দৃষ্টিয়ে
শাসনক কৰে সংকীৰ্ণ ।

মহাভাৰতৰ মহা অঙ্গ অসম
সবাৰে অবহেলা নেওচিব লাগে,
লুভীয়া নব উপনিবেশবাদীৰ
শোষণ বিপৰীতে হেজাৰে জাগে
শোষিতই সাহসৰ মন্ত্ৰেৰে কৰে
শোষকৰ বক্ষ বিদীৰ্ণ ।

ৰচনা ঃ ১৯৮৮

# পাহাৰ ভৈয়ামৰ

অসমৰ আদি বাসিন্দা কোন ইয়াৰ প্ৰামাণ্য কোনো লিখিত তথ্য বা সমল নাই । প্ৰাচীন কালৰে পৰা এই ভূখণ্ডলৈ অষ্ট্ৰিক, মঙ্গোলীয়, আৰ্য্য আদি বিভিন্ন প্ৰজাতিৰ আৰু বিভিন্ন ভাষা ভাষী লোক প্ৰব্ৰজিত হৈ আহিছে । এই আটাইবোৰৰ সংমিশ্ৰণত বৈচিত্ৰৰ মাজত ঐক্য স্বৰূপ মহাঅসমীয়া জাতি গঢ়ি উঠিছে আৰু আটাইয়ে এক পৰিয়ালৰ ভাই ভনীৰ দৰে মিলাপ্ৰীতিৰে বাস কৰি আহিছে । কিন্তু কিছুমান ন্যস্ত স্বাৰ্থ জড়িত ৰাজনীতিক আৰু বুদ্ধিজীৱিৰ ষড়যন্ত্ৰত ইটো সম্প্ৰদায়ে সিটো সম্প্ৰদায়ৰ ওপৰত অৱদমন, শোষণৰ দায় জা পি দি অসমখন টুকুৰা টুকুৰকৈ ভঙাৰ প্ৰচেষ্টাত ৰত হৈ ভাতৃঘাতী সংঘৰ্ষত লিপ্ত হৈছে । অসমৰ 'ভূমিপুত্ৰ' বুলি দাবী কৰা বড়োসকলে 'Devide Assam fifty fifty' বুলি ভাতৃঘাতী সংঘৰ্ষত লিপ্ত হৈছে; বাৰুদৰ গোন্ধে আকাশ বতাহ প্ৰদূষিত কৰিছে । সহোদৰৰ তেজেৰে শ্যামলী ভূমি ৰাঙলী হৈছে । একেখন স্কুলত পঢ়া, একেখন পথাৰত খেতি কৰা, একেখন বজাৰত হাট বজাৰ কৰা সহোদৰ স্বৰূপ লোকৰ মাজত হোৱা এনে শত্ৰুতাই সহস্ৰজনৰ লগতে ড' ভূপেন হাজৰিকাদেৱৰো বেদনাত বুকু ভাঙে । এই ভুল বুজাবুজি নিঃশেষ কৰি 'মৰমৰ ঘৰ স্বৰূপ অসম'ৰ পূৰ্বৰ সেই সোণালী সুদিন ঘূৰাই অনাৰ আহ্বানেৰে হাজৰিকাদেৱে এই গীতটি ৰচে ।

পাহাৰ ভৈয়ামৰ সংগম স্থলীতে
বন্ধু এজন মোৰ আছিলে এদিন,
ৰ'দালিৰে ভৰা সেই
সোণালী সুদিন
একেলগে খেলা- ফুৰা গধূলি-পুৱা
সেই শান্ত পাহাৰ
সেই ধ্বনি নিজৰাৰ
একেলগে বজালোঁ যে বীণ;
সোণ সৰি পৰা সোণালী সুদিন
ৰ'দালিৰে ভৰা সেই সোণালী সুদিন !
ওখ ওখ শাল বনৰ
ছায়াৰ দেশত
মেঘ আৰু কুঁৱলীৰ
কোমল কোলাৰ মায়াৰ দেশত
গোন্ধ বাৰুদৰ কত
নিহত জনৰ
কেঁচা তেজেৰে দেখোঁ পৃথিৱী ৰঙীণ ।
কেনিবা হাউলী গ'ল সোণালী সুদিন ।
পাহাৰ আৰু লুইতৰে
আকাশ তলীত
তুমি বজোৱা চিফুং বাঁহীৰ প্ৰতিধ্বনি,
তুমি আৰু মই সমভাগী হৈ
পুনৰ আনোঁ আহা সোণালী সুদিন
ৰ'দালিৰে ভৰা সেই সোণালী সুদিন ।

ৰচনা : কলিকতা, ১৯৮৯

# মোৰ গাটো দেখোন

অসমৰ সমস্যাৰাজিৰ ভিতৰত অন্যতম হ'ল বানসমস্যা আৰু গৰখহনীয়া । এই দুই সমস্যাই অসমৰ আৰ্থ সামাজিক দিশত মাধমাৰ শোধাইছে । বান সমস্যাৰ প্ৰধান কাৰণ হ'ল ব্ৰহ্মপুত্ৰখন । নদী মাতৃক অসম। হিমালয়ৰ ঠাল ঠেঙুলি পাহাৰ সমূহৰ পৰা নৈ বৈ আহি ব্ৰহ্মপুত্ৰত মিলিছে । বাৰিষা পাহাৰৰ পৰা বৈ অহা পানীৰে এই নৈবোৰ ফেনে ফোটোকাৰে উপচি চৌদিশে বিস্তাৰিত হয় আৰু বাগৰি গৈ ব্ৰহ্মপুত্ৰত পৰে । আকৌ গ্ৰীষ্মকালত হিমালয়ৰ বৰফ গলি পানী হৈ ব্ৰহ্মপুত্ৰলৈ বৈ আহে । এই সময়ত হিমালয়ৰ পাদদেশত প্ৰচুৰ পৰিমাণে বৰষুণ হয় । ওখ ঠাইৰ পানীবোৰ সমতল ভূমি [illegible] নামি আহে । এই সকলো পানী আহি ব্ৰহ্মপুত্ৰত পৰেহি । এই সমূহ [illegible] ব্ৰহ্মপুত্ৰই [illegible] গাওঁ ভূই পথাৰ বুৰ যায় । ব্ৰহ্মপুত্ৰৰ পানী বহন ক্ষমতা হ্ৰাস পোৱাৰ কাৰণ । [illegible] ভূইকপত ব্ৰহ্মপুত্ৰৰ বুকু হেনো বাম হৈ গ'ল । সেয়েহে প্ৰতি বছৰে বানপানীয়ে ৰাজ্যখন [illegible] জুৰুলা কৰে । যিয়েই নহওক, মানুহৰ জীয়াই থকাৰ প্ৰধান মৌলিক [illegible] আৰু বাসগৃহ । বানপানীয়ে এই তিনিওটাকে হৰণ কৰে । উটি যায় খেতি পথাৰ, [illegible] পানী [illegible] যায় । বানৰ সংহাৰ মূৰ্ত্তিয়ে কাঢ়ি নিয়ে আপোনজন; চুৰমাৰ [illegible] প্ৰাণটো ৰখোৱাৰ তাগিদাত মানুহে আশ্ৰয় শিবিৰত আশ্ৰয় লয় । চৰকাৰে, বে চৰকাৰী সংগঠনে [illegible] বান সাহায্য দিয়ে । বান আঁতৰিলেই মানুহে আশ্ৰয় শিবিৰ এৰে, উটি যোৱা ঘৰখন পুনৰ সজা [illegible] ডেকা গাভৰুৰ মাজত প্ৰেম ভালপোৱা গঢ়ি উঠাটো প্ৰাকৃতিক নিয়ম । জীৱন বহু গৰ বতৰত ডেকা গাভৰুৰ প্ৰাণত প্ৰেমৰ কপৌ ফুলে পাহি মেলে । মনে বিচৰাজনীক লৈ সপোনৰ কাৰেং সাজে । সোৱা বেলি ভৰলীৰ পানীত গা ধুই থকা গাভৰুজনীৰে সৈতে নৈৰ পানীৰ মাজত ডেকাজনে একে লগে গা ধুইছিল অৰ্থাৎ তাইৰ নিবিড় সান্নিধ্যলৈ আহিছিল। অহাবাৰ বহাগত তাইক চপাই আনি ঘৰখন পতাৰ কথা মনতে পাতিছিল। ভৰা কথা মনতে ৰ'ল । বানপানীয়ে সোপাকে উটাই নিলে, ডেকাজন ভি[illegible] শিবিৰত আশ্ৰয় ল'লে । এনেদৰে প্ৰতি বছৰে বানে তাণ্ডৱ চলালে মানুহ কেনেকৈ জীয়াই থাকিব [illegible] ডেকাজনে মনতে দৃঢ় সংকল্প ল'লে,— তেওঁ নৈখন বান্ধিবই । সমাজৰ সকলো বাধা নেওচি মনে [illegible] আগতেই উছাহেৰে হাল কোৰ বাই খেতি কৰিব । সোণগুটি ধানেৰে [illegible] সমাজখনকো উৎসাহিত কৰি আগুৱাই নিব । আটাইৰে সুখে বৈ বৈ যাব ।

গীতটিৰ জৰিয়তে [illegible] শিল্পী ড° ভূপেন হাজৰিকাদেৱৰ বান আৰু গৰাখহনীয়া ৰোধৰ বাবে ব্ৰহ্মপুত্ৰ নদীখন বন্ধাৰ চিন্তা চচ্চা কৰা দেখা যায় । সঁচা, প্ৰতি বছৰে বানপানীৰ সময়ত ৰেডিঅ', বাতৰি কাকত, আৰু ইলেকট্ৰনিক মিডিয়াবোৰ ব্যস্ত হৈ পৰে বানপানী, গৰাখহনীয়াক লৈ চিএৰ-বাখৰ, হৈ-হাল্লা কৰাত। এই সুযোগতে ৰাজনৈতিক দলবোৰে অতিব্যস্ত হয় নিজ দলৰ প্ৰচাৰ কাৰ্য্যত । বানটো আঁতৰিলেই সকলো ফুটুকাৰ ফেন । কিন্তু ভূক্তভোগী সকলৰ হিয়া দুৰু দুৰু কঁপে বহাগৰ বিহুটো পাৰ হোৱাৰ পাছৰ পৰাই বানৰ ভয়ত । ব্ৰহ্মপুত্ৰৰ অৱস্থিতি অকল অসমতে নহয়, ইয়াৰ উৎপত্তি তীব্বতৰ মানস সৰোবৰত আৰু সামৰণি বাংলা দেশত । সেয়েহে চীন, ভাৰত আৰু বাংলা দেশ— এই তিনিওখন ৰাষ্ট্ৰই আলোচনাৰ ভিত্তিত উমৈহতিয়া ভাবে কাম কৰিলেহে এই সমস্যা সমাধান হব । নহলে আন্তৰ্জাতিক সমস্যাৰ সৃষ্টি হ'ব পাৰে । বিজ্ঞানী সকলে কয় যে হিমালয়ত অধিক মাত্ৰাত বৰফ গলি আছে । এই হাৰত গলন কাৰ্য্য চলি থাকিলে আৰু কিছু বছৰ পাছতেই হিমালয় বৰফ শূন্য হব আৰু ব্ৰহ্মপুত্ৰ শুকাই যাব । আনহাতে চীনৰ উত্তৰ পূৰ্বাঞ্চলৰ প্ৰতি লোভ দীৰ্ঘদিনীয়া । এটা সূত্ৰই কয় যে চীনে এটি বৃহৎ বান্ধৰ পৰিকল্পনা কৰিছে । তাৰ বাবে গতিপথৰ পৰাই ব্ৰহ্মপুত্ৰক সেই দেশৰ ফালে ঘোৰাই নিব বা চীনৰ মুখ্য নদী হোৱাংহোৰ পানী কমি অহাৰ ফলত চীনত জল সংকটৰ আশংকাই দেখা দিছে । সেয়েহে গতিপথৰ পৰাই চাংপো নৈখন ঘোৰাই নিয়াৰ পৰিকল্পনা কৰা

হৈছে। যদি এই কথাবোৰ সত্যত পৰিণত হয় তেনেহলে নিশ্চয়কৈ অসম এদিন মৰুভূমিত পৰিণত হ'ব আৰু অসমীয়া হ'ব পথৰ ভিখাৰী । সেয়ে, লোকনাথ গোস্বামীয়ে গাইছে — 'লুইত নহয় মহাকাল, লুইত নহয় জঞ্জাল, লুইত জন জীৱনৰ প্ৰাণ, লুইত আশা ভৰা গান' । সুপৰিকল্পিত পৰিকল্পনাৰে আগবাঢ়িলে লুইতে অসম কিয় ভাৰত বৰ্ষৰে আৰ্থগাথনিৰ ৰূপ সলাই দিব পাৰে । এই গীতটো এটা সৃষ্টিধৰ্মী প্ৰেমৰ গীত।

কথা ঃ ৰঙালী বিহুত মন হয় ৰঙা ৰঙা । মাকণ গাভৰু হোৱা দেখি মন আৰু ৰঙা হয় । যোৱাটো বানপানীত ডেকাজন শিবিৰত ভিখাৰী হ'বলগাত পৰিছিল । পিছে, নতুনকৈ সি শপত খাইছে, নৈখন সি বান্ধিবই আৰু অহা বিহুত মাকণক সি বিয়া কৰাবই ।

মোৰ গাটো দেখোন অ' মাকণ
সাতখন আঠখন
ৰঙালী বিহুতে ৰঙা ৰঙা মন
তই দেখোঁ গাভৰু হ'লি মাকণ ।

কালি দেখিছিলোঁ অ' মাকণ
ভৰলীৰে পাৰতে
লহপহ দেহাৰে অ' মাকণ
প্ৰতিটো ভাঁজত
গা ধুই, গা ধুই অ' মাকণ
হাঁহিলি লাজতে অ' মাকণ
দুয়ো লগ হ'লোঁ ভৰলীৰ মাজত
কি সেই সোণালী ক্ষণ,
তই দেখোঁ গাভৰু হ'লি মাকণ ।

বানপানী আহিলে অ' মাকণ
সোপাই উটি গ'লে অ' মাকণ
শিবিৰত ভিখাৰী হ'লো মাকণ
শপত খায়ে ল'লো অ' মাকণ
নৈখন বান্ধিমে অ' মাকণ
সমাজখন গঢ়িমে অ' মাকণ
ধান কম বানটো অহাৰ আগতে
হাঁহিব পথাৰখন
তই দেখোঁ গাভৰু হ'লি মাকণ ।
অহাবাৰ বিহুতে অ' মাকণ
তোকে বিয়া কৰাম অ' মাকণ
সমাজৰ বাধাকে অ' মাকণ
এহাতে ঠেলি যাম অ' মাকণ
বিয়াখন পাতিলে হালকোৰ বাম
শইচ গোটাই লৈ ভঁৰাল ভৰাম
জিলিকি উঠিব ঘৰখন
তই দেখোঁ গাভৰু হ'লি মাকণ । ৰুমা ঃ ১৯৮৮

# সুখ নাই দুখ নাই

ছ বছৰীয়া অসম আন্দোলনৰ সমাপ্তি ঘটাই ১৯৮৫ ত ঐতিহাসিক 'অসম চুক্তি' কৰি আন্দোলনৰ নেতৃত্বই 'অসম গণ পৰিষদ' নামৰ আঞ্চলিক দল গঠন কৰি ৰাজ্যৰ শাসন ভাৰ গ্ৰহণ কৰিলে। স্বাধীনতাৰ কালৰে পৰা কংগ্ৰেছ চৰকাৰৰ শাসন শোষণত অতিষ্ঠ অসমৰ ৰাইজে আঞ্চলিক চৰকাৰখনে ৰাইজৰ আশা পূৰ্ণ কৰিব বুলি স্বস্তিৰ নিশ্বাস কাঢ়িলে। কিন্তু ৰাজনীতিজ্ঞানৰ অপৰিপক্কতাৰ হেতু যুৱ চৰকাৰখনে ৰাইজৰ আশা পূৰ্ণ কৰাত ব্যৰ্থ হ'ল। যিয়ে লংকালৈ যায়, সিয়ে ৰাৱণ হয় বুলি কথা এষাৰ আছে। প্ৰথম অৱস্থাত কিছু বং বহইছ দেখুৱাই বিলম্ব নকৰি এওঁলোকো দুৰ্নীতিত নিমজ্জিত হ'ল আৰু এটা সময়ত ভিত্তিলৈকে দুৰ্নীতিত পোত গ'ল। এই সময়ছোৱাত 'আলফা', 'বড়ো উগ্ৰপন্থী'কে ধৰি উঃ পূঃ ত কেবাটাও সশস্ত্ৰ উগ্ৰবাদী সংগঠনে হিংসা, হত্যা, লুণ্ঠনকে ধৰি অনেক অসামাজিক কাৰ্য্যৰে উত্তপ্ত কৰি তুলিলে। আকাশ বোমা ৰাকজৰ ক'লা ধোঁৱাৰে গোমা; মুক্ত হত্যা আৰু গুপ্ত হত্যা দুয়োবিধ সমানে চলিল। পুলিচ মিলিটাৰিৰ 'অপাৰেচন'ৰ অজুহাতত চলিল নাৰীক অশালিন ব্যৱহাৰ, নীৰিহ জনতাৰ ওপৰত নিৰ্য্যাতন। হাতত যোনা লৈৰজাৰলৈ ওলাই যোৱা জন উভতি ঘৰ নেপায়; বন্দুকৰ গুলিত ধাৰাশায়ী হৈ চিতা জুইক সাৱটি লয়। স্কুললৈ যোৱা কণমানি ছাত্ৰ আধ বাটতে অপহৃত হয়। এনে পৰিস্থিতিত সৰ্বসাধাৰণৰ জীয়াই থকাৰ উপায় নাইকিয়া হ'ল। কবি শিল্পী সাহিত্যিকৰ হাত ঠৰঙা লাগিল, কলম থমকিল। গায়কৰ কণ্ঠ ৰুদ্ধ হ'ল– সুন্দৰৰ সাধনাৰ বাধাৰ কাৰক হ'ল। সংস্কৃতিৰ ঠাই অপসংস্কৃতিয়ে দখল কৰাত, এখন সুন্দৰ অসম গঢ়াৰ সপোন দেখা ড০ ভূপেন হাজৰিকাদেৱে অসমৰ এই শ্বাসৰুদ্ধ পৰিস্থিতিত মনোকষ্টত হৃদয়ত উতলি থকা ভাব ৰাশি প্ৰকাশক এই গীতটি ৰচে।

সুখ নাই দুখ নাই
একো যেন নাই
হাঁহি নাই: চকুৰো অশ্ৰু শুকাই।

নৈ আছে পানী নাই
সৰু বৰ ঢৌ নাই
জীয়াই থকাৰ নাই অকণো জোৰাৰ।

ঘড়ীৰ কাঁটা নাই
সময়ৰ গতি নাই
সময়ে বগৰাৰ নোৱাৰে হেঙাৰ
সময়ও দেখোঁ আজি
ভাগি ছিগি যায়।
এই ভয়াবহ ক্ষণে
নিহত প্ৰতিজনে
গলি যোৱা আইনাত
মুখবোৰ চায়,
কাৰ নীতি কেনি যায়
পৰিণতি একো নাই
মৃত্যুৱে দিনে ৰাতি
পাশা খেলি যায়;
সুন্দৰতা আজি ত্ৰাসতে পলায়।

ৰচনা ঃ ১৯৮৯, [illegible]

# অ' তই অবুজ মন

প্ৰেম এক সহজাত প্ৰবৃত্তি। প্ৰেমে জীৱন সুন্দৰ কৰে; জগত সুন্দৰ কৰে। প্ৰেমৰ মহিমাৰ কথা অলপ কথাৰে কৈ শেষ কৰিব নোৱাৰি। যৌৱন হ'ল মানুহৰ প্ৰেমৰ বতৰ। এই বয়সত ডেকা গাভৰুৱে পৰস্পৰে পৰস্পৰৰ প্ৰতি আকৰ্ষিত হয়। হিয়াৰ আকৰ্ষণত হোৱা প্ৰেমৰ কোনো বিকল্প নাই। কিন্তু কেতিয়াবা অজানিতে ফুল বুলি ভুলো বুটলা হয় যাৰ বিষাক্ত দংশনে জীৱন কৰি তোলে বিষময়। সেয়েহে প্ৰেমিক প্ৰেমিকাই কৰবাত স্বাৰ্থ লুকাই আছে নেকি নাইবা কাৰোবাৰ চাল-চাতুৰীৰ জালত পৰিছে নেকি তন্ন তন্ন কৈ পৰীক্ষা-নীৰিক্ষা কৰিহে আগবাঢ়িব লাগে যাতে সেন্দুৰীয়া ওঁঠৰ তলত ফেঁটী সাপ শুই নেথাকে। সঁচা বাট বিচাৰি যাওঁতে অবাটে পিচলি নপৰে -।

প্ৰেম হয় দুজনৰ মাজত। দুজন মানুহ এটা মন; একেই আশা, একেই লক্ষ্য, একেই জীৱনৰ সুৰ হ'ব লাগে যাতে এটিৰ শূন্যতা আনটিৰে পূৰ হয়। প্ৰেমৰ ক্ষেত্ৰত আত্ম-অভিমান, জেদ আৰু খেদৰ স্থান নাই। এইবোৰে বিচ্ছেদৰ সূত্ৰপাত কৰে। আনকি বিবাহ হ'লেও কেতিয়াবা বিবাহ বিচ্ছেদ ঘটায়। আবেগৰ বশৱৰ্তী হৈ বিবাহ বিচ্ছেদ কৰিলেও দিন যোৱাৰ লগে লগে স্মৃতিয়ে আমনি কৰে। এটিয়ে আনটিৰ শূন্যতা বাৰুকৈয়ে উপলব্ধি কৰে আৰু নিজে নিজৰ ভুল বুজি পাই দুয়ো আপোন দোষত দগ্ধ হয়। এই গীতটি শিল্পী ড০ ভূপেন হাজৰিকাদেৱৰ প্ৰেমিক প্ৰেমিকা সকললৈ সতৰ্কবাণী – যাতে তেওঁলোকে প্ৰেমৰ বাটত অবাটে পিছলি নাযায়। কাৰণ শিল্পী হাজৰিকাদেৱৰ ব্যক্তিগত জীৱনটোও এনে অভিজ্ঞতাৰে পূৰ।

অ' তই অবুজ মন
চেনেহৰ বাট নিচিনিলি
সঁচা বাট বিচাৰি
যাওঁতে চাবি যেন
নপৰ অবাটে পিছলি

প্ৰেমৰ অৰ্থ দুটি মানুহ
একেটি মনৰ দুটি মানুহ;
দুটি মনৰ একেটি সুৰ,
এটিৰ শূন্যতা আনটোৰে পূৰ
এইষাৰ কথা পাহৰিলি।

যৌৱন ফুলনিত তই বোৱা পুলিতে
এপাহি ফুল তই ফুলালি
নিজেই নজনাকৈ নিজ হাতেৰে
ফুলটিৰ পাহিবোৰ ছিঙিলি

আত্ম-অভিমান জেদ আৰু খেদ
প্ৰেমৰ ৰাজ্যত শোভা নাপায়
দুয়ো দগ্ধ হয় আপোন দোষত
প্ৰতিক্ষণে দুয়ো দুয়োকে নেপাই
এই কথা ফঁহিয়াই নেচালি

ৰচনা : কলিকতা : ১৯৯০ চন।

# আমি নহওঁ মাথোঁ

বছৰে বছৰে বাৰিষা হঠাতে অহা প্ৰবল বানপানীয়ে ঘৰ-দুৱাৰ,পথাৰ-ভঁৰাল, মানুহ, গৰু-ছাগলী উটুৱাই নি মানুহৰ বিলৈ বিপত্তিৰ সীমা নোহোৱা কৰে। ই এনে চৰম পৰ্য্যায় পায়গৈ যাক নিজ চকুৰে নেদেখিলে বুজিব নোৱাৰি; ভুক্তভোগী জনেহে বুজে। বানপানীৰ এই তাণ্ডৱত কেৱল হেৰুৱাই চকুলো মচি হাত সাৱটি বহি থাকিলে নহব। আধুনিক বিজ্ঞান-প্ৰযুক্তিৰ সহাযেৰে নদীত বৃহৎ বান্ধ বান্ধি বানপানীক প্ৰতিৰোধ কৰিব পৰা যায়। তাৰ বাবে ৰাইজে প্ৰবল জনমত গঢ়ি চৰকাৰক হেঁচা দিব লাগিব। ভাৰত চৰকাৰে অসমৰ বানপানী প্ৰতিৰোধ কল্পে ব্ৰহ্মপুত্ৰৰ পানী অইন ৰাজ্যলৈ বোৱাই নিয়াৰ প্ৰস্তাৱ দিছে। অসমৰ ৰাইজে সেই প্ৰস্তাৱ মানি লোৱা নাই। কিয়নো চৰকাৰে যদি অজগৰ ৰূপী বৃহৎ বৃহৎ বান্ধ বান্ধে অসমেও বানপানীৰ পৰা উপশম পাব আৰু ভাৰতবৰ্ষৰ আৰ্থ গাঠনিও স্বচ্ছল হব। দেশৰ জনগণৰ অধিকাংশই শিক্ষাৰ পোহৰৰ পৰা বঞ্চিত বা অজ্ঞতাৰ বাবে এই কথাবোৰ ভাবিব নোৱাৰে। সেয়ে জনবন্ধু গায়ক গীতিকাৰ ড০ ভূপেন হাজৰিকাদেৱে জনতাৰ চকুলোৰ কাৰণ বানপানীক দমন কৰাহি নহয় বানপানীৰ পৰাই আমি যে লাভান্বিতও হব পাৰো তাৰো আশ্বাস দি এই গীতটি ৰচে।

আমি নহওঁ মাথোঁ ক্ৰন্দনৰত
গঢ়িম শক্তি সম্মিলিত
মানুহে মানুহে মিলি
মহা অজগৰ ৰূপী
মহা বান্ধ সাজি সাজি
পানীৰ ঔদ্ধত্যক
চূৰ্ণ কৰিম।
পাগলী পাগলী
ওধনীজনীৰ
উলংগ নৃত্যক সভ্য কৰিম
বিজ্ঞানেৰে দুৰ্বাৰ গতিক
শক্তিত পৰিণত কৰি
আমিয়েই মানুহৰ
কল্যাণ ধৰালৈ আনিম।
মানুহে মানুহে মিলি
মহা অজগৰ ৰূপী
মহা বান্ধ সাজি সাজি
পানীৰ ঔদ্ধত্যক
চূৰ্ণ কৰিম
মানুহৰ কল্যাণ
ধৰালৈ আনিম।
উত্তৰে পানী
দক্ষিণে পানী
পূবে পানী
পশ্চিমে পানী।

ৰচনা : গুৱাহাটী; ১৬ জুন, ১৯৯০

# এই পানী

পানী হ'ল জীৱনৰ সঞ্জীৱনী । বাৰিষা এই পানীয়ে বানপানী নাম ধৰি গাওঁ-ভূঁই, নগৰ-চহৰ, বাট-পথ ধুৱাই পেলায় । জীয়াই থকাৰ সম্বল ভঁৰালৰ ধান, গৰু-ছাগলী, কোলাৰ কেঁচুৱা আনকি প্ৰিয়জনকো কাঢ়ি লৈ যায় । বানপানী ৰূপী মহাকালে যেন সংহাৰ ৰূপ ধৰি বিকট হাঁহি মাৰি, তাণ্ডৱ নাচি নাচি উন্মাদ হৈ পৰে মানুহৰ ওপৰত প্ৰতিশোধ লবলৈ । মানুহৰ সীমাহীন বিলৈ বিপত্তি হয় । সেয়ে মানুহৰ অন্যায় কৰা এনে পানীৰ প্ৰতি বিৰক্ত হৈ বানপানীক তিৰস্কাৰ কৰি কয় যে ই হ'ল দুৰ্বিসহ পানী, মৃত্যুৰ কু সংবাদ, বিষাক্ত মৃত্যুৰ আৰ্তনাদ ।

মানুহৰ মৃত্যুৰ সংবাদ ।

উত্তৱে পানী .....
এই পানী
কি যে পানী
দুৰ্বিষহ পানী
তৃষ্ণাৰ্তৰ ই নহয়তো পানী ।
শুকান ধৰিত্ৰীৰ অশ্ৰুভৰা
নহয় ই আকৃতি
এই বানপানী ।
এই পানী ত্ৰাসৰ
এই পানী বেজাৰৰ
এই পানী মৃত্যুৰ কু সংবাদ
এই পানীয়ে
মাতৃস্তনৰ পৰা
কেচুৱাক কাঢ়ে
এই পানীয়ে কৃষকক
পথাৰৰ পৰা কাঢ়ি নি
মৃতদেহলৈ পৰিণত কৰে
উত্তৱে পানী.........
মানুহৰ সকলো
বুদ্ধি-বৃত্তিক
উপলুঙা কৰি কৰি
লথিয়াই থৈ যায়
সহস্ৰ গাঁৱবে ঘাট ।
এই পানী ভয়াবহ
বিষাক্ত মৃত্যুৰ
মহা আৰ্তনাদ
উত্তৱে পানী .....

ৰচনা ঃ গুৱাহাটী; ৩১ মেই, ১৯৯০ চন ।

# এক বিন্দু দুই বিন্দু

পানীয়েই প্ৰাণীৰ প্ৰাণ । পানী অবিহনে জীৱ-জন্তু, তৰু- তৃণ একোৱেই জীয়াই নেথাকে । পানীয়ে দেহ শীতলায় । কিন্তু এই পানীয়ে বাৰিষা যেতিয়া কাল ৰূপ ধৰি প্ৰচণ্ড উগ্ৰমূৰ্ত্তি ধাৰণ কৰে তেতিয়া জীৱন ধাৰণৰ এই পানীয়েই হয় সংহাৰ মূৰ্ত্তি ধাৰী ভয়াল জয়াল বিভৎস বানপানী । হিমালয়ৰ পাদদেশত অৱস্থিত উত্তৰ পূৰ্বাঞ্চল হিমালয়ৰ ঠাল-ঠেঙুলি পাহাৰ-পৰ্বতেৰে আবৰা । গ্ৰীষ্ম কালত অৰ্থাৎ এপ্ৰিলৰ পৰা অক্টোবৰলৈকে মৌচুমী বতাহৰ প্ৰভাৱত এই অঞ্চলটোত প্ৰচুৰ পৰিমাণে বৰষুণ হয় । মেঘালয়ৰ চেৰাপুঞ্জী আৰু মৌচিনৰাম এসময়ত পৃথিৱীৰ ভিতৰত আটাইতকৈ বেছি বৰষুণ হোৱা ঠাই ৰূপে পৰিগণিত হৈছিল। বৰ্তমান যথে মথে গছ- বন কাটি বনাঞ্চল ধ্বংস কৰাৰ ফলত বৰষুণৰ পৰিমাণ হ্ৰাস পাইছে । কিন্ কিন্, চিপ্ চিপ্, হিৰ্ হিৰ্ ধাৰাসাৰ বৰষুণে প্ৰচুৰ পানী বৰ্ষণ কৰাৰ ফলত সমতল অঞ্চলৰ ঘৰ-দুৱাৰ, বাট পথ বুৰ যায় । পোহনীয়া জীৱ-জন্তু, ভড়াল, শস্যৰপথাৰ আনকি মানুহো উটি যায়। সৰ্বস্বান্ত হৈ মাথোঁ মানুহে আশ্ৰয় শিবিৰত বৈ চৰকাৰী সাহায্যলৈ বাট চায় । জীৱন দায়িনী পানী হয়গৈ ত্ৰাস, আতঙ্ক । এই পানীয়ে মাথোঁ দহে; নিশীতলায় আকাঙ্খাৰ ওখ ওখ গড়া খহায়। এই পানী যেন পানী নহয়; ই নিষ্ঠুৰ মৃত্যুৰ থেই থেই তাণ্ডৱ । এই পানীয়ে আশা দহে, জীৱন দহে, যৌৱন দহে। মানুহৰ জীৱন, —আকাঙ্খাকলৈ হেতালি খেলা এই বানপানী হ'ল বিভৎস পানী— ঘৃণা আৰু চৰম তিক্ততাৰে এনেদৰে কয় ড° ভূপেন হাজৰিকাদেৱে।

এক বিন্দু দুই বিন্দু
জীৱনৰ অমৃত পানী
পানী এক বিন্দু , দুই বিন্দু
হেজাৰ বিন্দু .......... লক্ষ্য কোটি বিন্দু
উত্তৰে পানী, দক্ষিণে পানী, পূবে পানী, পশ্চিমে পানী
ই নিষ্ঠুৰ মৃত্যুৰ থেই থেই তাণ্ডৱ — জয়াল ভয়াল বানপানী ।
ই পানী নহয় আনন্দৰ
এই ভয়াবহ পানী আতঙ্কৰ
উত্তৰে পানী, দক্ষিণে পানী, পূবে পানী, পশ্চিমে পানী
ই ভয়াল জয়াল বান পানী ।
এই পানী শীতল নহয়
এই পানীয়ে মাথোঁ দহে
এই পানী পবিত্ৰ নহয়
এই পানীয়ে আশা দহে
এই পানীয়ে প্ৰাণ দহে
এই পানীৰ খঙাল কোবত
আকাঙ্ক্ষাৰ ওখ ওখ গড়া খহে ।
উত্তৰে পানী, দক্ষিণে পানী, পূবে পানী, পশ্চিমে পানী ।
ই নিষ্ঠুৰ মৃত্যুৰ থেই থেই তাণ্ডৱ— ভয়াল জয়াল বানপানী ।
ই আশা দহে, প্ৰাণ দহে
যৌৱন দহে, জীৱন দহে —ই কি বিভৎস পানী
ই নিষ্ঠুৰ মৃত্যুৰ থেই থেই তাণ্ডৱ — ভয়াল জয়াল বানপানী ।

চেৰাপুঞ্জী, ২৫ মেই; নিশা ২.৩০ বজাত ১৯৯০

# জিন্দাবাদ মেণ্ডেলা

'ৰাধে ক'লা নুবুলিবি মোক ...... মাও ক'লা বাপ ক'লা ক'লীয়াৰে জাত' কামৰূপী লোকগীতত বৰ্ণ বৈষম্যৰ বলি হোৱা এইয়া কৃষ্ণৰূপী কোনো বিসম্বাদী কণ্ঠৰ কৰুণ সুৰ । কৃষ্ণাঙ্গ সকলৰ দেশ আফ্ৰিকা । জাতিৰ পিতা মহাত্মা গান্ধীয়ে এই দক্ষিণ আফ্ৰিকাতে শ্বেতাঙ্গ সকলৰ বাবে সংৰক্ষিত ৰেলৰ আসনত বহাৰ অপৰাধতেই শ্বেতাঙ্গ সকলৰ দ্বাৰা অপমানিত হৈছিল । তাৰ প্ৰতিবাদতেই কৃষ্ণকায় সকলৰ সহযোগত তেওঁ দক্ষিণ আফ্ৰিকাতে আৰম্ভ কৰিছিল সত্যাগ্ৰহ আন্দোলন । তেওঁৰ অনুকৰণতে নেলছন মাণ্ডেলাই – পূৰ্ণ নাম 'Nelson Rolihlahla Mandela' কৃষ্ণাঙ্গ সকলৰ মুক্তি আৰু সমমৰ্যাদাৰ বাবে সুদীৰ্ঘ সাতাইছ বছৰ সাত মাহ কাৰাবাস খাটি ১৯৯০ চনৰ ১১ ফেব্ৰুৱাৰীৰ দিনা মুক্ত হয় । বৰ্ণ বৈষম্যৰ বিৰুদ্ধে আমেৰিকাত গীতেৰে যুঁজ দিছিল পল ৰ'বছনেও । ক'লাই হওঁক বা বগাই হওক গুণগত মাপকাঠিত সকলো মানুহ একে। সকলো মানুহৰে তেজৰ বৰণ ৰঙা; তেজত হিমোগ্লোবিন আছে । দুভাগ হাইড্ৰোজেন আৰু এভাগ অকচিজেনৰ সংমিশ্ৰনত সৃষ্টি হোৱা পানী খাই, একে আকাশৰ তলত একে বায়ু সেৱন কৰি জীৱন ধাৰণ কৰিছে । কেৱল গাৰ ছালৰ ক'লা বৰণৰ বাবেই যুগে যুগে কৃষ্ণ কায় সকলে সহি আহিছে দমন, শোষণ, পীড়ণ; পিন্ধিছে দাসত্বৰ শিকলি ! 'প্ৰখৰ ৰৌদ্ৰৰূপী যুৱক' মাণ্ডেলাই বৰ্ণ বৈষম্যৰ জীৰ্ণ প্ৰাচীৰ খনি বজ্ৰহাতুৰিৰে ভাঙি দলিয়াই পেলালে সেই দাসত্বৰ শিকলি ! মুক্তিৰ পিছত গান্ধীৰ দেশ ভাৰত ভ্ৰমণলৈ অহা মাণ্ডেলাক ১৯৯০ চনৰ ১৮ অক্টোবৰ দিনা কলকাতাৰ ঐতিহাসিক ইডেন গাৰ্ডেনত সম্বৰ্দ্ধনা জনোৱা হয় । সেই অনুষ্ঠানত গাবৰ বাবে ড০ ভূপেন হাজৰিকাদেৱে এই গীতটি ৰচি অনেক নামী দামী গায়কৰ সৈতে অগণন লোকৰ সমাবেশত পৰিবেশন কৰে।

**কথা ঃ** কৃষ্ণাঙ্গসকলৰ চিৰমুক্তিৰ বাবে সুদীৰ্ঘ সাতাইশ বছৰ আৰু সাত মাহৰ এক কৰাৰুদ্ধ জীৱনৰ অন্ধকাৰ ভেদি সিদিনা প্ৰখৰ ৰৌদ্ৰৰূপী এক নতুন যুৱক হৈ ওলাল আফ্ৰিকাৰ মহাসংগ্ৰামী নেলছন মাণ্ডেলা । গীতিকাৰে কৈছে,— 'জিন্দাবাদ, নেলছন মেণ্ডেলা ।'

জিন্দাবাদ মেণ্ডেলা মেণ্ডেলা জিন্দাবাদ
জিন্দাবাদ মেণ্ডেলা মেণ্ডেলা জিন্দাবাদ
সাতাইছ বছৰ আৰু সাতটা মাহৰ
বন্ধ কাৰাগাৰ ভাঙিলা
প্ৰখৰ ৰৌদ্ৰৰূপে আফ্ৰিকাৰ
নতুন যুৱক হৈ ওলালা — জিন্দাবাদ মেণ্ডেলা ।

বৰ্ণ বৈষম্যৰ জীৰ্ণ প্ৰাচীৰখনি
বজ্ৰ হাতুৰীৰে ভাঙিলা
মুক্ত আকাশৰ উদ্দেশ্যে
দৃঢ় মুষ্টি তুমি তুলিলা — জিন্দাবাদ মেণ্ডেলা ।
কৃষ্ণাঙ্গৰ চিৰমুক্তি
তোমাৰ আজীৱন যুক্তি
যাৱজ্জীৱন কাৰাদণ্ডতো
তুমি নকৰিলা আপোচৰ চুক্তি
সাম্যপিয়াসী লক্ষ্যজনৰ
বন্দী শিবিৰ তুমি নাশিলা — জিন্দাবাদ মেণ্ডেলা ।

ৰচনা ঃ কলিকতা, ১৯৯০

# পাগলাদিয়াৰ পাৰে পাৰে

ড০ ভূপেন হাজৰিকাদেৱে মহাশক্তিৰ অধিকাৰী, সমন্বয়ৰ, সাহসৰ প্ৰতীক ব্ৰহ্মপুত্ৰৰ উপৰিও দেশ বিদেশৰ নানা নদীক লৈ অনেক গীত ৰচিছে। এই গীতটি নলবাৰী জিলাৰ মাজেৰে বৈ যোৱা পাগলাদিয়া নদীৰ দুপাৰক সন্মান জনাই ৰচা হৈছে। সুনিৰ্মল বায়ু, সেউজীয়া গছে-বনে নৈ পৰীয়া গাঁৱৰ প্ৰাকৃতিক সৌন্দৰ্য্যাৱলী নিৰুপম। নৈৰ পলসেৰে সাৰুৱা গাওঁবোৰ শস্য-শ্যামলা । গাঁৱৰ ৰংমন, ওচমান, ৰহদৈ, ৰেজিয়াইত মৰমিয়াল; কামে কাজে নিপুনা । বিহুৰ উপৰিও নানা উৎসৱ পাতি ৰং ৰহইছ কৰি জাতি-জনগোষ্ঠী, সম্প্ৰদায়ে সমন্বয় সম্প্ৰীতিৰে বসবাস কৰে । প্ৰয়োজনত দেশৰ বাবে প্ৰাণও দিয়ে । এনে এখন গাৱঁলৈ চহৰৰ আধুনীকা স্নেহশীলী একজনী আহি গাঁৱৰ প্ৰাকৃতিক সৌন্দৰ্য্য, মৰম-স্নেহ, সুখ-সমৃদ্ধি দেখি গাঁৱৰ প্ৰেমত পৰিল । তেওঁ গাঁৱৰ কৰ্মঠ, ব্যক্তিত্বশীল ডেকাৰ প্ৰেমত পৰিল আৰু বিয়া হৈ সুখে-সন্তোষে গাঁৱতে থাকিল। আজি কেইদশকমানৰ পৰাই গাঁৱৰ মানুহ চহৰমুখী হৈছে। কাৰণ, বান-খহনীয়াত কৃষক সৰ্বহাৰা; – কৃষিভূমি, মূলধনৰো অভাৱ । সেয়েহে, শিক্ষিতই কৰ্ম সংস্থান বিচাৰি, বনুৱাই হাজিৰা বিচাৰি চহৰ মুখী হৈছে। সেয়ে গাওঁ উন্নয়ৰ কথা ভাবি বৰ্তমান কংগ্ৰেছ নেতৃত্বাধীন তৰুণ গগৈ চৰকাৰে 'গাঁৱলৈ যাওঁ ব'লা' কাৰ্য্যসূচী গ্ৰহণ কৰিছে । মহাত্মা গান্ধীয়েও 'গাঁৱলৈ যাওঁ বোলা' আঁচনি লৈছিল । এই আঁচনি সফল হলে নিশ্চয় এদিন 'গাঁৱতে, মাটিতে সৰগ ৰচনা' হব । 'গাঁৱতে সৰগ ৰচা'ৰ কল্পনা কৰা শিল্পী ড০ ভূপেন হাজৰিকাদেৱে সেই উদ্দেশ্যৰেই এই গীতটি ৰচে ।

পাগলাদিয়াৰ পাৰে পাৰে
কোন সুন্দৰী যায়
কিবা গুণি আপোন মনে
কিবা গুন গুণায় ।
পাগলাদিগাৰ পাৰে পাৰে
কে ন সুন্দৰী যায় ।
দুগদুগী নাই বিহা ও নাই
আধুনিকাৰ সাজ
আমাৰ সখী চহৰ এৰি
পালে গাঁৱৰ মাজ ।
গাঁৱৰ শোভা দেখি সখীৰ
হিয়া-মন জুৰায়
পাগলাদিয়াৰ পাৰে পাৰে
কোন সুন্দৰী যায় ।
আমাৰ সখী সুখী কিয়
আমাক সোধা হওঁক
(ক'ম) ঘৰতে পাইছে এক
কলিৰ কৃষ্ণৰ লগ
সেই কৃষ্ণই সখীৰ নয়ন
নয়ন ভৰি চায়
পাগলাদিয়াৰ পাৰে পাৰে
কোন সুন্দৰী যায় ।

ৰচনা : লোমাবাদা, মহাৰাষ্ট্ৰ; ১৯৯০ চন

# মই অথায় জলধিৰ মাজলৈ

কেতিয়াবা নিজকে বৰ অসহায় অসহায় লাগে। পৰিকল্পনা এটা কৰি কোনো সিদ্ধান্তত উপনীত হব নোৱাৰি। হাত দিলেই কেনা লাগে; পদে পদে কাইট, নিতে নব সংঘাত। সংঘাতে দিয়ে আঘাত। সহায়ৰ হাত নাই। এফালে মাথোঁ অহঙ্কাৰ স্বাৰ্থপৰতাৰ; চৌদিশে প্ৰস্তুতি ধ্বংস যজ্ঞৰ– মৃত্যু মাতি অনাৰ, – সংহাৰ দানৱৰ। ইফালে অদম্য স্পৃহা সপোনটো দিঠক কৰাৰ - দিগন্তত সোণালী কিৰণৰ ৰেঙনি। তেতিয়া মনত এনে কষ্ট হয় -আমি যেন মাজ পানীত ককবকাইছোঁ,– ধৰিবলৈ তৃণ-কুটা এডালো নাই। সুৰুঙা নাই এধানি পোহৰ আহিবলৈ দুৰ্ঘোৰ এন্ধাৰ ভেদি। কিন্তু গায়ক, গীতিকাৰ ড০ হাজৰিকাদেৱ বিপৰ্য্যয়ত বিপৰ্যস্ত নহয়। তেওঁ বৰ আশাবাদী। নৈৰাশ্যক প্ৰশ্ৰয় নিদিয়ে। ধৈৰ্য্য আৰু সংযমেৰে আগবাঢ়ি যায়। প্ৰয়োজনত নিয়ম ভাঙে; বাধাৰ হেঙাৰ ভাঙি দিগন্তলৈ উৰা মাৰে। এই গীতটিতো তেওঁ মন সাগৰৰ পাৰে পাৰে মথাউৰি সাজি আশাৰ প্ৰদীপ জ্বলাই বৈ আছে আৰু লাভ কৰিছে অচিন পথিকৰ সঁহাৰি। – গীতটি শিল্পীজনাৰ গভীৰ জীৱনবোধ।

মই অথায় জলধিৰ মাজলৈ
আহিলোঁ সাঁতুৰি
দূৰ দূৰণিত দুপাৰ এৰি
থাইছোঁ হাবাথুৰি
মই অথায় জলধিৰ মাজলৈ
আহিলোঁ সাঁতুৰি।

এটি পাৰে অহঙ্কাৰ স্বাৰ্থপৰতাৰ
চৌদিশে প্ৰস্তুতি মাথোঁ মৃত্যু অনাৰ
অন্য পাৰৰ দিগন্ততে
কিৰণ পৰে সৰি
মই অথায় জলধিৰ মাজলৈ
আহিলোঁ সাঁতুৰি।

মৰম জীৱন লহৰ লীলা
শূন্যতে হয় লীন
সপোনতো নাই শঙ্কা মাথোঁ
শান্তি বিহীন।

মন সাগৰৰ পাৰে পাৰে
সাজোঁ মথাউৰি
আশাৰ প্ৰদীপ জ্বলাই কোন
পথিক আছে ঘূৰি
চিনিও নিচিনো দেখোঁ
পৰিলোঁ ভাগৰি
মই অথায় জলধিৰ মাজলৈ
আহিলোঁ সাঁতুৰি।

কলিকতা; ৬ চেপ্তেম্বৰ, ১৯৯০ চন

# এই বহাগ জলন্ত অৰুণ

প্ৰতি বছৰেই ব'হাগ আহে আৰু যায় । বহাগতে আৰম্ভ হয় এটি নতুন বছৰ । ব'হাগ হ'ল বসন্ত কাল —প্ৰকৃতিৰ বসন্ত, মানুহৰ বসন্ত । ব'হাগ মানে প্ৰেমৰ বতৰ । ব'হাগকলৈ কতৰ যে কত উপলব্ধি, কল্পনা-জল্পনা । শিল্পী সাহিত্যিকৰ ৰচনাৰ সমলো ব'হাগেই । ব'হাগৰ মহত্তৰ বিষয়ে ভিন্নজনে ভিন্ন সময়ত বিভিন্ন ব্যাখ্যা আগবঢ়াইছে । ড০ ভূপেন হাজৰিকাদেৱেও ব'হাগক লৈ অনেক গীত গাইছে । তেওঁৰ 'ব'হাগ মাথোঁ এটি ঋতু নহয়' গীতটোৱে বহাগৰ মহত্ত্ব আৰু অসমীয়া জাতিৰ ওপৰত ইয়াৰ প্ৰভাৱৰ বিষয়ে সুন্দৰ বিশ্লেষণ জনজীৱনলৈ উপহাৰ দিছে । অসমীয়া জনসমাজত বহাগ বিশেষ কৈ কৃষি উৎসৱ বিহুৰ বাবে বিখ্যাত । ড০ ভূপেন হাজৰিকাদেৱেও সাজি কাছি ওলায় ব'হাগতে ন ন সৃষ্টিৰে জনতাৰ মুখত হাঁহি বোলাবলৈ ।

১৯৯১ চনৰ ব'হাগক বিশেষ ভাৱে পৰ্য্যবেক্ষণ কৰি 'এইবাৰ বিহু এক জলন্ত অৰুণ, এইবাৰ বিহু এক দুৰন্ত তৰুণ' ৰূপে চিহ্নিত কৰিছে ড০ হাজৰিকাদেৱে । এই ব'হাগতে যেন পুৰণি সহস্ৰ ব'হাগ মাহৰ জাহি খাহি যোৱা মূল্যবোধৰ মৈদাম খান্দি খান্দি হাড়বোৰ নিকা কৰি সেই হাড়েৰে অস্ত্ৰ সাজি সাজি স্বস্তিৰ নিশ্বাস লৈ শোষণ সেনানীক বিনাশ কৰিবলৈ যেন হাঁহি হাঁহি ডেকা শক্তি ওলাই আহিছে । কৈশোৰ আৰু যৌৱনৰ সঙ্গমত ড০ হাজৰিকাদেৱৰ প্ৰাণতো এনে এটি সপোনে ক্ৰিয়া কৰিছিল । তেওঁ লিখিছিল 'সৰ্বহাৰাৰ সৰ্বস্ব পুনৰ ঘূৰাই আনিম; নৰ কঙ্কালৰ অস্ত্ৰ সাজি শোষণকাৰীক বধিম' বুলি । তেওঁৰ সেই প্ৰতিবাদী গানটো আছিল বৃটিছ সাম্ৰাজ্যবাদীৰ বিৰুদ্ধেহে । পুনৰ চলিল ঔপনিবেশী ভাৰত ৰাষ্ট্ৰৰ শোষণ । চলে বলে কৌশলে অসমৰ সকলো লুটিলে । বিনিময়ত অসমে পালে কি ! দশোদিশে ভয়াবহ দৰিদ্ৰতাৰ লেলিহান জুই । উদ্যোগ, বাণিজ্য, কৰ্ম সংস্থান একো এটাৰে সুবিধা নাই । ৰাস্তা-ঘাট যাতায়াতৰ উন্নয়ন; জন সংখ্যা অনুপাতে আধুনিক উন্নত শিক্ষা বা কাৰিকৰী শিক্ষাৰ সুব্যৱস্থা, ব্ৰহ্মপুত্ৰৰ বান সমস্যা আৰু নিবনুৱা সমস্যা সমাধানৰ কোনো আঁচনি নাই । কৃষি ব্যৱস্থাও আও পুৰণি— । মানুহৰ মুখমণ্ডল সদায় দুখৰ চাপেৰে বোলোৱা । ইফালে বনজ, কৃষিজ, খনিজ সম্পদ অবিৰত ভাৱে লুণ্ঠন চলিয়েই থাকিল । স্বাৰ্থান্বেষী, মুখা পিন্ধা ভণ্ড শাসকৰ কুশাসন আৰু লেতেৰা ৰাজনীতি অসমৰ উন্নতিৰ অন্তৰায় হ'ল । অতীতৰ পৰাই মানুহে বহাগক আদৰিছিল, বিহু পাতিছিল বুকুৰ মাজত এবুকু দুখ লৈ – তেওঁলোকে শোষকৰ বিৰুদ্ধে যুঁজ দিয়া নাছিল । যুঁজ দিয়াৰ শকতি বা নেতৃত্বৰো অভাৱ আছিল । মাথোঁ গতানুগতিক ভাৱে চলি আহিছিল । সেয়েহে গায়ক গীতিকাৰে পুৰণি ব'হাগবোৰ ক্লান্ত আছিল আৰু চিন্তাবোৰ অশান্ত নাছিল বুলি কৈছে ।

অসমৰ প্ৰতিটো সমস্যাৰ বিৰুদ্ধে যুঁজ দি আহিছে ডেকা শক্তিয়ে । অহিংসে আন্দোলনেৰে এই জ্বলন্ত সমস্যাবাজি সমাধানৰ আশা নেদেখি এচাম তৰুণ-তৰুণীয়ে হাতত অস্ত্ৰ তুলি ল'লে আৰু অসমক স্বাধীন কৰাৰ পণ ল'লে । আশীৰ শেষ আৰু নব্বৈৰ দশকত এই সংগঠন তৰুণ হয় । অসমৰ উন্নতিৰ অৰ্থে ডেকা শক্তিয়ে কৰা এই সশস্ত্ৰ সংগ্ৰামত অসমৰ বাইজে পৰোক্ষ সমৰ্থন জনালে । এক দুৰন্ত গতিৰে আন্দোলন চলিল । এই গীত লিখাৰ পৰত এই আন্দোলন তুঙ্গত উঠিল । অন্যহাতে [illegible]পোৱাৰ বেদনা, অৱদমন, ভাষা-সংস্কৃতিৰ সংৰক্ষণ আদি নানা দাবী লৈ অসমৰে আন কেবাটাও গোষ্ঠী-সম্প্ৰদায়ৰ সংগঠনে অহিংসে আন্দোলন চলালে । তাৰে ভিতৰত হিংসাৰ আশ্ৰয় লোৱা সংগঠনো আছিল কেবাটাও । হত্যা-হিংসা, অপহৰণ, ধনদাবী আদিৰ ফলত বিহু পতাৰ পৰিৱেশ নোহোৱা হ'ল । চাৰি দশকমান জুৰি বিহুত গীত গোৱা ভূপেন হাজৰিকা সেইবাৰো গীত গাবলৈ বুলি বোম্বাইৰ পৰা অসমলৈ আহি বিহুৰ দিনাখন মনৰ দুখতে নিজবাপাৰৰ নিজৰ কোঠাতেই সোমাই পাৰ কৰিলে । কাৰণ সেইবাৰ বিহু পতা হোৱা নাছিল । বিহু উদ্‌যাপন সমিতি কিছুমানে বিহুৰ পতাকাখন উত্তোলন কৰিয়েই আনুষ্ঠানিকতাৰে কাৰ্যসূচী সামৰিছিল অশান্ত, উত্তপ্ত পৰিস্থিতিৰ বাবে । জাতীয় উৎসৱ বিহুটিৰেই যদি এনে অৱস্থা হয় তেনেহ'লে অসমীয়া জাতিটোৰ অৱস্থা কি হ'ব ? সেইদিনাই বহু ভঙা গৈছিল তেওঁৰ এটা সাক্ষাৎকাৰ লবলৈ । কথাৰ মাজতে শিল্পী গৰাকী উত্তেজিত হৈ পৰিছিল । আবেগিক

হৈ সেই মুহূৰ্ততেই তেওঁ এটা কবিতা ৰচি আবৃত্তি কৰিছিল। সেই কবিতাটোৱেই হ'ল 'এই বহাগ জ্বলন্ত অৰুণ এই বহাগ দুৰন্ত তৰুণ ।' কাৰণ এনেদৰে আৰু দীৰ্ঘকাল চলিবলৈ হ'লে প্ৰগতি বিঘ্নিত হ'ব আৰু প্ৰগতিৰ চূড়াত অৱতৰণ কৰা বিশ্ববাসীয়ে এদিন অসমীয়াক উপলুঙাৰে হাঁহিব । তাৰোপৰি বহিঃ শক্তিয়ে গৃহকন্দলৰ সুযোগলৈ মাছৰোকাৰ দৰে ঠোঁট তুলি আছে অসমক গ্ৰাস কৰিবলৈ ! সেয়েহে তেওঁ ৰচিলে এইবাৰৰ (১৯৯১) ব'হাগ যেন এক দুৰন্ত তৰুণ । এই বহাগতে সংকল্প লোৱা হওঁক হাতে হাত ধৰি আগুৱাই যোৱাৰ, পুৰণিৰ বেয়াবোৰ এৰি ভালখিনি লোৱাৰ, নতুনক আদৰি অনাৰ, হিংসা-হত্যা পাহৰি দেশক, জাতিক প্ৰগতিৰ পথেৰে আগুৱাই নিয়াৰ, মানৱতাৰ জয় গান গোৱাৰ ।

(পুৰণি ব'হাগবোৰ ক্লান্ত আছিল, পুৰণি ব'হাগবোৰ অশান্ত নাছিল । আজিৰ ব'হাগ এক জ্বলন্ত অৰুণ, এই ব'হাগ এক দুৰন্ত তৰুণ । পুৰণি জহি খহি যোৱা মূল্যবোধৰ ঠাইত নতুন নতুন চিন্তাৰ জোৱাৰ আজি দেখিছানে ?)

এই ব'হাগ জ্বলন্ত অৰুণ
এই ব'হাগ দুৰন্ত তৰুণ
পুৰণি শত শত
ব'হাগ মাহৰ
জহি-খহি যোৱা
মূল্যবোধৰ
মৈদাম খান্দি খান্দি
হাড়বোৰ নিকা কৰি
অস্ত্ৰ সাজি সাজি
লৈ নিশ্বাস
কোনে বাৰু হাঁহি হাঁহি
শোষণ সেনানীৰ
কৰিছে বিনাশ ।
এই ব'হাগ জ্বলন্ত অৰুণ
এই ব'হাগ দুৰন্ত তৰুণ ।
পুৰণি ব'হাগ ক্লান্ত আছিল
পুৰণি চিন্তা অশান্ত নাছিল
আজিৰ ব'হাগ যেন বলিয়া বসন্ত
থিয় হৈছেহি এক তৰুণ দুৰন্ত ।
মৃত্যুৰে সখা পাতি
বজালে ফাগুন
বহাগতে খেদিছেহি
নিঠুৰ শগুণ ।
এই ব'হাগ জ্বলন্ত অৰুণ
এই ব'হাগ দুৰন্ত তৰুণ
দেশৰ মাটিত তাৰ ভৰি দুটা আছে
ক'লা ক'লা চুলিবোৰে চুইছে আকাশ,

বাহু দুটা মেলি সি বুটলিছে তৰা
কণ্ঠত যুক্তিৰ মুক্ত প্ৰকাশ
আকাশে ঢালে নতুনৰ ৰৰষুণ
ঢোল বাই নাচে দুৰন্ত তৰুণ
এই ব'হাগ জ্বলন্ত অৰুণ
এই ব'হাগ দুৰন্ত তৰুণ ।

(বিঃ দ্ৰঃ — ওপৰৰ গীতটি কেছেটত বাণী বন্ধনৰ ৰূপতেই দিয়া হ'ল আৰু তলত গীতটো গীতিকাৰে প্ৰথমে কাগজত যেনেদৰে লিপিবদ্ধ কৰিছিল, সেই মূল ৰূপটোও দিয়া হ'ল ।)

পুৰণি শত শত
বহাগ মাহৰ
জহি খহি যোৱা
মূল্য বোধৰ
মৈদাম খান্দি খান্দি
হাড়বোৰ নিকা কৰি কৰি
অস্ত্ৰ সাজি সাজি লৈ নিশ্বাস
কোনে বাৰু হাঁহি হাঁহি
শোষণ-সেনানীৰ কৰিছে বিনাশ ?
এই বাৰ বিহু যেন জ্বলন্ত অৰুণ
এই বহাগ এক দুৰন্ত তৰুণ
পুৰণি বহাগবোৰ ক্লান্ত আছিল
পুৰণি চিন্তাবোৰ অশান্ত নাছিল
আজিৰ বহাগ যেন বলিয়া বসন্ত
থিয় হৈছেহি এক তৰুণ দুৰন্ত ।
মৃত্যুৰে সখা পাতি ৰঙালে ফাগুন
ব'হাগত খেদিছেহি নিঠুৰ শগুণ ।
এইবাৰ বিহু যেন জ্বলন্ত অৰুণ
এই ব'হাগ এক দুৰন্ত তৰুণ ।
দেশৰ মাটিত তাৰ
ভৰি দুটা আছে
ক'লা ক'লা চুলিবোৰে চুইছে আকাশ
বাহু দুটা মেলি
সি বুটলিছে তৰা
কণ্ঠত যুক্তিৰ মুক্ত প্ৰকাশ
আকাশে ঢালে নতুনৰ ৰৰষুণ
তাতে ঢোল বাই নাচে দুৰন্ত তৰুণ
এইবাৰ বিহু এক জ্বলন্ত অৰুণ
এইবাৰ বহাগ এক দুৰন্ত তৰুণ ।

ত্ৰিশ চ'ত; শকাব্দ ৫৪২ (১৯৯১)

# চৰাইপুঙৰ কপৌ চৰাই

কপৌচৰাই শান্তিৰ প্ৰতীক্ । ই বনাঞ্চলত বাস কৰে । কেতিয়াবা মানুহৰ ঘৰৰ মুধচতো বাহ সাজে। চৰাইপুং তিনিচুকীয়া জিলাৰ এখন অটব্য বনাঞ্চল । ইয়াতো শান্তিৰ প্ৰতীক কপৌ বাস কৰে আৰু মুকলি মনে জাকে জাকে উৰে । সেই শান্ত সৌম্য বনাঞ্চলতে শিবিৰ পাতি আছিল নোপোৱাৰ অভিমানী, হেৰোৱাৰ বেদনাহত ভাৰত ৰাষ্ট্ৰৰ শোষণৰ কবলৰ পৰা মুক্ত কৰি 'স্বাধীন অসম' গঢ়াৰ সপোন দেখা সশস্ত্ৰ সংগ্ৰামী দল 'সংযুক্ত মুক্তি বাহিনী অসম' । তাতেই তেওঁলোকে অস্ত্ৰ-শস্ত্ৰ পৰীক্ষা-নিৰীক্ষা কৰি আৰু বোমা-বাৰুদ ফুটাই সক্ৰিয় নিষ্ক্ৰিয়তাৰ প্ৰমাণ কৰিছিল । গুৰুম্ গুৰুম্ বিকট শব্দত নীৰিহ পশু-পক্ষীৰ মাজত কোৰ্হাল লাগিছিল প্ৰাণৰ মমতাত। বনাঞ্চলৰ কাষৰ গাওঁবাসীয়ে নীৰৱে শুনিছিল বোমা ফুটুৱাৰ শব্দ, গুলিৰ আৱাজ । একো বুজা নাছিল । মাথোঁ কিছুমান সৰু গাড়ী হাবিৰ মাজলৈ সোমাই যোৱা প্ৰত্যক্ষ কৰিছিল । এই বনাঞ্চলতে সংঘটিত হৈছিল অনেক ৰোমহৰ্ষক ঘটনা । ইয়াৰ ওচৰৰে লক্ষীপথাৰ মানৱতাৰ বধ্যভূমি ৰূপে চিহ্নিত হৈছে; য'ত উদ্ধাৰ হৈছে প্ৰকাণ্ড গণ কবৰ। ইয়াৰ পিছতো অসমৰ অনেক ঠাইতে এনে গণ কবৰ উদ্ধাৰ হৈছে । এই লোকবোৰক কিয় হত্যা কৰা হ'ল তাৰ সঠিক উত্তৰ জনসাধাৰণৰ মাজত নাই । কবৰ উদ্ধাৰ হোৱা শুনি নিখোজ হোৱা পৰিয়ালৰ আত্মীয় কুটুম্বই দৌৰ মাৰিছিল সেই গণ কবৰলৈ আপোনজনক চিনাক্ত কৰণৰ আশাত । —গেলি পচি যোৱা জঁকাবোৰহে তেওঁলোকে দেখা পাইছিলগৈ আৰু কপালত চপৰিয়াই উভতিছিল । ইফালে উগ্ৰপন্থী দমনৰ নামত পুলিচ-সেনাই বৰ্বৰ অত্যাচাৰ চলালে সৰ্বসাধাৰণ ৰাইজৰ ওপৰত; সৰল হোজা নাৰীয়ে হেৰুৱালে সেনাৰ হাতত অমূল্য সম্পদ সতীত্ব । শত-সহস্ৰজন পঙ্গু হ'ল । দুই ম'হৰ যুঁজত বিৰিণাৰ মৰণ হ'ল । ইয়াৰ মাজতেও অসমৰ সেউজীয়া পথাৰত সোণ গজিল । ডেকা-গাভৰুৰ আনকি অৰণ্য গৰ্ভতো সংগ্ৰামী ডেকা গাভৰুৰ মাজতো প্ৰণয় আৰু বিবাহ হয় আৰু সন্তান জন্ম হয় । তেওঁলোকে হাতে ঢুকি নোপোৱা 'সাৰ্বভৌম অসম'ৰ দাবীত অটল হৈয়ে ৰ'ল । কিন্তু বিৰিণা ৰূপী ধন-জন সৰ্বহৃত লোকৰ কন্দোনক জানো কোনোৱে উলাহ কৰিব পাৰিব ? শত সহস্ৰ সোণৰ সংসাৰ শ্মশানত পৰিণত হ'ল ! কোনে দিব সজাই পুনৰ ? যিহেতু মানুহ সৃষ্টি কৰাৰ ক্ষমতা মানুহৰ নাই তেন্তে হত্যা কৰাৰ অধিকাৰো নাই । সমাজ গঢ়িব পাৰি প্ৰেমেৰেহে; ধ্বংসৰে নহয় ।

চৰাইপুঙৰ কপৌ চৰাই জাকে জাকে উৰে
নতুন মনৰ মানুহ নতুন ৰূপ ধৰে ।
জিগিজা গিজাও জিগিজা গিজাও
        ৰঙা জবা ফুল
        কেঁচা তেজ বিচাৰি কোন বিয়াকুল ।
দুই মহৰ যুঁজত আজি বিৰিণা বন মৰে
এই বিৰিণাৰ কান্দোনক
        কোনে উলাই কৰে ?
সেউজ পথাৰত সেউজ সেউজ
        সোণ পৰি ৰয়
মনৰ মাজত অবুজ সেউজ
        প্ৰেমৰ খেতি হয় ।
আকাশ সীমাৰ ন-শান্তিৰ
প্ৰতিজ্ঞা সোণালী
জোন সুৰুযৰ আৱৰ্তি হয় পুৱা গধূলি ।

কলিকতা; ২৭।৭।৯১, পুৱা

# উদং উদং গা, কোন ডেকাৰে গা

ৰূপে মনোহৰা, গুণে অনুপমা আই অসমী। অসমৰ হাবি বননি চৰাই-চিৰিকতি, ফলে-ফুলে চালে চকু ৰোৱা। অসমৰ ডেকা গাভৰুবোৰো অতি ধুনীয়া। সুন্দৰ সুঠাম দেহাৰে পথাৰত হাল বাই থকা পাহোৱাল ডেকাজনক দেখিলে বুকু জুৰ পৰে ! কোৱা হয় পুৰুষৰ ৰূপৰ অৰ্থ নাই। কৰ্মনিপুণতা, দক্ষতা, যোগ্যতা, সবলতা, এখন মৰমসনা উদাৰ বুকু আৰু সাহসবহে প্ৰয়োজন। কিন্তু, সৌন্দৰ্য্যৰ প্ৰয়োজন কোনো ক্ষেত্ৰতে নুই কৰিব নোৱাৰি। অসম কৃষি প্ৰধান ৰাজ্য। শদিয়াৰ পৰা ধুবুৰীলৈকে এই বিশাল ভূখণ্ডত কৃষিয়ে জীৱিকাৰ উপায় হিচাবে প্ৰধান ভূমিকা গ্ৰহণ কৰি আহিছে। অসমৰ ডেকা সকল অকল কৃষি কাৰ্য্যতেই যে পাৰ্গত এনে নহয় এওঁলোকে প্ৰয়োজনত দেশৰ বাবেও জীৱন দিবলৈ কুণ্ঠাবোধ নকৰে। হেলাৰঙে দিখৌ, ৰবাক, ৰঙনদী পাগলাদিয়া পাৰ হয়। 'পুৱাই উঠি দিখৌ পাৰ হোৱা' কথাৰে উজনি অসমৰ দিখৌ পৰীয়া ডেকা, 'মুগা পলু উম দিয়া'কথাৰে নামনি অসমৰ মুঠতে ইয়াত সকলো অসমীয়া ডেকাৰ কথাকে কোৱা হৈছে। মহাপুৰুষ শ্ৰী শঙ্কৰদেৱেও ভাদমহীয়া লুইত সাঁতুৰি পাৰ হৈছিল। পাটমুগাৰ শিল্পৰ বাবে গুৱালকুচিক 'অসমৰ মানচেষ্টাৰ' আখ্যা দিয়া হৈছে। অসমৰ মুগাই পৃথিৱীৰ ধনী, অভিজাত লোকৰ শোৱনি কোঠা, দেহা শুৱাইছে। এই কুটিৰ শিল্প সমূহৰ সতে অসমৰ ডেকা আৰু গাভৰু জড়িত। এওঁলোক বণিয়ালো। উৎসৱ-পাৰ্বন, পূজা-অৰ্চনা কৰে, বিহু পাতি ৰং-ৰহইচ, আনন্দ-উৎসৱ আৰু নাচ গান কৰে। কৃষিৰ উৎপাদিত শস্যেৰে বছৰটো সুখেৰে খায়। এওঁলোকৰ বুকুত আছে দিগন্ত বিয়পা সপোন আৰু সেই সপোনক বাস্তৱত ৰূপ দিয়াৰ বাসনা। বিজ্ঞান প্ৰযুক্তি আৰু প্ৰগতি এওঁলোকৰ হাতৰ মুঠিত উকমুকোৱা এটা সপোন। অসমীয়া ডেকাৰ ৰূপৰ গুণৰ তুলনা নাই। কিন্তু উলুৰ লগত বগৰি পোৰা যোৱাৰ দৰে বৰ্তমান অসমৰ উগ্ৰপন্থাই অসমীয়া ডেকাৰ নামত কালিমা সানিছে।

কথা ঃ দিখৌৰ পাৰত সুঠাম হাতেৰে পথাৰ চহাই হাল বাই থকা কোন এইজন অসমীয়া ডেকা ?
যদি লাগে দেশৰ হকে মৰণ লৈও খেলা, কোন এইজন অসমীয়া ডেকা ?

উদং উদং গা
কোন ডেকাৰে গা
সুঠাম হাতেৰে পথাৰ চহাই
হাল বাইছে চা।
ৰং লৈ সি খেলে
সৰিয়হৰ হালধীয়া ৰঙত লুকাই খেলে
কৃষ্ণচূড়া কলিটি মোৰ খোপাটিলৈ চা।
মুগা পলু উম দি সি
নিশাটো কটায়
পুৱাই উঠি দিখৌখন
সাঁতুৰি পাৰ হয়, অ' সঁতুৰি পাৰ হয়।
জীৱন লৈ সি খেলে
যদি লাগে দেশৰ হকে
মৰণ লৈও খেলে
শৰতৰে শেৱালি মোৰ
শিৰত চালে চা।

ৰচনা ঃ যোৰহাট, ১৯৯২

# গুৱাহাটীৰ কোনোবা এটি

সময় পখিলী উৰি যায় ন ন ৰূপেৰে;— ৰূপান্তৰৰ বাটেৰে । সময়ৰ বিৱৰ্তনৰ লগে লগে সমাজে সলায় ন সাজ; সলায় ৰীতি নীতি, মানুহৰ ৰুচি-অভিৰুচি, প্ৰেম প্ৰীতিৰ ভাষা । আজিৰ প্ৰেমিক প্ৰেমিকাই খাওঁতে বহোঁতে শুওঁতে মোবাইল ফোনত প্ৰেমালাপ কৰে; হাঁহে- কান্দে, পৰস্পৰে আলোচনা কৰি ভৱিষ্যত পৰিকল্পনাৰ আঁচনি হাতত লয় । কিন্তু কুৰি শতিকাৰ তৃতীয়, চতুৰ্থ দশকৰ (শিক্ষিত ?) প্ৰেমিক প্ৰেমিকাই গণেশ গগৈৰ প্ৰেমৰ কবিতা গাই মনৰ কথা পাতিছিল, আৰু গণেশ গগৈৰ প্ৰেমৰ কবিতাৰে উদ্ধৃতি দি প্ৰেম পত্ৰ লিখিছিল। তেনে এহাল প্ৰেমিক প্ৰেমিকাৰ কথাই এই গীতটিত কোৱা হৈছে । আবেলি পৰৰ অস্তাকাশৰ সূৰুযৰ হেঙুলি ৰহণেৰে বিশাল ব্ৰহ্মপুত্ৰৰ জলৰাশি হৈ পৰে মায়াময়; —অপাৰ সৌন্দৰ্য্যৰ লীলাভূমি । তাৰ পাৰতে বহি সেই সুদৃশ্য সৌন্দৰ্য্যাৱলী উপভোগ কৰি দুয়ো দুয়োতে মগন হয় প্ৰেমিক প্ৰেমিকা । গণেশ গগৈৰ কবিতা আওৰাই পৰোক্ষ ভাবে ইজনে সিজনৰ হৃদয়ৰ ভাষা প্ৰকাশ কৰে । কি যে মধুৰ সেই ক্ষণ । অস্তাকাশৰ হেঙুলী ৰহণ জিলমিল লুইতৰ পানীত পৰি যিমান মধুৰ হয় সিমান । তেনে এটি আবেলি এগৰাকী প্ৰেমিকাই প্ৰেমিকক আকোঁৱালি তেওঁৰ চকু থৈ বহু কথাই কৈছিল । প্ৰতিশ্ৰুতি দিছিল দুয়ো এক হম বুলি, দুয়োৰে শয্যা সজাব বুলি, আৰু যে কত কথা ! ....এদেও দুদেওকৈ ভৰলুমুখৰ লুইতৰ পৰলৈ সন্ধিয়া নামিল । অনিচ্ছা স্বত্বেও লাহে লাহে প্ৰেমিকা-প্ৰেমিকাহাল দুয়ো দুয়োকে এৰি ঘৰমুৱা হল । সময় নৈ বৈ থাকিল । আৰু এদিন অস্তাচলত হেঙুলী ৰহণ বিলীন হোৱাৰ দৰে প্ৰতিশ্ৰুতিও বিলীন হৈ গ'ল । সোঁৱৰণী বৰ নিঠুৰ । সেই কথা মনত পৰিলে আজিও প্ৰেমিকৰ কলিজা দহে । প্ৰিয়াৰ বাৰু সেই কথা মনত পৰেনে ?

প্ৰেম-মিলন-বিৰহেৰে ভৰা আমাৰ জীৱন । মিলনে হুহুৱায় আৰু বিৰহে কন্দুৱায় । সোঁৰণীয়ে দুয়োকে দুপাখিৰে লৈ আহে আমাৰ কাষলৈ— এটাই হিয়া দহে আনটিয়ে হিয়া উতলায় । সময়ৰ নিচান তেনে এটি ঘটনাকে গায়ক, গীতিকাৰ ড° হাজৰিকাদেৱে এই গীতটোৰে আমাৰ আগত দাঙি ধৰিছে।

কথা ঃ এই শতিকাৰ তৃতীয় চতুৰ্থ দশকত প্ৰেমিক প্ৰেমিকাই নিশ্চয় গণেশ গগৈৰ প্ৰেমৰ কবিতা পঢ়ি মনৰ কথা পাতিছিল । মনত পৰেনে পুৰণি গুৱাহাটীৰ কোনোবা এটি মিঠা গধূলিৰ কথা । বহমান লুইতৰ পাৰৰ কথা । অস্তাচলত প্ৰতিচ্ছবি বিলীন হোৱাৰ কথা ।

গুৱাহাটীৰ কোনোবা এটি মিঠা গধূলিৰ কথা
শুনাইছিলা গণেশ গগৈৰ
প্ৰেমৰ কবিতা
আজি মনত পৰেনে ?
মোক আঁকোৱালি চাৱনি বিলাই
কৈছিলা মধুৰ আবেগেৰে
তোমাৰ প্ৰাণৰ পাপৰি ঢালি
সজাবা শয্যা দুয়োৰে
আজি মনত পৰেনে ?
লুইত বাগৰি বাগৰি গ'ল
ভৰলুমুখত গধূলি হ'ল
অস্তাচলত দিগন্তত
প্ৰতিশ্ৰুতিও বিলীন হ'ল
আজি মনত পৰেনে ?

ৰচনা ঃ ১৯৯২

# চয়নিকা চয়নিকা

অতীতক বাদ দি বৰ্তমান বা ভৱিষ্যত সম্ভৱ নহয় । বৰ্তমানৰ ভেটিত থিয় হৈ অতীতৰ ভালখিনি লৈ ভৱিষ্যতৰ আঁচনি হাতত লোৱা উচিত । কিন্তু আমাৰ সমাজৰ অধিকাংশই অতীতৰ সকলো ভাল বুলি কেৱল পুৰণিখিনিকে সাৱটি বৰ্তমানক অৱহেলাৰ চকুৰে চায আৰু ভৱিষ্যত সম্পৰ্কে অকণো সজাগ নহয় । কিন্তু শিল্পীয়ে সদায় নতুনৰ সপোন দেখে । পুৰণিৰ আৱৰ্জনাবোৰ আঁতৰাই ভালখিনি গ্ৰহণ কৰে আৰু ভৱিষ্যতৰ ৰঙীণ সপোন দেখে । সমাজ পৰিবৰ্তন কৰাৰ বাবে শিল্পকলাৰ মাধ্যমেৰে তেওঁলোকে বিপ্লৱ কৰে । সংস্কাৰকামী শিল্পী ড° ভূপেন হাজৰিকাদেৱ সদায় নতুন পুৰুষ নতুন নাৰীৰ ওপৰত আশাবাদী । সেয়ে কুৰি শতিকাৰ অন্তিম দশকত তেওঁ চিন্তান্বিত তথা একপ্ৰকাৰ উদ্‌গ্ৰীৱ হৈ পৰিছে — আগন্তুক একবিংশ শতিকাক নতুন মনৰ তৰুণ তৰুণী সকলে কেনেদৰে সাৱটিব । কাৰণ, কুৰি শতিকাৰ শেষ দশকৰ এগৰাকী কিশোৰী একবিংশ শতিকাত যুৱতী হ'ব । ইতিমধ্যে, পৃথিৱীখন প্ৰগতিৰ বাটেৰে বহুদূৰ আগবাঢ়ি গৈছে, বিজ্ঞানে নিত্য নতুন আৱিষ্কাৰত চমকপ্ৰদ সাফল্য লাভ কৰিছে । মানুহে জোনত ঘৰ বন্ধাৰ, মহাকাশত ভ্ৰমণ কৰাৰ সপোন দেখিছে। অথচ আমাৰ সমাজখন আজিও কুসংস্কাৰ, অন্ধবিশ্বাসত পোত গৈ আছে । মেডিকেল চাইন্সে সাফল্যৰ দিগন্ত চুইছে অথচ আমাৰ সমাজত আজিও ভূত- প্ৰেত জৰা ফুকাৰে ৰোগ নিৰাময়ৰ ব্যৱস্থা চলি আছে, ডাইনী সজাই নিৰপৰাধী নৰ-নাৰীক হত্যা কৰা হৈছে । ঘৰখন নাৰীয়ে যেনেকৈ আটোমটোকাৰীকৈ ধৰি ৰাখে তেনেদৰে এখন সমাজকো সুস্থ, সুন্দৰ ৰূপে সজাব পাৰে সেয়েহে ড° হাজৰিকাদেৱে নাৰী শক্তিৰ ওপৰত আস্থা প্ৰকাশ কৰি, চয়নিকা নামদি আধুনীকা যুৱতীক এগৰাকীক কোবাৰ চলেৰে তৰুণ তৰুণী দুয়ো মিলি পুৰণি দিনৰ আৱৰ্জনাবোৰ ধুই মচি নতুন মনেৰে, নতুন প্ৰাণেৰে, নতুন আদৰ্শেৰে এখন সুন্দৰ সমাজ গঢ়াৰ মানসেৰে একবিংশ শতিকাক আদৰিবলৈ প্ৰস্তুতি চলাবৰ বাবে আহ্বান জনাইছে । যাতে এই দাযিত্বত তেওঁ পলাতকা নহয় তাকো কাবৌ কৈ কৈছে। কাৰণ, সমাজখন সজোৱাত নাৰীৰো গুৰু দাযিত্ব আছে ।

কথা ঃ আজিৰ এগৰাকী আধুনীকা পাট গাভৰুককোৱা হৈছে — এই আহিবলৈ ধৰা একবিংশ শতিকাক সাৱটি ল'বলৈ । নতুন ভাৱে সাজু হ'বলৈ । নাম তাইৰ কি ? চয়ন কৰিব জনা- — চয়নিকা ।

একবিংশ শতিকা আহিল দেখোন
আহিলেই দেখো চয়নিকা ——
নতুন শতিকাক সাৱটিবলৈ
সাজু হোৱা চয়নিকা
তুমি যাক ভাল পাইছা, আজি
সেই ডেকা বন্ধুকো কোৱা
(দুয়ো) বিংশ শতিকাৰ আৱৰ্জনা
ধুই পখালি থোৱা
মনবোৰ নিকা কৰি লোৱা
বিংশ শতিকাৰ নাটক খনিৰ —— পৰিব যৱনিকা ।
চয়নিকা, তুমি কৈশোৰ পাৰ হ'বা
একবিংশ শতিকাৰ ভৰা যৌৱন লৈ
লুইতত সাঁতুৰিবা ।
এই শতিকাৰ বিঘিনি নেওচি
নতুন পথেৰে আগুৱাবা —— তুমি নহ'বা পলাতকা । পলাতকা

# দুয়ো মুখামুখী

মানুহ সুন্দৰৰ মহান সৃষ্টি । মানুহৰ শাৰীৰিক অৱয়ব, বিভিন্ন অংগ-প্ৰত্যঙ্গ সকলোতে সুন্দৰতা বিৰাজমান। জীৱন ৰসহীন নহয় । প্ৰেম, যৌনতা আদি মানুহৰ সহজাত প্ৰবৃত্তি । প্ৰেমৰ শিৰাতেই শুই থাকে যৌনতা। তেজ মঙহেৰে গঢ়া মানৱ জীৱন কাম গোন্ধহীন নহয়; ইন্দ্ৰিয়ৰ পৰিতৃপ্তি অবিহনে জীৱন সমৃদ্ধ নহয়। উদাহৰণ স্বৰূপে ইলোৰা অজন্তাৰ গুহাবোৰত, খাজুৰাহো আৰু অনেক মঠ মন্দিৰত খোদিত হোৱা পুৰুষ নাৰীৰ প্ৰেমালিঙ্গন, চুম্বন, যৌন আবেদনৰ দৃশ্যৰ অপূৰ্ব কলাশৈলী সমগ্ৰ পৃথিবীতে সমাদৃত। ভৰতীয় মহাকাব্য ৰামায়ণ, মহাভাৰত, পুৰাণ আদি নাৰীৰ স্তন, নিতম্ব আৰু যৌন উত্তেজক বৰ্ণনাৰে সমৃদ্ধ । মহাপুৰুষ শঙ্কৰদেৱ বিৰচিত 'হৰমোহন খণ্ড'ও কলা সম্মত কামনাৰ গোন্ধ সম্ভূত এটি অতি নিমজ প্ৰেম কাহিনী । কবি গীতিকাৰ সকলে পাৰ্থিৱ সকলো বস্তুৰ উপৰিও সূৰ্য্যৰ কিৰণে স্পৰ্শ কৰিব নোৱাৰা মানুহৰ হৃদয় গহ্বৰত প্ৰবেশ কৰি তাকও ৰচনাৰ সমল ৰূপে লয় । ড° হাজৰিকাদেৱৰো গীতৰ বিষয় বস্তুৰ পৰিধি নাই । আনকি 'সূৰ্য্যৰ স্পৰ্শই ঢুকিকে নোপোৱা' অৰণ্য ভেদি কত গুহা দেখাৰ কথাও তেওঁৰ গীতত সমল হৈছে । ই হ'ল জীৱনৰ কথা । জীৱনক লৈয়ে কলা, জীৱনক লৈয়ে গীত, সাহিত্য । যিহেতু নাৰী পুৰুষৰ প্ৰেম, মিলন, অন্তৰঙ্গ মুহূৰ্ত আৰু সঙ্গম জীৱনৰ পৰা বাদ দিব পৰা নেযায়; গতিকে এইবোৰ সাহিত্যৰ অন্তৰ্ভূক্ত নহলে নিশ্চয় সাহিত্যৰ এটা দিশ আধৰুৱা হৈ ৰ'ব। সেয়েহে ড° হাজৰিকাদেৱেও অভিনৱ কলা শৈলীৰে কামনাৰ গোন্ধ সমৃদ্ধ স্ত্ৰী-পুৰুষৰ অন্তৰঙ্গ মুহূৰ্তক 'এই মুহূৰ্ত অতি পৱিত্ৰ প্ৰেমৰ জ্যোতিপ্ৰপাত' বুলি মোহময়ী সুৰেৰে গাইছে আৰু গীতটি জনতাইও আদৰি লৈছে।

কথা ঃ বাহিৰ বিশ্ব এতিয়া নিমাত । এতিয়া দুজনে মুখা মুখি হৈ কেইটিমান মৰমী মুহূৰ্তক প্ৰেমক পৱিত্ৰ জ্যোতিপ্ৰপাতলৈ পৰিণত কৰে বোধহয় এনেকে ——

দুয়ো মুখা মুখি অতি সুখে সুখী
বাহিৰ বিশ্ব নিমাত
এই মুহূৰ্ত অতি পৱিত্ৰ
প্ৰেমৰ জ্যোতি প্ৰপাত ।
তুমি আঁহা ওচৰলে আঁহা
মৰণ পিছলে থেলি
প্ৰকৃতি পুৰুষ একাকাৰ হৈ
আনা নতুনৰ বেলি
আমাক নেলাগে সংঘাত ।
তোমাৰ কেশৰ এন্ধাৰ দৈৰ্ঘই
দিগন্ত ধৰিছে ঢাকি
তাৰ ফাঁকে ফাঁকে মোৰ নয়নে
অমৃত দিছে বাকি ।
তুমি আঁহা ওচৰলে আঁহা
ভাঙি প্ৰাচীৰ বাধাৰ
কৰি মন্থন অমৃত সাগৰ অনন্ত ?
আমাক নেলাগে সংঘাত ।
এই মুহূৰ্ত অতি পৱিত্ৰ প্ৰেমৰ জ্যোতিপ্ৰপাত ।

ৰচনা ঃ ১৯৯২

# বিহুটি বছৰি আহিবা

ঋতু পৰিবৰ্তন প্ৰকৃতিৰ নিয়ম । বছৰি বহাগ আহে, — বিহু আহে চ'তৰ শেষত আঁহতৰ কোমল পাতত, কপৌ ফুলৰ লাহি পাহত, কুলিৰ মিঠা মাতত, ঢোল-পেঁপা-গগণাৰ মাতত, নাচনীৰ লাহি ককাঁলৰ ভাঁজত। কিন্তু আজিকালি এনেহে ভাব হয় বছৰেকত এবাৰ অসমলৈ আহিবলৈ বিহুটিৰ যেন অনীহা । আহো বুলি আইনা চাই খোপা বান্ধি পদুলিলৈ ওলালেও আগ ভৰি পিছ হুঁহকে । তাৰোপৰি উখৰ ধৰণীক শান্তি জলেৰে তিওৱা, মানুহলৈ আশীষ বৰষা বৰষুণৰ দেৱী বৰদৈচিলাজনীৰও যেন আহিবলৈ অনীহা— যিহৰ পৰিণতিত ৰাজ্যৰ সেউজীয়া পথাৰ খৰাঙৰ বাবে মৰুভূমি হোৱাৰ আশংকাই দেখা দিছে । ইয়াৰ কাৰণ হ'ব পাৰে — বিশৃঙ্খল, অশান্তি জৰ্জৰ, দুৰ্নীতি, অন্যায়-অবিচাৰ, হিংসা-হত্যা, অপহৰণ, বিভেদেৰে ভৰা অসমীয়া সমাজখন। প্ৰতি বছৰে বিহু যদি অসমলৈ নাহে তেনেহ'লে অসমীয়াৰ কি গতি হ'ব ভাবি চাইছেনে ?

বিহুই অসমীয়াৰ চেতন-অৱচেতন দুয়োটা মনকে সক্ৰিয় কৰে । বিহুৰ আজৰি মাৰি কৃষকসকল হাল-কোৰ লৈ পথাৰলৈ ওলায়, জীৱন যুদ্ধত নামি পৰে (ঠাই বিশেষে বিহুৰ আগে পিছে) । চ'তৰ পৰাই গায়ক-গায়িকা, শিল্পী সকল ব্যস্ত হয় নিজ নিজ কলা সাধনাত– বিহুত প্ৰদৰ্শনৰ বাবে লিখক-সাহিত্যিক, কল্পনা বিলাসীসকল ব্যস্ত হয় সৃষ্টিশীল কাৰ্যত । শিপিনী সকল তাঁতত, গৃহিনী সকল লাৰু-পিঠা আৰু সুস্বাদু জা-জলপান, খাদ্য তৈয়াৰত, উদ্যোগ পতি, দোকানী, ব্যৱসায়ী সকল ব্যস্ত হয় দুপইচা উপাৰ্জন বা বাহি কৰাত, প্ৰবাসী সকল নিজক যতনোৱাত --বিহুত ঘৰলৈ আহি আপোন পৰিয়াল, আত্মীয়-স্বজনেৰে সৈতে মিলি এসাজ খাবলৈ, দুখ-দুখৰ ভাব বিনিময় কৰিবলৈ, জীৱনটো ৰসাল সজীৱ কৰিবলৈ । বিহুই মিলনৰ সেতু গঢ়ে-- জাতি-ধৰ্ম-সম্প্ৰদায় সকলোকে একতাৰ এনাজৰীৰে বান্ধি ঐক্য সংহতি অক্ষুণ্ণ ৰাখে । মৰম-শ্ৰদ্ধাৰে যচা 'বিহুৱান'খনে সাহস, প্ৰেৰণা, জীৱনী শক্তি প্ৰদান কৰে । বিহুৰ সেৱা-আশীৰ্বাদ সততা, ব্যক্তিত্ব আৰু মানৱতাৰ পৰিচায়ক । গৰু বিহুৱে পশু-পক্ষীৰ প্ৰতি শ্ৰদ্ধাশীল, দায়িত্বশীলতাকে সূচায় । প্ৰথম বিহুৰ দিনা নাহৰৰ পাতত লিখি ঘৰৰ দুৱাৰ মুখত আঁৰি থোৱা 'দেৱ দেৱ মহাদেৱ নীলগ্ৰীৱ জঁটাধৰ । বাত বৃষ্টি হৰং দেৱ মহাদেৱ নমস্তুতে ।।' মন্ত্ৰই প্ৰাকৃতিক দুৰ্যোগৰ প্ৰতি, পৰিবেশ সচেতনতাকে সূচায় ।

ঋতু পৰিবৰ্তনৰ বাবে এই সময়ত মানুহৰ বিভিন্ন ৰোগ হয় । সেইবোৰৰ পৰা হাত সাৰিবৰ বাবে, নিৰাময়ৰ বাবে বিহুত মাহ-হালধিৰে গা ধোৱা হয় আৰু সুস্থ-সবল বিবেকবান হবলৈ 'সাতশাকী' খোৱাৰ নিয়ম আছে । আমাৰ আলোচ্য এই গীতটি লিখাৰ পৰলৈকে দুটামান দশকজুৰি অসম অশান্ত আছিল, আন্দোলন, হিংসা-হত্যা-অপহৰণ আদিৰে পৰিবেশ শ্বাসৰুদ্ধ আছিল । আনকি (১৯৮০-'৯১ চন মানত) অসমত বিহু পতাৰ পৰিবেশেই নোহোৱা হৈছিল । কোনো কোনো ঠাইত কোনো কোনো অনুষ্ঠানে বিহুৰ পতাকাখন উত্তোলন কৰিয়েই কাৰ্যসূচী সামৰিছিল । নাছিল তাঁতৰ খট্‌খট্, ঢেঁকীৰ শব্দ । নিৰুদ্দিষ্টজনৰ, নিহতজনৰ, পঙ্গুজনৰ, ধৰ্ষিতাজনীৰ ঘৰত দুখ -শোকৰ দাবানল জ্বলিছিল । চকুলোৱে বিহু ধুই নিছিল । পুলিচ,সেনা -বিপ্লৱী দুই ম'হৰ যুঁজত বিৰিণাৰূপী সাধাৰণ নাগৰিকৰ মৰণ হৈছিল । বাক স্বাধীনতা হৃত হৈছিল । এই সময়ছোৱাত বিজতৰীয়া সংস্কৃতিয়েও গা কৰি উঠিছিল । তাৰোপৰি চিৰকাল ভাই ভাইৰ দৰে একেলগে বসবাস কৰা জনগোষ্ঠী সমূহৰ মাজত বিভেদকামী চিন্তাই গা কৰি অসমৰ অখণ্ডতাত ভাবুকি স্বৰূপ হৈ পৰিছিল । এনে পৰিস্থিতিত সচেতন নাগৰিকসকল উদ্বিগ্ন হৈ পৰিছিল । উদ্বিগ্ন হৈ পৰিছিল অসমীয়া জাতিৰ শুভ-চিন্তক ড°ভূপেন হাজৰিকা। বোম্বাই পৰা আহি তেওঁ প্ৰথম বিহুৰদিনাখন মনৰ দুখত নিজৰাপাৰৰ নিজ ঘৰতে সোমাই আছিল ১৯৯১ চনত। সেয়েহে, এনে পৰিস্থিতিৰ পৰা পৰিত্ৰাণৰ উপায় বিচাৰি ইয়াৰ পিছৰ বছৰত অৰ্থাৎ ১৯৯২ চনৰ বিহুৰ আগে আগে বছৰি বিহুটিক আহিবলৈ, মামণি স্বৰূপা অসমীয়া গাভৰুসকলক তথা ডেকাসকলক (বহল অৰ্থত অসমৰ জনতাক) জাতীয় উৎসৱ বিহুটিক জীয়াই ৰাখিবলৈ, অসমৰ সোণসেৰীয়া সংস্কৃতি জীয়াই ৰখাৰ বাবে অনুপ্ৰেৰণা দিবলৈ, ভোগালীত একেলগে ভোজভাত খাবলৈ অনুৰোধ জনাই তেওঁ এই গীতটি ৰচে । — নহলে যে অস্তিত্বই

**বিপন্ন হব অসমীয়া জাতিৰ !**

কথা ঃ অসমীয়া জাতিটোৰ আয়ুস ৰেখা বিহুটিক হাতযোৰ কৰি অনুৰোধ কৰা হৈছে — বিহুটি ঐ বছৰি আহিবা । অসমী আইকে জগাবাচোন ! বিপদৰ কালতো মাহ হালধিৰে জাতিটোৰ দেহ মন ধুৱাবাচোন ।

বিহুটি বছৰি আহিবা
অসমী আইকে জগাবা ।
বিপদৰ কালতো মাহ হালধিৰে
জাতিটোৰ দেহ মন ধুৱাবা ।

জাতিটোৰ কথা খিনি এহি মানে থওঁ
মোৰ মন গাভৰুৰ কথাকে কওঁ——

মোৰ চেনাইৰে নাম হ'ল মামণি
তাইৰ কাহানিওঁ নাছিলে আমনি
গোটেই জীৱনটো মোতেই সঁপিব
বুলি কথা দিছিলে তাহানি ।

কিবা কাৰণত তায়ো মোক নেমাতে
মোৰ বুকুতে জ্বলিছে অগনি
বিহুটি ঐ পাঁৰা যদি তুমি
তাইকো বিহুগীত গোৱাবা

কথা ঃ বড়োৰ ভাষাৰে 'বৰ' মানে বতাহ 'দি' মানে পানী আৰু 'চিখ্‌লা' মানে হ'ল গোসাঁনীজনী

মন গাভৰুৰ কথা এহি মানে থওঁ
বৰদৈচিলাজনীৰ মহিমা কওঁ
যেতিয়া মনবোৰ দহে
হিলদ'ল ভাঙি তাই আহে
পিছে পৃথিৱী তিওৱা আশীষ বৰষাই
গোসাঁনী ৰূপেৰে নাহে
মোৰ গোসাঁনী
গোসানী ৰূপেৰে নাহে ।

ম'হবোৰে যুঁজে বিৰিণা জহে
মন লুইতৰ সৰু বৰ গৰাবোৰ
আখেজতে যেন খহে ।

বিহুটি ঐ, কাবৌ কৰিছোঁ হাতযোৰ কৰিছোঁ
জাতিটোক শাক-ভাত খুৱাবা
অসমীয়া জাতিটোক শাক-ভাত খুৱাবা
মৰমৰ দীঘ দি হেপাহৰ আঁচুৰে
একতাৰ গামোচা বোৱাবা ।

যো[illegible] ৩০-৩-৯২; পুৱা

# ভালকে পুনৰ চোঁৱা এবাৰ

প্ৰেম হৈ যায় কাৰোবাৰ লগত একো নজনাকৈয়ে, নভবাকৈয়ে, অপৰিকল্পিত ভাবে। চকুৰ চাৱনিয়ে বিলায় এখন হৃদয়ক আনখন হৃদয়ৰ বতৰা; দুখন হৃদয়ক ওচৰ চপাই আনে । হিয়াৰ বিনিময় হয় । এদিন দুখন হিয়াৰ মিলন হয় আৰু দুয়ো দুয়োৰে অতি আপোন হৈ পৰে । কিন্তু, কালস্য কুটিলাঃ গতি। কেতিয়াবা এনে প্ৰেমিক প্ৰেমিকা এহালৰ প্ৰেমিকজনে চাকৰি, ব্যৱসায় নাইবা অন্য কোনো সংক্ৰান্তত আঁতৰি যোৱাৰ ফলত দুয়ো দুয়োৰে পৰা আঁতৰি থাকিব লগীয়া হয় । কথাতে কয় নহয়-- বোলে চকুৰ আঁতৰ হ'লে মনৰো আঁতৰ । প্ৰথমে ঘনাই পঠোৱা চিঠি পত্ৰ ক্ৰমশঃ পাতল হয় আৰু পিছলৈ একেবাৰেই নাইকিয়া হয়। এনেদৰে বিচ্ছেদৰ সূচনা হয় । বহুদিন যোৱাৰ পিছত এদিন হঠাৎ প্ৰেমিক প্ৰেমিকাৰ সাক্ষাৎ হয়। তেতিয়া প্ৰেমিকাই প্ৰেমিকক পূৰ্বৰ পটভূমিলৈ লৈ যায় আৰু সকলো সোঁৱৰাই দিয়ে । সোণালী আবেলি গছৰ ছাঁত মুখা মুখি হৈ বহি কত যে গীত গাইছিল, কত যে প্ৰেমালাপ কৰিছিল, প্ৰতিশ্ৰুতি দিছিল দুয়ো দুয়ো দুয়োৰে হ'ম বুলি । কিয় আজি তেওঁ সকলো পাহৰিলে ! পৃথিবীৰ সকলোৱে মনৰ মানুহৰ মাজত কিমান ফুৰ্তি আনন্দত দিন কটাইছে । অথচ প্ৰিয়তম অবিহনে তেওঁ কিমান দুখেৰে জীৱন কটাব লগীয়া হৈছে । তেতিয়া প্ৰেয়সীয়ে প্ৰিয়তমৰ পৰা স্পষ্ট উত্তৰ বিচাৰি এই বুলি কয় মোৰ চকুত চকু ৰাখি কোৱাচোন এতিয়া মনত পৰিছেনে ? মনৰ বীণা বাজিছেনে ?

ৰজা দুষ্যন্তই আশ্ৰম পালিতা কন্যা শকুন্তলাৰ সৈতে প্ৰথমে প্ৰেম হয় আৰু পিছত গন্ধৰ্ব বিবাহ হয়। পিছত ৰাজকাৰ্য্যৰ আহ্বানত আশ্ৰম এৰি, প্ৰাণাধিকা প্ৰিয়তমাক এৰি ৰাজধানীলৈ ৰাওনা হয় । দুৰ্বাসাৰ অভিশাপ বা ভাগ্যৰ লিখন যিয়েই নহওঁক দুষ্যন্তই শকুন্তলাক সমূলি পাহৰি পেলালে । শকুন্তলাই ৰাজধানীলৈ গৈ ৰজাক সোঁৱৰাই দিয়াতো ৰজাৰ মনত নপৰিল । তেওঁ শকুন্তলাক দিয়া স্মৃতি স্মাৰক আঙুঠিটোৱেহে ৰজাৰ মনত স্মৃতিৰ সঞ্চাৰ কৰিলে । সময়ৰ আৱৰ্তনত যুগে যুগে আমাৰ সমাজত কালিদাসৰ দুষ্যন্ত-শকুন্তলাৰ সৃষ্টি হৈ আছে আৰু হৈ থাকিব । এই গীতটিতো দুষ্যন্ত শকুন্তলাৰ কাহিনীৰ ছাঁ পৰা যেন দেখা যায় ।

কথা ঃ কেতিয়াবা প্ৰেয়সীয়ে প্ৰিয়জনক সোঁৱৰাই দিবলগীয়া হয় এই বুলি ঃ মোৰ দুচকুত চকু ৰাখি কোৱাচোন মনৰ বীণা বাজিছে নে ? মনত পৰিছেনে ?

ভালকে পুনৰ চোঁৱা এবাৰ
কোৱাচোন চিনিব পাৰিছানে ?
মোৰ দুচকুত চকু ৰাখি কোৱা
মনৰ বীণা বাজিছেনে ?

সোণালী আবেলি গছৰ ছাঁত
মুখা মুখি বহি এই গধূলি
কতনা গীত শুনাইছিলা
কোৱাঁচোন মনত পৰিছেনে ?

অ' পটভূমি ক'ত সুনীলাচল
নাগৰিকজনে হাঁহে জল্ মল্
প্ৰেমৰ গীত কোনেনো শুনাব
মই আজি দেখোঁ যেতিয়া তুমিহীনা ।

ৰচনা ঃ গুৱাহাটী, ১৯৯২

# ৰংপুৰ তোমাৰে নাম

অসমীয়া ভাষা বিশ্বৰ এটি অতি সমৃদ্ধিশালী ভাষা । এই ভাষাটোৰ জন্ম কেতিয়া হৈছিল তাৰ সঠিক তথ্য পোৱা নাযায় । পণ্ডিত সকলৰ মতে (খৃঃ অষ্টম-দ্বাদশ শতিকাৰ) 'চৰ্যাপদ' সমূহেই প্ৰথম অসমীয়া লিখিত সাহিত্যৰ নিদৰ্শন। ড° বাণীকান্ত কাকতিয়ে ধ্বনিতাত্ত্বিক, ৰূপতাত্ত্বিক দিশৰ পৰা পৰ্য্যালোচনা কৰি চৰ্যাপদকেই অসমীয়া লিখিত সাহিত্যৰ প্ৰথম নিদৰ্শন বুলি কয় । আঞ্চলিক ভাষাৰ ভিতৰত প্ৰথম অসমীয়াতে অপ্ৰমাদী কবি মাধৱ কন্দলিয়ে ৰামায়ণ অনুবাদ কৰিছিল । এই ভাষাতেই হেম সৰস্বতী, ৰুদ্ৰ কন্দলী, হৰিবৰ বিপ্ৰ, কবিৰত্ন সৰস্বতী আদি কবি সকলৰ উপৰিও শঙ্কৰ মাধৱ গুৰু দুজনাই কীৰ্তন ঘোষা, নামঘোষা ৰচিছিল। এওঁলোকৰ সাহিত্যৰ ভাষা আজিৰ (লিখিত) অসমীয়া ভাষা নহয়; কামৰূপীয়া বা নামনি অসমৰ ভাষাহে। ৰাজনৈতিক পট পৰিবৰ্তনৰ ফলত অসমীয়া ভাষাটোৱেও মূৰৰ ওপৰেদি বহু ধুমুহা পাৰ কৰিছে । ১৮২৬ চনত ইয়াণ্ডাবু সন্ধিৰ চৰ্তানুসৰি অসম ইংৰাজৰ অধীনলৈ যায় । ইংৰাজৰ আমোলত বঙালী কেৰাণী- মহৰিহঁতৰ চক্ৰান্তত ১৮৩৬ চনৰ পৰা ১৮৭৩ চনলৈ অসমৰ স্কুল-কাছাৰীৰ পৰা অসমীয়া ভাষা উঠি গৈ বঙালী ভাষা প্ৰবৰ্তন হয় । কিন্তু 'ঘনান্ধকাৰেষু ইব দীপদৰ্শনম্'ৰ দৰে ১৮৩৬ চনত খৃষ্ট ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে মিছনেৰী সকল আহি অসমত ভৰি দিয়ে । এওঁলোকে ১৮৪০ চনত শিৱসাগৰত প্ৰেছ বহুৱাই সেই ঠাইৰ থলুৱা ভাষাতে খৃষ্ট ধৰ্মৰ পুথিৰ লগতে অন্যান্য কিতাপো প্ৰকাশ কৰিবলৈ ধৰে । তেতিয়াৰ পৰাই সেই ভাষাটিকে অৰ্থাৎ শিৱসাগৰৰ ভাষাটিকে অসমীয়া লিখিত ভাষা বা মান্য ভাষা ৰূপে গ্ৰহণ কৰা হয় । এয়াই আজিৰ অসমীয়া ভাষা ।

'অসম সাহিত্য সভা' অসমৰ এটা জাতীয় অনুষ্ঠান । অসমীয়া ভাষা, সাহিত্য আৰু অসমৰ প্ৰতিটো জাতি জনগোষ্ঠীৰেই সৰ্বাঙ্গীন উন্নতি আৰু বিকাশ সাধন কৰাই এই সভাৰ উদ্দেশ্য । ১৯৯৩ চনত শিৱসাগৰত এই সভাৰ পঞ্চ অষ্টতিতম্ (৫৮) অধিবেশন বহে । এই অধিবেশনৰ সভাপতি আছিল আন্তৰ্জাতিক খ্যাতি সম্পন্ন শিল্পী, দাদা চাহেব ফাল্কে বঁটা বিজয়ী, অসম ৰত্ন ড° ভূপেন হাজৰিকা । তেওঁ অকল সুধাকণ্ঠী শিল্পীয়েই নহয় অসমীয়া ভাষাৰ এজন বিদগ্ধ পণ্ডিতো । তেওঁ অসম দেশৰ উৎপত্তি, শিৱসাগৰ নগৰৰ মহান ঐতিহ্য আৰু অসমীয়া ভাষা সম্পৰ্কে আতি গুৰি মাৰি এই এই বিখ্যাত গীতটি ৰচে আৰু সেই মহান অনুষ্ঠানৰ বিশাল জনসমুদ্ৰৰ আগত পৰিবেশন কৰে ।

অসমৰ প্ৰাচীন নাম আছিল যথাক্ৰমে প্ৰাগজ্যোতিষপুৰ আৰু কামৰূপ । আনুমানিক ১২২৮ খ্ৰীষ্টাব্দত আহোম সম্ৰাজ্যৰ প্ৰতিষ্ঠাতা চাওলুং চুকাফাই ব্ৰহ্মদেশৰ (ম্যানমাৰ) মাওলুং ৰাজ্যৰ পৰা আহি পাটকাইত উপস্থিত হয় । তাৰ পাছত নানা ঠাইত ৰাজধানী পাতি অৱশেত ১২৫৩ খৃঃ ত শিৱসাগৰ জিলাৰ চৰাইদেউতেই স্থায়ী ৰাজধানী পাতে । ইয়াৰ পিছত ১৬১৭ শকৰ ১৪ ফাগুনত সতী জয়মতীৰ পুত্ৰ লাই কোঁৱৰ ৰুদ্ৰসিংহই আহোমৰ ৰাজপাটত বহে । তেওঁ ১৬২০ ত (১৬৯৮ চন) ৰংপুৰ নগৰত আহোমৰ ৰাজধানী প্ৰতিষ্ঠা কৰে। এই ৰংপুৰেই হ'ল আজিৰ শিৱসাগৰ নগৰ । ৰংপুৰ (শিৱসাগৰ) নগৰৰ উত্তৰে দিখৌ নদী, দক্ষিণে নামদাং, পূৱে বাহগড় আৰু পশ্চিমত দিখৌ নদী (গীতটোত বৰ্ণনা কৰা মতে ) । বুৰঞ্জীৰ বাখৰ খটোৱা গহনা এই শিৱসাগৰ নগৰতেই ১৯১৭ চনৰ ২৬ ডিচেম্বৰত পদ্মনাথ গোহাঞি বৰুৱাৰ সভাপতিত্বত 'অসম সাহিত্য সভা'ৰ প্ৰথম অধিবেশন অনুষ্ঠিত হয় । তেতিয়া ইয়াৰ নাম আছিল 'সদৌ আসাম সাহিত্য সম্মিলনী' । ১৯২৪ চনৰ ৫ মেইত ই 'আসাম সাহিত্য সভা' নামে পঞ্জীয়ন ভুক্ত হয় । ইয়াৰ পিছত ক্ৰমে১৯৩১ চনত গল্পকাৰ নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ সভাপতিত্বত দ্বিতীয়বাৰৰ বাবে, ১৯৪৪ চনত বাগ্মীবৰ নীলমণি ফুকনৰ সভাপতিত্বত তৃতীয়বাৰৰ বাবে এই সভাখন এইখন নগৰতেই অনুষ্ঠিত হয় আৰু এই অধিবেশনতেই ইয়াৰ নাম 'অসম সাহিত্য সভা' ৰখা হয়। ১৯৯৩ চনত চতুৰ্থবাৰৰ বাবে শিৱসাগৰতেই 'অসম সাহিত্য সভা' অনুষ্ঠিত হয়।

আমাৰ অসমীয়া ভাষাটো নব্য ভাৰতীয় আৰ্য্য ভাষাৰ এটা অন্যতম ঠাল । ই সংস্কৃত বা পুৰণি ভাৰতীয় আৰ্য্য ভাষা (Old Indo Arean )ৰ পৰা প্ৰাকৃত বা মধ্য ভাৰতীয় আৰ্য্য ভাষাৰ (Middle Indo Arean )

মাজেৰে পৰিবৰ্তিত হৈ বৰ্তমান (New Indo Arean ) ৰূপ লৈছে । যেনে ঃ— সংস্কৃত 'হস্ত' শব্দ প্ৰাকৃতত 'হথ' হৈ অসমীয়াত হাত হৈছে – হস্ত >হথ > হাত । অসমীয়া শব্দমালা ছটা ভাগত বিভক্ত । যেনে ঃ-- ১ তৎসম ( ঈশ্বৰ, ধৰ্ম, দৰ্শন, ভক্তি ইত্যাদি ), ২ । তদ্ভব (কলহ, ঘৰ, চকু, দীঘল, নৈ, যায়, খায়, জোন ইত্যাদি), ৩ । দেশীয় শব্দ (খাৰু, লাড়ু, তামোল, তেঁতেলী আদি), ৪ আৰ্য্য ভিন্নমূলীয় শব্দৰ ভিতৰত অষ্ট্ৰো এচিয়াটিক (ক । খাচীয়া-- কাৰৌ, কিংখাপ, খামোচ, জপা, জঞ্জাল ইত্যাদি । খ । কোলমুণ্ডাৰীয়--- আটোমটোকাৰি, ডভুৱা, মাইকি, লাটুম, চিকৰা, টুপুৰা ইত্যাদি), ৫ । তীব্ৰতৰ্মীয শব্দ ( এই ঠালটোৰ ভিতৰত বড়ো ভাষাৰ শব্দই বেছি । অসমীয়া ভাষাত নৈ আৰু ঠাইক বুজোৱা অধিকাংশ শব্দই বড়ো ভাষাৰ পৰা অহা । যেনে ঃ- লাওখোলা, জুখলা, হাফলু, দিবং, দিহিং, দিখৌ, টিহু, হাজো, হাকামা, বিহামপুৰ ইত্যাদি । ), ৬ । আহোম ভাষাৰ শব্দ— ( ৰংঘৰ, কাৰেংঘৰ, জান, মিট্ (দা) বুৰঞ্জী, আইচু, চকলং ইত্যাদি ।) ইয়াৰ উপৰিও গুজৰাটী ( হৰতাল), বাংলা –(বাবু, বানান, ৰসগোল্লা আদি ), মাৰাঠী ভাষাৰ লগত মিল থকা শব্দ ( খক, খাভনি, জকৰা, বেঙী আদি ), আৰবী ( মছজিদ্, আইন, কাগজ, কলম, খিতাপ, কৈফিয়ৎ, জিলা, দোকান, মহকুমা ইত্যাদি), ফাৰ্চী (আন্দাজ, কম, বেছি, বাগান, মালিক, চচমা, গোলাপ ইত্যাদি), পৰ্তুগীজ (আল্‌কাতৰা, চাগুদানা, পাঁউৰুটী, বাল্টি, বোতল, বুটাম, আনাৰস ইত্যাদি ।), ফৰাছী (কুপন, বিস্কুট, কাৰ্তুজ, কাফে, চাবোন ইত্যাদি ।), ওলন্দাজ ( ৰহিতন, হৰ্তন, ইস্কুপ ইত্যাদি ), ইংৰাজী ( কাপ-প্লেট, অফিচ, ইঞ্চি, শ্লেট, পেন, পেন্সিল, নিব, স্কুল, কলেজ, নম্বৰ, পুলিচ, ডাক্তৰ, মাষ্টৰ, মেম(মেডাম) ইত্যাদি ।) আৰু থলুৱা কাৰ্বি, চাওতালী,দেউৰী, মণিপুৰী, নাগামিজ, চৰৰ ন-অসমীয়া আদিৰ শব্দ সম্ভাৰেৰে সমৃদ্ধ হৈ মহা অসমীয়া ভাষা গঢ়ি উঠিছে । প্ৰশাসনিক সুবিধাৰ্থে ভৌগোলিক ভাবে সাতভনী খণ্ডিত হ'লেও ভাষা সংস্কৃতিৰ এনাজৰীৰে গথাঁ উত্তৰ পূৰ্বাঞ্চল এক মহাসমন্বয় স্থলী ।

অসমত মিৰি, দেউৰী, কাৰ্বি, বড়ো, ৰাভা, নেপালী আদি ভাষাৰো 'সাহিত্য সভা' গঢ়ি উঠিছে । ই অতি সুখৰ কথা । ভাষা সংস্কৃতিৰ উন্নতিয়েহে জাতিৰ উন্নতি । এই সভাবোৰো 'অসম সাহিত্য সভা'ৰেই অঙ্গ। সম্প্ৰতি কোনো কোনো জনগোষ্ঠীৰ মনত অসমীয়া ভাষা জাপি দিয়া বুলি অসন্তোষ হোৱা শুনা যায় । অসমত থলুৱা ভাষা অনেক আছে যদিও এই বোৰ দোবানহে আছিল, লিপি বা আখৰ নাছিল । সাত ভনীৰ এই বিৰাট ভূখণ্ডৰ লিখিত ভাষা মাথোঁ অসমীয়াহে আছিল । গতিকে সেই অভিযোগ খণ্ডন কৰি সভাপতি ডক্টৰ হাজৰিকাদেৱে কয় যে 'কাৰো ভাষা কাৰো মূৰত জাপিব নেপায' । অসমীয়া ভাষা অসমৰ প্ৰতিটো জাতি জনজাতিৰেই মনৰ সংযোগী ভাষা । গতিকে এয়া ঈৰ্ষাপৰায়ণ চক্ৰৰ অসমৰ সাতাম পুৰুষীয়া ঐক্য-সংহতি বিনষ্ট কৰাৰ ষড়যন্ত্ৰ । অসমৰ প্ৰতিটো জাতি জনগোষ্ঠীৰ শব্দ সম্ভাৰ লৈহে অসমীয়া ভাষা সমৃদ্ধ হৈছে । গতিকে 'অসম সাহিত্য সভা'ও অসমৰ প্ৰতিটো জাতি জনগোষ্ঠীৰেই সভা । অসমৰ চুকে কোণে অনুন্নত (অৱহেলিত) হৈ থকা প্ৰতিটো অঞ্চল, প্ৰতিটো জনগোষ্ঠীৰেই উন্নতি আৰু বিকাশ সাধন কৰাই অসম সাহিত্য সভাৰ উদ্দেশ্য । অৰুণাচলী অসমীয়া লেখক লুম্বেৰ দাই, য়েচে দৰজী ঠংচী আৰু কাৰ্বি আংলঙৰ ৰং বং তেৰাং ( ২০০৯ চনত অসম সাহিত্য সভাৰ সভাপতি নিৰ্বাচিত) পাহাৰ-ভৈয়ামৰ ঐক্য সম্প্ৰীতিৰ প্ৰতীক । ইয়াৰ উপৰিও টাবু টাইড, ভৃগুমুনি, নাহেন্দ্ৰ পাদুন, হেমাঙ্গ বিশ্বাস, গোবিন্দ পৈৰা আদি অসমীয়া ভাষা সাহিত্যৰ উজ্জ্বল নক্ষত্ৰবোৰে বাবে বৰণীয়া ফুলেৰে গথাঁ মালা সদৃশ নানা জাতি উপজাতিৰে গথাঁ অসমীয়া জাতিটোক এক মহাসমন্বয়ৰ ডোলেৰে বান্ধি ৰাখিছে । দিখৌমুখৰ স'ৰাগুৰিতেই বাস কৰিছিল হজৰত চাহ মিলন বা আজান ফকীৰ । আজান ফকীৰ ৰচিত ইছলাম ধৰ্মৰ তত্ত্ব সম্পৰ্কীয় জিকিৰবোৰ আৰু কৰুণ ৰসাত্মক জাৰীবোৰ অসমীয়া ভাষা সাহিত্যৰ অমূল্য সম্পদ । নানা ভাষা ভাষীৰ লোকৰ দৰে অসম নানা ধৰ্মাৱলম্বী লোকৰো মিলন ভূমি । ভাৰত বৰ্ষৰ কিছুমান ঠাইত (গুজৰাট,গোধ্ৰা, বোম্বাই ) হিন্দু মুছলমানৰ মাজত সংঘৰ্ষ হৈছে । কিন্তু অসমভূমিত হিন্দু মুছলমানৰ মাজত মতভেদ হোৱাৰ দৃষ্টান্ত নাই । সমন্বয়ৰ প্ৰতীক ৰূপে এই সভাতে উপস্থিত হয়হি পঞ্জাবৰ খুচৱন্ত সিং আৰু বঙ্গৰ শঙ্কৰ ঘোষ । বুৰঞ্জীৰ পাতত জিলিকি আছে ৰংপুৰ নগৰৰ মহান ঐতিহ্য । দিখৌ নৈৰ বুকুৰে বহু পানী বৈ গ'ল। ৰংপুৰৰ বুকুৰেদি বহু ধুমুহা পাৰ হ'ল । ১৯৭৩ ত ৰংপুৰ (শিৱসাগৰ) পুনৰ জাগ্ৰত হ'ল

আৰু সাজি কাছি জিলিকি উঠিল । ৰংপুৰ নগৰ ৰংপুৰ ক্ষেত্ৰ হ'ল । ৰংপুৰ হৈ পৰিল জনসমুদ্ৰ। এই জনসমুদ্ৰৰ প্ৰতি জনতাই পৰস্পৰে পৰস্পৰক সম্মান যাচিলে । এনেহেন মহিমা মণ্ডিত ৰংপুৰলৈ ড° হাজৰিকাদেৱেও কৰযোৰে প্ৰণিপাত জনাই মঙ্গল কামনা কৰিলে । লগতে আমিও কওঁ 'ৰংপুৰ তোমাৰ মঙ্গল হওঁক' ।

কথা ঃ ১৯৯৩ ত অসম সাহিত্য সভাৰ অধিবেশন বহে শিৱসাগৰত । তাৰ আগদিনা শিৱসাগৰত অঙ্কিত হোৱা সাহিত্য সভাৰ বুৰঞ্জী লিখি পেলাইছিলোঁ নেগেৰা নামৰ আৰ্হিত ঃ

"ৰংপুৰ তোমাৰে নাম হওক মঙ্গল তোমাৰ"
ৰংপুৰ তোমাৰে নাম হওঁক মঙ্গল তোমাৰ
অতীত ঘাটি চাইলে পাবা ঐতিহ্য অপাৰ হে ।

চাওলুং চুকাফাই হে ৰাখি গৈলা খ্যাতি
আলফুলে গঢ়ি দিলা অসমীয়া জাতি হে । ৰংপুৰ তোমাৰে .....
যোল্লশ সোতৰ শঁকৰ হে চৈধ্য ফাগুনত
লাই কোঁৱৰ ৰুদ্ৰ সিংহ বহে ৰাজপাটত হে ।
এইজনা স্বৰ্গদেৱে হে যোল্লশ বিশত
ৰংপুৰ প্ৰতিস্থা কৰে নতুন নগৰত হে । ৰংপুৰ তোমাৰে.....
উত্তৰে দিখৌ নদী হে নামদাং দক্ষিণত
বাহগড় পূৱে বাকী দিখৌ পশ্চিমত হে ।
বুৰঞ্জীৰ বাখৰ খটোৱা গহনা ৰংপুৰ
আজিও আছে ৰঙে ৰসে হৈ ভৰপুৰ হে ।
অসম সাহিত্য সভাৰ হে জন্ম এহি স্থানত
পদ্মনাথ সভাপতি উনৈশ শ সোঁতৰত হে ।
উনৈশ শ একত্ৰিশৰ হে আবাহন যুগতে
এহি স্থানে অধিবেশন দ্বিতীয়বাৰ পাতে হে । ৰংপুৰ তোমাৰে .....
গোৱালপাৰাৰ গল্প লিখক হে এহে নগেন্দ্ৰ চৌধুৰী
সভাপতি ৰূপে ভাষাৰ ধৰিলাহি গুৰি হে ।
উনৈশ চোৱাল্লিচ চনতে এহে আহি বাগ্মীবৰ
সোণালী অধ্যায় ৰচে ভাষা সাহিত্যৰ হে ।
ভাষা গঠনৰ কত কথাকে লিখিম
জনজাতিৰ ভাষাৰ দান কিমান বখানিম হে ।
বড়ো, তিৱা, হাজং, ৰাভা হে এহে দেউৰী মণিপুৰী
টাই ভাষাই অসমীয়াক ৰাখে দৃঢ় কৰি হে ।
চৰৰ ন অসমীয়া আৰু চাহ বাগিচাৰ ভাষা
অসমীয়া সাহিত্যলৈ আনে ৰঙীন আশা হে ।
অৰুণাচলী অসমীয়া চিৰ যুগমীয়া
ৰাজনীতিয়ে নামাৰে যেন বন্ধুত্ব অমিয়া হে ।
গদাপাণিৰ ডালিমীৰ হে ভাষা নাগামিজ
নগা আৰু অসমীয়াৰ মৰমৰে বীজ হে ।

কথা ঃ লুম্বেৰ দায়ে লিখি গৈলা পৃথিৱীৰে হাঁহি

ৰং বং তেৰাঙে বজায় একতাৰে বাঁহী ।
বৰাকৰ ৰাজমোহন হেমাঙ্গ বিশ্বাসে
ইতিবাচক সেতুবান্ধে বন্ধুত্বৰ আশ্বাসে ।
টাবু টাইড, ভৃগুমুনি, নাহেন্দ্ৰ পাদুনে
ঐনিতমৰ সুগন্ধি সাহিত্যলৈ আনে ।
জনজাতিৰ ভাষা গোষ্ঠীৰ কত বুদ্ধিজীৱি
স্বভাষাৰ বিকাশ সধা সাহিত্যৰে সেৱি
কাৰো ভাষা কাৰো মুৰত জাপিব নেপায়
যুগ যুগৰ সমন্বয় তেহে শোভা পায়
মনৰ সেতু বন্ধা আমাৰ অসমীয়া ভাষা
সংযোগী হৈ থাকিলেই পূৰ্ণ হ'ব আশা ।

গীত ঃ আজি সংঘাতৰে বহু পানী হৈ দিখৌ নৈৰে বৈলা
তিৰানব্বৈত আহি আজি জাগ্ৰত হৈলা
ৰংপুৰ নগৰ হৈলা হে ৰংপুৰ ক্ষেত্ৰ
ভাই, পৰম্পৰক সম্মান কৰা জনতা সমুদ্ৰ হে ।
নানা জাতি- জনজাতিৰ হে সমবিকাশ
এহি মন্ত্ৰে উজ্জ্বলাবি সাহিত্য আকাশ হে ।
পঞ্চনদীৰ খুচবন্ত সিং আৰু বঙ্গৰ শঙ্কৰ ঘোচ
হে অসমীয়াৰ মৰম ল'বা নধৰিবা দোষ হে ।

কথা ঃ ভাষা সমন্বয় মঞ্চ হওক সঞ্জীৱিত
সৰ্বজাতি জনজাতি হওক মিলিত
গুণগত নতুন সমন্ধৰে কাহিনী
নবীন সাহিত্যিকে গঢ়ক সমন্বয় বাহিনী
গোবিন্দ পৈৰাৰ দান ভাষালৈ অপাৰ
এই পৰম্পৰা হওক দিয়া বাৰম্বাৰ ।

গীত ঃ ভাৰতে স্বীকৃতি দিলে হে নেপালী ভাষাৰ
এহি সভাই অভিনন্দন যাচে শতবাৰ হে ।
দিখৌ মুখৰ স'ৰাগুৰিৰ হে গধূলি প্ৰভাতে
হজৰত চাহ মিলন হাঁহি আছে তাতে হে ।
অসমীয়া সাহিত্যৰ হে জিকিৰ আৰু জাৰি
সমন্বয়ৰ ধ্বজা উৰায় জয় ঘোষণা কৰি হে ।
সমন্বয় সমন্বয় হে মাথোঁ সমন্বয়
সমন্বয়ে প্ৰগতিক কৰে জ্যোতিৰ্ময় হে ।
আজি পৃথিৱীয়ে ভিত্তি মেলি হে ৰংপুৰলৈ চায়
গায়ক ভূপেন্দ্ৰয়ো আহি প্ৰণতি জনায় হে ।

ৰচনা ঃ শিৱসাগৰ, টুৰিষ্ট ল'জ, ৫ ফেব্ৰুৱাৰী, ১৯৯২

# অকণ ঘৰলৈ আহিলে

সন্তান পিতৃ মাতৃৰ বাবে নিজৰ বুকুৰ কলিজাটোতকৈও আপোন । সন্তান মাতৃ গৰ্ভত স্থিতি লোৱাৰ পৰাই সন্তানৰ মঙ্গলৰ বাবে পিতৃ-মাতৃ তথা অভিভাৱকে দান-দক্ষিণা, ধৰ্ম কাৰ্য্য কৰে, আচাৰ শুদ্ধি পালন কৰে। ‘থুনুক থানাক মাতেৰে পোনাটি মোৰ ওলালে’-- দেৱ শিশু যেন শিশু এটিৰ কলকলনি, আধাফুটা মাতে এখন ঘৰ সৰগী জ্যোতিৰে জ্যোতিৰ্ম্ময় কৰে। শিশুটিৰ সৰ্বাঙ্গীন উন্নতিৰ বাবে পিতৃ-মাতৃয়ে নিজকে ত্যাগ কৰে। পিতৃ-মাতৃয়ে নিজৰ অপূৰ্ণ আশাবোৰ শিশুটিৰ মাজেৰেই পূৰ্ণ হোৱাৰ সপোন দেখে আৰু সেই সপোন বাস্তৱত পৰিণত কৰাৰ বাবে যৎপৰোনাস্তি চেষ্টা কৰে । শিশুটি কেচুৱাৰ পৰা ক্ৰমে শৈশৱ অতিক্ৰমি কৈশোৰ আৰু যৌৱনত ভৰি দিয়ে ।শৈশৱ আৰু যৌৱনৰ সন্ধিস্থানত ভৰি থোৱা এনে এজন কিশোৰ ‘অকণ’ যি বিপ্লৱৰ নেতা হোৱাৰ সপোন দেখিছিল আৰু সীমান্তলৈ ওলাই গৈছিল । সেই অকণ এদিন তেজে ফুল বছা মৃতদেহৰ ৰূপত যেতিয়া ঘৰলৈ উভতিছিল তেতিয়া পুত্ৰৰ মৃতদেহ প্ৰত্যক্ষ কৰি পিতৃৰ বুকুত কেনে ধুমুহা বলিছিল গায়ক গীতিকাৰে তাৰ নিখুঁত বৰ্ণনা পাঠক, শ্ৰোতাৰ আগত দাঙি ধৰিছে এই গীতটিৰে---

‘অকণ’ শব্দৰ আভিধানিক অৰ্থ হ’ল ‘সৰু, ক্ষুদ্ৰ’ । ল’ৰা ছোৱালী যিমানেই ডাঙৰ নহওক কিয় পিতৃ-মাতৃৰ মনত সদায়েই সৰু । সেয়েহে, সন্তানক মৰমতে ‘অকণ’ বুলি মতা হয় । উল্লেখ যোগ্য যে, অসম তথা উত্তৰ পূৰ্বাঞ্চলত অনেক বিদ্ৰোহী সংগঠনৰ জন্ম হৈছে । এই সকলৰ ভিতৰত অসমৰ ‘সংযুক্ত মুক্তি বাহিনী অসম’ ( United Liberation Front of Assam ) চমুকৈ ‘আলফা’ অন্যতম । ভাৰত চৰকাৰৰ শোষণ নীতিত অতিষ্ঠ হৈ এওঁলোকে এখন ‘স্বাধীন অসম’ৰ দাবীত সশস্ত্ৰ সংগ্ৰামক বিশ্বাস কৰি হাতত অস্ত্ৰ তুলি লৈ লৈছে । দেশৰ সীমান্তৰ বাহিৰত পৈণত অস্ত্ৰ প্ৰশিক্ষকৰ দ্বাৰা আগ্নেয়াস্ত্ৰ পৰিচালনাৰ প্ৰশিক্ষণ লৈ আহি নিজ ৰাজ্যত ভাৰত চৰকাৰক এশিকনি দিয়াৰ অৰ্থে অপাৰেশ্যন চলায় । মহাত্মা গান্ধীৰ অহিংস আন্দোলন চলি থকাৰ সময়তো নেতাজী সুভাস চন্দ্ৰ বোসৰ নেতৃত্বত এটি দলে সশস্ত্ৰ সংগ্ৰামক বিশ্বাস কৰিছিল । ঊনৈশ শ আশী দশকৰ মধ্য ভাগৰ পৰা নব্বৈৰ দশকৰ ভিতৰত অসমত চৰকাৰী বেচৰকাৰী অলেখ মুক্ত হত্যা, গুপ্ত হত্যা সংঘটিত হৈছে । লক্ষী পথাৰ আৰু অসমৰ অন্যান্য ঠাইতো কেবাটাও আলফাৰ গণ কবৰো উদ্ধাৰ হৈছে । মৃতকৰ আত্মীয় স্বজনে গাতৰ পৰা খান্দি উলিওৱা গেলি পচি যোৱা মৃত দেহক চিনাক্ত কৰিবলৈ বুলি ঢাপলি মেলিছিল সেই গণ কবৰবোৰলৈ। কাৰ ল’ৰাৰ কি হ’ল কোনো শুং সূত্ৰই নাই । সেই সময়তে পিতৃৰ বুকুৰ কলিজা ‘অকণ’ নামৰ এই কিশোৰজন তেজে ফুলবছা মৃত দেহৰ ৰূপত পিতৃৰ ওচৰ পাইছিলহি।

দেশৰ বাবে জীৱন উচৰ্গা কৰাটো অতি গৌৰৱৰ কথা । তৰিলে দেশ মৰিলে স্বৰ্গ বুলি কোৱা হয় । মৃত অকণক কাষত পাই পিতৃৰ হাহিঁব নে কান্দিবই এনেহেন লাগিছে । সেয়েহে, অকণক চিতাত তুলি দি পিতৃয়ে নিজকে একোবাৰ গৰ্বী পিতা বুলি অনুভৱ কৰিছে । আজি অকণ যেন ভাগৰুৱা ! দেশৰ বাবে যুঁজি যুঁজি যেন ক্লান্ত হৈ পৰিছে । সেয়েহে যেন অকণে শুই পৰিছে । হম হম কৈ জ্বলা চিতাৰ জুই পোহৰত অকণৰ মুখখন ৰাঙলী হৈ অধিক উজ্বল হৈ পৰিছে । ইমান সুন্দৰ দেখা হৈছে অকণক ! যেন গভীৰ নিদ্ৰাই অকণক আকোঁৱালি লৈছে । এই নিদ্ৰাই হ’ল চিৰ নিদ্ৰা, চিৰ ক্লান্তিৰ উপশম । পিতৃৰ মনত আইনাত প্ৰতিফলিত হোৱাৰ দৰে ফটফটীয়াকৈ প্ৰতিফলিত হৈছে কেচুৱাতে অকণক কোলাত লৈ নিচুকোৱাৰ কথা, নিচুকাই নিচুকাই টোপনি নিওৱাৰ কথা । জুইৰ পোহৰত ৰঙা পৰা অকণৰ নিদ্ৰিত মুখলৈ চাই তেওঁৰ আজিও যেন নিচুকণি গাবলৈ মন গৈছে । তেওঁ সেয়েহে গাইছে এই বুলি -- ‘অকণ ঘৰলৈ আহিলে, আমাৰ অকণ জিৰালে’। হম্‌হমীয়া চিতাৰ জুয়ে কিছু সময়ৰ ভিতৰতে অকণক ছাইত পৰিণত কৰিলে । অকণ মৰিলেওঁ আকৌ হেজাৰ অকণ জাগিব, দেশৰ বাবে প্ৰাণ দিব — হম্‌হমীয়া চিতাৰ জুইয়ে যেন ইয়াকে সকিয়ালে ।

মুহুৰ্ত্তৰ ভিতৰতে ধূলিস্যাৎ হৈ গ’ল এজন পিতৃৰ সকলো আশা, কামনা-বাসনা; জীৱন জোৰা সাধনা। এহাল পিতৃ-মাতৃয়ে এটি সন্তানক তুলি-তালি ডাঙৰ দীঘল কৰি মানুহ কৰিবলৈ হ’লে কিমান কষ্ট কিমান ত্যাগ

কৰিব লাগে তাৰ হিচাব অঙ্কৰ ঘৰত নাই । তেনে এটি সন্তানক অকালতে হেৰুৱাব লগীয়া হ'লে পিতৃ-মাতৃৰ হৃদয়ত কেনে শোক আৰু ধুমুহাৰ জোৱাৰ উঠিব পাৰে তাৰ অনুমান সুধী সমাজে কৰিব পাৰিব । সন্তানে বংশ ৰক্ষা কৰে, দেশ ৰক্ষা কৰে । কিন্তু আজি অসমত হৈছে কি ? — জীৱনৰ সংজ্ঞা বুজি নৌউঠোঁতেই চৰকাৰী বা বেচৰকাৰী আক্রমণত বা সতীর্থৰ হাতত সম্ভাবনা পূর্ণ সবল, সুঠাম, অলেখ পাহোৱাল ডেকাৰ মৃত্যু হৈছে — তেজৰ ফাকু খেলত । ই এটা জাতিৰ বাবে শুভ লক্ষণ নহয় । এনেদৰে আৰু কিছু বছৰ চলিব লাগিলে নিজৰ বিবেকবান, বলবান পুত্র সমূহক হেৰুৱাই অসম মাতৃ দুর্বলা হৈ পৰিব । এই সুযোগ বিদেশীয়ে গ্ৰহণ কৰিব। তেতিয়া অসম 'অসম' হৈয়ে থাকিবনে ? স্বাধীন হৈয়ে বা হব কি যদিহে যোগ্য সন্তানবোৰ নাথাকে ? তেতিয়া কোনে গাব — 'সোণৰে অসমী মাতৃ, নাকান্দা নাকান্দা কিয় কান্দা অভাগিনীৰ দৰে । পুত্র আছে কন্যা আছে ৰাত্রি দিনে চিন্তে সবে থাপিব আনন্দ মেলা আজি তোৰ ঘৰে' বুলি ? (গীতটো প্ৰতিটো বিপ্লৱী সংগঠনৰ প্ৰতিটো মৃত সৈনিক আৰু প্ৰতি গৰাকী সন্তান হাৰা পিতৃ-মাতৃৰ কথাতে খাটে ।)

কথা : মোৰ বিপ্লৱী পুত্র যেতিয়া মৃতদেহৰ ৰূপত ঘৰলৈ উভতি আহে তেতিয়া চিতাৰ কাষত মই গর্বিত পিতা ৰূপে নিচুকণি গীতহে গাব পাৰোঁ —— 'অৰুণ ঘৰলৈ আহিলে..... ।'

অৰুণ ঘৰলৈ আহিলে
আমাৰ অৰুণ আহিলে
কেঁচা তেজ ভৰা ফুল শয়নত
কোনেনো সজায়ে দিলে । অৰুণ. . .

আমাৰ অৰুণে কৈশোৰতে
বীৰৰ সপোন দেখিলে
সংগ্রামৰে নেতা হব বুলি
বিপ্লৱী ৰূপ গণিলে
অৰুণ শীঘ্রে ডাঙৰ হ'ল
দেশৰ কামলৈ লৰৰি গ'ল
সীমান্তলৈ কোনোবাই হাত বাউলি মাতিলে । অৰুণ

জয়ৰ তিলক আঁকি সিদিনা কৈছিলোঁ অৰুণক
পৰাজয়ৰ গ্লানিয়ে তোক কৰক নকৰক ।
আমাৰ অৰুণ আহিলে
জয়ৰ মালা পিন্ধিলে
বুকু শীতলাব বুলি কৈছিল
হিয়া দহিবলৈ আহিলে । অৰুণ.

হম হম কৰি জ্বলিল যেতিয়া
বীৰ অৰুণৰ চিতা
এনেভাব হ'ল শত সেনানীৰ
মই গর্বিত পিতা
চিতাৰ অগনি জ্বলিলে
অৰুণ আমাৰ জিৰালে
হেজাৰ অৰুণ জাগিব আকৌ
অগনিয়ে সকিয়ালে ।

ৰচনা : গুৱাহাটী, ১৯৯২

# অ' মোৰ জীৱনৰ প্ৰিয় লগৰী

**প্ৰতিজনী** নাৰীয়ে বিচাৰে নিজৰ প্ৰেমিক অৰ্থাৎ হ'বলগীয়া জীৱন লগৰীজন ব্যক্তিত্বশালী, মৰমীয়াল আৰু উপাৰ্জনক্ষম হোৱাটো । কাৰণ, এখন সংসাৰ চলাবলৈ, সমাজত মানুহ হিচাবে বৰ্তি থাকিবলৈ হ'লে ধন নহলে নহয়। সেয়েহে ল'ৰাই আৰ্থিক ভাবে স্বাবলম্বী হৈহে বিবাহৰ প্ৰস্তুতি চলাব লাগে । সম্প্ৰতি আমাৰ ৰাজ্যত নিয়োগৰ সুবিধা নাই । ফলত, বহু আশা লৈ বছৰৰ পিছত বছৰ অধ্যয়ন কৰি কৰি, ইটোৰ পিছত সিটো বিশ্ববিদ্যালয়ৰ উচ্চ ডিগ্ৰী লাভ কৰি শিক্ষাৰ মানদণ্ড অনুসাৰে কৰ্ম সংস্থান যোগাৰ কৰিব নোৱাৰাৰ ফলত অনেকে নৈৰাশ্যত ভোগে । উচ্চ শিক্ষিতই নহয় বহু অশিক্ষিত, অৰ্ধ-শিক্ষিত ডেকাই এনেবোৰ কাৰণতে নৈৰাশ্যত ভুগিছে আৰু কিছুৱে সমাজ পৰিবৰ্তনৰ বাবে হাতত অস্ত্ৰ তুলি লৈছে । আজিৰ গাভৰুৱেও ল'ৰাৰ সমানে সমানে শিক্ষা-দীক্ষাত আগবাঢ়ি গৈছে । নিজক সংস্থাপিত কৰাৰ উপৰিও তেওঁলোকে হ'ব লগীয়া জীৱন লগৰীজনক শুদ্ধ পথৰ নিৰ্দেশনা দিবলৈ সক্ষম হৈছে । চাকৰি নহ'লেও পতি-পত্নী দুয়ো লগ লাগি কোনো ব্যৱসায়, ক্ষুদ্ৰ উদ্যোগ আদিৰ জৰিয়তে নিজকে প্ৰতিষ্ঠা কৰি আৰ্থিক ভাবে সচ্ছল হৈ শান্তিৰ জোনাকত জুৰ লৈছে । সেয়েহে, গাভৰুজনীয়ে নিৰাশাত ভোগা তাইৰ হ'ব লগীয়া জীৱন লগৰীজনক প্ৰবোধ দিছে এই বুলি যে অতীতৰ পৰাজয় পাহৰি পেলোৱা । সেইবোৰে পিছলৈ টানিলে ঘূৰি নেচাবা। জীৱন সংগ্ৰামত জয় পৰাজয় থাকিবই । জীৱন যুঁজত হাৰি হাৰি জয়লাভ কৰাটোহে জীৱন । নিৰাশাৰ ডাৱৰ ক্ষন্তেকীয়া আৰু যৌৱনত অসাধ্য একো নাই । মাথোঁ শুভ আচনি লৈ আগবাঢ়া । তোমাৰ সতে মযো আছোঁ । কাৰণ আমাৰ প্ৰেম সৃষ্টিময় । আমাৰ আশাবোৰো যুগমীয়া । সফলতাৰ দূৰত্বৰ কথা ভাবি চমকি নুঠিবা । ধৈৰ্য্যৰে আগবাঢ়া। দেখিবা, ইয়াৰ ইংগিত হ'ব জ্যোতিৰ্ময় । উল্লেখ্য যে, পুৰুষৰ উন্নতিৰ অন্তৰালত যুগে যুগে নাৰীয়ে মাতৃ,পত্নী, বাই-ভনী বা প্ৰেমিকা ৰূপে অৰিহণা যোগাই আহিছে । আজি সমাজত শিক্ষিত-অশিক্ষিত নিবনুৱাৰ বাহিৰেও আৰু এক শ্ৰেণীৰ নিবনুৱাৰ সৃষ্টি হৈছে সেয়া হ'ল উগ্ৰপন্থাৰ পৰা আত্মসমৰ্পণ কৰা নিবনুৱা;— নিৰাশাত ভোগা। সমাজখন সুস্থিৰ কৰাত নাৰীৰ বৰঙণি অসীম । নাৰী-পুৰুষৰ ঐকান্তিক প্ৰচেষ্টাতহে সামজখন নৱ প্ৰভাতৰ ন-কিৰণেৰে জ্যোতিস্মান হ'ব — গীতটিৰে এই কথাকে বুজোৱা হৈছে ।

কথা ঃ তাইৰ ডেকা বন্ধু অতীতৰ কথা ভাবি ভাগৰি পৰিছে । তাই কিন্তু ডেকা বন্ধুক কৈছে,—— শুভ আচনি লৈ আগবাঢ়া ——মই তোমাৰ সৈতে আছোঁ ।

অ' মোৰ জীৱনৰ প্ৰিয় লগৰী
কওঁ তোমাক আজি কথা এষাৰি
অতীতৰ পৰাজয় পাহৰি পেলাবা
পিছলৈ টানিলে ঘূৰি নাচাবা
নিৰাশাৰ ক'লা মেঘ ক্ষন্তেকীয়া
আমাৰো আশা চিৰদিনিয়া ।
যৌৱন সোজ্বল নেপাহৰিবা
শুভ আঁচনিলৈ আগবাঢ়িবা
আমাৰো প্ৰেম সৃষ্টিময়
ইংগিত হ'ব জ্যোতিৰ্ময়
দূৰত্ব দেখি তুমি ভয় নাখাবা
মোক কাষত লৈ আগবাঢ়িবা ।
অতীতৰ পৰাজয় পাহৰি পেলাবা

কলিকতা, ৫ চেপ্তেম্বৰ, ১৯৯৩ চন

# কিযে ছন্দত হলো বন্দী

গীতেৰে এখন সমাজ কেনেকৈ সলনি কৰিব পাৰি ড' ভূপেন হাজৰিকাদেৱে তাৰ শিক্ষা পাইছিল শিল্পী পল ৰ'বছনৰ পৰা । তেওঁৰ 'অ'ল্ড মেন ৰিভাৰ' নামৰ গীতটোৰ অনুকৰণত আৰু সুৰত জাত-পাত, উচ্চ-নীচ, ধনী- দুখীয়া আদি বৈষম্যৰে ভৰা ত্ৰুটি পূৰ্ণ সমাজখন উটুৱাই নি এখন সাম্যৰ সমাজ গঢ়াত অসমৰ্থ হোৱা বাবে গীতেৰে ব্ৰহ্মপুত্ৰক (ব্ৰহ্মপুত্ৰ উপত্যকাবাসীক) বৃদ্ধ, অলস আদি গালি পাৰিছিল । তেওঁ সকলো ধৰ্মগ্ৰন্থ মন্থন কৰিলে, বিশ্বৰ শিল্পী-সাহিত্যিক, মহামনিষী সকলৰ সান্নিধ্য লভিলে । সকলোতে মানৱ ধৰ্মই যে শ্ৰেষ্ঠ ধৰ্ম তাকেহে পালে । সৎ কৰ্মৰ দ্বাৰা মানুহে দেৱত্ব লাভ কৰিব পাৰে, মানুহ মানুহৰ পূজ্য হয় । হিন্দুৰ ভগৱান ৰাম, কৃষ্ণ আদি নৰৰূপী নাৰায়ণ । ড° হাজৰিকাদেৱেও মানুহৰ সম মৰ্যদাৰ বাবে ওৰে জীৱন গীত গালে । কাৰণ তেওঁ শিল্পী;— গীতেই তেওঁৰ অস্ত্ৰ, গীতেই প্ৰকাশৰ মাধ্যম । ইয়াৰ বাবে প্ৰয়োজন বশতঃ তেওঁ সমাজৰ প্ৰচলিত বিধিৰ বিৰুদ্ধাচাৰণ কৰিলে, অন্ধবিশ্বাসৰ বিৰুদ্ধে যুঁজিলে । সময়ৰ পক্ষীৰাজ ঘোঁৰাত উঠি বাধাৰ হেঙাৰ ওফৰাই পিছলৈ উভতি নোচোৱাকৈ সত্যক সাৰথি কৰি, জ্যোতিক শিৰত তুলি সুন্দৰৰ নতুন দিগন্ত অভিমুখে ধাবিত হ'ল । এই যাত্ৰাত কোনোৱে তেওঁক মদাৰ ফুলৰ লগত ৰিজালে, কোনোৱে নীচ জাতৰ খুলি উপলুঙা কৰিলে আৰু কতই যে কত কি ক'লে । কাৰো কথাত ভ্ৰূক্ষেপ নকৰি বিঘিনি, সংঘাত নেওচি মাথোঁ লক্ষ্যোন্মুখ হৈ আগবাঢ়িল । আহোম ৰজাই গুৰু শঙ্কৰদেৱকো ধৰি আনিবলৈ চৰ পঠিওৱাত পলাইহে তেওঁ নিজৰ প্ৰাণটো বচালে । যিশুখৃষ্টকো ক্ৰুচবিদ্ধ কৰা হৈছিল । যিকোনো সৎ কামত আগবাঢ়িলে অনেক বাধা বিঘিনিৰ সন্মুখীন হ'ব লগীয়া হয়; সমালোচনাত দহিব লাগে । এই সকলো নেওচি যি জনে লক্ষ্য স্থানত উপবিষ্ট হয় তেওঁহে মহান । ড° হাজৰিকাদেৱেও নিজ জনমভূমি অসমক (উঃ পূঃক) কাৰ্য্য ক্ষেত্ৰ ৰূপে আৰম্ভ কৰি ক্ৰমগতিৰে বিশাল ভাৰত বৰ্ষ আৰু বিশ্ব মানৱক সামৰি মানুহৰ মুকুতিৰ গীত গালে; শোষিত, নিৰ্যাতিত, মুমূৰ্ষু জনৰ মুখত হাঁহি বিৰিঙালে । সুন্দৰৰ সাধনাত তেওঁ সফল হ'ল । তাৰ স্বীকৃতি জীৱন কালতে পালে । পঙ্কক মথোঁতে কোনোৱে ইতিকিং কৰিলেও পঙ্ক মথি অনা জ্যোতি কমলে তেওঁৰ লগতে আনৰো জীৱন সুবাসিত কৰিলে । তৎসত্বেও, কোনো আবেগিক মুহূৰ্তত নাইবা আঘাতৰ তিক্ততাত বিব্ৰত হ'লে তেওঁৰ কাপেৰে এনে গীত নিজৰে, সুৰত বন্দী হয় আৰু সুধাকণ্ঠেৰে মধু বৰষে ।

কথা ঃ অনিয়মকে নিয়ম কৰি মই আগবাঢ়িছোঁ । এতিয়া নিজকে প্ৰশ্ন কৰিবৰ মন
যায় কিযে ছন্দত হলোঁ বন্দী ইহ জনমটো পায়

কিযে ছন্দত হলোঁ বন্দী ইহ জনমটো পায়
নেজানো কিমান জংঘল আহিব
ভ্ৰমিব লাগিব —— সঙ্গী কোনো যে নাই
লঙ্ঘন কৰিব নোৱাৰা নিয়ম
লঙ্ঘন কৰিয়ে হায়
অনিয়মকে কৰিলোঁ নিয়মপামনে লক্ষ্য ঠাই — কিযে ছন্দত.

শুনিছোঁ পঙ্কত নেনামিলে
নেপায় জ্যোতি কমল
তেন্তে কিয়নো ইতিকিং কৰে
মথিলে পঙ্কজল ।
অনন্ত আকাশ গভীৰ সাগৰ —— ইয়াতো লগৰী নাই
নাচিয়ে ফুৰিলোঁ সেয়েহে তাণ্ডৱ —— দুন্দুভি বজায় । কিযে ছন্দত .........

ৰচনা ঃ কলিকতা, ১০ মাৰ্চ ১৯৯৩

# এটি মনৰ দুটি মানুহ

প্ৰেমে জীৱন সুন্দৰ কৰে । দুটি মনৰ দুটি মানুহক এটি কৰে । প্ৰেমে এই মৰতত‌ে সৰগ ৰচে । সপোনে দিঠকে জীৱনে-মৰণে প্ৰিয়জনক কাষতে পাবলৈ বিচাৰে। কিন্তু প্ৰেমৰ বাটটো কাইটীয়া। অৱশেষত অশেষ সাধনা আৰু কষ্টেৰে কাইটীয়া পথ অতিক্ৰম কৰি দুয়ো দুয়োকে কাষতে পাই অতিকে আনন্দিত হয়। এনেদৰে দুয়ো জীৱনৰ সেন্দুৰী আলিয়েদি খোজ কাঢ়ি আগবাঢ়ে।

এটি মনৰ দুটি মানুহ
মৰমী সৰগ ৰচে
সৰগী মৰতত
এই প্ৰিয়জনে
আবেগৰ নাচোন নাচে
মৰমী সৰগ ৰচে ।

তেনেকে নেচাবা বুকু দহি যায়
অ' তেনেকে নেচাবা বুকু দহি যায়
মৰমৰ ৰিহাখন
লাজতে খহি যায়
তপত-বতাহে জীৱন -জোকাৰে
ৰঙেৰে সাজোন কাচোনে ।
মৰমী সৰগ ৰচে ।

প্ৰিয়জন প্ৰিয়জন, অতিকে প্ৰিয়জন
চিৰ দিন কাষত থাকেনে প্ৰিয়জন
সপোনে-দিঠকে, মৰণে-জীৱনে
সেন্দুৰী আলিটিৰ বাটেৰে
মৰমী সৰগ ৰচে ।
দুয়োঃ এটি মনৰ........ ।

বোলছবি : প্ৰিয়জন, ১৯৯৩

# অ' কুলিটি কি গাইছাঁ

বসন্ত কালত কুলি মাতে। পাতে - পল্লৱে মুঞ্জৰি উঠে সেউজীয়া বন বননি। ডালে ডালে কাকলিৰ গীত। নৈ-নিজৰাই প্ৰাণ পাই চঞ্চলা পাত গাভৰুৰ দৰে নাচে বাগে। সপোনপুৰী হৈ পৰে ধৰণী। পক্ষী বিশেষজ্ঞ সকলৰ মতে — মানুহৰ হিয়াতো খলকনি লগোৱা কুলিৰ এই কুউ কুউ মিঠা মাতটো মাতে মাইকী কুলিজনীৰ প্ৰতি মতা কলিটোৱে —-তাৰ প্ৰতি অনুৰক্তি প্ৰকাবলৈহে। মাদকতা ভৰা প্ৰকৃতিৰ এই পৰিবেশত মানুহৰ মনও অনুৰাগেৰে ৰঞ্জিত হৈ পৰে। যৌৱন কালটো হ'ল জীৱনৰ বসন্ত কাল। প্ৰকৃতিৰ এই প্ৰভাৱ ডেকা গাভৰুৰ দেহলৈও সঞ্চাৰিত হয়। প্ৰতিজন ডেকা, প্ৰতিজনী গাভৰুৰ প্ৰতিটো অবয়ব হয় যেন একোটি পূৰ্ণ শশধৰ, পূৰ্ণ শশী —সৌকুমাৰ্য সম্ভূত। প্ৰাণলৈও আহে প্ৰেমৰ জোৱাৰ। মৰমে মৰম বিচাৰে,— হিয়াই হিয়া। হিয়া দিয়া নিয়াৰ খেল হয়। মন প্ৰজাপতি উৰি যায় বৰণীয়া দুপাখি মেলি। মিলনৰ আনন্দত মন নাচে। এই আনন্দ বিৰাজি ৰওক চিৰদিন চিৰকাল — দুখৰ প্ৰলেপ যেন মুখত নপৰে কাৰো কোনোদিন, - কোনো কাল। বুকুতো স্তুপীকৃত হয় সাহসৰ প্ৰতুল ভাণ্ডাৰ। মন হয় বাধাৰ প্ৰাচীৰ ভাঙি সাহসেৰে আগুৱাই যোৱাৰ। সপোন ৰচে জীৱনটো, ঘৰখন,— সমাজখন, দেশখন, বিশ্বখন সুন্দৰকৈ সজোৱাৰ। দুজনৰ জোঁটবন্ধন (নাৰী-পুৰুষ) আৰু ঐকান্তিক প্ৰচেষ্টাত উন্মীলন হয় নৱ নৱ সৃষ্টিৰ, — পৃথিৱীখন সুন্দৰকৈ সজায়।

গীতটিত স্থান বা কালৰ উল্লেখ নাই। সেয়েহে যি কোনো স্থানৰ বাবে, যি কোনো কালতে গীতটো প্ৰযোজ্য হ'ব। গীতটিত ডেকা গাভৰুৰ প্ৰেম-মিলন আৰু দুয়ো ঐক্যবদ্ধ ভাবে কৰা নৱ নৱ সৃষ্টিৰ হেঁপাহ, প্ৰচেষ্টা, উন্মেষ প্ৰতিধ্বনিত হৈছে।

অ' কুলিটি
কি গাইছাঁ
পিয়া পিয়া পিযা
নহয় হিযা দিযা নিয়া

কৌটিকালৰ বৰ্নানি অপাৰ
নিজৰাৰ কঁপনি হেজাৰ
আই ঐ, তুমি মোৰ নে কাৰোবাৰ
কথা দিলোঁ, সদায় তোমাৰ।
এই আশাতে, এই আনন্দতে
কিবা হয় ভুল
মদাৰ গছত যেন এজাৰৰে ফুল।

আগুৱাওঁ অহোৰাত্ৰি
অনন্ত সুৰৰে যাত্ৰী
নাহে যেন দুখ-ৰাত্ৰি
হওঁক নিতে ন-সৃষ্টি
তুমি গাই যোৱাঁ
গীত মই লিখোঁ
মিঠা কবিতা
সেউজৰে সৰক সোণালী সৱিতা।

ৰচনা : কলিকতা, ১৬ জুন ১৯৯৪ চন।

# উৰ্ উৰ্ শান্তিৰ পখীটি

শান্ত সৌম্য পাহাৰ, নৈ- নিজৰা, সেউজীয়া বন- বননিৰে অসমীয়া মনবোৰ, সপোনবোৰো সেউজীয়া আছিল তাহানি। মুক্ত বায়ু সেৱি, মুক্ত আকাশৰ তলত সুখ-শান্তি, মৰম-স্নেহ, মিলাপ্রীতি- সম্প্রীতিৰে জাতি-জনজাতি, ধৰ্ম-সম্প্রদায়ে আপোন ভাই ভাইৰ দৰে শুদাই নিকাই এমুঠি খাই আধ্যাত্মিক চিন্তা-চৰ্চাৰে মনৰ সুখত আছিল। আজি সেই দিন নাই। মুখাপিক্ষা বুদ্ধিজীৱি, নিকৃষ্ট ৰাজনীতিক, সমাজসেৱীৰ পাশাখেলত চৌদিশে ভাতৃঘাতী সংঘৰ্ষ, হিংসা-হত্যা, বোমা বাৰুদৰ ধোঁৱাৰে ক'লা আকাশ; দুৰ্নীতি, শোষণ। কিন্তু এই দৰে আৰু কিমান দিন ? সকলো মানুহৰে আশা, হাঁহি-অশ্রু, মৰমৰ ভাষা একেই। অশান্ত পৰিস্থিতিয়ে উন্নতি, প্রগতি বিঘ্নিত কৰে। আজিৰ পৃথিৱী এখন গ্লোৱেল গাওঁ হ'ল। মানুহে দূৰ গ্ৰহত বাস কৰাৰ চিন্তা -চৰ্চা কৰিছে। গতিকে আমিও আমাৰ মাজতে ভাতৃঘাতী সংঘৰ্ষত লিপ্ত নহৈ, জাত-পাত, ধৰ্ম সম্প্রদায়কলৈ লেতেৰা ৰাজনীতি এৰি, দুৰ্নীতি-শোষণ ৰোধ কৰি, সকলো জাতি-গোষ্ঠী, ধৰ্ম-সম্প্রদায় মিলি এক মাতৃৰ সন্তানৰ দৰে বাস কৰিলে, প্রত্যেকে নিজৰ অধিকাৰ সাব্যস্ত কৰিব পাৰিলে, ইজনে-সিজনৰ সুখ-দুখৰ সমভাগী হ'লে উৰি যোৱা শান্তিৰ কপৌজনী পুনৰ উভতি আহি আমাৰ চোতালত নাচিব, গাব। মানৱতা সৰ্ব ধৰ্মৰ ওপৰত।

উৰ্ উৰ্ শান্তিৰ পখীটি
উৰ্ উৰ্ শান্তিৰ পখীটি ।

এই আকাশ, এই ভূমি
নকৰিবি মৰুভূমি
বিষৰ ধোঁৱাৰে এন্ধাৰ ।

এই মানুহ, এই প্রদেশ
এই দেশ, এই স্বদেশ
শোষণ মুক্ত কৰ্ এইবাৰ ।

ৰংমন ৰঙিলী শুন
তহঁতৰ বহুতো গুণ
মুঠিত বহু অধিকাৰ ।

নগৰীক নকৰিবি কাৰাগাৰ
গাওঁ যেন নহয় ছাৰখাৰ
খোলা ৰাখ আশাৰ দুৱাৰ ।

আবাল-বৃদ্ধ-অবলা নাৰী
সিহঁতক দে আশাৰ তৰী
পায় যেন সিহঁতে পাৰ ।
জীৱন নৈৰ পাৰে পাৰে
গঢ় মথাউৰি দুৰ্নিবাৰ ।

শেষ কৰ্ মৃত্যু-আশঙ্কা
জীৱনলৈ আন অনুকম্পা
বজা শান্তিৰ জয়ডঙ্কা
ভাঙি দে ক্রোধৰ কাৰাগাৰ ।

কলিকতা, ১ মাৰ্চ, ১৯৯৪ চন।

# কিৰিলি কিৰিলি মাৰিলি

প্ৰেমৰ বাটটো পিছল। উজ্বল বস্তু মাত্ৰেই সোণ নোহোৱা দৰে মিচিকিয়া হাঁহিটিৰে ধুনীয়া ছোৱালী জনী ভাল নহবও পাৰে; হ'ব পাৰে চলনাময়ী, অসৎ প্ৰবৃত্তিৰ বা বদমাচ প্ৰকৃতিৰ। এনে ছোৱালীৰ পালত পৰি বহুতো সৰল, হোজা ডেকা লটি ঘটি হয়। কেতিয়াবা এনে ছোৱালী বিয়া কৰাই সংসাৰ কৰি হাৰাশাস্তি হয়। সেয়েহে আলেখ লেখ চাইহে প্ৰেমৰ বাটত খোজ দিব লাগে আৰু জীৱন সঙ্গীনী নিৰ্বাচন কৰিব লাগে।

হুৰ্ ৰ্................... .............
কিৰিলি কিৰিলি কিৰিলি কিৰিলি কিৰিলি কিৰিলি
কিৰিলি কিৰিলি মাৰিলি
পীৰিতিত কিয় মজিলি
কিৰিলি মাৰিলি
পীৰিতিত মজিলি।

অ' ৰূপহীৰ হাবিতে বাটে হেৰুৱালি
ৰূপহীক বিচাৰি হাবাথুৰি খালি
মিঠাকৈ ওঁঠ বুলি বিছাক চুমা খালি
মৎস্যকন্যা বুলি সৰ্পিনীত মুহিলি
কিৰিলি কিৰিলি মাৰিলি
পীৰিতিত কিয় মজিলি ?
কিৰিলি মাৰিলি
পীৰিতিত কিয় মজিলি ?

ফলাফল নেজানি পীৰিতি কৰিলি
কোন গাঁৱৰ ডেকা তই কি ভুল কৰিলি
পোহৰৰ মেখেলা জিলিকা দেখিলি
চিত্ৰলেখা বুলি অগনি সাৱটিলি
কিৰিলি কিৰিলি মাৰিলি
পীৰিতিত কিয় মজিলি ?
কিৰিলি মাৰিলি
পীৰিতিত কিয় মজিলি ?

যদি কাহানিবা তইক দেখিছিলি
মিঠা হাঁহি দেখি তয়ো হাঁহিছিলি।
অঙ্গশোভা দেখি বলিয়া যেন হ'লি
শীতল পানী বুলি অগনি সাৱটিলি।
কিৰিলি কিৰিলি মাৰিলি
পীৰিতিত কিয় মজিলি ?
কিৰিলি মাৰিলি
পীৰিতিত কিয় মজিলি ?

কলিকতা, জুন, ১৯৯৪

# মঙ্গল হওঁক ন-শতিকাত

এদেও দুদেওকৈ এই শতিকা অৰ্থাৎ কুৰি শতিকাই মেলানি মাগিবৰ হ'ল । গতিকে বিদাই লব খোজা শতিকাটোক বিদায় সম্ভাষণ আৰু আগন্তুক শতিকাক স্বাগতম জনাবৰ হ'ল । আশা-নিৰাশা, আনন্দ-হতাশা, সংঘাত, ঘাত-প্ৰতিঘাত বিশেষকৈ শতিকাটোৰ শেষৰ ফালে চলা হত্যা-হিংসা, অপহৰণ, ভাতৃঘাতী সংঘৰ্ষ, সাম্প্ৰদায়িক সংঘৰ্ষ, মাৰণাস্ত্ৰৰ ঝন্‌ঝননিৰ মাজেৰে কুৰি শতিকাই বিদায় লবৰ হ'ল । এই শতিকাত কি পালোঁ, কি হেৰুৱালোঁ সেয়া এই শতিকাতে সীমাবদ্ধ হওঁক । আগন্তুক একৈশ শতিকাই নঙলা মুখত ৰৈ আছেহি । এই শতিকাক আদৰিবৰ হ'ল । একৈশ শতিকাটো যাতে মঙ্গলময় হয়; প্ৰতি ঘৰে ঘৰে সুখ-শান্তি - সমৃদ্ধি বিৰাজ কৰে তাৰে কামনাৰেই গায়ক গীতিকাৰ ড০ ভূপেন হাজৰিকাদেৱে এই গীতটো ৰচে । নতুন শতিকাত উষাৰ সোণালী সূৰুযৰ কিৰণেৰে চোতাল ৰূপালী হওঁক, সেউজীয়া পথাৰ বতাহত হালি জালি নাচক, আঘোণৰ সোণালী ধনেৰে ভঁৰাল উপচি পৰক, শস্যে-মৎস্যে উভৈনদী হওঁক, বনৰ পশু আৰু ডালৰ চৰাইয়ে কিৰিলি পাৰি উলাহতে ডেও দি নাচক, সাহিত্য-কলা-সংস্কৃতিৰ চৰ্চাই মানুহৰ মনত আনন্দৰ লহৰ তোলক, নাওৰীয়াই বঠাৰ চাবে চাবে ভাটিয়ালী সুৰ তোলক, মূল্যহীন হোৱা মূল্যবোধৰ মূল্য বাঢ়ক আৰু দেশৰ জনতাই অলসতা ত্যাগ কৰি কৰ্ম-সংস্কৃতিৰ পূজা কৰি দেশখনক প্ৰগতিৰ পথেৰে আগুৱাই নি বিশ্বৰ ভিতৰতে এখন উল্লেখযোগ্য দেশ গঢ়ক । গীতটি গায়ক, গীতিকাৰ ড০ ভূপেন হাজৰিকাদেৱৰ একৈশ শতিকাৰ মানৱৰ প্ৰতি আশীৰ্বাদ ।

মঙ্গল হওক ন-শতিকাত
মঙ্গল সবাৰ
প্ৰতি গৃহে শান্তি আহক
সমৃদ্ধি অপাৰ হে ।

উষা কালৰ সোণোৱালী ৰ'দ
চোতালত ভৰি ৰয়
অন্ধজনেও দেখক আকৌ
নব সূৰ্য্যোদয় হে ।

সোণৰ বৰণ ধানৰ খেতি
নাচক হালি-জালি
ডাঁৰ মাৰি নাৱৰীয়াই
গাওক ভাটিয়ালী হে ।

ডাউকে মাতক বিলৰ পাৰতে
কোকিলে ডালে ডালে
শান্তি-কপৌ বহক পুনু
সবাৰ ঘৰৰ চালে হে ।

অৰ্দ্ধমৃত মূল্যবোধে
এয়া নতুন জীৱন পায়
অলস নিদ্ৰাৰ ঘোৰ ভাঙি দি
জাগৰণী গায় হে
মঙ্গল হওক ন শতিকাত মঙ্গল তোমাৰ ।

ৰচনা : ১৮ জুন, ১৯৯৪ চন

# এই পৃথিৱী এক ক্ৰীড়াঙ্গন

অতীজৰ পৰাই কবি, সাহিত্যিক সকলে এই পৃথিৱীক এক নাটঘৰ বা মঞ্চ বুলি অভিহিত কৰি আহিছে। বিষ্ণু ৰাভাই 'জীৱন নাটৰ শেষ ৰাগিণী' বুলি জীৱনৰ শেষ গীতটো ৰচিছিল। অৱশ্যে, যতীন্দ্ৰ নাথ দুৱৰাই 'সমাপি জীৱন খেলা বসুধা বুকুত' বুলি লিখিছিল। ড০ ভূপেন হাজৰিকাদেৱেও 'ৰাইজ আজি ভাওৰীয়া দেশেই নাটঘৰ' বুলি গাইছে যদিও এই গীতটিত তেওঁ এই পৃথিৱীক 'এক ক্ৰীড়াঙ্গন' আৰু ক্ৰীড়াক 'শান্তিৰ প্ৰাঙ্গন' বুলি অভিহিত কৰিছে। ক্ৰীড়াই মানুহৰ প্ৰাণত অনাবিল শান্তি বোৱায়। সভ্যতাই ঢুকি নোপোৱা কালৰ পৰাই আনন্দ বিনোদনৰ মাধ্যম হিচাবে বিশ্বৰ চুকে-কোণে জাতি-ধৰ্ম-বৰ্ণ, ধনী-দুখী নিৰ্বিশেষে মানুহৰ মাজত নানা প্ৰকাৰৰ খেল ধেমালি চলি আহিছে। অসম খেল ধেমালিত পিছ পৰা নহয়। অসমত মানুহৰ উপৰিও ম'হ যুঁজ, কুঁকুৰা যুঁজ, বুলবুলি যুঁজ, কণী যুঁজ আদি পশু-পক্ষীৰ মাজত ক্ৰীড়া অনুষ্ঠিত কৰি আনন্দ বিনোদন কৰা হয়। ক্ৰীড়ানুৰাগী আহোম ৰজা প্ৰমত্ত সিংহই ৰজা আৰু ডা-ডাঙৰীয়া সকলে পথাৰত হোৱা মালযুঁজ, ম'হযুঁজ আদি খেল উপভোগ কৰিবলৈ শিৱসাগৰত ১৭৪৬ চনত দুমহলীয়া ৰংঘৰটো সজাইছিল। সমগ্ৰ বিশ্বকে সামৰি লোৱা খেলবোৰ হ'ল অলিম্পিক, ওৱৰ্ল্ড কাপ ফুটবল, ওৱৰ্ল্ড কাপ ক্ৰিকেট আদি। বিশ্বৰ আগ শাৰীৰ খেলুৱৈ সকলে দেশ-জাতি-ভাষাৰ প্ৰভেদ পাহৰি একগোট হৈ এই খেলবোৰ খেলে। সমগ্ৰ বিশ্বকে ঐক্যৰ এনাজৰীৰে গঁথা এই খেল সমূহ ইলেকট্ৰনিক মিডিয়াৰ মাধ্যমেৰে বিশ্বই উপভোগ কৰে। শিশুৰ পৰা বৃদ্ধলৈকে সকলোৰে খেল ধেমালি কৰিলেও বিশ্বৰ ডাঙৰ ডাঙৰ ক্ৰীড়া প্ৰতিযোগিতা সমূহ কিশোৰ আৰু যুৱ শক্তিৰ মাজতহে হয়। আজিৰ পৃথিৱীত চৌদিশে বিচ্ছিন্নতাবাদ, ভাঙোনৰ চিন্তা; মূল্যবোধৰ অৱক্ষয়ৰ ক্ষণত ক্ৰীড়াই অসুস্থ মানসিকতা, এলাহক আঁতৰাই জীৱন কৰ্মময়, গতিময় কৰি জ্যোৰ্তিময় কৰে। ক্ৰীড়া হ'ল এক জাতি গঠন প্ৰক্ৰিয়া। নিয়মানুবৰ্তী ক্ৰীড়াবিদে জানে মাথোঁ একতা, সমন্বয়, আনন্দ আৰু শান্তি। এই গীতটি ২০০৭ চনত গুৱাহাটীত অনুষ্ঠিত হোৱা '৩৩ তম ৰাষ্ট্ৰীয় ক্ৰীড়া' মহোৎসৱতো উদ্বোধনী গীত হিচাবে গোৱা হৈছিল।

এই পৃথিৱী এক ক্ৰীড়াঙ্গন
ক্ৰীড়া হ'ল শান্তিৰ প্ৰাঙ্গন।
যৌৱন য'ত আজি জ্যোৰ্তিময়
অসুস্থ এলাহক এফলীয়া কৰি (য'ত)
জীৱনৰ গতি হয় কৰ্মময়।
বিচ্ছিন্নতাৰ নীতি নালাগে — কামা সমন্বয়
ক্ৰীড়াবিদে নেজানে একতা বিনে
একতাৰ ধিয়ানতে তন্ময়। এই ...
ক্ৰীড়া মাথোঁ খেল ধেমালি নহয়
নহয় মাথোঁ প্ৰতিযোগিতা
এক সুন্দৰ সবল জাতি গঠনত
ক্ৰীড়াই কৰে সহযোগিতা। এই ....
চৌদিশে যত ভঙোনৰ চিন্তা
মূল্যবোধৰ অৱক্ষয়
নিয়মানুবৰ্তী ক্ৰীড়াবীদে কৰে
অনন্ত জ্যোতিৰে অক্ষয়। এই...

ৰচনা : তেজপুৰ; ২০ ডিচেম্বৰ, ১৯৯৫

# দিহিঙে - দিপাঙে আজীৱন ঘূৰিলোঁ

অশান্ত পৰিবেশ, অস্থিৰ পৰিস্থিতিয়ে শিল্পী-সাহিত্যিককো বাৰুকৈয়ে ব্যতিব্যস্ত কৰে। অনীতি অধৰমে সৃষ্টিৰ পৰিবেশ বিঘ্নিত কৰে। আধ্যাত্মিক শক্তিৰে পুষ্ট ন্যায়-ধৰ্মৰ দেশ ভাৰতত অনীতি অধৰমে খুটি পুতি বহিছে। হত্যা-অপহৰণ, সাম্প্ৰদায়িক সংঘৰ্ষ, বাৰুদৰ গোন্ধে শিশুৰ পৰা বৃদ্ধলৈকে প্ৰতিজন নাগৰিককে অস্বস্তিত পেলোৱাৰ লগতে শিল্পী সকলকো বিমোৰত পেলায়। মানুহে মানুহক 'মোৰ' বুলি লোৱাৰ বিপৰীতে, সৃষ্টিৰ বিপৰীতে যেতিয়া ধ্বংস যজ্ঞ চলাই যায় তেতিয়া শিল্পীয়ে কাক লৈ, কাৰ বাবে, কি সৃষ্টি কৰিব ? শিল্পীৰ মহাসাধনালব্ধ ফলক কোনে বা আদৰ কৰিব ? কুৰি শতিকাই মেলানি মাগিবৰ হ'ল অশান্ত জৰ্জৰ পৰিবেশৰ মাজেৰে। আগন্তুক নতুন শতিকা আহিবৰ হ'ল; নতুন শতিকাটো শান্তি পূৰ্ণ, সুখ-সমৃদ্ধি পূৰ্ণ হ'ব বুলি সকলোৱে আশাৰে বৈ আছে। বিশ্বৰ দিহিঙে দিপাঙে আজীৱন জীৱন টোকাৰী বাই বিশ্বৰ নানা দেশৰ, নানা সমাজ-সংস্কৃতি, মানুহৰ বিষয়ে জ্ঞান-অভিজ্ঞতা লব্ধ অভিজ্ঞ শিল্পী ড০ ভূপেন হাজৰিকাদেৱে শতিকাৰ শেষতো অসমৰ পৰিবেশৰ উত্তৰণ নঘটাত যথাৰ্থতে চিন্তিত হৈ পৰে আৰু বুকুৰ বেদনাখিনি এই গীতটিৰে প্ৰকাশ কৰে।

দিহিঙে-দিপাঙে
আজীৱন ঘূৰিলোঁ
জীৱনৰ টোকাৰী বাই।
শতিকা-শেষত
থমকি চাওঁ যে
মৰণৰ তোৰণ নাই।

জীৱন গলিল
মৰণ গলিল
কোন যে কাহানি যায়,
দেহতত্ত্বৰো তত্ত্ব লুকাল
মানহে মানুহক খায়।

নতুন শতিকা আহিলেই দেখোঁ
আৰুতো অধিক পৰ নাই,
অনীতিৰ সাগৰত দেশখন বুৰিছে
ধৰিবৰ তৃণ-কুটা নাই।
মোৰ অসমী
মানুহে মানুহক খায়
মৰণৰ তোৰণ নাই।

গুৱাহাটী; ১৯৯৫ চন

# পীৰিতি নামেৰে তিনিটি আখৰে

'পীৰিতি' শব্দৰ আভিধানিক অৰ্থ হ'ল প্ৰীতি, প্ৰেম, ভাল পোৱা। পৃথিৱীত যেতিয়াৰ পৰাই নৰ আৰু নাৰী নামে দুটি মানুহৰ আবিৰ্ভাৱ হ'ল তেতিয়াৰ পৰাই মানুহৰ বুকুৱে বুকুৱে বৈ আছে প্ৰেম, পিৰীতি, ভালপোৱাৰ নৈ। সেয়েহে গীতিকাৰে পী-ৰি-তি নামৰ তিনিটি আখৰ শিলত খোদিত কৰা বুলি কৈছে যি কোনো দিনে নজহে, নপমে, মৰিচা নপৰে মাথোঁ শতদল হৈ বুকুৰ বিলত জিলিকে। বনগীতৰ ঠাঁচত ৰচা 'ভূটীয়া চাঙৰে ধূনীয়া গাভৰু মনত পৰে ঘনে ঘনে' এই গীতটোত গীতিকাৰৰ প্ৰেমৰ মাধ্যমেৰে পাহাৰ ভৈয়ামক একত্ৰিত কৰাৰ প্ৰয়াস পৰিলক্ষিত হয়। ভাৰত ভূটানৰ সম্পৰ্ক বাই-ভনীৰ দৰে। ভূটান আৰু অসমৰ সম্বন্ধ যুগ যুগৰ। অসমৰ বৰ্তমান বি টি এ ডি ৰ সীমাত অৱস্থিত পাহাৰীয়া দেশ ভূটান। তিব্বত বৰ্মী গোষ্ঠীৰ অসমৰ বড়োসকল ভূটীয়া সকলৰ বংশধৰ বুলি কোনো কোনো পণ্ডিতে মত পোষণ কৰে। আনহাতে বি টি এ ডিৰ অন্তৰ্গত ওদালগুৰি জিলাত 'ভূটীয়া চাং' নামৰ চাহ বাগিচাৰে ঢিৰ সেউজীয়া এখন অতি মনোৰম ঠাই আছে। অসমৰ পাহাৰীয়া জনজাতি সকলৰ মাজত চাং শব্দ বহুল ভাবে প্ৰচলিত। যেনে – মিৰি চাং, ডেকা চাং, গাভৰু চাং, নগা চাং ইত্যাদি। যি কি নহ'ক, ভূটীয়া চাং শব্দটিৰে আমি পাহাৰক বুজোৱাটোকে ধৰি ল'লোঁ। আমি আগৰ গীতত উনুকিয়াই আহিছোঁ যে প্ৰেম-ভালপোৱা বা বৈবাহিক সম্পৰ্কৰ জৰিয়তে দুখন ঘৰৰ মাজত সম্পৰ্ক তথা আপোনত্ব গঢ়ি উঠাৰ দৰে দুখন দেশৰ মাজতো সুসম্পৰ্ক গঢ়ি উঠে। আগৰ কালত ৰজা মহাৰজাসকলে যুদ্ধত হাৰি নানা উপঢৌকন সহিতে নিজৰ জীয়ৰীক শত্ৰু পক্ষলৈ বিয়া দি মিত্ৰতা স্থাপন কৰিছিল। আমি ইজনে সিজনৰ লগত সদ্ভাৱ, সম্প্ৰীতি ৰক্ষা কৰাটোও এক প্ৰকাৰ প্ৰেমৰেই নামান্তৰ। আজি কেইবা দশক আগৰে পৰাই উত্তৰ পূৰ্বাঞ্চলৰ পাহাৰ-ভৈয়াম, ইটো গোষ্ঠীয়ে সিটো গোষ্ঠীৰ ওপৰত শোষণ, দমনৰ দায় দি বিচ্ছিন্নতাবাদী মনোভাব লোৱাৰ ফলত সম্প্ৰীতিৰ এনাজৰী ডাল ছিগি গৈছে। পূৰ্বৰ অসম ভাঙি ছিঙি মেঘালয়, অৰুণাচল, নগালেণ্ড, মণিপুৰ, ত্ৰিপুৰা, আৰু অসম নামেৰে সাতোটা খণ্ডত বিভক্ত হৈ সাতখন ৰাজ্যত পৰিণত হৈছে। তাৰোপৰি অৱশিষ্ট অসম ভূখণ্ডতো প্ৰথমে ভূমিপুত্ৰ বড়ো সকলে তাৰ পিছত প্ৰতিটো জনগোষ্ঠীয়ে নিজৰ ভাষা-কৃষ্টি সংৰক্ষণ আৰু অস্তিত্ব ৰক্ষাৰ প্ৰতি সজাগ হৈছে। ফলত বিচ্ছিন্নতাবাদী মনোভাব লৈছে। কেনেকৈ কি ভুলৰ বাবে কি হৈ গ'ল। পুনৰ কেনেকৈ ইয়াৰ শুধৰণি হ'ব ইয়াকে ভাবি ভাবি সম্প্ৰীতিৰ বটিয়া বটোঁতা ড০ ভূপেন হাজৰিকাদেৱৰ বুকুৱে হাঁহাকাৰ কৰি উঠিছে। সেয়ে পাহাৰ ভৈয়ামৰ সম্প্ৰীতিৰ বাবে চিন্তা কৰোঁতা চিন্তানায়ক হাজৰিকাদেৱে এই গীতটিৰে বুকুত হিল্লোলিত মহাসাগৰৰ তৰঙ্গৰাশি প্ৰকাশ কৰিছে।

পীৰিতি নামেৰে তিনিটি আখৰে
কোনে কাটি গ'লে শিলত
নজহে নপমে মৰিচা নপৰে
জিলিকে বুকুৰ বিলত।

লুইতৰে বালি তিয়াব নোৱাৰি
নিজৰাই নিতিয়াই মানে
ভূটিয়া চাঙৰে ধুনীয়া গাভৰু
মনত পৰে ঘনে ঘনে।
কম গৈ কোনটো তালত
কোনে কাটি গলে শিলত।

আবেলি বেলিকা বানে বৰষুণে
সাতো সাগৰৰে ৰেৱা
পাৰোঁ কি নোৱাৰোঁ
কবকে নোৱাৰোঁ
দিলো ভূল সাগৰৰ হাৱা
পৰিলোঁ ভূলৰে জালত
কোনে কাটি গলে শিলত ।

মন যেন এজোপা উকা শিমলু
আকাশলে আছোঁ চাই
বুকুৰে কোমল কৈ
কমোৰা তুলাবোৰ কৰবালৈ উৰি যায়
হাঁহি নাই উৰুঙা মনত
কোনে কাটি গলে শিলত ।

নৰায়ো কান্দিলে তৰায়ো কান্দিলে
নদীয়ে নিদিলে সুৰ
পাহাৰে ভৈয়ামে কিহৰ ৰোল উঠিছে
মিলনৰ নুবুজে মোল
বা নাইকিয়া বতাহ নাইকিয়া
ফুলনি সনে সনায়
ফুল বুলি মাথোঁ ভূল বুটলিলো
পাতে সৰি সৰি যায়
কুলিয়ে নেমাতে ডালত
কোনে কাটি গলে শিলত ।

বৈ বৈ বিনালে পাহাৰৰে ঝিলি
এৰা গছে ফুলি সৰিল
কাহানি যোৱামে ভূলকে শুধৰাই
চিঙি যোৱা এনাজৰি
চিঞঁৰে কোনেনো মেঘত
কোনে কাটি গ'লে শিলত ।

কেছেট : নিজৰাপাৰৰ সুৰ, ১৯৯৫

# বিংশ শতিকাৰ অস্তাকাশত

ভাৰতৰ উত্তৰ-পূৱ কোণত অৱস্থিত অসম নানা সমস্যাৰে ভৰা। ভাৰত স্বাধীন হোৱাৰ পিছতো এটাৰ পিছত এটা সমস্যাই জুৰুলা কৰিলে অসমৰ জন জীৱন। ভাষা সমস্যা, তেল সমস্যা, বিদেশী বিতাড়ণ সমস্যা, উগ্ৰপন্থী সমস্যা, নিবনুৱা সমস্যা, বান সমস্যা আদি এটাৰ লেজুত লাগি আছে আন এটা সমস্যা। এটা সমস্যা নিবাৰণৰ পথত আগবাঢ়িলে বাঢ়ে আন এটা সমস্যা। ষাঠিৰ দশকত আহিল ভাষা সমস্যা। সত্তৰৰ দশকত তেল সমস্যা, ভাষাৰ মাধ্যম আন্দোলন। অহিংস আন্দোলন হ'লেও ইয়াতো প্ৰভূত ধন জনৰ গিনি বিঘিনি হ'ল। সত্তৰৰ দশকৰ শেষাংশত আৰম্ভ হ'ল ঐতিহাসিক ছবছৰীয়া বিদেশী বিতাড়ণ আন্দোলন। হিলদল ভাঙি ওলাই আহিল অসমৰ ৰাইজ নায্য প্ৰাপ্তিৰ বাবে সদৌ অসম ছাত্ৰসন্থাৰ সভাপতি প্ৰফুল্ল কুমাৰ মহন্ত আৰু গণ পৰিষদৰ আহ্বানত। এই আন্দোলনতো ধন জনৰ বিস্তৰ ক্ষতি হ'ল। এই আন্দোলনৰ সমান্তৰাল গতিৰে 'স্বাধীন অসম'ৰ পণ লৈ জন্ম হ'ল 'আলফা'– এটি সশস্ত্ৰ সংগ্ৰামী দলৰ। এই সংগ্ৰামতো চৰকাৰী বেচৰকাৰী সন্ত্ৰাসত অসমত তেজৰ নৈ বৈ গ'ল। ইয়াৰ পিছতে সদৌ বড়ো ছাত্ৰ সন্থাই গণতান্ত্ৰিক পদ্ধতিৰে জোৰদাৰ আন্দোলন চলালে 'Divide Assam Fifty Fifty' বুলি। এন, ডি, এফ, বি নামৰ এটি দলে 'স্বাধীন বড়োলেণ্ড'ৰ দাবীত সশস্ত্ৰ সংগ্ৰাম চলালে। কে, এল, এন, এফ নামৰ আন এটি সশস্ত্ৰ সংগ্ৰামী দলে বিচাৰিলে স্বাধীন কাৰ্বি ৰাজ্য। কে, এল, অ' নামৰ সশস্ত্ৰ সংগ্ৰামী দলটোৱে উদ্ধাৰ কৰিব বিচাৰিছে প্ৰাচীন 'কমতাপুৰ ৰাজ্য'। ডি, এইচ, ডি য়ে বিচাৰিছে 'ডিমাৰাজ্যি'। ইউ, পি, ডি, এফে বিচাৰিছে সুকীয়া কাৰ্বি ৰাজ্য। ভাইপাৰ আৰ্মি অৱ ৰাভা হাচং এ বিচাৰিছে 'নীলাচল' ৰাজ্য। ইয়াৰ উপৰিও মালফা, আনলা আদিৰ উপৰিও প্ৰতিদিনে একোটা সশস্ত্ৰ সংগ্ৰামী দল গঠন হৈয়ে আছে।

প্ৰতিটো গণতান্ত্ৰিক দলৰেই বন্ধ, ধৰ্ণা, হৰতালত শ্বাসৰুদ্ধ হয় জনতাৰ। খাটিখোৱা লোকৰ হয় টেকেলি কাটি। উগ্ৰপন্থী দলৰ ধন দাবী, বেংক ডকাইতি, অপহৰণ, বোমা-বাৰুদ, আগ্নেয়াস্ত্ৰৰ গমগমনিত নৃশংস হত্যা-ৰক্তপাতত ৰাজ্যত দিন দুপৰতে শ্মশানৰ নিস্তব্ধতা বিৰাজ কৰে সন্তানৰ চকুৰ আগতে হত্যা কৰা হৈছে পিতৃক, স্বামীৰ আগতে ধৰ্ষণ কৰা হৈছে পত্নীক। মানৱতাৰ বধ্যভূমি হ'ল অসম। প্ৰতিখন চৰকাৰ আহিছে গৈছে — গাদী ৰক্ষা কৰাত বাহিৰে সমস্যাবোৰৰ স্থায়ী সমাধানৰ কোনো প্ৰচেষ্টাই দেখা নাযায়। তাৰোপৰি চুবুৰীয়া বাংলাদেশে অসমৰ উগ্ৰপন্থীক আশ্ৰয় দি, পাকিস্তানৰ আই, এচ, আই আদিয়ে প্ৰতি মুহূৰ্তে অসমখন জ্বলোৱাৰ প্ৰচেষ্টাত ৰত আছে। নিজ পৰিয়ালত গৃহ কন্দল চলি থাকিলে বহিৰ্শক্তিয়ে চল পাবই। ফলত ৰাজ্যৰ প্ৰগতি স্তব্ধ হ'ল। শিক্ষা-দীক্ষা, কৃষি, আৰ্থ-সামাজিক প্ৰতিটো দিশতে অসম পিছ পৰি ৰ'ল। বজাৰত বস্তুৰ জুই-ছাই দাম; কিনিবৰ শকতি নাই। ক্ষোভত, দুখত অন্ধকাৰাচ্ছন্ন কুৰি শতিকাৰ শেষ অন্তত ৰাজ্যৰ সচেতন নাগৰিক সকলৰ চিন্তা ভাৱনাত টোপনি নোহোৱা হ'ল। তেওঁলোকে আগন্তুক একবিংশ শতিকাৰ প্ৰথম প্ৰভাত যেন শান্তিৰ, সুন্দৰৰ জ্যোতিৰে জ্যোতিষ্মান হয় তাকেই কামনা কৰিলে। সমূহৰ হৈ আন্দোলনকাৰী সকলক, সংগ্ৰামী সকলক সংবাদ মাধ্যম যোগে অনুৰোধ কৰিলে। বিচ্ছিন্নতাবাদৰ নামত হোৱা কোটি পতি সবকো নীতিৰ খেলাহে খেলিবলৈ অনুৰোধ কৰিলে। কাৰণ, বিজ্ঞানৰ নিত্য নতুন চমকপ্ৰদ আৱিষ্কাৰ আৰু বিশ্বায়নৰ ফলত আজিৰ বিশ্ব এখন সৰু গাওঁ হ'ল। চাৰি বেৰৰ মাজত ওৰণিৰ তলত থকা অবলা নাৰীয়ে গৈ মহাকাশত খোজ কাঢ়িলে। মহাকাশলৈ বিশ্বৰ শক্তিশালী দেশবোৰে নিতৌ নতুন নতুন উপগ্ৰহ, যান পঠিয়াই নতুন নতুন আৱিষ্কাৰ, পৰীক্ষা নিৰীক্ষা চলাই নিজৰ শক্তিৰ পৰিচয় দিয়াৰ যেন অঘোষিত প্ৰতিযোগিতা চলিছে। ইয়াকে অনুসৰণ কৰিছে উন্নয়নশীল দেশবোৰেও। ইয়াৰ বিপৰীতে আমাৰ ৰাজ্যত চলিছে একে পৰিয়ালত ভাই ভাইৰ দৰে যুগ যুগ সম্প্ৰীতিৰে বস বাস কৰি অহা নানা জাতি-জনজাতিৰ মাজত ইটোৱে সিটোক অৱদমন কৰা বুলি বিষোদগাৰ আৰু ভাষা সংস্কৃতি সংৰক্ষণৰ চলত, পুৰণিক উদ্ধাৰৰ নামত, ৰাজ্য গঢ়াৰ নামত নিজৰ ভিতৰতে হত্যা, লুণ্ঠণ, অপহৰণ, ধৰ্ষণৰ দৰে অমানৱীয় ঘটনা। আজি মূল্যবোধৰ মৃত্যু হৈছে। এই সমস্যাবোৰ সমাধানাৰ্থে গণ সংযোগৰ মাধ্যমবোৰেও উচিত পদক্ষেপ লোৱা নাই। বৰং

প্ৰচাৰ নকৰিব লগীয়া বাতৰি প্ৰচাৰ কৰি অসমক বিশ্ববাসীৰ সন্মুখত হাঁহিয়াত পাত্ৰ কৰা হৈছে। সেয়ে গায়ক গীতিকাৰ ড০ ভূপেন হাজৰিকাদেৱে আশা প্ৰকাশ কৰিছে যে একবিংশ শতিকাৰ প্ৰথম প্ৰভাতত এই অপসংস্কৃতিবোৰ সমাধিস্থ হ'ব আৰু শান্তিৰ কিৰণে বিশ্ব উজলাব।

দুখৰ বিষয় আজি একবিংশ শতিকাৰ প্ৰথম দশক পাৰ হওঁ হওঁ। অথচ কোনো এটা সমস্যাৰে সমাধান হোৱাৰ লক্ষণ নাই; বৰং বাঢ়ি গৈহে আছে।

বিংশ শতিকাৰ অস্তাকাশত
দিনৰ শিখা জ্বলিবনে ?
একবিংশ শতিকাৰ প্ৰথম প্ৰভাতে
দিগন্ত উজ্জলাবনে ?
উজলাব উজলাব উজলাব।

দুটি শতিকাৰ সঙ্গমে সঙ্গমে
আশা নিৰাশাৰ গণনা
লুকাভাকু খেলি মৃত্যুৱে কৰে
বিশ্বপ্ৰেমৰ ছলনা।
বিচ্ছিন্নতাৰ গুটি সিঁচি সবে
নীতিৰ খেলাহে খেলিবনে ?
একবিংশ শতিকাৰ প্ৰথম প্ৰভাতে
দিগন্ত উজলাবনে ?
উজলাব উজলাব উজলাব

পৃথিৱী এখন সৰু গাওঁ হ'ল মহাকাশ ৰণাঙ্গন
গণ সংযোগে মুখা পিন্ধি নাশে মূল্যবোধৰ প্ৰাঙ্গন
দুটি শতিকাৰ সন্ধিক্ষণত
সত্যৰ জ্যোতি জ্বলিবনে ?

শীতল যুঁজৰ হেনো অন্ত পৰিল
পৃথিৱীত শান্তিৰ কপৌ উৰিল
পিছে শীতলতাৰেই তলে তলে
উমি উমি ক্ৰোধাগ্নি জ্বলিল
সেই সৰ্বনাশী জুই নুমাবনে ?
সেই শান্তিৰ ফল্গু বৱনে ?
একবিংশ শতিকাৰ প্ৰথম প্ৰভাতে দিগন্ত উজলাবনে ?
উজলাব উজলাব উজলাব।

ৰচনা ঃ তেজপুৰ, ১০ ডিচেম্বৰ, ১৯৯৫

# মুখ উজ্বল যৌৱন উচ্ছল

গতানুগতিক জীৱন যাত্ৰাই মানুহক আমুৱায়। ইয়াৰ বেষ্টনিৰ পৰা পৰিত্ৰাণ বিচাৰি মুক্ত বতাহত মুক্ত উশাহ লবলৈ বুলি মানুহে বনভোজ খাবলৈ যায়। সকলো বয়সৰ লোকেই বনভোজলৈ যায়। সেউজীয়া বন বননি নৈ-নিজৰাৰ পাৰৰ, প্ৰকৃতিৰ ৰম্য ভূমিত মুক্ত আকাশৰ তলত, মুক্ত বতাহত গতানুগতিক জীৱনৰ ভাগৰ আমনি দুশ্চিন্তাৰ ক'লা গেদবোৰ মচ খায়, মনবোৰ নিকা, সজীৱ আৰু ৰঙেৰে ৰঙীণ হৈ সক্ৰিয় হৈ পৰে পুনৰ ব্যস্ততা পূৰ্ণ জীৱনক আঁকোৱালি ল'বলৈ। বনভোজৰ কেবাটাও যোগাত্মক দিশ আছে। এঁসাজ আনন্দৰে খোৱাৰ উপৰিও নাচ-গান, ৰং-তামচা কৰা হয় যিয়ে আমাৰ আয়ুস বৃদ্ধি কৰে। সেয়ে সকলো বয়সৰ লোকৰেই বনভোজ প্ৰিয়। বনভোজতেই কোনো ডেকা-গাভৰুৰ হিয়াত প্ৰেমৰ কলিয়ে পাহ মেলে। আমাৰ আলোচ্য এই গীতটি মুখ উজ্বল যৌৱন উচ্ছল ডেকা গাভৰুক লৈয়েই লিখা হৈছে – যি সকল স্কুল-কলেজ, বিশ্ববিদ্যালয়ত অধ্যয়ন ৰত। জীৱন বহাগৰ লুইতত সাঁতোৰা-নাদুৰা এই ছাত্ৰ-ছাত্ৰী সকলৰ প্ৰাণতো প্ৰেমৰ শতদল ফুলে। হিয়া দিয়া নিয়াৰ খেল হয়। এই খেলেই এদিন যুগ্ম জীৱনলৈ পৰ্যাবসিত হয় যিহেতু প্ৰেমে পূৰ্ণতা অৰ্থাৎ মিলন বিচাৰে। মিলন সুন্দৰ কিন্তু প্ৰেমৰ পথটো পিচ্ছল। কেনেবাকৈ এখন ভৰি পিচ্ছলিব লাগিলে নিঃশেষ হৈ যাব যে অত দিনৰ সাধনা, লক্ষ্য, আশা। সেয়ে ডেকা গাভৰু দুয়ো আগলৈ পাছলৈ চাই অতি সাৱধানে খুপি খুপি খোজ দিব লাগে। বিদ্যা শিক্ষা সমাপ্ত হোৱাৰ পাছত তেওঁলোক হ'ব একো একোজন সৈনিক জীৱন যুঁজৰ। চকুত অযুত স্বপ্ন। নিতে নৱ সংগ্ৰামে ভেটিবহি বাট, নিজহাতে নেওচি আগুৱাই যাবই লাগিব – নিজৰ বাবে, দহৰ বাবে–, দেশৰ বাবে –। তেওঁলোক হ'ল প্ৰতিনিধি ন-পুৰুষৰ, —আশাৰ কিৰণ।

মখ উজ্বল যৌৱন উচ্ছল
সেউজীয়া বন উৰণীয়া মন
বিশ্বৰ অগনি জ্বলাই
হাত-বাউল দি মাতিছে
মাতিছে, মাতিছে, মাতিছে।

বিশাল আকাশ মৰমী বতাহ
মুক্ত আমাৰ উশাহ-নিশাহ
এঁসাজ বনভোজ খাবলৈ
হাত বাউল দি মাতিছে
মাতিছে, মাতিছে
মাতিছে, মাতিছে।

দিয়া দিয়া দলিয়াই
প্ৰীতি-ভনীটি
অসমীয়া, ইংৰাজী, অঙ্ক- জ্যামিতি
মিলিজুলি আহাঁ ভাই সুখেৰে এসাঁজ
খাই-লৈ লিখি যাও ভোজনৰ হিষ্ট্ৰী।

এটি পাৰে মই
এটি পাৰে তুমি

মাজে বয় চেনেহৰ জুৰি
হাতখনি দিয়াঁ
পাৰ কৰি নিয়াঁ
নহ'লে পিছলিব ভৰি ।
এটি — ভৰি ।

জীৱন কেৱল জোনাক নহয়
নহয় আলি কুমলীয়া
জীৱনৰ বাটে বাটে খলা - বমা
খোজবোৰ সাৱধানে দিয়াঁ ।

একেটি সুৰতে মিলাওঁ কণ্ঠ যদি
বুকুৰ মৰমবোৰ ঢালি
কোনে মিলন ৰুধিব পাৰে
আগবাঢ়ো যদি দুয়ো মিলি ।
এটি পাৰে — জুৰি ।

কথা ঃ কেমেৰাৰে তোলা ছবি আচল নহয় –
ই নিৰ্জীৱ,– দুদিনীয়া
বুকুৰ কেমেৰাৰে ছবি তোলাঁচোন
স্থায়ী হ'ব মনৰ মায়া ।

কথা ঃ কেমেৰাৰ ছবি মোৰ বুকুৰ বাবেহে —
বুজিও নুবুজা হোৱাঁ কিয় ?
তুমি মানুহটো বুকুৰ বাবে
মোৰ তুমি সবাতোকৈ প্ৰিয় ।

পৰীক্ষাৰ ক্ষণ হ'ল কিতাপী জ্ঞানৰ
হ'লোঁ আজি সৈন্য জীৱন-যুঁজৰ ।
নিতে নৱ সংগ্ৰামে ভেটিবহি বাট
নিজ বলে নেওচিম ঘাত-প্ৰতিঘাত ।
আমি আজি প্ৰতিনিধি ন-পুৰুষৰ
আমি আজি সেনা হ'লোঁ জীৱন-যুঁজৰ ।

বোলছৱি ঃ অশান্ত প্ৰহৰ, ১৯৯৫

# সূৰ্য উদয় যদি লক্ষ্য আমাৰ

মাতৃৰ প্ৰতি হোৱা অন্যায়-অবিচাৰ কোনো সু-সন্তানেই সহ্য নকৰে। বৃটিচৰ হাতৰ পৰা ভাৰতে স্বৰাজ ল'লে যদিও সেই স্বৰাজৰ আচল সোৱাদ অসমবাসীয়ে নেপালে। পুনৰ আৰম্ভ হ'ল ঔপনিবেশিকতাবাদী ভাৰত ৰাষ্ট্ৰৰ শোষণ। সোণগজা অসমৰ কৃষিজ, বনজ, খনিজ সকলো সম্পদ কেন্দ্ৰই লুটি পুটি নিলে। ইফালে যাতায়াত, শিক্ষা, স্বাস্থ্য, কৃষি, উদ্যোগ-সংস্থাপন (আৰ্থ-সামাজিক) কোনো এটা দিশতেই উন্নতি নহ'ল। ৰাস্তা ঘাটৰ উন্নতি নাই, এম, জি ৰেল লাইনটোৰ বাহিৰে বহিৰ্জগতৰ লগত সংযোগী আন পথ নাই, ব্ৰহ্মপুত্ৰৰ ওপৰত শৰাইঘাটৰ দলঙৰ বাহিৰে দ্বিতীয় এখন দলং নাই। ফলত স্ব-মহিমা মণ্ডিত এই ৰাজ্যখন আওহতীয়া হৈয়ে ৰ'ল। আজিও বহু গাওঁৰ লোকে দেখা নাই বিজুলী বাতিৰ মুখ। আশী শতাংশই কৃষিজীৱি লোকৰ ৰাজ্যখনত উন্নত কৃষি পদ্ধতি, জল সিঞ্চন বা জল সঞ্চয় ব্যৱস্থাও নাই। কৃষিখণ্ডলৈ অনুমোদিত চৰকাৰী ধন বাটতে হৰলুকী হয়; কৃষক বঞ্চিত হয়। কৃষকৰ উকুখা পঁজাৰ চৌকাত চৰু নুঠে। অসমৰ চাহ, মৰাপাট, তেলৰ শোধন উদ্যোগ অসমৰ বাহিৰৰ ৰাজ্যত পাতে। ৰাজ্যৰ খোলা সীমান্তইদি বহিৰাগতৰ প্ৰব্ৰজন হয়। বছৰি নিবনুৱা বাঢ়ে লাখে লাখে; কোনোৱে আত্মজাহ দিয়ে নিজৰ পৰিয়ালটো পোহপাল দিব নোৱাৰাৰ বাবে। বাৰে বৰণীয়া সংস্কৃতিৰ অমূল্য ভাণ্ডাৰেৰে ভৰা অসমত লোক-সংস্কৃতি সংৰক্ষণৰ বাবে সাংস্কৃতিক প্ৰকল্প নাই। (অৱশ্যে ১৯৮৫ ত স্বাক্ষৰিত ঐতিহাসিক অসম চুক্তিৰ ছয় নম্বৰ দফা অনুসৰি গুৱাহাটীৰ পাঞ্জাবাৰীত 'শ্ৰীমন্ত শঙ্কৰদেৱ কলাক্ষেত্ৰ' স্থাপন হয়।) অসমত উচ্চ শিক্ষাকে ধৰি যিমান শিক্ষানুষ্ঠানৰ প্ৰয়োজন সেই অনুপাতে শিক্ষানুষ্ঠান নাই। বিশ্ববিদ্যালয়-ইঞ্জিনীয়াৰিং-মেডিকেল কলেজত যি কেইখন সীমিত আসন আছে মেধাবী ছাত্ৰ-ছাত্ৰী তাতকৈ বহুগুণে বেছি আছে। ইয়াৰে আৰ্থিক ভাবে স্বচ্ছল পৰিয়ালৰ ছাত্ৰ-ছাত্ৰীখিনিয়ে নিজৰ প্ৰয়োজন পূৰণাৰ্থে অসমৰ বাহিৰলৈ গৈ শিক্ষা লাভ কৰে আৰু দুখীয়া ঘৰৰ মেধা ছাত্ৰই মনৰ অশান্তিত ভুগি শেষত আন্দোলনৰ পথকে বাছি লয়। তাৰোপৰি অসমৰ শিক্ষানুষ্ঠান আৰু চাকৰিত সংৰক্ষণ ব্যৱস্থাৰ বাবে সাধাৰণ বৰ্গৰ অৰ্হতা সম্পন্ন বহু ছাত্ৰ-ছাত্ৰীয়ে প্ৰাপ্যৰ পৰা বঞ্চিত হৈ মানসিক ভাৰসাম্য হেৰুৱাই আন্দোলনৰ পথ বাচি লয় নতুবা হাতত অস্ত্ৰ তুলি লোৱাই উচিত বুলি বিবেচনা কৰে।

এই সমস্যাবোৰৰ সমাধান কল্পে 'উদিত সূৰ্য'ৰ প্ৰতীক আগত ৰাখি, সশস্ত্ৰ সংগ্ৰামত বিশ্বাসী এচাম তৰুণ-তৰুণীয়ে হাতত অস্ত্ৰ তুলি লয় স্বাধীন অসমৰ দাবীত। প্ৰথমাৱস্থাত তেওঁলোকৰ নীতি আদৰ্শত অসমবাসীয়ে স্বস্তিৰ নিশ্বাস পেলাইছিল— কিবা এটা পোৱাৰ আশাত। কিন্তু ধনদাবী, হত্যা-অপহৰণ আদি ধ্বংসাত্মক কাৰ্যই জনসাধাৰণৰহে ক্ষতি সাধন কৰিলে। এওঁলোকৰ বাহিৰেও আন কেবাটাও গোষ্ঠী-সম্প্ৰদায়ৰ পৰা কেবাটাও সশস্ত্ৰ সংগ্ৰামী ভাতৃ সংগঠনৰ জন্ম হ'ল আৰু একেই কাম চলিল। অসমক খণ্ডিত কৰণৰ দাবী উত্থাপিত হ'ল কোনো সংগঠনৰ ফালৰ পৰা। ফলত অসমৰ পৰিস্থিতি শ্বাসৰুদ্ধ হ'ল। ইয়ে অসমক বহু যুগ পিছুৱাই নিলে। যি সময়ত বিশ্বৰ বহু ৰাষ্ট্ৰই প্ৰগতিৰ শিখৰ বগাবলৈ সক্ষম হ'ল সেই সময়ত অসমত শান্তি বিঘ্নিত, প্ৰগতি স্তিমিত। কিন্তু আমাৰ উদ্দেশ্য আছিল শান্তি আৰু প্ৰগতিহে। কিবা কৰোঁতে কিবাহে হ'ল। এনেদৰে আৰু কিছুদিন চলিব লাগিলে অসমৰ ভৱিষ্যত কি হ'ব নিশ্চয় সেয়া অনুমেয়। গতিকে এৰা ধৰাৰ মাজেৰে ধৈৰ্য্য আৰু সংযমেৰে আটাইয়ে মিলি অসমলৈ শান্তি ঘূৰাই আনিবৰ হ'ল; অসমক প্ৰগতিৰ বাটেৰে আগুৱাই নিবৰ হ'ল। এই গীতটি 'অসম প্ৰাণ' ড° ভূপেন হাজৰিকাদেৱে 'আকাশবাণী গুৱাহাটী'ৰ সোণালী জয়ন্তী উপলক্ষে ৰচে আৰু সোণালী জয়ন্তী উপলক্ষে সমবেত ৰাইজৰ আগত ৰবীন্দ্ৰ ভৱনত আবৃত্তি কৰে।

সূৰ্য উদয় যদি লক্ষ্য আমাৰ
সূৰ্যাস্তৰ পিনে ধাৱমান কিয় ?
শীতল বৃষ্টি যদি কাম্য আমাৰ
অনাবৃষ্টি খেদি ফুৰিছোঁ কিয় ?

কথা ঃ কেতিয়াবা দেউতাৰ চকু দুটা পোৰে
বুঢ়ী আয়ে নিজৰে চকুপানী পিয়ে
দেশৰ ৰাইজখনে প্ৰাপ্য বিচাৰি
নিজৰে ডিঙি পাতি দিয়ে।
ভাবিছিলোঁ কিবা, হ'লগৈ কিবা
অঙ্কটো নিমিলা হ'ল।
সমৃদ্ধি সপোন ভাগি ছিগি
পৃথিৱী নিমাতী হ'ল অ' আই
পৃথিৱী নিমাতী হ'ল।
সমাজ ঘড়ী আজি থমকিছে কিয় ?
অনাবৃষ্টি খেদি ফুৰিছোঁনো কিয় ?

সুৰ ঃ সূৰ্য উদয় যদি লক্ষ্য আমাৰ
সূৰ্যাস্তৰ পিনে ধাবমান কিয় ?
শীতল বৃষ্টি যদি কাম্য আমাৰ
অনা বৃষ্টি খেদি ফুৰিছোঁ কিয় ?

কথা ঃ সংজ্ঞা বিহীন শান্তিৰ ভাৱনা
পুৰণি গুহাত লুকায়
অৱচেতনাৰ আৰ্তনাদেৰে
নিজকে নিজেই ঘপিয়ায়।
বহুদিন হ'ল — খৰাং বতৰ
ক্ষয় চিহ্নিত ভালপোৱা
বড়গছ শিপা আৰু কঠিয়া তলিত
তেজ ঢালিবলৈ যোৱা।
খাৰ ঢালিবলৈ যোৱা
হওক কলিজাৰ তেজবোৰ
কাজল কাজল মেঘ
মৃত ভাইটিৰ চকুত কৃষ্ণচূড়া
মৃত ভাইটিৰ চকুত কৃষ্ণচূড়া
ব্যক্তি গোষ্ঠী মিলি ৰোৱাওঁ আহা
শান্তিৰ শীতল নিজৰা
আৰু সময় নষ্ট কৰোঁ কিয় ?
সূৰ্য উদয় যদি লক্ষ্য আমাৰ
সূৰ্যাস্তৰ পিনে ধাবমান কিয় ?

সুৰ ঃ সূৰ্য উদয় যদি লক্ষ্য আমাৰ
সূৰ্যাস্তৰ পিনে ধাবমান কিয়
শীতল বৃষ্টি যদি কাম্য আমাৰ
অনা বৃষ্টি খেদি ফুৰিছোঁ কিয় ?

বোম্বে; ১৬ জুন, ১৯৯৭ চন।

# পাৰ ভাঙি দিলে শ্ৰীমন্ত শঙ্কৰে

মহাপুৰুষ মাধবদেৱে তেওঁৰ শ্ৰেষ্ঠতম কীৰ্তি 'নামঘোষা'ৰ ৩৭১ নং ঘোষাটিত লিখিছে,– 'হৰিনাম ৰসে বৈকুণ্ঠ প্ৰকাশে, প্ৰেম অমৃতৰ নদী । শ্ৰীমন্ত শঙ্কৰে পা'ৰ ভাঙি দিলে বহে ব্ৰহ্মাণ্ডক ভেদি ।।' গুৰু শঙ্কৰ-মাধৱৰ অনুগত ড০ ভূপেন হাজৰিকাদেৱে সেই ঘোষাটিৰ চৰণ তিনিটিৰ শেষৰ চৰণটিৰ শীৰ্ষক এই প্ৰশস্তিটো ৰচে । এখন সমাজ – য'ত স্বেচ্ছাচাৰী ৰাজ শাসনত জনতা অতিষ্ঠ হৈ পৰিছিল, সেই সময়তে উৰ্দ্ধলি যাব খুজা সেই সমাজখনক সমাজ সংগঠক, মানৱ প্ৰেমী মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে ধৰ্মৰ আধাৰত গীত, নাম-কীৰ্তন, নাট-ভাওনা আদি কলাৰ মাধ্যমেৰে একতাৰ ডোলেৰে বান্ধি মানৱ প্ৰেমৰ অমৃত বাণী বিলাই সমাজত শান্তি শৃঙ্খলা বজাই ৰাখি সমাজখনক নতুন গতি দিছিল ! কিন্তু তেওঁৰ সেইখন অসম আজিৰ অসমৰ দৰে সঙ্কুচিত নাছিল; সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চল, উত্তৰ বঙ্গ, ভূটানৰ একাংশ আৰু বৰ্তমান বাংলা দেশৰ একাংশক সামৰি এক বৃহত্তৰ অসম আছিল । তেওঁৰ ধৰ্মত জাতিভেদ, ধৰ্মভেদৰ স্থান নাই । মানৱতাই তেওঁৰ ধৰ্মৰ মূল । উদাহৰণ স্বৰূপে – গাৰোৰ গোবিন্দ, নগাৰ নৰোত্তম, যৱনৰ জয়হৰি, কৈৱৰ্তৰ ৰাধিকা, মিচিঙৰ পৰমা, আহোমৰ নৰহৰি, ব্ৰাহ্মণৰ কন্দলি, ৰামসৰস্বতী, মুছলমানৰ চান্দসাই, ভোটৰ দামোদৰ, বণিয়াৰ হৰিদাস, কছাৰিৰ ৰমাই আদি জাতি-জনজাতি বা ধৰ্মৰ লোকক তেওঁ শিষ্যত্ব দি এখন সংস্কাৰ পূৰ্ণ, সাম্য-শান্তিৰে সমৃদ্ধ সমাজ গঢ়িছিল।

বৈকুণ্ঠত বৈ থকা প্ৰেম অমৃতৰ নদীখন শ্ৰীমন্ত শঙ্কৰে পাৰ ভাঙি দি ব্ৰহ্মাণ্ডলৈ বোৱাই আনিলে । সমাজ গঢ়িলে মানৱ ধৰ্মৰ মন্ত্ৰ শিকালে। দুখৰ বিষয়, শঙ্কৰৰ সেইখন বৰ অসমৰ আজি ভাঁকাটোহে বাকী আছে; ভাঙি-ছিঙি থান বান হৈ গ'ল । বাকী থকা খিনিৰো মনত সন্দেহ, অবিশ্বাসৰ পুলি-পোখা বাঢ়িছে । ইটো গোষ্ঠীয়ে সিটো গোষ্ঠীৰ ওপৰত অৱদমন, শোষণৰ দোহাই দি আন্দোলনত নামি পৰিছে, ভাই ভাইৰ মাজত সংঘাত বাঢ়িছে, অনৈক্যৰ সৃষ্টি হৈছে, সমন্বয়ৰ অভাৱ হৈছে – বন্দুক বাৰুদৰ আশ্ৰয় লৈছে । ফলত জনজীৱন অতীষ্ঠ হৈ পৰিছে ।

নানা জাতি-জনজাতিৰে বৰণীয়া অসমৰ ভাষা-সংস্কৃতিও বৰণীয়া । প্ৰতিটো জনগোষ্ঠীয়ে ভাই ভাইৰ দৰে শান্তি-সম্প্ৰীতিৰে বসবাস কৰিবলৈ হ'লে প্ৰতিটো জনগোষ্ঠীৰে ভাষা-সংস্কৃতিক সন্মান কৰিব লাগিব; সংৰক্ষণ কৰিব লাগিব । অসমৰ হিৰণ্ময়ী সংস্কৃতিক সংৰক্ষণ কৰিবলৈ এখন মঞ্চৰ অতি প্ৰয়োজন । তেনে মঞ্চ এখন অসমত নাই । অসমৰ ছবছৰীয়া 'বিদেশী বিতাড়ণ' আন্দোলনৰ ১৯৮৫ চনৰ ১৪ আগষ্ট তাৰিখে আন্দোলনকাৰী নেতৃত্বৰ সৈতে তেতিয়াৰ প্ৰধান মন্ত্ৰী ৰাজীৱ গান্ধীৰে সৈতে ঐতিহাসিক অসম চুক্তি স্বাক্ষৰিত হয় । সেই চুক্তিখনৰ ৬নং দফাত আছে – 'অসমীয়া মানুহৰ সাংস্কৃতিক, সামাজিক আৰু ভাষিক পৰিচয় আৰু ঐতিহ্য ৰক্ষা, সংৰক্ষণ আৰু বিকাশৰ বাবে যথোচিত সাংবিধানিক, আইনগত আৰু প্ৰশাসনীয় ৰক্ষা কৱচ দিয়া হব ।' তাৰে ভিত্তিতেই কেন্দ্ৰীয় চৰকাৰৰ অনুদিত ১৯ কৌটি টকাৰে ড০ নিৰ্মল প্ৰভা বৰদলৈ আৰু ড০ ভবেন্দ্ৰ নাথ শইকীয়াৰ পৰিকল্পনাৰে গুৱাহাটীৰ পাঞ্জাবাৰীত জিলিকি উঠিল 'শ্ৰীমন্ত শঙ্কৰদেৱ কলাক্ষেত্ৰ' । ১৯৯৮ চনৰ ৯ নৱেম্বৰৰ দিনা মহাপুৰুষ জনাৰ ৫৫০ তম জন্মজয়ন্তী উপলক্ষে অনুষ্ঠিত অনুষ্ঠানত ভাৰতৰ ৰাষ্ট্ৰপতি কে, আৰ, নাৰায়ণনে এই মহান অনুষ্ঠানটি উদ্বোধন কৰে । সেই অনুষ্ঠানতে আগদিনাহি ৰচি থোৱা এই প্ৰশস্তিটো ড০ হাজৰিকাদেৱে তেওঁৰ সুৰীয়া সোণালী কণ্ঠেৰে পাঠ কৰে। এটি চমু ভাষণত তেওঁ কয়, It was Mahapurush Sankardeva who gave north east a new identity devoid nerrow castesism and social indiscrimination. ৰাষ্ট্ৰপতি কে, আৰ, নাৰায়ণনে তেওঁৰ ভাষণত হাজৰিকাদেৱৰ ভাষণ আৰু এই প্ৰশস্তিটোৰ ভূয়সী প্ৰশংসা কৰে ।

শ্ৰীমন্ত শঙ্কৰদেৱ কলাক্ষেত্ৰ বাস্তৱত পৰিণত হোৱাত অসমীয়া ৰাইজৰ বহু যুগৰ অভাৱ, আশা-আকাঙ্ক্ষা পূৰণ হ'ল । ৰূপতীৰ্থ শ্ৰীমন্ত শঙ্কৰদেৱ কলাক্ষেত্ৰ হ'ল অসমৰ নানা ভাষা-ভাষী, জাতি-জনজাতি, গোষ্ঠী-সম্প্ৰদায়, ধৰ্মৰ লোকৰ প্ৰীতিতীৰ্থ । অসমৰ বুকুৰেদি বৈ যোৱা ব্ৰহ্মপুত্ৰই সকলো জাতি-জনজাতিক

সামৰি সমাজখনক প্ৰাণ দিয়াৰ দৰে শ্ৰীমন্ত শঙ্কৰদেৱ কলাক্ষেত্ৰইও অসমীয়া সমাজখনক একতাৰ এনাজৰীৰে বান্ধি ৰাখিব আৰু গতি দিব । আজি সাঁচিপাতে (পুৰণি ঐতিহ্য) ভাষা দিলে, চিফুঙে (জনজাতিৰ প্ৰতীক) আশা দিলে, ৰংঘৰে (অসমীয়া সংস্কৃতি) দুৱাৰ মেলিলে । অসমৰ অতীত ঐতিহ্যই আমাক সদায়েই সাহস, অনুপ্ৰেৰণা যোগাই থাকিব, পাহাৰে-ভৈয়ামে থকা জনজাতি ভাই-ভনীসকলৰ কলা-সংস্কৃতিক সংৰক্ষণ আৰু সন্মান কৰাৰ ফলত অসম আকৌ সম্প্ৰীতিৰ ডোলেৰে একত্ৰিত হ'ব আৰু অসমীয়া সংস্কৃতিয়েও সমাজখন তথা বিশ্ব জিলিকাই তুলিব । অসমীৰ সন্তানসব আজি জাগ্ৰত । মাতৃয়ে এতিয়া নিজৰ আৰু সন্তানসবৰ ৰক্ষণাবেক্ষণৰ আশংকাত শোকত নিবিনায়, অসুৰ-দানৱৰ (দুষ্কৃতিকাৰী আৰু বৰ্হিআক্ৰমণ) ভয়ত মুঁচকচ নাযায় । প্ৰয়োজন বোধে অসমীৰ সন্তানসবে প্ৰাণ পৰ্য্যন্ত উছৰ্গা কৰিব । আজি যেন অজ্ঞান অন্ধকাৰ (অন্ধবিশ্বাস, কুসংস্কাৰ, পৰম্পৰা-ৰীতি-নীতিৰ নামত কুআচাৰ) আঁতৰি শত শত জ্ঞানৰ (শিক্ষা-অৰ্থনীতি-ৰাজনীতি, বিজ্ঞান-প্ৰযুক্তি) দিপালীৰে লুইতপাৰ জিলিকি উঠিছে, শান্তিৰ বৰকাঁহ বাজি উঠিছে, আনন্দৰ মেলা বহিছে ।

পৰিতাপৰ বিষয়, এই প্ৰশস্তি লিখাৰ এটা দশক পাৰ হৈ গ'ল । কিন্তু আশা কৰা মতে অসমত শান্তিৰ বৰকাঁহ বজা নাই ।

পাৰ ভাঙি দিলে শ্ৰীমন্ত শঙ্কৰে
নহে ব্ৰহ্মা গুৰু ভেদি
তৃষ্ণাতুৰ মানৱে বিচাৰি ফুৰিছে
শান্তি অমৃতৰ নদী ।

শ্ৰীমন্ত শঙ্কৰদেৱ কলাক্ষেত্ৰ
যাউতিযুগীয়া ৰূপতীৰ্থ
শ্ৰীমন্ত শঙ্কৰদেৱ কলাক্ষেত্ৰ
এক অনেকৰ প্ৰীতি-তীৰ্থ
শ্ৰীমন্ত শঙ্কৰদেৱ কলাক্ষেত্ৰ
বৈযে যায় মাজেদি ব্ৰহ্মপুত্ৰ ।
সাঁচিপাতে ভাষা দিছে
চিফুঙে আশা দিছে
ৰংঘৰে মেলিছে দুৱাৰ
সমাজে সাৱটিছে— মহান মানৱতা
বিজ্ঞানে আনিছে জোৱাৰ
জিলিকিছে লুইতৰে পাৰ ।
স্পৃশ্য-অস্পৃশ্যৰ ভেদাভেদ
নেমানি
সুন্দৰ সেনানী গঢ়ি
দুষ্কৃতি নাশিলে শ্ৰীমন্ত শঙ্কৰে
বান্ধি লৈ একতাৰ জৰী ।
গাৰোৰ গোবিন্দ নগাৰ নৰোত্তম
যৱনৰে জয়হৰি
কৈৱৰ্তৰ ৰাধিকা মিচিঙৰ পৰমা
আহোমৰ নৰহৰি
মোৰ গুৰু ঐ, ব্ৰাহ্মণৰ কন্দলি ৰাম সৰস্বতী

মুছলমানৰ চান্দসাই
ভোটৰে দামোদৰ বণিয়াৰ হৰিদাস
কছাৰিৰ আছিল ৰমাই
মোৰ গুৰু ঐ, কছাৰিৰ আছিল ৰমাই ।
সংগ্ৰাম লগ্নে আজি
শঙ্কা-ত্ৰাস ত্যজি আহঁস বীৰসব
দুষ্কৃতি নাশিতে
অগ্নিমন্ত্ৰে দীক্ষা লৈয়া আহঁস আজি যত
পাতকী বধিতে
ন্যায় তন্ত্ৰে শিক্ষা লৈয়া আহঁস আজি যত
পশুত্ব ৰুধিতে
সাস্তাঙ্গে কৰোহোঁ প্ৰণাম মাতৃৰ চৰণতে
সংগ্ৰাম লগ্নে আজি
সোণৰে অসমী মাতৃ— নাকান্দা নাকান্দা
কেনে কান্দা অভাগীৰ দৰে ।

পুত্ৰ আছে, আছে কন্যা
ৰাত্ৰি দিনে চিন্তে সবে
থাপিছে আনন্দ মেলা
আজি এহি ঘৰে
কেনে কান্দা অভাগীৰ দৰে
তোমাৰে ৰূপে গুণে সমনাহি
ত্ৰৈলক্য ভিতৰে
কেনে কান্দা অভাগিনীৰ দৰে ।
অসমী আই মোৰ
অতি ভয়ঙ্কৰ ৰাক্ষসৰ কাৰণে
ভয়ে নকৰিবা, ভয়ে নকৰিবা
আমাৰো শ্ৰীশঙ্কৰ আছে
অতি নিষ্ঠুৰ কাল সৰ্পৰ কাৰণে
ভয়ে নকৰিবা, ভয়ে নকৰিবা
ভকতিৰো শকতি আছে
আমাৰে দুচকুতে বিজুলী বৰষিছে
বিজুলী বৰষিছে
জ্যোতিৰে ঐ শিখাবোৰ নাচে
অতি অন্ধকাৰ অজ্ঞানৰ কাৰণে
ভয়ে নকৰিবা, ভয়ে নকৰিবা
শান্তিৰ বৰকাঁহ বাজে
শান্তিৰ বৰকাঁহ বাজে
আমাৰো শ্ৰীশঙ্কৰ আছে ।

গুৱাহাটী, ১ নৱেম্বৰ, ১৯৯৮

# অগ্নিগড়ৰ স্থাপত্য

অগ্নিগড়, – মহাভাৰতৰ যুগত য'ত ৰজা বাণৰ যৌৱনা জীয়াৰী উষাক সুৰক্ষিত ভাবে ৰখা হৈছিল, প্ৰাচীন শোণিতপুৰ অৰ্থাৎ বৰ্তমান তেজপুৰ চহৰৰ অন্তৰ্গত । বুৰঞ্জী প্ৰসিদ্ধ তেজপুৰ চহৰ স্থাপত্য আৰু ভাস্কৰ্য্যৰ বাবে বিখ্যাত । তেজপুৰৰ কাষতে নিৰ্মিত হৈছেব্ৰহ্মপুত্ৰৰ ওপৰত ভাৰতৰ তৃতীয় বৃহৎ দলং কলীয়া ভোমোৰা দলং;– যিখন নামনি অসমৰ আহোম বৰফুকন কলীয়া ভোমোৰাই সেই কালতে নিৰ্মাণ কৰিবলৈ যো জা চলাইছিল । অতি সুখৰ কথা, এই হেন তেজপুৰতে জিলিকি উঠিছে তেজপুৰ কেন্দ্ৰীয় বিশ্ববিদ্যালয় । তেজপুৰ কেন্দ্ৰীয় বিশ্ববিদ্যালয় কলা-বিজ্ঞান-প্ৰযুক্তিবিদ্যা আৰু মানৱতাবাদৰ ধ্যানৰ আকৰ । এই মহান অনুষ্ঠানৰ কাষেদি বৈ গৈছে মহাবাহু ব্ৰহ্মপুত্ৰ । ব্ৰহ্মপুত্ৰৰ শক্তিৰে শক্তিমান হৈ তেজপুৰ কেন্দ্ৰীয় বিশ্ববিদ্যালয়ৰ পৰা বছৰি নতুন নতুন জ্যোতিষ্ক আবিৰ্ভাৱ হওক আৰু উন্নতিৰ সোপান বগাই লুইতৰ দুপাৰ জ্যোতিৰে জ্যোতিস্মান কৰক – এয়া গায়ক গীতিকাৰৰ লগতে সদৌ অসম বাসী তথা উঃ পূঃ বাসীৰে কামনা।

গায়ক গীতিকাৰ ড০ ভূপেন হাজৰিকাদেৱে ২০০১ চনৰ ১ নৱেম্বৰত তেজপুৰ কেন্দ্ৰীয় বিশ্ববিদ্যালয়ৰ সমাৱৰ্তন অনুষ্ঠানৰ সঙ্গীত সন্ধিয়াত গাবৰ বাবে সমাৱৰ্তনৰ আগদিনা বিশ্ববিদ্যালয়খনৰ কথাৰে এই গীতটি ৰচে আৰু সেই মহান অনুষ্ঠানত গায় । সেই সমাৱৰ্তন উৎসৱতে তেজপুৰ বিশ্ববিদ্যালয়ে শিল্পী হাজৰিকাদেৱক সন্মানজনক 'ডক্টৰেট' উপাধিৰে বিভূষিত কৰে ।

অগ্নিগড়ৰ স্থাপত্য
কলিয়াভোমোৰাৰ
সেতু নিৰ্মাণ-জ্ঞান-জ্যোতিৰ্ময়
এহি স্থানতে বিৰাজিছে
তেজপুৰ বিশ্ববিদ্যালয় ।
ভূ-গৰ্ভৰ পৰা গ্ৰহ - নক্ষত্ৰত
গণনাৰে কৰোঁ বিচৰণ
বিজ্ঞান-জোৱাৰৰ অগ্ৰগতিক
আহুতিৰে কৰোঁ ৰূপ
আয়ত্ত কৰি কলা- কৌশল
কৰি যাও দিক্ নিৰ্ণয়
মানৱতাবাদৰ ধ্যানৰ প্ৰতীক
তেজপুৰ বিশ্ববিদ্যালয় ।
বৰ লুইত বৈ যায়
কাষেদি আমাৰ
সেই শক্তিৰে উজলাম দুটি পাৰ
সোপান বগাম
তীব্ৰ গতিৰে
প্ৰযুক্তি বিদ্যাৰে হৈ নিৰ্ভয়
জীৱন-যুঁজত
বিজ্ঞান সাৰথি
তেজপুৰ বিশ্ব বিদ্যালয় ।

ৰচনা ঃ তেজ পুৰ; ৩১ অক্টোবৰ ২০০১

# কটন কলেজ, কটন কলেজ

অতীত অসমত অনেক গুণী-জ্ঞানী লোক তথা পণ্ডিত আছিল যদিও ঊনৈশ শতিকাৰ শেষলৈকে কোনো উচ্চ শিক্ষানুষ্ঠান নাছিল । তেতিয়াৰ বিদ্যানুৰাগী ছাত্ৰ সকলে বিশেষকৈ কলিকতা বা অইন ঠাইলৈ গৈ উচ্চশিক্ষা অৰ্জন কৰিছিল । আৰ্থিক ভাবে সচ্ছল পৰিয়ালৰ সন্তানৰ বাবেহে এয়া সম্ভৱ আছিল । সাধাৰণ পৰিয়ালৰ ধীমান ছাত্ৰৰ ইচ্ছা থকা স্বত্বেও অৰ্থৰ অভাৱত মনৰ আশা মনতে মৰহি গৈছিল । ফলত এই অঞ্চলটো এক প্ৰকাৰ অজ্ঞান অন্ধকাৰত বুৰ গৈ আছিল । এই অভাৱ দূৰীকৰণাৰ্থে অসমত কলেজ এখন প্ৰতিষ্ঠা কৰাৰ বাবে বহুবাৰ দাবী উত্থাপিত হৈছিল । ১৮৯৯ চনত মাণিক চন্দ্ৰ বৰুৱাই প্ৰাগজ্যোতিষপুৰত অৰ্থাৎ গুৱাহাটীত কলেজ এখন প্ৰতিষ্ঠা কৰাৰ বাবে যুক্তি দৰ্শাই চৰকাৰৰ ওচৰত আবেদন কৰে । ৰাইজৰ অনুৰোধ অনুযায়ী তেতিয়াৰ অসমৰ চীফ কমিচনাৰ উচ্চমনা, শিক্ষানুৰাগী হেন্‌ৰী কটনে (Sir Henry John Stedman Cotton ) উক্ত স্থানত এখন কলেজ স্থাপন কৰে । তেওঁৰ নাম অনুসৰি সেই কলেজখনৰ নাম 'কটন কলেজ' হয় । ১৯০১ চনৰ ২৭ মে'ত অসমৰ প্ৰথমখন কলেজ 'কটন কলেজ' আনুষ্ঠানিক ভাবে মুকলি কৰা হয় . বৰ্তমানৰ ৰসায়ন বিজ্ঞান ভৱনটোৱেই আছিল কটন কলেজৰ প্ৰথম ভৱন । ১৯৬৯ চনৰ পৰা ইয়াত স্নাতকোত্তৰ পাঠ্যক্ৰমো মুকলি কৰা হয় । এই কলেজখনে উত্তৰ পূৰ্বাঞ্চলৰ ৰাইজৰ যুগ যুগৰ অভাৱ পূৰণ কৰিলে । কলা-বিজ্ঞান, সংগীত-সাহিত্য, খেল-ধেমালিৰে শত শত বন্তিৰ জ্ঞানৰ দীপালীৰে পাহাৰ-ভৈয়াম, লুইতৰ দুপাৰ জিলিকি উঠিল । ১৯৯২ চনৰ ১৭ অক্টোবৰত এই মহান অনষ্ঠানটোক অনুষ্ঠানিক ভাৱে স্নাতকোত্তৰ কলেজ হিচাবে স্বীকৃতি দিয়া হয় । বৰ্তমান এই কলেজখনে 'ডীন ইউনিভাৰ্চিতি'ৰ সন্মান লাভ কৰিছে । ২০০১ চনত এই কলেজখনৰ শতবাৰ্ষিকী উৎসৱ পালন কৰা হয় । সেই কলেজৰে এজন উজ্জ্বল নক্ষত্ৰ, প্ৰাক্তন ছাত্ৰ ড° ভূপেন হাজৰিকাদেৱ ২৭, ২৮ মে'ত শতবাৰ্ষিকী উৎসৱ অনুষ্ঠানত উপস্থিত থাকি অভিভূত হৈ পৰে । কটন কলেজৰ মহান ঐতিহ্যক সুৱঁৰি আৰু গুণানুকীৰ্তন কৰি লিখা এই গীতটি তেওঁ সাংস্কৃতিক সন্ধিয়া অনুষ্ঠানত গায় ।

কটন কলেজ
কটন কলেজ
(কথাৰে) ওঠৰশ নিৰানবৈ চন
ব্ৰিটিছ শাসন ।
মাণিক চন্দ্ৰ বৰুৱাৰ প্ৰতিবেদন
প্ৰাগজ্যোতিষপুৰতে
কৰিব লাগিবই
এখনি কলেজ স্থাপন ।

ঊনৈশ শ এক
আৰু দুহেজাৰ এক
এই উজ্বল এশটা বছৰ
অসমীৰ কপালত
ভোটা তৰা জিলিকিছে
হেনৰী কটন কলেজৰ
আমাৰ কটন কলেজৰ
কটন কলেজ,— কটন কলেজ
আমাৰ কটন কলেজ ।

কটন কলেজ
চিকমিকনি নহয
পুৱাতেই অস্ত যোৱা
কটন কলেজ হ'ল
জ্ঞানৰ উৎস
উদ্দীপনা যোগোৱা ।
উনৈশ শ একৰ সাতাইছ মে'ত
বিহগী কবি ৰঘুনাথ ৰচিত
উদ্বোধনী গীত হ'ল নিনাদিত
নবীন বৰদলৈ কৰ্ম্মবীৰে
যন্ত্ৰ সংগীতেৰে কৰে সজ্জিত ।
উনৈশ শ সোতৰত পোৱা হ'ল স্বীকৃতি
বিশ্ববিদ্যালয়ৰ সন্মান
(মাথোঁ) সোতৰ বছৰতে
পৃথিৱীয়ে শলাগিলে
গুণগত বৈশিষ্টৰ মান ।

ভুবন দাস আৰু হেনৰী কটন
চুইট চাহাব, ছুদমাৰ্চন
আৰু শিক্ষাবিদ আছে যত
সবে মিলি জুলি কটন কলেজতে
জ্ঞানৰ হেঁপাহ কৰে চিৰ জাগ্ৰত
জ্ঞানত গভীৰ
বিজ্ঞানত গভীৰ
খেলত সুস্থিৰ
কলাত অধীৰ
হৈ আগবাঢ়োঁ আমি
কটনিযান ।
যোৱা শতিকাৰ
ঐতিহ্যৰে
আগুৱাওঁ আহাঁ
হৈ চিৰ বলীয়ান
কটনিয়ান আমি
কটনিয়ান ।
পৃথিৱী আজি হ'ল
গ্ল'বেল ভিলেজ
জিন্দাবাদ কটন কলেজ
কটন কলেজ, কটন কলেজ ।

বোম্বে, ২৮ মাৰ্চ, ২০০১ চন

# আতঙ্কবাদ হুঁচিয়াৰ

বিশ্ব ইতিহাসত আতঙ্কবাদ নতুন কথা নহয় । আতঙ্কবাদ বা সন্ত্রাসবাদৰ কোনো নির্দ্দিষ্ট স্থান বা কাল নাই । বিভিন্ন সময়ত বিভিন্ন দেশত বিশ্বত সন্ত্রাসবাদে মহা সন্ত্রাসৰ সৃষ্টি কৰি আহিছে । আমাৰ ভাৰত বর্ষ তথা অসমতো কেইবা দশকজুৰি কেবাটাও সন্ত্রাসবাদী সংগঠন সক্রিয় হৈ আছে; বোমা বাৰুদেৰে হত্যা-সন্ত্রাসৰ সৃষ্টি কৰি আহিছে । আতঙ্কবাদীয়ে বহু নাৰীৰ কপালৰ ফোঁট মচি দিছে, অলেখ শিশুক 'দেউতা' মাতষাৰৰ পৰা বঞ্চিত কৰিছে, অলেখ পিতৃ-মাতৃৰ বুকু শুদা কৰিছে । নৰ হত্যালীলা চাই, বুকু ভঙা কন্দোন শুনি আতঙ্কবাদীহঁতে পিশাচৰ দৰে অট্টহাস্য কৰিছে । যি অপশক্তিয়ে আতঙ্কবাদীক গোপনে সহায় কৰিছে সিহঁতক ভাৰতীয়ই কৰিব অসহায় । ভৰতৰ প্রাক্তন প্রধান মন্ত্রী ইন্দিৰা গান্ধী, ৰাজীৱ গান্ধী আতঙ্কবাদীৰ হাতত প্রাণ দিছিল । ২০০১ চনৰ ১১ চেপ্তেম্বৰত বিশ্বসন্ত্রাস ওচামা বিন লাডেনৰ নেতৃত্বত আমেৰিকাৰ দুটি সুউচ্চ অট্টালিকা 'ওৱৰ্ল্ড ট্রেড চেন্টাৰ' আৰু 'পেন্টাগণ' ধ্বংস কৰা হৈছিল । কিন্তু আধ্যাত্মিক বলেৰে বলীয়ান ভাৰতীয়ই আতঙ্কবাদক প্রশ্রয় নিদিয়ে । ' কিয়নো সত্যম্ শিৱম্ সুন্দৰম্ । বসুধৈৱ কুটুম্বম্ ।। -- আমাৰ ভাৰতৰ মন্ত্র । আতঙ্কবাদে নোৱাৰে ৰুধিব মানৱতাবাদ -- গণতন্ত্র । ' — বুলি আতঙ্কত অস্থিৰ পৰিস্থিতিৰ উপশম বিচাৰি মানৱতাবাদী গায়ক গীতিকাৰ ড° ভূপেন হাজৰিকাদেৱে এই গীতটিৰে আঙুলি টোৱাই আতঙ্কবাদীক হুঁচিয়াৰ কৰি দিয়ে ।

আতঙ্ক
ঘোৰ আতঙ্ক
আতঙ্কবাদ হুঁচিয়াৰ
সূর্য্যালোকত উৰ্জ্জলিছে
শান্তি সমাহাৰ ।
    অজস্র জীৱন হ'ল যে নিধন
    কত বোৱাৰীয়ে হেৰুৱালে স্বজন ।
    যুগ যুগ ধৰি আমি আক্রান্ত
    তথাপি নহওঁ আমি ৰণক্লান্ত ।
আমি জানো , সেই অপশক্তিক
তোমাক যোগায় যি গোপনে সহায়
শত কোটি দৃঢ় ভাৰতীয়ই
তোমাক কৰিব অসহায় ।
    আত্মহত্যা অপমৃত্যু
    আত্মঘাতী উদ্দেশ্য
    আনৰ মৃত্যু, আনি নিষ্ঠুৰ ভাৱে
    কৰিছা অট্টহাস্য ।

সত্যম্ শিৱম্ সুন্দৰম্
বসুধৈৱ কুটুম্বকম্
আমাৰ ভাৰতীয় মন্ত্র —
আতঙ্কবাদে নোৱাৰে ৰুধিব
মানৱতাবাদ — গণতন্ত্র ।

ৰচনা : এপ্রিল,২০০২ চন

# কি পালি কি পালি

কল্পনা চাওলা এজনী ভাৰতীয় মূলৰ আমেৰিকাৰ মহাকাশচাৰী ( Astronaut) আছিল । তেওঁ স্পেচ শ্যাটল মিচন স্পেচিয়েলিষ্ট (Space Shuttle Mission Specialist) আছিল । মেধাবী কল্পনাই ১৯৮২ চনত চণ্ডীগড়ৰ পাঞ্জাৱ ইঞ্জিনীয়াৰিং কলেজৰ পৰা B,Sc ডিগ্ৰী, ১৯৮৪ চনত আৰ্লিংটনৰ টেকচাচ ইউনিভাৰ্চিটিৰ পৰা এৰোস্পেচ ইঞ্জিনীযাৰিঙত ( Aerospace Fngeneering ) M Sc আৰু ১৯৮৮ চনত কলোৰাডো বিশ্ববিদ্যালযৰ পৰা দ্বিতীয় বাৰ M Sc আৰু এৰো স্পেচ ইঞ্জিনীযাৰিঙ (Aerospace Engineering )ত পি, এইচ ডি (Ph D) ডিগ্ৰী লাভ কৰে । তেওঁ নাছা আমছ্ ৰিচাৰ্চ চেণ্টাৰ ( NASA Ames Research Centre)ত কাম কৰিবলৈ লয । ১৯৮২ চনত তেওঁ জিন পেৰী হেৰিচনৰ (Jean Pierre Harrison) লগত বিবাহ পাশত আবদ্ধ হয । কল্পনাই ফ্লাইট ইনষ্ট্ৰাক্টৰৰ চাৰ্টিফিকেট লাভ কৰিছিল আৰু একক আৰু বহু ইঞ্জিনৰ এযাৰ প্লেনচ আৰু সাগৰীয জাহাজৰ আৰু গ্লাইডাৰৰ ব্যৱসাযিক পাইলটৰ চাৰ্টিফিকেট লাভ কৰিছিল । এই গৰাকী মহীযসী ভাৰতীয মহিলাই ১৯৬১ চনৰ ১ জুলাইত হাৰিযানাৰ কাৰ্ণেলত জন্ম গ্ৰহণ কৰে আৰু মহাকাশৰ পৰা ঘূৰি অহা পথত পৃথিৱীৰ বাযু মণ্ডলত প্ৰৱেশ কৰোঁতে যানখন (Space Shuttle Colombia on mission STS - 107) ধ্বংশ হৈ ২০০৩ চনৰ ১ ফেব্ৰুৱাৰীত মৃত্যু বৰণ কৰে।

ন ন তথ্যৰে সমৃদ্ধ হৈ, ন ন অভিজ্ঞতাৰে পুষ্ট হৈ কল্পনা ঘূৰি আহিব — চাওলা ফৈদেই নহয —ভাৰতবাসীযেই নহয, সমগ্ৰ বিশ্বই উন্মুখ হৈ আছিল বৈ । কিন্তু এটা বাতৰিযে সকলোৰে বুকু শোকে চিৰাচিৰ কৰি পেলালে - যানখন ধ্বংস হ'ল,— কল্পনা চাওলা মহাকালৰ বুকুত হেৰাই গ'ল । মহা তপস্বিনী কল্পনা বিজ্ঞান প্ৰযুক্তিৰ, - - সাধিকা ন ন আবিষ্কাৰৰ, অফুৰন্ত জ্ঞানৰ ভঁৰাল পৃথিৱীক আগুৱাই নিযাৰ — । আৰু যে কত পিপাসা আছিল জিজ্ঞাসাৰ — মানৱ জাতিৰ কল্যাণ সাধিবলৈ, বিজ্ঞানৰ নতুন নতুন সোপান বগাবলৈ — ।

কল্পনাৰ মৃত্যুৰ শোকে গাযক গীতিকাৰ ড° ভূপেন হাজৰিকাৰো বুকু ভাঙে । আকৌ এবাৰ তেওঁৰ বুকুৰ মাজত এটা সুৰ ধ্বনিত প্ৰতিধ্বনিত হ'ল —'সোণতকৈও মানুহৰ দাম অলপ হ'লেও বেছি' । যুগে যুগে নাৰী অবলা, বুদ্ধিহীনা, 'মগজ হীনা' শব্দৰে তিৰষ্কৃত হৈ অহা সমযতে কল্পনা চাওলাই নাৰী জাতিৰ মান উজলাই থৈ গ'ল - মেধা-জ্ঞান-বুদ্ধি পাণ্ডিত্যৰ কিৰিটি শিৰত লৈ। যেতিযা কোনো বিষযে হাজৰিকাদেৱক আৱেগিক কৰি তোলে তেতিযাই সেই ভাৱটো তেওঁ কণ্ঠেৰে নিজৰি গীত হৈ ওলায । সেই শোকাকুল মুহূৰ্ততে তেওঁ এই গীতটো ৰচে ।

অতি আনন্দৰ কথা, ইযাৰ পিছত ভাৰতীয মূলৰ আন এগৰাকী মহিযসী নাৰী সুনীতা উইলিযামচে মহাকাশত একেৰাহে ছমাহ কটাই তিনিবাৰ শূন্যত খোজ কাটি সোঁশৰীৰে, সুষ্ঠ ভাৱে ঘৰৰ ছোৱালী ঘৰলৈ ঘূৰি আহিছে।

কি পালি
কি পালি
একোতো নেপালি
উৰিলি তই যিমান
এটুকুৰা জোন
এটুকুৰা সোণ
সোণৰনো দাম কিমান ?

কৌটি কৌটি
তৰাৰে জেউতি
মহা আকাশৰে বক্ষত
সিপাৰত ঘূৰে
তই নজনাকৈ
আপোন আপোন কক্ষত ।

কল্পনা তই
গাভৰু ছোৱালী
ভাৰত বৰিষৰে মান
চাওলা ফৈদে
কটি চাই আছে
ঘূৰাই আন বিদ্যুৎযান ।

অঙ্ক অঙ্ক
কিমান যে অঙ্ক
গণনা কব কিমান ?
এটা অঙ্ক, শুদ্ধ অঙ্ক
ৰাখিলি নাৰীৰে মান ।

চাওলা কল্পনা
আঁকিলি আল্পনা
অঙ্ক শাস্ত্ৰৰে জীয়ৰী
মহাকাশ বিশাল
হাতীপটি সহস্ৰ
উৰিলি কিনো বিচাৰি ।

পঞ্চ নদীৰে মন্ত্ৰ
বহুতো বিজ্ঞান তন্ত্ৰ
লৈ উভতিলি
সাঁতুৰি-নাদুৰি ।
কি পালি
কি পালি ?

মুম্বাই, ২৫ মাৰ্চ, ২০০৩ চন

# শব্দ আৰু সুৰৰ পৃথিৱীত

'নৱ নৱ ধাৰে গালোঁ ভাওনা আশাৰ নিৰাশাৰ' -- বিষ্ণু ৰাভাদেউৰ শেষ গীতটোৰ উপলব্ধি এই গীতটোতও উপলব্ধ হৈছে। ড° হাজৰিকাদেৱ গায়ক; নিজে গীতিকাৰ, সুৰকাৰ। ভাৱ আৰু ভাষাৰ সংমিশ্ৰণত তেওঁ মুকুতাবুলীয়া গীত ৰচে,-- মাটিৰ ৰসাল সুৰত জুবুৰীয়াই গায়। তেওঁৰ গীতৰ পৰিবেশনাও অপূৰ্ব ;-- সুৰ - সঙ্গীত- ভাষণ- অভিনয়ৰ অভিনৱ সমলয়। তেওঁ যে গণ শিল্পী ! শ্ৰোতাৰ মন মুগ্ধ কৰাৰ লগতে শ্ৰোতাৰ হিত সাধন কৰাও তেওঁৰ উদ্দেশ্য। গীতেৰে তেওঁ শ্ৰোতাৰ লগত কথা পাতে, শ্ৰোতাৰ সুখ - দুখৰ সমভাগী হয়, সংকটত সাহস, উৎপ্ৰেৰণা, উৎসাহ দিয়ে। তেওঁ শ্ৰোতাৰ সুখত হাঁহিছে, দুখত কান্দিছে। -- কিমান মধুৰ সেই স্মৃতি ! পুলকে মন ভৰি পৰে। সময়ৰ অগ্ৰগতিত তেওঁ আগবাঢ়িছে -- সত্যৰ অন্বেষণত মাথোঁ আত্মপ্ৰত্যয়ৰ বাবে -- য'ত সত্য সাৰথি হৈছে। এনেদৰে সাধাৰণৰ মাজত অসাধাৰণ ভাৱে তেওঁ জীয়াই আছে। তেওঁৰ গানৰ ভাষা অনুপম, শব্দ -- ৰিম্‌ঝিম্ বৰষুণৰ টোপাল হৈ সৰা সোণ,- মুকুতা; বিষয়- মুক্ত আকাশ, মুক্ত পৃথিৱী, মুক্ত সাগৰ লহৰ আৰু সুৰ ৰসাল মাটিৰ সুৰৰ। সেয়ে, ২০০৮ চনত অসম সাহিত্য সভাই প্ৰদান কৰা 'সাহিত্যাচাৰ্য্য' বঁটা গ্ৰহণ কৰি দিয়া চমু ভাষণত তেওঁ কৈছিল -- 'এই বঁটা মোৰ গীতৰ নহয়; অসমীয়া গীতি সাহিত্যৰহে স্বীকৃতি'। কিন্তু বৰ্তমান সমাজখন অশান্তি, অনৈক্য - অপ্ৰীতিৰ ক'লা ডাৱৰে আৱৰি অন্ধকাৰাচ্ছন্ন হৈ পৰিছে। চৌদিশে মাথোঁ সংঘাত; হত্যা-হিংসা, বন্দুক-বাৰুদৰ কোলাহল ! ই জনতাক অসহ্য- অস্থিৰ কৰাই নহয় শিল্পী -সাহিত্যিকৰ সৃষ্টি কাৰ্য্যতো বাধাৰ কাৰক হৈ পৰিছে। কাৰণ, কলা সাধনাৰ বাবে, সৃষ্টিৰ বাবে এটা সুস্থ- শান্ত পৰিবেশৰ প্ৰয়োজন; শান্তিৰ প্ৰয়োজন। কিন্তু শান্তি কোনে আনি দিব ? কোনে ? -- শান্তি ঘূৰি আহিব আমি আটাইৰে সমন্বিত প্ৰচেষ্টাৰ ফলতহে।

গীতটি শিল্পী ড° ভুপেন হাজৰিকাদেৱৰ জীৱনৰ বিয়লি বেলাত উপলব্ধ আত্মোপলব্ধি।

শব্দ আৰু সুৰৰ পৃথিৱীত
ধেমালি কৰিলোঁ নানা মুদ্ৰাৰে
নিৰানন্দ আৰু মহানন্দে মই
সত্যক ফঁহিয়ালোঁ জীৱন বোধেৰে।

মই জীয়াই আছোঁ
সময়ৰ আগে আগে
আত্মপ্ৰত্যয়ৰ বাবে
সাধাৰণৰ মাজতেই থাকিম
অসাধাৰণভাৱে।

মোৰ গানৰ শব্দ, অতিকে সহজ
ৰসাল মাটিৰ সুৰৰ
মুক্ত আকাশ, মুক্ত পৃথিৱী
মুক্ত সাগৰ লহৰ।

বৰ্তমান পৃথিৱীৰ ভীষণ অসুখ
চৌদিশে দেখোঁ সংঘাত
প্ৰতিজনে গাওঁ আহাঁ শান্তিৰ গান
আনি জীৱনৰ জ্যোতিপ্ৰপাত।

মুম্বাই, ৬ মাৰ্চ, ২০০৩ চন।

# আজি কি আনন্দ পেখোঁ

অসমীয়া ভাষা-সংস্কৃতিৰ গুৰি বঠা ধৰোঁতা, অসমৰ প্ৰথম ৰঙ্গমঞ্চ বাণ ৰঙ্গমঞ্চৰ ( Ban Theatre) ১৯০৬ চনত জন্ম হয় ।ইংৰাজ সকলে অসমলৈ অহাৰ পাছত সোণসেৰীয়া অসমীয়া থলুৱা ভাষা সংস্কৃতিলৈ কালৰাত্ৰি নামে । আনকি অসমৰ স্কুল কাছাৰীতো বঙালী ভাষা প্ৰবৰ্তন হয় । সৰ্বত্ৰ বাংলা সংস্কৃতিয়ে ছানি ধৰাত অসমীয়া থলুৱা গীত-মাত, নাট-ভাওনা বিলুপ্ত প্ৰায় হৈ বাংলা গীত- মাত, নাটক আদিৰহে প্ৰচলন, চৰ্চা হয় । অন্যহে নেলাগে, ড° ভূপেন হাজৰিকাৰ শৈশব কালৰ বৰ্ণনাই এই কথা প্ৰমাণ কৰে । সেই কালত (১৮৩৬-১৮৭৩) স্কুলীয়া ছাত্ৰ-ছাত্ৰী সকলৰ মাজতো দুটা ভাষা চলিছিল -- ঘৰত কোৱা হৈছিল অসমীয়া ভাষা আৰু স্কুলত বঙালী ভাষা পঢ়িব লাগিছিল ।এনে অৱস্থাত স্বাভাৱিকতে বিপাঙত পৰিছিল ছাত্ৰ-ছাত্ৰী । ভাষা-সংস্কৃতিৰ এই দুঃসময় আঁতৰোৱাৰ বাবে সেই সময়ত কলিকতাত পঢ়ি থকা অসমীয়া ছাত্ৰ সকলৰ উদ্যোগত 'অসমীয়া ভাষা উন্নতি সাধিনী সভা' নামৰ এটি অনুষ্ঠানৰ জন্ম হয় । পিছলে অধ্যয়ন সমাপ্ত কৰি এই ছাত্ৰ সকল কৰ্মক্ষেত্ৰ বা চাকৰি বাকৰি সংক্ৰান্তত অসমৰ নানা ঠাইত থাকিবলৈ লয় । তেওঁলোকৰ তত্ত্বাবধানতে তেজপুৰ, ডিব্ৰুগড, যোৰহাট আদি ঠাইত অ.ভা.উ.সা. সভা গঠন হ'ল । তেজপুৰত পদ্মনাথ গোহাঞিবৰুৱা, ভৱানী ভটাচাৰ্য্য, পৰমান্দ আগৰৱালা (জ্যোতি প্ৰসাদৰ পিতৃ) লম্বোদৰ বৰা, ৰাধানাথ ফুকন আদিৰ তৎপৰতাত এই অনুষ্ঠানটো গঠিত হৈছিল ।

১৮৮৫ চনত তেজপুৰত অসমীয়া আৰু বঙালীৰ যোথ প্ৰচেষ্টাত সাহিত্য আৰু সংস্কৃতিৰ অধ্যয়ন আৰু চৰ্চাৰ বাবে এখন মঞ্চ স্থাপিত হয় । ইয়াত সাধাৰণতে বাংলা নাটহে মঞ্চস্থ হৈছিল । ১৯০৩ চনত তেজপুৰৰ উচ্চবংশ জাত, সম্ভ্ৰান্ত ব্যক্তি ৰাধানাথ ফুকনক নাটক চাবলৈ নিমন্ত্ৰণ জনোৱা হ'ল । কিন্তু তেওঁক মঞ্চৰ পিছফালেহে আসন দিলে । এই কথাটোৱে তেওঁৰ সন্মানত আঘাত হনাই নহয় ক্ষোভিতও কৰিলে । সেয়েহে তেওঁ বোধনাথ পটঙ্গীয়াৰ সৈতে লগ লাগি ওপৰোক্ত অ. ভা. উ সা. সভাৰ উদ্যোক্তা সকলৰ সহযোগত তেজপুৰত বেলেগে এখন নাটকৰ মঞ্চ গঠন কৰে । এনেকৈয়ে ১৯০৬ চনত অসমৰ প্ৰথমখন ৰঙ্গমঞ্চ 'বাণ ৰঙ্গ মঞ্চ'ৰ জন্ম হয় । এইখন মঞ্চৰ প্ৰথম সভাপতি আছিল পদ্মনাথ গোহাঞিবৰুৱা । অসমীয়া ভাষা সংস্কৃতিক পূৰ্বৰ বেদীত পুনৰ উপৱিষ্ট কৰাই আছিল এই মঞ্চৰ প্ৰধান উদ্দেশ্য । ইয়াৰ পিছত ১৯২০ চন মানৰ পৰা জ্যেতিপ্ৰসাদ আগৰৱালা, বিষ্ণু প্ৰসাদ ৰাভা, ফণী শৰ্মা, চন্দ্ৰ গোস্বামী আদি শিল্পী- কলাকাৰ সকলে এই মঞ্চ অলঙ্কৃত কৰে । প্ৰথম অৱস্থাত বিদ্যুতৰ ব্যৱস্থা নথকাত আৰিয়া ব্যৱহাৰ কৰি নাট মঞ্চস্থ কৰা হৈছিল যদিও পিছলৈ বিদ্যুতৰ যোগান ধৰা হয় . মঞ্চৰ সমুখত থলুৱা বাদ্যযন্ত্ৰৰ উপৰিও দেশী-বিদেশী নানা বাদ্যযন্ত্ৰ ব্যৱহাৰ কৰা হয় । নিতৌ নতুন নতুন নাটক পৰীক্ষা নীৰিক্ষা কৰি অসমীয়া নাটকক বিশ্ব মহাসভালৈ উলিয়াই নিয়া হয় । বাণ থিয়েটাৰে অলেখ নাট্যকাৰ, অভিনেতা, গায়ক -গীতিকাৰ, কলা-কুশলীৰ জন্ম দি অসমীয়া সাহিত্য-সংস্কৃতিক বিশ্বত জাকত জিলিকাই তুলিলে । ২০০৫ চনত বাণ থিয়েটাৰৰ শতবাৰ্ষিকী উৎসৱ উদ্‌যাপন কৰা হয় । সেই উদ্দেশ্য সেই শুভানুষ্ঠানত গাবৰ বাবে ড° ভূপেন হাজৰিকাদেৱে এই গীতটো ৰচে আৰু পৰিবেশন কৰে ।

আজি কি আনন্দ পেখোঁ বিশ্বৰ ছন্দত
পূৰ্ণ হৈলা এক শতাব্দী বাণৰে মঞ্চত হে' ।
ওঠৰশ ছয়ানব্বৈত হে' লক্ষীকান্তৰ গৃহত
পূজা পাতি হৰিশ্চন্দ্ৰ কৰে অভিনীত হে' ।

আজি কি আনন্দ পেখোঁ বিশ্বৰে ছন্দত
পূৰ্ণ হৈলা এক শতাব্দী বাণৰে মঞ্চত হে'।
উনৈশ শ তিনি চনত হয় পাৰ্টি এমেচাৰ
'ভ্ৰমৰঙ্গ', 'জয়মতী'ৰ পাতে থিয়েটাৰ হে'।

আজি কি আনন্দ পেখোঁ বিশ্বৰ ছন্দত
পূৰ্ণ হৈলা এক শতাব্দী বাণৰে মঞ্চত হে'।
'মহৰী' নামৰ নাট্য হে' এদিন মঞ্চস্থ হৈলা
ভৱানীৰ গৃহে 'সীতাৰ বনবাস' হৈলা হে'।

আজি কি আনন্দ পেখোঁ বিশ্বৰ ছন্দত
পূৰ্ণ হৈলা এক শতাব্দী বাণৰে মঞ্চত হে'।
উনৈশ শ ত্ৰিচ চনত হে' এক ৰঙ্গমঞ্চ ভৈলা
শ্ৰীমন্ত শঙ্কৰৰ নামে নামকৰণ ভৈলা হে'।
বহু বহু বছৰ ধৰি হে' বিদ্যুৎ শক্তি নাই
আৰিয়া ব্যৱহাৰ কৰি নাটক উজলায় হে'।
তেজপুৰত নাটঘৰ হে' এহিদৰেই ভৈলা
জ্যোতি, বিষ্ণু, ফণী শৰ্ম্মাই সৰগ ৰচিলা হে'।

আজি কি আনন্দ পেখোঁ বিশ্বৰ ছন্দত
পূৰ্ণ হৈলা এক শতাব্দী বাণৰে মঞ্চত হে'।
দেশী-বিদেশী যন্ত্ৰ- সঙ্গীত একেলগ কৰিলা
মঞ্চৰ আগত গাঁত খান্দি অৰ্কেষ্ট্ৰা ৰচিলা হে'।

ইটো বছৰ সিটো বছৰ সোণালী বছৰ
যুগে যুগে বাচি থাওক বাণ থিয়েটাৰ হে'।
পৰীক্ষা নিৰীক্ষা কৰি বিবিধ নাটৰ
দীৰ্ঘজীৱী হওক আমাৰ বাণ থিয়েটাৰ হে'।

আজি কি আনন্দ পেখোঁ বিশ্বৰ ছন্দত
পূৰ্ণ হৈলা এক শতাব্দী বাণৰে মঞ্চত হে'।
নতুন নতুন নাট্যকাৰ নিজে ওলাওক
বিশ্বনাটৰ সভাগৃহত জ্যোতিষ্মান হওক হে'।

আজি এহি ৰচনাতে বহু দোষ ৰৈলা
লেখক ভূপেন্দ্ৰই আজি ক্ষমাহে মাগিলা হে'।

**তেজপুৰ, ১ চেপ্তেম্বৰ, ২০০৫**

# আজি জীৱনৰ বাট চ'ৰাত

মহাজগতৰ প্ৰতিটো কাৰ্য্যই নিয়মৰ বশবৰ্তী । নিয়মৰ ব্যতিক্ৰম নহয় । নিশাৰ এন্ধাৰৰ বক্ষ বিদাৰি প্ৰভাত আহে । আইৰ কপালৰ টিক্‌টিকিয়া ৰঙা ফোঁটটো হৈ প্ৰভাততে আবিৰ্ভাৱ হয় ৰঙা সূৰুযৰ। লাহে লাহে সূৰুযটো পূৰঠ হবলৈ ধৰে । এনেদৰে ক্ৰমান্বয়ে দুপৰীয়' আৰু গৈ গৈ এটা সময়ত আবেলি হয় । দিনটোৰ অৰ্জিত ৰূপ-গুণ ৰাশিৰ হেঙুল হাইতাল বৰণেৰে আবেলি পৰত আকাশ ৰাঙলী কৰে । সেই বোলেৰে পৃথিৱী সোণালী হয় । এনেদৰে পৰিভ্ৰমণৰ ফলত সূৰ্য্য ভাগৰুৱা হয় আৰু জিৰণি লবলৈ বুলি চকা পাটত বহে । মানুহৰ জীৱনটোকো সূৰ্যটোৰ লগত ৰিজাব পাৰি । পুৱা বেলা হ'ল জীৱনৰ শৈশৱ কাল আৰু ইয়াৰ পিছত ক্ৰমান্বয়ে কৈশোৰ, যৌৱন, পৌঢ় আৰু অৱসাদ বা জিৰণিৰ কালটো হ'ল বৃদ্ধ কাল । অতীত ভাৰতৰ মানুহৰ জীৱনৰ চাৰিটা স্তৰ আছিল । সেয়া হ'ল — ব্ৰহ্মচাৰ্য্য, গাৰ্হস্থ্য, বানপ্ৰস্থ আৰু সন্যাস । কিন্তু আজিৰ মানুহৰ অধিকাংশৰে জীৰণিৰ সময় নহয়েই । গাৰ্হস্থ্য ধৰ্ম পালন কৰোঁতেই, জীৱন যুঁজৰ দৌৰ্‌দৌ দৌৰোতেই জীৱন বন্তি নিৰ্বাপিত হয়। বাৰ্দ্ধক্যই মানুহৰ জীৱনলৈ অৱসাদ আনে, দৈহিক ক্ষমতা হ্ৰাস হয় ' মনৰ জোৰত কাম কৰিব খুজিলেও ভাগৰে জুৰুলা কৰে । সেয়েহে এইখিনি পৰত মানুহৰ জিৰণিৰ অত্যন্ত প্ৰয়োজন । অনেকে এনে পৰত আধ্যাত্মিক চিন্তাত আত্মনিয়োগ কৰে । শ্ৰবণেন্দ্ৰিয় আৰু দৰ্শনেন্দ্ৰিয় অটুত থকা বিদ্বান লোকে জীৱনৰ অন্তিম মুহূৰ্তলৈকে জ্ঞানচৰ্চাত আত্মনিয়োগ কৰি জীৱনটো সাৰ্থক কৰাৰ লগতে মানৱ জাতিলৈও দি যায় অফুৰন্ত জ্ঞান ভাণ্ডাৰৰ অৱদান। এইখিনি পৰত বিগত দিনৰ লব্ধ অভিজ্ঞতাবোৰৰ স্মৃতিয়ে মনত দোলনি লগায় । সেই অভিজ্ঞতাৰ মহাজ্ঞানৰ ভাণ্ডাৰ লিপিবদ্ধ কৰি মানৱজাতিলৈ উপহাৰ দি যায়। ওৰেটো জীৱন মানৱ জাতিৰ বাবে গীত গাই অহা ড° হাজৰিকাদেৱৰ জীৱনতো বাৰ্দ্ধক্য নামিছে । তেওঁ ইয়াক জীৱনৰ যাত্ৰা পথৰ নিয়ম বুলি ধৰি লৈছে । এই সময়ত পাহৰণি মেঘৰ মাজেৰে সোণালী সোঁৱৰণি আহিছে । তেওঁ জীৱনত পোৱাৰ হিচাব কৰা নাই । মাথোঁ গুণিছে, জীৱনত কাৰোবাক কিবা দিব পাৰিলেনে উদাৰ মনেৰে, কোনে তেওঁৰ পৰা কি পালেঁ ? তেওঁ উমান নেপায় তেওঁৰ পৰা কোনে কিমান উপকৃত হ'ল ' সেয়ে জীৱনৰ শেষ গীতটিৰে তেওঁ সেই হিচাব সময়লৈ থোৱা বুলি শ্ৰোতাক জনাইছে ।

আজি জীৱনৰ বাট চ'ৰাত
অস্ত ৰ'দৰ ৰেণুনি
পাহৰণিৰ মেঘৰ মাজেৰে
সোঁৱৰণী সোণালী ।
ৰ'দ জিলমিল দিনৰ শেষত
চকা যে পাটত বহিবই
জীৱনৰ এই যাত্ৰা পথত
জিৰণিৰ বেলা আহিবই
এয়েতো নিয়ম নাজানো ইয়াৰ
ব্যতিক্ৰম হয় কি ? আজি জীৱনৰ....

পোৱাৰ হিচাব কৰি কিবা লাভ
দিব নোৱাৰিলোঁ যদিহে
হে কিবা দিলোঁ, কাক দিলোঁ নিশ্চয়
বহু উদাৰ মনেৰে
সময়লে' থলোঁ বিচাৰৰ ভাৰ
সময়ে নিশ্চয় জানে । আজি জীৱনৰ....

ৰচনা : ২০০৫ চন

# আকাশ সাৱটি নামিলোঁ সাগৰত

পাহাৰ শৃঙ্গত উপৱিষ্ট জনে তলৰ চাৰিওফালৰ সকলো বস্তু সুন্দৰকৈ দেখা পায় । ঠিক তেনেদৰে জীৱনৰ বৃদ্ধাৱস্থাত উপৱিষ্ট জনেও উভতি চাই দেখা পায় এৰি অহা দিনবোৰৰ স্মৃতি। জীৱন পৰিক্ৰমাত লাভ কৰা অভিজ্ঞতাৰে পুষ্ট হৈ তেওঁ হয় জ্ঞানৰ অফুৰন্ত ভঁৰাল । সেয়ে জীয়াই থকাটো,- দীৰ্ঘ জীৱন লাভ কৰাটোও এক অনন্য কলা । বুঢ়া কালটোক জীৱনৰ সুন্দৰ কাল (Old is gold) বুলি কোৱা হয় । জীৱনৰ বিয়লি পৰত এৰি থৈ অহা দিনবোৰৰ স্মৃতি ৰোমন্থন কৰি মানুহে বিমল তৃপ্তি লাভ কৰে ! এই গীতটো ড° হাজৰিকাদেৱৰ গভীৰ জীৱন উপলব্ধি । শৈশৱৰ পৰাই তেওঁ গীত গাইছিল । কিন্তু গানেই যে তেওঁৰ জীৱিকা হব সেই কথা কৈশোৰ, যৌৱনত তেওঁ কোনো দিনেই ভবা নাছিল । শ্ৰোতা ৰাইজেহে তেওঁক আৱিষ্কাৰ কৰিলে গায়ক ৰূপে, সমালোচনাৰে পুৰি সোণ কৰিলে আৰু শিল্পী জীৱনটো গঢ়াত অৰিহণা যোগালে। তেওঁও গালে অলেখ গান মানুহৰ — মানুহৰ বাবে; হাঁহিলে কান্দিলে, অভিমান কৰিলে- সৃষ্টি কৰিলে বহু । পোৱা -নোপোৱাৰ হিচাব নাৰাখি নিজক বিলাই দিলে। বিনিময়ত শ্ৰোতা জনতাৰ পৰা পালে অলেখ মৰম, ফুলৰ শৰাই, বঁটা বাহন- স্বীকৃতি; সাধাৰণ ভাবে থাকিও অসাধাৰণ হ'ল, আন্তৰ্জাতিক খ্যাতিৰে খ্যাত হ'ল — জীৱনৰ ভাটি বয়সত এইবোৰ উপলব্ধিয়ে মনত পুলক যোগালে তেওঁ এনে গীত লিখে ।

আকাশ সাৱটি
নামিলোঁ সাগৰত
বুকুত কঢ়িয়ালোঁ
আগ্নেয়গিৰি ।

শব্দৰ বৰষুণে
ধৰিলে সাৱটি
কণ্ঠত সুৰৰ
অনন্ত সুহুৰি ।

অন্তহীন তৃষাৰে
ঘূৰিলোঁ ফুৰিলোঁ
খুলি দিলোঁ মোৰ
জীৱন সঁফুৰা ।

নাজানো কিমান
কান্দিলোঁ হাঁহিলোঁ
সকলো এতিয়া
স্মৃতিৰ নিজৰা ।

প্ৰেমৰ বন্যাৰেই মই
ধুৱালোঁ তোমাক
হে' মোৰ মৰমৰ
বিশ্লেষণ দাতা,

আবেলিৰ বেলিত আহি
দেখিলোঁ তোমাক
তুমি মোৰ হেঁপাহৰ
জীৱন শ্ৰোতা ।

গুৱাহাটী; ১১ মাৰ্চ, ২০০৭

# ভাষা ভৰা পৃথিৱীৰ

বিজ্ঞানৰ চমকপ্ৰদ নতুন নতুন আৱিষ্কাৰে পৃথিৱীক প্ৰগতিৰ বাটেৰে বহুদূৰ আগুৱাই লৈ গ'ল । এটা সময় আছিল কলা-বোবা বা বিকলাঙ্গ সন্তান সকলে নিজকে দুৰ্ভগীয়া বুলি কপালত থপৰিয়াই কান্দিছিল। কাৰণ এওঁলোকে অইনৰ কথা নুশুনিছিল; হৃদয়ৰ ভাব, সুখ-দুখৰ কথা ভাষাৰে আনৰ আগত প্ৰকাশ কৰিব নোৱাৰিছিল । এওঁলোক একপ্ৰকাৰ পৰিয়ালৰ বোজা স্বৰূপ হৈ পৰিছিল আৰু সমাজৰ বাবে হৈ পৰিছিল আৱৰ্জনা । ফলত অসাধু লোকৰ নিৰ্যাতনৰ বলি হৈছিল; বিশেষকৈ নাৰীসকল দুষ্ট প্ৰকৃতিৰ লোকৰ কামনাৰ বলি হৈছিল । এনেদৰে নিশাৰ এন্ধাৰেৰে ভৰা কাৰুণ্যময় জীৱন এটা তেওঁলোকে যাপন কৰিছিল । কিন্তু এওঁলোকৰ সমস্যা সমাধানৰ উপায় উদ্ভাৱন হ'ল । বিজ্ঞান জগতৰ নতুন নতুন আৱিষ্কাৰে তেওঁলোকৰ জীৱনলৈ জ্যোতিপ্ৰপাত বোঁৱালে । আনৰ কথা বুজি পোৱা আৰু মূকজনে অন্তৰৰ কথা আনৰ আগত প্ৰকাশ কৰিবৰ বাবে আবিষ্কাৰ হ'ল কিছুমান ইংগিত আৰু সংকেত । এই পদ্ধতিয়ে কলা-বোবাৰ জীৱনৰ এন্ধাৰ মষিমূৰ কৰিলে । কিন্তু বধিৰতা মূকতাৰ কাৰাগাৰ নাই । কলা-বোবা শিক্ষাদানৰ বাবে 'কলা-বোবা বিদ্যালয়' স্থাপন কৰা হ'ল । বিদ্যালয় স্থাপন হোৱাত তেওঁলোকৰ জীৱন শিক্ষাৰ জেউতিৰে জ্যোতিস্মান হ'ল। আজিকালি কলাৰ বাবে কাণত পিন্ধা যন্ত্ৰ ওলাইছে । শৈল্য চিকিৎসাৰ দ্বাৰা বোবাৰ মুখত ভাষা দিছে চিকিৎসা বিজ্ঞানী সকলে । এই গীতটি গুৱাহাটীত স্থাপিত 'কলা বোবাৰ বিদ্যালয'ৰ উদ্বোধনী অনুষ্ঠানত গাবৰ বাবে ড° ভূপেন হাজৰিকাদেৱে ৰচে আৰু গায় ।

ভাষা ভৰা পৃথিৱীৰ
বিদ্ৰোহী কথা গীত
কাণ পাতি শুনিবৰ শকতি নাই ।

উমৰি গুমৰি থকা
জীৱনৰ ভাৰ ৰাশি
জগতক শুনাবৰ ভাষা নাই ।

আছে কত ইংগিত
পৰাজয নাই
আছে নানা সংকেত নাই ভয নাই ।

বিজ্ঞানে আগুৱাই যায়
নতুন সভ্যতাত
বধিৰতা মূকতাৰ কাৰাগাৰ নাই ।

ভাষাহীন মৃত্যুক
মষিমূৰ কৰি থৈ
অগনিত মূকেও জয গীত গায়
বধিৰতা মূকতাৰ এন্ধাৰ নাই
শিক্ষাৰ জেউতিৰে যাম আগুৱাই ।

# ৰঙা হোৱা নাই পূব আকাশ

'অ' ডালে পৰি মৈৰাই ৰাৱে হে মোৰ প্ৰাণ লৈয়া যায়, ৰাধে মোক দিওৰে বিদায় ।' আমাৰ আলোচ্য গীতটি যেন এনে কামৰূপী লোকগীতৰহে প্ৰতিধ্বনি । অসমীয়া সমাজত এনে অজস্ৰ লোকগীতৰ মণি মুকুতা জনতাৰ মাজত জিলিকি আছে । বৰ্তমান ই নিস্প্ৰভ হোৱা পৰিলক্ষিত হৈছে । সাধাৰণতে, এটা জাতিৰ সৌষ্ঠৱ বৃদ্ধি কৰে সেই জাতিৰ লোকসাহিত্য-সংস্কৃতিয়েহে । সংস্কৃতিৰ পূজাৰি ড° ভূপেন হাজৰিকাদেৱে সমগ্ৰ উত্তৰ পূৰ্বাঞ্চলৰ গাৱে গাৱে ঘূৰি মৰহিব ধৰা লোকসংস্কৃতিৰ সম্পদবোৰ বুটলি আনি সুন্দৰকৈ সজাই পৰাই পুনৰ সসন্মানে বৰঘৰৰ বৰপীৰাত বহুৱাইছে । এই গীতটি জগতপতি শ্ৰীকৃষ্ণ আৰু তেওঁৰ প্ৰেয়সী ৰাধা ওৰফে এহাল সাধাৰণ প্ৰেমিক প্ৰেমিকাৰ গোপন অভিসাৰৰ গীত । পশ্চিম আকাশৰ তৰাবোৰ নিষ্প্ৰভ হৈ পৰিছে । জোনাকী পৰুৱাৰো চকু মুদ খাই আহিছে । জোনৰ পোহৰও ম্লান হ'ল । প্ৰিয়তম আঁতৰি যাব খুজিছে । ইয়াকে ভাবি প্ৰিয়াৰ চকুৰে চকুলো বোৱাৰ উপক্ৰম হৈছে । আৰু কিছু সময় যেন প্ৰিয়তমে তেওঁৰ কাষতে থাকে তাৰ বাবে তেওঁ প্ৰিতমক নানা ভাবে ফুচুলাইছে । কাৰণ প্ৰিয়তম আঁতৰি গ'লে প্ৰিয়াৰ যে দশোদিশ দিনতে এন্ধাৰ হব ! শ্ৰীকৃষ্ণৰ প্ৰধান পত্নী আছিল ৰুক্মিনী । ইয়াৰোপৰি ঘুনুচা, সত্যভমা আদি কৰি তেওঁৰ কেবাজনীও পত্নী আছিল । ৰাধা আছিল পৰস্ত্ৰী; আনহাতে শ্ৰীকৃষ্ণৰ প্ৰেয়সী আৰু তেওঁৰ একান্ত ভক্তা । আধ্যাত্মিক দিশেৰে চালে পত্নী আৰু প্ৰেয়সীবোৰ আছিল তেওঁৰ একান্ত ভক্তা । লোকগীতত শ্ৰীকৃষ্ণক সাধাৰণ মানুহ হিচাপেহে অঙ্কণ কৰা হয় আৰু তেওঁৰ প্ৰেমলীলাবোৰো সাধাৰণ মানুহৰ দৰে বৰ্ণোৱা হয় । প্ৰতিজন ভক্তকে ৰক্ষা কৰাটো ভগৱানৰ কৰ্তব্য । সেয়েহে নৰৰূপী নাৰায়ণ শ্ৰীকৃষ্ণই ভক্তৰূপীনী প্ৰতিজনী পত্নীৰে মনঃকামনা পূৰণ কৰে --- ই অভিসাৰো হব পাৰে ।

এই গীতটি আজিৰ ৰাধা-কৃষ্ণকলৈ ৰচা—

ৰঙা হোৱা নাই পূব আকাশ
আৰু এপলক ৰোৱা,
বিদায় সময় হোৱা নাই সখা
তৰা জ্বলি আছে চোঁৱা ।

জলে ডুবে সৌ কান্দোন তোমাৰ
জোনাকীৰ ৰূপ চোঁৱা
নয়নৰে মোৰ, নয়ন তোমাৰ
খন্তেক এবাৰ ৰোৱাঁ ।

ঘুমতি যদি, আহে প্ৰিয়তম
কোলাতে টোপনি যোৱাঁ
সময় আহিলেময়েই জগাম
তোমাৰ বিদায় বেলা ।
এপলক আৰু ৰোৱাঁ ।

# ৰক্ষা কৰা মোক

বৰ্তমান বিশ্বজুৰি সন্ত্ৰাস সৃষ্টি কৰা ৰোগ দুবিধ হ'ল 'এইডচ্' আৰু কেন্চাৰ। 'এইডচ্'ৰ কোনো ঔষধ ওলোৱা নাই। কিন্তু বিশেষজ্ঞ সকলে কয়---- অবৈধ যৌনাচাৰ, নিচা যুক্ত বেজী গ্ৰহণ, ড্ৰাগচ্ সেৱন আদিৰ পৰা আঁতৰি আত্মসচেতন হ'লে আৰু পৰীক্ষা কৰি তেজ গ্ৰহণ কৰিলে এই ৰোগৰ পৰা হাত সাৰি থাকিব পাৰি। আনহাতে 'কেন্সাৰ নো এন্সাৰ' বুলি বিশ্ব সন্ত্ৰাসক প্ৰবাদ এটি আছে। প্ৰাৰম্ভিক স্তৰত ধৰা পৰিলে কেন্সাৰো নিৰাময় হয়।

এসময়ত 'যাৰ হয় যক্ষ্মা তাৰ নাই ৰক্ষা' বা যক্ষ্মাই আছিল সংহাৰী ৰোগ! যক্ষ্মা বা ক্ষয় ৰোগ (Tuberculosis or T.B) এবিধ অতি মাৰাত্মক ৰোগ। এই ৰোগৰ উৎপত্তি আৰু ক্ৰিয়া হয় মানুহৰ হৃৎপিণ্ডত। এই ৰোগে মানুহৰ ভিতৰখন কুৰুকি কুৰুকি খায়, শেষত মানুহজন মৃত্যু মুখত পৰে। ই এবিধ সংক্ৰামক ৰোগ। ৰোগীৰ থু-খেকাৰ, তেজ-বমি আদিৰ জৰিয়তে ৰোগৰ বিজাণু আনলৈ সংক্ৰমণ হয়। আগতে এই ৰোগৰ কোনো ঔষধ নাছিল। ফলত অসংখ্য লোকৰ মৃত্যু হৈছিল পৰিয়ালৰ মুৰব্বীজনৰ বা যি কোনো এজন সদস্যৰে অনাকাঙ্খিত মৃত্যুই ঘৰখনলৈ আউসীৰ এন্ধাৰ নমায়। চিকিৎসা বিজ্ঞানৰ অভিনৱ আৱিষ্কাৰে মানুহৰ মনলৈ আশাৰ বতৰা কঢ়িয়াই আনে। নতুন নতুন ঔষধৰ আৱিষ্কাৰে মাৰাত্মক দুৰাৰোগ্য ৰোগৰ মূল নাশৰ ৰী ঔষধ আৱিষ্কাৰ কৰাৰ উপৰিও শৈল চিকিৎসাৰ দ্বাৰা মানুহৰ বিকল অঙ্গ-প্ৰত্যঙ্গ কাটি পেলাই তাৰ ঠাইত নতুন অঙ্গ-প্ৰত্যঙ্গ সংযোগ কৰি মানুহক নৱ জীৱন দান দিছে। সম্প্ৰতি যক্ষ্মা ৰোগৰ ঔষধ সুলভ। নিয়মিত ভাৱে দৰব সেৱন কৰিলে ৰোগীয়ে নিষ্ঠুৰ নিয়তিৰ হাঁহিকো পদাঘাত কৰি সুস্থ, সবল, স্বাস্থ্যবান হৈ নিৰাপদ আৰু দীৰ্ঘ জীৱন লাভ কৰিব পাৰে। যক্ষ্মা নিযন্ত্ৰিত হ'ল। উল্লেখযোগ্য যে ডক্টৰ হাজৰিকাদেৱৰ ভাতৃ অমৰ হাজৰিকাইও দুবাৰ কৈ যক্ষ্মাৰোগত ভুগি শেষত মৃত্যু বৰণ কৰে। সেয়েহে, এই ৰোগৰ বিভিষিকাৰ বহ্নি ড° হাজৰিকাদেৱৰ চকুতো জ্বলে। সহোদৰ ভাতৃৰ অকাল বিয়োগে তেওঁৰো বুকু ভাঙে। সেয়েহে হৃদযত কল্লোল তোলা স্তূপীকৃত ভাৰ ৰাশিৰে তেওঁ যক্ষ্মাৰোগৰ বিভিষিকা আৰু পৰিত্ৰাণৰ উপায় বিচাৰি এই গীতটি ৰচে আৰু গুৱাহাটী যক্ষ্মাৰোগ চিকিৎসালয়ৰ উদ্বোধনী অনুষ্ঠানত গায়।

ৰক্ষা কৰা মোক কৰা ৰক্ষা
অলিয়ে গলিয়ে নিতে হেজাৰে বিনায
কালৰূপী যক্ষ্মাই মৰা সুঁতি সাজি দিয়ে
বক্ষৰ লুইতখনি বাৰিষা শুকায়।

এন্ধাৰ পঁজাত মুমুৰ্ষু জীৱনৰ
বন্তি নুমায় নুমায়
ক্ষয়ৰোগ বেশেৰে মৃত্যুৱে হাঁহি মাৰি
নিষ্ঠুৰ ধেমালি চায়।

আজি ৰোগাক্ৰান্তই বিজ্ঞান আঁচলৰ
নতুন বা ছাটি পায়
সুন্দৰ স্বাস্থ্যৰ সমাজ সূচনা হওক
মৰণৰ হওক পৰাজয়
য'ত মুক্ত বায়ুৰে মাটিৰ মানুহক
জীৱন বসন্ত বিলায়।

ৰচনা: ১৯৬৯

# শেৱালি পাহিটিৰ বুকুৰে কথাটি

শেৱালি ফুল নিশা ফুলে আৰু পুৱতি নিশাতে সৰে, সুৰুযৰ পৰশ নেপায । এযাই শেৱালিৰ দুখ। গাভৰু মনতো প্ৰেমৰ ঢৌ উঠে । বুকুৰ মাজত কাৰোবাৰ ছবি সযতনে সংৰক্ষিত হয় । সেই ছবিখন যদি সঁচা মানুহত পৰিণত নহয় ? গীতটিত অতি সাধাৰণ, দুখীয়া ছোৱালী এজনীৰ সমাজৰ প্ৰতিপত্তিশালী, শিক্ষিত ডেকাৰ প্ৰতি হোবা প্ৰেমৰ কথাকে কোৱা হৈছে । গাভৰুজনীযে তেওঁৰ আকাঙ্ক্ষিত ডেকাজনক পালে লতাই বৰগছক সাবটি ধৰাৰ দৰে তেওঁও নিজৰ প্ৰিযতমক আলফুলে বুকুৰ মৰমেৰে সাবটি ৰাখিব,– কালৈকো ভয নকৰে। কিন্তু অনেক চেষ্টা কৰাৰ পিছতো গাভৰুজনীয়ে ডেকাজনৰ পৰা সঁহাৰি নেপালে। ডেকাজনলৈ (ধনী বা অভিজাত ঘৰৰ) বহু ওপৰ খাপৰ, বহু ধৰণৰ লোকে সম্বন্ধ কৰিবলৈ বিচাৰে। কিন্তু সৰু মানুহৰ (দুখীয়া, সাধাৰণ) ছোৱালী হোৱাৰ বাবদ কাৰোবালৈ প্ৰেম যাচি ৰাউচি জুৰি কান্দিলেও কোনেও উভতি নেচায়।

শেৱালি পাহিটিৰ বুকুৰে কথাটি
কবলৈ ভাষাটি নাই নাই,
মোৰো যে ভাবটি বুজাব নোৱাৰোঁ
মনতে মৰহি যায
যায কেঁচা সোণ
মনতে মৰহি যায ।

পথাৰৰ সিপাৰে পেঁপাৰ মাত শুনিলোঁ
মন মোৰ বলিযা হয
শালিকৈ ধানৰে সৰুকৈ আলি দে
ভৰি মোৰ পিছল খায
খায কেঁচা সোণ
ভৰি মোৰ পিছল খায ।

এধানি নিজৰাই দুবাহু মেলিছে
বৰনৈৰ বুকুলৈ বাগৰি যায
বহলকৈ বৰনৈ সাগৰে মাতিছে
এধানি নিজৰাক মাতোঁতা নাই
নাই কেঁচা সোণ, নিজৰাক মাতোঁতা নাই ।

বৰগছ মেৰিযাই লতাপাত বগালে
আলফুল পৰশন পায,
তোকে মই আৱৰি ৰাখিম মোৰ কেঁচা সোণ
কালৈকো নকৰোঁ ভয
ভয কেঁচা সোণ, কালৈকো নকৰোঁ ভয ।

তাহানি শুনিছোঁ কথা, মোৰ চেনাই ঐ
সময়ো উকলি যায়
ৰিঙিযাই ৰিঙিযাই ভাগৰি পৰিলোঁ
তেওতো সঁহাৰি নাই
মোৰ কেঁচা সোণ, তেওতো সহাঁৰি নাই ।

# ৰমজানৰে ৰোজা গ'ল

**(কাৱালী)**

'ঈদ' ইছলাম ধৰ্মাৱলম্বী সকলৰ পৰ্ব । আৰবী ভাষাৰ 'ঈদ' শব্দৰ অৰ্থ হ'ল খুচি, সন্তুষ্টি আৰু আনন্দ । প্ৰকৃতাৰ্থত 'ঈদ' হ'ল দান আৰু মিলনৰ পৰ্ব । ঈদৰ দিনত মুছলমান সকলে, হিংসা-দ্বেষ-কপটতা এৰি অতি শুদ্ধ অন্তৰেৰে ইজনে সিজনক মৰমেৰে আকোৱালি লয় আৰু দুখীয়া নিচলাক সাধ্যানুসৰি দান কৰে। 'ৰমজান' মুছলমানৰ বাবে এটি অতি পৱিত্ৰ মাহ ৰমজান মাহৰ শেষৰ সপ্তাহত মহাপুৰুষ হজৰত মহম্মদে হিৰা পৰ্বতৰ গুহাত ধ্যান কৰি থাকোঁতে আল্লাৰ বাণী শুনে । আল্লাৰ এই বাণী মহম্মদে জনগণক শুনায় । মহম্মদৰ মুখেৰে অভিব্যক্ত এই বাণীযেই হ'ল ইছলাম ধৰ্মৰ ধৰ্মগ্ৰন্থ 'কোৰাণ শ্বৰীফ' । ৰমজান মাহতে মুছলমানৰ পৱিত্ৰ ধৰ্ম গ্ৰন্থ কোৰাণ শ্বৰীফৰ জন্ম হয় । সেয়ে, তেওঁলোকে এই মাহটোত ওৰেটো দিন উপবাসে থাকি শুদ্ধভাৱে থাকে। ৰমজান মাহৰ এই উপবাসেই 'ৰোজা'।

'লটিঘটি' চিনেমাত সংযোজিত ড ভূপেন হাজৰিকাদেৱৰ এই কাৱালী গীতটো এটি সমন্বয়ৰ গীত। চেনেহৰ এই মেহ্‌ফিলত (বৈঠগী ) অকল মুছলমানেই নহয়, জাতি-ধৰ্ম-বৰ্ণ নিৰ্বিশেষে ল'ৰা-বুঢ়া আটাইয়ে সম্প্ৰীতিৰ ডোলেৰে বান্ধ খাই মৰম চেনেহেৰে ইজনে সিজনক আকোঁৱালি লয় । গীতটিত ছমৰখণ্ড বোখাৰাৰ ওমৰ খাযামকে ধৰি সম্ৰাট আকবৰৰ উদাৰতা মহানুভৱতা, স্বাধীনতা প্ৰিয় টিপু-চিৰাজউদ্দৌল্লাৰ স্বদেশ প্ৰেম, আততাযীযে গুলিৰে মহাত্মা গান্ধীৰ বুকুভেদা পৰ্যন্ত অতীত ঐতিহ্য জিলিকি উঠিছে।

অসম ভূমি বিভিন্ন জাতি-গোষ্ঠী, ধৰ্ম-সম্প্ৰদায়ৰ মিলন তীৰ্থ । যুগ যুগ ধৰি নানা জাতি-ধৰ্মৰ লোকে ভাতৃত্বৰ বান্ধোনেৰে বান্ধ খাই একেলগে বাস কৰি আহিছে । শান্তিকামী ভাৰতবৰ্ষত কুচক্ৰান্তকাৰীইঁতে বিভেদৰ বীজ সিঁচিবলৈ বোম্বাই, হাদৰাবাদ, দিল্লী চহৰত বোমা বিস্ফাৰণ কৰি অনেক নীৰিহ লোকৰ প্ৰাণ কাঢ়ি লয়। গুজৰাটৰ গোধ্ৰাৰ ৰেলত অগ্নি সংযোগ, পাকিস্তান মুখী সমঝোতা এক্‌চ্‌প্ৰেছত বোমা বিস্ফোৰণ আদি অমানৱীয় কাৰ্য্যৰ বিপৰীতে অসমত হিন্দু মুছলমানৰ সমন্বয় বিশ্বত এক জ্বলন্ত নিদৰ্শন। হিন্দু-মুছলমানৰ মিলনতীৰ্থ হাজো । সুদুৰ আৰৱৰ মক্কাৰ পৰা এপোৱা মাটি আনি ইযাতে মহাত্মা আজান ফকীৰে পোৱামক্কা স্থাপন কৰে । বিশ্বাস, মক্কাৰ হজলৈ গৈ মানুহে যি পূণ্য অৰ্জন কৰে তাৰ চাৰি ভাগৰ এভাগ হেনো পোৱামক্কাতে পোৱা যায়। পোৱামক্কাৰ কাষতে হয়গ্ৰীৱ মাধৱ আৰু কেদাৰ মন্দিৰ । মহাপুৰুষ শ্ৰীশ্ৰী শঙ্কৰদেৱৰ এজন শিষ্য চান্দসায়ী মুছলমান লোক আছিল। শঙ্কৰদেৱৰ সমকালীন আৰৱৰ পৰা অহা আজানফকীৰে মুছলমান ধৰ্মৰ তত্ত্ব আৰু বাণীবোৰ সাধাৰণ মানুহে গীত হিচাবে গাই ধৰ্মৰ তত্ত্ববোৰ আহৰণ কৰিব পৰাকৈ অসমীয়া ভাষাত 'জিকিৰ' ৰচিছিল। জিকিৰবোৰ অসমীয়া সাহিত্যৰ অমূল্য সম্পদ। ১৭৩৪খৃঃত ৰজা শিৱসিংহ আৰু ৰাণী অম্বিকাদেৱীৰ নিৰ্দেশ ক্ৰমে সুকুমাৰ বৰকাথে লিখা হস্তীবিদ্যাৰ্ণৱ পুথিত দিল্লীৰ পৰা দিলবৰ-দোচায়ে আহি চিত্ৰ অঙ্কণ কৰিছিল। লক্ষীধৰ শৰ্মাই হিন্দু-মুছলমানৰ সম্প্ৰীতিৰ কাহিনীলৈ লিখা গল্পৰ আধাৰত নটসূৰ্য্য ফণী শৰ্মাই 'ছিৰাজ' চিনেমাৰ ৰূপ দিয়ে। মফিজুদ্দিন আহমেদে 'জ্ঞানমালিনী' কবিতা পুথি ৰচে । বুৰঞ্জীৰ মতে 'মিঠা সুৰেৰে বেহেলা বজোৱা' (নন্দন তত্ত্বৰ কৰ্মী সকল, পৃঃ ২১২), বেহেলাৰ ওজা, 'অসমীয়া সংগীত যন্ত্ৰশিল্পী' ফৰমুদ আলিয়ে বাউল হৈ মানুহৰ মুক্তিৰ গীত গাইছিল । বাহাদুৰ গাওঁবুঢ়া – যি জনে ককাদেউতাক দিল গাওঁবুঢ়াৰ লগত ভাটীৰ (বাংলা দেশ) ফালৰ পৰা আহি আহোম ৰজাৰ আখৰ কটীয়া হিচাপে যোৰহাটত নিগাৰ্জীকৈ আছিল, তেওঁ মণিৰাম দেৱানৰ সহকৰ্মী ৰূপে অসমৰ স্বাধীনতাৰ বাবে যুঁজ দিছিল।

এই কাৱালী গীতটিতপৱিত্ৰ ঈদৰ এই মজলিছ কেৱল মুছলমানৰেই নহয়, এই মেহফিল হ'ল অসমীৰ চোতালত থলুৱা-ন অসমীয়া, জাতি-ধৰ্ম-সম্প্ৰদায় নিৰ্বিশেষে অসমৰ জনগণৰ। এই বেহ্‌তৰিণ দোস্তি (প্ৰগাঢ় বন্ধুত্ব) কোনে বাধিব পাৰে? দুখৰ কথা, সময়ে সময়ে কিছুমান ষড়যন্ত্ৰকাৰীয়ে এই মিলন ভূমিত বিভেদৰ বীজ সিঁচি দিবলৈ অহৰহ প্ৰচেষ্টা চলাই আহিছে । ইয়াত বিভেদৰ বিহ সিঁচাতো যে কোনো পধ্যে সম্ভৱ নহয়– সেই

সকলৰৈ এই কাৱালী গায়ক ড° হাজৰিকাদেৱে আঙুলি টোৱাইছে আৰু মেহ্ফিলত উপস্থিত থকা সবাকোলৈকে (অসমবাসীক) সুকুৰ আদা কৰি (নমস্কাৰ জনাই) ক্ষমা বিচাৰিছে যাতে তেওঁলোকে দায়-দোষ নধৰি ভবিষ্যতে এইদৰে মানুহৰ গীত গাই যাবলৈ আশীষ বৰিষণ কৰে ।

ৰমজানৰে ৰোজা গ'ল ওলাল ঈদৰ জোন
চেনেহৰে মেহফিলতে বহে আজি কোন ?
আজি ঈদ মজলিছতে একেলগে বহিছে
আজি ঈদ মজলিছতে ৰহিম চাচাও বহিছে
আজি ঈদ মজলিছতে শ্ৰীৰাম কুমাৰো বহিছে
আজি ঈদ মজলিছতে ফাতেমা পেহীও বহিছে
আজি ঈদ মজলিছতে তৈয়ব মোমাইটি বহিছে
আজি ঈদ মজলিছতে জেকব খুৰাও বহিছে
ইনছানিয়তলৈ মেহফিলত আমিও বহোঁচোন ।

আমাৰ গাঁৱৰ তাজনে পুৰণি কথা জানে
চমৰখণ্ড বোখাৰাৰ ওমৰ খৈয়ামক জানে
শ্বাহেনশ্বাহ আকবৰৰ উদাৰতাও জানে
মোগল-ৰাজপুত মিলি ছবি আঁকাৰ কিচ্চাও জানে
টিপু চিৰাজউদ্দৌল্লাৰ আজাদীৰ লড়াই জানে
গান্ধীজীৰ বুকু ভেটা গুলিৰ কথাও জানে
দুনিয়াৰ নাতি জৱাহৰ চাচাকো জানে
আজি ভাৰততে মুহব্বতৰ আমি সিচোঁ সোণ ।

আজি কিয় অসমীৰে কথা মনত পৰিছে
আমাৰ হাজোত মক্কাৰ দৰে পোৱামক্কাও সাজিছে
কাষতে মাধৱৰে মন্দিৰো বিৰাজ কৰিছে
শঙ্কৰে ইছলামকো সম্মান যাচিছে
আজানে জিকিৰ ৰচি ভাষা চহকী কৰিছে
ভকতক ফকীৰে চেলাম গীতেৰে জনাইছে
দিলোৱাৰ দোসায়ে শ্ৰীহস্তী পুথি আঁকিছে
লক্ষীধৰে ছিৰাজ কাকাৰ গুণ বখানিছে

জ্ঞান বিলাই মফিজেও জ্ঞান মালিনী ৰচিছে
কোৰাণ গীতাই ইন্‌ছানকে ইন্‌ছান হ'ব কৈছে
ৰাম ৰহিমে ঘাম মচি এটা জাতি গঢ়িছে
ফৰমুদ আলি বাউল হৈ মুক্তিৰ গীত ৰচিছে
বাহাদুৰ গাওঁবুঢ়াই জান দি মণিৰামক সেৱিছে
এই বেহ্‌তৰিণ দোস্তি ভাঙে সেই দুচমন কোন ?

মজলিছৰে ডেকা বুঢ়াই কাৰ কাৱালী শুনিছে
এই কাৱালে মেহফিলকে সুকুৰ আদা কৰিছে
ভূপেন্দ্ৰ কাৱালে মজলিছৰে ইজাজত বিচাৰিছে
আজিৰ দিনত দায় নধৰি বিচাৰিবা গুণ ।

বোলছবি ঃ লটিঘটি, ১৯৬৬

# চাহেব যায় আগতে

( জিকিৰ )

মধ্য প্ৰাচ্যৰ পৰা আজান চাহেব আহিছিল অসমলৈ— অসমত বসবাস কৰা মুছলিম সম্প্ৰদায়ৰ লোকৰ মাজত ইছলাম ধৰ্মৰ তত্ত্ব কথা আৰু বাণী প্ৰচাৰ কৰিবলৈ। সেই উদ্দেশ্যেৰে তেওঁ অসমীয়া ভাষাতে 'জিকিৰ' ৰচিলে। অসমৰ ডেৰগাওঁ অঞ্চল আৰু কামৰূপত এই গীতবোৰ খুউব জনপ্ৰিয়। আমাৰ আলোচ্য এই হৃদয় পৰশা জিকিৰটি মছজিদৰ কাষত আজান চাহাবৰ নশ্বৰ দেহা থোৱাৰ পিছত কৰা বৰ্ণনা। এই গীতটোৰ সৃষ্টি সম্পৰ্কে এটি ৰসাল কাহিনী আছে। পাঠকৰ আগত তাকে দাঙি ধৰা হ'লঃ ১৯৭৪ চনৰ ৯ ডিচেম্বৰত মহম্মদ ৰফী গুৱাহাটীলৈ আহিল "মেলডী" সন্থাৰ বাবে গীত গাবলৈ। সেইদিনা গুৱাহাটীত ধুমুহা বৰষুণ হোৱা বাবে সঙ্গীত সন্ধিয়া বাতিল হ'ল। গুৱাহাটীৰ বেলিভিউ হোটেলত তলৰ বিশাল ব্ৰহ্মপুত্ৰৰ ফালে চাই ভূপেন-ৰফী যুগল আলাপ মগন হ'ল। উত্তৰ-পূৰ্বাঞ্চলৰ লোকগীতৰ ক্ষেত্ৰখনৰ বিষয়ে গভীৰ ভাবে অভিজ্ঞ হাজৰিকাদেৱে ৰফী চাহাবক অসমৰ জিকিৰৰ কথা কলে আৰু কেবাটাও জিকিৰ, জাৰি গাই শুনালে। ৰফী চাহাব আপ্লুত হ'ল। তেতিয়া 'হিজ মাষ্টাৰ্ছ ভয়েচ'ৰ গুৱাহাটীৰ নিজস্ব ষ্টুডিঅ'ৰ কৰ্মকৰ্তাই অনুৰোধ জনোৱাত ৰফী চাহাব তৎক্ষণাত ৰাজী হ'ল এটি জিকিৰ ৰেকৰ্ডিং কৰিবলৈ। সময় নিচেই কম। শিল্পী হেমেন হাজৰিকাই চৈয়দ আব্দুল মালিক সংগ্ৰীহিত আৰু সম্পাদিত 'জিকিৰ আৰু জাৰি' কিতাপখন পাণ বজাৰৰ পৰা ততাতৈয়াকৈ কিনি আনি দিলে। ড০ হাজৰিকাদেৱে আজান ফকীৰৰ মৃত্যুৰ পিছৰ শোভাযাত্ৰাৰ বৰ্ণনাৰ বিষয়ে লিখা গীতটো বাছি উলিয়ালে। ৰফী চাহাবে তৎক্ষণাৎ গীতটো শিকি পেলালে আৰু ৰেকৰ্ডিং আৰম্ভ হ'ল। গীতটিৰ শেষৰ ফালে ৰফী চাহাবে স্বতঃস্ফূৰ্ত ভাবে গালে — হিন্দুৱে বিলালে; ভূপেন— হয় চাহেব হয়। ভূপেন — মাহে পৰসাদে; সংগীবৃন্দ — হয় চাহেব হয়, ৰফী — মুছলমানে বিলালে ৰুটী। দুয়ো— 'আল্লা ৰহমৰ গিৰিহঁত' 'তুমি আল্লা চাহেব ঐ যদি কৰা দৰিয়াৰ পাৰ'......। এনেকৈয়ে আড্ডাৰ মাজতেই সৃষ্টি হ'ল জিকিৰৰ ৰূপত হিন্দু-মুছলমানৰ সমন্বয়ৰ এটি কালজয়ী গীত। ৰফী চাহাবে অসমীয়া জিকিৰটি মৰমেৰে সাৱটিলৈ বোম্বাইলৈ লৈ গ'ল ভাৰতৰ আন ঠাইতো ইয়াৰ সুবাস বিলাবলৈ। (ছাঁ লৈ)

কথা ঃ আজানদেউ চাহেব আজি কোন বিহিস্তলৈ বা যায়।

চাহেব যায় আগতে — হয় চাহেব হয়  
ভকত যায় পাছতে — হয় চাহেব হয়  
হায় হায় ঐ,  
সোণহিনো নৈৰ পাৰতে ভৰে  
আল্লা ৰহমৰ গিৰিহঁত  
তুমি আল্লা চাহেব ঐ  
যদি কৰা দৰিয়াৰ পাৰ।

শুকুৰবাৰৰ বেলিয়া — হয় চাহেব হয়  
দুপৰ চাই দৰিয়া — হয় চাহেব হয়  
হায় হায় ঐ,  
চাহেব ঢুকাল বুলি ওলাল  
আল্লা ৰহমৰ গিৰিহঁত

তুমি আল্লা চাহেব ঐ
যদি কৰা দৰিয়াৰ পাৰ।

ফুলাম বৰে কাপোৰ —হয় চাহেব হয়
গাতে মেলি দিলে —হয় চাহেব হয়
হায় হায় ঐ,
চাহেব মোৰ বিহিস্তে গলে
আল্লা ৰহমৰ গিৰিহঁত
তুমি আল্লা চাহেব ঐ
যদি কৰা দৰিয়াৰ পাৰ।

ৰাইজে ভকতে —হয় চাহেব হয়
গুৰু মুচাফিৰে —হয় চাহেব হয়
হায় হায় ঐ
মছজিদৰনো কাষতে থলে
আল্লা ৰহমৰ গিৰিহঁত
তুমি আল্লা চাহেব ঐ
যদি কৰা দৰিয়াৰ পাৰ।

হাজোৰে মোকামত —হয় চাহেব হয়
উৰুমি লাগিছে —হয় চাহেব হয়
হায় হায় ঐ
ছিগিলে মায়নৰ জৰী
আল্লা ৰহমৰ গিৰিহঁত
তুমি আল্লা চাহেব ঐ
যদি কৰা দৰিয়াৰ পাৰ।

হিন্দুৱে বিলালে —হয় চাহেব হয়
মাহে পৰসাদে —হয় চাহেব হয়
হায় হায় ঐ
মুছলমানে বিলালে ৰুটী
আল্লা ৰহমৰ গিৰিহঁত
তুমি আল্লা চাহেব ঐ
যদি কৰা দৰিয়াৰ পাৰ।

ৰেকৰ্ডিং ঃ ৯, ১২, ১৯৭৪

# চেনেহৰ চৈয়দ যুঁজৰ শ্বহীদ

( আজান ফকীৰৰ গীত )

চেনেহৰ চৈয়দ যুঁজৰ শ্বহীদ — হায়ৰে হায়
হাচান হুচেন দুয়ো ভাই কান্দিছে বিনাই — হায়ৰে হায়

আৰাচত লাগিল গোলমাল চাহেবে — হায় ৰে হায়
হাচানে পিন্ধিব পাগৰৰ - জামা — হায় ৰে হায়
আৰু হুচেনে পিন্ধিব লাল চাহেবে — হায় ৰে হায়

কবলৈ ধৰিলে হুছেন চাহেবে — হায় ৰে হায়
মাকৰ মুখলৈ চাই চাহেবে — হায় ৰে হায়
বান্দীৰে বেটা, বেদিন কাফেৰে — হায় ৰে হায়
সিও মোক মাগে লেড়াই চাহেবে — হায় ৰে হায়

ভাত ৰান্ধি দিয়া খাওঁ মই আই — হায় ৰে হায়
পানী আনি দিয়া খাওঁ চাহেবে — হায় ৰে হায়
তহবাহ খালোঁ মই, তহফিক্ খালোঁ — হায় ৰে হায়
মোক নধৰিবা মাও চাহেবে — হায় ৰে হায়

মাওৰ বচন নললা হুচেন — হায় ৰে হায়
নললা বিধিৰ বচন চাহেবে — হায় ৰে হায়
বিচমিল্লাহ বুলি দুল দুলত উঠি — হায় ৰে হায়
মাকলৈ চালাম জনায়ে চাহেবে — হায় ৰে হায়

কান্দিব ধৰিলে মদিনাৰে বিবি — হায় ৰে হায়
মোকও লগ ৰণলৈ যায় চাহেবে — হায় ৰে হায়
সাত দিন সাত ৰাতি মহিম কৰিলে — হায় ৰে হায়
লগতো ইয়াৰী নায়ে চাহেবে — হায় ৰে হায়

সাত দিন সাত ৰাতি কাফিৰকে কাটে — হায় ৰে হায়
কুফৰৰ নমৰিল জটে চাহাবে — হায় ৰে হায়
একোতে তৰণি নেপায় হুচেনে — হায় ৰে হায়
পৰিল গৈ ফোৰাতৰ মাজে চাহেবে — হায় ৰে হায় ।

# আল্লাৰ বিনে কেও নাই আৰ

(আজান ফকীৰৰ গীত)

HMV/ ১৯৮২

আল্লাৰ বিনে কেও নাই আৰ
ঐ আল্লাহে ।

অক্কৰ বিনে চক্কৰ নাই
আল্লাৰ বিনে গতি নাই
পানী বিনে নাই নিৰ্মল
অক্কৰ বিনে চক্কৰ নাই
আল্লাৰ বিনে গতি নাই
নদী বিনে নাই নিস্তাৰ ।

আউল আও কলিমাৰ বিনে
আন জিকিৰ আৰু নাই
জক্কৰ বিনে হৈ আছে সংসাৰ
কেলেইনো মই আহিলোঁ
দুনীয়াতে বেহাব
সৰুতে নগলোঁ মৰি ।

দুনীয়ালৈ আহিলোঁ
ৰঙে ৰূপে বেহাইলোঁ
নেবেহাইলোঁ মাণিকৰে হাট
অময়াৰে মাধুৰী পাই
মছজিদলৈ মনত নাই
নুশুনিলোঁ অময়াৰ মাত।

আল্লা আছে আলগত
ৰছুল আছে নিলগত
তাৰোপৰি আছে খোদা
ভাবিলেহে তৰিবা
এৰিলেই মৰিবা
তিলতে সলাবা সদায় ।

একোটিকৈ মাৰলি
শাৰী শাৰী কৰা তাত
মাৰলীত বিন্ধিলে ঘূঁণে
পচোঁৰাই ববেঘৰ
উকথাই ববে ঘৰ
ঢোকা দি ৰাখিব কোনে ।

# আজি ঈদৰ এই মেহফিলত

(কাৱালী)

কথা ঃ নকল হক

সুৰ ঃ মহম্মদ হুছৈন

আজি ঈদৰ এই মেহফিলত
নফ্ৰটৰ চিন চাব নাই
প্ৰাণে প্ৰাণে খুচিব তুফান
মিন্নতৰ জ ৱাব নাই ।
আজি ঈদৰ এই মেহফিলত ....

আহা সকলোটি মিলি খোদাৰ বান্দা
উৰুৱাই আ মানতে একতাৰ ঝান্দা
মানুহ মজে ভেদা ভেদি
তাৰ সমান খৰাব নাই ।

মজহৰতকৈয়ো মানুহ ডাঙৰ
— জানি ল'বা ভাই
মানুহৰ মিলন প্ৰীতি ধৰ্মই শিকায় ।

হিয়াত কপটতা লৈ
মছজিদলৈ নাযাবা
মানুহকে নেওচি তুমি
খোদাক ক'তো নাপাবা
চব ই বাদত মিছা যদি
দিলত মৰম ভাব নাই ।

মুখে আল্লা আল্লাকৈ
বগলত চুৰি লৈ
দুনিয়াৰ বাটে ঘাটে
দুষ্ট কত বৈ
লগৰজনক কন্দুৱাই
গোপনে কতই হাঁহিছে
লোকক ভোকত ৰাখি নিজে
কোৰ্মা পোলাও ৰান্ধিছে
ইয়া ইলাহি এনে লোকৰ
ই কোনো আজাব নাই ।

**বিহুগীত ঃ**

# অ' বিহুৰে বিৰিণা অ' আইতা

কথা ঃ ড০ ভূপেন হাজৰিকা

অ' বিহুৰে বিৰিণা —অ' আইতা
অ' নাচনীৰ কলাফুল লৰে
বিহুৰেনো বিৰিণা —অ' আইতা
কেৰুমণি থুৰীয়া
পাতে সমনীয়া —অ' আইতা
তুমি আমাৰ যুৰীয়া
বহাগতে পাতি যাওঁ বিয়া —অ' আইতা
কেৰুমণি গেজেৰা নামাৰিবা কেতেৰা
চায়েনো চাই থাকিবৰ মন —অ' আইতা
চায়েনো চাই থাকিবৰ মন ।

সলগুৰি বাগিচাৰ ঘননি অ' বননি
তাতেনো নবহিলে মন ।
সোণাপুৰ ঐ নগৰখন
তাতেহে মোৰ বহি গ'লে মনে
এ আইতা নিমাতী ঐ
কেলৈই দিছা নিমাতী ঐ
কেলৈই দিছা, কেলৈই দিছা যৌৱনত ভৰি ?

বা বাগিচাৰে চা চাকৰি
নে নেলাগে লা লাহৰী
নেলাগে তলপৰ ধন ।
তয়ে ধানে দাবি
ময়ে হালে বামে
সেয়ে হ'ব জীৱনৰ ধন ।

অ' আইকণ তোৰ ঘৰ সিপাৰত
অ' আইকণ মোৰ ঘৰ ইপাৰত
আকৌ আইকণ দেহি ঐ তুমি যাবা ঘাটলৈ
মই থাকিম বাটলৈ চাই ।
এনেনো ভাল লাগে আইতা
এনেনো ভাল লাগে –
মুখলৈনো কিনো চাবা, —পূৰ্ণিমাৰে জোনে

এনেনো ভাল লাগে আইতা
এনেনো ভাল লাগে —

চকুলৈনো কিনো চাবা —সৰগৰে তৰা
এনেনো ভাল লাগে আইতা
এনেনো ভাল লাগে —
অঁ দাঁতলৈনো কিনো চাবা –দালিমৰে গুটি
এনেনো ভাল লাগে আইতা
এনেনো ভাল লাগে

ৰচনা ঃ গুৱাহাটী, ১৯৬৮ চন ।

# বিহুৰে বিৰিণা হে বৃটিছ ৰজা

কথা ঃ ড০ ভূপেন হাজৰিকা

বিহুৰে বিৰিণা হে বৃটিছ ৰজা উঠি গ'ল
পাতে সমনীয়া দেশৰ নেতা ৰজা হ'ল

কথা ঃ তেতিয়া কি হ'ল ?

বিহুৰে বিৰিণা পাতে হে
নয়া পইচা ওলাই গ'ল
বিহুৰে বিৰিণা পাতে হে
ষোল অনা লুকাই গ'ল
বিহুৰে বিৰিণা পাতে হে
এশ পইচাই এটকা হ'ল ।

চেনাই দিযে গ'লা মইনা মোৰ কলিজা
চেনেহৰ টোপোলা মইনা মোৰ কলিজা

মইনাজান মইনাজান তোমাৰে ঐ বেজাৰত
মইনাজান মইনাজান জাঁজী নৈত পৰিম গৈ
মইনাজান মইনাজান সোঁতে মোক উটুৱাই নিব
মইনাজান মইনাজান মাংস গেলি যাব
মইনাজান মইনাজান হাড়ও পচি যাব
মইনাজান মইনাজান মাছেনো কুটি কুটি খাব ।

কুলি কেতেকী সৰু ডনীটি
তোমালোকৰ ঘৰলৈ
সদায় যাব পাৰোঁ মই
যদি দিয়া মৰমৰ মাত
মই যোৱা দেখিলে
তোমাৰ মাৰ বাপেৰে
দিয়ে মূৰে কপালে হাত ।

বাৰীৰে ঢাপৰে
এজাৰ মোৰ চেনাই
বাৰীৰে ঢাপৰে এজাৰ
চেঙেলীয়া কালতে
পীৰিতি এৰিলা
মনত দি গ'লা বেজাৰ ।

ৰচনা ঃ কলিকতা, ১৯৭৮

# চৰাই চিকুণ অ' লীলা ৰহিলা

কথা ঃ ড০ ভূপেন হাজৰিকা, ১৯৭৪

চৰাই চিকুণ অ' লীলা ৰহিলা
তেলীয়া সাৰেঙ অ' লীলা ৰহিলা
মাছৰ চিকুণ মালি লীলা ৰহিলা
আকৌ এদিন আহিলা
            আহিযে গ'লা গৈ
দিলা তামোল এখনি
            খালা তামোল এখনি
            লগালা লগালা এষাৰি মাত ।

ল' ল' লতি লতি তিল, ল' ল' লতি লতি তিল
লতি তিল, লতি তিল, লতি তিল

ইমান ধুনীয়াকৈ কোনে সৰজিলে
            সোণ ৰূপৰ বৰণে কৰি
এ আমাক সৰজিলে কণাজন বিধাতাই
            গুহাৰ মাটি মিহলি কৰি
হে খিন্দাওঁ কুৰুলি কোবাওঁ বিহু মাৰিবলৈ যাওঁ
হে খিন্দাওঁ কুৰুলি কোবাওঁ মথুৰা হাটলৈ যাওঁ ?
বৈযা পাতি দৈযা চাৰিঙৰ বেঙেনা
            ভাতে ৰান্ধি খাই যাওঁ

বৈয়া বৈ নাচিলে নাচনী নাচিলে বৈয়া বে
আয়ে দেহি কলাফুলৰ গোটে দেখি
ৰাইজাই ৰাইজাই কৰে দেহি
            তোমাকনো মই কাহানি পাম ?

কেঁচা মৰম চেঁচা নৈ মুখৰ মিঠা এঠা দৈ
মিঠা মিঠা তিলৰ পিঠা দেহাটি মোৰ চেনাইৰ ঐ
            অসমীৰে বিহুটি ঐ
            ৰাপতি যে সাহোন ঐ
            আমাৰ অতি আপোন ঐ ।

            হায় ঐ বিহুটিনো আদৰৰ
            বিহুটিনো সাদৰৰ
            বিহুটিনো অসমৰ মান ।
হায় ঐ এনুবানো বিহুটি এৰিব যে লাগিলে
            নাথাকেনো অসমৰ ধন ।

# মিঠা মিঠা গধূলি

কথা ঃ ড০ ভূপেন হাজৰিকা

চেনাই মোৰ অ'
গুণগুণাই, গুণগুণাই, গুণগুণাই আহিলি
চকু টিপ মাৰিলি
ৰম ৰমাই যায় মোৰ গা
মিঠা মিঠা গধূলি
মোকে কিয় জোকালি
আৰু নোজোকাও বুলি
গা চুই শপতে খা ।

বৈ বৈ বৈ বৈ মাতে কুলি কেতেকী
বৈ বৈ বৈ বৈ মই নাচো হৈ ৰচকী
সোণ তই ওলালিহি মিঠা বহাগত
খোপাতে কপৌ ফুল কঁপে উলাহত
অ' কপৌ ফুলৰ লগতে
মোৰে কলাফুলতে
মৰম মৰম লগাকৈ
টৌবোৰে নাচিছে চা ।

অ' জান ঐ চকু পিৰিক্ পাৰাক
অ' জান ঐ হাঁহ মিচিক মাচাক
অ' জান ঐ নিশাটো ইয়াতে থাক
অ' জান ঐ চেনেহ মৌচাক
অ' জান ঐ বুঢ়া লোকেও খেমিব পাপ ।

বৈ বৈ বৈ ৰঙা নৈ বৈয়েই আছে
কৈ কৈ কৈ তোৰে কথা লতায়ো নাচে
সোণ তই পুৰিলি গাভৰু মনক
কি সোৱাদ পাব, পুৰি আপোন জনক ।
মনৰ পথাৰ মুকলি ৰমকে জমক
মোৰে বাহু পাশতে এই বিহুৰ নিশাতে
আকাশৰে তলতে
মৰমতে তই পমি যা ।
চেনাই মোৰ অ' —

# আহুধান দাবলৈ

কথা ঃ ড০ ভূপেন হাজৰিকা

মনোজ ঃ আহুধান দাবলৈ
লাগে কত বেলি
বাওধান দাবলৈ টান
ভূঃ হাঃ ঃ অঁ, টান
মনোজ ঃ আমাৰে গাৱতে সোণ বুটলিছোঁ
পথাৰত ওপচে ধান
পথাৰত ওপচে ধান নাজীতৰা
পথাৰত ওপচে ধান ।

ভূঃ হাঃ ঃ মাছ মাৰোঁ দিচাঙত
পানী খাও কলঙত
হে, মাছ মাৰোঁ দিচাঙত
পানী খাওঁ কলঙত
টুলুঙা নাৱতে উঠি ।

জীৱন লুইতত বিচাৰোঁ তোমাক জান
জীৱন লুইততে বিচাৰোঁ তোমাক জান
আমালৈ নিদিবা পিঠি নাজীতৰা
আমালৈ নিদিবা পিঠি ।

একেটি বৰশী বাবা ঐ চেনাইটি
চেঙেলী মাৰিবৰ চিপত
অ' গাভৰু দেখিলে মিচিকাই হাঁহিবা
আহিব চকুৰে টিপত
অ' চেঙেলী মাৰিবৰ চিপত ।

চকু তিৰেটিৰাই জান ঐ
হৃদয়ে নসহে জান ঐ
শৰালি হাঁহজাক চোঁৱা
আমালৈ নেচায
আকাশ চাই চাই
চিলনী সাঁতোৰ হে দিয়া ।

মাকৰি ঐ ঘিলাটি ঘূৰাব সোণ নেজান
বাগৰি বাগৰি পৰে
অ' কঁকাল সৰু সৰু গাভৰু আনিমে
উঘানো ঘূৰাদি ঘূৰে ।

কথা ঃ যাঃ লাজো নেলাগে গাভৰু জোকাব ।

নিজ হাতে ৰিহা বৈ লওঁ
বজৰুৱা পট লুং পিন্ধি
মাৰাঁ ফিটাহি
চিঃ কটা লাজত মৰি যাওঁ ।

কাপোৰত পাতিলা ঐ জান
ইলাচি বিলাচি ঐ জান
ৰিহাত বাছি ল'লা তেজ
বিহুটি আহিছে টিপতে সুধিছোঁ
লাগিছা কি গুণে পেচ্ ।

সোণে হালধীয়া সৰিয়হ ডৰা ঐ
চালে চকুত ধৰে তাৰ
অ' কিনো আনন্দতে ঢাপলি মেলিছাঁ
কিহৰনো বতৰা পাই ।

ৰাজহুৱা ন-খোৱা ঐ ৰাম
গাঁৱে গাঁৱে পাতিছে ঐ ৰাম
গাৱেঁ গাৱেঁ পাতিছে ঐ ৰাম
হিয়াখন নাচিছে ঐ ৰাম
হিয়াখন নাচিছে ঐ ৰাম
গাওঁখন বচাবা ঐ ৰাম
গাওঁখন বচাবা ঐ ৰাম
সকলোৱে মিলিজুলি ঐ ৰাম
সকলোৱে মিলিজুলি ঐ ৰাম
সকলোৱে মিলিজুলি ঐ ৰাম
সকলোৱে মিলিজুলি ঐ ৰাম
সকলোৱে মিলিজুলি ঐ ৰাম
সকলোৱে মিলিজুলি ঐ ৰাম

# চকলা টেঙাটি অকলে নেখাবি

কথা ঃ হেমেন হাজৰিকা, ১৯৭৫

চকলা টেঙাটি অকলে নেখাবি
এ আমাকো এচকল দে
ৰঙা গডাৰ তলৈলে এনেকৈ নেযাবি
আমাকো লগতে নে ঐ ।

তোক দেখি মোৰ গা
ঝিম্ ঝিম্ ঝাম্ ঝাম্ চিম চিম্ চাম্ চাম্
পুৰ পুৰ্ পাৰ্ পাৰ্ পিৰ পিৰ পাৰ পাৰ্ কৰে জান এ
নৈ মালিনীৰ ৰঙা গডা
পানীনো জিলমিলিয়া
মনেনো ধুইযে যোৰা
চাই থাক্ চাই থাক চাই থাক্ চাই থাক
হেঁপাহ নো নপলায় ঐ মানে ।
ঐ চকু কুমলীযা
হাঁহিনো খিলখিলিযা
গোন্ধে আমোল মোলোৰা
ৰৈ থাক্ ৰৈ থাক ৰৈ থাক ৰৈ থাক্
ৰঙা গডা নাপাব মানে ।
শহুৰৰ জীযেকে
কথা ঃ ঐ নাচাব কেলৈ অ'
বাখৰৰ টেমেকা মন ।
কথা ঃ হেৰ, কোনজনাই সৰজিলে তোক ?
বাঁহ বিজুলীৰ বিচনী
এ তিন জনীৰ কোনজনী ?
সোণজনী মোৰ কোনজনী ?
এ চিনো চিনো লাগিছে — চিনাকী
মাতোঁ মাতোঁ লাগিছে — নিমাতী
মিচিক মাচাক হাঁহিছে — কিয়নো
ঘূৰি ঘূৰি চাইছে — কাকেনো
মাতোঁতে ভূলে ঐ ভূলে হয় ঐ জানোচা ?

কথা ঃ নকৈছিলোঁ তোক ? — কি কৈছিলি ?
জাপি, লাঠি, তিয়নি নেৰিবি ঐ নেৰিবি
এৰিব যে লাগিলে থিয়ৈ থিয়ৈ মৰিবি চাবি
কথা ঃ এ হয় নেকি ?

বণিজলৈ গৈছিলোঁ তিয়নীখন নিনিলোঁ
যাবৰ পৰত নেমাতিলি
কিনো জগৰ লগালোঁ মই ?
কিনো ৰগৰ কৰিলি — তিয়নিখন নিনিলি
চেৰেং চেৰেং মনত পৰে
আহোঁ ৰঙা গঢ়ালৈ বুলি ।

এ দেহি কলঙে কলঙে
এ দেহি উজায়ে গলোগৈ
এ দেহি ৰহাতনো গৈ কিনো পালোঁ হে ৰাম ।
এ দেহি ৰহাৰে ৰহেদৈয়ে
এ দেহি দিলে পাৰি দিয়া
এ দেহি ফুলাম ঔ ফুলীয়া গামোচা ।

হেৰ' উজনিলৈ গৈছিলোঁ
— জাপিটো নিনিলি
ইচাত বিচাত লাগিছিল
— দেই পুৰি মৰিলি
জুয়ে পোৰা সোণ হেন দেহা
পোৰা মাটি কৰিলি
চিনিব তই নোৱাৰা হলি ।

কথা ঃ হয় নে ? — ঐ শুন

ইয়াতে মাৰিলোঁ টিপা —— বুজিছ
গড়গাওঁ পালেগৈ শিপা
টি টিপামৰ ভা-ভাদৈয়ে দিলে কি চা ঐ
ছাঁতে শুকুৱা মুঠিতে লুকুৱা
মিহি আঁশী সূতাৰ বৰ খনীয়া ।

কি জানো বেহালোঁ
লাঠি ডালও নিনিলোঁ
দিছিলো
—নিনিলি,
নিনিলি —দিছিলোঁ
আহ্ ভনী এ এ এ এইজনী
অ' জেং খৰি লুকুংগৈ
জেং খৰি লুকুং গৈ
ব'ল খৰি একোচা
শলগুৰিৰ এলেঙী আঘোণী শুন এটি বচনী
তোৰ এটি সোণ পীৰিতিৰ বোকোচা
পাৰিতি নেভাগে
পীৰিতি নিছিগে
পীৰিতি নপৰে সৰি
য'তে মেৰিয়াবি —
(কথা) হয়নে ?
ত'তে মেৰ খাব –
অ' পীৰিতি মৰমৰ জৰী ।

# নামৰে কঠিয়া অ' ঈশ্বৰে দিছিলে

কথা ঃ হেমেন হাজৰিকা, ১৯৭৮

নামৰে কঠিয়া অ'　　　ঈশ্বৰে দিছিলে
　　ব্ৰহ্মায়ে সৰজা নাম
বেয়া নাম গুলালে অ'　　　ক্ষেমিবা সদৌৱে
　　পীৰিতি নামকে গাম ।

কথা ঃ　অই ছোৱালী, গা ঐ
বোলোঁ, চ'তত ? — চ'তত চকৰী
বহাগত ? — বহাগত বগৰী
জেঠতে ? — জেঠতে আমনা ধান
আৰু ?
গৰু বিহু দিনা — বাৰু — লবি আশীৰ্ব্বাদ
লমে —
পাবি বৈকুণ্ঠতে স্থান ।

যূতি ফুলে মালতী — ইফালে টকাৰ মাত
যূতি ফুলে মালতী — সিফালে টকাৰ মাত
যূতি ফুলে মালতী — মাজতে সোলেং গুৰিৰ সূঁতি
যূতি ফুলে মালতী — টকাৰ মাতে শুনি
যূতি ফুলে মালতী — বাঢ়িল চতিয়না
যূতি ফুলে মালতী — পুলিয়ে নো ধৰিলে গুটি ।

বিহুৰে বাতৰি　　　নিদিবি কুলিটি
　　অ' অলিয়া বলিয়া মন,
ক'লীয়া চেনাই মোৰ　　　আছে বিদেশতে
　　ঘটিছে বণিজৰ ধন ।

ধন ধন ধন ধনে ঐ — কি হ'ব ?
ধন ধন ধন ধনে ঐ — নহ'লে
ধন ধন ধন ধনে ঐ — নেলাগে
　　নহলে বিহুৱা মন ।

মন মন মন মনে ঐ — সুৰীয়া
মন মন মন মনে　— জুৰণীয়া
মন মন মন মন নহয় উৰণীয়া মৌ
কথা ঃ　হয় নেকি অ' ?
হয়ে কি হয় হয় হয হয় — কেহ কলি নিকুলি

হয়ে কি হয় হয় হয় হয় — কপাহ সূতা মুকলি
হয়ে কি হয় হয় হয় হয় — ঠেহ পাতি নেখালি ভাত
হয়ে কি হয় হয় হয় হয় — এপুৰা সেন্দুৰৰ
হয়ে কি হয় হয় হয় হয় — যোৰ ফোঁট মাৰি লৈ
হয়ে কি হয় হয় হয় হয় — ৰঙা ৰিহা ললি ঐ গাত ।

উজায়ে চালোঁ মই
ভটিয়াই চালোঁ মই
তোমাৰ মান শুৱনি নাই
ইডৰা বন বননিত
কোনে জুই জ্বলালি
কি যে ঐ পীৰিতিৰ ঠাই ।

অ' পীৰিতি পীৰিতি পীৰিতি পীৰিতি মিঠা চুৰা দৈ
পীৰিতি পীৰিতি পীৰিতি পীৰিতি বোবা বোঁৱতী নৈ
পীৰিতি পীৰিতি পীৰিতি পীৰিতি ওৰে জীৱন থাকিব বৈ ।

আমনা ধানকে
দাবলৈ গৈছিলা
ৰাউলী বতাহে পালে
কাচি দলি মাৰি
হাৰিতে সোমালোঁ
ওঁঠতে ৰৰলে খালে
অ' বহনা ইমাননো যাতনা
দেহাইনো কেনেকৈ সহে ?

হে চ'তেনো মহীয়া —
ৰ'দে চৌৰে চৌৰে
কিনো দুপৰৰে ভেকে অ' আইজনী
কিনো দুপৰৰে ভেকে
তিয়াঁহও নহলি চিৰালো নহলি
কেঁচাই খালোঁহেতেন তোকে পানীমলা
দুহাতে দুমলা ৰৈনো বৈ ধেমালি কৰ ।

বৈয়া বৈ বৈ বৈ গজে পানী খালে
বৈয়া বৈ বৈ বৈ হৈয়াঙে দৈয়াঙে
বৈয়া বৈ বৈ বৈ ঘোঁৰাই পানী খালে বৈ ।
বৈয়া বৈ বৈ বৈ ধনে পানী খালে
বৈয়া বৈ বৈ বৈ পীৰিতি নিজৰাত
বৈয়া বৈ বৈ বৈ থিয় গড়াত খোপনি থৈ ।

ফেউ ফেউ ফেউৰাই মাতিছে
এ ফেউ ফেউ বনৰজা আহিছে
এ ফেউ ফেউ খৰকৈ খোজটি পেলা
অ' ৰঙিলী বেলা হ'ল গধূলি
মনি নে নমনি চিনাকি পদূলি তোৰ ।

এ ফেউ ফেউ আলিবাটৰ কেঁকুৰী
এ ফেউ ফেউ ঢপলিয়াই চেঁকুৰী
এ ফেউ ফেউ চেনেহ ঐ পাহৰি
ক'লৈ যাব লাহৰী
কাষতে কলহটি লৈ ?

এ ফেউ ফেউ আলিবে দাঁতিবে ঘৰ
এ ফেউ ফেউ ঘৰ ঘৰ ঘৰ কৰ
এ ফেউ ফেউ বাৰীৰে গাজলি বাঁহ
এ লাজ এৰি বান্ধি ল সাহ
এইফালে বনৰজা কৰে আহ যাহ ।
নহওঁ মই ঐ, বনৰ ৰজা
মাদৈ তই মোৰ,
মই তোৰেই ৰজা
সোমাই আহ ঐ আমাৰ পঁজা
ফুলে ঐ,
দুবৰিদলিত নৰবি
দুবৰিদলি গৰকি—
দুবৰিদলি পাৰে হৈ আহ ।

# দিখৌ নৈ এৰিব পাৰোঁ মই

কথা ঃ মানস ৰবীন

ৰেকৰ্ডিং ১৯৯৯

লৰা ঃ দিখৌ নৈ এৰিব পাৰোঁ মই লাহৰি
ভোগদৈ এৰিব পাৰোঁ
হে তোমাক ঐ লাহৰি এৰিব নোৱাৰোঁ
নাখাইও থাকিব পাৰোঁ ।

ছোৱালী ঃ লুইতে এৰিলে লুইতৰে সুঁতি
দিখৌৱে এৰিলে ঐ কূল
চেনেহৰ ডোলেৰে বান্ধিলা মইনাজান
বুজিবা হৃদয়ৰ মোল ।

লৰা ঃ হে যামেগৈ জাঁজীলৈ
নাহো মই আজিলৈ
থাকিবা অকলে তুমি বুকুৰ ধন
থাকিবা অকলে তুমি
হে তোমাৰ মৰম চেনেহ
কাকো নিবিলাবা
শৰীৰত নিদিবা জুয়ে বুকুৰ ধন
চেনাই ধন শৰীৰত ঐ নিদিবা জুই ।

ছোৱালী ঃ ইকৰা পাতেৰে নাওখন সাজি দিম
শদিয়া পাৰে হৈ যাবা চেনাই ধন
বুকুৰ ধন শদিয়ানো পাৰে হৈ যাবা
এ চাউল দিম চিৰা দিম থুৰীয়া তামোল দিম
লাহেকৈ আঁতৰি যাবা চেনাই ধন
বুকুৰ ধন লৈ লাহেকৈ
লৈ লাহেকৈ আঁতৰি যাবা

লৰা ঃ এ এখোজ দুখোজ কৰি গ'লাগে আঁতৰি
অ' মাজনী আমালৈ ঘূৰি চাই
তেনেকৈ বেকাকৈ নাচাবা আমালৈ
অ' মাজনী চালে মৰম লাগি
চালে মৰম লাগি যায় ।

জোনে দি ওমলাম তোকে হেৰ নাচনী
অ' অ' অ' অ' সৰু তৰাদৈ
তৰা দি তৰা দি তৰা দি ওমলাম তোক
হে তাতো যদি নাচনী

নেনাচিব লাগিলে
অ' অ' অ' সৰু তৰা দৈ
আনি দিম, আনি দিম
আনি দিম পাৰিজাত ফুল ।
কি সাজে শুৱাব তোকে হেৰ নাচনী
তোকে হেৰ নাচনী অ' অ' অ' সৰু তৰা দৈ
কপৌ ফুল, কপৌ ফুল কপৌ ফুল আনি দিব পাৰোঁ ।
আৰু যদি নাচনী
গাম খাৰু এযুৰি, গাম খাৰু এযুৰি
অ' সৰু তৰা দৈ তাকে গ, তাকে গ, তাকে গঢ়াই দিব পাৰোঁ ।

লৰা : গাখীৰৰ চুঙা দৈ দেহাজান
নেখাবি ৰহদৈ দেহাজান
শৰীৰত ছিটিকি পৰে মোৰে চেনেহী ঐ
ঘৰত আছে সোণাৰী ঐ
গঢ়াই দিম মই গঢ়াই দিম মই সোণৰে কেৰু ।
তোমাক ঐ লাহৰী —দেহাজান
এৰিম কেনে কৰি —দেহাজান
শোকে খুন্দা মাৰি ধৰে মোৰে চেনেহী ঐ
ঘৰত আছে সোণাৰী ঐ
গঢ়াই দিম গঢ়াই দিম মই সোণৰে কেৰু ।

ছোৱালী : গাৰীকে চাবা নে দেহাজান
গাতে মাৰিবলে' দেহাজান
দেহাৰে তৰণি নায়ে মোৰে চেনাইটি ঐ
বুকুৰে ঐ পোৰণি ঐ
বুকুৰে ঐ পোৰণি ঐ
কেনেকৈ কেনেকৈ সহিব পাৰোঁ ।
তোমাৰে কথাকে দেহাজান
ভাবোঁতে চিন্তোঁতে দেহাজান
চকুতে টোপনি নায়ে মোৰে চেনাইটি ঐ
বুকুৰে ঐ পোৰণি ঐ
বুকুৰে ঐ পোৰণি ঐ
কেনেকৈ কেনেকৈ সহিব পাৰোঁ ।

লৰা : হে কোনেনো স্ৰজিলে এইজনী নাচনী
সোণতে সুৰগা সানি
চাইনো চাই থাকিলে তোমাক ঐ নাচনী
অ' হেঁপাহ মোৰ নপলায় আজি ।
কথা : এইজনী ক'ৰনো নাচনী ঐ ?

এইজনী কোৰেনো নাচনী
এইজনী যোৰহাটৰ নাচনী
হাতত আছে খাৰু দেখিবলৈ বাৰু
ডিঙিত আছে মণি দেখিবলৈ লনি
দেখিনো মৰম লাগি দেখিনো মৰম লাগি যায়।
এইজনী মৰমৰ নাচনী
এইজনী আজলী ছোৱালী
হাতত আছে খাৰু দেখিবলৈ বাৰু
ডিঙিত আছে মণি দেখিবলৈ লনি
দেখিনো মৰম লাগি দেখিনো মৰম লাগি যায়।

ছোৱালী ঃ ঢুলীয়া আঠুৰ মূৰত চুৰীয়া
ঢুলীয়া মূৰত তোমাৰ গামোচা
ফুলাম গান্দে চা কোনে বৈয়ে দিয়া
ঢুলীয়াক দেখিনো মৰম লাগি
দেখিনো মৰম লাগি যায়।
ক'ৰেনো ঢুলীয়া লগতো নাই কালীয়া
যোৰহাটৰ ঢুলিয়া ওচৰ চাপি নাহিবা
এ কাষলৈ আহিছে চা
তাৰ লাজো নাইকিয়া
লাজো নাইকিয়া চোন।

লৰা ঃ ইমান ধুনীয়াকৈ কোনে সৰুজিলে—দেহা না ঐ
কোনে নামে দিলে হীৰা না ঐ
ছোৱালী ঃ আয়ে নামে দিলে ইলাচি বিলাচি—দেহা না ঐ
বোপাই নামে দিলে হীৰা না ঐ
লৰা ঃ বিহুৰে দোমাহীত ফুলামকৈ গামোচা—দেহা না ঐ
কোনে বৈয়ে দিব হীৰা না ঐ
ছোৱালী ঃ ৰঙাকৈ আঁচুৰে ফুলামকৈ গামোচা—দেহা না ঐ
ময়ে বৈয়ে দিমে তোমাকে ঐ।

লৰা ঃ ইয়নে ?
ঐ কোনে নামে দিলে হীৰা না ঐ
ছোৱালী ঃ বোপাই নামে দিলে হীৰা না ঐ

# এইহেন বতৰত কোন থাকে ভিতৰত

কথা ঃ হেমেন হাজৰিকা
ৰেকৰ্ডিং, এপ্ৰিল, ১৯৭৩

ভূপেন হাজৰিকা ঃ দেহী ঐ,
এ এই হেন বতৰত কোন থাকে ভিতৰত
থাকে নে ঐ আখলত, জুহালত, নে মাৰলত
ক'ৰেনো ঐ আকৰী এইজনী
হেৰৌ নাজীতৰা, নাহ নে ঐ
অ' মোৰ সৰিয়হ ঐ ফুলিছে গাত
(কথাৰে) হেৰৌ, আহ ঔ
আহ ওলাই
আহ ওলাই আহ এইজনী
কোন মিতিৰৰ তই ভনী
গঞাঁৰ মৰমৰ বাখৰ মণি
যেন আগলতি কলৰে পাত ।

ৰুণুমী ভট্টাচাৰ্য্য ঃ বোলো, কেলেই উচ্‌পিচ্‌খন কৰিছ
জীয়া জুইত পেলাই মাৰিছ
জীয়া জুইকুৰাত পুৰিছ
দে, দে ঐ এষাৰি মাত ।

ভূপেন ঃ আকৌ চেনী তুলা তুলাপাত
আইজনী ওলাই ওলাই মাত
মইনা চৰাই মাতাদি মাত ঐ --

ৰুণুমী ঃ হে বৰ ককাই যেন শুনিছোঁ কাইটি
তেনেহে মন কৰিছো কাইটি
মন কাৰোবাক যাচিছোঁ কাইটি
কেলেইনো তই এনুৰা হ'লি ?
বোলো কেলেই এনেখন কৰিছ
কেলেই জীয়া জুইত পুৰিছ
কেলেই দেই পুৰি মৰিছ
যা, যা ঐ নেখাবি সমাজৰ শাওপাত ।

ভূপেন ঃ (কথাৰে) হেৰৌ নাজীতৰা, মই যাওঁ দেই নগা পাহাৰলৈ

ৰুণুমী ঃ এ যা, যা —

ভূপেন ঃ চাকৰি, চা-কৰি
মইনাটোনো বাখৰী
এসন্ধ্যা ঐ সুখেৰে খামে মোৰ ঐ আইজনী
কাৰেনো পোৱাল মণি, কথাৰ খেলে শালিলি
নগানো পাহাৰলৈ যাওঁ ।

কপূৰী ঃ (কথাৰে) এ যা যা –

ভূপেন ঃ অ' নাজীতৰা, নাহোনো আজিৰ পৰা
নাচাওনো আজিৰ পৰা
নাচাওনো সোণ পূৰ্ণিমাৰ জোন ।

কপূৰী ঃ যোৰ পাতি উৰিলে বগ বগলী বগা হৈ
কপালত নিলিখিলে বিধিৰে বিধাতাই ঐ
আমাৰ যোৰ ঐ পাতোতা নাই – ঐ সোণামূৰা
নাহোনো আজিৰ পৰা, নাচাওঁনো আজিৰ পৰা
একাদশীৰ ৰবতীয়া গাৱ ।

ভূপেন ঃ হেৰ । কোনে ?
তোৰো নাই, মোৰো নাই (কথাৰে)
বোলো ফুল পানী চিতোতে চিটিকা পাতিলোঁ
লাগক কপৌজনী বুলি বোলোঁ ঐইজনী
হে বোলোঁ ঐইজনী
কোন কালৰ মোৰ ভনী
কোন তেলেকা কোন ভনী
লং ইলাচি দালচেনী
লুকুৱাই ঐ, যুৰীয়া ঐ
দিছিলি তামোলখনি মোক

কপূৰী ঃ সোপগুই মেলিলোঁ চিটিকা পাতিলোঁ
গ'ল কপৌজনী উৰি বোলো ঐইজনী
বোলো ঐইজনী, তোৰ মিতিৰৰ মই ভনী
নগাৰ চাঙৰ তলে বাট ।

ভূপেন ঃ পৰ্বতে পৰ্বতে বগাৰ পাৰোঁ মই
হে লতানো বগাবলৈ টান

কপূৰী ঃ হে জুৰীয়া হাতীকো বলাব পাৰোঁ তই

ভূপেন ঃ তোকেনো ঐ বলোৱা টান — হয় নে

কপূৰী ঃ নহয় নে ?
কেঁচা তামোল-পাণ কাটি নে
নে নে ফুচুলাই নে
নহ'লে পলুৱাই নে
তেহে বুলিম তোমোৰাৰ জাত ।

ভূপেন ঃ কি বুলিলি ! — তোমোৰা !
বোলো তোমোৰা যেতিয়া বুলিছ লাহৰী
কথা এটা কওঁ তই শুন
বোলো প্ৰথম বহাগতে ককাই বুলি মতাতো
(কথাৰে) প্ৰথম বহাগতে ককাই বুলি মতাতো
তোৰ বা দোষ নে গুণ ।

ৰুণুমী ঃ
ককাই বুলি মাতিলৈ ওচৰ হে চাপিছিলোঁ
ভিতৰি যে কথাটো অইন — ঐ চেনাইটি
নুবুজিলি মোৰ মনটি ভিতৰি যে কথাটো অইন ।

ভূপেন ঃ
অইন যদি কথাটো — তোক ভনী বুলি নামাতো
তেতিয়াহে প্ৰেম হ'ব ধইন
অ' মোৰ লাহৰি নাযাবি তই মোক পাহৰি

ৰুণুমী ঃ
নাযাবি তই মোক পাহৰি
নেঢালিবি জুলা জুইত ঘিউ ।

ভূপেন ঃ
(কথাৰে) ভটিৰে ডভুৱা নহওঁ মই বেপাৰী
নাজান যদিহে শুন ঐ আকৰী
আভুৱা নাভাৰিবি মোক ।

ৰুণুমী ঃ
(কথাৰে) আভুৱা
সেন্দুৰীক চলি চলিছিল সেন্দুৰৰ টেমা টেমাদি
সেন্দুৰৰ টেমা টেমাদি
পমিলিক চলি চলিছিল লগে

ভূপেন ঃ
হে মাৰাক ঐ চলি চলিছিল
গুৱালৰ এঠা গাখীৰে
বাপেৰক চলি চলিছিল ধনে ।
(কথাৰে) তোক মই মনেৰেহে জিনিছো দেই
ধনেৰে কিন্তু চিনা নাই
এই কথাষাৰ ব্ৰহ্মাণ্ডই জানে

ৰুণুমী ঃ
(কথাৰে) জানেতো —
এ বা বা বা ঢোলে বা
গা গা গা বিহু গা
মই নাচো তয়ে গা
নাচো নাচো বন মৰে চা
বহাগৰে বলীয়া বা ।

ভূপেন ঃ
বাওঁ বাওঁ বাওঁ ঢোলে বাওঁ
তই নাচি যাময়েই গাওঁ
উজাই নে ভটিয়াই যাও
ইচাট বিচাট লাগিছে গা
ডুগ্ ডুগ্ ডুগ্ ডুগ্ ডম্বৰু
জীয়া যৌৱন কি কৰোঁ

ৰুণুমী ঃ
কেঁচা যৌৱন কি কৰোঁ
বহাগৰে উতলা বা ।

ভূপেন ঃ
ডুগ্ ডুগ্ ডুগ্ ডুগ্ ডম্বৰু
জীয়া যৌৱন কি কৰোঁ

ৰুণুমী ঃ
কেঁচা যৌৱন কি কৰোঁ
বহাগৰে উতলা বা ।

# ড০ ভূপেন হাজৰিকাৰ অনুবাদ গীত —

১৯৬৭ চনৰ নবেম্বৰত বোম্বেৰ বিখ্যাত প্ৰযোজক তাৰাচান্দ বৰজাতিয়াই তেওঁৰ 'তকদীৰ' ছবিখন গোটেই ভাৰতবৰ্ষতে আগবঢ়াব খুজিলে অভিনৱ ভাবে। সেই উদ্দেশ্যে তামিল, তেলেগু, মালায়লাম উড়িয়া, বাংলা, অসমীয়া আদি ভাৰতৰ সাতোটা ভাষালৈ 'ডাব' কৰিবলৈ মনস্থ কৰি আনন্দ বক্সী ৰচিত আৰু লক্ষ্মীকান্ত প্যাৰেলালৰ সংগীত পৰিচালিত গীতকেইটি অনুবাদ কৰিবলৈ ড০ ভূপেন হাজৰিকাদেৱক অনুৰোধ কৰে। ইতিমধ্যে শ্ৰী ৰামতাজ (ডাবিং বিশেষজ্ঞ আৰু আৰু বিখ্যাত উৰ্দ্দু লিখক) কলিকতাৰ মেজেষ্টিক হোটেলত বাহৰ পাতি আছিলহি। কাৰণ, অন্য ভাষাৰ গীত ডাবিং কৰা উজু নহয়; যথেষ্ট শ্ৰম কৰিব লাগে। উচ্চাৰণৰ সৈতে ওঁঠ মিলিব লাগে। গতিকে, যথেষ্ট সাৱধানতা আৰু সচেতনতাৰ প্ৰয়োজন— বিশেষকৈ, শব্দ বাছনিৰ ক্ষেত্ৰত। সেয়ে, তেওঁ কলিকতাৰ মেজেষ্টিক হোটেলৰ ১০ নম্বৰ কোঠাত থকা হাজৰিকাদেৱক গীতৰ অনুবাদ কাৰ্যত সহায় কৰাৰ উদ্দেশ্যে লতা মঙ্গেশকাৰ, মহম্মদ ৰফী, উষা মঙ্গেশকাৰ আদিয়ে গোৱা মূল গীত কেইটা টেপ ৰেকৰ্ডাৰ এটাৰ পৰা বাৰে বাৰে শুনাই অনুবাদ কৰাত সহযোগিতা আগবঢ়ালে। এনেদৰেই হাজৰিকাদেৱে ১৯৬৭ চনৰ ২২ আগষ্টত মেজেষ্টিক হোটেলৰ বিচনাত এ সালম পৰিচালিত হিন্দী 'তকদীৰ' চিনেমাৰ গীত সমূহ অসমীয়া নাম 'ভাগ্য' চিনেমালৈ অনুবাদ কৰে।

গীতকেইটা হ'ল—

## কোনে জানে তোমাৰ সপোন

কোনে জানে তোমাৰ সপোন হ'বনে পূৰণ ?
আকাশতে থকা জনে লিখে কপালৰ লিখন
কি ৰঙেৰে ছবি আঁকে কোনে সজায় জীৱন
আকাশতে থকা জনে লিখে কপালৰ জীৱন।

জীৱন বীণা আনন্দেৰে যদি খোজা বজাব
হাঁহি হাঁহি বিধিৰ লিপি মানিলৈহে হ'ব
দুখতো যেন হাঁহি থাকা মচি তোমাৰ নয়ন
আকাশতে থকাজনে লিখে কপালৰ লিখন।

জীৱনৰে আন এটি নাম পদুম পাতৰ পানী
প্ৰভাতে যে নেজানে কাল সন্ধিয়াৰ আচনি
কোনে জানে কাহানি হয় উশাহৰ মৰণ
আকাশতে থকা জনে লিখে কপালৰ লিখন।

ছোলাছবি ঃ ভাগ্য, ১৯৬৭

# নৱ নৱ বহাগ আহে

(যৱ যৱ বাহাৰ আয়ে)

নৱ নৱ বহাগ আহে
সকু ফুলে মিচিকি হাঁহে
মনে তোমাক ধিয়ায়।
নৱ নৱ মিলন নিশাৰ
সকু তৰা জকেমকায়
মনে তোমাক ধিয়ায়।

স্বপ্ন হৈ ৰচনাত
মেদিনীৰ হাঁহি বঢ়ালা
তুমিয়েই মোৰ আপোন বৰ
সৰগৰ সুৰ সজালা
অ' অ' অ' অ'
নৱ নৱ মোৰ ৰচনাকে
শুনোতাই গুণ গুণায়
মনে তোমাক ধিয়ায়।

ইযে ভাগ্য সু-আৱাহনী
শতবাৰ মানি ললোঁ
অভিজ্ঞতা উপচি পৰে
জলধিত মানসৰো
অ' অ' অ' অ'
লেখি লহৰ যে ধুনীয়া
হিয়া যে ৰূপতে নাচে
মনে তেমাক ধিয়ায়।

মুমূর্ষু ৰিক্ত গানে
কত নীৰৱে ভবায়
সেইদিন যে পাৰ হৈ যায়
যি সময় নাহে দুনাই
অ' অ' অ' অ'
দেখে মিলন ৰাসনা
অপৰূপ ৰূপ পিয়াসে
মনে তোমাকে ধিয়ায়।

বোলছবি ঃ ভাগ্য, ১৯৬৭

# মোৰ বুকুৰ জ্বালাত

মোৰ বুকুৰ জ্বালাত নয়ন উতলে
নাবিক হিয়াত সনা লহৰ নগলে ।

মেলা পাল সুৰেৰে অবাক নিমাত
হয় হিয়াৰো ভূল হেৰালে যে বাট
আজি কোনে কাকনো পঢ়ালে ই পাঠ
হায় অশ্রু পেলালা অকণ অকলে ।

ফুৰে ভূৰা বলাকা মেঘে কব খবৰ
যদি লুকুৰা মন শোভে কোন ঘৰ
উম সেমেকে সাঁতুৰি লাগে ভাগৰ
কান্দা বুকুৰ আশা অকণ অকলে ।

বোলছবি ঃ ভাগ্য, ১৯৬৭

# সাত সমুদ্ৰৰ পাৰৰে

সাত সমুদ্ৰৰ পাৰৰে
ধুনায়াকৈ বজাৰৰে
হাতী কি ঘোঁৰা আনা ?
ঘোঁৰা আনা নে নানা ?
পাপ্পা লক্ষী আঁহানা ।

হেই হেইয়া হেই হেইয়া হেই হেইয়া
লাল্‌লা লাল্‌লা লাল্‌লা

তুমি পৰদেশলৈ যাবৰে পৰা
সেই গান ধোঁৱাই আবৰে ।
দিন দিবসো অন্ধকাৰ
সুৰ বিলোৱা কণ্ঠ নাই
জিলমিল চাৱনিৰে তৰাই
সপোনে বিচাৰে তোমাক
কঁপনি গুচোৱা দেৱ হে
কঁপনি গুচাই আহানা ।

তগৰ ফুল নহয়, ইযে দেখা
কাগজ নহয় ইযে ভাগ্য লেখা
মা ভীষণ গায়িকা সাজি
কমকৈ গীত নাগায় আজি !
খেল-খেলাও যে টুটি যায়
লগৰ লগৰীও গুচি যায়
জেপ আমাৰ খালী হয়
আৰু এনেয়ে দেৱালী যায়
ঘপ ঘপ ৰোহ ঠেহ নেপাতো
স্বপ্নত আহাঁ পথ চাওঁ
আৰু কঁপে মন গগণা ।

বোলছবি ঃ ভাগ্য, ১৯৬৭

# স্বাদী কৰোৱাই লওঁক

স্বাদী কৰোৱাই লওঁক
অ' দিলবালো মতবালো
সবেই স্বাদী কৰোৱাই লওঁক
ধুনীয়া নহ'লে ৱাপচ্ পইচা
গেৰাণ্টি লিখোৱাই লওঁক।

ময়ে বনোৱা তিলিকা দৰা
মৰে খাইয়ে ভিৰে যেন ন ঘোৰা
ময়ে মেনেজাৰ দিলটো খোলা
নাম বিয়াৰ বজাৰৰ মোল্লা
হুকুম কা এক্কা কাম হায় পাক্কা
টুকুৰা দিল জোৰোৱাই লওঁক।

জাগীৰোড, বোম্বাই, নাজিৰা, পুনা
কইনা বিনা জীৱন চুনা
'মওকা' সোণালী বৈ নাখাকে
চিত, খালী বুক হৈ যে থাকে
খৰখেদাকৈ হে নুলুকাই
এক পাৰ্মিট বনোৱাই লওঁক।

আধে শ্বৰাবী আধা স্বৰগে
আজি হ'ল লৰা লড়কে'
ঘৈণী দিছিলো নাচোন জনা
লিষ্ট ভেৰী ফিউ ভেণ্টি চেনা
ম্যায় ভি গুণোৱালা কৰক ইস্বাবা
ঘপকে ভাল পোৱাই লওঁক।

বোলছবি ঃ ভাগ্য, ১৯৬৭

# হাঁহিকে ভগাওঁ সম ভাগেৰে

হাঁহিকে ভগাও সম ভাগেৰে
তিল তিল বিষাদো ল'ম ভাগেৰে
মিলিজুলি মিলি মধুৰতা ল'ম
শুভ দিন আদৰি আদৰি ল'ম প্ৰাণেৰে ।

যিয়েই পায় সুখী অকণি সুখ দিয়াহে
সৌ ধূসৰ হৈ, বেচেৰা উভতি বিমুখী হৈছে
অকণি পোৱাহে অপবাদেৰে ।

পিয়াহত আতুৰ হৈ, ভোকত কাতৰ হৈ
সৌৱা কান্দে কোনে বহি, যাতনা সহি লৈ
অশ্ৰুৰ সেই ধাৰকো ল'ম প্ৰাণেৰে ।

বোলছবি : ভাগ্য, ১৯৬৭

অন্য অনুবাদ গীতঃ

# দিনবোৰ মোৰ সোণৰ সঁজাত

(মূল ঃ ৰবীন্দ্ৰ নাথ ঠাকুৰৰ 'দিনগুলি মোৰ')

দিনবোৰ মোৰ সোণৰ সঁজাত
          নৰ'লে নৰ'লে
নৰ'লে সেই তাহানিৰ
          নানা ৰঙৰ দিনবোৰ ।
মোৰ প্ৰাণৰ গানৰ ভাষা
শিকিব বুলি আছিল আশা
                    উৰি গ'লগৈ ।
সকলো কথা নক'লে
নৰ'লে সেই তাহানিৰ
          নানা ৰঙৰ দিনবোৰ
          সপোন দেখোঁ
          যেন সিঁহতে
          কাৰ আশাত – ঘূৰে
          মোৰ ভঙা সজাৰ চৌপাশে
          সেই তাহানিৰ নানা ৰঙৰ দিনবোৰ ।
বেথা জানো ইমান ফাঁকি
সিঁহত জানো ছায়াৰ সখী ।
আকাশ ঢালি একো দেখোন নথ'লে ।
নৰ'লে সেই তাহানিৰ নানা ৰঙৰ দিনবোৰ ।

১৯৬৯, মেই

# গঙ্গা মোৰ মা, পদ্মা মোৰ মা

মূল ৰচনা ঃ শিৱদাস বন্দোপধ্যায়

(গঙ্গা আমাৰ মা, পদ্মা আমাৰ মা )

গঙ্গা মোৰ মা
পদ্মা মোৰ মা
মোৰ চকুলোৰে দুটি ধাৰা
মেঘনা যমুনা

একেই আকাশ
একেই বতাহ
দুই কলিজাত একে উশাহ
দুটি চৰাইৰ দুটি মাতৰ
একেহে মুৰ্চ্ছনা
অ' মোৰ চকুলোৰে দুটি ধাৰা
মেঘনা যমুনা

ইপাৰ সিপাৰ
কোন পাৰ নেজানো
অ' মই চৌপাশতে আছোঁ
লুইততে নাও মেলিও পদ্মাৰ
ভাটিয়ালী ৰচোঁ
ৰাজহংস পাখি মেলি
দুই নদীতে নাচোঁ
একে প্ৰেম
একে আশা
কান্দোন হাঁহিৰ
একে ভাষা
সুখ দুখৰ বুকুৰ মাজত
একে যন্ত্ৰণা
অ' মোৰ চকুলোৰে দুটি ধাৰা
মেঘনা যমুনা ।

কলিকতা, ১৯৭১

# জয় বা পৰাজয় সময় অসময়

**জয় বা পৰাজয়**
সময় অসময়
কপালত জিলিকাই   প্ৰেম নাহে
প্ৰেমে সময় নুবুজে
(প্ৰেমে) বয়স যে আৰু নুবুজে ।

ৰিম্ ঝিম্ ঝিম্ বৰষাই
মোৰ দেহাটি যেতিয়া তিতায়
উদাস এটি আবেলি
সদ্যস্নাতা হৈ
হংসগামিনী হৈ
প্ৰেয়সী নাহে —
(প্ৰেমে) বয়স যে আৰু নুবুজে ।

এখোজ দুখোজকৈ
কেনিও নোচোৱাকৈ
যেনি তেনি কৰে আগমন
মনৰ দুৱাৰ খুলি
কৰে দেখোঁ বাহু মেলি
বুজাব নোৱাৰা আচৰণ

কুলিটিৰ মধুৰ মাতত
শিমলুৰ কমোৱা তুলাত
প্ৰেমৰ মন্ত্ৰ নেথাকে
ফাগুন দিনৰ বতাহতে
অকলশৰে মই কান্দোঁতে প্ৰেম নাহে
প্ৰেমে সময় যে নুবুজে
প্ৰেমে বয়স যে আৰু নুবুজে ।

অনুবাদ আৰু বাণীবদ্ধ : ১৯৯০

# আমি একেখন নাৱৰে যাত্ৰী

( We are in the same boat brother )

আমি একেখন নাৱৰে যাত্ৰী
সহযাত্ৰী একেখন নাৱৰে
যদি সংঘাত হয়, তেনে ধ্বংস হ'ব
গৰ্ব আমাৰ প্ৰগতিৰ ।

প্ৰভু চোঁৱা তললৈ
সৰগৰ পৰা
হে' মহাপ্ৰভু, ই শূন্য সাগৰ
এই নাও পৃথিৱীৰ
সৱ মানৱ জাতিৰ;

সেয়ে ঈশ্বৰে গঢ়ি দিলে
নাবিকৰ দল,
চকু কাৰো ক'লা কাৰো
নীলা কাৰো পিংগল
সেয়েহে আজি তোমাৰ আমাৰ
একে আকাশ একে ধৰণী ।

# অ' মোৰ প্ৰিয় জনগণ

মূল ৰচনা : অনিল দত্ত

( ও আমার প্রিয় জনগণ )

অ' মোৰ প্ৰিয় জনগণ
মই গাওঁ তোমাৰেই গান
কণ্ঠ মোৰ আছে যত দিন
কথা দিলো মই তত দিন
গাম তোমাৰেই গান ।

সুখ দুখৰ শান্ত্বনাত
বেথাত প্ৰলেপ কিছু দিযাত
যেন এই গান মোৰ হয সঞ্জীবনী
হতাশাৰ হওঁক অৱসান ।

মানৱতা
মানৱতা মোৰ প্ৰিয় বিষয়
ভাবিলেও সুখ আনন্দ হয
যেন ওৰেটি জীৱন
গাই মানুহৰ গান
মানুহক দিম সন্মান ।

অনুবাদ, বাণীবন্ধন : ১৯৯০

# অনামিকা বিদায়

মূল ৰচনা ঃ শিৱদাস বেনাৰ্জী

( ভালোবাসা বিদায় )

অনামিকা বিদায়
তোমাক জনাও বিদায়
মিঠা সপোনৰ বিলাস ঘৰ
তোমাকে লৈয়েই গঢ়াৰ
সময় যে নাই
আহত আকাল ক'তো নাই খুত
হতাশাত ভাগি পৰা মানুহৰ সুখ
মনৰ চেতাৰ কোনো
শুনোঁতা যে নাই ।
জোন ডুবি গ'ল
আজি আউসী ৰাতি
ধুমুহাত সৰি ৰ'ল ফুল
প্ৰেমৰ কবিতা বাৰু
কিদৰে লিখোঁ
সকলোতে হৈ যায় ভুল ।
শেৱালী সুবাস লৈ
নাহে যে বতাহ
আহিও উভতি যায়
কাল মধুমাহ
দুৰণিত ফেকুৰিছে নিঠুৰ চানাই
অনামিকা বিদায় ।

বাণী বন্ধন ১৯৯০

# মই আহিছোঁ মই আহিছোঁ

মূল ৰচনা ঃ শিৱদাস বেনাৰ্জী

( আমি আসছি, আমি আসছি )

মই আহিছোঁ
মই আহিছোঁ, মই আহিছোঁ
শত শ্বহীদৰ সপোনকে লৈ
বাট, ঘাট, নদ, পাহাৰ পাৰ হৈ
পৃথিৱীক আজি মুক্তিৰ গান
শুনামেই বুলি আহিছোঁ ।

সাগৰ তলাৰ শ্বহীদ ৰঙীন
মইতো জ্বলাৰ অধিকাৰী
মোৰ কণ্ঠেৰে গণ চেতনাৰ
গীত পৰে নিগৰি
চানদিয়াগোৰ যোহিন মই
এমেৰিকাৰ পৰা আহিছো ।

মই মাৰ্টিন লুথাৰ কিং
মই জুলিয়াচ অগ্ৰজিৎ
পৰিবৰ্তনৰ বাটে বাটে
লৈ যাও বুৰঞ্জীক ।

বাংলা দেশৰ জাহিৰ ৰাইহান
আৰু আনোৱাৰ পাছা
ৰক্ত নদীত তুমি সাঁতুৰি
মোৰেই কাষতে আছা ।
ভিক্তৰ দ্বাৰা যোচে মাটি
মই কিউবাৰ পৰা আহিছোঁ ।

বাণীবদ্ধ ঃ ১৯৯০

# কেঁচা ৰঙা ৰক্তৰ

মূল ৰচনা ঃ সমীৰণ দত্ত।

কেঁচা ৰঙা ৰক্তৰ দামেৰে গঢ়া
মধ্যবিত্তৰ এই সমাজ সোপান
কথাৰ মেৰপাক ফঁকিৰে ভৰা
মহা নগৰীত আজি মহাশ্মশান
মহাশ্মশান মহাশ্মশান মহাশ্মশান ।

ভিখাৰীৰ বুকু ভৰিৰে হেঁচি
চিঁৰিত উঠাৰ আহ্লাদ
ক'লা বাজাৰীৰ সুখত সুখী
মুখা পিন্ধা জল্লাদ ।
অ' নকল বাসনাৰ সেই চিৰি বগোৰা
বন্ধ কৰি গা গান
দেশখন মানুহৰ ঘামেৰে গঢ়া
শুন বজ্ৰৰ আহ্বান ।

পৃথিৱীখন মাথোঁ দূষণে ভৰা
অত্যাচাৰৰ বলি শত শত প্ৰাণ
আজি যি জীৱিত সিঁহতো মৃত
বিকৃত শিল্প এই অৱদান ।

অ' মুক্ত কৰ্ এই সসাগৰা
ধৰালৈ কৰ্ অভিযান
ৰাইজৰ কণ্ঠত কণ্ঠ মিলাই গা
চিৰ মুকুতিৰ গান ।

কলিকতা ২০ জুন, ১৯৯৪ চন

# মোক এজন বগা মানুহ দিয়া

মূল বচনা ঃ লোকমান ফকীৰ

( আমায় একজন সাদা মানুষ দাও )

মোক এজন বগা মানুহ দিয়া
যাৰ ৰক্ত বগা
মোক এজন ক'লা মানুহ দিয়া
যাৰ ৰক্ত ক'লা
যদি দিব পাৰা
প্ৰতিদান যি বিচৰা
হওঁক অমূল্য পাব পাৰা ।

উত্তৰৰ পৰা দক্ষিণ মেৰুত
যত মানুহ আছে
পূবৰ পৰা পশ্চিম প্ৰান্তত
যত মানুহ আছে
একে তেজ মঙহে গঢ়া
প্ৰেম প্ৰীতিতে হৃদয় ভৰা
সেই মানুহক কিয় তুমি ঘৃণা কৰা
ভেদাভেদ সৃষ্টি কৰা ।

জন্মৰ পৰা মৃত্যুলৈ
তুমি বিচাৰ কৰা
এই পৃথিবীৰ ধৰ্ম যত
তুমি বিচাৰ কৰা
দেখিবা তাত একেই কথা
উৰ্দ্ধত আছে মানৱতা
সেই কথাকেই ভাবি তুমি গৌৰৱ কৰা
তেনে কিয় যুদ্ধ কৰা ।

এই পৃথিবী হয় নিকৃষ্ট অ স্ৰষ্টা বিনে
একে সূৰ্যৰ জেউতিতে দৃষ্টি ভৰে
একে মেঘৰ বৃষ্টিতে
বিশ্ব কবিৰ সৃষ্টিতে
সকলোৱে জীযাই আছোঁ বুলি ভাবা
তেনে কিয় গৰ্ব কৰা ।

## ড° ভূপেন হাজৰিকাই গোৱা আনে ৰচা গীতবোৰ —

# পাৰে পৰি হৰি কৰোঁহো কাতৰি

( বৰগীত )

ৰাগ – কেদাৰ

মহাপুৰুষ শ্ৰী শ্ৰী শঙ্কৰদেৱ

ধ্ৰুং — পাৰে পৰি হৰি কৰোঁহো কাতৰি
প্ৰাণ ৰাখবি মোৰ ।
বিষয় বিষধৰ বিষে জড় জড়
জীৱন নৰহে থোৰ ।।

পদ — অথিৰ ধন জন জীৱন যৌৱন
অথিৰ এহু সংসাৰ ।
পুত্ৰ পৰিবাৰ সবহি অসাৰ
কৰবু কাহেৰি সাৰ ।।

কমল দল জল চিত্ত চঞ্চল
থিৰ নোহে তিল এক ।
নাহি ভয়ো ভব ভোগে হৰি হৰি
পৰম্পদ পৰতেক ।।

কহতু শঙ্কৰ এ দুখ সাগৰ
পাৰ কৰা হৃষীকেশ ।
তুহুঁ গতি মতি দেহ ছিৰিপতি
তত্ত্ব পন্থ উপদেশ ।।

# শুন শুন ৰে, সুৰ বৈৰী প্ৰমাণা

( বৰগীত )

( ৰাগ – আশোৱাৰী)

মহাপুৰুষ শ্ৰী শ্ৰী শঙ্কৰদেৱ

ধ্ৰুং — শুন শুন ৰে, সুৰ বৈৰী প্ৰমাণা
নিশাচৰ নাশ নিদানা ।।
ৰাম নাম যম সমৰক সাজিয়ে
সমদলে কয়লি পয়ানা ।

পদ — ঠাট প্ৰকট পটু কোটি কোটি কপি
গিৰি গড় গড় পদঘাৱে ।
বাৰিধি তীৰ তৰি কৰে গুৰুতৰ গিৰি
ধৰি ধৰি সমৰক ধাৱে ।।

হাট ঘাট বহু বাট বিয়পি
চৌগড় বেড়লি লঙ্কা ।
গুৰু ঘন ঘন ঘোৰ ঘৰিৰণ গৰ্জ্জন
শ্ৰবণে জনময় শঙ্কা ।।

ধীৰ বীৰ শূৰ শেখৰ ৰাঘৱ
ৰাৱণ তুৰা পৰি ঝাম্পে ।
সুৰ, নৰ, কিন্নৰ ফণধৰ তৰতৰ
মহীধৰ তৰসি প্ৰকাম্পে ।।

অন্ধ মুগুধ দশ কন্দ পাপ বুধ
জানকী শিৰত চৰাই ।
ৰঘুপতি পদবৰ ধৰ ৰজনীচৰ
শঙ্কৰ কহতু উপায়ী ।।

# উদ্ধৱ বন্ধু

ৰাগ – কল্যাণ

শ্ৰীশ্ৰী শঙ্কৰদেৱ

ধ্ৰুং— উদ্ধৱ বন্ধু; মধুপুৰী ৰহল মুৰাৰু।
কাহে নাহেৰি ৰহব অৱ জীৱন
বন ভয়ো ভৱন হামাৰু ।।

পদ – যাহে বিয়োগে আগি অঙ্গ তাৱয়
তিল একু ৰহয়ে নপাৰি ।
সোহি বজ্ৰ-সুৰ দূৰ গয়ো গোৱিন্দ
দিশ দশ দিৱসে আন্ধাৰি ।।
হয়ো মৰণ ওহি সোহি হৰি চৰণকু
বিছুৰিয়া ৰহয়ে নপায় ।
দেখত কালিন্দী গিৰি বিৰিন্দাবন
তনু মনু দহয়ে সদায় ।

# তেজৰে কমলাপতি

(বৰগীত)

(ৰাগ - শ্যাম )　　　　　　　　　মহাপুৰুষ শ্ৰীশ্ৰী মাধৱদেৱ

ধ্ৰুং — তেজৰে কমলাপতি পৰভাতে নিন্দ ।
তেৰি চান্দ মুখ পেখোঁ উঠৰে গোবিন্দ ।।

পদ — ৰযনী বিদুৰ দিশ ধৱলী বৰণ ।
তিমিৰ ফেৰিযা বাজ ৰবিৰ কিৰণ ।।

শতপত্ৰ বিকশিত ভ্ৰমৰ উৰায
ব্ৰজ বধূ দধি মথে তুৰা গান গাই ।

দাম সুদাম ডাকে তেৰি লৈয়া নাম ।
হেৰ দেখ উঠিযা আসিল বলৰাম ।।

নন্দ গেল বাথানে গোৱাল গেল পাল ।
সুৰভী চাবিতে লাগে উঠৰে গোপাল ।।

ক্ষীৰ লৱণু লৈযা শিঙা বেত বেণু ।
সকালে মেলিও বৎস হাম্বালাৱে ধেনু ।

কহয় মাধৱ মাই ' কিনু তপসাইলা ।
ত্ৰিজগত পতি হৰি ৰাখোৱাল পাইলা ।।

# এ জয় ৰঘুৰ নন্দন

( ভক্তি মূলক গীত )

এ জয় ৰঘুৰ নন্দন
হে ৰাঘৱ
ৰামে জয় ৰঘুৰ নন্দন ।

মোকে কিনা কিনা প্ৰভু
মোকে কিনা কিনা
আন ধন নালাগয়
ৰামধন বিনা ।

কিনো ভাগ্য কিনো ভাগ্য
মিলল হামাৰি
নিৰমল ৰাঙা পদ
পেখিলোঁ তুমহাৰী ।

# আমাৰ জনমভূমি

কথা : লক্ষ্মীনাথ বেজবৰুৱা

১৮৩১ শক, আঘোণ, ঝাৰসোগোড়া

হেৰা আমাৰ জনমভূমি ।
হেৰা আমাৰ ঝনমভূমি !
এনে দেশ ক'তো নোপোৱা হেৰা তুমি ।
হেৰা আমাৰ জনমভূমি ।

কত আছে এনে চাউল পানীত দিলে ভাত ?
কত এনে কুঁজীথেকেৰা টেঙায় যায় দাত ?
কত পাবা পকা-খৰিচা, কত ঢেকীয়া শাক ?
এঠা-দৈ কত এনে নেৰাই ধুলে যাক ।
হেৰা আমাৰ জনমভূমি !

কত এনে ধানৰ পথাৰ, তামোল পাণৰ বাৰী ?
ভলুকা মকাল আদি আছে বাঁহৰ ধাৰী ।
লুইতৰ দৰে বৰনৈ কত আছে কোৱা ।
ঘূৰি আহা বসুমতী, তথাপি নোপোৱা ।
হেৰা আমাৰ জনমভূমি !
ক'ত এনে মিৰি-নাচ কত এনে বিহু ?
ক'ত পাবা জগা গাইৰ এনেকুৱা ফেহু ?
হৃষ্ট পুষ্ট হাঁহি-মুখ মুকলিমুৰীয়া
লৰা-ছোৱালী ক'ত এনে দেখুৱাই দিয়া ?

এনেখনি দেশ কতো নোপোৱা বিচাৰি,
নিশ্চয় নিশ্চয় মই কওঁ আটাহ পাৰি ।
হেৰা আমাৰ জনমভূমি !

# আমি অসমীয়া

বাঁহী ঃ ৬ ষষ্ঠ বছৰ, ১২ শসংখ্যা (১৮৩৭ শক)
ৰচনা ঃ লক্ষ্মীনাথ বেজবৰুৱা

আমি অসমীয়া নহওঁ দুখীয়া
কিহৰ দুখীয়া হ'ম ?
সকলো আছিল সকলো আছে
নুবুজোঁ নলওঁ গম ।

শঙ্কৰে দিলে বিশুদ্ধ ধৰম
লাচিতে বাহুত বল
সতী জয়মতী সতীত্ব তেজেৰে
অসমী আই প্ৰবল ।

বাজক দবা বাজক শঙ্খ
বাজক মৃদং খোল
অসম আকৌ উন্নতি-পথত
'জয় আই অসম' বোল ।

# এহে বিৰিন্দাবনতে

ৰচনা . লক্ষ্মীনাথ বেজবৰুৱা
১৮৩৩ শক, বহাগ হাওড়া

কথা ঃ নেগেৰা নামৰ আহিঁত ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাদেউ
ৰচিত এটি সুন্দৰ গীত

এহে বিৰিন্দাবনতে কোনে বংশী বায
আমি শুনি গ'লো ধ্বনি হে
এহে নাকে বাঁহী বায, আঙুলি বুলায
ৰাধা ৰাধা বুলি ধ্বনি হে

এহে মযো শুনিছিলোঁ কোন নুবুজিলোঁ
লুকাই কোনে কৰে
ধৰিব পাৰিলে বান্ধিম এই বিহাৰে
দিম ৰাধিকাৰ কৰে হে ।

এহে শুনিছোঁ সখীহঁত । শুনিছোঁ বাইহঁত ।
নকবা নিদাৰুণ কথা হে
নেলাগে ধৰিব নেলাগে বান্ধিব
মোৰ জীবই পাব ব্যথা হে ।

এহে বিৰিন্দাবনতে কদমৰ তলতে
যিজনে বজাইছে বাঁহী হে
এহে দেহলাও তেওঁ মোৰ তেওঁ মোৰ মনচোৰ
কাৰোঁকৈ মাতি আনাহি হে ।

# প্ৰেম প্ৰেম বুলি জগৎ ঘূৰিলোঁ

ৰচনা ঃ লক্ষ্মী নাথ বেজবৰুৱা,
বাঁহী ঃ ৮ম বছৰ, ৪ৰ্থ বছৰ (ফাগুণ, ১৮৩১ শক)

প্ৰেম প্ৰেম বুলি জগৎ ঘূৰিলোঁ
ঘৰতে আছিল প্ৰেম
ধন ধন কৰি ঢাপলি মেলিলোঁ
হিয়াতেই পৰম ধন
—হে গুৰু শঙ্কৰ ।

গঙ্গা যমুনা স্নানিলো যতনে
গয়া কাশী তীৰ্থ গৈলোঁ
হিয়াৰ ঈশ্বৰ হিয়াতেই আছিল
কৰবাত বিচাৰি মৈলোঁ
—হে গুৰু শঙ্কৰ ।

প্ৰকৃত ধৰম বিচাৰি খোচাৰি
বিদেশ বগালোঁ দুখে
নিজৰ দেশৰ নিৰ্মল ধৰম
নাম ঘৰৰ দুৱাৰমুখে
—হে গুৰু শঙ্কৰ ।

মোক গুৰু লাগে মই শিক্ষিত শিষ্য
জগতত জাননী দিলোঁ
জগতৰ গুৰু শ্ৰী শঙ্কৰ ঘৰতেই
অন্ধলাই নেদেখিলোঁ
—হে গুৰু শঙ্কৰ ।

# মালতী এপাহি খোপাতে পিন্ধিলোঁ

কথা : লক্ষ্মীনাথ বেজবৰুৱা
সুৰ : জ্যোতি, বিষ্ণু

সখি হে কি কমে দুখৰে কথা
অমৃত মথোতে
বিষ উপজিলে
মিঠা মৌ হ'লে যে তিতা ।

মালতী এপাহি
খোপাতে পিন্ধিলোঁ
তাৰোঁ গ ল এপাহি সৰি
সোণৰে সঁজাতে
পখীটি ৰাখিলোঁ
সিও গুচি গ'লে উৰি ।

সাঁজতে ফুলিলে
তৰা ফুল এপাহি
সন্ধিয়াৰে বা পায়
কোনেও নেদেখোঁতে
কোনেও নুশুঙোতেই
সিও যে লেৰেলি যায় ।

মালতী এপাহি
খোপাতে পিন্ধিলোঁ
তাৰোঁ গ'ল এপাহি সৰি
সোণৰে সঁজাতে
পখীটি ৰাখিলোঁ
সিও গুচি গ'লে উৰি ।

# বাঁহী

কথা ঃ লক্ষ্মীনাথ বেজবৰুৱা
১৮৩৩ শক, হাওড়া

মোৰ একেটি সুৰত বাঁহীটি বন্ধা
একেটি মাথোন মাত
ৰাতিয়ে দিনে এটি হুমুনিয়াহ
একেটি আনন্দ তাত ।

সুখৰ হাঁহিটি খন্তেকতে সৰে
দুখৰ আন্ধাৰ ক্ষন্তেকৰে হৰে
শান্ত হৃদয় আবেগে আকুল
একেটি সুৰৰ আঘাট

শব্দ কপনি সপ্তম, পঞ্চম
উচ্চৰে একমেব অদ্বিতীয়ম
শোকৰ যাতনা সুখৰ বাসনা
মিহলি একেটি মাত ।

বৈচিত্ৰ বিলয় ভেদ সমন্বয়
খণ্ডত অখণ্ড বাঁহীটিয়ে কয়
হাঁহোন কান্দোন প্ৰখৰ মধুৰ
এটি ধ্বনি উঠে তাত ।

অন্ত অনন্তৰ মাজত আসন
বাঁহীটিত বাজে আত্ম বিলোপন
শুনা শুনা হে অমৃত সন্তান
আতমা পৰমাত্মাত ।

# মোৰ দেশ

কথা : লক্ষ্মীনাথ বেজবৰুৱা

১৮৭২ শক, জেঠ, হাওড়া

সুৰ : কমলা প্ৰসাদ আগৰৱালা

অ' মোৰ আপোনাৰ দেশ !
অ' মোৰ চিকুণী দেশ ।
এনেখন শুৱলা
এনেখন সুফলা
এনেখন মৰমৰ দেশ ।।

অ' মোৰ সুৰীয়া মাত ।
অসমৰ সুৱদী মাত !
পৃথিৱীৰ ক'তো
বিচাৰি জনমটো
নোপোৱা কৰিলেও পাত ।

অ' মোৰ ওপজা ঠাই !
অ' মোৰ অসমী আই !
চাই লওঁ তোমাৰ
মুখনি এবাৰ
হেঁপাহ মোৰ পলোৱা নাই ।
অ' মোৰ আপোনাৰ দেশ
অ' মোৰ সুকীয়া দেশ ।।

# হাতে ঢুকি পোৱা আছিল জোনাই

ঝিঝিট— কাৱালি
কথা : লক্ষ্মীনাথ বেজবৰুৱা
১৮৩১ শক, ঝাৰসোগোড়া

হাতে ঢুকি পোৱা আছিল জোনাই সমুদ্ৰ মথা কালতহে,
দেৱাসুৰে দন্দ্ব কৰি থাকোঁতেই উঠে ওখ আকাশতহে ।
ফটিকাৰ টেকেলি লৈ পলাই গ'ল
ভেবা লাগি দেৱ দৈত্যাই চাই ৰ'ল
তেতিয়াৰে পৰা বুঢ়া আঙুলি দেখাই জোনায়ে ফটিকা পিয়েহে
সোমৰস এক পথ পাণ কৰি
পূৰ্ণিমাত পকি জকি ঢলি পৰি
এক পখ শুকাই গা টঙাই লৈ আকৌ তাত লাগি দিয়ে হে ।

চকোৰ, বিৰহী, ভেট, কবি, খালি
পূৰ্ণচন্দ্ৰ চাই মাৰিছে টপালি
ফুটুকাৰ ফেন, কেঁচা-কলা মাথোঁ সিঁহতৰ ভাগ্যত আছে হে ।

সাতাম পুৰুষীয়া আজোককাতকৈ
বুঢ়া চন্দ্ৰমাৰ টোটোৱা মুখকেই
বলিয়াই ৰিজায় বুলি চন্দ্ৰাননী প্ৰিয়াৰ মুখৰে সৈতে হে ।

চন্দ্ৰকান্ত, চন্দ্ৰধৰ নাম থৈ
হোজা বাপে মোক মাতে আদৰকৈ,
নাজানে সি নাম কাঠ-ফুলা গজা, ভেকুৰা, মামৰে খোৱা হে ।

জ্যোতিৰ্ব্বিদে কয়,—চন্দ্ৰগ্ৰহ মৰা,
জনপ্ৰাণীহীণ গোটেই চন পৰা,
কৃপাবৰে কয়, অতি ফটিকাৰ কৰ্ম্মফল ধৰিলোৱা হে ।।

# তুমিয়ে গোৱালা প্ৰিয়া গান

কথা ঃ আনন্দি ৰাম দাস ।

তুমিয়ে গোৱালা প্ৰিয়া গান
তুমিয়ে শিকালা প্ৰিয়া
কৰি মোক মতলীয়া
ব্যথা ভৰা যত পৰাণৰ তান

তুমিয়েই দেখুৱাই মধুৰ সপোন
হৈ চিৰ- পৰিচিতা, চিৰ-আপোন
গ'লা কিয় পাহৰি
তুমি প্ৰেম লহৰি
হৃদয় যমুনা বোৱাই উজান ।

মোক তুমিয়ে বোৱালা যত
বেদনাৰ ভাৰ
যাচি শত বাসনাৰ
মধু উপহাৰ
আৰুতো নোৱাৰা মোক গোৱাব গান
হ'লে মোৰ জীৱনৰ চিৰ অৱসান ।

# মৰো যেনে লাগে ক'ত

কথা : আনন্দি ৰাম দাস

অ' বান্ধ, মৰোঁ যেনে লাগে ক'ত ?
লুইতৰ শুৱনি ৰূপহী মাজুলী
মৰোঁ যেনে লাগে তাত দুপৰীয়া
ৰই যা হেৰ ক'ৰে নাৱৰীয়া
খাই যা এমুঠি ভাত দুপৰীয়া
মৰোঁ যেনে লাগে তাত ।

বাঁহৰে শুৱনি আগে ঐ লেকেচি
পৰে কপৌ যুৰি তাত
পথাৰৰ শুৱনি সোণালী ধাননি
গছৰে এধানি ছাঁত দুপৰীয়া
মৰোঁ যেনে লাগে তাত ।

পৰ্বতৰ শুৱনি টিং ৰিণি ৰিণি
নিজানৰ নিৰলা ঘাট
দূৰৈৰ শুৱনি গাওঁ অচিনাকি
চেনেহৰ এষাৰি মাত দুপৰীয়া
মৰোঁ যেনে লাগে তাত ।

# মোৰ ওৰে জীৱন

কথা : আনন্দি ৰাম দাস

মোৰ ওৰে জীৱন কৰি জলাকলা
কিনো ভঙ্গিমাৰে ৰূপ গৰিমাৰে
মোৰ দুচকুতে এটি নাচোনেৰে
তুমি নাচি গ'লা ।

অ' মোৰ বুকুৰে জ্বলা পোৰণিৰে
(তুলি) বীণত কি বজ্র ৰাগিনীৰে
ৰিহাখনিৰ বিজুলীৰে —
পিন্ধি আহিছিলা —
কিনো ভঙ্গিমাৰে .... ।

কিনো চকুজুৰি সেই হৰিণীৰে
হিয়া শুবান সোণৰ কলচিৰে
অ' মোৰ মু'খনি কল্পনা -সুন্দৰীৰে
কোন দেৱবালা —
কিনো ভঙ্গিমাৰে ...

# স্মৃতিৰ বুকুত থৈ যাম

কথা : আনন্দি ৰাম দাস

স্মৃতিৰ বুকুত থৈ যাম মোৰ
প্ৰীতিৰ ৰঙা ৰক্তলেখা
গাব জনম জীৱনৰ ডালে ডালে
কণ্ঠ সুৰদি বিহগী উষা ।

দুখৰ এন্ধাৰ আহিব নিদিম
জোনৰ হিৰণ কিৰণ ঢালিম
মৰতত ইন্দ্ৰ সভা পাতিম
জ্বালি দীপাগ্নি মন্ত্ৰ -শিখা ।

সৰগৰ নন্দন শূন্য কৰিম
স্মৃতিৰ বুকুত গন্ধ আনিম
আপোন সুৰেৰে জগত জিনিম
সঞ্জীৱনী মোৰ মাতৃভাষা ।

# অ' মইনা কেতিয়া আহিলি তই

কথা ঃ নীলকান্ত হাজৰিকা

কথা ঃ ৰঙ্গঞ্জনত আমাৰ স্বৰ্গীয় দেউতা ৰচিত এটি গীত—
যিটি গীতত মই দিছিলোঁ মোৰ জীৱনৰ প্ৰথম সুৰ আৰু
কুইনৰ জীৱনত প্ৰথম বাণীবদ্ধ কৰা গীত ।
আজি সেই গীতটিকে আমি দুয়ো গাম ।

অ' মইনা কেতিয়া আহিলি তই
অহাৰে লগতে বননিৰ মাজতে
ফুলে বৰণীয়া ঝাঁই
মোৰ মইনা
অ' মইনা কেতিয়া আহিলি তই ।

মলয়া বতাহো লগতে আনিলি
গা শাঁতে পৰি যায়
বনৰ চৰায়ে মলয়া ধৰিছে
শুৱলা গীতকে গায় ।
অ' মইনা কেতিয়া আহিলি তই ।

আজলি হৰিণী অতিকৈ শুৱনি
নিজৰাৰে পানী পাই
এখুজি দুখুজি থমকি থমকি
ঘূৰি ঘূৰি চলি যায় । অ' মইনা... ...

# কথাৰে নহয় বন্ধু

কথা ঃ পুৰুষোত্তম দাস

কথাৰে নহয় বন্ধু কামত পৰিচয়
জীৱন যুঁজত আছে সদা জয় পৰাজয় ।

এই পৃথিৱীৰ ৰূপে ৰসে ৰিঙিয়াই মাতে
মানুহে মানুহে য'ত মনৰ কথা পাতে ।
সেই মানুহৰ ধূলি বাটৰ সমল হয়
কথাৰে নহয় বন্ধু কামত পৰিচয় ।

হিংসা দ্বেষৰ ৰঘুমলাই কি কৰিব পাৰে
জুইয়ে পোৰা সোণ হে বোলে উজ্বল ৰূপ ধৰে ।
ইঁহা কন্দাৰ মেলাতে যাৰ মুক্ত অবাধ গতি
সেই গতিৰে গতি পথত সুন্দৰৰে জ্যোতি ।
সেয়ে তাৰ জীৱন পথ চিৰ জ্যোতিময়
কথাৰে নহয় বন্ধু কামত পৰিচয় ।

# নিয়ৰৰে ফুল

কথা : নৱকান্ত বৰুৱা

নিয়ৰৰে ফুল
এপাহ ফুলিল
এপাহ সৰিল কেনি ?
যেনি যায় বলা কায়
মেঘ কাগজতে
নেদেখা ৰেখা টানি ।
নিয়ৰৰে ফুল এপাহ সৰিল কেনি ?

অ' আইনুজনীৰ চকুৰ মণিত
দিনৰ পাহাৰ নাচিছিল
সেই পাহাৰেই ৰাতিৰ মায়াত
আকাশ হৈ পৰিছিল
অন্ধকাৰৰ এটোপাল মম
গান হৈ সৰি পৰিছিল
শব্দময়ী পৰীৰ ৰাণী
উৰি আহিছিল ——
গণি গণি তৰাৰ মালাৰ মণি
সেই কণ্ঠ মণিৰ গুণ গুণনি
সৰি পৰি বনৰ নিয়ৰ হ'ল ।
এপাহ ফুলি এপাহ সৰিল কেনি ?

# মচগুল দুনিয়াত হায়ৰে

কথা : চৈয়দ আব্দুল মালিক
বোলছবি : চাকনৈয়া

মচগুল দুনিয়াত হায়ৰে হায়ৰে হায়ৰে
দিল আছে দিলদাৰ নাইৰে নাইৰে ।

দিল আছে মিল নাই
যাৰ নাই তাৰ নাই
যাৰ আছে সি সব পায়ৰে পায়ৰে ।

দিল নাই মিল নাই — বেৰহম দুনিয়াত
লোহা গলে দিল তেও নগলে ।

দিল ভাই গলি যায় — হায় দেখিলে হায় দেখিলে
চকু নিলে তেওঁ মন — হায় নিমিলে হায় নিমিলে ।
"হায় নচিবত আল্লাই কি লিখিলে"
ব্ৰেক কৰ তই চকা মাৰ
কেতিয়াবা মাৰ থেলা হেইয়ো হেইয়ো.......
অ' — বেৰহম দুনিয়াত গাড়ী চলে
দিল তেও নগলে ।

এই বাটে কিয় আহা অ' লাহৰী
চাবলৈ যে নাই মোৰ অ' আহৰি
দেখিলে যে যাও সব পাহৰি
— পাহৰি হায় পাহৰি
কলিজাত ব্ৰেক টানি মই ভাই ৰৈ যাও
অ' বেৰহম দুনিয়াত
তোমালৈও চাই চাই অকলে ।

আমি সব মেহনতি বান্দা
নাচো গাও নাই কোনো ধান্দা, ধান্দা
হাতে হাতে হেন্দেল দাণ্ডা
শেষ কৰি দিও যত ঠগ চোৰ গুণ্ডা
চকা বন্ধ আমি নহ'লে
তথাপিতো হায় ভাই দেহ মন গলি যায়
অ' — বেৰহম দুনিয়াত
লোহা গলে দিল তেও নগলে ।

# থুনুক থানাক মাতেৰে

কথা : কেশৱ মহন্ত, ১৯৫২

সুৰ : ৰুদ্ৰ বৰুৱা

থুনুক থানাক মাতেৰে
পোনাটি মোৰ কোলাৰে
মজিয়াৰে বুকুলৈ
নামিলে উলাহেৰে ।

এখুজি দুখুজিকৈ
ওলাল পোনা যাবলৈ
আলফুলিয়া ওঁঠতে
জিলিকনি সাঁনিলৈ
সেন্দুৰীয়া হাঁহিটি
পদুমৰে পাহিটি ।

ৰং বেচোঁতা কোনোবাই
ৰং দিবানে ওপচাই
পোনাৰে কুমলীয়া
আলফুলীয়া গালতে ।

অ' বেলি ৰঙা দেশলৈ
পোনা হেনো যাবগৈ
ৰঙৰে বেপাৰী হৈ
ৰং সিঁচিদিবলৈ
পোনাৰে সেউজীয়া
তিৰ বিৰ চকুতে ।

# মন ক্ষণে ক্ষণে বিনায়

বোলছবি : বন্দিৰেখা
কথা, সঙ্গীত : ডাঃ উপেন কাকতি

কথা : মন মোৰ ক্ষণে ক্ষণে বিনায় কিয় ?

মন ক্ষণে ক্ষণে বিনায়
মাতৃৰ ঘুমতি হেৰায়
হৃদয়ে শুনায়
আঁকি দিয়া ফোঁট
কপাল শুৱাই ।

আই তোৰ কপা লত আঁকি দিম
জেউতিৰ তিলক পিন্ধাই দিম
টিৰাপৰ শিখৰত
মণিকূট গঢ়ি দিম
হিয়াকে সজায় ।

আই মোৰ সহিছ ক্লেশ
কিদৰে বুজামে তোক
আই তোৰ মলিন বেশ
মনতে লাগিছে শোক
পুত্ৰ হৈ মই
নীৰৱে থাকিলোঁ
অভিশাপ নিদিবি মোক
আই অ'
অভিশাপ নিদিবি মোক.

আই তোৰ থাপনাত শুৱাই দিম
আই তোৰ চৰণ ধুৱাই দিম
অৰুণাচলতে বৰঘৰ সাজি দিম
কৃষ্টি জীয়াই ।

# ৰাত য়ে পীনে কো জী ভৰকে

বোলছবি : মণিৰেখা

ৰাত য়ে পীনে কো জী ভৰকে
কব হ্যায় জাগে হুৱে ঘৰকে
চলো নাচো হম গাৱে হম মিলকে ।

উত্তৰি হ্যায় চান্দনি অঙ্গন মে ৰাতকে
জীৱনকে চান্দ হ্যায় ৰৌশন কী ৰাগসে
পীনা হ্যায় তিলে যাম হাথো হাথ সে
ক্যেইসে সুহানী য়ে ৰাত হ্যায় ।

য়ে হ্যায় হমাৰী ধৰতী
জীৱন মে য়ে ৰস ভৰতী
জীনকো সবক ৰাণী হ্যায় চান্দনী
মানোনা মানোকী ৰাণী হ্যায়
দেখোগে দেখলো নাচোগে নাচলো
ৰাতো কী ৰাণী য়ে ৰাত হ্যায় ।

# অথায় জলধিতে যশোৱা মাই

বোলছবি : প্ৰাণগঙ্গা
কথা : ডাঃ উপেন কাকতি

অথায় জলধিতে যশোৱা মাই
জীৱন হেৰায়
প্ৰলয় সাগৰতে যাদব ৰাই
সপোন লুকায়;
মনিষৰ আতমাই বিননি জুৰিছে
গোসাই মোৰ ক'তে পলায় ।

হে প্ৰাণ কানাই, হে মোৰ গোসাই
ধৰমৰ কৰমৰ নামঘৰ থাপনাত
ৰখিয়া কৃষ্ণ গোসাই হে
জীৱনো কিনো বিলাই ।

হে প্ৰাণ কৃপাল
হে মোৰ দয়াল
জীৱনৰ পৰাণৰ সোণ মোৰ পথাৰৰ
বলীয়া বানে উটায় হে
কান্দিছে লখিমী আই ।

ত্ৰাহি ত্ৰাহি যাদব ৰাই
প্ৰাণগঙ্গাৰ জলতে তৰিত হেৰায়
মাটিৰ মানুহ মাটিতে হায়
মাটিতে শৰীৰটো মিলিব পায়
পিছে, ব্ৰহ্মাণ্ডৰ মাটিয়ে নুজুৰে কলীয়া
নসয় মোৰ দেহাৰে ভাৰে হে কলীয়া
লগালোঁ কিনো যে দায় ।

# দেহাই আমনি কৰিছে

বোলছবি : বিশেষ এৰাতি
কথা : ডাঃ উপেন কাকতি

দেহাই আমনি কৰিছে কৰিছে
মনত অগনি জ্বলিছে জ্বলিছে
পপীয়া তৰা খহিছে।

সংস্কৃতিৰ হ'ল যত অপচয়
দুস্কৃতিৰ হ'ল জয় জয়
হেৰ অবুজ নদী
তোক ভূবাৰে ভেটি
সোণালী পথাৰ নাশিছে।

নিজৰ পলসেৰে গঢ়া দুটি পাৰ
তই নিজেই সংহাৰ কৰিছ
বালিৰ বান্ধত শত স্বৰ্ণ জিলিকিছে
ব্যভিচাৰ সৃষ্টি কৰিছ।

তোক বান্ধোতা হেজাৰ জনে
প্লাৱনত কাঞ্চন বুটলিছে
তোৰ পাৰৰ জনতাই বেজাৰ মনে
দুখত চকুলো টুকিছে।

তই উন্মাদ ৰূপেৰে নবব কিয় ?
তই অসুৰ দানৱক নবধ কিয় ?
মানুহৰ হাঁহাকাৰ নুবুজ কিয় ?
হেৰ অবুজ নদী
সেয়া চকুৰ পানী
যুগমীয়া কৃষ্টি নাশিছে।

# আই তোক কিহেৰে পূজিমে

ৰচনা ঃ মুকুল বৰুৱা
চেপ্তেম্বৰ, ১৯৭৫

আই তোক কিহেৰে পূজিমে
আই তোৰ চৰণে দুখানি
আই অ' কিহেৰে পূজিমে তোক
আই অ' জীৱন দি পূজিমে তোক ।

আই তোৰ মৰমী কোলাতে
আই মই জনমে লভিলোঁ
আই তোৰ কিহেৰে শুজিমে ধাৰ
আই অ' জীৱন দি শুজিমে ধাৰ ।

আই অ' আই, শ্যামলী কোলাতে
পাহাৰে ভৈয়ামে
খেলিলোঁ কতনা খেলা
আই তোৰ মৰমবোৰ নিগৰি
আই অ' লুইত হৈ বাগৰে
আই অ' শান্তি সাগৰলে' বুলি
আই অ' মহা মিলনলে' বুলি ।
আই তোক কিহেৰে পূজিমে...

# বহাগী অ' অ' শাঁওনী

কথা ঃ হেমেন হাজৰিকা

ৰেকৰ্ডিং ঃ ১৯৬৯

বহাগী অ'
অ' অ' শাঁওনী
অ' ভাদৈ পাটমাদৈ
কি জগৰ লগালোঁ মই
জান ঐ কি জগৰ লগালি তই ।

ৰগৰ উঠা গগণাটিৰ
সুৰটি কঢ়ি লৈ যাব
কোন দেশলৈ
অ' মোক নিঠকৰা কৈ এৰি থৈ ।

নেমাতিবি কেটেৰাই
নেগাবি গীত জেঙেৰাই
শৰীৰ নো ক'লা পৰিল
দহি দহি হ'লোঁ ছাই
কিয় হ'ল এনুৰা বিলাই
কিয় হ'ল এনুৰা বিলাই ।

আহিনীৰে পিৰালীত কাতিৰ চেঙা ৰ'দালী
কাতিৰ চেঙা ৰ'দালি, কাতিৰ চেঙা ৰ'দালি অ'
আঘোণীৰে চোতালত পুহি পেহী ৰূপালী
পুহি পেহি ৰূপালী
পুহি পেহি ৰূপালী অ'
মাঘী মাহিৰ মুখত হাঁহি নাই
ক'লৈ যাব ফাগুনী তোৰ
লগত সখী চ'তালি
কেলেই বাৰু সুৰৰ খাৰু
পিন্ধিও নিপিন্ধিলি
ৰুণুক জুনুক জুনুকা বজায়
হে জুনুক জুনুক জুনুকা বজায়
নেযাবি মোক এৰি থৈ
নেৰিবি মোক অকলৈ
মিঠা মিঠা মনটি মোৰ
তিতা-কেঁহা কৰি থৈ
নিজান জাবণিত বন্দী হৈ

# অ' কাজল বৰণ কন্যা

কথা ঃ শৈল দাস,
ৰেকৰ্ডিং ঃ ১৯৭৮

অ' কাজল বৰণ কন্যা
তোমাৰ নাই তুলনা
সেই ৰূপৰ বন্যা দেখি
হ'লোঁ মই উন্মনা ।

মেঘ বৰণ তোমাৰ চুলিত
লহৰ খেলি যায়
মোৰ হে হিয়াত সেই লহৰে
পুলক জগায়
তোমাৰ ৰূপৰ নাই তুলনা
অ' কাজল বৰণ কন্যা ।

কাজল ক'লা তোমাৰ চকুত
বিজুলীয়ে খেলে
তাকে দেখি মন ময়ূৰী
মোৰ যে পেখম মেলে
কিয় কন্যা গুচি যোৱা
অ' কাজল বৰণ কন্যা ।

# কুলি কেতেকীয়ে ইনালে বিনালে

কথা ঃ প্ৰণৱী ৰাম বৰুৱা
সুৰ ঃ প্ৰণৱী ৰাম বৰুৱা
আৰু গিয়াচুদ্দিন আহমেদ

কুলি কেতেকীয়ে
ইনালে বিনালে
মৰমী বিহুটিৰ কথাকে ক'লে
মোৰ মন আকৌ
হ'ল থৌকি বাথৌ বিহু মাৰিবলৈ।

ফাগুনৰ পছোৱাই
মন উতলায়
পলাশৰ ৰঙা ৰঙে মনটি ৰঙায়
ঢোলৰ মাতে শুনি
কোনোবা চেনাই
কেঁচা টোপনি সঘনে ভাগি যায়
হে হেৰা ককাই
অ' ৰাংঢালী বাই
হাতত হাতে মিলাই বিহু মাৰোঁ গৈ।

নানা জাতি আৰু উপজাতি
এইখন মৰমী আই অসমী
মনৰ যত ভেদাভেদ পাহৰি
সোণৰ অসমখনি গঢ়িম আমি
অ' বিহুৱা ৰাইজ, —অ' দেশৰে ৰাইজ
বিহুৰ তলিত আজি শপতে লৈ
কুলি কেতেকীয়ে ইনালে বিনালে
মৰমী বিহুটিৰ কথাকে ক'লে।

# আৰু নবজাবি বীণ বাটৰুৱা

কথা, সুৰ ঃ শিৱপ্ৰসাদ ভট্টাচাৰ্য
বোলছবি ঃ চিৰাজ

আৰু নবজাবি বীণ বাটৰুৱা
নবজাবি তোৰ বীণ
নাই তোৰ এতিয়া সপোন সুৰীয়া
তাহানিৰ সোণালী দিন ।

জীৱনৰ হাটতে কৰিলি বেহানী
বেৰুৱালি তোৰ মূল
বীণখনি বাই কি হব বিনালে
ই যে তোৰ জীৱনৰ ভুল
বকুল তলৰ সমাধি চাই
নবজাবি বাটৰুৱা বীণ ।

# কোমল কোমল কোমল দুটি

কথা ঃ লক্ষ্যহীৰা দাস
সুৰ ঃ ড০ বীৰেণ দত্ত

কোমল কোমল কোমল দুটি
জ্বলে নয়ন তৰা
হেজাৰ হিয়াৰ অলেখ আশাৰ
দীপশিখা ভৰা ।

মধুৰ মধুৰ মধুৰ গীতি
বাজে দুৰণিত
শিল্পী তোমাৰ সুৰৰ লহৰ
ৰঙে ধৰণীত
কাণ পাতি শুনো গীতি
জীৱন মধুৰ কৰা ।

ডাৱৰ ডাৱৰ ডাৱৰ কেশত
ইমান সপোন আছে
চমক লগাই দুটি চকুত

# লৈ যোৱা মোৰ বুকু ভৰা যত

কথা ঃ লক্ষ্যহীৰা দাস
সুৰ ঃ মুকুল বৰুৱা

লৈ যোৱা মোৰ বুকু ভৰা যত
মৰমৰ উপহাৰ
শেষ হওক আজি তোমাৰ বুকুতে
জীৱনৰ হাহাকাৰ।

তোমাৰ চকুৰ নীলিম সাগৰে
মাতে মোক ৰিঙিয়াই
শিলৰ বাধাকো নেওচি হিয়াই
কৰে নিতে অভিসাৰ।

মিলি যাওক মোৰ প্ৰাণৰ পৃথিৱী
তোমাৰ প্ৰেম সাগৰতে
সেয়ে অভিলাস জীৱনৰ মোৰ
হৃদয়ৰ উপহাৰ।

# আকৌ প্ৰমাণ কৰ

কথা আৰু সুৰ ঃ হীৰেণ গোহাঞি

আকৌ প্ৰমাণ কৰ
হেৰ' অসমৰ অসমীয়া
তোৰ তেজৰ সোঁতত বীৰ বীৰাঙ্গনাৰ লহৰ তুলি
অগ্ৰগামী যুঁজাৰু জাতিয়ে কেৱল জানে
কেনেকৈ বীৰত্ব প্ৰকাশ কৰে
আৰু বিজয় প্ৰতিজ্ঞা হুঙ্কাৰে
ৰণাঙ্গনত উৰুৱাই ধূলি ।

এক মোমাই তামুলিৰ পুত্ৰই দেখুৱাই গ'ল
শিৰচেহ্দৰ নমুনা
চমকি উঠিল শৰাইঘাট
দেশ বুলিলে আদেশ কিয় ?
শুই নেথাকে সিঁহতনো কিয় ?
সময়ে সময়ে মাতচোন মাত
দেখিবি জাতিৰ তেজ
কেনেকৈ উঠিছে উজলি ।
অগ্ৰগামী যুঁজাৰু জাতিয়ে কেৱল জানে
কেনেকৈ বীৰত্ব প্ৰকাশ কৰে
আৰু বীজয় প্ৰতিজ্ঞা হুঙ্কাৰে
ৰণাঙ্গত উৰুৱাই ধূলি

পাহৰিলে নহ'ব
কিমান গভীৰ সেই নিৰ্যাতিতা
জয়াৰে মনৰ বেথা
আৰু ফাঁচী কাঠৰ পৰা
কুশল পিয়লীয়ে চিঞঁৰি কৈছিল যি কথা
সময়ে যদি বিচাৰে ধৰিবি ৰণমালা ।

বোলো, সোণৰ আখৰেৰে জকেমকাই আছে
অ' মূলা গাভৰুৰ নাম
আজিৰ গাভৰু তোৰ কামে কাজে
ইংগিত পাম নে নেপাম ?
মনত নাই নে এক কনকলতাই
কাললৈ কিৰীটি ৰাখিলে কিয়
বুকু পাতি গুলি ।

# অ’ মোৰ অসমী আই

কথা ঃ চক্ৰধৰ দাস

অ’ মোৰ অসমী আই
অ’ মোৰ চেনেহী আই
তোমাৰ ভাষাৰেই জনম দায়িনী
প্ৰথমে বুলিলো আই
তুমি মোৰ সাদৰী আই
আইৰ কোলাতে
তোমাকে দেখিলোঁ
তুমি চিৰ সেউজীয়া আই
আইৰ মৰমতে
তোমাৰো মৰম পালোঁ
তুমি মোৰ সুৰগা আই
তুমি মোৰ চেনেহী আই
তুমি মোৰ সাদৰী আই
তুমি সাদৰী আই
তোমাৰ বতাহ পানীৰেই মই
আছোঁ যে জীয়াই
সুদূৰত থাকোঁ যদিও মই
সপোন দেখোঁ মই ।

# বিশ্ববাসী শান্তিকামী জনগণ

কথা ঃ চন্দ্ৰধৰ দাস

বিশ্ববাসী শান্তিকামী জনগণ
আজি শঙ্কিত আজি চিন্তিত
দেখি আনবিক যুদ্ধৰ আগমণ
ওলাই আহা সৃষ্টিৰ সন্তান ।
ধ্বংসৰ বিজ্ঞানী তুমি
কিয় যোৱা পাহৰি
তুমিতো নোহোৱা নিজৰেই সৃষ্টি
বিজ্ঞানে যদি কৰে সঙ্কটৰ অৱসান
আনবিক অস্ত্ৰই কিয় কৰে আজি
পৃথিৱী কম্পমান
পৃথিৱী আমাৰ অতীত
পৃথিৱী আমাৰ ভৱিষ্যত
পৃথিৱী আমাৰ বৰ্ত্তমান
দুবাহু মেলি জীৱন ধন্য কৰি
ওলাই আহা সৃষ্টিৰ সন্তান ।

# মুকলি আকাশ মোৰ

কথা : চক্ৰধৰ দাস

মুকলি আকাশ মোৰ আপোন
সেউজী বননি মনৰ দাপোন
অনাগত দিনবোৰ মধুৰ সপোন ।

শুনো থমকি বৈ মুক্ত পখীৰ
গীতৰ ভাষা বহুত আশা
বুজো উচুপনি পাহাৰী জুৰিৰ
নিৰলে নীৰৱে বৈ থকা ।

পুৰণি পৃথিৱী নতুন হয়
প্ৰভাতক সাবটি আদৰি লয়
দিনবোৰ আমাৰ ইতিহাস হয়
নতুনক আকোৱালি আদৰি লয় ।

# পোহৰ বিলাসী পাহৰি নেযাবা

কথা ঃ নুৰুল হক,
সুৰ ঃ মহম্মদ হুছেইন

পোহৰ বিলাসী পাহৰি নেযাবা
এন্ধাৰতো আছে বহুজন
মহল নিবাসী কেতিয়া শুনিবা
ভগা জুপুৰিৰ ক্ৰন্দন ।

সহস্ৰ পঁজাৰ চাকি নুমুৱাই
সুখৰ দিপালী পাতিছা
সৰ্বহাৰাৰ চকুৰ ঘুমতি কাঢ়ি
সপোন তুমি ৰচিছা ।
তোমাৰ ঘুমতিয়ে কাল ঘুমতি হ'ব
বিচাৰৰো আহিলে ক্ষণ ।
মহল নিবাসী কেতিয়া শুনিবা ভগা জুপুৰিৰ ক্ৰন্দন ।

প্ৰতি হুমুনিয়াহ ধুমহা হব
চৌপাশে জ্বলিব জুই
দুখিতৰ চকুলো প্ৰলয়ৰ বান হৈ
নিব যত অন্যায় ধুই
মানুহৰ দুখ লৈ হেতালি নেখেলিবা
সপোনত হৈ মগন ।
মহল নিবাসী কেতিয়া শুনিবা ভগা জুপুৰিৰ ক্ৰন্দন ।

# আমাৰ সমাজৰ নতুন পুৰুষৰ

কথা ঃ নগেন বৰা
সুৰ ঃ জয়ন্ত নাথ

ককাই ঃ আমাৰ সমাজৰ নতুন পুৰুষৰ
জাননে কি হ'ল ভাই ?
ভাই ঃ প্ৰগতিৰ জখলা বগাইছে হ'বলা
এনেহেন লাগিছে ককাই ।

ককাই ঃ নহয় নহয়, উহু নহয়
ঘনে প্ৰতি খোজে প্ৰতি উজুতিহে খায় ।
এজাক উতনুৱা হ'ল
এজাক ফুতনুৱা হ'ল
মলখুৱৈ এটি দুটি ৰ'ল
ভাই ঃ কোনটো সোণালী পথ
কেনি চলে জীৱন ৰথ
উৱাদিহ নোপোৱা হ'ল ।

ককাই ঃ (কথা) কথাৰে জগৎ জিনা কামে কাজে অনমনা
শুনা নাই যুগৰ আহ্বান
নিজক নিচিনিলে নিজক পাহৰিলে
হতাশাই কৰে ম্ৰিয়মান ।

জীয়াই থকাই জীৱন নহয়
সোঁত বিপৰীতে কদাপি নবয়
সেই কথা দিলো সোঁৱৰাই ।
আমাৰ সমাজৰ নতুন পুৰুষৰ
জাননে কি হ'ল ভাই ?

# আকৌ শৰাইঘাট হ'ব পাৰে

কথা : নগেন বৰা

সুৰ : জয়ন্ত নাথ

আকৌ শৰাইঘাট হ'ব পাৰে কাহানিবা
দা-ডাঙৰীয়াসবে জানি থোৱা ভাল
দেশৰ মানুহে নিজে
গঢ়ি পিতি ল'ব জানে
বৰতোপ, হেংদান, ঢাল-তৰোৱাল ।

বদন, লালুকসোলা, মোমাই তামুলীবোৰ
সময় থাকোঁতে ধুই নিকা কৰা মন
স্বদেশ প্ৰেমিক হৈ
মুখা পিন্ধি ভাও দিয়া
আৰু যত সমাজৰ কংস, ৰাৱণ ।
চান কাঢ়ি খাই থকা স্বাৰ্থান্বেষীলৈ
সময় হ'লৈই আহে ঘোৰ মহাকাল
আকৌ শৰাইঘাট
হ'ব পাৰে কাহানিবা
দা-ডাঙৰীয়াসবে জানি থোৱা ভাল ।

লাচিতৰ সমাধিত শব্দ শুনিছো আজি
বহু বহু লাচিতৰ গুণ গুণনিৰ
বিচাৰি আহিব পাৰে আজিৰ বংশধৰ
শতৰুৰ সতে যুঁজা বীৰ সেনানীৰ
হালোৱা হজুৱা কোনো
বহি নেথাকিব পাৰে
সোঁত বিপৰীতে বোৱা
আহে যদি কাল
আকৌ শৰাইঘাত
হ'ব পাৰে কাহানিবা
দা-ডাঙৰীয়াসবে জানি থোৱা ভাল ।

# কংস বধৰ ভাওনা পাতি

কথা : নগেন বৰা

সুৰ : ভূপেন উজিৰ

কংস বধৰ ভাওনা পাতি
নাট ঘৰলৈ মাতিবা
নে সমাজৰে কংসবোৰৰ
ধ্বংশলীলা পাতিবা।

সীতা হৰণ ভাওনা পাতি
সীতাক বনত ৰাখিবা
নে সমাজৰে ৰাৱণবোৰৰ
মনৰ মুখা ভাঙিবা।

কংস আৰু ৰাৱণ সাজি
ঘৰে ঘৰে থাকিবা
সীতা আৰু দৈৱকীৰে
দুখৰ চকুপানী মচিবা
আদৰ্শহীন নায়ককো
বৰ ঘৰলৈ নানিবা
তেনে নায়িকাকো
নাট ঘৰতেই ৰাখিবা।
কংস বধৰ ভাওনা পাতি
নাট ঘৰলৈ মাতিবা
নে সমাজৰে কংসবোৰৰ ধ্বংশলীলা পাতিবা।

# তোৰ পৰা মই কিয়

কথা ঃ নগেন বৰা

সুৰ ঃ জয়ন্ত নাথ

তোৰ পৰা মই কিয়
যুগে যুগে পাই আছো
মাহী আইৰ লেৰেলা সাদৰ
আকৌ শৰাইঘাত সৃষ্টি নকেৰো মই
বিচাৰি মৰম সনা বুকুৰ আদৰ ।
তোৰ পৰা মই কিয
যুগে যুগে পাই আছো
মাহী আইৰ লেৰেলা সাদৰ ।

বিড়াল তপস্বীযে শুনায মন্ত্ৰ যদি
গণতন্ত্ৰ আৰু সমাজবাদৰ
সেই মন্ত্ৰৰ ধ্বনিয়ে অন্ত পেলাব জানো
শোষণ তোষণ আৰু আৰ্তনাদৰ
চৌদিশে দেখা পাওঁ ক্ষুধাৰ্ত জনতাৰ
স্তব্ধ কণ্ঠ দেখোঁ প্ৰতিবাদৰ ।
তোৰ পৰা মই কিয়
যুগে যুগে পাই আছো
মাহী আইৰ লেৰেলা সাদৰ ।

জাৰজ, অনাথ আৰু মাউৰা সজাই মোক
আভুৱা ভাৰিবি তই আৰু কতকাল
নিযাৰ বেলা তোৰ দেখা পাওঁ হাঁহিমুখ
দিযাৰ বেলা হয় সদায আকাল
আকৌ শৰাইঘাট সৃষ্টি নকৰো মই
ক্ৰন্দন নুশুনাও জন মানসত ।
তোৰ পৰা মই ক্সিয়
যুগে যুগে পাই আছো
মাহী আইৰ লেৰেলা সাদৰ ।

# পিন্ধিলো কতনা ফুলৰ মালা

কথা : নগেন বৰা

সুৰ : ভূপেন উজিৰ

পিন্ধিলো কতনা ফুলৰ মালা
পালোঁ আদৰণি হিয়া ভৰা
ওৰেটো জীৱন বুটলি ফুৰিলোঁ
মৰম শৰাই সঁফুৰা ।

স্ৰোতা জনতাৰ মন পথাৰত
কণ্ঠ বৃষ্টি সিঁচি দিলোঁ জীৱন জুৰি
সাঁতুৰি নাদুৰি সুৰ সাগৰত
বিশ্বখনকে ঘৰ কৰি
ফুৰিলোঁ ঘুৰি
মনত নপৰে চিন্তা পিশাচে
ভাগৰে ক্লান্ত কৰা ।

যাযাবৰী মোৰ জীৱনে সদায়
লভিলে জোনাকী বাট
বাটৰ লগৰী বাটতেই হেৰালে
কোনা খেদ নাই তাত ।
আজি নিৰিবিলি আবেলি পৰতো
জীৱন হাঁহিৰে ভৰা ।
পিন্ধিলোঁ কতনা ফুলৰ মালা

# মই লাচিতে কৈছোঁ

কথা : নগেন বৰা

সুৰ : জয়ন্ত নাথ

মই লাচিতে কৈছোঁ—
মোৰ সঘনাই নাম লোৱা
লুইতপৰীয়া ডেকা দল
কোনে কাঢ়ি নিলে বাৰু
স্বদেশ প্ৰেমৰ বীজ
ধৈৰ্য সাহস আৰু দুবাহুৰ বল ।

শত শত শ্বহীদৰ আত্মাই আহি মোৰ
মৈদাম আগুৰিছে বিননি তুলি
সকলোৱে কৈছেহি দেশ জাতি সমাজত
ঠগ প্ৰতাৰকবোৰ চিনাকী বুলি
বুকুৰে বান্ধে মোৰ দিওঁ কিনো সমিধান
কৰা নাই আজি মোৰ তেজে তলমল ।
মই লাচিতে কৈছোঁ

স্বদেশৰ কাৰণেই নৰিয়া দেহাৰে মই
কৰিছিলোঁ মোগলৰ সতে মহাৰণ
বঙহৰ শোণিতেৰে লুইত ৰাঙলি কৰি
ৰাখিছিলোঁ জননীক মই দিয়া পণ
সেই জাতি সেই দেশ হইছে সমুলে শেষ
চুকে কোণে আজি দেখোঁ বদনৰ দল !
মই লাচিতে কৈছো....

# এইখন কলিয়াবৰ

কথা ঃ কুসুম বৰা
সুৰ ঃ যোগেন বৰদলৈ

এইখন কলিয়াবৰ
মোমাই তামুলীয়ে সপোন ৰূপ দিয়া
আত্মাৰামৰ ঘৰ ।

উত্তৰ দিশতে বাবা ব্ৰহ্মপুত্ৰই মৰমত
মৰমত সাৰটি ধৰে
আই মা কামাখ্যাই, মা হাতীমুৰাই
কত যে মঙ্গল আচৰে ।
এইখন কলিয়াবৰ

পূৱৰে দিশতে বুঢ়া গিৰিবৰে
শিতানতে কাজিৰঙা
বিশ্ববাসীকে হাত বাউল দি
আছে গড় এশিঙিয়া ।
এইখন কলিযাবৰ

হেলনা কন্দলী দক্ষিণৰ প্ৰহৰী
সাৰে আছে গিৰিবৰ
কাল শতৰুৰ সাহে নুকুলাব
পাৰহে সোমাব ।
এইখন কলিয়াবৰ

পশ্চিমত বহিছে বুঢ়া-বুঢ়ী বৰে
দুৱাৰ ৰখিয়া হৈ
মানুহৰ শকতি জিলিকাই তুলিছে
যুগ যুগান্তৰলৈ ।
এইখন কলিয়াবৰ

সত্ৰ নামঘৰ দেউল দেৱালয়
গীৰ্জা মছজিদ মাজে
একেজন ঈশ্বৰক স্তুতি নতি কৰে
ভকতিৰ ভাবে ভাবে ।
এইখন কলিয়াবৰ
ঐতিহ্য মণ্ডিত এইখন কলিয়াবৰ ।

# আই অ' আই

কথা ঃ ৰমানন্দ গগৈ

আই অ' আই, আমি সাতজনী জী
লুইতৰ বালিতে উমলি আছিলোঁ
ৰ'দ কাচলিত বহি ।
আই অ' আই
মেঘে মেঘে সাৱটিলে আছিল সপোন বোৰ
শ্বৰাটিতে ভঁহি উঠে ঐক্যবদ্ধতাৰ সুৰ ।
যিদিনা হলোঁ নিজে থিয় দিব পৰা
মেঘালয় নাম মোৰ সিদিনাৰ পৰা । আই অ' আই

পুঁৱতি অৰুণে ভুমুকি মাৰিলে
অৰুণাই পাতিলে আঁচল আই
অৰুণাচল বুলি নিজক চিনাকি দি
তায়ো বেলেগ হৈ গ'ল । আই অ' আই

মিজোৰ আখলত ৰান্ধনি বিচাৰি
কন্যাক বিচাৰিলে দান
ঢোলে ডগৰে অসমীৰ পদূলিত
জোৰাই দেখো মিজোৰাম । আই অ' আই

বহু যুগতে আহোম স্বৰ্গদেউই
খুটিপুতি বান্ধিছিল জেং
হঠাৎ সভ্যতাৰ জাগৰণ উঠি
জন্ম হ'ল নাগাল্যাণ্ড আই
চিত্ৰাঙ্গদাই বোলে কুৰি শতিকাত বয়
ৰাজকীয় সমতাৰ সোঁত
কৃষ্টি ৰক্ষাৰ চেলু বিচাৰি সৃষ্টি হ'ল মণিপুৰ । আই
আই মই বঙ্গৰ সীমাত ঘৰ সাজিছো
শতৰুৰ চাম বেহৰূপ
ত্ৰিপুৰা নামেৰে ৰাইজে জানিব
পাহৰি নেযাবি মোক আই
কাৰ্বি আংলং মোটিং মুলীয়া
চিফুঙৰ সুৰ দি বৈষ্ণৱ যুগীয়া
প্ৰীতিৰ এনাজৰী মিচিং ভাই ভনী
আমাৰ বুকুৰে তেজ
বিভেদ আনিব খোজা শতৰুক কৰিমেই
চিৰদিনলৈ নিঃশেষ

অসমী আইৰ সাতোজনী ভনী
— মেঘালয়, অৰুণাচল
মিজোৰাম, নাগাল্যাণ্ড, মণিপুৰ, অসম
আজি আনুভূতিক সম্বন্ধৰে সংযুক্ত পুনৰ ।

কাৰ্বি আংলং বড়ো ৰাভা মিচিং মিলিলৈ
অসমক জিনোতা নাই ।
এই মহামিলনৰ প্ৰতিজ্ঞা ভঙাৰ
শতৰুৰ কলিজা নাই ।
মিলনৰ গীত গাই গাই ....

# তুমি অসমীয়া তুমি নুবুজিলা

কথা আৰু সুৰ : ৰমানন্দ গগৈ

তুমি অসমীয়া তুমি নুবুজিলা
তোমাৰে অতীতৰ অমিয়া
কমলা কান্তই লিখিছে কবিতা
তুমি অসমীয়া তুমি নুবুজিলা
তোমাৰে অতীতৰ অমিয়া ।

শঙ্কৰে সিঁচে নামৰ কঠিয়া
অসমীয়া হ'বা বুলি ৰখীয়া
পিছে দেখোঁ শঙ্কৰৰ মহিমা
আজিৰ অসমীয়াই একো নুবুজা
কিহৰে ৰাগিনী পালা অসমীয়া
কিহৰে ৰাগিনী পালা ।

অতীতৰ ৰস গুণ কিযনো পাহৰা
মিছা আৱৰণে নিজক কিয় সজোৱা
লক্ষ্মীনাথৰ ভাষা তুমি নিশিকা
হেমকোষৰ শবদ কো নুবুজা
চেকচ্‌পীয়েৰ শ্যেলী বুলি চিঞৰা
সত্ৰীয়া নাট গীতক নুবুজা
কিহৰে ৰাগিনী পালা অসমীয়া, কিহৰে

অসমীয়া বুলি গৰবী ন'হবা
আছে আছে বুলি ভাবি নাথাকিবা
আজি যদি তুমি নিজকে নিচিনা
পুৰণি পুৰুষৰ গৰিমা পাহৰা
অহা কালি নিজকে হেৰুৱাবা
অসমীয়া হ'বা তুমি নিচলা
পুৰণিক সুঁৱৰি চোঁৱা অসমীয়া ।

# বন্ধু দেখিছানে তুমি সেই

ৰচনা ঃ ৰমানন্দ গগৈ

বন্ধু, বন্ধু দেখিছানে তুমি সেই
সোণালী পুৱা
য'ত বেলিৰ বৰণ হয় ৰঙা
সেই সোণালী পুৱা ।

পোহৰৰ যুঁজ ৰাতিৰ সতে
ই যে নিয়ম অতিকে প্ৰাচীন
সংঘাত ফাকে থাকে আশাৰ আভা
বেলিটি সেয়ে ৰক্তিম
বন্ধু, নেযায় জানো মন
সেই বেলিটি হোৱাৰ ।
সেই সোণালী পুৱা
বন্ধু, বন্ধু দেখিছানে...

শুনিছোঁ বহু জনে নতুন শপত লৈ
ফুৰে দিশে দিশে তাৰ বাতৰি বিলায়
মনৰ দৃঢ়তাৰে নতুন সূৰ্য্যটিক
আনিব খুজিছে মাটিলে' নমায়
নেজায় জানো মন তেনে এক
সামূহিক শক্তিক আদৰিবলৈ ।
সেই সোণালী পুৱা ।

# যাওঁ দেই মৰমী ঐ

ৰচনা ঃ কমলানন্দ গগৈ

যাওঁ দেই মৰমী ঐ
কাণেৰে নুশুনা চকুৰে নেদেখা
বহু দূৰ দূৰণিলৈ ।
ৰাইফল ষ্টেনগান চিৰ লগৰী
প্ৰাণ ভৰি ভাল পাওঁ জন্মভূমিক
অৰণ্য শিখৰৰ শয্যাত বহিলৈ
দেশৰ স্বপ্ন দেখোঁ দহৰ কাৰণে থাকোঁ
চিৰ জাগ্ৰত প্ৰহৰী হৈ ।
মৃত্যুৰ বিভিষিকা ভয় নকৰোঁ
চক্ৰান্ত কাৰীৰ পথ বন্ধ কৰোঁ
দেশৰ মাটিয়ে মোক চিনি পায়
শোষকৰ সমাজে উন্নতি নেচায়
হেজাৰ শোষিতৰ বাবে আনো আনন্দ বৈ ।
ঘূৰি ব'হাগত মই আকৌ আহিম
এবুকু মৰম সোণ তোমালৈ আনিম
সবল সুঠাম কৰি বান্ধি লোৱা মন
হাঁহি কান্দোনেৰে ভৰা এয়েতো জীৱন
সাজু হোৱাঁ অনাগত দিনবোৰলৈ ।

# সেৱিলোঁ চৰণে অসমী আই

ৰচনা ঃ ৰসানন্দ গগৈ

সেৱিলোঁ চৰণে অসমী আই
সাজিছো কাচিছো ৰণলৈ আই
লুইত প্ৰণামিলোঁ কামাখ্যাক পূজিলোঁ
ৰণলৈ ওলালোঁ আশীষে লৈ
হে ৰণলৈ ওলালো শপতে লৈ ।

সময নাই এতিয়া বুৰঞ্জী শিকোৱা
ৰিক্ত মনৰ নহয় ক্ষণ
নঙলা মুখতে শতৰুৰ কিৰিলি
বান্ধি ল টঙালি এৰি তোৰ বন ।
জীৱনটো কৰিলৈ পণ ।
বোলো, জীৱনটো কৰিলৈ পণ ।

সময় নাই এতিয়া ভাবি গুণি চোৱাঁ
ওলা অ' ৰণুৱা দল
কপালৰ ফোঁটটি উজলাম গুৰুত্বি
আই তোৰ চৰণত বান্ধিলো মন
হে জীৱনটো কৰিলৈ পণ
বোলো জীৱনটো কৰিলৈ পণ ।

# অসম আমাৰ জননী

কথা : বসানন্দ গগৈ

(স্বদেশ)

অসম আমাৰ জননী
আমি তৰুণ সেনানী
নতুন দিনৰ প্ৰতিশ্ৰুতিৰে
আমি গণমুক্তি বাহিনী ।

মুক্তি আমাৰ কাম্য
মুক্তি আমাৰ ধৰ্ম
দুৰ্নীতি, শোষণৰ প্ৰতিবাদ
আমাৰ মুখ্য কৰ্ম ।

গঢ়িবই লাগিব নিকা সমাজ
আমাৰ প্ৰতিজ্ঞাৰ শুনানী
শুনানী
শুনানী
নতুন দিনৰ প্ৰতিশ্ৰুতিৰে
আমি গণ মুক্তি বাহিনী ।

বাজক বাজিলে ৰণশিঙা
উঠক উঠিলে হুংকাৰ
মৰণে নাচিলেও নাচক
সমুখত মুক্তিৰ দুৱাৰ
নৱ উদিত সূৰ্যৰ ৰঙ
আমাৰ আশাৰ ৰেঙনি
নতুন দিনৰ প্ৰতিশ্ৰুতিৰে
আমি গণমুক্তি বাহিনী

# কথা কোৱাহে উৰ্বশী

কথা : পূৰ্ণমল ভূঞা

সুৰ : কমল কটকী

কথা কোৱাহে উৰ্বশী ৰূপৰ শিখা
মনে বনে প্ৰান্তৰে কত ফুল ফুলি উঠে
উদাত্ত যৌৱন হৈ যায় ম্লান
মৰ্মৰিত গুঞ্জন ধ্বনি
কান্দিছে আত্মা কিয় সিহঁৰাই ।
কথা কোৱাহে উৰ্বশী ৰূপৰ শিখা

সৌৰভে ৰূপ পায় তাৰেই গান গায়
কত শৃঙ্খল ভাঙি পৰে
আকৌ কত ট্ৰয় ধ্বংস হয়
জ্বলি উঠে লঙ্কা, কুৰুক্ষেত্ৰ
আঁচলৰ ভাজে ভাজে কত কথা ৰূপ লয়
এয়ে হেনো সৃষ্টি, তাৰেই জাল গুঠি
অমলিন হৈ ৰয় কত যে সভ্যতা ।
কথা কোৱাহে উৰ্বশী ৰূপৰ শিখা

কথা কোৱা হে উৰ্বশী
ভাগৰি পৰা কত মানুহৰ
এটি ঘৰৰ কোন বিচাৰি অধীৰ হয়
বাৰবণ্ডা ইলোৰা অজন্তা তাৰেই চানেকী
মন্দিৰত কান্দে কত বিভৎস ৰূপ
নতুন ৰূপত নতুন লাচত
কত সৃষ্টি কত সমাধি ।
কথা কোৱাহে উৰ্বশী ৰূপৰ শিখা

# এইখন মানুহৰ দেশ

কথা আৰু সু. ০ দ.

সময়ৰ গাত আজি গণতান্ত্রিক তেজৰ কলঙ্ক
উদাৰ আকাশো আজি হিংসাৰ ধোৱাৰে পৰিপূৰ্ণ
শুনো এইখন মানুহৰ দেশ
মানবী বেশেৰে দানবী মনেৰে
মৃত মানৱতাৰ দেশ ।
মোৰ আই অ', মৃত মানৱতাৰ দেশ ।

শুকুলা সাজেৰে নেতা বহু ওলালে
ৰাইজৰ সেৱা চুৰ কৰি
স্বাধীনতাৰ স্বাদ লভিলোঁ কতনা
আৰুনো কিমান বাট চাবি ।
মোৰ আই অ', আৰুনো কিমান বাট চাবি
এইখন মানুহৰ দেশ ।

ফুলুং চাপৰিতে সহোদৰ জনকে
সহোদৰে নিচিনিলে হায়
বেলশৰতো ভাই সুভাষৰ শোণিতে
মানৱতা ধুই নিলে
দেৱ মন্দিৰতো মানুহৰ তেজেই
শতিকাৰ ইতিহাস লিখে ।
এইখন মানুহৰ দেশ

অ' মোৰ দেশৰ মানুহ
মানুহৰ কাৰণেই মানুহৰ প্ৰয়োজন
কিয় তাকো পাহৰিব খোজা
গীতৰ ভাষাৰে মই বহু সকিয়ালো তাক
গীত বুলিয়েই মাথোঁ ল'লা
আৰু এতিয়াই জানো স্বজনৰ তেজৰেই
স্বদেশ সেমেকাই তুলিবা ?
বিভেদৰ ৰাজনীতি চকুৰ আগতলৈ
জানো দৰ্শক হৈয়ে ৰ'বা ?
বৰ্ণৰ সীমা ভাঙি মানবী মৰম ঢালি
নিজৰেই দেশ নগঢ়িবা ?
অ' মোৰ দেশৰ মানুহ
মানুহৰ কাৰণেই মানুহৰ প্ৰয়োজন
কিয় তাকো পাহৰিব খোজা

# ষড়যন্ত্ৰ কৰি দেশ পণ্য কৰি

কথা : বীণা চৌধুৰী

সুৰ : জয়ন্ত নাথ

ষড়যন্ত্ৰ কৰি দেশ পণ্য কৰি
বিলাসী জীৱন যি গঢ়িব খোজে
তাৰ ক্ষমা নাই ।

ওলালোঁ আজি তৰুণ সেনানী
মুক্ত কৰিমেই দেশ ।
যায় যদি যাওক সহস্ৰ প্ৰাণ
গঢ়োঁতে ধুনীয়া স্বদেশ
দুষ্কৃতিকাৰীৰ কোনো ক্ষমা নাই ।

মোৰ দেশ মোৰ মাটি মোৰেই অধিকাৰ
আপোচ বিহীন মই মৃত্যু বিজয়ী
সৈনিক অঙ্গীকাৰ
লুণ্ঠনকাৰীৰ কোনো ক্ষমা নাই ।

কোনে গঢ়িবা দেশ
কাক লাগে স্বাধীনতা
যুঁজো আহা একেলগে
শক্তি আমাৰ একতা ।

# জীৱন সুন্দৰ মৰম সুন্দৰ

কথা : নিৰোদ চৌধুৰী
সুৰ : ড° ভূপেন হাজৰিকা

জীৱন সুন্দৰ মৰম সুন্দৰ
দেখোঁ কিয় এই বিভিষিকা
অবুজ মৰম চঞ্চল মৰম
খেদোঁ কিয় এই মৰিচীকা ।

মৰম বিচাৰি হ'লো বলিয়া
জীৱন যেন সেউজ বুলীয়া
জীৱন এন্ধাৰ জগত এন্ধাৰ
কোন বাসনাৰ প্ৰহেলিকা ।

মই কৱিতা মই কৱিতা
নাম বিহীনা এক অনামিকা
মই কামনা মই বাসনা
জীৱন নাটৰ যৱনিকা ।

আমাৰ মৰম সঁচা মৰম
চঞ্চল নহয় অবুজ নহয়
জীৱন সুন্দৰ মৰম সুন্দৰ
আঁতৰে য'ত বিভিষিকা
জীৱন সুন্দৰ মৰম সুন্দৰ

# তেজৰে চাকি জ্বলাই

কথা, সুৰ : বলেন হাজৰিকা

তেজৰে চাকি জ্বলাই
সাৰে আছো
সাৰে আছোঁ মোৰ আই
মোৰ আই
কাল এন্ধাৰ নাশিবলে
পণ ললোঁ পণ ললোঁ
মোৰ আই মোৰ আই
মোৰ আই মোৰ আই ।

মোৰ আইৰ চাদৰ খন শুলা মেঘৰ
বুটা বচা ফুলবোৰ সোণ বৰণৰ
মেখেলাৰ ৰঙ আইৰ সেউজ ৰঙৰ
বুকুৰ উম খিনিও ন-সুৰুষৰ ।
কাল এন্ধাৰ নাশিবলৈ
পণ ললোঁ, পণ ললোঁ
মোৰ আই, মোৰ আই ।

মোৰ আইৰ কপালতে জোনৰ পোহৰ
দুচকুত ভাঁহে যেন নীলা সাগৰ
মই দেখোঁ মোৰ আইক সাগৰ ৰূপে
মনৰ উদাৰতাও আকাশৰ দৰে ।
তোৰেই প্ৰেৰণাৰে জীয়াই থাকি
তোকেই সজাম মোৰ আই
কপৌ ফুলৰ চাকি সাজি
তোকে পিন্ধাম মোৰ আই ।
কাল এন্ধাৰ নাশিবলে
পণ ললোঁ, পণ ললোঁ মোৰ আই
— মোৰ আই

# নিজৰা পাৰত বহি

কথা ঃ ভূপেন হাজৰিকা

কেছেটঃ নিজৰা পাৰৰ সুৰ, ১৯৯৫

নিজৰা পাৰত বহি সকলোৱে মিলিজুলি
আঁহ আজি পুৰণি ঘৰখন সজাওঁ
ককাইঁতে কৈ যোৱা দুটি এটি সজ কথা
পাৰোঁ যদি সমাজৰ কামত লগাওঁ ।

ৰসাতলে যায় ভাষা
আছে আমাৰ বহু আশা
এই কথা কওঁনো কাক ?
পুৰণি চামে কৰা ভুলৰ শুধৰণি
উপদেশ দিবলৈ কোনো নাই আমাৰ ।

পুৰণি চামে বাৰু নতুন চামৰ বাবে
ভাবিবৰনো কি প্ৰয়োজন ?
যেনিয়ে ঘূৰি চাওঁ তেনিয়ে দেখা পাওঁ
খঙাল যুৱকৰ অস্থিৰ জীৱন ।

সৎ আৰু অসতৰ ন্যায় আৰু অন্যায়ৰ
অৰ্থবোৰ ওলোটাহে হ'ল ?
হে সচাঁ কথা ক'লে দেখোন
ওলোটাহে কপ দিয়ে
তথাপিও সজ পথে আগবাঢ়ি গৈ
জন্ম সূত্ৰে পোৱা, পোৱাৰ স্বাৰ্থখিনি
নাই জানো নতুন চামৰ
মুক্ত জীৱনৰ উচ্ছাকাঙক্ষা
জ্ঞানৰ অকণি পোহৰ
নৈতিকতাৰ বল হতাশাত হেৰুৱাই
নকৰিবি নতশিৰ জীৱন যুঁজৰ ।
কুমলীয়া বয়সত গঢ দিব পাৰিলেহে
জীৱন মহৎ হয় বিশ্বৰ আগত ।

# অ' সপোন তুমি কিয়

কথা ঃ সূৰ্য্য হাজৰিকা

অ' সপোন তুমি কিয়
নিশা কৰা আমনি
কিয় বাৰু ৰহণ সানি
দিয়া আশাৰ ৰেঙনি ।

ক্ষণিক পৰৰ ছবিৰে
নয়ন দুটিৰ মণিৰে
কিয় বাৰু নিৰাশ কৰা
মিছা বৰণনিৰে ।

সদায় দেখা দিবানে
পৰাণ জুৰাবানে ?
মনৰ কত বেদনা
তুমি আঁতৰাবানে ?

তুমি মোৰ জীৱন দাপোন
কৰিবা কাহানি আপোন
কিয় বাৰু শান্তি নিদিয়া
সঁচা সহানুভূতিৰে ।

# কিয় কৰ তই অহংকাৰ

কথা ঃ সূৰ্য্য হাজৰিকা

কিয় কৰ তই অহংকাৰ
দেখিছনে অশান্তি যাতনাৰ
কাকনো সপিলি তোৰ অলংকাৰ
গম পায়ো তই আজি নিৰ্বিকাৰ

মিচিকিয়া হাঁহিটিত সপি দিয়া প্ৰাণ
আওভাও নুবুজাটো হব
চকুৰ আগতে তোৰ শতৰুৱে হাঁহে
নেদেখাৰ ভাও ধৰ কিয় ।

দেহা গ'ল, ধন গ'ল, মন ভাগি গ'ল
জাতিটোৰ ঐক্যও থানবান হ'ল ।
শ্ৰীমন্ত শঙ্কৰে গঢ়িলে জাতি
লক্ষ্মীনাথে দিলে জীৱন সূঁতি
পদ্মনাথে প্ৰাণ দিলে
বিষ্ণু ৰাভাই সাহস দিলে
জ্যোতি, অম্বিকাই চিএৰিলেঁ
অসমীক বচা যত ভাতৃ জাতি ।

দেশৰ দুখ অন্যায় লেখি লেখি
যদি নিদিয় তই হুঙ্কাৰ
জাতিৰ কলঙ্ক ববি সদায়
স্বাধীনতা তোৰ অধিকাৰ ।

# তুমি হ'বা মোৰ ঘৰৰ

কথা : সূৰ্য্য হাজৰিকা

তুমি হ'বা মোৰ ঘৰৰ
লখিমী বোৱাৰী
সকলোকে ল'বা তুমি
আপোন আপোন কৰি ।

হাঁহি মুখে, মিঠা মাতে
নয়ন নিবা হৰি
শিপিনী হৈ কাপোৰ ব'বা
অসমী জীয়ৰী ।

তোমাৰ কোমল খোজৰ ভৰত
নমৰে দুবৰি
মৰম চেনেহ আদৰেৰে
ল'বা আপোন কৰি ।

কামে কাজে ভক্তি দিবা
অন্তৰ শুদ্ধ কৰি
নিমাত নিতাল ঘৰৰ হ'বা
লখিমী দুৱৰী
তুমি হ'বা মোৰ ঘৰৰ
লখিমী বোৱাৰী
সকলোকে ল'বা তুমি
আপোন আপোন কৰি ।

# ধাননি পথাৰত লখিমী নামিছে

কথা : সূৰ্য্য হাজৰিকা

ধাননি পথাৰত লখিমী নামিছে
নিয়ৰ টোপাটোপে সৰে
শৰতৰ সন্ধিয়া পশ্চিমৰ আকাশত
সূৰুযে ধেমালি কৰে ।

পাহোৱাল ডেকাটিৰ বুকুখন ভৰে
চেনেহীৰ কথা মনত পৰে
নিজান জোনাকৰ পৰত এনিশা
বৰনৈৰ কাষৰে পঁজাত
যাচিলে তাই চেনেহৰ চুমা
সংসাৰ পাতিব তাত ।

এনেতে হঠাতে মনবোৰ ভাঙে
জাতি- কুল দানৱে মূৰটো দাঙে
সমাজে নিদিলেও চেনেহীৰ পণ
এৰিব পিতাকৰ ঘৰ ।
সন্ধ্যা নামিছে বন্তি জ্বলিছে
আৰতিৰ সময়ে হ'ল
সমাজৰ নিয়মে সমাজখন ভাঙিছে
চেনেহী নোহোৱা হ'ল ।

# বহাগীৰ পুৱাতেই কথা এটি

কথা ঃ সূৰ্য্য হাজৰিকা

বহাগীৰ পুৱাতেই কথা এটি কওঁ
কথা এটি কওঁ শুন
কওঁ বুলি ভাবিছোঁ
কবকে নোৱাৰোঁ
ভয়ত বুকু কঁপেচোন ।

বোলো কব যদি ক   বেগতে ক
নিব পাৰ যদি মোক  কথাটো ক
ৰঙালীৰ ৰঙতেই
ৰঙা ফোঁট আঁকি লওঁ
কপালখন ঢকাকৈ
ওৰণি টানি লওঁ কি কব ক ।

কব পৰা হ'লেনো
কওঁ বুলি নকওঁ নে
সোণজনী মইনাজান
মন মোৰ থান বান
কলিজা কঁপিছে শুন
শুন যদি শুন ঐ
শুন যদি শুন ঐ
তযে মোৰ বুকুৰে জোন ।

কথা ঃ অ' হযনে ?

নিব যদি খুজিছই পিতাইক গৈ নকবনো কিয ?
নে বিহুতে পলুৱাই নিয় — বুকুত সাহ বান্ধি লচোন

কথা ঃ তাকেইতো ।

পিতাৰে খেদিব, পঘাৰে বান্ধিব
ভুকু কিল মাৰিব
কথাটো বুজা নাই কিয় ?

কথা ঃ তেনে কি কৰোঁনো বুলি ভাবিছ ?

হেৰ ঐ আঁকৰী কানে কানে শুন
এহি মানৰ কথাখিনি এহিমানে থওঁ
বিহুতলীৰ এন্ধাৰৰ বাটটিকে লওঁ ।

# মই এটি শিক্ষিত ডেকা নিবনুৱা

কথা ঃ সূৰ্য্য হাজৰিকা

মই এটি শিক্ষিত ডেকা নিবনুৱা
চাকৰি বিচাৰি মোৰ দেহা ভাগৰুৱা ।

একো নাই চাকৰি, চাকৰি ক'তো নাই
কত যে ভাঙিলোঁ মই গাৰ্থিৰে ধন
চাকৰি চাকৰি বুলি কটালোঁ যে ক্ষণ ।

যদিহে কৰিব খোজা ব্যৱসায়ী মন
চৰকাৰে দিয়ে হেনো লাগে যত ধন ।
উন্নত আঁচনিৰ মাথোঁ প্ৰয়োজন
লাগে এটি সাহসী আগ্ৰহী মন ।

নিৰাশাৰ ভাৱ এৰি এখোজ আগুৱালোঁ
সাহসৰ বাট লৈ মন দৃঢ় কৰিলোঁ
চাকৰি নকৰি ব্যৱসায়হে কৰোঁ
মই চাকৰি নকৰি ব্যৱসায়হে কৰোঁ ।
উদ্যোগী মন লৈ দেশ সেৱা কৰোঁ
দিনে নিশাই বেহা কৰি হ'লোঁ ভাগৰুৱা ।

কথা ঃ পিছে, ব্যৱসায় কৰা মনেৰে ভবাৰ দৰে সহজ নহয় ।

বাধা আৰু বাধা মাথোঁ বিঘিনি হে পাওঁ
চিন্তিলোঁ কেনেকৈনো আগবাঢ়ি যাওঁ ।
নিষ্ঠা আস্থাৰে কৰি শ্ৰম দান
দিনে দিনে হ'লোঁ মই ক্ৰমে আগুৱান ।
চাকৰিৰ আজি মোৰ প্ৰয়োজন নাই
লাগে যদি ময়েহে দিব পাৰোঁ ঠাই ।
উদ্যোগী ডেকা ৰূপে যশ মান পাই
ব্যৱসায়ৰ দৰে দেখোঁ আন একো নাই ।

মই এটি শিক্ষিত ডেকা নিবনুৱা
আছিলোঁ এদিন মই ডেকা নিবনুৱা
খাইছিলোঁ হাবাথুৰি হৈ ভাগৰুৱা ।

# শোণিতপুৰৰ উষাই সদায়

কথা ঃ সূৰ্য্য হাজৰিকা

কেছেট ঃ অষ্ট মুকুতা, ১৯৯০

শোণিতপুৰৰ উষাই সদায়
মনৰ কথা কয়
চিত্ৰলেখাই তাকে শুনি
চিত্ৰ আঁকি লয়।

জয়মতী সতীৰ তেজ
নাৰীৰ শিৰত বয়
মূলাৰ মহান ত্যাগৰ কথা
ইতিহাসে কয়
কনকলতাৰ অমৰ
বাণী নকৰিবা ভয়
সাহসেৰে আনি দিয়া
শত্ৰু পৰাজয়।
শোণিতপুৰৰ উষাই সদায়
মনৰ কথা কয়
চিত্ৰলেখাই তাকে শুনি
চিত্ৰ আঁকি লয়।

শঙ্কৰৰ আশীষ ল'লে
ৰাধিকা শান্তি
বৰদোৱাত উঠি গ'ল
জাতিৰে ধামটি
শোণিত পুৰৰ উষাই সদায়
মনৰ কথা কয়
তাকে শুনি চিত্ৰলেখী
চিত্ৰ আঁকি লয়।

# হালিছে জালিছে বাহৰে পাত

কথা ঃ সূৰ্য হাজৰিকা

হালিছে জালিছে বাহৰে পাত
এজাকমান বগলী বহিছে তাত
শুকুলা পাখিতে বৰষুণ পৰিছে
চোঁৰাচোন কাৰো নাই এবাৰো মাত।

শুনা নাই বহুদিন চেনাইৰে মাত
ৰাইজাই কৰিছে সেউতীৰ গাত
ৰঙালী বিহুৰন পাতিছে তাত
কুলিয়েও শুনাইছে বিহুৰে মাত।

গাঁৱৰ নামঘৰতে বৰ নাম পাতিছে
বহাগৰ বিহুটিক সন্মান যাচিছে
সৰুৱে ডাঙৰক সেৱা মান ধৰিছে
ডাঙৰেও সৰুটিক আশীৰ্বাদ কৰিছে
বছৰটো কুশলে যাওক।

বিহুৱান হাততলে সেউতীও আহিছে
চেনাইও আহিছে তাত
দুয়োৰে দেহালৈ যৌৱন আহিছে
ৰাইজাই কৰিছে গাত
দুয়োৰে পৰশত দুয়োৰে ভাবিছে
মুখেদি কাৰো নাই মাত
অ' সেৱা এটি যাচি বিহুৱান যাচিছে
অন্তৰ মিলিছে তাত।

# লুইতৰ পাৰতে উমলি জামলি

কথা, সুৰ : কমল কটকী

লুইতৰ পাৰতে উমলি জামলি
কৰিলোঁ পাৰ কৈশোৰ
লুইতেই গঢ়ি দিয়ে
ৰঙীন সপোন
এই জীৱনৰ মোল
ধন্য জীৱন এই মোৰ ।

থুনুক থানাকৈ মাতটি ফুটোঁতেই
শুনিছিলোঁ আইৰ
সুৱদী মাতত
বৰগীত জিকিৰৰ সুৰ
এই সুৰতেই বন্দী হৈ মই
হেৰুৱালো পৰিচয়
নিজৰেই মোৰ ।

নাজানো মই কি দিলোঁ
নাজানো মই কি পালোঁ
হিচাব ৰখা নাই কাহানিও
লুইতৰ বালিতে
দেহ হ'লে অৱসান
শীতলিব মোৰ আকুল পৰাণ
ধন্য মৰণ হব মোৰ ।

# এই মাটিতে মিলি যাবলৈ দিবি

কথা : চৈয়দ আব্দুল্লা

ৰচনা : ২০০৭

এই মাটিতে মিলি যাবলৈ দিবি মোক
বুকুৰ আপোন এই মাটি
মোৰ ওপজা ঠাই —
ঘূৰি আহিম মই জনমে জনমে
এয়া যে মোৰ অসমী আই ।

সৰগী ৰূপ যাৰ বিনন্দীয়া
শ্যামলী সাজেৰে অপৰূপা
ক'লীয়া ডাৱৰে য'ত মাদল বজায়
উলাহেৰে নাচে নদী নিজৰাই
এয়া যে মোৰ চেনেহী আই
চেনেহী আই ।

ধাৰাষাৰ বৰষুণ ৰ'দ হালধীয়া
পাহাৰে ভৈয়ামে উপচি পৰা
ৰূপালী জোনাকে যাৰ আচল জুৰাই
ৰঙে ৰূপে মোৰ নয়ন জুৰায়
এয়া যে মোৰ ৰূপহী আই ।

এই মাটিতে মিলি যাব দিবি মোক
বুকুৰ আপোন এই মাটি
মোৰ ওপজা ঠাই
ঘূৰি আহিম মই জনমে জনমে
এয়া যে মোৰ অসমী আই ।

# সংগ্ৰাম জানো

কথা, সুৰ : নয়ন জ্যোতি শইকীয়া

সংগ্ৰাম জানো শোষিতৰ অবিহনে হয়
যদি ৰণনীতি গণমুখী নহয়
অ' মোৰ দেশৰে খঙাল যুৱক
তুমি অস্ত্ৰেৰে ধেমালি নেখেলিবা
জাতিটোৰ মুকুতি আনো বুলি
তুমি নিজৰে সহোদৰ নবধিবা ।
সংগ্ৰাম.....

চৌদিশে মানুহৰ কোলাহল শুনো
ধৰ্ষিতা ভগ্নীৰ কান্দোন শুনো
দুখিতৰ মনৰ খবৰ লবা
আৰু আগ্নেয় অস্ত্ৰ সামৰি থবা
মাটিৰ মানুহ তুমি
মাটিকে আপোন কৰি
চিৰ শান্তিৰ বীজ ৰুবা
বাৰুদৰ কৰ্কশ আস্ফালনেৰে
আৰু তেজৰে কালিমা নাসানিবা ।
সংগ্ৰাম.....

আহত জনৰ বজ্ৰ কঠোৰ
দুহাতত আগ্নেয় অস্ত্ৰ
নিহতজনৰ তেজাল প্ৰতিশ্ৰুতি
সেয়ে হওক মুক্তিৰ মৰ্ম
দুহাতৰ অস্ত্ৰেৰে শোষকৰ বক্ষ
যদিহে বিদাৰিব নোৱাৰা
অ' মোৰ দেশৰে .....

**লোকগীত ঃ**

# অ' মোৰ গুৰুদেউ

( উল্টা পুৰাণৰ গীত )

HMV/ 7EPE 2529
১৯৭৫

অ' মোৰ গুৰুদেউ, ই কথা পতিয়াব কোনে
মোৰ গুৰুদেউ, ই কথা পতিয়াব কোনে ?

এ হৰি এ, হালোৱাই নিচিনে
হালৰ হাল গৰু
ৰান্ধনীয়ে নিচিনে চৰু
অ' টিকৰ ভাৰ্য্যাই
স্বামীক নিচিনে
শিষ্যই নিচিনে গুৰু ।

এ হৰি এ, বাৰীকে গিলিলে
বাৰীৰে জিৰাফে
ঘৰকে গিলিলে দুৱাৰে
অ' হাতত টাঙোন লৈ
গৃহস্থ পলাই যায়
পাছে পাছে খেদে চোৰে ।

অ' হৰি এ, গোহালিক গিলিলে
হেৰামৰ কাঠে
পঘাই গিলিলে গৰু
অ' হাতত সপতি লৈ
ৰান্ধনী পলাই যায়
পাছে পাছে খেদে চৰু ।

অ' হৰি এ, বাঘৰে ছাগৰে
হালখন জুৰিলোঁ
কাৰশলা সাপৰে লৰু
অ' ভালুক বপুৰাই
আলিৰ পাহে কাটে
বান্দৰে চাৰে ঐ গৰু ।

এ হৰি এ, সাগৰৰ মাজতে
ঘোঁৰাৰ খটেখটি
বজাৰত চলিলে নাও
অ' ই গীত ৰচিছে কবীৰা ফকীৰাই
কি বুজিবা ভকতিৰ ভাও ।

# অ' মোৰ মলুৱা হে

(নাও খেলৰ গীত)

| | |
|---|---|
| গুৰি ধৰোঁতা ঃ — | অ' মোৰ মলুৱা হে<br>অ' মোৰে মলুৱাক কোনে মাৰিলে<br>হায় মোৰ, হায় মোৰ মলুৱা হে । |
| বাইচা সকল — | অ' মোৰ মলুৱা হে<br>অ' মোৰ মলুৱাক কোনে মাৰিলে<br>হায় মোৰ, হায় মোৰ মলুৱা হে । |
| গুৰি ধৰোঁতা — | এ, যঁতৰ যঁতৰ কৰে তাই |
| বাইচা সকল — | হায় অ' হৰি ! |
| গু ঃ — | এ, যঁতৰ আনি দিলোঁ মই |
| বা ঃ সঃ — | হায় অ' হৰি ! |
| আটাইয়ে — | অ' যঁতৰত ধৰি ধৰি কান্দে মোৰ মলুৱা হে<br>অ' মোৰে মলুৱাক কোনে মাৰিলা<br>হায় মোৰ, হায় মোৰ মলুৱা হে । |
| গুঃ — | এ কপাহ, কপাহ কৰে তাই |
| বাঃ সঃ — | হায় অ' হৰি ! |
| গু ঃ — | কপাহ আনি দিলোঁ মই |
| বাঃ সঃ — | হায় অ' হৰি ! |
| আটাইয়ে — | অ' কপাহত ধৰি ধৰি কান্দে মোৰ মলুৱা হে<br>অ' মোৰে মলুৱাক কোনে মাৰিলা<br>হায় মোৰ, হায় মোৰ মলুৱা হে । |
| গু ঃ | এ নেঠা, নেঠা কৰে তাই |
| বা ঃ স ঃ— | হায় অ' হৰি ! |
| গু ঃ— | এ নেঠা আনি দিলোঁ মই |
| বা ঃ স ঃ — | হায় অ' হৰি ! |
| আটাইয়ে — | অ' নেঠাতে ধৰি ধৰি কান্দে মোৰ মলুৱা হে<br>অ' মোৰ মলুৱাক কোনে মাৰিলা<br>হায় মোৰ, হায় মোৰ মলুৱা হে । |

**( এইদৰে তাতশালৰ সকলো সজুলিৰ নাম এটা এটাকৈ বৰ্ণণা কৰি গুৰি ধৰোঁতাই লগাই দিয়ে আৰু বাইচা সকলে বঠা মাৰি মাৰি জাত জাত কৈ গাই যায় । )**

# অ' কানাই পাৰ কৰা হে

( কামৰূপী লোকগীত)

ৰেকৰ্ডিং : [illegible]

অ' কানাই পাৰ কৰা হে বেলিৰ পৰিল ছায়া
নষ্ট হৈল দুধেৰ ভাণ্ডাৰ বাজাৰ গৈল বইযা ।

কাঠৰে দেশতে থাকা অ' কাঠৰ কিবা দুখ
ভাঙা নৌকাত পাৰ কৰি কিবা পাৱা সুখ ।

ভাঙা নহয় ছিঙা নহয় গামেৰীৰ সাৰ
হস্তী ঘোঁৰা পাৰ কৰা ৰাধাৰ কিমান ভাৰ ।

অন্য লোকক পাৰ কৰিলা অ' লৈয়া আনা আনা
আমাৰ ৰাধাক পাৰ কৰিলা লৈয়া কাণৰ সোণা ।

# জীৱেৰ বেউলা অ'

জীৱেৰ বেউলা অ'
অ' মোৰ আজলী ছোৱালী
ছয় জাৰ লগত বঞ্চিবি কেনে কৰি
জীৱেৰ বেউলা অ'

আগতে নাযাবি আই তই পিছতে নাযাবি ।
মাজতে চলি যাবি আই তই লখাইৰ বেউলী ।।

ইফাল সিফাল কৰি আই তই বস্ত্ৰকে সলাবি ।
পৰ পুৰুষক দেখি আই তই ভিৰিয়া লৰিবি ।।

বিহানে উঠিয়া আই তই কৰিবি চিলন ।
গলিত দিবি গোৱৰ ভাখৰিত ৰাখিবি ধান ।।

পতি পৰম গুৰু আই তই ৰাখিবি মনত ।
সৰ্বখিনি সপি দিবি তাহাৰে পাৱত ।।

# হে মাই যশোৱা হে

(কামৰূপী লোকগীত)

বোলছবি : মণিৰাম দেৱান, ১৯৫৩
HMV/GE2571

হে মাই যশোৱা হে
মাই হেৰে যশোৱা আমাক লাগিযা
অলপ তোৰ মৰমো নাই ।
তোৰে ঘৰে আসি গৰু চাৰি ফুৰো
কৰেকৰা ভাত খাই

কাঠ বাজী বুলি জগতে হাসয়
দেখিও সুমৰা হৰি
তোৰ ঘৰে আসি পুত্ৰ উপজিলোঁ
ইটো দুখ দূৰ কৰি

এক তোলা সোণাৰে বাঁহী গঢাই নেদা
ৰাজ পটেশ্বৰী তুই
দুয়ো ওঁঠ ফাটি তেজ বহি যাই
বাঁহৰ বাহী বাজাওঁতে — মাই যশোৱা হে ।

# বৰ বৰিবা যাই মেনকা

( কামৰূপী লোকগীত)

MV/7EPE 2529, ১৯৭৫

হে বৰ বৰিবা যাই মেনকা সঙ্গে দুনী ঘট
মাথাৰ কাপোৰ গুচাই চাইলা — জোঁৱাই উলঙ্গত হে ।

মাথাত আছে সৰ্পৰ ফণা অ' এ গলে মুণ্ড মালা
কঙ্কালে বাঘৰ ছাল গাবে ভস্ম ধূলা হে ।

বাইছটা ঢেঁকী ভাঙুৰাৰ অ' এ তেইছখান কূলা
দিনে ৰাতি খুন্দি মৰে জঁইতা ভাঙৰ গুড়া হে ।

হাতত আছে ডম্বৰুটো অ' এ গাৰে ভস্ম ধূলি
চকু দুটা ডাঙাৰ ডাঙাৰ পেটটো ভাঙা দুলি হে ।

জঁইতা ভাঙৰ গুড়া ভাঙুৰা এ গাল ভৰিয়া খায
ভাঙৰ জালত থাকবা নৰি ঘুটনী পাৰাক যাই হে ।

আহাৰ, ঘুটনী পাৰাক যাবাক লাগি এ হুকৰা ডমৰা
নেদোঁ পাৰ্বতীক বিয়া যা গুচি ভাঙুৰা হে
বৰ বৰিবা যাই মেনকা সঙ্গে দুনী ঘট ।

# ৰাধে ক'লা নুবুলিবি মোক

(কামৰূপী লোকগীত)

HMV/ 7EPE 2529, ১৯৭৫

অ' ৰাধে, — ক'লা নুবুলিবি মোক
কোনো দিনে কোনো কথা বোলা নাই তোক ।

ক'লা ক'লা নুবুলিবি গোৱালৰে জী
বিধিয়ে কৰিছে ক'লা মইনো কৰিম কি ?

ক'লা ক'লা তুলসী ক'লা ক'লা পাত
মাও ক'লা বাপও ক'লা ক'লীযাৰে জাত ।

গজ ভাল ক'লা ৰাধে তাতও মুক্তা জ্বলে
ক'লা বগাই মিল ৰাধে আন একো নিমিলে ।

ৰাতিৰ আকাশ ক'লা তাতও চিকুণ তাৰা জ্বলে
জ্ঞানৰ চকু মুদি কোনে আকাশ বেয়া বোলে ।

# শ্যাম কানু দূৰ হৈ নাযাবা

( কামৰূপী লোকগীত)

শ্যাম কানু দুৰ হৈ নাযাবা
সোণৰ বাঁহী গঢ়াই দিম ঘৰতে বজাবা ।

ঐ ৰাম, নন্দৰ ঘৰত যদু তুমি আছিলা যে সৰু
পঞ্চ বয়সতে তুমি ৰখাইছিলা গৰু ।

ঐ ৰাম, নন্দেৰ দুলাল বাচা তুমি নন্দেৰ দুলাল
এত ৰাত্রি গৰু চাৰে কাৰে ছৱাল ।

ঐ ৰাম, লোকৰ বাচা ডাঙৰ দীঘল মোৰে বাচা সৰু
সিংহ ব্যাঘ্র লগে চৰে তাতে চাৰে গৰু ।

ঐ ৰাম, আগে ধেনু পাছে ধেনু মুখে বংশী বায়
বন পুষ্প মালা পিন্ধি গো ধেনু চৰায় ।

ঐ ৰাম, বালিকো ছলিলা প্রভু কংসকো বধিলা
চন্দ্রাৱলী ৰাতিতে গোপীকো কেলিলা ।

ঐ ৰাম, সেন্দুৰৰে জকেমকে কাজলৰে ৰেখা
বিজুলী চমকে আহি কৃষ্ণই দিলে দেখা ।

ঐ ৰাম, বৃন্দাবন মাজে প্রভু আছিলা লুকাই
কালে গতি কান্দি দিলে বিচাৰি নেপায় ।

# গেইলে কি আসিবেন

(গোৱালপাৰীয়া লোকগীত )

আৰে, গেইলে কি আসিবেন
মোৰ মাহুত বন্ধুৰে ?
হস্তীৰ নড়ান, হস্তীৰ চড়াণ
হস্তীৰ গলায় দড়ী
অৰে, সত্য কৰিয়া ক'নৰে মাহুত
কোন বা দেশে বাড়ী ৰে ?

হস্তীৰ নডাণ, হস্তীৰ চড়াণ
হস্তীৰ পায়ে বেড়ী
অৰে, সত্য কৰিযা কইলং কথা
গৌৰীপুৰে বাড়ী ৰে ।

খট খুট মাহুত ৰে তোৰ
গালে চাপা দাড়ী
অৰে সত্য কৰিযা ক'নৰে মাহুত
ঘৰে কযজন নাৰী ৰে ?

হস্তীৰ নডাণ, হস্তীৰ চডাণ
চম্পা নদীৰ পাৰে
অৰে সত্য কৰিযা কইলুং তোমাক
বিয়া হয় নাই মোৰে ৰে ।

# বন্ধুৰ বাৰিতে

(গোৱালপাৰীয়া লোকগীত)

বন্ধুৰ বাৰীতে
তাল গাছে ঢোলে
হ্যাসকা টানে পীৰিত খচে
মাঘ মাসী শীতে ।

যাৰে বন্ধু যা
জ্বলিয়া গেলে
মনেৰ আগুন
নিভিয়া গেলে না
বন্ধু ঘন ঘন ৰে,
এতই গো সাক্ষী
তোমাৰ শৰীৰে ।

দেখিতে দেখিতে
গাভুৰ হ'লোঁ
ৰবি বাৰেৰ দিন
নায়োৰ গেলু
পাৰাৰ চেংৰাই কৰে হায় ৰে হায়
মোহিত পীৰিত কৰং না
টেংৰা বন্ধু চাৰে না
আৰু বিয়া যায় পীৰিতে বাইনা ।

বাপ ও ভাই তোৰ
হিয়াৰ তাৰা
বেচাইয়া না খায়
তোক্ ছোটতে
হিয়াৰ ঢোলে তোৰ পূবাল বাতাসে ।

# বাৰো মাসে তেৰ ফুল

(গোৱালপাৰীয়া লোকগীত)

বাৰো মাসে তেৰ ফুল ফুটে
বছৰে ফুটে হলা চৈ
নাযাইও যমুনাৰ জলে ।

তুমৰা নাযাইও নাযাইও
নাযাইও চৈ ৰে
ঐনা যমুনাৰ জলে ।

যে ঘাটে ভৰিব আৰও জল
সেই ঘাটে কানাই আসৈ
নন্দেৰ বেটা চিকণৰে কালা
কালা বিহিলে কি
বিষম জ্বলা চৈ ।

কদম গাছে হেলানীৰে দিয়া
কালা বাজাই মোহন
বাঁশী চৈ ।

# লাউ খাওয়াৰ পাৰে

(গোৱালপাৰীয়া লোকগীত)

লাউ খাওয়াৰ পাৰে কি পাৰে মাও
মোৰ কেউৰা বাকেস কী ফুল ।
লাউ খাওয়াৰ পাৰে কি পাৰে মাও
তোৰ কেউৰা বাকেস কী ফুল ।

তোৰ বাবাই সনে আন্‌ছে
কি আন্‌ছে মাও
তোৰ ভেঙৰা বাজাইয়া পাৎথৰ ।
ওই ভেঙৰাৰ ভীতি দেখুন
কি দেখুন মাও
মুই হাসুম বা মনে মনে
মাও মুই কান্দুম বা চিতে চিতে ।

তোৰ দাদাই সনে আন্‌ছে
কি আন্‌ছে মাও
তোৰ কাণা বাজাইয়া পাৎথৰ ।
ওই কাণাৰ ভীতি দেখুন
কি দেখুন মাও
মুই হাসুম বা মনে মনে
মাও মুই কান্দুম বা চিতে চিতে ।

তোৰ চাচাই সোণা আন্‌ছে
কি আন্‌ছে মাও
তোৰ তেৰা বাজাইয়া পাৎথৰ ।
ওই তেৰাৰ ভীতি দেখুন
কি দেখুন মাও
মুই হাসুম বা মনে মনে
মাও মুই কান্দুম বা চিতে চিতে ।

সমাপ্ত

# মই যেতিয়া এই জীৱনৰ মায়া

মিছা মায়া, মিছা কায়া, মিছা কৰ আশা
কালে বোলে কৈক যাবি ভাঙিব তোৰ বাহা
কোন দিনা সোণৰ দেহা জহি খহি যায়।

মায়াৰ বান্ধোনৰ বন্ধনেৰে আবদ্ধ মানৱ জীৱন আৰু মানৱ জীৱনৰ ক্ষণস্থায়ীত্ব - সংসাৰৰ এই অভিজ্ঞতাৰে অভিজ্ঞ কোনো অখ্যাত নিৰক্ষৰ গীতিকাৰে আপোন সমাজখনৰ আপোনজন ৰ মৃত্যু বেদনাত চিৎকাৰ কৰি, তেওঁৰ গুণ, তেওঁৰ সান্নিধ্যৰ অনুভৱ গীত আকাৰে গাই, চৰ্বিত চৰ্বণ কৰি হৃদয়ক বুজনি দিছিল, শোক পাহৰিবলৈ চেষ্টা কৰিছিল, আশ-পাশৰ লোককো বুজনি দিছিল। কাৰণ, 'মানৱ দেহা মাটিৰে ভাণ্ড, ভাঙিলে হৈবে খণ্ডৰে খণ্ড, ভাঙিলে দেহা জোৰা নিবে না' — মাটিৰ পাত্ৰ ভাঙি টুকুৰা টুকুৰ হৈ মাটিত মিহলি হৈ যোৱাৰ দৰে পঞ্চভূতী মানৱ দেহাটোও মৰণৰ মাজেৰে এদিন মাটিত মিহলি হৈ যায়। ই চিৰন্তন। কিয়নো মানুহ মৰণশীল। ধৰ্মৰ প্ৰভাৱেৰে প্ৰভাৱান্বিত সেই সমজখনে সেইবাবে পৰম্পদ লাভৰ বাবে সময় থাকোঁতে 'হৰি'নাম লবলৈ মানুহক কৈছিল। অন্যাৰ্থত 'যত জীৱ জঙ্গম কীট পতঙ্গম অগনগ জগ তেৰি কায়া' যিহেতু জীৱ মাত্ৰৰে হৃদয়ত 'হৰি' বিৰাজমান, গতিকে 'হৰি'নাম লোৱা কথাই মানৱৰ মঙ্গলৰ বাবে কাম কৰা কথাকেও সূচায়।

উৎপত্তি হ'লে এদিন বিনাশ নিশ্চিত। আৰু সংসাৰখন মায়াৰ ডোলেৰে বান্ধ খাই আছে। সেইবাবেই হয়তো বছৰৰ পিছত বছৰ ধৰি ৰোগশয্যাত পৰি থকা আঁঠুমূৰীয়া বৃদ্ধ এজনেও মৃত্যুৰ নামকে শুনিব নোখোজে। কিন্তু সময়ে কাকো ৰেহাই নিদিয়ে। নিৰ্দ্ধাৰিত সময়ৰ অন্তত মানৱী লীলা সম্বৰণ কৰি, আপোনক পৰ কৰি ভৱ নদী পাৰহৈ যাবগৈ লাগিবই।

জীৱন পৰিক্ৰমাৰ কোনো এক দুৰ্বল মুহূৰ্তত এনে ভাব মানুহৰ মনলৈ নহা নহয়। বহু গুণৰ সম্ভাৰ লৈ অহা ড° ভূপেন হাজৰিকাৰ মনলৈও আহে এনে চিন্তা কোনো এক দুৰ্বল মুহূৰ্তত। গোটেই জীৱনটো তেওঁ মানুহৰ মাজতে কটালে। নানা বিধ কলা ৰসৰ আকৰ হাজৰিকাদেৱে কলা ৰসেৰে সমাজখন জীপাল কৰি ৰাখিবলৈ যৎপৰোনাস্তি চেষ্টা কৰিছিল। মানুহৰ বাবে গীত গাইছিল, দেশৰ বাবে গীত গাইছিল, সমাজখনক আগুৱাই অনাৰ বাবে যুঁজিছিল, দুখীয়া দৰিদ্ৰজনৰ মুখত দুবেলা দুসাজ ভাত, বস্ত্ৰহীনক এযোৰ বস্ত্ৰ, নিৰাপত্তাহীনক নিৰাপত্তা দিয়াৰ বাবে সংগ্ৰাম কৰিছিল গীতেৰে, চিনেমাৰে, লিখনিৰে অবিৰাম— অবিৰত ভাবে। আনক হঁহুৱাই তেওঁ নিজে হাঁহিছিল। আনৰ সুখত তৃপ্তি লভিছিল, আনৰ শান্তিত টোপনি গৈছিল। ইয়াৰ কৃতজ্ঞতাৰ চিন স্বৰূপে তেওঁ পাইছিল মানুহৰ মৰম-স্নেহ, ফুলৰ মালা, আশীৰ্বাদ, মান-সন্মান আৰু অনেক বঁটা বাহন। দুহাত

উপচি পৰা কৃতজ্ঞতাৰ ফুল স্পৰ্শ কৰি তেওঁ উল্লসিত হৈ পৰিছিল। ইমান মৰম, ইমান স্নেহ, ইমান ভালপোৱা গ্ৰহণ কৰি অনুৰাগৰ মাদকতাত তেওঁ আলাসত ওপঙি উটি-ভাঁহি ফুৰিছিল। কিন্তু নিষ্ঠুৰ বাস্তৱ সত্যক জানো উলাই কৰিব পাৰে। এটি বিৰাট সত্যৰ অন্বেষণৰ বিষাক্ত কীটে কুটি কুটি খাইছিল তেওঁৰ কলিজা। অৱসাদৰ সময়ত এক ভয়ানক দুৰাশাই তেওঁৰ বুকু ডবা কোবোৱা দি কোবাইছিল— এই সন্মান, মৰম-স্নেহ-ভালপোৱা স্থায়ী হৈ ৰবনে! মোৰ মৃত্যুৰ পিছতো 'মোৰ প্ৰিয় জনগণে' একেদৰে মোক সুঁৱৰিবনে! মোৰ চিতাৰ কাষত বহি মোৰ বাবে এটোপাল চকুলো পেলাবনে! যদিহে তেওঁলোকে মোৰ মৃতদেহৰ কাষত বহি চকুলো পেলায় মোৰ জীৱন সাৰ্থক হ'ব। কাৰণ, তেওঁলোকৰ মৰমতে মই জীয়াই আছিলো আৰু মৰাৰ পাছতো মই সৰগীধামত বাস কৰিবলৈ পাম!

হাজৰিকাদেৱৰ এই গভীৰ আত্মোপলব্ধি পূৰ্ণ গীতটোৰ 'মুখ' অৰ্থাৎ প্ৰথম স্তৱকটো তেওঁক ভালপোৱা তেওঁৰ সমুহ মানুহ যেনে— তেওঁৰ ভাই-ভনীকে আদি কৰি বংশ পৰিয়াল, বন্ধু-বান্ধৱী, আত্মীয় স্বজন, গীতৰ হেজাৰ শ্ৰোতা, দেশৰ মানুহ, দেশ-বিদেশত লগ পোৱা অনেক বন্ধু-বান্ধৱীক সামৰি সকলো মানুহৰ প্ৰতি গোৱা যেন অনুমান হয়।

গীতটোৰ তৃতীয় অন্তৰাই সকলো কথাৰ পৰা আঁতৰাই আমাক লৈ যায় অন্য এটি দিশলৈ.— তেওঁৰ ব্যক্তিগত জীৱনলৈ;—প্ৰেয়সী-পত্নীৰ কাষলৈ। পঢ়িবলৈ যোৱা সময়তে আমেৰিকাৰ কলম্বিয়া ইউনিভাৰ্চিটিত পঢ়া গুজৰাটৰ জীয়ৰী প্ৰিয়ম্বদা পেটেলৰ সৈতে তেওঁ বিবাহ পাশত আবদ্ধ হয়। এই প্ৰেমৰ সাক্ষী স্বৰূপে তেওঁলোকৰ মাজলৈ এটি পুত্ৰ সন্তানও আহিল। পত্নী- পুত্ৰৰে এখন সুখী সংসাৰ। প্ৰিয়মে অসমীয়া মেখেলা-চাদৰ পিন্ধি, খাৰ-টেঙা আদি অসমীয়া সুস্বাদু ব্যঞ্জন ৰান্ধিবলৈ শিকি ভাৰতীয় আদৰ্শৰ এজনী সুগৃহিণী ৰূপে পৰিচয় দাঙি ধৰিলে। ইতিমধ্যে হাজৰিকাদেৱ গীত, চিনেমা, সামাজিক কাম-কাজকে আদি কৰি অতিশয় কৰ্মব্যস্ত হৈ পৰিল। পত্নী-পুত্ৰক সময় দিব নোৱাৰা হৈ পৰিল। ইফালে, হাজৰিকাদেৱৰ প্ৰাক্তন প্ৰেয়সী সকলে সময়ৰ সুযোগ সময়ত ব্যৱহাৰ কৰিলে। হাজৰিকাদেৱৰ প্ৰতি তেওঁলোকৰ কাৰ্যকলাপে প্ৰিয়মৰ অন্তৰত বাৰুকৈ আঘাত হানিলে। বিবেকৰ দংশনত প্ৰিয়মে বিবাহ বিচ্ছেদৰ কথা চিন্তা কৰিলে। এনেকৈয়ে তেওঁলোকৰ বহু আশাৰে, বহু কষ্টেৰে তিল্‌তিল্‌কৈ গঢ়া সোণৰ সুখৰ সংসাৰখন এদিন ভাগি-ছিগি থান্‌বান্‌হৈ গ'ল।

দুখত কান্দি-কাটি, নিৰাশাক প্ৰশ্ৰয় দি হাত সাবটি বহি থকা লোক নহয় ভূপেন হাজৰিকা। খং-অভিমান, দুখ-চকুলো সকলোকে সামৰি সুতৰি পুনৰ জীৱন সংগ্ৰামত ব্ৰতী হ'ল তেওঁ। পত্নী -পুত্ৰ হেৰুওৱাৰ দুখত তেওঁ দুখিত। আত্মগ্লানিত দগ্ধ, ক্ষোভিত তেওঁ। তেওঁ গা পাতি লৈছে —এই বিচ্ছেদৰ কাৰণ তেওঁ নিজেই। কাৰণ, মানুহৰ বাবে গীত গাই ফুৰোঁতে, নানা সামূহিক কামত ব্যস্ত থকা বাবে তেওঁ নিজৰ পৰিয়ালটোক ভালকৈ চোৱা-চিতা কৰিব নোৱাৰিলে। এই সুযোগ পৰশ্ৰীকাতৰ সবে পূৰা মাত্ৰাই গ্ৰহণ কৰিলে। তেওঁৰ সংসাৰ ভাগি গ'ল। বৰ্তমান তেওঁ এই কথাবোৰ ভাবি ভাবি শান্তি নোপোৱা হৈছে।

নোপোৱাখিনি সদায়েই ভাল। প্ৰিযমে তেওঁক বুকু ভৰি মৰম দিছিল, ভালপোৱা দিছিল। সেইখিনি পৰত কিছু তিতা-কেঁহাৰ সৃষ্টি হৈছিল। কিন্তু সংসাৰ যাত্ৰাত ই নহবলগীযা কথাৰ ভিতৰত নপৰে। প্ৰায় মানুহৰ ক্ষেত্ৰতে পতি-পত্নীৰ মাজত কাজিযা থাকেই বুলি ক'ওঁ অত্যুক্তি কৰা নহয। বোলে 'দাতে ওঁঠেও লাগে'। যি নহওক, প্ৰিযমে দিয়া সেইখিনি মৰম-ভালপোৱা আছিল নিস্বাৰ্থ, কলুষতাহীন। এজন স্বামীক যিখিনি দিব লাগে তাত তেওঁ অকণো কাৰ্পণ্য কৰা নাছিল। আবেগত উত্তেজিত হৈ মানুহে নলব লগীয়া বহু সিদ্ধান্তই লৈ পেলায। কিন্তু সময় বাগৰাৰ পিছত মানুহ শান্ত হয আৰু পূৰ্বৰ ভাল কথাবোৰ মনলৈ আহিবলৈ ধৰে। তেতিয়া মানুহ অনুশোচনাত দগ্ধ হয।

যি কাৰণতেই নহওক, খং অভিমানৰ বশবৰ্তী হৈ প্ৰিযম আঁতৰি গ'ল। এক বিৰাট শূন্যতা, মহা অন্ধকাৰে হাজৰিকাৰদেৱৰ জীৱন অন্ধকাৰাচ্ছন্ন হ'ল। পূৰাব নোৱাৰা ক্ষতি লাহে লাহে জীৱন বেলিও পশ্চমলৈ গতি কৰিছে। আজি প্ৰিযম তেওঁৰ পৰা বহু নিলগত। কিন্তু বুকুৰ নিভৃত কোণৰ পৰা আঁতৰি যোৱা নাই পত্নী-পুত্ৰৰ মাযা। পৃথিৱীৰ বহু মানুহৰে সঙ্গ লাভ কৰিছে তেওঁ জীৱন যাত্ৰাৰ লেখহীন সমযত। এতিয়া ভাগৰুৱা, অৱসাদগ্ৰস্ত সমযখিনিৰ প্ৰয়োজন পূৰাবলৈ, নিবিড ভাবে হৃদযৰ বুজা বুজিৰে অন্তৰঙ্গ মুহূৰ্ত কটাই ভাগৰুৱা দেহক সকাহ দিবলৈ প্ৰিযমৰ সান্নিধ্য অতিকে প্ৰযোজন। তেওঁ আজি অনুভব কৰিছে —প্ৰিযমে দিযা সেই মৰমখিনি আছিল সৰগী। প্ৰিযমৰ সান্নিধ্যত অতিবাহিত হোৱা সময়বোৰ আছিল জীৱনৰ আটাইতকৈ সুখৰ শান্তিৰ সময। তেওঁ অনুভব কৰে, আজি পত্নী পুত্ৰৰে সৈতে একেলগে থকা হ'লে হয়তো শান্তিৰ সৰগত বাস কৰিলেহেঁতেন। যিখিনি প্ৰিযমৰ পৰা পাবলৈ বৈ গ'ল হয়তো সেইখিনিতে নিহিত আছিল সৰগীধাম। সেই সৰগীধামখন তেওঁ প্ৰিয়মৰ সান্নিধ্য বাহিৰে, প্ৰিয়মৰ বুকুৰ মৰমৰ বাহিৰে আন ক'তো বিচাৰি নাপায়। তেওঁ জানে,- তেওঁৰ মৃত্যুৰ পিছত তেওঁৰ চিতা লৈ শোভাযাত্ৰা হ'ব, নানা অনুষ্ঠান-প্ৰতিষ্ঠানে ফুলৰ মালা যাচি শেষ সন্মান যাচিব, নেতা সকলে তেওঁৰ আত্মাৰ সদ্গতিৰ বাবে পৰমেশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰিব, শোক সন্তপ্ত পৰিযালবৰ্গলৈ সমবেদনা যাচিব— ইত্যাদি ইত্যাদি নানা কাৰ্যসূচী হব। সমাজত প্ৰচলিত এই নিয়মবোৰ চলিবই। কিন্তু তেওঁ বিচাৰে কি?

বিষুৰাভাই তেওঁৰ প্ৰেয়সী পত্নীৰ মৃত্যুত বুকুৰ মাজত বৈ যোৱা আশাবোৰ মত্যুৰ পিছত পৰজনমত পূৰণ কৰাৰ আশাৰে গাইছিল—'পৰজনমৰ শুভ লগনত যদিহে আমাৰ হয় দেখা, পূৰাবানে প্ৰিয়ে এই জনমৰ মোৰ হিয়াৰ অপূৰ্ণ আশা।'-বুলি। হাজৰিকাদেৱে পৰজনম বিশ্বাস নকৰে। জীৱন কালত অভিমানীনী প্ৰিয়ম তেওঁৰ ওচৰলৈ নাহিল,—নালাগে বাৰু। কিন্তু প্ৰিয়মে যদি তেওঁৰ মৃত্যুৰ সময়ত আহি তেওঁৰ চিতাৰ কাষত বহি তেওঁৰ বাবে এটোপালো চকুলো পেলায় —ই হ'ব তেওঁৰ বাবে শ্ৰেষ্ঠ উপহাৰ। তাকে লৈ তেওঁ ধন্য হ'ব। মৃত্যুৰ পিছত সৰগত বাস কৰিব।

মই যেতিয়া এই জীৱনৰ
মায়া এৰি গুচি যাম
আশা কৰোঁ মোৰ চিতাৰ কাষত
তোমাৰ সঁহাৰি পাম।

নেলাগে মোৰ সোঁৱৰণী সভা
নেলাগে মিছা নাম
তোমাৰ এটুপি চকুলো পালেই
মই পাম মোৰ দাম।

সমূহৰ বাবে গীত গাই গাই
তোমাক পাহৰি গ'লোঁ
সেয়েহে হবলা ভৰ জীৱনতে
তোমাকো হেৰুৱালোঁ।
সেই ক্ষোভে মোক দহিছে আজিও
শান্তি ক'তেনো পাম?
তোমাৰ এটুপি চকুলো পালেই
মই পাম মোৰ দাম।

মোৰ জীৱনৰ সংগ্ৰামখিনি
ফঁহিয়াই চালে পাম
তুমি নিদিয়া মৰমখিনিতে
আছিলে সৰগীধাম
সেই সৰগীধামখনি মই
তোমাৰ বুকুতে পাম।

ৰচনা : ন ফেব্ৰুৱাৰী, ১৯৭৮